শ্ৰীশ্ৰীবৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য্য-বিৰচিত-

# কথা-ভাগৱত

( সম্পূৰ্ণ )



সম্পাদক ঃ ড° শ্ৰীহৰিনাথ শৰ্ম্মাদলৈ
সহযোগী সম্পাদক ঃ শ্ৰীগুৰুকৃষ্ণ গোস্বামী




পূৰ্বভাৰতী ঃ নলবাৰী
অসম

Kathā-Bhāgavata : The Kathā-Bhāgavata, written by Baikunthanath Bhagavat Bhattacharyya by the end of the 16th century compiled by late Ramdev Goswami Satradhikar of Patbausi Satra and edited by Dr. Harinath Sarma Daloi of M. C. Collage, Barpeta and published by Purvabharati, Nalbari, Assam. with the assistance of the Govt. of India, Deptt. of Culture. Price Rs. 100·00

প্ৰকাশক : ড° কৈলাশ শৰ্মা
সচিব, পূৰ্বভাৰতী, নলবাৰী

প্ৰথম প্ৰকাশ : জুলাই, ১৯৮৭ খৃষ্টাব্দ

দাম : ১০০·০০ টকা ( এশ টকা )

মুদ্ৰক :
শ্ৰীপ্ৰশান্তকুমাৰ শৰ্মা বি. এছ. চি.
পূৰ্বদেশ মুদ্ৰণ
বিহাবাৰী,
গুৱাহাটী—৭৮১০০৮

# প্ৰকাশকৰ নিবেদন

বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য্য অসমীয়া সাহিত্যজগতত ভট্টদেৱ নামে খ্যাত। তেখেতৰ বিৰচিত 'কথা-ভাগৱত' গ্ৰন্থখনক অসমীয়া গদ্য-সাহিত্যৰে নহয়, ভাৰতীয় প্ৰাদেশিক ভাষাসমূহৰ প্ৰথম পূৰ্ণ গদ্য-সাহিত্যৰ নিদৰ্শন বুলি লোৱা হয়। 'কথা-ভাগৱত'ৰ বেচি অংশ স্কন্ধ স্কন্ধ হিচাপে পূৰ্বতে যদিও প্ৰকাশ পাইছে, সম্পূৰ্ণ কথা-ভাগৱতখন এতিয়াও প্ৰকাশ নোহোৱা হেতুকে নলবাৰীত অৱস্থিত প্ৰস্তাৱিত সাংস্কৃতিক বিশ্ববিদ্যালয় পূৰ্বভাৰতীয়ে প্ৰকাশ কৰিবৰ মানসেৰে পাটবাউসী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীগুৰুকৃষ্ণ গোস্বামীদেৱৰ ওচৰ চাপে। তেখেতৰ পিতৃ ৺ৰামদেৱ গোস্বামীয়ে সযত্নেৰে সাঁচীপতীয়া সম্পূৰ্ণ কথা-ভাগৱতখন ৰক্ষা কৰিছিল আৰু ১মৰ পৰা নৱম স্কন্ধলৈ এটা এটাকৈ প্ৰকাশো কৰিছিল। শ্ৰীগোস্বামীদেৱে পূৰ্বভাৰতীৰ ইচ্ছানুসৰি পুথিখন প্ৰকাশৰ বাবে দিবলৈ ৰাজী হয়। ড° হৰিনাথ শৰ্ম্মাদলৈ দেৱে পূৰ্ব্বভাৰতীৰ উপসভাপতি হিচাপে এই ক্ষেত্ৰত আমাক যথেষ্ট সহায় কৰে আৰু সম্পাদনা কৰাৰ দায়িত্বও গ্ৰহণ কৰে। সেইমতে কেন্দ্ৰীয় চৰকাৰৰ সাংস্কৃতিক বিভাগৰ লগত প্ৰকাশৰ বাবে আৰ্থিক অনুদান বিচাৰি যোগাযোগ কৰা হয় আৰু শেষত ১৯৮৫ খৃঃৰ ১৪ মাৰ্চ তাৰিখৰ No. F 35-28/84-Lib. চিঠিৰ মৰ্ম্মে মুঠ ব্যয় ১,১২,৫০০'০০ টকাৰ ৮৪,৩৭৫'০০ টকা কথা-ভাগৱত প্ৰকাশৰ বাবে আৰ্থিক মঞ্জুৰী দান কৰে আৰু সেই বছৰৰে ২৫ এপ্ৰিল তাৰিখৰ Bill No. 584/84-85/Grants মৰ্ম্মে আমাৰ উক্ত টকাখিনি পোৱা হয়।

সেইমতে পূৰ্বভাৰতীয়ে 'কথা-ভাগৱত' গ্ৰন্থখন প্ৰকাশৰ বাবে আগবাঢ়ে আৰু গুৱাহাটীৰ পূৰ্ব্বদেশ মুদ্ৰণত ছপা কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। কেন্দ্ৰীয় চৰকাৰৰ এই অনুদান অবিহনে এই গ্ৰন্থখন আমাৰ প্ৰকাশ কৰা কোনোমতে সম্ভৱ নহ'লহেতেন। সেয়েহে আমি তেওঁলোকৰ ওচৰত আন্তৰিকভাৱে ঋণী। কিতাপখন কেন্দ্ৰীয় চৰকাৰৰ চৰ্ত্ত অনুসৰি এবছৰৰ ভিতৰত প্ৰকাশ কৰি উলিয়াই দিব লাগিছিল, কিন্তু আহি কাকত চোৱা

সংস্কৃত পণ্ডিত শ্ৰীযোগেশ গোস্বামীদেৱৰ সাময়িক অসুস্থতা আৰু তাৰ পৰিবৰ্তে দক্ষ লোকৰ প্ৰাপ্তিৰ বিজুতিৰ বাবে, আমাৰ আৰু প্ৰেছৰ মাজত থকা দূৰত্বজনিত ব্যৱধানৰ বাবে আমি গ্ৰন্থখনি সময়মতে উলিয়াই দিব নোৱাৰি চৰ্ত্তভঙ্গ দোষত জগৰীয়া হৈ পৰিছোঁ। তাৰ বাবে আমি সঁচাই দুখিত। তথাপিও বিলম্বকৈ হলেও গ্ৰন্থখনি উলিয়াই দিবলৈ পাই আমি আজি আনন্দিত।

গ্ৰন্থখনি সংগ্ৰহ কৰি সহযোগী সম্পাদক হিচাপে আমাক সহায় কৰা সত্ৰাধিকাৰ শ্ৰীগুৰুকৃষ্ণ গোস্বামীলৈ আমি কৃতজ্ঞতা জনাই তেখেতৰ পিতৃ ৺ৰামদেৱ গোস্বামীলৈ আমাৰ শ্ৰদ্ধা নিবেদন কৰিছোঁ। প্ৰসঙ্গক্ৰমে উল্লেখ কৰা হ'ল যে শ্ৰীগোস্বামীৰ ইচ্ছানুসৰি ৺ৰামদেৱ গোস্বামীলৈ এটি শ্ৰদ্ধাঞ্জলি গ্ৰন্থখনিত সন্নিবিষ্ট কৰা হৈছে। ভূমিকা লিখি গ্ৰন্থখনি সম্পাদনা কৰি উলিয়াই দিয়া বাবে ড° হৰিনাথ শৰ্মাদলৈদেৱৰ ওচৰতো আমি কৃতজ্ঞ থাকিলোঁ। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নন্দনতাত্ত্বিক, পূৰ্বভাৰতীৰ প্ৰতিষ্ঠাপক সভাপতি আৰু বৰ্ত্তমানে প্ৰকাশন সমিতিৰ সভাপতি পণ্ডিতপ্ৰৱৰ শ্ৰীযুত ত্ৰৈলোক্যনাথ গোস্বামী দেৱে বহু কষ্ট কৰি ইংৰাজীতে 'Introduction' এটি লিখি দি আমাক উৎসাহিত কৰা বাবে আমি তেখেতৰ ওচৰত চিৰঋণী থাকিলোঁ। পূৰ্বভাৰতীৰ প্ৰতিষ্ঠাপক সচিব অধ্যাপক শ্ৰীশশী শৰ্মাদেৱে প্ৰকাশনৰ এই আঁচনিটো হাতত লৈ প্ৰাৰম্ভিক সকলোখিনি কামেই সম্পন্ন কৰি প্ৰকাশৰো ভালেখিনি কাম আগুৱাই যোৱা আৰু ৺ৰামদেৱ গোস্বামীদেৱলৈ আগবঢ়োৱা শ্ৰদ্ধাঞ্জলিটো যুগুতাই দিয়া বাবে আমি তেখেতলৈ কৃতজ্ঞতা জনাইছোঁ।

আহি-কাকত চোৱাত প্ৰধানকৈ সংস্কৃত পণ্ডিত শ্ৰীযোগেশ গোস্বামী দেৱে আমাক সহায় কৰিছে, লগতে সম্পাদক ড° শৰ্মাদলৈদেৱে আৰু ড° পৰাগ ভট্টয়ো মাজে মাজে আহি-কাকত চাই কিতাপখন প্ৰকাশত আমাক উদ্গনি দিছে। আমি তেখেতসকললৈ আমাৰ কৃতজ্ঞতা আগবঢ়ালোঁ।

গ্ৰন্থখন প্ৰকাশ কৰাত পূৰ্বদেশ মূদ্ৰণৰ স্বত্বাধিকাৰীকে ধৰি কৰ্মীবৃন্দই, আমাৰ পূৰ্বভাৰতীৰ কৰ্মচাৰীসকলে বিভিন্নধৰণে আমাক সহায় কৰা বাবে তেখেতসকললৈ শলাগ ললোঁ।

প্ৰকাশন উপসমিতিৰ সকলো সদস্যই আমাক বিভিন্নধৰণে দিহা-

পৰামৰ্শ দি গ্ৰন্থখনি প্ৰকাশ কৰাত সহায় কৰা বাবে এইখিনিতে তেখেত-সকলৰো শলাগ লওঁ।

আমাৰ আশা, অসমৰ সদাশয় ৰাইজে বিশেষকৈ পঢ়ুৱৈ সমাজে গ্ৰন্থখনি আদৰেৰে গ্ৰহণ কৰি আমাক উৎসাহিত কৰিব।

যত্ন কৰা সত্বেও গ্ৰন্থখনিত দুটা-এটা ভুল থাকি যাব পাৰে; তাৰ বাবে আমি দুখিত। সদাশয় পঢ়ুৱৈসকলে মাৰ্জনা কৰিব বুলি আশা কৰিলোঁ।

পূৰ্বভাৰতী, নলবাৰী
২২ জুন, ১৯৮৭ ইং চন

শ্ৰীকৈলাশ শৰ্মা
সচিব, পূৰ্বভাৰতী

# শ্ৰদ্ধাঞ্জলি



স্বৰ্গীয় ৰামদেৱ গোস্বামী সত্ৰাধিকাৰ, পাটবাউসী সত্ৰ

পূৰ্বভাৱৰ্তীয়ে প্ৰকাশ কৰা এইখন কথা-ভাগৱতৰ পাণ্ডুলিপি পোৱা গৈছে মহাপুৰুষ দামোদৰদেৱে প্ৰ[illegible] কৰা বৈষ্ণৱ সত্ৰ পাটবাউসীৰ বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীগুৰুকৃষ্ণ গোস্বামীদেৱৰ পৰা। সত্ৰাধিকাৰ শ্ৰীগোস্বামীৰ পৰা জানিব পৰা গৈছে যে তেখেতৰ পিতৃ পাটবাউসী সত্ৰৰ পৰলোকগত সত্ৰাধিকাৰ ৰামদেৱ গোস্বামীয়ে কথা-ভাগৱতৰ পাণ্ডুলিপি সযত্নে ৰক্ষা কৰিছিল আৰু প্ৰথম স্কন্ধৰ পৰা নৱম স্কন্ধলৈ প্ৰকাশো কৰিছিল। কথা-ভাগৱত সম্পূৰ্ণকৈ প্ৰকাশ কৰা তেখেতৰ জীৱনৰ আকাঙ্ক্ষা আছিল, কিন্তু অকালবিয়োগৰ কাৰণে তেখেতৰ আকাঙ্ক্ষা পৰিপূৰ্ণ হৈ নুঠিল।

পূৰ্বভাৰতীয়ে বিশিষ্ট বৈষ্ণৱ পণ্ডিত শ্ৰীৰামদেৱ গোস্বামীৰ আধৰুৱা কাম পৰিপূৰ্ণ কৰিবলৈ পাই আনন্দ অনুভৱ কৰিছে। এইক্ষেত্ৰতে পণ্ডিত-জনালৈ পূৰ্বভাৰতীয়ে শ্ৰদ্ধা নিবেদন কৰি সংক্ষিপ্ত পৰিচয় এটি দাঙি ধৰিব বিচাৰিছে।

ৰামদেৱ গোস্বামী বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য্যদেৱৰ অধস্তন পাটবাউসী সত্ৰৰ একাদশ সত্ৰাধিকাৰ। ১৮২১ শকৰ বহাগৰ শুক্লা একাদশীত তেখেতে জন্মগ্ৰহণ কৰে আৰু ১৮৭৮ শকৰ কৃষ্ণা একাদশীত মৃত্যুবৰণ কৰে। ১৮৪৯ শকত তেখেত পাটবাউসী সত্ৰৰ সত্ৰাধিকাৰ পদত অধিষ্ঠিত হয়। তেখেতৰ পিতৃ ৺গোবিন্দদেৱ গোস্বামী আৰু মাতৃ ৺দৈৱকীপ্ৰিয়া দেৱী।

ৰামদেৱ গোস্বামীদেৱ এজন ধৰ্মপ্ৰাণ বৈষ্ণৱ পণ্ডিত আৰু বিদ্যোৎসাহী লোক আছিল। তেখেত এজন সুবক্তাও আছিল। সংস্কৃত আৰু অসমীয়া ভাষাৰ সুপণ্ডিত। এই সত্ৰাধিকাৰ জনাই ইংৰাজী ভাষাও ভালকৈ জানিছিল।

সত্ৰাধিকাৰ ৺গোস্বামীদেৱে এই খন্তেকীয়া জীৱনকালতে পৰিকল্পিত ভাৱে ভালেমান মহৎ কাম সম্পন্ন কৰি থৈ যায়। তাৰ ভিতৰত সত্ৰৰ মণিকুট, কীৰ্ত্তনঘৰ, মঠ আদিৰ পুনৰ নিৰ্মাণ, দামোদৰদেৱৰ নিবাস-স্থান ব্যাসপাৰাত থকা মঠৰ পুনৰ নিৰ্মাণ আৰু ভালেমান সত্‌গ্ৰন্থ সম্পাদনা আৰু প্ৰকাশনেই আছিল প্ৰধান। ৰাজমোহন নাথ, সোণাপতিদেৱ শৰ্মা, নৰনাৰায়ণ গোস্বামী, মহেন্দ্ৰমোহন চৌধুৰী, মতিৰাম বৰা, ধনীৰাম তালুকদাৰ, বেণুধৰ শৰ্মা, শ্ৰীখনীন্দ্ৰচন্দ্ৰ বৰুৱা, ডাঃ সত্যেন্দ্ৰনাথ শৰ্মা প্ৰমুখ্যে বিশিষ্ট লোকৰ সহযোগত বৈষ্ণৱধৰ্ম আৰু সাহিত্য বিস্তাৰ সাধনত মনোনিবেশ কৰিছিল। ভট্টদেৱৰ কথা-ভাগৱতৰ উপৰি 'প্ৰসঙ্গ-মালা, শ্ৰীমদ্ভক্তিবিবেক, নন্দোৎসৱ, গুৰুলীলা বা সন্ত যশামৃত' এই পণ্ডিত-জনাই প্ৰকাশ কৰি উলিয়ায়। ভট্টদেৱ বিৰচিত পদপুথি 'বিষ্ণু সহস্ৰনাম' আৰু 'ভক্তিমূলক গীতৰ সংকলন' এই পুথি দুখনো তেখেতে প্ৰকাশৰ বাবে যুগুতাই ৰাখিছিল। ভট্টদেৱৰ ৰচনাৱলীৰ সংগ্ৰহ, প্ৰকাশ আৰু প্ৰচাৰত সত্ৰাধিকাৰ ৰামদেৱ গোস্বামীৰ যত্ন অতুলনীয়।

সৎ আৰু সাধুৰূপে সম্মানিত এইজনা মহান লোকলৈ আমি পুনৰ শ্ৰদ্ধা যাচিলোঁ।

# Introduction to the Katha-Bhagavata

The Bhāgavata-purāṇa is one of the most out-standing works in the devotional literature in India. It exercises tremendous influence over a section of devotees who love and adore a personal God like Sri Krisna or Ramchandra. Devotion or *bhakti* is the most sincere love for a personal God. Unflinching devotion to such a god generates love for all, broadens the mind of the devotee and frees it from all selfish motives and actions. *Bhakti* is characterised in the Bhāgavata as a surging emotion leading to trance. It drives away pettiness of mind and generating love for all, ultimately leads the devotee to peace and serenity.

The Bhāgavata, which is one of the most popular works in the devotional literature in India, is considered as the fifth Veda by the Vaisnavas, who are the followers of bhakti cult. In addition to this important, but popular work, there are other treatises which deal exclusively with *bhakti*. S ome of these are Bhakti-sutra supposed to be written by Sāṇdilya, Nāradiya Bhakti Sāstra, attributed to Nārada, Bhaktiratnāvali which was commented upon by Visnupuri, and Bhaktisāgara written by Nārāyan Bhatta. In addition to these there are other books both in Sanskrit and modern languages of India which deal exclusively with *bhakti* or devotion to Godhead. But Bhāgavata is undoubtedly the most popular of them all.

Outstanding writers who upheld a theistic doctrine in India are Rāmānuja, Madhva, Nimbārka and Ballabha, Rāmānuja is the founder of the theory known as Visistādvaitavāda, which upholds that Brahma is the whole and the living beings on earth are the parts of the whole. In other words, Brahma is the soul and the world and the living beings are its body. The world and the beings inhabiting it have separate existence from Brahma ; but they have their shelter in Brahma and as such, though they have separate existence, they are, strictly speaking not separate from Brahma, the ultimate reality.

Some scholars believe that Rāmānuja was greatly influenced

by Nammarvar, one of the great mystics of the south, known as Alwārs. An Alwār means a person who is absorbed in love of God. Alwārs were twelve in number. Some of them were Brāhmins and some belonged to the lower classes. Of all the Alwārs Nammarvar was the most prominent. Andel or Godāmbājee was a female devotee of the south who may be compared with Mirābāi, another female devotee of northern India.

Nāthmuni, a famous vaisnava saint, migrated from northern India to modern Manerguidi, in the Chidāmbaram Taluk. He was the follower of the Bhāgavata school in modern India and it was he who in his book *Ubhaya Vedānta* gave a status to the songs of the alwārs known as Prabandham. Nāthmuni is supposed to be the founder of the Rāmānuja school of thought but, in fact Yamunācārya, Nāthmuni's grand son, who commented on the Pancharātra in the Tantra in the light of Vedānta, laid the foundation of the Visistādvaita school before Rāmānuja.

Rāmānuja seriously undertook the task of stirring up the religious consciousness of the lower classes and, to a great extent, succeeded in his attempt. He did not find any difference between the philosophy of the Vedānta and that of the Tāmil Prābandham of the Alwārs.

After Rāmānuja's death Vaiṣṇava cult was divided into two branches. The northern branch was led by Vedānta—Deśika and the southern one was founded by Pillai Lokacārya. Gradually the difference between the two groups became more and more prominent. The northern branch considered Vedānta to be more important than Tāmil Prabandham whereas the southern branch laid stress on the latter.

Rāmānanda, a disciple of Rāmānuja, took upon himself the task of propagating the ideals of Vaiṣṇavism among the lower classes of people. It is said that he had Twelve disciples form different lower classes. Ruidas, Pipa, Kabir, Dadu and Tulsidas were the most prominent among his disciples. Rāmānanda lived towards the end of the fourteenth century.

Rāmānanda, Nimbāditya, Vallavāchārya, Sankardev, Mādhabdev, Chaitanya, Damodardev and Haridev were some of the famous gurus of the Vaiṣṇava cult in northern India. These vaiṣṇava saints made vaisnavism popular in this region.

Mahapurusa Sankardev, Haridev and Dāmodardev were the three most prominent preachers of the theory and practice of the vaiṣṇava cult in Assam where Saktism prevailed earlier. Even

Mādhabdeva who was the prominent disciple of Sankardeva was at one time a worshipper of *Sakti* before he was converted to vaiṣṇavism by his *guru* Sankardeva. The temple of Kamakhya, near Guwahati was, and even now, is a centre of attraction of the sākta devotees from all parts of India. Hence the vaiṣṇava preachers had a tough problem before them to handle; but they proved themselves competent enough to influence the people and convert a large number of them to the new faith.

Sankardev started preaching vaiṣṇavism towards the latter part of the fifteenth century. Kusumbar Bhuyān who was his father was a devotee of Lord Siva. He named his son after the name of the god he adored zealously. Sankardev was endowed with natural gifts. So he could easily master the bhakti-śāstras, like the Bhāgavat-purān, Viṣṇupurān and such other treatises which deal with vaiṣṇava faith. Saṇkardev preached *nām-dharma*. He was helped in his mission by his divoted disciple Madhabdeva. Both of them wrote books, composed devotional songs and translated some bhakti-sāstras into Assamese, so that people could understand easily the texts of the sāstras written in Sanskrit.

Damodardeva was another prominent preacher of vaiṣṇava faith in Assam. Baikunthanāth Bhattāchārya known popularly as Bhattadeva, who was a great scholar in Sanskrit, was Deb Damodar's chief disciple. Under orders of his preceptor Bhattadev translated into Assamese three important books written in Sanskrit. Damodardeva felt that free translation of the sāstras written in prose would be understood by the devotees with the least effort and the tenets of vaiṣṇavism also would thus be more popular. Damodardeva could rightly discern the power and scholarship of Baikunthanāth Bhattāchārya, his disciple. So he directed him to write in Assamese prose three important bhakti-sāstras viz. The Bhāgavatapurāna, The Geetā and The Ratnāvali.

Bhattadeva was born in 1558 A. D. at Bheragram, near Barpeta in the district of Kamrup. His father's name was Kavi-Saraswati and the name of his mother Taradevi. He was a talented young man of great promise who could easily learn not only the grammer and the kavyas but also the systems of Indian philosophy as well. Owing to his fluency and power of exposition of the knotty philosophical problems of the Bhāgavatapurāna, he was honoured by an assembly of scholars and bhaktas with the title Bhāgavata Bhattācharya. Baikunthanath Bhattacharya, therefore became popularly known as Bhāgavata Bhattāchārya or simply as Bhattadeva.

Bhattadeva, who was a great sanskrit scholar, wrote a number of

books in sanskrit as well. These books are Bhāgavata-adhikarana, Saran-mālika, Bhakti-Viveka and Bhakti-sāra.

The Bhāgavata is a voluminous work which discusses difficult philosophical problems raised in Kapila's Sānikhya and Sankara's Vedanta philosophies. It was indeed a difficult task to express these complicated philosophical truths through the medium of a language which was awaiting proper development. But Bhattadeva's amazing power of expression through a number of short sentences succeeds in conveying the ideas effectively from the original sanskrit. Strictly speaking, it is not the direct language spoken by the common man in their daily communication, but it is a refined form of this language which flows like the slow current of a book. Here and there we come across sanskrit words appropriately used for suggesting deep philosophical import.

The following lines are quoted from the eighth chapter of the tenth skandha of the Assamese Katha-Bhāgavata.

গোপীসৱো কৃষ্ণৰ চঞ্চল ভাব দেখি : সবে একত্ৰ হুৱা যশোদাৰ আগত কহিবে লাগিলা : হে মাতৃ : তুমাৰ পুত্ৰে আমাৰ যি যি অপকাৰ কৰে তাক শুনা। সময় বিনেয়ো দামুৰি মেলে : ক্ৰোধ কৰিলেয়ো হাসিয়া থাকে : চুৰ কৰিও দধি দুধ খাই : খাইবাক নুৱাৰিলে বানৰক দেই : বানৰে নাখাইলে ভাণ্ডক ভাঙে : দ্ৰব্যক নপাইলে কলস ফুটাৰে।

The above extract shows that it is not the language used in the Ankia Nats written by Sankardev and his desciples. It is, on the other hand, a language which is spoken by the common people and which is carefully chosen for conveying effective the desired meaning.

Acārya Prafulla Chandra Rāy was greatly moved by the prose-writing of Bhattadeva in his Kathā-gitā. He wrote, "Indeed the prose Gita of Bhattadeva composed in the sixteenth century is unique of its kind.........It is a priceless treasure. Assamese prose literature developed to a stage in the distant sixteenth century which no other literature of the world reached except the writings of Hookers and Latimer in England. It shows clearly that the Assamese literature developed to a standard in the sixteenth century which Bengali literature reached only in the time of Isvar Chandra and Bankim Chandra. Infact, if some Assamese scholars now get up and say that it is the Bengali who has borrowed his prose from Assamese literature and enriched his own, it will be very difficult to dislodge him."

The great scholar and the Vice Chancellor of the Calcutta University late Sri Ashutosh Mukherjee writes, "The people who

could write the Geeta in the sixteenth century was not a small people."

Besides the appreciation recorded above from these two stalwarts of Bengal, there is a third one from the same state who was a poet, a novelist, a short story writer, a dramatist and a critic of great fame. He is Ravindra Nath Tagore, a Nobel-laureate who read Kathā-Gitā and wrote to Pandit Hem Chandra Goswami thus—"You may very well be proud of the author of this book who could handle prose in such a remarkable lucid style more than a century before we had any prose in Bengali."

Bhattadeva wrote the entire Bhāgavata in prose towards the last part of the sixteenth century. He took nearly five years to complete the work he undertook to write. Assamese Bhāgavata, written in verse form had seven more writers besides Sankardeva and Ananta Kandali. But the prose Bhāgavata in Assamese is the work of a single individual who besides being a great scholar in Sanskrit was also a prominent vaiṣṇava preceptor.

Bhattadeva's Kathā Bhāgavata is not a literal translation of the original slokas, written in Sanskrit. But the writer gives the summary of the slokas without disturbing the sense of the original. He has mastery over the prose which at times produces a lyrical sweetness.

**Trailokyanath Goswami**
Nalbari Satra

# ভূমিকা

## ১। ভাগৱত-পুৰাণ

ভাগৱত এখন অতি প্ৰসিদ্ধ আৰু জনপ্ৰিয় পুৰাণ। ইয়াৰ মাজেদি বিশেষভাৱে পূৰ্ণ অৱতাৰ শ্ৰীকৃষ্ণৰ মাহাত্ম্য প্ৰকাশ কৰা হৈছে। ই এখন ভক্তি-প্ৰধান গ্ৰন্থ। ব্যাসদেৱৰ পুত্ৰ শুকে অৰ্জ্জুনৰ নাতি পৰম-ভাগৱত পৰীক্ষিতৰ আগত ইয়াৰ কথাবিলাক বৰ্ণনা কৰিছে। এই মহাপুৰাণত মুঠতে ওঠৰ হাজাৰ শ্লোক আছে।[1]

ভাগৱতৰ উৎপত্তিৰ কথা ভাগৱততেই আছে। এদিনাখন ব্যাসদেৱে সৰস্বতী জলত স্নান কৰি উঠি পবিত্ৰ বদৰিকাশ্ৰমত বহি দিব্যজ্ঞানৰ দ্বাৰা তেওঁ কাল-প্ৰভাৱ দেখিলে। তেতিয়া তেওঁৰ মনলৈ চিন্তা আহে—কি কৰিলে সকলো বৰ্ণ আৰু আশ্ৰমৰ মঙ্গল হব। তেওঁ আকৌ ভাবিলে—লোকৰ কুশলৰ অৰ্থে তেওঁ বেদ বিভাগ কৰিছে আৰু পুৰাণ, মহাভাৰত আদি নানা শাস্ত্ৰ প্ৰণয়ন কৰিছে; তথাপি তেওঁৰ মনে যথাৰ্থ শান্তি নাপায়। মহাভাৰত আদিত ভগৱানৰ প্ৰিয় ভাগৱত-ধৰ্ম কীৰ্ত্তন কৰা নাই, সেই কাৰণেই কি তেওঁৰ অশান্তি? এইদৰে মহৰ্ষি ব্যাসদেৱে নিজৰ ত্ৰুটি চিন্তা কৰি থাকোতে দেৱপূজিত নাৰদ আহি তাত উপস্থিত হয়।[2] ব্যাসদেৱে নাৰদৰ আগত নিজৰ অন্তৰৰ অশান্তিৰ কথা কয়। নাৰদে তেতিয়া কয় যে, ব্যাসদেৱে নানান শাস্ত্ৰ প্ৰণয়ন কৰিছে যদিও তাৰ ক'তো তেওঁ

(১) ভাগৱত, ১২।১৩।৪।
(২) ১।৪।১৫—৩৩।

ভগৱান শ্ৰীহৰিৰ নিৰ্মল যশ বিস্তাৰ ভাৱে বৰ্ণনা কৰা নাই। এতিয়া তেওঁ সেই কাম কৰিব লাগে। তেতিয়া হলে তাৰ পৰা তেওঁ শান্তি পাব।[৩] এই উপদেশ দি নাৰদ মুনি গুচি যোৱাত ব্যাসদেৱ যোগাসনত ধ্যানস্থ হয়, আৰু পৰমেশ্বৰ আৰু তেওঁৰ অধীনা মায়াক দৰ্শন পায়। ইয়াৰ পাছত তেওঁ হৰি-যশপ্ৰধান ভাগৱত প্ৰণয়ন কৰে আৰু প্ৰথমতে ইয়াক বিষয়াভিলাষশূণ্য নিজ পুত্ৰ শুকদেৱক পঢ়ায়।[৪]

(ক) ৰচয়িতা :—প্ৰাচীনসকলৰ বিশ্বাস যে, আটাইবোৰ পুৰাণেই মহৰ্ষি ব্যাসদেৱৰ ৰচিত। আধুনিক পণ্ডিতসকলে কিন্তু এই মত স্বীকাৰ নকৰে, বিশেষকৈ ভাগৱত পুৰাণৰ ক্ষেত্ৰত। অষ্টাদশ মহাপুৰাণৰ মাজত ভাগৱত যে এখন অৰ্বাচীন পুৰাণ, এই কথাৰ ইঙ্গিত গ্ৰন্থৰ ভিতৰতে আছে। ( ১ম স্কন্ধ ৪ৰ্থ অধ্যায় )

কোলব্ৰুক, বাৰ্ণোফ, উইল্চন্ আদি পণ্ডিতসকলৰ মতে খৃষ্টীয় ত্ৰয়োদশ শতিকাৰ বিখ্যাত বৈয়াকৰণ বোপদেৱেই ভাগৱতকৰ্তা।

মুক্তাফল আৰু হৰি-লীলা—এই দুই গ্ৰন্থ লিখি বোপদেৱে ভাগৱত মতৰ পোষকতা কৰিছিল। সম্ভৱ এই কাৰণেই তেওঁকেই ভাগৱতৰ ৰচক বুলি ভূল কৰা হয়। ভাগৱত অপেক্ষাকৃত নবীন গ্ৰন্থ হলেও ত্ৰয়োদশ শতিকালৈকে তাক পিছুৱাই নিব নোৱাৰি। একাদশ শতিকাতে ভাগৱতৰ সৌৰভ দশোদিশে বিয়পি পৰিছিল—আলবেৰুণীৰ লিখনিত ই প্ৰকাশ পাইছে।

আজিকালি পণ্ডিতসকলে প্ৰায় একবাক্যে স্বীকাৰ কৰে যে, ভাগৱত দ্ৰাবিড় দেশত ৰচিত হয়। নিৰ্মল ভাগৱতী ধৰ্মৰ পৱিত্ৰ প্ৰৱাহ প্ৰথমে দাক্ষিণাত্যতে বৈছিল। একাদশ স্কন্ধৰ ৫ম অধ্যায়ত আছে—

"কলৌ খলু ভবিষ্যন্তি নাৰায়ণ-পৰায়ণাঃ।
ক্বচিৎক্বচিন্মহাৰাজ দ্ৰাবিড়েষু চ ভূৰিশঃ॥
তাম্ৰপৰ্ণী নদী যত্ৰ কৃতমালা পয়স্বিনী।
কাবেৰী চ মহাপুণ্যা প্ৰতীচি চ মহানদী॥
যে পিৱন্তি জলং তাসাং মনুজা মনুজেশ্বৰ।
প্ৰায়ো ভক্তা ভগৱতি বাসুদেৱেঽমলাশয়াঃ॥

দ্ৰাবিড় দেশৰ এই "নাৰায়ণ-পৰায়ণ'সকল বিখ্যাত আলোৱাৰসকলত

(৩) ১।৫ ; (৪) ১।৭।১—৮।

বাহিৰে অইন নহয়। খৃষ্টীয় ৭ম, ৮ম আৰু ৯ম শতিকাত তামিল দেশত আলোৱাৰসকলে ভাগৱতী ধৰ্ম প্ৰচাৰ কৰিছিল। ভাগৱতৰ হৃদয় আলোড়নকাৰী উচ্ছ্বাসৰ লগত আলোৱাৰ সম্প্ৰদায়ৰ উচ্ছ্বাসৰ মিল আছে। সেই কাৰণেই অনুমান হয়, উক্ত কালছোৱাৰ ভিতৰতে আলোৱাৰসকলৰ মাজত ধীৰে ধীৰে ভাগৱতৰ আবিৰ্ভাৱ হয়।[৫]

(খ) **ৰচনা-কাল** ঃ—ভাগৱত পুৰাণৰ ৰচনা-কাল সম্বন্ধে কোনো সঠিক সিদ্ধান্ত নাই। এই বিষয়ে বিভিন্ন পণ্ডিতৰ বিভিন্ন মতবাদবিলাকে ইয়াৰ ৰচনা-কাল খৃষ্টীয় ৫ম শতিকাৰ পৰা ১৩শ শতিকাৰ ভিতৰত পেলাইছে। কোলব্ৰুক (Colebrooke), বাৰ্ণোফ (Burnouf), আৰু উইল্‌চন্ (Wilson) আদি পণ্ডিতসকলে কয়—বোপদেৱে ১৩শ শতিকাত ভাগৱত পুৰাণ ৰচনা কৰিছে। উইণ্টাৰনিজে (Winternitz) কিন্তু ইয়াৰ ৰচনা কাল ১০ম শতিকা বুলিহে কৈছে। আৰ,-জি,-ভাণ্ডাৰকাৰৰ মতে আনন্দতীৰ্থ মাধৱৰ (১১৯৯—১২৭৮) অন্ততঃ দুই শতাব্দী পাছত ভাগৱত পুৰাণ ৰচনা হৈছে। গতিকে ইয়াৰ ৰচনা-কাল ১০ম শতিকাতকৈ আগ হ'ব নোৱাৰে। অৱশ্যে ভাণ্ডাৰকাৰৰ এই মত বিশ্বাসযোগ্য বুলি বহুতে কয়। আৰু এটা কথা—ভাগৱত পুৰাণ দক্ষিণ ভাৰতৰ দ্ৰাবিড় দেশত উদ্ভৱ হৈছিল। কিন্তু প্ৰসিদ্ধ দাৰ্শনিক শঙ্কৰাচাৰ্য্যই ( ৯ম শতিকা ) ইয়াৰ ভূ নোপোৱা যেন অনুমান হয়। সেয়েহে ভাগৱত ৯ম শতিকাৰ শেষ ভাগতকৈ আগৰ হ'ব নোৱাৰে। পাৰ্গীতাৰ (Pargitar) আৰু ফাৰ্কুইহাৰেও (Farquhar) এইটো সময়কে সমৰ্থন কৰিছে। ফাৰ্কুইহাৰে তেওঁৰ "Outline of the Religious Literature of India" নামৰ গ্ৰন্থত কেবাটাও যুক্তি দি সিদ্ধান্ত দেখুৱাইছে—"It thus seems natural to conjecture that the Bhagabata was

---

(৫) .........The suggestion of Dr. Farquhar that the Bhagabata Purana, the latest of the Puranas, dating probably from about A. D. 900, sprang from the midst of some such community as the Alvars, seems highly probable. The kind of bhakti described in the Purana is precisely that of the Alvars—a surging emotion produced by gazing on images of Krishna, singing his praises, meditating on him, associating with other devotees, touching their bodies, serving them lovingly, talking with them of his wondrous doing and his graces etc.

Hymns of the Alvars, by J. S. M. Hooper. Page 18.

written about A. D. 900 in the Tamil country in some community of ascetics belonging to the Bhagabata sect• who felt and gave expression to the Bhakti characteristic of the work." আকৌ ডাঃ আৰ, চি, হাজ্ৰাই (R. C. Hazra) তেওঁৰ "Studies in the Puranic Records on Hindu Rites and Customs" নামৰ গ্ৰন্থত ভাগৱতৰ ৰচনা কাল সম্বন্ধে মত দিছে—"........the Bhagabata does not seem to be a late work. A composition, so far as theology is concerned between this and the Kurma Purana shows that the Bhagabata is earlier than the Vishnuite Kurma Purana.......the date of Vishnuite K. P. is to be placed between 550—650 A. D. So Bhagabata cannot possibly be dated later than 600 A. D." কিন্তু ডাঃ হাজ্ৰাই তেওঁৰ উক্ত গ্ৰন্থখন যাৰ নামত উচৰ্গা কৰিছে, আনকি সেই পণ্ডিত ডাঃ এচ্., কে, দেয়ো (S. K. De) হাজ্ৰাৰ উপৰোক্ত মত গ্ৰহণ কৰা নাই। তেওঁ বৰং ওপৰত দেখুৱা ফাৰকুইহাৰৰ মতকে বেছি যুক্তিপূৰ্ণ বুলি কৈছে। বস্তুত যুক্তি থাকিলেও ভাগৱত পুৰাণক ৯ম শতিকাৰ আগৰ ৰচনা বুলি বলবৎ যুক্তি দেখুৱাব নোৱাৰি।

(গ) **ভাগৱত পুৰাণৰ মূল-কথা**ঃ—ভক্তি-ৰসাত্মক সংস্কৃত-সাহিত্য আৰু দৰ্শনবিলাকৰ ভিতৰত ভাগৱত পুৰাণ এখন শ্ৰেষ্ঠ গ্ৰন্থ। ইয়াৰ প্ৰধান উপাস্য-দেৱতা পৰম-পুৰুষ শ্ৰীকৃষ্ণ। ভাগৱতৰ মতে শ্ৰীকৃষ্ণ কেৱল ভগৱানৰ এটা অংশ নহয়, তেওঁ পূৰ্ণ-অৱতাৰ পৰম-ব্ৰহ্ম ( কৃষ্ণস্তু ভগৱান্ স্বয়ম্ )। ব্ৰহ্ম পৰমাত্মা বা ভগৱান ভাগৱতৰ মতে হৈছে এক (one), অনন্ত (eternal) আৰু অদ্বয় (non-dual) জ্ঞান স্বৰূপ সত্তা।[*]

দাৰ্শনিক তথ্যৰ বিচাৰত ভাগৱত পুৰাণক বেদান্ত, সাংখ্য আৰু মীমাংসা আদি ভাৰতীয় দৰ্শনবিলাকৰ এটা সমন্বয়ী মতবাদ বুলিব পাৰি। বেদান্ত দৰ্শনত একমাত্ৰ ব্ৰহ্মকেই পৰম-সত্য বা সত্তা (Ultimate Reality) বুলি স্বীকাৰ কৰিছে আৰু দৃশ্যমান জগতৰ সমস্ত বৈচিত্ৰ্যকেই তেওঁৰ ( ব্ৰহ্মৰ ) এটা অৱভাস (appearance) বুলি কল্পনা কৰা হৈছে। এই বৈচিত্ৰ্যৰ মূল হৈছে ভগৱানৰ 'মায়া', যি নেকি অনাদি (beginningless), অথচ অন্ত থকা

---

[*] ১।২।১১

(having end) এটা ভাবৰূপ শক্তি। কিন্তু ভাগৱতৰ মতে এই বিশ্বব্যাপক বৈচিত্র্য এটা সম্পূৰ্ণ অলীক (illusory) অৱভাস অথবা অবিত্যা-সম্ভূত প্ৰতিবিম্ব (reflection) নহয়। ভাগৱতে একালেদি অদ্বিতীয় ব্ৰহ্মকো স্বীকাৰ কৰিছে আৰু আনহাতেদি তেওঁৰ অনন্ত বিভূতিকো মানি লৈছে। "একতেই বহু আৰু বহুততেই এক" (One in many and many in One) এয়েই হৈছে ভাগৱতৰ মূল কথা। ভাগৱতৰ মতে 'মায়া' অবিত্যা বা অজ্ঞতা নহয়, ই ভগৱানৰ এটা অলৌকিক শক্তি। এই শক্তিৰ বলত 'এক' কেৱল 'বহুত'ত প্ৰতিভাতেই হোৱা নাই, পৰিণতও হৈছে। সাংখ্য দৰ্শনৰ নিচিনাকৈ ভাগৱতেও 'প্ৰকৃতি'ক বিশ্ব-সৃষ্টিৰ মূল কাৰণ বুলি মানি লৈছে। কিন্তু ভাগৱতৰ 'প্ৰকৃতি' "পুৰুষৰ" পৰা পৃথক নহয়—ই "পুৰুষ"ৰেই এটা শক্তি। ইয়াৰ উপৰিও এই "প্ৰকৃতি" বিশ্ব-সৃষ্টিৰ কেৱল উপাদান কাৰণেই (Material cause) নহয়, নিমিত্ত কাৰণো (Efficient cause)। আকৌ, সাংখ্যদৰ্শনে ঈশ্বৰ-বিশ্বাস নকৰে ;[৭] কিন্তু ভাগৱতৰ মূল মন্ত্ৰই হৈছে ঈশ্বৰত বিশ্বাস, ভক্তি আৰু সম্পূৰ্ণভাৱে আত্ম-নিবেদন। মীমাংসাদৰ্শনৰ যুক্তি আৰু সিদ্ধান্তৰ লগত ভাগৱতৰ যথেষ্ট মিল আছে। কাৰণ, মীমাংসাদৰ্শনৰ নিচিনা ভাগৱতেও জীৱৰ কৰ্ম্মফল-ভোগ আৰু জন্মান্তৰ-গ্ৰহণ মানি লৈছে। আকৌ, শৈৱদৰ্শনৰ "শক্তিবাদো" (Sakti doctrine) ভাগৱতৰ "মায়াবাদৰ" মাজত সোমাই আছে।

ভাগৱতৰ লীলা-তত্ত্ব এটা অভিনৱ তথ্য। ইয়াৰ দ্বাৰা প্ৰকাশ কৰা হৈছে—সমস্ত বিশ্ব-ব্ৰহ্মাণ্ডই ভগৱানৰ এটা অপৰূপ অভিব্যক্তি। ইয়াৰ ফলত বেদান্তৰ "মায়াবাদ", সাংখ্যৰ "প্ৰকৃতিবাদ" আৰু শৈৱদৰ্শনৰ "শক্তিবাদৰ" পৰা ভাগৱতে এটা বেলেগ ৰূপ লৈছে। ভাগৱতৰ "অৱতাৰবাদ" এই "লীলাবাদৰ" দ্বাৰাই সমৰ্থিত হৈছে। কাৰণ, এক পৰম-সত্তাই (Ultimate Reality) নিজ মহিমা বা লীলা-প্ৰকাশ কৰিবৰ কাৰণে "বহু" ৰূপ লৈছে আৰু সেই "বহু"ক ঠিকমতে পৰিচালিত কৰি "এক"ৰ লগত মিলাবৰ কাৰণে তেওঁ মাজে মাজে অৱতাৰ ধৰে। অৰ্থাৎ অমূৰ্ত্ত মহান সত্তা (Absolute Reality) মৰ্ত্ত্যলোকত অৱতীৰ্ণ হয়। এয়েই হৈছে ভাগৱতৰ বিশ্বাস আৰু

---

(৭) বিজ্ঞান ভিক্ষুকক আদি কৰি কিছুমান আধুনিক সাংখ্যবাদীয়ে সাংখ্যদৰ্শনত ঈশ্বৰ আছে বুলি প্ৰমাণ কৰে।

ইয়াৰ ওপৰতে ভিত্তি স্থাপন কৰিয়েই শ্ৰীকৃষ্ণক যুগাৱতাৰ পৰম-ব্ৰহ্ম কল্পনা কৰিবলৈ কোনো সন্দেহ নাহে।

ভাগৱতে কয়—সংকীৰ্ণ স্বাৰ্থপৰতা আৰু অহংভাৱ এৰি ভক্তই ভগৱানত সম্পূৰ্ণভাৱে আত্ম-সমৰ্পণ কৰিব লাগে। নিজকে "কৰ্ত্তা" বা কোনো কাৰ্য্যৰ অধিকাৰী জ্ঞান নকৰি করুণাময় পৰমেশ্বৰে যিৰূপে নিযুক্ত কৰে ঠিক সেই ৰকমে ক্ৰিয়া সম্পাদক নিমিত্ত (Instrumental cause) হিচাপেই যদি ভক্তই কাম কৰি যায়, তেতিয়া তেওঁৰ অন্তৰলৈ আসক্তি আৰু ফলাকাঙ্ক্ষা আহিব নোৱাৰে। ফলত মুক্তিৰ পথ মুকলি হয়।

ভাগৱতৰ মতে ভক্তি দুই প্ৰকাৰ—সগুণ আৰু নিৰ্গুণ। জীৱৰ হৃদয়ত সত্ত্ব, ৰজ আৰু তম গুণৰ সমাৱেশৰ কম-বেচি অনুপাতে সগুণ ভক্তিও তিনি ৰকমৰ হয়। সত্ত্ব-গুণবিশিষ্ট ভক্ত সদায় সকলো সময়তে ঈশ্বৰত আত্মসমৰ্পণ কৰি নিজ কৰ্ত্তব্য-সাধনত ৰত থাকে। সেয়েহে সাংসাৰিক সুখ, দুখ বা পাপ-পুণ্যজনিত কোনো মানসিক বিকৃতিয়ে তেওঁৰ মনক কোনো প্ৰকাৰে উদ্বিগ্ন কৰিব নোৱাৰে। আন দুবিধ সগুণ ভক্তিৰ প্ৰত্যেকতে সাংসাৰিক ভোগ-বিলাস আৰু বিষয়-বাসনাৰ প্ৰতি আসক্তি থাকে আৰু সেয়েহে এই ভক্তই সুখ-দুখৰ অনুভূতি পায়। ৰাজসিক ভক্তই ধন-ঐশ্বৰ্য্য, যশ-কীৰ্ত্তি আদিৰ কাৰণে ভগৱানক উপাসনা কৰে আৰু তামসিকে কৰে হিংসা, দ্বেষ, ঘৃণা আদিৰ কাৰণে।

সাত্বিক-ভক্তি অহৈতুকী। ইয়াত পোৱা যায় ভক্ত আৰু ভগৱানৰ মাজৰ সহজ, সৰল আৰু সুন্দৰ এটা প্ৰেমৰ অনুভূতি, যি নেকি ভক্তৰ মনৰ কামনা-বাসনাৰ স্তৰ অতিক্ৰম কৰি অন্তৰৰ অন্তৰতম স্থানৰ পৰা নিঃসৃত হয়। ভক্ত আৰু ভগৱানৰ মাজৰ প্ৰেমৰ এই যোগসূত্ৰক বহিৰ্জ্জগতৰ কোনো বাধা-বিঘিনিয়ে ছিণ্ডিব নোৱাৰে। এই কথা সুন্দৰভাৱে পৰিস্ফুট হৈছে ভাগৱতৰ "ৰাস-লীলাত"। ইয়াত কৃষ্ণ স্বয়ং ভগৱান আৰু ৰাধা হৈছে মূৰ্ত্তিমতী ভক্তি। গোপীগণ প্ৰত্যেকেই সেই ভক্তিৰ একোটি আংশিক প্ৰকাশ। ভাগৱতৰ "ৰাস-লীলা" জৈৱ-ইন্দ্ৰিয়বৃত্তি চৰিতাৰ্থ কৰা কোনো ঐতিহাসিক ঘটনা নহয়।[৮]

---

(৮) ভাগৱতত ৰাধাৰ উল্লেখ নাই। কিছুমানে 'অনয়াৰাধিতো নূনং ভগৱান্ হৰিৰীশ্বৰঃ। যন্নো বিহায় গোবিন্দঃ প্ৰীতো যামনয়দ্ৰহঃ॥' (১০।৩০।২৮)—এই শ্লোকৰ ওপৰত নিৰ্ভৰ কৰি এই মত প্ৰকাশ কৰে। কিছুমানে আকৌ উক্ত শ্লোকৰ ওপৰত নিৰ্ভৰ কৰি ব্ৰহ্মবৈৱৰ্ত্তপুৰাণৰ দ্বাৰা প্ৰভাৱান্বিত হৈ ৰাধা নামৰ কোনো নাৰীক স্বীকাৰ কৰে।

যি কি নহওক, ভাগৱতে আৰু এবিধ ভক্তিৰ কথা কয়—সেয়ে হৈছে "নিৰ্গুণ ভক্তি। ইয়াৰ উৎস সত্ত্ব, ৰজ আৰু তম গুণকো অতিক্ৰম কৰা গভীৰতম স্থানত পৰি আছে। আকাঙ্ক্ষা বা বাসনাৰ কোনো মানসিক বিকৃতি আহি এই ভক্তৰ মনক চঞ্চল কৰিব নোৱাৰে—আনকি তেওঁৰ মুক্তিৰ আকাঙ্ক্ষাও নাথাকে। যেতিয়া এই ভক্তিৰ ভাৱ হৃদয়ত উদ্ৰেক হয়, তেতিয়া আৰু ভক্ত-ভগৱানৰ মাজত ভেদজ্ঞান নাথাকে। ভক্ত তেতিয়া 'অহং ব্ৰহ্মাস্মি' বা 'সোঽহং' ভাৱত বিভোৰ হয়। ভাগৱতৰ এই নিৰ্গুণ ভক্তিয়ে বৈদান্তিকৰ "অদ্বৈত সিদ্ধি"ৰ পথ উন্মুক্ত কৰি দিয়ে। ভক্ত তেতিয়া সম্পূৰ্ণ জীৱন্মুক্ত আৰু "সৎচিদানন্দ"ৰ অনুভূতিত বিভোৰ। বহিৰ্জগতৰ কোনো চিন্তা-ভাৱনা বা আঘাত-সংঘাতৰ আশঙ্কা আহি ভক্তৰ সেই শান্ত, সৌম্য, সুন্দৰ মানসপটত কোনো আলোড়ন তুলিব নোৱাৰে। এই ভক্তি লাভ কৰিব পৰা যায় নিষ্কাম কৰ্ম্ম-সম্পাদন, ভগৱানৰ পূজা-উপাসনা আৰু তেওঁৰ নাম শ্ৰৱণ, মনন, নিদিধ্যাসন আদি উপায়ৰ দ্বাৰা।

## ২। ভট্টদেৱ ঃ কথা-ভাগৱত

(ক) **ভট্টদেৱৰ জীৱনীৰ চমু আভাস :**—ভট্টদেৱৰ আচল নাম বৈকুণ্ঠ-নাথ ভট্টাচাৰ্য্য। তেওঁ ১৫৫৮ খৃঃত কামৰূপ জিলাৰ বৰনগৰৰ ওচৰৰ ভেবা-গ্ৰামত ওপজে।[১] তেওঁৰ পিতৃ আৰু মাতৃৰ নাম যথাক্ৰমে কবি সৰস্বতী আৰু তাৰাদেৱী। ভট্টদেৱে "বিষ্ণুসহস্ৰনাম" পুথিত নিজৰ যি বংশ-পৰিচয় দিছে তাৰ পৰা জনা যায়—শ্ৰীচন্দ্ৰ ভাগৱতী তেওঁৰ পিতামহ। তেওঁৰ পিতৃ কবি সৰস্বতী বিখ্যাত পণ্ডিত আছিল। তেওঁলোক পৰাশৰ গোত্ৰীয় ব্ৰাহ্মণ।

যথাসময়ত বৈকুণ্ঠনাথৰ কৰিবলগীয়া জাতকৰ্ম্ম শেষ কৰে আৰু বৰনগৰৰে গোপালদেৱ নামৰ বহু-শাস্ত্ৰবিদ্ পণ্ডিত এজনৰ সংস্কৃতটোলত বিদ্যাৰ্থী হিচাপে তেওঁক ভৰ্ত্তি কৰি দিয়ে। অসাধাৰণ স্মৃতি-প্ৰতিভাৰ ফলত তেওঁ অলপ দিনৰ ভিতৰতে ব্যাকৰণ, কাব্য স্মৃতি, ভাগৱত, দৰ্শন

---

(১) নীলকণ্ঠ দাসকৃত "দামোদৰদেৱৰ চৰিত্ৰ" মতে ভট্টদেৱৰ জন্ম বৰাজী আৰুনৰ বিচানকুছিত। ৰামৰায়ৰ 'গুৰুলীলা' মতে তেওঁৰ জন্ম ভেবাগ্ৰামত বুলি বুজা যায়।

আদি অধ্যয়ন কৰি সেইবিলাকত বিশেষ ব্যুৎপত্তি লাভ কৰিলে। এই-দৰে শিক্ষা শেষ কৰি বৈকুণ্ঠনাথ নিজ গাওঁলৈ উভতিল আৰু সমাজৰ ভাগৱতৰসপিপাসুমণ্ডলীক তাৰ ৰস পান কৰাবলৈ ধৰিলে। ঐসময়ত তেওঁ এখন বিৰাট সভাত তেওঁৰ স্বভাৱসুলভ বাগ্মিতা আৰু মধুৰ ভঙ্গীৰে ভাগৱত ব্যাখ্যা কৰি সকলো শ্ৰোতাকে মুগ্ধ কৰিছিল। তেতিয়াৰে পৰা তেওঁক সমাজে "ভাগৱত ভট্টাচাৰ্য্য" উপাধি দিয়ে। ভাগৱত শাস্ত্ৰত অগাধ পাণ্ডিত্য দেখি বহুতে তেওঁক ব্যাসদেৱো বুলিছিল। পিছলৈ লাহে লাহে ভট্টদেৱ বুলিয়েই জনাজাত হ'ল। এই সময়তে তেওঁৰ বিয়াও হৈ যায়।

পিছত পিতৃদেৱৰ কথামতে ভট্টদেৱ পাটবাউসীলৈ গৈ দামোদৰদেৱৰ শৰণ লয় আৰু গুৰুৰ কথামতে তাতে কিছুদিন থাকিবলৈ লয়। তাত গুৰুৰ ওচৰত থাকিবলৈ পাই এফালেদি যেনেকৈ তেওঁৰ অন্তৰত স্বৰ্গীয় ভাৱৰ উদ্ৰেক হৈছিল, আনফালেদি ভাগৱত ব্যাখ্যা কৰি আনৰ অন্তৰতো তেওঁ তাৰ ৰসৰ নিজৰা বোৱাইছিল। ইপিনে ভট্টদেৱৰ অভাৱত বৰনগৰীয়া ৰাইজ বিশেষকৈ ভাগৱত-ৰসৰ কাঙাল—এই কথা "মোড়লসকলৰ" জৰিয়তে দামোদৰদেৱৰ কাণত পৰিল। দামোদৰদেৱে তেতিয়া ৰাইজৰ কুশলৰ কাৰণে ভট্টদেৱক পুনৰ বৰনগৰলৈ পঠালে আৰু লগতে সৰ্ব্বসাধাৰণে বুজাকৈ ভাগৱত-শাস্ত্ৰ গদ্যত লিখিবলৈ উপদেশ দিলে। বৰনগৰলৈ গৈ ৰাইজৰ মাজত তেওঁ "হংস গদ্ গদ্ বাণী পঢ়ে ভাগৱত।" শুদ্ধ সুললিত ভাগৱত ব্যাখ্যাত বৰনগৰীয়া 'মোড়লসকল' মুগ্ধ হৈ তেওঁক 'কবিৰত্ন' উপাধি দিলে—"সবে মিলি দিলা তাঙ্ক কবিৰত্ন নাম।" তাৰ পিছত পৰীক্ষিত-নাৰায়ণৰ টেকেলাই দামোদৰদেৱক ধৰি নিয়া সময়ত তেওঁ পুনৰ ভট্টদেৱক পাটবাউসীলৈ মতাই নিয়ে আৰু যাবৰ সময়ত সত্ৰৰ সমস্ত ভাৰ তেওঁক দি তাৰ ৰখীয়া পাতি থৈ যায়। ইয়াৰ কিছুকাল পিছত দামোদৰদেৱৰ ভতিজাক কৃষ্ণদেৱে পাটবাউসীসত্ৰৰ অধিকাৰ পদৰ কাৰণে ভট্টদেৱৰ লগত গোলমাল কৰে। এই কথা শুনি কোচবিহাৰৰ পৰা দামোদৰ-দেৱে কৈ পঠালে—তেওঁৰ জীৱনৰ অন্তিম সময়, কৃষ্ণদেৱে আৰু ভট্টদেৱে যি পাৰে তেওঁৰ কাৰণে মিষ্ট-দ্ৰব্য লৈ যাব লাগে। তেতিয়া কৃষ্ণদেৱে কিছুমান মিষ্ট-দ্ৰব্য আৰু ভট্টদেৱে স্বৰচিত কথা-ভাগৱতখন নি দমোদৰ-দেৱৰ আগত নিবেদন কৰিলে। দামোদৰদেৱে ভট্টদেৱৰ দানহে পৰম সন্তোষে গ্ৰহণ কৰিলে আৰু তেওঁকেহে নিজৰ উত্তৰাধিকাৰী বুলি ঘোষণা কৰিলে।

পৰম নিষ্ঠা আৰু অক্ষুণ্ণ গৌৰৱৰ সৈতে ভট্টদেৱে পাটবাউসী সত্ৰ চলাই থকাৰ কিছুদিন পিছত দামোদৰ পাটোৱাৰী নামৰ আসুৰিক প্ৰবৃত্তিৰ মানুহ এজনে তেওঁৰ কামত বাধা জন্মাবলৈ ধৰে। ভট্টদেৱে তেতিয়া দুৰ্জ্জনৰ সঙ্গ ত্যাগ কৰি লুইতৰ দাঁতিত নতুনকৈ এখন সত্ৰ পাতে। পিছত ই ব্যাসকুছি সত্ৰ বুলি জনাজাত হয়। জীৱনৰ শেষ দিনটোলৈকে কোনো আউল নলগাকৈ কৰ্ত্তব্য সমাপন কৰি থাকি ১৬৩৮ খৃঃত যোগী পুৰুষৰ দৰে এই মহাপুৰুষে ইহলীলা সমাপন কৰে।

অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভট্টদেৱৰ সাহিত্যিক-অৱদান অতুলনীয় আৰু অমৰ। পাটবাউসীসত্ৰৰ ভূতপূৰ্ব্ব সত্ৰাধিকাৰ ৺ৰামদেৱ গোস্বামী সম্পাদিত কথা-ভাগৱতৰ পাতনিত ৰায়বাহাদুৰ দুৰ্গেশ্বৰ শৰ্ম্মাই ভট্টদেৱ বিৰচিত এই এঘাৰখন কিতাপৰ তালিকা দি গৈছে: অসমীয়াত লিখা— কথা-ভাগৱত, কথা-গীতা, ভক্তি-ৰত্নাৱলী, নন্দোৎসৱ, প্ৰসঙ্গমালা, সাত্বত তন্ত্ৰ, বিষ্ণুসহস্ৰনাম, আৰু সংস্কৃতত লিখা গ্ৰন্থ—ভক্তি-সাৰ, ভক্তি-বিৱেক, ভাগৱত-অধিকৰণ আৰু শৰণ-মালিকা। সোণাপতি দেৱ শৰ্ম্মাই আকৌ "দেৱ দামোদৰ গুৰু" গ্ৰন্থত ভট্টদেৱ বিৰচিত গ্ৰন্থৰূপে এই চাৰিখনৰ নামো সংযোগ কৰিছে— গুৰু-বংশাৱলী, দামোদৰ ব্যাখ্যান, বৰগীত আৰু সন্তনিৰ্ণয়।

সেই যুগৰ উপযোগী হিচাপে সমাজ-সংস্কাৰৰ বাটতো ভট্টদেৱৰ স্থান আগশাৰীত।[১০]

(খ) **কথা-ভাগৱতৰ ৰচনা-প্ৰসঙ্গ**—মহাপুৰুষ দামোদৰদেৱে পাট-বাউসীত থাকি ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰা সময়ত বৰপেটা অঞ্চল আছিল বীৰ চিলাৰায়ৰ নাতি পৰীক্ষিতনাৰায়ণৰ শাসনাধীন। মহাপুৰুষৰ বৈষ্ণৱ-ধৰ্ম্ম প্ৰচাৰ-কাৰ্য্য কিছুমান বিৰুদ্ধ খলুৱাই সহ্য কৰিব নোৱাৰি ৰজাত গৈ লগালে যে, দামোদৰদেৱে তেওঁলোকৰ ধৰ্ম্ম নষ্ট কৰিলে। "তেহো একশৰণ লগাইলা লোকক। শৰত কালৰ পূজা লোকে এৰিলেক॥ আন দেৱতাৰ নাম মুশুনয় কাণে। ভাগৱত ধৰ্ম্ম প্ৰবৰ্ত্তাইলা থানে থানে॥" —ৰা-ৰা। তাকে শুনি ৰজা পৰীক্ষিতনাৰায়ণে "ধোপধৰাসবক বুলিলা তেতিক্ষণে। চলা ধোপধৰা দামোদৰৰ পাশক। কি কাৰণে মুপূজয় জগত-

(১০) ৰামৰায় আৰু নীলকণ্ঠ দাসৰ দুই চৰিত পুথিৰ উপৰি পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামী সম্পাদিত "কথা-গীতাৰ" পাতনি আৰু যাদৱ শৰ্মাৰ "ভট্টদেৱ"ৰ এই প্ৰসঙ্গত আলোচনা কৰা হৈছে।

মাৰুক ॥ যদি দেৱী পূজে থাকোক সেহি থান। তুহি তেৱে মোৰ থানে শীঘ্ৰ কৰি আন ॥” ৰজাৰ কথাত মাস্তি নোহোৱাত দামোদৰদেৱক “ধোপধৰাই” ৰাজধানী বিজয়নগৰলৈ (আজি-কালি বিজনী) মাতি আনিলে। ৰাজ-আজ্ঞামতে দামোদৰদেৱে তালৈ যাবলৈ ওলাই তেওঁৰ প্ৰিয়শিষ্য ভট্টদেৱক বৰনগৰৰ পৰা মতাই আনি পাটবাউসীসত্ৰৰ ৰখীয়া কৰি থৈ যায় আৰু যাবৰ সময়ত আন আন উপদেশৰ উপৰিও স্ত্ৰী-শূদ্ৰ সকলোৱে বুজিব পৰাকৈ অসমীয়া গদ্যত ভাগৱতৰ সৰল ভাঙনি কৰিবলৈ কয়ঃ

“আৰু এক জগত ঈশ্বৰ আজ্ঞা ধৰা।
কথাবন্ধে এক খণ্ড ভাগৱত কৰা ॥
পূৰ্ব্বে মহাপুৰুষে কৰিলা দশ স্কন্ধ।
কীৰ্ত্তন, ভটিমা, ছবি তুলৰী সুছন্দ ॥
তাতো কৰি সুগম কৰিও ভাগৱত।
স্ত্ৰী-শূদ্ৰ সৰ্ব্বলোকে বুজে যেনমত ॥—ৰা-ৰা

অৱশ্যে ইয়াৰ আগতে (বৰনগৰীয়া ৰাইজৰ অনুৰোধত ভট্টদেৱ যেতিয়া পাটবাউসী এৰি বৰনগৰলৈ যায়) ভট্টদেৱে গুৰুৰ পৰা এই কামৰ কাৰণে অনুপ্ৰেৰণা পায় আৰু বৰনগৰীয়া ৰাইজৰ আগত ভাগৱত ব্যাখ্যা কৰি থাকোতেই কথা-ভাগৱত লিখা কাম আৰম্ভ কৰে। সি যিয়েই নহওক, ভট্টদেৱে ভাগৱত লিখাৰ মূলতে হৈছে দামোদৰদেৱৰ উপদেশ আৰু অনুপ্ৰেৰণা। প্ৰকৃততে কবলৈ গলে “অসমীয়া গদ্য সাহিত্যৰ সৃষ্টি কাৰ্য্যত ভট্টদেৱ যন্ত্ৰ মাথোন, যন্ত্ৰী আছিল দামোদৰদেৱ”।[১১]

দামোদৰদেৱ বিজয়নগৰত এবছৰ থকাৰ পিছত পৰীক্ষিতনাৰায়ণৰ আজ্ঞামতে তেওঁৰ ৰাজ্য এৰিবলগীয়া হয় আৰু লক্ষ্মীনাৰায়ণৰ (নৰনাৰায়ণৰ পুত্ৰ) ৰাজ্যলৈ (কোচবিহাৰ) যাত্ৰা কৰে। গুৰুৰ এই সংবাদ ভট্টদেৱে পাটবাউসীৰ পৰা পায়। মূল শ্লোকৰ উপৰিও শ্ৰীধৰস্বামীৰ টীকা-ভাষ্য আদিৰে তেওঁ বহলভাৱে কৰা ভাগৱতৰ প্ৰথম স্কন্ধৰ অসমীয়া গদ্য ভাঙনি লগত লৈ আহি সোণকোষ নদী পাৰ হোৱা সময়ত বাটতে তেতিয়া তেওঁ গুৰুদেৱক লগ ধৰে আৰু ভাগৱতৰ উক্ত ভাঙনিখিনি গুৰুক দেখুৱায়। দামোদৰদেৱে পঢ়ি চাই কয়ঃ

“কিন্তু এতখানি, বহু কথা ভৈলে, পুথিও হৈবেক বৰ।
বাতুয় কন্ধৰ, কথাক লিখিতে, লাগিবে পাত বিস্তৰ ॥

(১১) কথা-গীতাৰ পাতনি—Edited by Pdt. Hem Ch. Goswami.

এতেকে ইহাক, কহিতে নপাৰি, নকৰিবে কেহো যত্ন।
সংক্ষেপ কৰিয়া, সাৰ মাত্র লৈয়া, কৰা কথা কাব্যৰস্ত॥”—বা-ৰা

ইয়াৰ পিছত পাটবাউসীলৈ ঘূৰি আহি গুৰুৰ আজ্ঞামতে “সংক্ষেপ কৰিয়া, সাৰ মাত্র লৈয়া” ভট্টদেৱে দ্বাদশ স্কন্ধ ভাগৱত ১৫১৫ শকৰ পৰা ১৫১৯ শকৰ ভিতৰত ( ১৫৯৩খৃঃ—১৫৯৭খৃঃ ) অসমীয়া গদ্যত ভাঙনি কৰিছে বুলি পণ্ডিত হেমচন্দ্র গোস্বামীয়ে কথা-গীতাৰ ভূমিকাত কৈ গৈছে।

অৱশেষত স্বৰচিত কথা-ভাগৱতখনি ভট্টদেৱে কোচবিহাৰলৈ নি গুৰুৰ আগত নিবেদন কৰে। ( কেনেকৈ কি প্ৰসঙ্গত এই কাম কৰা হ’ল তাক “জীৱনীৰ আভাস”ত ইতিমধ্যে কোৱা হৈছে। )

(গ) কথা-ভাগৱতৰ স্বৰূপ ঃ—দামোদৰদেৱৰ আদেশমতে ভট্টদেৱে ১৫৯৩ খৃঃৰ পৰা ১৫৯৭ খৃঃৰ ভিতৰত ভাগৱত শাস্ত্র অসমীয়া গদ্যত লিখে—এই কথা ইতিমধ্যে কোৱা হৈছে। কি কাৰণে ইয়াক অতি চমুকৈ লিখিবলগা হ’ল তাকো উল্লেখ কৰা হৈছে। ভট্টদেৱৰ আগতে কোনো লিখকে সমগ্র দ্বাদশ স্কন্ধ ভাগৱত নিজ হাতে অনুবাদ কৰিব পৰা নাই। বিভিন্ন কবিসকলে ইয়াৰ বিভিন্ন স্কন্ধবিলাক পদ্যত অনুবাদ কৰি গৈছে। ইয়াৰ ফলত, সেইবিলাকৰ মাজত ৰচনা-ৰীতিৰ সামঞ্জস্য ঠিকমতে ৰক্ষা হোৱা নাই। শঙ্কৰদেৱ, অনন্ত কন্দলি আদি বৈষ্ণৱ কবিসকলে ভাগৱতৰ বিভিন্ন অংশবিলাক অনুবাদ কৰিছিল তেওঁলোকৰ নিজা নিজা অভিৰুচিৰ ওপৰত জোৰ দি। সেয়েহে ক’তো ক’তো তেওঁলোকে মূলৰ দুই এটা কথা সমূলি বাদ দিছে আৰু কোনো কোনো অংশ আলঙ্কাৰিক ভাষাৰ মাজেদি মূলতকৈ বৰ বিস্তৃতভাৱে লিখিছে। গতিকে উক্ত কাব্যিক অনুবাদবিলাকক ভাগৱতৰ যথাৰ্থ অনুবাদ বুলিব নোৱাৰি। ভট্টদেৱৰ কথা-ভাগৱতৰ কিন্তু এটা বিশেষত্ব হৈছে—ইয়াক এক হাতেৰে ক্ৰমভঙ্গ নোহোৱাকৈ এক গতত লিখা, মূলৰ কোনো বিশেষ কথা ইয়াত বাদ পৰা নাই, সাৰখিনি আছেই। কিন্তু হলেও কোনো কোনো ঠাইত ইয়াক একেবাৰে চমুকৈ লিখা হৈছে। যেনে—দ্বিতীয় স্কন্ধৰ ১ অধ্যায়ৰ ১৬—৩৯ শ্লোকৰ কথা, ৬ অধ্যায়ৰ ১—৩০ শ্লোকৰ কথা আৰু দশম স্কন্ধৰ ১৩ অধ্যায়ৰ ৩৫—৩৯ শ্লোকৰ কথা, ১৪ অধ্যায়ৰ ৬—৩০ শ্লোকৰ কথা, ৪৯ অধ্যায়ৰ ১৪—২৫ শ্লোকৰ কথা, ৬১ অধ্যায়ৰ ১—২৭ শ্লোকৰ কথা, ৬৫ অধ্যায়ৰ ৯—১৭ শ্লোকৰ কথা আৰু ৭৪ অধ্যায়ৰ ৩০—৪৫ শ্লোকৰ কথাবোৰ ইত্যাদি। ১১শ আৰু ১২শ স্কন্ধৰ গোটেইবোৰ অধ্যায়ৰ কথাই

আন স্কন্ধবোৰৰ তুলনাত আপেক্ষিক ভাৱে অধিক চুটি। তাৰ ভিতৰতো ১১শ স্কন্ধৰ ৫ম, ৮ম, ১০ম, ১৭শ, ১৮শ, ২১শ, ২৩শ, ২৫শ, ২৭শ অধ্যায় আৰু ১২শ স্কন্ধৰ ১ম, ৫ম, ৭ম অধ্যায়ৰ কথা একেবাৰে চমু। বোধকৰো অতি কঠিন কাৰণেই নেকি, বেদস্তুতি অধ্যায়টো ( ১০ম স্কন্ধ, ৮৭ অধ্যায় ) তেওঁ চমুকৈ লিখা নাই, বৰং বহলভাৱেই লিখিছে। ইয়াৰ বাহিৰে গোটেই কথা-ভাগৱতখনৰ ভিতৰতে মূলতকৈ বহলভাৱে লিখা কথা পোৱা নাযায়। মাত্ৰ ১০ম স্কন্ধৰ ৭২ অধ্যায়ৰ ২১ শ্লোকৰ কথাখিনি শ্ৰীধৰ স্বামীৰ টীকাক অনুসৰণ কৰি বৰ বহলকৈ লিখিছে। হৰিচন্দ্ৰ, ৰন্তিদেৱ, শিবি আদি ৰজাসকলৰ আভাস দিয়াটোৱেই হয়তো ইয়াৰ কাৰণ হ'ব পাৰে।

ভাগৱতৰ অগাধ পণ্ডিত ভট্টদেৱে ভাগৱতৰ বিষয়বস্তু হজম কৰিছে আৰু তাৰ সাৰখিনি নিজা ৰূপ দিয়াৰ নিচিনাকৈ কথা-ভাগৱতত লিখিছে। উপযুক্ত ভাৱপ্ৰকাশৰ কাৰণে ঠায়ে ঠায়ে সংস্কৃতীয়া আৰু অসমীয়া শব্দৰ উপযুক্ত প্ৰয়োগেও তেওঁৰ ভাৱৰ স্বতঃস্ফুৰণৰ পৰিচয় দিয়ে। ( গদ্য শৈলী দ্ৰষ্টব্য ) প্ৰকৃততে কবলৈ গলে, কথা-ভাগৱত মূলৰ অবিকল অনুবাদো (literal translalion) নহয়, নাইবা ই বহলভাৱে লিখা (explanatory) ৰচনাও নহয়। ইয়াত ভট্টদেৱৰ নিজস্ব বৈশিষ্ট্য আছে। সমস্ত ভাগৱত হজম কৰি লৈ তাৰ সাৰখিনি তেওঁ লিখি থৈ গৈছে—অৱশ্যে অতি চমুকৈ আৰু শ্ৰীধৰীটীকাৰ আঁত নেহেৰুৱাকৈ।

ভাগৱতৰ মূলকথা বাদ নপৰিলেও ভট্টদেৱৰ কথা-ভাগৱতত শ্ৰীধৰ স্বামীৰ টীকাৰ প্ৰভাৱ আছে। ইয়াৰ আৰম্ভণিতে তেওঁ নিজেও এইদৰে লিখিছে—"মই অল্পমতি তথাপি শ্ৰীদামোদৰৰ আজ্ঞায়ে সন্তসবৰ অনুমোদনে টীকা-ভাষ্য অনুসৰি সংক্ষেপ প্ৰকাৰে নিবন্ধো।"[১২] মূল ভাগৱতৰ অধ্যায়-বিলাকৰ ভিতৰত কি বিষয় আছে, তাৰ আৰম্ভণিতে কোনো সঙ্কেত নাই। কথা-ভাগৱতৰ অধ্যায়বিলাকৰ আৰম্ভণিতে তেনে সঙ্কেত আছে আৰু ভট্টদেৱে ইয়াক শ্ৰীধৰ স্বামীৰ টীকাৰ পৰা লিখিছে। যেনে—"তৃতীয় অধ্যায়ে সূতে বাইশ অৱতাৰ কহন্ত" ( ১ম স্কন্ধ ), "চতুৰ্থ অধ্যায়ে ব্যাসৰ অপৰিতোষ কহিবা" ( ১ম স্কন্ধ ), "সপ্তম অধ্যায় অৱতাৰ লীলা কহিবা" ( ২য় স্কন্ধ ), "দ্বিতীয় অধ্যায়ে দৈৱকীৰ গৰ্ভত কৃষ্ণৰ স্থিতি, দেৱকো স্তুতি কহিবা" ( ১০ম স্কন্ধ ), "তৃতীয় অধ্যায়ে কৃষ্ণৰ জন্ম: বসুদেৱ-দৈৱকীৰ

(১২) ১ম স্কন্ধ, ১ম অধ্যায়।

স্তুতি ঃ গকুল গমনো কহিবা" ( ১০ স্কন্ধ ) ইত্যাদি। আকৌ, অধ্যায়টোৰ সাৰ-মৰ্ম্ম কি, তাৰ সঙ্কেত দি মূল ভাগৱতৰ অধ্যায়বিলাকৰ শেষত কোনো শ্লোক নাই। ভট্টদেৱে কিন্তু তেনে সঙ্কেত আৰু ক'তো ক'তো অলপ কৃষ্ণ-মাহাত্ম্যৰ ওপৰত জোৰ দি প্ৰতিটো অধ্যায়ৰ শেষত নিজাকৈ একোটা সংস্কৃত শ্লোক লিখি গৈছে। প্ৰতিটো অধ্যায়ৰ আদিতে অধ্যায়টোৰ বিষয়-বস্তুৰ ইঙ্গিত দি শ্ৰীধৰ স্বামীয়ে লিখা শ্লোকবিলাকৰ আৰ্হিত এই শ্লোকবিলাক লিখা যেন অনুমান হয়। আকৌ, প্ৰতিটো অধ্যায়ৰ শেষত সংস্কৃত শ্লোকটোৰ ওপৰত কৃষ্ণ-স্তুতি-সাপেক্ষ দুই এটা বাক্য তেওঁ নিজাকৈ লিখিছে।

ভট্টদেৱৰ কথা-ভাগৱতে যে অকল সেই যুগৰ সৰ্ব্ব-সাধাৰণৰ আধ্যাত্মিক জ্ঞানলাভৰ পথকেই উজু কৰি দিছিল এনে নহয়, ই পৰৱৰ্ত্তী লিখক-সকলৰ কাৰণেও গদ্য-সাহিত্যৰ বাট মুকলি কৰি দিছিল। ইয়াৰ সৰল ৰচনা-ৰীতি, চুটি চুটি বাক্য-বিশিষ্ট লিখনি আৰু কথোপকথনমূলক (Conversational) ৰচনা-ভঙ্গিমা আদিয়ে পৰৱৰ্ত্তী চৰিতকাৰসকলক প্ৰভাৱান্বিত কৰিছিল।

(ঘ) ভট্টদেৱৰ গদ্য শৈলী ঃ—শ্ৰীমদ্ভাগৱত পুৰাণৰ নিচিনা শ্ৰীমদ্ভগৱদগীতা আৰু ভক্তি-ৰত্নাৱলী গ্ৰন্থও গুৰু দামোদৰদেৱৰ আদেশ অনুসৰি ভট্টদেৱে যথাক্ৰমে অসমীয়া গদ্যত লিখিছে বুলি জনা যায় ঃ

প্ৰভুৰ আজ্ঞায়ে বাঢ স্কন্ধ ভাঙ্গি
কথাৰূপ কৰিলন্ত ॥
গীতা ৰত্নাৱলী কথাৰূপে তাকো
কৰিলন্ত বিৰচন। ( ৰামৰায়, গুৰুলীলা )

পুৰণি অসমীয়া সাহিত্যত "কথা" শব্দই গদ্যক বুজোৱা কাৰণে ( "কথাবন্ধে এক খণ্ড ভাগৱত কৰা"—ৰামৰায় ) এই তিনি শাস্ত্ৰৰ অসমীয়া গদ্যৰূপ ক্ৰমে কথা-ভাগৱত, কথা-গীতা আৰু কথা-ভক্তি-ৰত্নাৱলী নামেৰে জনাজাত। এই তিনিখন গ্ৰন্থৰ ৰচনাৰ মাজেদি ভট্টদেৱী গদ্যশৈলীয়ে যি স্বকীয়ৰূপ লাভ কৰিছে সি ভাৰতীয় প্ৰাদেশিক গদ্য-সাহিত্যৰ ভিতৰতে প্ৰাচীনতম অমূল্য সম্পদ।

ভাষাৰ আলঙ্কাৰিক আড়ম্বৰ আৰু কথা-বস্তু প্ৰকাশৰ ন্যূনতা-দীৰ্ঘতাৰ ফলত পূৰ্ব্ব-কবিসকলৰ অনুবাদবোৰ যে মূল ভাগৱতৰ সকলো অংশৰ স্বৰূপ-প্ৰকাশক নহয় আৰু ভট্টদেৱৰ কথা-ভাগৱতে যে মূলৰ ক্ৰমাগত সাৰ-সংগ্ৰহ

ৰূপে বিশেষত্ব লাভ কৰিব পাৰিছে, এই কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। ভট্টদেৱে কথা-ভাগৱতৰ আৰম্ভণিতে লিখিছে—"মঞি অল্পমতি তথাপি শ্ৰীদামোদৰৰ আজ্ঞায়ে সন্তসৱৰ অনুমোদনে টীকা-ভাষ্য অনুসৰি সংক্ষেপ প্ৰকাৰে নিবন্ধো"। কথা-গীতাৰ আৰম্ভণিতে লিখিছে—"যদ্যপি আমি শ্ৰীকৃষ্ণৰ প্ৰসাদে শ্ৰীধৰী, শাঙ্কৰী, দামোদৰী, ভাস্কৰী চাৰিও টীকা বিচাৰ কৰিছি, তথাপি প্ৰায় শ্ৰীধৰী টীকাৰ মতে কথা নিবন্ধিবো"। কথা-ৰত্নাৱলীৰ শেষত লিখিছে—"এমনে মহাযত্নে ভক্তি-ৰত্নাৱলী কান্তিমালা টীকা সমে মঞি প্ৰকট কৰিলো। তাত শ্ৰীধৰ স্বামী লিখনক যি যি কিছু ন্যূনাধিক ব্যাখ্যা কৰিলো, তাক সুবুদ্ধিসৱে ক্ষমা কৰিবা"। তিনিওখন গ্ৰন্থৰ মাজত নিজে লিখি যোৱা এই বাক্যকেইটাই প্ৰমাণ কৰে যে, ভট্টদেৱে শাস্ত্ৰ কেইখনৰ গদ্যানুবাদ কৰিছে শ্ৰীধৰ স্বামীৰ টীকাৰ আদৰ্শত। কিয় শ্ৰীধৰ স্বামীৰ টীকাক প্ৰধানভাৱে অৱলম্বন কৰিছে, তাকো তেওঁ কথা-গীতাৰ আৰম্ভণিতে স্পষ্টভাৱে কৈছে—"শ্ৰীধৰী ভক্তিক মাত্ৰ নিৰূপণ কৰে, শঙ্কৰী টীকা জ্ঞানক প্ৰধান কৰি ব্যাখ্যা কৰে, ভাস্কৰী কৰ্মক প্ৰধান কহে, দামোদৰী তিনিও যোগক সমান কৰে। বৈষ্ণৱসৱৰ প্ৰীতিৰ অৰ্থে ভক্তিপ্ৰধান টীকাৰ মতকে প্ৰায় লিখিবোঁ"। ভক্তিমন্ত পুৰুষ ভট্টদেৱৰ উক্ত কথাখিনিয়ে অধিক স্পষ্ট কৰি তুলিছে যে, তেওঁ তিনিওখন গ্ৰন্থতে শ্ৰীধৰ স্বামীয়ে দেখুৱাই দিয়া পথ অনুসৰণ কৰিছে। সূক্ষ্মভাৱে বিচাৰ কৰিলেও বুজা যায়—ভট্টদেৱৰ গদ্য-সাহিত্যৰ সামগ্ৰিক-ৰূপৰ মাজত শ্ৰীধৰী প্ৰভাৱৰ ছিটিকনি মিশ্ৰিত হৈ আছে।

ভট্টদেৱৰ দিনতো গ্ৰন্থ পদ্যত লিখাৰেই দস্তুৰ আছিল। তেওঁ ভাগৱত, গীতা আদিৰ নিচিনা গভীৰ তত্ত্বপূৰ্ণ শাস্ত্ৰ গদ্যত উলিয়াবলগীয়া হয়। উল্লেখ কৰিবলগীয়া কথা এই যে ভট্টদেৱে তেওঁৰ আগত অসমীয়াৰ কোনো লিখিত গদ্যৰ আৰ্হি পোৱা নাই। তেওঁৰ আগতে আমাৰ সাহিত্যত গদ্যৰ এক প্ৰকাৰ প্ৰাথমিক নমুনা পোৱা যায় শঙ্কৰদেৱ আদিয়ে ৰচনা কৰা অঙ্কীয়া নাট সমূহত। সিও প্ৰকৃত অসমীয়া ভাষা নহয়, অসমীয়া ব্ৰজাৱলীহে।

যি কাৰণতেই নহওক, ভট্টদেৱে এই ভাষাৰ কাষ চপা নাই। সেই সময়ৰ জনসাধাৰণৰ কথিত-ভাষাকো গীতা-ভাগৱতৰ মাধ্যম স্বৰূপে তেওঁ গ্ৰহণ নকৰিলে। ইয়াৰ দুটা সম্ভৱপৰ কাৰণ দেখুৱাব পৰা যায়। প্ৰথমতে, গদ্যৰূপ দিবলৈ লোৱা ভাগৱত আদি তিনিওখন শাস্ত্ৰই আধ্যাত্মিক তত্ত্বপ্ৰধান আৰু বহু ক্ষেত্ৰতেই দুৰ্বোধ্য। এনেহেন গ্ৰন্থৰ তাত্ত্বিক-বিষয়বস্তু ফকৰা-যোজনা

আৰু জতুৱা-ঠাচ আদিৰে পৰিপূৰ্ণ জনসাধাৰণৰ কথিত ভাষাৰে প্ৰকাশ কৰিবলৈ যোৱাটো বিফল প্ৰয়াস। দ্বিতীয়তে, উক্ত তিনিওখন গ্ৰন্থই অতি পৱিত্ৰ আৰু বৈষ্ণৱ-সমাজৰ শীৰ্ষস্থানীয়। ইয়াৰ কথাবোৰ সৰ্ব্বসাধাৰণৰ কথিত-ভাষাৰ মাজেৰে লিখি দিলে সেই পৱিত্ৰ গ্ৰন্থৰ প্ৰতি জন-সাধাৰণৰ পৱিত্ৰতাৰ ভাৱ কমিবও পাৰে। গতিকে, প্ৰাক্-শঙ্কৰী যুগৰ পৰা কৱিসকলে তেওঁলোকৰ কাব্যাদিত ব্যৱহাৰ কৰি অহা ভাষাৰ পৰা ভট্টদেৱে শব্দাৱলী গ্ৰহণ কৰে। গদ্য ৰচনা কৰিবলৈ হলে যি হেতুকে ব্যাকৰণসম্মত বাক্য-বিন্যাস প্ৰকৰণৰ নিয়ম আগত ৰাখিব লাগে, সেই হেতুকে প্ৰসিদ্ধ সংস্কৃতজ্ঞ পণ্ডিত ভট্টদেৱে সংস্কৃত ব্যাকৰণৰ নিয়ম প্ৰধানভাৱে অৱলম্বন কৰি উক্ত শব্দাৱলীৰে একপ্ৰকাৰ গহীন আৰু কিছু পৰিমাণে কৃত্ৰিম গদ্যৰ সৃষ্টি কৰি লয়। "খালন্ত" "বোলন্ত" আদি যুক্ত ব্যঞ্জনান্ত ক্ৰিয়া আৰু তৎসম শব্দৰ সঘন প্ৰয়োগে ভট্টদেৱৰ গদ্য-শৈলীক গহীন কৰি তোলাৰ লগতে অলপ কৃত্ৰিমো কৰি তুলিছে। শঙ্কৰ-মাধৱ আদিৰ গীত-নাটৰ ভাষাত ব্ৰজবুলি মিহলাই তেওঁলোকৰ ৰচনা-শৈলী গহীন কৰি তোলাৰ যেনেকৈ অন্যতম উদ্দেশ্য আছিল যে, তেনে ভাষাত ধৰ্ম্মৰ কথা লিখিলে বিষয়-বস্তুটোৰ প্ৰতি সৰ্ব্বসাধাৰণৰ ধৰ্ম্মৰ ভাৱ নকমিব। এই একে উদ্দেশ্যৰ বশৱৰ্ত্তী হৈ ভট্টদেৱেও হয়তো এনেবোৰ যুক্ত ব্যঞ্জনান্ত ক্ৰিয়া ব্যৱহাৰ কৰি তেওঁৰ ৰচনা-ৰীতি গহীন কৰিছে। এই কথাও ঠিক যে, এনে-হেন গহীন ভাষাৰ মাজেদি গীতা-ভাগৱত আদিয়ে গদ্যৰূপ লোৱাত সেই গ্ৰন্থ-কেইখনৰ যথোচিত গাম্ভীৰ্য্য ৰক্ষা পৰিছে।

বহু বছৰ আগতে ড° বাণীকান্ত কাকতিদেৱে মন্তব্য কৰি গৈছে—ভট্টদেৱৰ গদ্য তৎসম শব্দৰ দ্বাৰা ভাৰাক্ৰান্ত আৰু ই পদ্যলিখকসকলৰ ভাষাতকৈও কম ঘৰুৱা।[১৩] উক্ত উক্তি কিছু পৰিমাণে সঁচা হলেও এই প্ৰসঙ্গত কবলগীয়া কথা আছে। প্ৰথমতে, ভট্টদেৱ আছিল সংস্কৃতৰ বিদগ্ধ পণ্ডিত; গতিকে তেওঁৰ ভাষা সংস্কৃতীয় হোৱা স্বাভাৱিক। দ্বিতীয়তে, খাচ অসমীয়া শব্দৰ মাধ্যমত গীতা-ভাগৱতৰ নিচিনা ধৰ্ম্মগ্ৰন্থৰ আধ্যাত্মিক তত্ত্বমূলক ভাৱ ঠিকমতে প্ৰকাশ কৰা টান। তেনে ভাৱ প্ৰকাশৰ কাৰণে সংস্কৃতীয়া ভাষাৰ প্ৰয়োজন নহৈ নাথাকে। ভট্টদেৱৰ গদ্যৰ বিষয়-বস্তু প্ৰকাশৰ কাৰণে সংস্কৃত শব্দৰ প্ৰয়োজনীয়তা সাব্যস্ত কৰাৰ প্ৰসঙ্গত ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাদেৱে[১৪]

---

(১৩) Assamese, Its Formation and Development. Page 26.

(১৪) কথা-গীতাৰ ভূমিকা।

কৈছে—"অনন্ত কন্দলিয়ে ভাগৱতৰ বেদস্তুতি অনুবাদ কৰোতে কিমান ঘৰুৱা শব্দ বা ভাষা প্ৰয়োগ কৰিব পাৰিছে? আনকি শঙ্কৰদেৱেও একাদশ-দ্বাদশ স্কন্ধৰ তত্ত্বমূলক ভাওনি সমূহত কিমান ঘৰুৱা হব পাৰিছে?" সেইবুলি ভট্টদেৱৰ গদ্যশৈলী যে ঘৰুৱা শব্দ বা জতুৱা-ঠাচে মুঠেই সৌষ্ঠৱপূৰ্ণ কৰি তোলা নাই, এই কথা অসত্য। তেওঁৰ সমগ্ৰ গদ্য-গ্ৰন্থ পঢ়োতাজনে দেখিবলৈ পাব—স্থান বিশেষে সংস্কৃতীয়া শব্দৰ কাষত শ্ৰুতি-মাধুৰ্য্য নকমোৱাকৈ অসমীয়া ঘৰুৱা শব্দৰ ব্যৱহাৰে ভট্টদেৱী গদ্যশৈলী সৌষ্ঠৱ পূৰ্ণ কৰি তুলিছে। উদাহৰণ স্বৰূপে: "খেৰে মেঢ়াই অগ্নি দেই: আপুনাৰ মাংস কাটি খুৱাৱে: জীৱন্ততে শৃগাল— শগুণে আন্ত উভাৰে: সৰ্পে কামোৰে: বিছায়ে ডাঙ্কে: ডাহে মহে খায়: হাত ভৰি ভাঙ্গে: হস্তী ফেটাই মাৰে: পৰ্ব্বতৰ পৰা পেহলাৱে: গাত খানি পোতে: পানীত ডুবাৱে: এমনে অনেক ভুঞ্জাৱে" (কথা-ভাগৱত ৩।৩০)। "য়েন মঞিও অনাদি ঈশ্বৰ লীলাতনু ধৰিতে এড়িতেওঁ নাইকা নহোঁ, কিন্তু সদায়ে থাকো। তুমিও এই ৰাজা সৱো উপজি মৰিও মোৰ অংশ পদে নাইকা নহৱা। কিন্তু সততে থাকা।" (কথা-গীতা, ২য় অধ্যায়) ক'তো ক'তো জতুৱা ঠাচৰ ব্যৱহাৰেও ভট্টদেৱৰ গদ্য-শৈলী মনোৰম আৰু যথাৰ্থ অৰ্থ-প্ৰকাশক কৰি তুলিছে। উদাহৰণ স্বৰূপে, "কথা-ভাগৱত"ৰ পৰা—থানথিত (৭/৭), আলাসতে, দেওদি, আলগতে (১০/৪৪), ঘাৰ খোচাৰি (১০/৩৬, ৩৭), কানাকানি (১০/৫৬) ইত্যাদি।

কথা-গীতা কিন্তু চমু নহয়, ইয়াৰ কোনো কোনো অংশ বৰং শ্ৰীধৰী টীকাৰ অৱলম্বনত মূলতকৈ বিস্তৃত হে। কথা-ভক্তি ৰত্নাৱলীও বিস্তৃত নহয়, যদিও কথা-ভাগৱতৰ নিচিনা চমু নহয়।

বিষয়বস্তু সম্যকৰূপে বুজি লৈ লিখকে নিজৰ অনুভূতিৰ সৈতে উপযুক্ত ভাষাৰ মাধ্যমত যেতিয়া তাক ৰূপ দিয়ে, তাৰ মাজেদিয়ে নিজস্ব শৈলী ফুটি উঠে। নানা শাস্ত্ৰৰ বিদগ্ধ-পণ্ডিত ভট্টদেৱে টীকা-ভাষ্যৰ সৈতে গীতা-ভাগৱত-ৰত্নাৱলীৰ সকলো কথা হজম কৰি লৈছে। নিজৰ অনুভূতি-ৰঞ্জিত সেইবোৰ কথাৰ ৰূপায়ণৰ স্থানবিশেষে টীকাৰ ৰীতি প্ৰকট হলেও ভট্টদেৱৰ গদ্য-ৰূপায়ণত স্বকীয়া ৰীতি প্ৰকট নহৈ থকা নাই। অনুভূতিৰ উম্মাৰে সজীৱ হোৱা কথ্য বস্তুয়ে কথা-ভাগৱতত লৈছে সংক্ষিপ্ত-ৰূপ, কথা-গীতাত লৈছে বিস্তৃত ৰূপ আৰু কথা-ৰত্নাৱলীত লৈছে মধ্যম ৰূপ। টীকা আৰু মূল শ্লোকৰ যথাৰ্থ অনুবাদ নোহোৱা কাৰণে, অথচ ভট্টদেৱৰ অনুভূতি ৰঞ্জিত হৈ কথ্য বস্তুয়ে

সংক্ষিপ্ত ৰূপ লোৱা কাৰণে কথা-ভাগৱতৰ ভাষা অধিক ভাৱে মূল আৰু টীকানুগামী কথা-গীতাৰ ভাষাতকৈ অধিক স্বাভাবিক যেন লাগে। এই দিশৰপৰা চালে কথা-ভাগৱতত পৰিমিত শৈলীৰ (Economic Style) বৈশিষ্ট্য লক্ষ্য কৰা যায়। এই শৈলীৰ বৈশিষ্ট্য অৱশ্যে কথা-ৰত্নাৱলীৰো অধিকাংশতে দেখিবলৈ পোৱা যায়। যথাৰ্থ অৰ্থবোধক শব্দৰে গঠিত চুটি চুটি বাক্যৰ এই ধৰণৰ ৰচনা-ৰীতিয়ে পৰৱৰ্ত্তী গদ্য লিখক সকলকো অনুপ্ৰাণিত কৰে। কথা-গীতা কিন্তু চুটি চুটি বাক্যত লিখা নহয়। বাক্যবোৰ আপেক্ষিক ভাৱে দীঘলীয়া হলেও, বোধহয় পৰৱৰ্ত্তী ৰচনা কাৰণেই নেকি, কথা-গীতাৰ গদ্য অধিক উন্নত, কথা-ৰত্নাৱলীৰ গদ্য আকৌ তাতোকৈ উন্নত আৰু মধুৰ। এই দুই গ্ৰন্থৰ গদ্য শৈলী কথা-ভাগৱতভকৈ সৰল।

কথা-ভাগৱত আৰু কথা-গীতাৰ ঠায়ে ঠায়ে কথোপকথনমূলক গদ্যৰীতি পৰিলক্ষিত হয়। উক্ত তিনিওখন গদ্য-গ্ৰন্থতেই কিন্তু যুক্তিপ্ৰদ (Logical) ৰচনা-ৰীতি পৰিস্ফুত হৈছে। যুক্তি-শাস্ত্ৰত যেনেকৈ পূৰ্ব্বপদৰ (Premise) পৰা সিদ্ধান্তত (Conclusion) উপনিত হয়, ভট্টদেৱেও তেওঁৰ ৰচনাত ওপৰৰ বাক্য কিছুমানৰ পৰা একোটা সিদ্ধান্ত দেখুৱাইছে। কোনো এটা প্ৰশ্ন উপস্থাপন কৰি লৈ তাৰ উত্তৰ যুক্তিৰ মাজেদি শ্ৰীধৰ স্বামীয়ে ব্যাখ্যা কৰিছে। ভট্টদেৱী গদ্যশৈলীৰ উক্ত দুয়োবিধ বৈশিষ্ট্যই এই ধৰণৰ টীকা-ৰীতিৰ মাজেদি গঢ় লৈ উঠিছে। টীকাৰ আদৰ্শত প্ৰশ্নৰ উপস্থাপন আৰু তাৰ উত্তৰ-ব্যাখ্যা কৰা পদ্ধতিৰ মাজেদি গঢ় লৈ উঠা ৰীতিটোক ভট্টদেৱী গদ্যৰ ব্যাখ্যাত্মক (Expository) ৰীতিও বুলিব পাৰি।

কথা-ভাগৱত মূল-ভাগৱতৰ সংক্ষিপ্ত সংস্কৰণ। সংক্ষেপ হোৱা কাৰণে কোনো কোনো ঠাইৰ কথ্যবস্তু সৰ্ব্বসাধাৰণ পাঠকৰ বোধগম্য হোৱাত অৱশ্যে কঠিন হৈছে। সেইবুলি এই কথা অসত্য যে, কথাবস্তুৰ স্পষ্ট স্বৰূপ দাঙি ধৰিবলৈ কথা-ভাগৱতৰ সকলোবোৰ খণ্ডই অপাৰগ। ইয়াৰ নিৰলঙ্কাৰ-সংক্ষিপ্ত ৰচনা-ৰীতিয়ে কোনো কোনো ঠাইত মূলৰ স্বৰূপ চিত্ৰৱৎ দাঙি ধৰিছে। যেনে—"যেখন সৰ্ব্বগুণ যুক্ত পৰম-শোভন কাল হৈল, তেখন ভগৱন্ত দৈৱকীত আবিৰ্ভাৱ হৈলা, যেন পূৰ্ব্বদিশত চন্দ্ৰো দেখা দিল। তেখনে ৰোহিনী নক্ষত্ৰ মিলিল, গ্ৰহগণো শান্ত হৈল, দশোদিশ প্ৰসন্ন পৰিল, নিৰ্ম্মল নক্ষত্ৰ হৈল। পৃথিৱীতো থানে থানে মঙ্গল কৰিল, নদীবো প্ৰসন্ন হৈল, হ্ৰদটো পদ্ম ফুলিল।" ইত্যাদি ( ১০/৩ )। "যাতো লাঙ্গলৰ ইষাহেন দন্ত, পৰ্ব্বতৰ গহ্বৰ হেন নাক,

গণ্ডশিলা হেন স্তন, অন্ধকুপ হেন চক্ষু, ৰাজ আলিহেন ভুজ-উৰু-পাদ, শুষ্ক হ্ৰদসম উদৰ। হেন দেহা দেখি গোপ গোপী মহাভয় হৈল” ( ১০/৬ ) ইত্যাদি। এনেকুৱা চিত্ৰ কথা-গীতাৰো ঠায়ে ঠায়ে আৰু কথা-ৰত্নাৱলীৰ সকলো অংশতে পোৱা যায়।

ভাগৱতৰ বিশেষকৈ ৰূপ-সৌন্দৰ্য্যৰ বৰ্ণনাংশবোৰ অনুপম কাব্যিক-লালিত্যৰে পৰিপূৰ্ণ। পূৰ্ব্ব-কবি সকলৰ কাব্যৰাজিৰ ভাষাৰ মাজেদি এনেধৰণৰ কাব্যাংশৰ গদ্যৰূপ প্ৰথমতে দিবলৈ যত্ন কৰিছে ভট্টদেৱে। তেওঁৰ গদ্যৰ ভাষা আৰু বিষয়বস্তু—এই দুয়োটাৰে মূল কাব্য হোৱা কাৰণে লিখকৰ অনভিপ্ৰেত ভাৱে হলেও কথা-ভাগৱতৰ ৰচনাৰ মাজত কোনো কোনো অংশই গদ্যৰ বাক্য-বিন্যাস-প্ৰকৰণৰ নিয়ম (Rules of Syntax) হেৰাই এটা ছন্দোময়-লালিত্য গ্ৰহণ কৰিছে। উদাহৰণ স্বৰূপে: কেমন ৰূপ: শ্যাম সুন্দৰ পীতাম্বৰ: প্ৰসন্ন বদন: কমল নয়ন: নাসা তিলফুল: মুখে মন্দ হাস: কটাক্ষ বিকাশ: পৰম নিৰুজ: চাৰু চতুৰ্ভুজ: শঙ্খ চক্ৰধৰ: গদাপদ্মকৰ: সৰ্ব্বাঙ্গে সুন্দৰ: ৰূপে মনোহৰ: কিৰীটিৰ কান্তি: অলকাৰ পান্তি: কৰ্ণত কুণ্ডল: শোভে গণ্ডস্থল: কস্তুভ কণ্ঠত: শ্ৰীবৎসবক্ষত: বনমালাচয়: ভ্ৰমৰে ৰঞ্জয়” (৩য় স্কন্ধ ২৮শ অধ্যায়)। উল্লেখযোগ্য কথা - এনে ধৰণৰ পদ্যধৰ্ম্মী ৰচনাৰ দৃষ্টান্ত কথা-ভাগৱতৰ মাজতো কম, কথা-গীতাৰ মাজত পাবলৈ টান আৰু কথা-ৰত্নাৱলীৰ মাজত নায়েই।

ভট্টদেৱে সংস্কৃততো কেইবাখনো গ্ৰন্থ লিখিছে। কথা-ভাগৱত ৰচনাৰ আগে আগে তেওঁ “ভক্তি-সাৰ” নামৰ সংস্কৃত গ্ৰন্থখন লিখে। সম্ভৱতঃ এই কাৰণত সংস্কৃতৰ বাক্য-বিন্যাস প্ৰকৰণৰ প্ৰভাৱ তেওঁৰ, ৰচনাৰ ওপৰত পৰে। ফলস্বৰূপে, সেই আদৰ্শত অৱিকল ভাবে গঢ়লোৱা বাক্য কথা-ভাগৱতত দুই এটা পোৱা যায়। যেনে—“জৰাসন্ধো আজি বা কালি বা অৱশ্যে আসিবা” (১০।৫০)। সংস্কৃত প্ৰত্যয়সিদ্ধ একেবাৰেই সংস্কৃতগন্ধী দুই এটা শব্দৰ ব্যৱহাৰো কথা-ভাগৱত পোৱা যায়। যেনে—তাতে জানন্তাৰ কৰ্মসিদ্ধ হয়” (১০।২৪) যাত হাৰন্তা কৰৈ, জিনন্তা কৰৈ” (১০।১৮) ইত্যাদি। এই ধৰণৰ বাক্য আৰু শব্দ কিন্তু “কথা-ৰত্নাৱলী”ত পোৱা নাযায়।

সংস্কৃতৰ বিদগ্ধ পণ্ডিত ভট্টদেৱ। তথাপি তেওঁৰ ৰচনা—বিশেষকৈ কথা-ভাগৱত আৰু কথা-ৰত্নাৱলীৰ ৰচনাৰীতি দীঘলীয়া সন্ধি-সমাসৰ দ্বাৰা ভাৰাক্ৰান্ত হোৱা নাই, যদিও সেইবোৰৰ সঘন প্ৰয়োগ দেখিবলৈ পোৱা যায়।

সংস্কৃত গদ্য-সাহিত্যৰ নিচিনা পৃষ্ঠাজোৰা বাক্যৰতো কথাই নাই, আনকি তিনি-চাৰি শাৰীৰ বাক্যও উক্ত দুই গ্ৰন্থত বেচি নোলায়। ক্ৰিয়া পদ উহ্য থকা বাক্য নাই বুলিলেও হয়। চুটি চুটি বাক্যৰ মাজতো অসমাপিকা ক্ৰিয়াৰ ব্যৱহাৰ অতি স্পষ্ট আৰু সুন্দৰ। যেনে—"হেনগুনি কন্যা সবে শীতত থাকিবে নপাৰি দুই হাতে অঙ্গ ঢাকি জলৰ পৰা উঠিলা। হেন দেখি ভগৱন্তে স্কন্ধত বস্ত্ৰ থৈয়া বুলিবে লাগিলা। তোৰা সবো বিবস্ত্ৰ হৈয়া জলত স্নান কৰিলা" (১০।১২)। এইবোৰ কিন্তু সৰল গদ্যৰীতি (Simple prose style)ৰ বৈশিষ্ট্য। কদাচিৎহে দুই এটা দীঘল বাক্য পোৱা যায়। তাকো নানান অসমাপিকা ক্ৰিয়াৰ প্ৰয়োগে সুন্দৰ কৰি তুলিছে। যেনে- "দণ্ড কমণ্ডলু জটা জাপ্যমালা যজ্ঞসূত্ৰ কুশ ধৰি তপোময় মূৰ্ত্তি দেখি হৰি অৱতাৰ জানি পৰম আদৰে উঠি দণ্ডৱতে প্ৰণাম কৰি পৰম প্ৰেমে আকুল হয়া আসন দিয়া পাদ্য, অৰ্ঘ্য, আচমনি, পুষ্প-চন্দন, ধূপ-দীপ উপহাৰ নিবেদি অৰ্চ্চা কৰিলা। (১২।৮),

শব্দ-চয়ন আৰু বৈয়াকৰণিক-বৈশিষ্ট্যৰ ওপৰত থকা সংস্কৃত-ব্যাকৰণৰ প্ৰভাৱ ভট্টদেৱী গদ্যশৈলী সংস্কৃতীয়া হোৱাৰ অন্যতম প্ৰধান কাৰণ।

ভট্টদেৱৰ ৰচনাত নাম-ধাতুৰ ব্যৱহাৰ আৰু কিছুমান ধাতুৰ দুটা ৰূপৰ প্ৰয়োগো মন কৰিবলগীয়া। ওপৰত উল্লেখ কৰি অহা কিছুমান ঘৰুৱা শব্দৰ ব্যৱহাৰৰ উপৰিও পঞ্চমী বিভক্তিৰ চিন "পৰা" নিষেধাৰ্থক "ন"ত আকাৰ সংযোগ নাম-ধাতুৰ ব্যৱহাৰ আদিয়ে ভট্টদেৱী গদ্যশৈলীক সেই সময়ৰ কথিত ভাষাৰ লগত সম্পূৰ্ণ সম্বন্ধ বিহীন কৰি ৰখাত বাধা জন্মায়। [ "বৈয়াকৰণিক বৈশিষ্ট্য" দ্ৰষ্টব্য ]

**(ঙ) কথা-ভাগৱতৰ বৈয়াকৰণিক-বৈশিষ্ট্য ঃ** ভট্টদেৱৰ গদ্যৰ শব্দ-চয়ন আৰু বৈয়াকৰণিক-বৈশিষ্ট্যৰ ওপৰত সংস্কৃত ব্যাকৰণৰ প্ৰভাৱ যথেষ্ট। বিভক্তি প্ৰয়োগত তেওঁৰ কেইটামান বৈশিষ্ট্য আছে। ৫মী বিভক্তিৰ চিনৰ কাৰণে তেওঁ "হন্তে" আৰু 'ৰ' প্ৰয়োগ কৰিছে—"তুমাৰ দৈবকীত হন্তে কিছু ভয় নাই : তাৰ পুত্ৰ হন্তেসে হৈব।" (১০।১) "মোত বিনে কুন যদুবীৰ যুদ্ধৰ নতো পলায়" (১০।৭৬), মহাক্ৰোধে আসনৰ উঠি" (১০।৭৪), মঞ্চৰ পেহলাই" (১০।৪৪) "সত্বৰে খাটৰ নামি" (১০।৬০) "পাছে ৰুক্মিনী ৰথৰ নামি" (১০।৫৪), ইত্যাদি। দুই এঠাইত আকৌ "পৰা"ৰ ব্যৱহাৰো আছে :—গৰ্ব্ব পৰ্ব্বতৰ পৰা ইন্দ্ৰক নমাইতে

[১০।২৪], তথা বিভক্তিৰ চিনৰ কাৰণে 'এ' প্ৰায়েই ব্যবহাৰ কৰা হৈছে—'একহস্তে অঙ্গ ঢাকি এক হস্তে প্ৰণামিলা' [১০।২২]।

প্ৰত্যক্ষ আৰু পৰোক্ষ—এই দুয়োবিধ উক্তিৰ ব্যৱহাৰ কথাভাগৱতত থাকিলেও প্ৰত্যক্ষ উক্তিৰেই প্ৰাধান্য লক্ষ্য কৰা যায়। 'অৰে' 'হে' আদিৰ দ্বাৰা সাধাৰণতে প্ৰত্যক্ষ উক্তি আৰম্ভ হৈছে :—"আকাশী বাণী বোলয়ঃ অৰে কংস যাক ৰথত লৈয়া যাস : এইৰ অষ্টম গৰ্ভে তোক বধিবেক। [১০।১] "কেহো বোলে : হে সখীসব : লতাত শ্ৰীকৃষ্ণৰ বাৰ্ত্তা পুছা" [১০।৩০] ইত্যাদি। বহুবচন বুজাবৰ কাৰণে প্ৰধানভাৱে তেওঁ 'সব, আৰু 'গণ' শব্দৰ ব্যৱহাৰকেই কৰিছে। সৈতেৰ পৰিবৰ্ত্তে 'সমে'ৰ ব্যৱহাৰ দেখা যায়। কথা-ভাগৱতৰ ঠায়ে ঠায়ে তৃতীয়া পুৰুষৰ কৰ্ত্তাত দ্বিতীয়া পুৰুষৰ ক্ৰিয়া প্ৰয়োগ হৈছে :—'যাক শ্ৰীনাৰায়ণে কহিছা (১/১); 'আস্মাৰ সকল বাৰ্ত্তা ভগৱন্তে আপুনি জানিছা" (১০/১); ইত্যাদি।

নিষেধাৰ্থক 'ন' আকাৰ নোহোৱাকৈ প্ৰায়েই ব্যৱহাৰ কৰা দেখা যায় :—প্ৰত্যুপকাৰ কৰণ নযাই" (১০।৩২) "বস্ত্ৰ কেশ সম্বৰিবে নপাৰি" (১০/৩৫)। ক'তো ক'তো আকৌ আকাৰৰ সংযোগ দেখা যায় :—'এমন ঐশ্বৰ্য্য যাত নাথাকে' (১০/৩৩)। ভট্টদেৱে কিছুমান ক্ৰিয়াৰ দুটাকৈ ৰূপ ব্যৱহাৰ কৰিছে :—হয়া, হুয়া। নাম ধাতুৰ প্ৰয়োগো কথা-ভাগৱতৰ নানান ঠাইত পোৱা যায়।[১৫] ইয়াৰ উপৰিও, ভট্টদেৱৰ গদ্যৰ স্থানবিশেষে প্ৰথমাদি সাতটা বিভক্তিৰ চিন যথাক্ৰমে "এ" "ক" "দ্বাৰা" "অক", "পৰা", "ৰ„ "ত" ৰ ব্যৱহাৰ, বিভিন্ন ক্ৰিয়াৰ ক'তো ক'তো আধুনিক ৰূপ আৰু বিশেষকৈ কামৰূপী কথিত ভাষাৰ নানান শব্দৰ প্ৰয়োগে দৃঢ়ভাৱে প্ৰমাণ কৰে—ভট্টদেৱী ভাষা তদানীন্তন কথিত ভাষাৰ পৰা সম্পূৰ্ণৰূপে বেলেগ হোৱা নাছিল, লগতে ই আধুনিকীকৰণৰো বাট কাটিছিল।

**(চ) কথা-ভাগৱত জনপ্ৰিয় নোহোৱাৰ কাৰণ :**—দামোদৰদেৱৰ আদেশ মতে ভট্টদেৱে কথা-ভাগৱত লিখিছে। ইয়াৰ উদ্দেশ্য আছিল 'স্ত্ৰী-শূদ্ৰ সৰ্ব্বলোকে'—অৰ্থাৎ, অশিক্ষিত পুৰুষ-তিৰোতা সকলোৱে যাতে ভাগৱতৰ নিগূঢ় দাৰ্শনিক তত্ত্ব-কথা সহজে উপলব্ধি কৰিব পাৰে। এই মহান উদ্দেশ্যত ভট্টদেৱ যে কৃতকাৰ্য্য হোৱা নাই—এনে কথা কব নোৱাৰি; তেওঁৰ কথা

(১৫) এই প্ৰসঙ্গত ডাঃ বিৰিঞ্চি কুমাৰ বৰুৱা দেৱৰ কথা-গীতাৰ গদ্য দ্ৰষ্টব্য (অসমীয়া কথা-সাহিত্য, পুৰণি ভাগ)

ভাওনিয়ে ভাগৱতৰ মৌ-জোল পান কৰাত সৰ্ব্বসাধাৰণ ৰাইজক অন্ততঃ কিছু পৰিমাণে সহায় কৰিছিল। "স্ত্ৰী-শূদ্ৰ শিশু, সমস্তে বুজয়, পঢ়ন্তে নাহি দূষণ" —ভাগৱত-গীতা-ৰত্নাৱলীৰ গদ্যৰূপ সম্বন্ধে ৰামৰায়ৰ এই উক্তিও ইয়াৰ প্ৰকৃষ্ট প্ৰমাণ। কিন্তু এই কথাও নুই কৰিব নোৱাৰি যে, কথা-ভাগৱত সম্পূৰ্ণৰূপে জনপ্ৰিয় হৈ উঠিব পৰা নাছিল। ইয়াৰ কাৰণ অৱশ্যে কেইবাটাও।

প্ৰথমতে, কথাভাগৱতৰ ভাষাটো উচ্চ পৰ্য্যায়ৰ। ই সংস্কৃত শব্দ-প্ৰধান। এনেকুৱা সংস্কৃতীয়া ৰচনা-ৰীতিৰ গহীন ভাষা সৰ্ব্বসাধাৰণ ৰাইজে বুজিবলৈ টান পাইছিল।

দ্বিতীয়তে, ভট্টদেৱৰ গদ্যৰ ভাষাটো সেই সময়ৰ সৰ্ব্বসাধাৰণৰ কথিত ভাষাৰ লগত পূৰ্ণৰূপে মিল নথকা। (এই কথা আগতে উল্লেখ কৰা হৈছে)। কথিত ভাষাৰ লগত পূৰ্ণৰূপে মিল নথকা আন ভাষাৰ পতি ধাউতি কম হোৱাতো স্বাভাৱিক।

তৃতীয়তে, ভাগৱতৰ বিষয়বস্তু হৈছে কঠিন তত্ত্বমূলক। এনে কথা অতি সহজ ভাষাৰে প্ৰকাশ কৰি দেখুৱাব পাৰিলেহে ই সৰ্ব্বসাধাৰণৰ বোধগম্য হব পাৰে। কিন্তু কথা-ভাগৱতৰ ভাষা গহীন আৰু উচ্চ পৰ্য্যায়ৰ। বিষয়-বস্তু আৰু প্ৰকাশ-ভঙ্গি—এই দুয়োটাই কঠিন হোৱা কাৰণে কথা-ভাগৱত সৰ্ব্বসাধাৰণৰ বৰকৈ বোধগম্য হোৱাত বাধা জন্মিল।

চতুৰ্থতে, আধ্যাত্মিক তত্ত্বমলক কথাবিলাক কিছু বহল ভাবে বুজাই দিলেহে সকলোৱে বুজাত সহজ হয়। ভাগৱতৰ এনেকুৱা তত্ত্বমূলক কথাবিলাক ভট্টদেৱে কিন্তু কথা-ভাগৱতত অতি চমুকৈ লিখি গৈছে। ফলত ইয়াৰ কঠিন বিষয় বস্তুৰ কথা বুজাত সৰ্ব্বসাধাৰণৰ কাৰণে কিছু টান হৈ উঠিল।

পঞ্চমতে, ভাগৱতৰ সকলো কথাকে শঙ্কৰদেৱ, মাধবদেৱ, অনন্ত কন্দলি আদি ভিন ভিন বৈষ্ণৱ কবিসকলে তেওঁলোকৰ বিভিন্ন গীত, পদ, কাব্য আদিৰ মাজেদি বহলভাৱে আগতে লিখি থৈ গৈছে। তেওঁলোকৰ ভাষাও সহজ, নানা অলঙ্কাৰ আৰু কাব্যিক সৌন্দৰ্য্যৰে ভৰা। লিখাৰ পদ্ধতিও কিছু পৰিমাণে সৰ্ব্বসাধাৰণৰ ৰুচিসাপেক্ষ। ইয়াৰ উপৰিও গদ্যতকৈ বিশেষকৈ সেই যুগৰ মানুহৰ পদ্যৰ প্ৰতিহে ধাউতি বেছি আছিল। সেয়েহে সৰ্ব্বসাধাৰণে ভাগৱতৰ কথা জানিবলৈ ইচ্ছা কৰিলে এনেবোৰ কাৰণত তেওঁলোকৰ মন ভট্টদেৱৰ কথা-ভাগৱতলৈ নগৈ পূৰ্ব্বকবি সকলৰ গীত, পদ আৰু কাব্যৰাজিলৈহে সহজে ঢাল খাইছিল।

(ছ) **ভট্টদেৱৰ সাহিত্যৰ মূল্যায়ন ঃ**—ভট্টদেৱে সংস্কৃত আৰু অসমীয়া উভয় ভাষাতে গ্ৰন্থ প্ৰণয়ন কৰি গৈছে। তেনে ধৰণৰ এই পোন্ধৰখন গ্ৰন্থৰ নামোল্লেখ ইতিমধ্যে কৰা হৈছে : কথা-ভাগৱত, কথা-গীতা, কথা-ভক্তি ৰত্নাৱলী, নন্দোৎসৱ, প্ৰসঙ্গমালা, সাত্বত-তন্ত্ৰ, বিষ্ণু-সহস্ৰনাম, ভক্তি-সাৰ, ভক্তি-বিৱেক, ভাগৱত-অধিকৰণ, শৰণ মালিকা, গুৰু বংশাৱলী, দামোদৰ ব্যাখ্যান, বৰগীত আৰু সন্তনির্ণয়। উল্লিখিত এই গ্ৰন্থ সমূহৰ বেছি ভাগেই ইতিমধ্যে চপা হৈ ওলাইছে যদিও ভক্তি-সাৰ, ভাগৱত অধিকৰণ, শৰণ মালিকা, গুৰু-বংশাৱলী, দামোদৰ ব্যাখ্যান আৰু সন্ত-নির্ণয় এতিয়াও ছপা হৈ ওলাবলৈ বাকী আছে। প্ৰকাশিত গ্ৰন্থবোৰৰ ভিতৰত বিশেষকৈ কথা-ভাগৱত, কথা-গীতা, কথা-ভক্তি-ৰত্নাৱলী, প্ৰসঙ্গমালা আৰু ভক্তি-বিৱেকে শঙ্কৰোত্তৰ বৈষ্ণৱ যুগৰ ইতিহাসৰ ধৰ্মীয় আৰু সাহিত্যিক দিশৰ ৰূপাঙ্কনত যি ৰেখাপাত কৰিছে সি অতীৱ স্পষ্ট।•

ভট্টদেৱৰ গদ্যৰচনাৰ স্থান ভাষাসাহিত্যৰ পটভূমিত সবাতোকৈ ওপৰত। সুদূৰ ষোড়শ শতিকাতে যি ভট্টদেৱী গদ্য সম্পদক লৈ অসমীয়া সাহিত্য সমৃদ্ধিশালী হোৱাৰ উপৰিও গৌৰৱান্বিত হৈছিল, ভাৰতীয় আন প্ৰাদেশিক ভাষা সমূহে সেই সময়ত তেনে সম্পদক লৈ গৌৰৱ কৰিব দূৰৰ কথা, সেই বিষয়ে ভাবিবকে পৰা নাছিল—আনকি বিশ্বৰো অনেক ভাষাই গদ্য সৃষ্টিৰ সপোনকে দেখা নাছিল। মাত্ৰ কথা-গীতাখন পঢ়ি আচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে কোৱা কথা—"It is a priceless treasure. Assamese prose literature developed to a stage in the far distant sixteenth century, which no other literature of the world reached except the writing of Hooker and Latimer in England," বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ মন্তব্য—"You (পণ্ডিত হেমচন্দ্ৰ গোস্বামী) may very well be proud of the author of this book who could handle prose in such a remarkable lucid style more than a century before we had any prose in Bengali." আৰু ছাৰ আশুতোষ মুৰ্খাৰ্জ্জীৰ কথা—"The people who could write Gita in such prose in the sixteenth century was not a small people."—এই প্ৰসঙ্গত বিশেষ গুৰুত্বৰ সৈতে মন কৰিবলগীয়া। এই পণ্ডিত কেইগৰাকীয়ে ভাগৱত আৰু ভক্তি-ৰত্নাৱলীৰ গদ্যৰূপ দেখিলে যে আৰু কিমান বিস্ময়াভিভূত হলহেঁতেন, তাক ভাবিব নোৱাৰি।

খৃষ্টীয় ষোড়শ শতিকাত, অকল অসমৰ বুলিয়েই নহয়—সমগ্ৰ ভাৰতৰ প্ৰাদেশিক ভাষাবোৰতেই গ্ৰন্থ-ৰচনা, বিশেষকৈ ধৰ্ম্মশাস্ত্ৰৰ অনুবাদ বুলিলে "পদবন্ধ"কেই বুজাইছিল। এনেকুৱা সময়ত বৈকুণ্ঠনাথ ভট্টচাৰ্য্য কবিৰত্ন বা ভট্টদেৱে নিজ গুৰু দামোদৰদেৱৰ আদেশমতে ভাগৱত, গীতা আৰু ভক্তি ৰত্নাৱলীৰ অসমীয়া গদ্যৰূপ দিয়ে। ইতিমধ্যে অৱশ্যে কোৱা হৈছে যে, প্ৰকৃত অসমীয়া গদ্যৰ কোনো নমুনা নথকা কাৰণে ভট্টদেৱে "পূৰ্ব্বকবি" মাধৱ কন্দলী আদিৰ কাব্য ৰাজিৰ ভাষাৰ শব্দাৱলী আহৰণ কৰি বিষয়বস্তু-সাপেক্ষে সংস্কৃত ভাষাৰ কিছুমান শব্দ মিহলাই লয়। সংস্কৃত-ব্যাকৰণৰ কিছুমান নিয়ম আগত ৰাখি সম্ভৱতঃ তেওঁৰ গদ্য-ৰচনাৰ অপৰিহাৰ্য্য বস্তু বাক্য-বিন্যাস-প্ৰকৰণৰ সৃষ্টি কৰি লয় আৰু তাৰ সহায়ত যথাযোগ্য ঠাঁচত উক্ত শব্দাৱলীৰ গদ্যৰূপ দিয়ে। সেয়েহে এই গদ্য হৈ উঠে কিছু পৰিমানে কৃত্ৰিম, অৰ্থাৎ জনসাধাৰণৰ কথিত-ভাষাৰ লগত পূৰ্ণৰূপে মিল নথকা। এই গদ্যত ভট্টদেৱে সমগ্ৰ ভাগৱত-পুৰাণ, শ্ৰীমদ্ভগৱদ্গীতা আৰু ভক্তি-ৰত্নাৱলী ৰূপায়িত কৰে।

বিহঙ্গম-দৃষ্টিৰে চাই কোনো কোনো লোকে অৱশ্যে মন্তব্য দি গৈছে যে ভট্টদেৱৰ গদ্যৰ ভাষা তৎসম শব্দেৰে ভাৰাক্ৰান্ত আৰু কথিত ভাষাৰ লগত সম্বন্ধ নথকা। এটা ভাত টিপি চালেই এচৰু ভাতৰ উমান পোৱা সত্যতা ভট্টদেৱৰ গদ্য-হস্তীৰ সূক্ষ্ম বিচাৰত কিন্তু নাখাটে। ভট্টদেৱৰ গদ্য সম্যকৰূপে অধ্যয়ন কৰোতা সকলে দেখিবলৈ পাব যে, উক্ত মন্তব্য পূৰ্ণৰূপে শুদ্ধ নহয়। বিষয় বস্তুৰ গুৰুত্ব আৰু সূক্ষ্মতা প্ৰকাশ কৰিবৰ কাৰণে তেওঁ তৎসম শব্দ প্ৰয়োগ কৰিলেও নানান ঠাইত প্ৰয়োজন বিশেষে ঘৰুৱা আৰু জতুৱা ঠাচৰ ব্যৱহাৰেও তেওঁৰ ৰচনা শৈলীক সুস্থ আৰু মনোৰম কৰি তুলিছে। তেওঁৰ বৈয়াকৰণিক-বৈশিষ্ট্যও এই প্ৰসঙ্গত মন কৰিবলগীয়া। ( বৈয়াকৰণিক বৈশিষ্ট্য দ্ৰষ্টব্য )

চিৰকলীয়া সত্যকথা এই যে, লিখক যিমানেই প্ৰসিদ্ধ নহওক, তেওঁৰ সাহিত্যিক ৰচনাৰ ভাষা যৎসামান্যভাৱে হলেও কৃত্ৰিম—অৰ্থাৎ কথিত ভাষাৰ লগত সকলো ফালেদি নিখুঁতভাৱে ইয়াৰ মিল নাথাকে, নাইবা সেই ভাষাৰ পৰা সম্পূৰ্ণৰূপে ই বেলেগ হৈয়ো নাযায়। ভট্টদেৱে কামৰূপতে জন্মগ্ৰহণ কৰি ইয়াতেই শিক্ষা-দীক্ষা লয় আৰু কামৰূপতেই তেওঁৰ সাহিত্যকৃতিৰ সৃষ্টি কৰি ইহলীলা সমাপন কৰে। সেয়েহে, তেওঁৰ ৰচনাৰ মাজৰ সকলো দিশতে

কামৰূপী কথিত ভাষাৰ তদানীন্তন আৰু আধুনিক ৰূপৰো কম বেছি সাদৃশ্য আছে। কামৰূপী ভাষা অধ্যয়ন কৰা সূক্ষ্ম-বিচাৰকে ইয়াক দেখিবলৈ পায়।• এই প্ৰসঙ্গত মনকৰিবলগীয়া আন কথা এই যে, ভট্টদেৱে বিশেষকৈ কথা ভাগৱত লিখাৰ উদ্দেশ্য আছিল—যাতে ভাগৱতৰ কথা "স্ত্ৰী-শূদ্ৰ সৰ্ব্বলোকে" ভালদৰে বুজি পায়। চৰিতপুথিৰ পৰাই স্পষ্টভাৱে বুজা যায় তেওঁৰ গদ্য-ৰচনা বুজিবলৈ "স্ত্ৰী-শূদ্ৰ-শিশু" কোনেও অসুবিধা পোৱা নাছিল :

প্ৰভুৰ আজ্ঞায়ে বাঢ়কন্ধ ভাঙ্গি
কথাৰূপ কৰিলন্ত ॥
গীতা ৰত্নাৱলী কথাৰূপে তাকো
কৰিলন্ত বিৰোচন।
স্ত্ৰী-শূদ্ৰ-শিশু সমস্তে বুজয়
পঢ়ন্তে নাহি দূষণ ॥ ( ৰামৰায় )

ইয়াত কিবা অতিৰঞ্জন থকা বুলি কোনোবাই ভাবিলেও এই কথা ঠিক যে ভট্টদেৱৰ গদ্য একেবাৰে নুবুজা হলে নাইবা ইয়াৰ ভাষা কথিত ভাষাৰ পৰা সম্পূৰ্ণ বেলেগ হোৱা হলে চৰিতকাৰে এইদৰে নিলিখিলেহেঁতেন। শ্ৰীধৰীটীকাৰ অবলম্বনত ভক্তিৰস অটুট ৰাখি আৰু কথ্য-বস্তু প্ৰতিপাদনৰ পৌৰাণিক গাম্ভীৰ্য্য ৰক্ষা কৰি ভাগৱতৰ গদ্যৰূপ দিছে বিদগ্ধ-শাস্ত্ৰজ্ঞ পণ্ডিত ভট্টদেৱে পৰিমিত ভাষাৰ মাজেদি এক গতত, য'ত ভাগৱতৰ সাৰ কথা লুপ্ত হোৱা নাই। গীতাৰ গদ্যৰূপ কিন্তু চুমু নহয়—ইয়াৰ কোনো অংশ বৰং শ্ৰীধৰীটীকাৰ অবলম্বনত মূলতকৈ বিস্তৃতহে। কথা-ৰত্নাৱলীত বিস্তৃত নহয় যদিও কথা-ভাগৱতৰ নিচিনা চমু নহয়। লিখিত গদ্যৰ আদৰ্শ আগত নোপোৱাকৈও ভট্টদেৱে যথাসম্ভৱ বৈয়াকৰণিক নিয়মেৰে শৃঙ্খলিত যি গদ্যৰ সৃষ্টি কৰিলে আৰু যি গদ্যক গীতা-ভাগৱত-ৰত্নাৱলীৰ নিচিনা তাত্বিক বৈষ্ণৱ-শাস্ত্ৰৰ ব্যাপক তত্বকথাৰ প্ৰকাশক্ষম কৰি পৰৱৰ্ত্তী লিখক সকলৈ সেই গদ্যত শাস্ত্ৰ ৰচনাৰ বাট মুকলি কৰি দিলে, সেই গদ্য আৰু সেই গদ্যই ৰূপ দিয়া গ্ৰন্থ কেইখনৰ মূল্য অসমীয়া সাহিত্যৰ উপৰিও ভাৰতীয় প্ৰাদেশিক সাহিত্যৰ ক্ষেত্ৰতো লক্ষ্য আৰু আদৰ্শৰ সম্পদ। কথা-ভাগৱত, কথা-গীতা আৰু কথা-ৰত্নাৱলী অসমীয়া সাহিত্যৰ ইতিহাসত ভবিষ্যতলৈ উন্নতিৰ বাট মুকলি কৰি দিয়া সুস্পষ্ট চিহ্ন ( Land mark ) স্বৰূপ। এই তিনিখন গ্ৰন্থই সুদূৰ ১৬শ শতিকাত অসমীয়া গদ্য-সাহিত্যক সুপ্ৰসিদ্ধ স্তৰত প্ৰতিষ্ঠিত কৰি গৈছে।

ভট্টদেৱ গদ্য সাহিত্যৰ অকল জনকেই নহয়, তিনিখন বিশাল শাস্ত্ৰৰ প্ৰকাশৰ মাজেদি সাহিত্য-জগতত তাক তেওঁ সুপ্ৰতিষ্ঠিতও কৰি গৈছে— ইয়েই ভট্টদেৱৰ সৰ্ব্বশ্ৰেষ্ঠ অমৰ দান।

ভট্টদেৱৰ সংস্কৃত গ্ৰন্থ কেইখনৰ ভিতৰত মাত্ৰ "শ্ৰীমদ্ভক্তি-বিৱেক"খন ছপা হৈছিল ১৯৫১ চনতে। এই গ্ৰন্থখনৰ সংগ্ৰাহক আছিল ড° বাণীকান্ত কাকতি, সম্পাদক অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় আৰু প্ৰকাশক আছিল হৰিনাৰায়ণ দত্তবৰুৱা। বিশেষকৈ ধৰ্ম্মীয় দিশৰ পৰা ভক্তি-বিৱেক ভট্টদেৱৰ সৰ্ব্বশ্ৰেষ্ঠ গ্ৰন্থ। অৱশ্যে তেওঁৰ গদ্য গ্ৰন্থই যে ধৰ্ম্মীয়-বৈশিষ্ট্য প্ৰতিপাদন কৰা নাই সেই কথাও নহয়। সৰ্ব্বসাধাৰণ বা অল্পজ্ঞানী লোকে সুবুজা বা বুজিবলৈ টান পোৱা গীতা-ভাগৱত আদিৰ অন্তৰ্গত তাত্ত্বিক-কথাবোৰ নিজ সম্প্ৰদায়ৰ অনুকূলে বুজোৱাৰ কাৰণে তেওঁ তাত গদ্য কৰিছিল। আনকি, স্থানবিশেষে স্বকীয় ধৰ্ম্মমত অধিক স্পষ্ট কৰি তোলাও দেখা যায়ঃ "সকল কৰ্ম্মৰ সঙ্কল্প ভেদে আত্মজ্ঞানৰ অৰ্থে বিনিয়োগ আছে। এতেকে বন্ধক পদে সকল কৰ্ম্মৰ ফলক এড়ি আত্মজ্ঞানৰ অৰ্থে কৰ্ম্ম আচৰিব। যাৰে বুদ্ধি আত্মনিষ্ঠ নহে, তাৰে চিত্তশুদ্ধিৰ অৰ্থে যথোচিত কাৰ্য্য কৰিব। এই অৰ্থোবেদতো কহিছা, নৈষ্কৰ্ম্য সিদ্ধিতো কহিছা, বশিষ্ঠবাক্যতো পায়, ভাগৱততো কহন্ত।" গীতাৰ "কাম্যাণাং কৰ্ম্মনাং ন্যাসং সন্ন্যাসং কৱয়ো বিদুঃ। সৰ্ব্বকৰ্ম্ম ফল ত্যাগং প্ৰাহুস্ত্যাগং বিচক্ষণাঃ॥" (১৮।২), এই শ্লোকৰ অনুবাদ-প্ৰসঙ্গত এই কথাখিনি ভট্টদেৱে লিখি স্বকীয় ধৰ্ম্মমতৰ আভাষ দিছে যে তেওঁৰ ধৰ্ম্ম (দামোদৰী ধৰ্ম্ম) শ্ৰুতি (বেদ), স্মৃতি (বশিষ্ঠ বাক্য) আৰু যুক্তি শাস্ত্ৰ বা দৰ্শন (নৈস্কৰ্ম্ম)—এই তিনি বিধৰ ওপৰত প্ৰতিষ্ঠিত সনাতন-বৈদিক ধৰ্ম্মৰ লগত একে। ভট্টদেৱৰ তিনিওখন গদ্যগ্ৰন্থৰ মাজত প্ৰত্যক্ষ বা পৰোক্ষভাৱে দামোদৰী ধৰ্ম্মৰ এই ধৰণৰ মত বা আদৰ্শ পোৱা যায়। ভাগৱত আদিৰ গদ্যৰূপ কৰোৱাৰ মূলতো দামোদৰ দেৱৰ উদ্দেশ্য আছিল যাতে সৰ্ব্বসাধাৰণে ভাগৱতৰ ধৰ্ম্মীয় তত্ত্ব সহজতে বুজি পায় ("তাতোকৈ সুগম কৰিয়ো ভাগৱত। স্ত্ৰী-শূদ্ৰ সৰ্ব্বলোকে বুজে যেন মত্ত॥"— ইয়াত ভাগৱতৰ ধৰ্ম্মতত্ত্ব বুজাৰ কথাকেই অৰ্থ কৰিছে।) গতিকে এই কথাও ঠিক যে, কথা-ভাগৱত, কথা-গীতা আৰু কথা-ৰত্নাৱলীয়ে ধৰ্ম্মগ্ৰন্থৰ মৰ্য্যাদালাভ নকৰাকৈও থকা নাই। তথাপি কিন্তু এই তিনিখন গ্ৰন্থই ষোড়শ সপ্তদশ শতিকাৰ ভাৰতীয় সাহিত্যৰ পটভূমিত শ্ৰেষ্ঠতম স্থান পাইছে ইয়াৰ গদ্য-ৰীতিৰ কাৰণেহে।

"ভক্তি-বিবেক" ভট্টদেৱৰ গদ্য-গ্ৰন্থৰ পৰৱৰ্ত্তী ৰচনা। ইয়াৰ শেষতম শ্লোকৰ[১৬] পৰা স্পষ্ট ভাৱে জনা যায়—এই গ্ৰন্থখন ১৫৪৩ শকাব্দত (১৬২১ খৃঃত) সঙ্কলিত। ই পোদ্ধৰটা পৰিচ্ছেদত বিভক্ত। ইয়াৰ প্ৰথম পৰিচ্ছেদত ভক্তিৰ স্থান নিৰ্ণয়, দ্বিতীয়ত গুৰু-শিষ্য-নিৰ্ণয়, তৃতীয়ত শৰণ নিৰ্ণয়, চতুৰ্থত নাম-মাহাত্ম্য, পঞ্চমত ভগৱদ্ভক্তি-মাহাত্ম্য, ষষ্ঠত সৎসঙ্গ নিৰ্ণয়, সপ্তমত শ্ৰৱণ-কীৰ্ত্তনাদি নিৰূপণ, অষ্টমত শ্ৰৱণ-নিৰ্ণয়, নৱমত কীৰ্ত্তন-নিৰ্ণয়, দশমত স্মৰণ-মাহাত্ম্য, একাদশত পাদ-সেৱন মাহাত্ম্য, দ্বাদশত পূজা-নিৰ্ণয়, ত্ৰয়োদশত পূজামাহাত্ম্য, চতুৰ্দ্দশত দাস্য-নিৰ্ণয় আৰু পঞ্চদশ পৰিচ্ছেদত ভগৱন্মূৰ্ত্তিৰ সত্যত্ব আলোচনা কৰা হৈছে। উল্লেখযোগ্য কথা এই যে ইয়াৰ আগতেই মহাপুৰুষ শঙ্কৰদেৱে নিজেই প্ৰায় সমভাবাপন্ন গ্ৰন্থ "ভক্তি-ৰত্নাকৰ" সঙ্কলন কৰিছিল আৰু মাধৱদেৱৰ হতুৱাই বিষ্ণুপুৰী সন্ন্যাসীৰ "ভক্তি-ৰত্নাৱলী"ৰ পদ কৰাইছিল। "ভক্তি-ৰত্নাৱলী"ৰ তেৰটা বিৰচনৰ প্ৰথম তিনিটাই ভক্তি, সৎসঙ্গ আৰু ভক্তি বিশেষণৰ কথা, তাৰ পাছৰ নটা বিৰচনে শ্ৰৱণাদি নৱবিধ ভক্তিৰ কথা আৰু ত্ৰয়োদশ বিৰচনে শৰণৰ কথা কৈছে। বিষয়-সংখ্যাৰ ফালৰ পৰা "ভক্তি-ৰত্নাকৰ"ৰ গুৰুত্ব কিন্তু অধিক। গুৰু-সেৱা-মাহাত্ম্যক আৰম্ভ কৰি নৰদেহ, সৎসঙ্গ, ভক্তি, ভক্তিৰ বিভিন্ন শ্ৰেণী, ভক্ত—ইয়াৰ বিভিন্ন শ্ৰেণী, জীৱাত্মা-পৰমাত্মাৰ ভেদ, মায়া-তৰণৰ উপায় আদি বিষয়বোৰ একুৰি ওঠৰটা মাহাত্ম্যৰ মাজেদি এই গ্ৰন্থই বৰ্ণনা কৰিছে। সম-পৰ্য্যায়ৰ এই দুই উৎকৃষ্ট ধৰ্ম্ম-গ্ৰন্থ ধৰ্ম্ম-সমাজত প্ৰচলিত হোৱাৰ পাছত ভট্টদেৱে "ভক্তি-বিবেক" সঙ্কলন কৰাৰ কাৰণৰ মাজত কি বিশেষত্ব থাকিব পাৰে তাক অৱশ্যে ভাবিবলগীয়া।

ধৰ্ম্মৰ স্বৰূপ-নিৰ্ণায়ক গ্ৰন্থ "ভক্তি-ৰত্নাকৰ"ত মহাপুৰুষ শঙ্কৰদেৱে সকলোবোৰ বিষয় প্ৰতিপাদন কৰিছে পৌৰাণিক সাহিত্যৰপৰা—বিশেষকৈ ভাগৱত-পুৰাণৰ পৰা প্ৰয়োজনীয় শ্লোকবোৰ আহৰণ কৰি। ভট্টদেৱে "ভক্তি-বিবেক"ত পোদ্ধৰটা পৰিচ্ছেদৰ মাজেদি যি পোদ্ধৰটা বিষয় আলোচনা আৰু বিচাৰ কৰিছে, তাৰ প্ৰমাণ সাপেক্ষে সকলো কথা তেওঁ বৈদিক-

---

(১৬) শ্ৰীমদ্দামোদৰ ৰৱসদোমগুপেসাধুযুক্তে তিষ্ঠন,
শ্ৰীকৃষ্ণদিষ্টাঙ্ঘ্ৰিদম্নুগতৰতঃ সৰ্ব্বশাস্ত্ৰাম্বুসাৰাৎ।
শ্ৰীমদ্ভক্তি বিবেকগ্ৰন্থমকৰোৎ শাকেদগ্নি বেদেষুভি
শ্চন্দ্ৰে মাঘ দিনে দিনেশ দিবসে তেনৈৱ ভুপ্যেন্দ্ৰবিঃ॥

সাহিত্যৰ পৰা আৰম্ভ কৰি পৌৰাণিক তথা তান্ত্রিক সাহিত্য পর্যন্ত বিভিন্ন গ্রন্থবোৰৰপৰা প্রয়োজনীয় কথাবোৰ উদ্ধাৰ কৰি স্বকীয় মত প্রতিষ্ঠা কৰিছে। তাকে কৰিবলৈ যাওতে শাস্ত্রীয় যুক্তি-প্রমাণৰ ভেঁটিত প্রায়বোৰ কথাৰেই বিচাৰৰ ধাৰাও মুকলি কৰি গৈছে—পণ্ডিতসকলৰ কাৰণে। সেয়েহে দেখা যায়—অন্তর্ভুক্ত বিষয়বস্তুৰ গণনাত "ভক্তি-বিৱেক" ওপৰত জুঠিলেও প্রমাণৰ আধিক্য আৰু প্রাচীনত্বৰ যোগসূত্রৰ সংস্পর্শই বিষয়বস্তুক যি দৃঢ়-ভাবে প্রতিষ্ঠিত কৰিছে, তাৰবাবে ইয়াৰ স্থান নিশ্চিতভাবে স্বকীয়া।

চতুর্থ পৰিচ্ছেদত নাম-মাহাত্ম্য-নিৰূপণ প্রসঙ্গত ভট্টদেৱে আন আন বহু শাস্ত্রৰ প্রমাণ-প্রদর্শনৰ শেষত ঋগ্বেদৰ বচন উদ্ধৃত কৰি সিদ্ধান্ত দেখুৱাইছে যে, হৰিনাম চৈতন্যস্বৰূপ ; পাপমুক্ত হোৱাৰ কাৰণে—শুদ্ধ হোৱাৰ কাৰণে ইয়াক সদায় জপ কৰিব লাগে। "মর্ত্তা অমর্ত্তস্য তে ভূৰিনাম মনামহে, বিপ্রাসো জাত বেদসঃ॥" (৮।১১।৫), "অস্য জানন্তোনাম চিদ্বিৱক্তন্।" (৫।৮।৩৫।৫) এই দুই বেদবাক্য উদ্ধৃত কৰি উক্ত কথা সুস্পষ্ট কৰাৰ উদ্দেশ্যে ভট্টদেৱে এই ধৰণে ইয়াক ব্যাখ্যা কৰি দেখুৱাইছে : "হে ভগৱন্ অমর্ত্তস্য নিত্য মুক্তস্য নাম ভূৰি সমস্ত পুণ্যাধিকং মনামহে মন্যামহে। যতস্তন্নাম নিঃশ্রমমেৱ মুক্তিমুপনয়তীতি। মর্ত্ত্যা অপি বিপ্রাবয়ং যৎ প্রাসাদাদ্বি ধ্বস্তাখিল দুষ্কর্মাশয়া জাতবেদম ইৱ শুদ্ধা ভৱামঃ, অত উপদিশামঃ হে জানন্তো মুমুক্ষবো যূয়মস্যা ভগৱতো নাম চিৎ স্বৰূপং মাবিৱক্তন্ অজস্রং জপত।" ভট্টদেৱে এইদৰে প্রতিপন্ন কৰিছে যে, ভগৱানৰ নাম-মাহাত্ম্য বেদ-প্রতিপাদিত, ইয়াৰ পৰাই এই স্মৃতি পৌৰাণিক যুগলৈ বৈ আহিছে। আকৌ, শৰণ-নির্ণয় প্রসঙ্গত কোৱা হৈছে—উপাধিভেদে যদিও ভিন্নৰূপ দেখা যায়, স্বৰূপার্থত ভগৱান এক—তেওঁ সর্ব্বব্যাপী, অন্তর্য্যামী সর্ব্বদ্রষ্টা, নির্ব্বিকাৰ, নির্গুণ ইত্যাদি। "একমেৱাদ্বিতীয়ম্ (ছান্দোগ্যোপনিষৎ), "একো দেৱঃ সর্ব্বভূতেষু গূঢ় সর্ব্বব্যাপী সর্ব্বভূতান্তৰাত্মা। কর্ম্মাধ্যক্ষঃ সর্ব্বভূতাধিবাসঃ, সাক্ষীচেতা কেৱলো নির্গুণশ্চ॥" (শ্বেতাশ্বতৰ উপনিষৎ, ৬।১১) আদি আৰু কেইবাটাও কঠোপনিষৎ আৰু ঈশোপনিষদৰ প্রমাণেৰে ব্রহ্মৰ এই ধৰণৰ স্বৰূপ প্রতিপন্ন কৰিছে। এনেকুৱা ভগৱানেই শৰণ্য। এই ধৰণৰ আৰু কিছুমান মূলতত্ত্ব "ভক্তি-বিৱেক"ত বৈদিক-সাহিত্যৰ প্রমাণেৰে প্রতিষ্ঠা কৰি ভট্টদেৱে দেখুৱাইছে যে তেওঁৰ ধর্ম্মৰ (দামোদৰী ধর্ম্মৰ) মূল বেদ।

"ভক্তি-বিৱেক"ত বিষয়বস্তুৰ উপস্থাপনৰ ক্রমৰ মাজতো বিশেষত্ব লক্ষ্য

কৰা যায়। প্ৰথমতে ভক্তি-সাধনৰ উপযুক্ত স্থান হিচাপে ভাৰতভূমিক বিভিন্ন শাস্ত্ৰ-প্ৰমাণদ্বাৰা প্ৰতিপন্ন কৰি লৈ, দ্বিতীয়তে গুৰু-শিষ্যৰ স্বৰূপ আৰু সম্বন্ধ আৰু তৃতীয়তে শৰণৰ স্বৰূপ আৰু তাৎপৰ্য্য ব্যাখ্যা কৰা হৈছে। ভক্তিমাৰ্গীৰ এই তিনিটা প্ৰাথমিক ক্ৰমাগত প্ৰয়োজনীয় কথা দেখুৱাই চতুৰ্থতে নামমাহাত্ম্য সবিশেষ ভাবে প্ৰকাশ কৰি ভক্তক নামৰ প্ৰতি আকৰ্ষিত কৰা যেন লাগে। ইয়াৰ পাছতে আকৌ ভক্তি-মাহাত্ম্য আৰু সাধুসঙ্গৰ প্ৰয়োজনীয়তা ব্যাখ্যা কৰি ভক্তক হয়তো শ্ৰৱণাদি ভক্তিৰ আচৰণীয় কৰ্ম্মৰ প্ৰতি প্ৰস্তুত কৰিছে। ভাগৱত-প্ৰদৰ্শিত নববিধা ভক্তিৰ[17] শ্ৰৱণৰ পৰা আত্মনিবেদন পৰ্য্যন্ত একাদিক্ৰমে গোটেই কেইবিধৰেই বৰ্ণনা বিষ্ণুপুৰীয়ে "ভক্তি ৰত্নাৱলী"ত দিছে। মন কৰিব-লগীয়া আৰু বিশেষত্বপূৰ্ণ কথা এই যে, ভট্টদেৱে শ্ৰৱণ, কীৰ্ত্তন স্মৰণ, পাদসেৱন, অৰ্চ্চন, বন্দন আৰু দাস্য --এই সাতবিধ ভক্তিৰ কথাহে ক্ৰমান্বয়ে বৰ্ণনা কৰিছে, শেষ পৰ্য্যায়ৰ সখ্য আৰু আত্মনিবেদনৰ বৰ্ণনা তেওঁ নকৰিলে। ইয়াৰ কাৰণ নোহোৱা নহয়। আচলতে নববিধা ভক্তিৰ শেষৰ তিনিবিধ—অৰ্থাৎ দাস্য, সখ্য আৰু আত্মনিবেদন, উচ্চতম পৰ্য্যায়ত উঠা ভক্তৰ কাৰণেহে সম্ভৱপৰ। এই তিনিবিধ তেনে ভক্তৰ ক্ৰমোন্নত মানসিক অৱস্থাৰ ফল। নিষ্ঠাবান দাসে যেনেকৈ নিজে কৰ্ম্মফল আশা নকৰি নিষ্ঠাৰ সৈতে সকলো কাম প্ৰভুৰ কাৰণেই কৰে, ঠিক তেনেকৈ দাস্য-ভক্তিত ভক্তই সকলো কৰ্ম্মফল ভগবানৰ চৰণত অৰ্পণ কৰি নিস্পৃহভাৱে কাম কৰে। ভট্টদেৱে ইয়াৰ স্বৰূপৰ কথা চমুকৈ কৈছে --"দাস্য ভাৱো দাস্যং কৰ্ম্মাৰ্পণঞ্চ" ( ১৪শ পৰিচ্ছেদ )। ভগৱানৰ ওপৰত পৰম বিশ্বাস স্থাপনেই সখ্য। ভক্তৰ এই মানসিক অৱস্থা দাস্য ভাৱতকৈ গভীৰ। আত্মনিবেদন বা দেহাৰ্পণ ভক্তিৰ উৰ্ধতম অৱস্থা। ইয়াৰ আগৰ দুই অৱস্থাত ভক্তৰ অহংভাবনা যৎকিঞ্চিৎ থাকিলেও এই অৱস্থাত সি একেবাৰে লোপ হয়, ভক্ত তেতিয়া নিৰ্বিকাৰ। গৰু এটা বেচাৰ পাচত সেই গৰুটোৰ ঘাঁহ-পানীৰ কাৰণে বেচোতা জনে আৰু যেনেকৈ চিন্তা নকৰে, আত্মনিবেদনৰ পাছতো ভক্তই আৰু নিজৰ কোনো কথা নাভাবে। দাস্য ভাবৰ খোপত কদাচিৎ কোনো ভক্ত উঠিলেও স্বৰূপাৰ্থত ভক্তিৰ সখ্যভাব আৰু আত্মনিবেদন অৱস্থা লাভ কৰা ভক্তৰ সংখ্যা বৰ কম, গৃহস্থাশ্ৰমীৰ কাৰণে ই অসম্ভৱেই। সেয়েহে, ভট্টদেৱে সম্ভৱতঃ এই দুবিধ ভক্তিৰ ব্যাখ্যা দাঙি ধৰাৰ প্ৰয়োজন বিবেচনা

(১৭) শ্ৰৱনং কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্। অৰ্চ্চনং বন্দনং দাস্যং সখ্যমাত্ম নিবেদনম্ ॥ ( ভাগৱত, ৭।৫।২৩ )

নকৰিলে। এই ধৰণে গ্ৰন্থৰ অন্তৰ্ভুক্ত সকলোবোৰ বিষয়ৰ মাজতেই যথাযোগ্য শাস্ত্ৰৰ যুক্তি সাপেক্ষে ভট্টদেৱে বিশেষত্ব দেখুৱাইছে।

ভক্তি-বিবেক ভট্টদেৱৰ অসাধাৰণ-পাণ্ডিত্য আৰু বিচাৰ-বুদ্ধিৰ পৰিচায়ক। বিষয়বস্তুৰ গুৰুত্ব, তাৰ উপস্থাপন ৰীতি, পৰিমিত উপযুক্ত ভাষাৰ মাজেদি শাস্ত্ৰীয় অৰ্থৰ দিগ্‌বলয়-প্ৰদৰ্শন আৰু সকলো কথাৰ সংযোগ-কাৰ্য্যৰ মাজত থকা শাস্ত্ৰীয় যুক্তিৰ দৃঢ়সূত্ৰৰ বান্ধোনৰ কাৰণে এই গ্ৰন্থ ধাৰ্ম্মিক-পণ্ডিত-লোকৰ অতি আদৰৰ বস্তু হৈছে। অকল অসমৰ চাৰিসীমাৰ ভিতৰতেই নহয়, সমগ্ৰ ভাৰত ভূমিতেই বৈদিক-বৈষ্ণৱ-ধৰ্ম্মৰ ৰূপৰেখা প্ৰকাশত "ভক্তি-বিবেকে" চিৰদিনেই সহায়তা কৰিব।

ভট্টদেৱ বিৰচিত পদপুথিৰ ভিতৰত "প্ৰসঙ্গমালা" আৰু "বিষ্ণু সহস্ৰ নাম" উল্লেখযোগ্য। দামোদৰী সত্ৰত দ্বাদশ-প্ৰসঙ্গ যাতে ঠিকমতে চলে সেই উদ্দেশ্যে ভট্টদেৱে প্ৰসঙ্গ-মালা ৰচিছিল বুলি জনা যায়। পাটবাউসী সত্ৰৰ ভূতপূৰ্ব্ব সত্ৰাধিকাৰ ৺ৰামদেৱ গোস্বামীৰ দ্বাৰা সম্পাদিত এই কিতাপখন ১৮৬৭ শকতে ছপা হৈ ওলাইছিল। প্ৰতিটো প্ৰসঙ্গতে গাবলগীয়া গীতবোৰৰ উপৰিও গুৰু-ভটিমা আৰু গুৰুৰ ৰূপমালা ইয়াৰ অন্তৰ্ভুক্ত কৰা হৈছে। "প্ৰসঙ্গ-মালা" মতে দামোদৰী সত্ৰ বিলাকত নাম-প্ৰসঙ্গ চলি আহিছে বুলি শুনা যায়। কাব্যিক-মূল্যতকৈ ধৰ্ম্মীয়-মূল্যৰ কাৰণেহে এই পুথিৰ গুৰুত্ব উপলব্ধি কৰা যায়।

"বিষ্ণু সহস্ৰ নাম" [১৮] পদ্ম পুৰাণৰ উত্তৰ খণ্ডৰ অন্তৰ্গত উমা-মহেশ্বৰ-সম্বাদ প্ৰসঙ্গত কথিত বিষ্ণু-সহস্ৰ-নাম খণ্ডৰ পদানুবাদ। সহস্ৰ-নাম-কথনৰ আগত প্ৰাসঙ্গিক কথাখিনিৰ অনুবাদত বিশেষ কোনো বিশেষত্ব দেখুৱাবলৈ যত্ন কৰা নাই। দুই এটা কথা অৱশ্যে কিছু চমু কৰি থৈছে। মূলৰ সহস্ৰ-নামৰ

(১৮) পাটবাউসী সত্ৰৰ ভূতপূৰ্ব্ব সত্ৰাধিকাৰ ৰামদেৱ গোস্বামীয়ে বহু বছৰ আগতে সাঁচিপতীয়া বিষ্ণু-সহস্ৰনাম পুথিখন ব্যাসকুছি সত্ৰৰ পৰা সংগ্ৰহ কৰিছিল। পুথিখনৰ প্ৰথমতে আৰু মাজৰ এঠাইত কেইটামান পাত নাছিল। সেই পাতকেইটা আন ঠাইত ক'তো নাপাই গোস্বামীদেৱে তাৰ এটা যথাযথ প্ৰতিলিপি কৰি গৈছিল। সেই প্ৰতি-লিপিটো স্বৰ্গত অধিকাৰৰ পুত্ৰ শ্ৰীগুৰু কৃষ্ণ গোস্বামীয়ে (বৰ্ত্তমান অধিকাৰ) প্ৰায় ২৫ বছৰ মান আগতে আমাক দেখুৱাইছিল। সেই প্ৰতিলিপিটোকেই যথাযথভাৱে ছপা কৰিলেও যে আমাৰ উপকাৰ হ'ব, এই কথা আমি তেতিয়াই কৈছিলো। যি কি নহওক, সেই প্ৰতিলিপিটো শ্ৰীযুত খগেন্দ্ৰনাথ পাঠকৰ উদ্যোগত এতিয়া ছপা হৈ ওলাইছে।

অসমীয়া ৰূপান্তৰতো আচলতে বিশেষত্ব দেখুৱাবলৈ বেচি সুবিধা নাই। তথাপি বিশেষে কঠিন নাম বিলাকৰ অৰ্থ বুজাৰ কাৰণে ভট্টদেৱে অলপ বহলাই অনুবাদ কৰিছে। উদাহৰণ স্বৰূপে ঃ

কোটীন্দুজগদানন্দী শম্ভু কোটি মহেশ্বৰঃ।
কন্দৰ্প কোটিলাৱণ্যো দুৰ্গকোট্যৰিমৰ্দ্দনঃ॥
সমুদ্ৰ কোটি গম্ভীৰস্তীৰ্থ কোটি সমাহ্বয়ঃ।
কুৱেৰ কোটিলক্ষ্মীৱান শক্ৰকোটিবিলাসবান॥
হিমৱৎ কোটি নিষ্কম্পঃ কোটি ব্ৰহ্মাণ্ডবিগ্ৰহঃ।
কোট্যশ্ব মেধপাপঘ্নো যজ্ঞকোটি সমাৰ্চ্চনঃ॥
সুধাকোটি স্বাস্থ্যহেতুঃ কামধুক্কোটি কামদঃ।
ব্ৰহ্মবিদ্যা কোটিৰূপঃ লিপিবিষ্টঃ শুচিশ্ৰৱাঃ।

(মূল, ৭।১।১৫২—১৫৫)

পদঃ চন্দ্ৰমা কৌটিতো কৰি বিশ্ব সুখকৰ।
মহন্ত কৌটিতো কৰি মহন্ত ঈশ্বৰ॥
কুবেৰ কৌটিতো কৰি প্ৰভূলক্ষ্মীৱন্ত।
মহেন্দ্ৰ কৌটিতো কৰি বিলাস হোৱন্ত॥
কন্দৰ্প কৌটিতো কৰি লাৱণ্য শোভন।
দুৰ্গা কৌটি সমমন্ত্ৰ বল বিমৰ্দ্দন॥
সমুদ্ৰ কৌটিতো কৰি পৰম গম্ভীৰ।
সতীৰ্থ কৌটিতো কৰি কীৰিতি ৰুচিৰ॥
হিমৱন্ত কৌটিসম নিষ্কম্প সুসাৰ।
কৌটি কৌটি ব্ৰহ্মডিম্ব লোম ৰন্ধ্ৰে যাৰ॥
কৌটি অশ্বমেধ সম পাপ বিনাশন।
যজ্ঞ কৌটি সম যাৰ সুকৃত অৰ্চ্চন॥
সুনৃত কৌটিত কৰি সুখৰ কাৰণ।
কৌটি কামধেনু সম কামনা পূৰণ॥
ব্ৰহ্মবিদ্যা কৌটি যাক কৰে নিৰূপণ।
সিদ্ধিৰিষ্ট শুচিশ্ৰৱ যেন প্ৰাণধৰ॥ ( ১০৬—১০৯ )

মূলৰ সহস্ৰ-নামৰ ভিতৰত "শিৱত্ৰি শূল-বিধ্বংসী"ও ( ৭।১।১৭১।

অন্যতম। বিষ্ণুৰ এই নামটো কেনেকৈ হ'ল, ভট্টদেৱে পদত বহলকৈ দেখুৱাইছে :

একদিনা শিৱ নৰনাৰায়ণ
আসি ভৈল উপাসন ॥
হাতত কপোল দেখি তাত কাল
বুলিলন্ত মুনীশ্বৰ।
তোমাৰ ত্রিশূল মো'হাৰ কান্ধত
প্রহাৰ কৰা সম্ভৰ ॥
ঈশ্বৰৰ বাণী শুনি শূলপাণি
হানিলা কান্ধে ত্রিশূল।
তেতিক্ষণে চণ্ড শবদেক কৰি
ত্রিশূল ভৈলা নির্ম্মূল ॥
এতেক তাহান ভৈলা এক মন
শিৱৰ ত্রিশূল ধৰি।
আৰু মহেশক দিলা এক বৰ
কপোল মোচন কাৰী ॥ ( ১৩৩—১৩৪ )

এইদৰে বেচিভাগ ঠাইতে নামবোৰৰ অৰ্থটো বুজাকৈ আৰু কোনো কোনো ঠাইত নামটোৰ তাৎপৰ্য্যপূৰ্ণ অৰ্থ বহলকৈ ব্যাখ্যা কৰাও হৈছে। এই বিশেষত্বৰ কাৰণে ভট্টদেৱৰ বিষ্ণু-সহস্রনাম পদৰ মূল্য বাঢ়িছে। এই কিতাপখনৰ ধৰ্ম্মীয় মূল্যতকৈ কাব্যিক বা সাহিত্যিক মূল্য বেচি। বিষ্ণুবাচক নানান দুৰ্ব্বোধ্য শব্দৰ অৰ্থ, যিবোৰ অভিধানতো পাবলৈ নাই, তাক জনাৰ কাৰণে ভট্টদেৱৰ এই পদ সহজলভ্য অবলম্বন। এই দিশৰ পৰা চালে ভাৰতীয় কাব্যিক পটভূমিতেই এই বিষ্ণু-সহস্র-নাম-পদৰ মূল্য আছে। নানান শাস্ত্রৰ ব্যাপক কথাৰে ভট্টদেৱৰ জ্ঞানৰ ভাণ্ডাৰ যে পৰিপুষ্ট, তাৰ চিন এই পদ পুথিখনৰ মাজতো সুস্পষ্ট।

"নন্দোৎসৱ" ভট্টদেৱ বিৰচিত আন এখন পুথি। কলেবৰত ই অতি ক্ষুদ্র। ৺গঙ্গাধৰ দেৱ গোস্বামী সংগৃহীত এই পুথিখনিও বহুবছৰ আগতে ৺ৰামদেৱ গোস্বামীৰ সৌজন্যত প্রকাশ হৈছিল। কৃষ্ণ জন্মাৰ পাচত নন্দগৃহত গোপীগণ সমন্বিতে আনন্দ উৎসৱৰ যি পয়োভৰ হ'ল, নন্দৰাজে যি দান-দক্ষিণা দিলে, তাৰেই চমু বৰ্ণনা এই পুস্তিকাত পোৱা যায়। সন্তান জন্মাৰ পাছত

আচৰণীয় ধৰ্ম্মীয় আৰু লৌকিক কৰ্ম্ম-পদ্ধতিৰ ধাৰা পুস্তিকাখনিয়ে বহন কৰিছে। কলেবৰত ক্ষুদ্ৰ হলেও ইয়াৰ ৰচনা-গাম্ভীৰ্য্যই ভট্টদেৱক সোঁৱৰণ কৰাব পাৰে।

## ৩। সামৰণি

বি-এ মহলাৰ ছাত্ৰ-ছাত্ৰী সকলৰ কাৰণে উপযোগীকৈ আমি কথা-ভাগৱতৰ ১ম স্কন্ধ সম্পাদন কৰি ১৯৫৭ ইং চনতে প্ৰকাশ কৰিছিলো। সেই গ্ৰন্থখনে সকলো দিশৰ পৰা সমাদৰ-প্ৰশংসা লাভ কৰাত আৰু লগতে, সহৃদয় পাঠক-গোষ্ঠীৰ পৰা আমিও উৎসাহিত হোৱাত সমগ্ৰ কথা-ভাগৱতখন সম্পাদন কৰি উলিয়াবলৈ আমাৰ অন্তৰত প্ৰবল আগ্ৰহ জন্মে আৰু তাৰ হেচা ক্ৰমে বাঢ়ি আহিছে। ১৯৬০ ইং চনত কথা-ভাগৱত ১০ম স্কন্ধ আৰু ১৯৬৭ ইং চনত ইয়াৰ দ্বিতীয়-তৃতীয় স্কন্ধ যে আমি সম্পাদন কৰি প্ৰকাশ কৰিব পাৰিছো, ইয়ো সেই ক্ৰমবৰ্দ্ধমান আগ্ৰহৰেই ফল।

১৯৮১ ইং চনত নলবাৰীৰ পূৰ্ব্বভাৰতী”য়ে মূল্যবান পুৰণি পুথি প্ৰকাশৰ এটা আঁচনি গ্ৰহণ কৰে। সেই আঁচনিৰ প্ৰথম পদক্ষেপ হিচাপে শ্ৰীশ্ৰী ভট্টদেৱ-বিৰচিত সমগ্ৰ, কথা-ভাগৱতখন ছপা কৰি উলিয়াবলৈ সিদ্ধান্ত লয় আৰু তাৰ সম্পাদন-কাৰ্য্যৰ ভাৰ আমাৰ ওপৰত দিয়ে। বহু কালৰে পৰা আমাৰ অন্তৰ হেন্দোলিত কৰি অহা প্ৰবল আগ্ৰহৰ স্ৰোতে বহিঃপ্ৰকাশ লাভ কৰাৰ সুযোগ পোৱা বুলি আমিও ভাবিলো। সেই মৰ্ম্মে গ্ৰন্থখনৰ সম্পাদনাৰ কামটো কৰা হ'ল। এই প্ৰসঙ্গত বিশেষ ভাবে উল্লেখ কৰিবলগীয়া কথা—পাটবাউসী সত্ৰৰ সাঁচিপতীয়া পুথিৰপৰা ইয়াৰ পাঠ শুদ্ধ ভাৱে লোৱা হৈছে, তাৰ মাজত মূল-ভাগৱতৰ অৰ্থ আৰু ভাব যাতে ঠিক থাকে, তাৰ বাবেও চকু ৰখা হৈছে। এই উদ্দেশ্যে সাঁচিপতীয়া পুথিখন দি ভট্টদেৱী সাহিত্য-প্ৰচাৰৰ ক্ষেত্ৰত উদাৰতা দেখুৱা বাবে মোৰ প্ৰিয়-ছাত্ৰ ( পাটবাউসীসত্ৰৰ বৰ্ত্তমান অধিকাৰ ) শ্ৰীমান গুৰুকৃষ্ণ গোস্বামী এম-এ বোপাক আন্তৰিক ধন্যবাদ জনাইছোঁ। আন

এটা কথা। আমাৰ দ্বাৰা সম্পাদিত কথা-ভাগৱতৰ ১০ম স্কন্ধৰ ভূমিকাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব্ব উপাচাৰ্য্য ডঃ সূৰ্য্যকুমাৰ ভূঞাদেৱে আমাক যথোচিত প্ৰশংসা কৰাৰ লগতে আশা পোষণ কৰিছিল—"আশা কৰোঁ, শ্ৰীমান শৰ্ম্মাদলৈৰ চেষ্টাত ভট্টদেৱৰ বিৰচিত সম্পূৰ্ণ কথা-ভাগৱত একেখন গ্ৰন্থ হিচাপে সৰ্ব্বসাধাৰণে পঢ়িবলৈ পাব।" (১৪-১১-৬০ ইং) শ্ৰদ্ধাস্পদজনাৰ আশীৰ্ব্বাদ স্বৰূপ এই মন্তব্যৰ কাৰণে আজি তেখেতৰ স্বৰ্গত আত্মাৰ প্ৰতিও শ্ৰদ্ধা জনাইছোঁ।

সাঁচিপতীয়া পুথিৰ পৰা পাঠ মিলোৱাত অনবৰত সহায় কৰিছে প্ৰিয়তমা পত্নী শ্ৰীমতী শশীবালা দেৱীয়ে আৰু বহুত কষ্ট কৰি এই গোটেইখন প্ৰকাণ্ড গ্ৰন্থৰ পাণ্ডুলিপি প্ৰস্তুত কৰিছে মৰমৰ কন্যা শ্ৰীমতী মঞ্জু দেৱীয়ে (বুলু)। দুয়োজনীৰে শলাগ লৈছোঁ। বৰপেটা সংস্কৃত টোলৰ প্ৰধান অধ্যাপক শ্ৰীযুত লক্ষ্মীনাথ শৰ্ম্মা স্মৃতি-ব্যাকৰণ শাস্ত্ৰীদেৱে বিশেষকৈ গ্ৰন্থৰ অন্তৰ্গত সংস্কৃত শ্লোক বিলাক শুদ্ধ কৰাত আমাক সহায় কৰিছে। তেখেতলৈ শ্ৰদ্ধা, আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। "পূৰ্ব্বভাৰতীৰ সচিব অধ্যাপক শ্ৰীশশী শৰ্ম্মাই সততে খা-খবৰ লৈ উৎসাহ-উদ্দীপনা যোগোৱা কাৰণে তেৰোঁকো ধন্যবাদ জনাইছোঁ। এই মহৎ জাতীয় গ্ৰন্থখন ছপা কৰি উলিওৱা কাৰণে "পূৰ্ব্বভাৰতী"ৰ কৰ্তৃপক্ষকো কৃতজ্ঞতা জনাইছোঁ।

আকৌ, শেষৰ ফালে এই গ্ৰন্থৰ ছপা কাৰ্য্যত "পূৰ্বভাৰতী"ৰ নৱনিৰ্বাচিত-সচিব ড° কৈলাশ শৰ্মাক আৰু ইয়াৰ কিছু অংশৰ প্ৰুফ্ চোৱা কাৰণে শ্ৰীযুত যোগেশ গোস্বামীকো আমি ধন্যবাদ জনাইছোঁ।

গোটেইখন গ্ৰন্থৰে প্ৰুফ্ চোৱাৰ সুবিধা আমাৰ নিজৰ নহ'ল। এই কাৰণত অজ্ঞাতসাৰে কিবা ভুল ৰৈছে যদি, সদাশয় পাঠকে যেন মাৰ্জ্জনা কৰে

ইতি—

শ্ৰীহৰিনাথ শৰ্ম্মাদলৈ
বৰপেটা
১০।৭।৮৭ ইং

ওঁ নমো ভগৱতে বাসুদেৱায়।

# প্ৰথম স্কন্ধ

## প্ৰথম অধ্যায়

নমো গণেশায়।

শ্লোক :  যো লোকমোক্ষায় যশোবিভূত্যৈ
চকাৰ লীলাং ব্ৰজবাসি ভূত্যৈঃ।
তং গোপবেশং প্ৰণমামি কৃষ্ণং
তৎ কীৰ্ত্তিগীতোৎসুকগোপজুষ্টম্॥
শ্ৰীকৃষ্ণ পাদযুগলাব্জমধুলুব্ধভৃঙ্গাঃ
গায়ন্তি যজ্জনমনোহৰ শাস্ত্ৰমুচ্চৈঃ।
তৎসম্প্ৰদায়কথয়া কথয়ামি গাথাং
সন্তত্তৰুন্দৰতয়ে মতয়ে জনানাম্॥

### সূতৰ প্ৰতি শৌনকাদিৰ প্ৰশ্ন :

কথা :  জয় জয় শ্ৰীকৃষ্ণ বিষ্ণু দেৱকী নন্দন পৰমানন্দ গোৱিন্দ যো জগত-ঈশ্বৰ পুৰুষোত্তম সকল লোকক কৃপায়ে অৱতৰি বহুবিধ লীলা কয়ল, সেই গোপবেশ নন্দনন্দন চৰণে সহস্ৰ কৌটিবাৰ প্ৰণাম কৰো। যাৰ নাম পাপ হৰ

পৰম মঙ্গল মুক্তি দায়ক, তাহানে চৰিত্ৰ শ্ৰীভাগৱত শাস্ত্ৰ ; দ্বাদশ স্কন্ধ তিনি শত পঞ্চত্ৰিংশ অধ্যায়, তাহাৰ কথাবন্ধে কিছো নিবন্ধিতে চাওঁ। ময়ি অল্পমতি তথাপি শ্ৰীদামোদৰৰ আজ্ঞায়ে সন্তসবৰ অনুমোদনে টীকা ভাষ্য অনুসৰি সংক্ষেপ প্ৰকাৰে নিবন্ধো। [ ভট্টদেৱৰ নিজা মঙ্গলাচৰণ ]

প্ৰথমে প্ৰথম স্কন্ধ কহো : বিশ্ব সৃষ্টি আদি নব লক্ষণে লক্ষিত জগতৰ পৰম আশ্ৰয় শ্ৰীকৃষ্ণক নমো। বেদব্যাস ঋষি প্ৰথমে নানা শাস্ত্ৰ কৰিলা ; তথাপি মন প্ৰসন্ন নভৈল, পৰম খেদত শ্ৰীনাৰদ উপদেশে শ্ৰীভাগৱত কৰিতে শাস্ত্ৰৰ প্ৰতিপাদ্য পৰমেশ্বৰক চিন্তন্ত। ( শ্ৰীধৰ স্বামীৰ টীকা )

যাহাত মিছা প্ৰপঞ্চ প্ৰকাশে, যাত হন্তে জগতৰ সৃষ্টি-স্থিতি-সংহাৰ হয় ; প্ৰকৃতি-পুৰুষত পৰ, ব্ৰহ্মাৰো জ্ঞানদাতা সত্য সৰ্ব্বজ্ঞ তাহাঙ্ক চিন্তওঁ। সকল শাস্ত্ৰত কৰি শ্ৰীভাগৱত শ্ৰেষ্ঠ ; যাক শ্ৰীনাৰায়ণে কহিছা ; যাত কহে পৰম ধৰ্ম্ম কেৱল হৰিভজন ; মোক্ষতো কৰি শ্ৰেষ্ঠ ; যাত ব্ৰহ্মজ্ঞান অযত্নে হয় ; পৰম সুখ দেই, তিনি তাপ হৰে। আন শাস্ত্ৰে তাৰ উক্ত সাধনেয়ো ঈশ্বৰক সত্যে সত্যে হৃদয়ত স্থিৰ কৰিতে নাপাৰে ; ইয়াৰ শুশ্ৰূষু সকলে তৎক্ষণে হৰিক হৃদয়ত ৰাখে। বুলিবা, সবে কেনে নুশুনয়, যাতো পুণ্যবিনে শ্ৰৱণত ইচ্ছা কৰিতে নাপাৰে। বেদ-কল্পলতাৰ ফল ভাগৱত শাস্ত্ৰ কেৱল অমৃত ৰস বৈকুণ্ঠে আছিল ; নাৰদে আনি ব্যাসক দিল ; ব্যাসো শুকক পঢ়াইলা ; শুক মুখে পৃথিবীত ব্যক্ত হৈলা। আক জানি হে ৰসিকসব, সদায়ে পান কৰা ; যাতো মুক্তো আদৰে। হেন জানি সামাজিকসব শ্ৰীভাগৱত সাবধান মনে নিত্য শ্ৰৱণ-কীৰ্ত্তন কৰা ; প্ৰথমে ডাকি হৰি বোল হৰি। ( শ্লোক ১—৩ )

নৈমিষাৰণ্যত শৌনকাদি মুনিগণে বিষ্ণুপ্ৰাপ্তিৰ অৰ্থে সহস্ৰ বৎসৰ যজ্ঞ কৰন্ত ; একদিনা প্ৰভাতে সৰ্ব্ব কৰ্ম্ম কৰি পুৰাণবক্তা সূতক আদৰি প্ৰশ্ন কৰন্ত : হে সূত, তুমি পুৰাণ ভাৰত ধৰ্ম্ম শাস্ত্ৰচয় পঢ়ি ব্যাখ্যা কৰিছা ; আৰো ব্যাস আদি মুনিসবে যি জানন্ত তাকো জানা ; যাত প্ৰিয় শিষ্যত গুৰুসবে গুহ্যকো কহে। সেই সেই শাস্ত্ৰৰ পুৰুষৰ ঐকান্তিক শ্ৰেয়স তুমি নিশ্চয় কৰি কহা। বুলিবা, আনো বিচাৰি জানোক, তাক নাপাৰে। যাতো কলিযুগে লোক অল্পমতি, অল্পআয়ু, অল্পভাগ্য ; আৰো নানা তাপে তাপিত ; এতেকে বহুশাস্ত্ৰ বিভাগি শুনিতে লোকে তাক নাপাৰে ; আক জানি তুমি সৰ্ব্বশাস্ত্ৰ-সাৰ উদ্ধাৰি লোকৰ কুশলৰ অৰ্থে কহ। যাহাত লোকৰ মন প্ৰসন্ন হৈবেক। ( শ্লোক ৪—১১ )

আৰো প্ৰশ্ন কৰো : ভগৱন্ত দেৱকীৰ গৰ্ভে কি নিমিত্তে উপাজিলা তাক শঙ্কায়ে শুনিতে চাওঁ। যাৰ নামে সংসাৰ হৰে : যাৰ ভক্তক দৰ্শনে লোক পৱিত্ৰ হয় ; যাৰ যশে কলিমল বিনাশে ; এতেকে তাহান কথা কোনে নশুনিব ( শ্লোক ১১—১৬ )।

আৰে সৃষ্ট্যাদি লীলা কহা। যাক নাৰদাদিয়ো গাৱে। আৰো হৰিৰ অৱতাৰ কথা কহা : যাক শুনিতে তৃপিত নাই। যাতো ক্ষণে ক্ষণে স্বাদোত্ত কৰি স্বাদ। ( শ্লোক ১৭—১৯ )

আৰো শ্ৰীকৃষ্ণৰ চৰিত কহা, বলভদ্ৰ সহিতে যে যে কৰ্ম কৰিলা। আৰো প্ৰশ্ন কৰো : কৃষ্ণৰ ৰক্ষক নষ্ট বৈকুণ্ঠক গৈলে ধৰ্ম্ম কাহাত শৰণ পশিল। এহি ছয় পশ্ন আমাত বুঝাই কহা ; হেন বলিবা তোৰা যজ্ঞাদিত থাকল। কেমনে এতেক কথা শুনিবা : আমি কলি কাল দেখি তাক ভয়ে তৰিবাক লাগি দীৰ্ঘ সত্ৰ পাতি আছো ; এতেকে শুনিতে অৱজৰ পাওঁ॥ ( শ্লোক ২০--২৩ )

শ্ৰীদামোদৰপাদপদ্মমধুব্ৰতকৱিৰত্নকৃতায়াং শ্ৰীভাগৱতকথায়াং
প্ৰথম স্কন্ধে পথমোঽধ্যায়ঃ॥

হে কৃপাময় মহেশ্বৰ : যাক জানিবাক লাগি ঋষিসবে ছয় প্ৰশ্ন কৰিলা : হেন ভগৱন্তৰ কথা আৰম্ভি তাক প্ৰণাম কৰো। আক জানি সামাজিকসব, ডাকি হৰি বোল হৰি॥

শ্লোক : প্ৰথমে প্ৰথমাধ্যায়ে ষট্ প্ৰশ্না ঋষিভিঃ কৃতাঃ।
তৎকথাকথনং কৃত্বা শ্ৰীকৃষ্ণং প্ৰণতোঽস্ম্যহম॥

# দ্বিতীয় অধ্যায়

## সূতৰ উত্তৰ

কথা : এহি ছয় প্ৰশ্ন শুনি সূত আনন্দিত হৈলা। চাৰি প্ৰশ্নৰ উত্তৰ কহিতে লাগিলা। প্ৰথমে গুৰু দেৱতাক নমি সংসাৰ জয় গ্ৰন্থ আৰম্ভিলা। ( শ্লোক ১—৪ )

সেই পুৰুষৰ পৰম ধৰ্ম্ম, যাত হন্তে হৰি-ভক্তি হয়। যি ভক্তিত মন প্ৰসন্ন হয়। বুলিবা ধৰ্ম্মে জ্ঞান সাধে, কেনে ভক্তি হৈব ; ভাল বুলিলা, সিও জ্ঞান ভক্তি কৰিলেসে হয় ; ভক্তি বিনে সকল জ্ঞান কেৱলে শ্ৰম। (শ্লোক ৫—৮)

ধৰ্ম্মৰ ফল মোক্ষ মাত্ৰ, অৰ্থ কাম নোহে। এতেকে জীৱনৰ ফল তত্ত্ব-জিজ্ঞাসা ; যাক বৈদান্তিকে ব্ৰহ্ম বোলে ; যোগী পৰমাত্মা বোলে ; ভক্ত সকলে ভগৱন্ত বোলে, সেই তত্ত্বক ভক্তিসি পাই। এতেকে একাগ্ৰমনে কৃষ্ণক শ্ৰৱণ কীৰ্ত্তন স্মৰণ কৰা। যাৰ ধ্যানখড়্গে কৰ্ম্ম-গ্ৰন্থি ছেদে, তাহান কথাক কোনে ৰতি নকৰিবেক। ( শ্লোক ৯—১৫ )

ভাল কহিলা, তথাপি কথাত ৰতি নহে, আৰে কি কৰিবো। ইহাৰ উত্তৰ শুনা। প্ৰথমে সন্ত গুৰুক আশ্ৰয় কৰি সেৱা কৰা ; পাছে হৰিকথা শ্ৰৱণ ইচ্ছা হৈবেক ; তেবেসে কথাত ৰতি হৈবেক। কথা শ্ৰৱণ কৰিলে হৰি হৃদিগত হুয়া সকল কাম-বাসনা নাশ কৰিবন্ত। কাম-বাসনা নাশ হৈলে হৰিত নিচল ভক্তি হৈব। তেবে কাম ক্ৰোধ এৰি মন প্ৰসন্ন হয়। প্ৰসন্ন মনত ভগৱন্তক দেখে। তেবে অহঙ্কাৰ গুচে, অহম্ভাৱনা নাশ হয়, পাছে জীৱ

মুক্ত হয়। এতেকে বিবেকী সকলে পৰম আনন্দে ভগৱন্ত বাসুদেৱত নিতান্তে ভক্তি কৰন্ত। ( শ্লোক ১৬—২২ )

ৰাজসিক তামসিক ব্ৰহ্মা মহেশক নভজন্ত। যাতো সত্ত্ব মূৰ্ত্তি বাসুদেৱতেসে মোক্ষ, আনত নহে। পূৰ্ব্বত মুনিসবে বাসুদেৱক মাত্ৰ ভজিছন্ত; তাৰাক যি অনুবৰ্ত্তে তাৰ কুশল হয়। এতেকে মুমুক্ষসবে ঘোৰৰূপ দেৱতাক এৰি হৰিৰ শান্ত মূৰ্ত্তি অৱতাৰক মাত্ৰ ভজন্ত; আনো দেৱতাকো নিন্দা নকৰন্ত। ৰাজসিক তামসিক জনেসে ধন সম্পত্তি পুত্ৰৰ অৰ্থে নানা দেৱতাক ভজে; মোক্ষদাতা পদে বাসুদেৱ ভজনি কহিলো। আৰো বেদাদি শাস্ত্ৰগণে বাসুদেৱক মাত্ৰ কহে। এতেকে বাসুদেৱ মাত্ৰ ভজনি, আন নহে। ( শ্লোক ১৩—১৯ )

সৃষ্টি আদি প্ৰশ্নৰ উত্তৰ কহন্ত: বাসুদেৱে আপুনাৰ মায়ায়ে সকল জগত সৃজিছা; তাত প্ৰৱেশ হুয়া নানাৰূপে প্ৰকাশ কৰা। যেন একে অগ্নি নানা কাষ্ঠত নানাৰূপে প্ৰকাশ কৰন্ত; নানা দেহত জীৱকো নানা ভোগ কৰান্ত, কৃষ্ণে নানা অৱতাৰ ধৰি নানা ক্ৰীড়া কৰি লোক পালন্ত; আতে দুই প্ৰশ্নৰ উত্তৰ বুঝিবা॥ ( শ্লোক ৩০—৩৪ )

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে দ্বিতীয়োঽধ্যায়ঃ।

হে কৃষ্ণ নন্দনন্দন পৰমানন্দ, দ্বিতীয় অধ্যায়ত চাৰি প্ৰশ্ন সিদ্ধান্তে যাক কহিল হেন ঈশ্বৰত মঞি শৰণ পশিলোঁ। হেন জানি সামাজিকসব নিৰন্তৰে হৰি বোল হৰি॥

শ্লোক: চতুঃপ্ৰশ্নাৰ্থসিদ্ধান্তদ্বিতীয়াধ্যায়ৱৰ্ণনৈঃ।

শ্ৰীকৃষ্ণং শৰণংযামি নন্দনন্দনমচ্যুতম্॥

———

# তৃতীয় অধ্যায়

## অৱতাৰকথনৰদ্বাৰা ভগৱানৰ চৰিত্ৰবৰ্ণনা

কথা : তৃতীয় অধ্যায়ে সূতে বাইশ অৱতাৰ কহন্ত। ভগৱন্ত প্ৰথমে পুৰুষ অৱতাৰ হৈল, সি পুৰুষত তিনিলোক প্ৰকাশে। বুলিবা কোন ভগৱন্ত তাক কহ ; যাক জলশায়ী নাৰায়ণ বুলি। যাৰ নাভিপদ্মত ব্ৰহ্মা উপজিলা তেওঁ সৰ্ব্ব অৱতাৰৰ কাৰণ। ( শ্লোক ১—৫ )

সেই নাৰায়ণে প্ৰথমে কুমাৰ অৱতাৰ হৈয়া অখণ্ড ব্ৰহ্মচৰ্য্য কৰিলা। দ্বিতীয়ে বৰাহৰূপে পৃথিৱী উদ্ধাৰিলা : তৃতীয়ে নাৰদৰূপে সাত্বত তন্ত্ৰ কৰিলা। চতুৰ্থে নৰনাৰায়ণ ঋষি হুয়া দুশ্চৰ তপ আচৰিলা ; পঞ্চমে কপিল অৱতাৰে সাংখ্য কহিলা। ( শ্লোক ৬—১০ )

ষষ্ঠ অৱতাৰে দত্তাত্ৰেয় হুয়া প্ৰহ্লাদ আদিক আত্মজ্ঞান দিলা : সপ্তমে যজ্ঞ অৱতাৰে আপুনি ইন্দ্ৰ হুয়া স্বায়ম্ভুব মন্বন্তৰ পালিলা। অষ্টমে ঋষভ অৱতাৰ হুয়া ধীৰৰ পন্থ দেখাইলা। নৱমত পৃথু অৱতাৰ হুয়া পৃথিৱী দহিলা। দশমত মৎস্য অৱতাৰ হুয়া প্ৰলয় জলত সত্যব্ৰতক তাৰিলা। (শ্লোক ১১—১৫)

একাদশে কূৰ্ম্ম অৱতাৰে মন্দৰ ধৰিলা। দ্বাদশত ধন্বন্তৰী অৱতাৰে অমৃত-ঘট আনিলা ; ত্ৰয়োদশে মোহিনীৰূপে দৈত্যক মোহি দেৱক অমৃত পান কৰাইলা। চতুৰ্দ্দশে নৰসিংহ অৱতাৰে হিৰণ্যকশিপুক বধিলা। পঞ্চদশে বামন অৱতাৰে তিনিপদ ছলে বলিৰ ত্ৰৈলোক্য হৰিলা। ষোড়শ অৱতাৰে পৰশুৰাম হুয়া পৃথিবী নিক্ষেত্ৰী কৰিলা। ( শ্লোক ১৬— ২০ )

সপ্তদশে ব্যাস অৱতাৰে বেদতৰুক শাখা বিভাগ কৰিলা। অষ্টাদশে শ্ৰীৰাম অৱতাৰে সেতু বন্ধনাদি কৰ্ম্ম কৰিলা। উনৈশ অৱতাৰে বলভদ্ৰৰূপে প্ৰলম্বাদি বধিলা। বিংশে শ্ৰীকৃষ্ণ অৱতাৰে ভূভাৰ হৰিলা। পাছে কলিযুগে বুদ্ধ অৱতাৰে পাষণ্ড বাদে অসুৰ মোহিবা। কলিৰ অন্তত কল্কি অৱতাৰে পাষণ্ড দণ্ডিবা। ( শ্লোক ২১—২৫ )

এহিমতে হৰিৰ অনেক অৱতাৰ বুঝিবা। ঋষি, মনু, মনুপুত্ৰ দেৱ প্ৰজাপতি সবাকো হৰিৰ বিভূতি জানিবা। আত বিশেষ কহো। অৱতাৰ সব নাৰায়ণৰ কতো অংশ, কতো কলা, কৃষ্ণ পুনু পৰিপূৰ্ণ ভগৱন্ত আপুনি নাৰায়ণে হৈয়াছা। এহি অৱতাৰ কথা প্ৰভাতে সায়াহ্নে ভক্তিপূৰ্ব্বকে যি কীৰ্ত্তন কৰে সি জ্ঞান পায়া অনায়াসে দুখ সংসাৰ তৰে। ( শ্লোক ২৬-২৯ )

এহিমতে অজনৰ জন্ম অকৰ্ত্তাৰ কৰ্ম্ম নাৰদাদিয়ো গাৱে। বুলিবা ঈশ্বৰৰ নানা কৰ্ম্মত কি প্ৰয়োজন। আৰ উত্তৰ শুনা। নিপুণ বুদ্ধিয়ো অনেক শাস্ত্ৰ জানি ঈশ্বৰৰ লীলা নজানে। ভকতে কদাচিত জানে যদি শুদ্ধভাবে তান কথা শ্ৰৱণ কীৰ্ত্তন কৰে। ( শ্লোক ৩০—৩৮ )

এতেকে তোৰা কৃতাৰ্থ হৈলা; যাতো ভকতি পন্থত প্ৰবৰ্ত্তিলা, যে পন্থত প্ৰবৰ্ত্তিলে পুনু সংসাৰ নহে। শৌনকাদি পুছন্ত: হে সূত, কি অপূৰ্ব্ব কহিলা। সূতে বোলন্ত: ই ভাগৱত শাস্ত্ৰ হৰিনাম প্ৰধান: চাৰি বেদতুল্য কৃষ্ণচৰিত লোকৰ কুশলৰ অৰ্থে ব্যাস ঋষি কহিছা; যাক কামনা কৰি শ্ৰৱণ কীৰ্ত্তন কৰিলে ধনধান্য হয়; পুত্ৰপৌত্ৰ বাঢ়ে, সকল আপদ গুচে, নিষ্কাম জনৰ মহাফল ভক্তি হয়; আৰো অযত্নে মুক্ত হয়। সৰ্ব্বশাস্ত্ৰ সাৰ ভাগৱত কৰিয়া ব্যাসে পৰম জ্ঞানী শুকক পঢ়াইলা। শুকে পৰীক্ষিতক শুনাইলা, মৰণ সময়ে বৈৰাগ্য মনে ঋষিগণ সহিতে গঙ্গাতীৰত থাকন্তে। কৃষ্ণ বৈকুণ্ঠক গৈলে ধৰ্ম্মজ্ঞান বৈৰাগ্য লগতে গৈল। ধৰ্ম্মাদি প্ৰকাশবিনে কলিৰ লোক সব অন্ধ ভৈল। আবে পুৰাণৰ সূৰ্য্য শ্ৰীভাগৱত উদয় ভৈলা। যাৰ প্ৰকাশে সকল লোক সংসাৰ তৰে সেই ভাগৱত শুক মুনি কহন্তে মঞি শুনিলো। তান প্ৰসাদে ভাগৱত জানিলো। তাক সংক্ষেপে কহিছা, বিস্তৰ কৰি কহিবো যদি সাদৰে শুনা। ( শ্লোক ৩৯—৪৫ )

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে তৃতীয়োঽধ্যায়ঃ ॥

হে ভগৱন্ত দামোদৰ, তোমাক প্ৰণাম কৰো—যেমনে সাধু সঙ্গত তোমাৰ কথা কহিবে পাৰো তেমনে কৃপা কৰা। সামাজিকসব ডাকি হৰি বোল হৰি॥

শ্লোক : দ্বাত্ৰিংশত্যৱতাৰোক্ত্যা তৃতীয়াধ্যায়ৱৰ্ণনৈঃ।
শ্ৰীমদ্ভাগৱতব্যাখ্যাং কৰ্ত্তুং যাচে সতাংকুলে॥

---

# চতুৰ্থ অধ্যায়

## ব্যাসৰ অপৰিতোষ

কথা : চতুৰ্থ অধ্যায়ে ব্যাসৰ অপৰিতোষ কহিবা। মুনিগণ মুখ্য শৌনকে পুছন্ত : হে সূত, তুমি মহা ভাগ্যবন্ত, আমাত ভাগৱত কথা কহ, শুক মুনি যাক কহিছা। কোন যুগত, কোন স্থানত, কিবা কাৰণে, কোনেবা বুলিলে, ব্যাসে ভাগৱত কৰিলা। তাকো কহ। আৰো বলিছা, শুকে ভাগৱত কহিলা : তাহান কথা কহন কেমনে ঘটে, যাতো মহাযোগী সমদৰ্শী মঢ় হেন ফুৰন্ত ; যাক দেখি স্ত্ৰীগণো বস্ত্ৰ নসম্বৰে। (শ্লোক ১—৫)

এমন জনক লোকে কেমনে মহামুনি বুলি জানিলেক। তান্ত পৰীক্ষিতেয়ো কেমনে কথা পুছিলা ; শুকেয়ো কেমনে কহিলা ; যাতো গোদোহনৰ কাল মাত্ৰ গৃহস্থৰ গৃহত থাকন্ত। হেন মুনি কেমনে বহুদিন ৰহি ভাগৱত কহিলন্ত। পৰীক্ষিতৰো চৰিত্ৰ পৰম পৱিত্ৰ তাকো কহা। কেনে চক্ৰবৰ্ত্তী সম্পতি এৰি তৰুণ কালতে মৰিবাক লাগি গঙ্গাতীৰে গৈলা। (শ্লোক ৬ ১০)

যাতো বিষ্ণুভক্তসব লোকৰ কুশলৰ অর্থে প্রাণ ধৰে। এতেকে লোকৰ উপকাৰী শৰীৰ কেমনে তেজিলা ; একথা আমাত বুঝাই কহা। যাতো তুমি সকল শাস্ত্র জানা। (শ্লোক ১১—১৩)

সূতে কহন্ত : দ্বাপৰ যুগৰ অন্তত পৰাশৰ হন্তে সত্যবতী কন্যাত হৰিৰ কলা পৰম জ্ঞানী ব্যাস অৱতাৰ হৈলা। সেই ব্যাস ঋষি একদিনা সৰস্বতী জলত স্নান কৰি বদৰিকাশ্রমত বসি মনত গুণন্ত : কলিযুগত ধর্ম্ম ছন্ন হৈবেক, লোকৰ বলশক্তি টুটিবেক ; দুর্ব্বুদ্ধি অশ্রদ্ধা ভাগ্যহীন হৈবেক। আক দিব্য চক্ষুয়ে আপুনি দেখি লোকৰ কুশলৰ অর্থে একে বেদক চাৰিভাগ কৰিলা : ঋক্, যজুস্, সাম, অথর্ব্ব। পৈলক ঋগ্বেদ, জৈমিনিক সামবেদ, বৈশম্পায়নক যজুর্বেদ, সুমন্তুক অথর্ব্ববেদ পঢ়াইলা ; ভাৰত-পুৰাণ কৰি মোৰ পিতৃ ৰোমহর্ষণক পঢ়াইলা। (শ্লোক ১৪—২২)

এমনে কায়বাক্যমনে লোকৰ হিত চিন্তিতেয়ো আপুনাৰ মন প্রসন্ন নভৈল। পাছে আপুনি গুণন্ত : মই ব্রহ্মচর্য্য ব্রত আচৰিলো, বেদ পঢ়িলো, গুৰু অগ্নিকো শুশ্রূষা কৰিলো, ভাৰত পুৰাণ কৰি নানাবিধ ধর্ম্ম প্রপঞ্চিলো, তথাপি মন কেমনে প্রসন্ন নহে। কিবা ভাগৱত ধর্ম্ম প্রধান কৰি নকহিলো। যি ধর্ম্মে বিষ্ণু বৈষ্ণৱৰ প্রীতি কৰে। এক্রমতে আপুনাক প্রতি খেদ কৰিতে হৰিগুণ গাই বীণা বজাই শ্রীনাৰদ আসিলা। নাৰদক দেখি ব্যাসে তেখনে উঠি নমস্কাৰ কৰি পূজা কৰিলা। (শ্লোক ২৩-৩৩)

শ্রীভাগৱতকথায়াং প্রথমস্কন্ধে চতুর্থোঽধ্যায়ঃ ॥

হে সভাসদসব, দেখ ব্যাস ঋষি বেদ-পুৰাণ বিভাগিয়ো হৰি কথা বিনে চিত্তৰ শান্তি নপাইলা। আক জানি হৰি কথাত চিত্ত দিয়া সদায়ে নিৰন্তৰে ডাকি হৰি বোল হৰি ॥

শ্লোক : ব্যাসস্যাপৰিতোষণে চতুর্থাধ্যায়ৱর্ণনৈঃ।
হৰিকীৰ্ত্তিং বিনা চিত্তশান্তির্নাস্তীতি দর্শিতম্ ॥

---

# পঞ্চম অধ্যায়

## হৰিকীৰ্ত্তনৰ শ্ৰেষ্ঠত্ব

কথা ঃ পঞ্চম অধ্যায়ে সকল ধৰ্ম্মত কৰি হৰিকীৰ্ত্তন শ্ৰেষ্ঠ কহিবা। শ্ৰীনাৰদ মহামুখে বসি ব্যাসক বোলন্ত ঃ হে পৰাশৰ পুত্ৰ, মহাভাগ্যৱন্ত তোমাৰ মন প্ৰসন্ন হয় নয়, যাতো তুমি সৰ্ব্বধৰ্ম্ম কহিছা, ব্ৰহ্মকো বিচাৰ কৰিছা, সমাধিতো ব্ৰহ্ম ব্যক্ত হোৱন্ত ; তথাপি আপনাক প্ৰতি কেনে খেদ কৰা। (শ্লোক ১—৪)

ব্যাসে বোলন্ত ঃ তুমি যে ব্লিলা সবে মোত আছে ; তথাপি মন প্ৰসন্ন নোহে ; ইহাৰ কাৰণ নজানঞো। এতেকে তুমাত পুছো। তুমি ব্ৰহ্মাৰ পুত্ৰ পৰম বৈষ্ণৱ, সমদৰ্শী, তিনিয়ো লোকৰ মনক জানা। মই মন সন্তোষৰ কাৰণ যি কাৰ্য্য নকৰিছো তাক কহা। (শ্লোক ৫—৭)

নাৰদে বোলন্ত ঃ তুমি ভগৱন্তৰ নিৰ্ম্মল যশস্যা বাহুল্য কৰি নকহিলা। ভগৱন্তৰ যশ বিনে যি ধৰ্ম্মাদি কহিলা, মন সন্তোষ নহে, তাক ব্যৰ্থ বুলি। বুলিবা ভগৱন্তৰ যশ সেই সেই শাস্ত্ৰে ঠাঠ ঠাই কহিছো। তাত শুনা। যেমনে ধৰ্ম্ম অৰ্থ কাম মোক্ষ তাৰ সাধনকো কহিছা, তেমনে হৰিগুণ নকহিলা। জগত-পাৱন হৰিগুণবিনে বিচিত্ৰ বাক্যো কাক তুল্য কামুক জনৰেসে প্ৰিয়। জ্ঞানীগণৰ প্ৰিয় নহে। যেন ৰাজহংসসব মানসসৰোবৰত চৰে, পদ্ম সমূহত নিবাস কৰে। বিচিত্ৰ অন্নযুক্ত কাকৰ ক্ৰীড়া-স্থান উচ্ছিষ্ট গৰ্ত্তত নৰমে। সামান্য বচনো হৰিগুণ যুক্ত হৈলে পৰম পৱিত্ৰ হয়। সৰ্ব্বলোকৰ সৰ্ব্বপাপ

হুৱে। যাক মহন্ত সবে বক্তা পাইলে শুনে, শ্ৰোতা পাইলে কহে, কতো বেঁলা আপুনি গ্ৰহণ কৰে। হৰিভক্তি বিনে নিৰঞ্জন জ্ঞানো কেৱলে শ্ৰম। ঈশ্বৰত নৰ্পিলে কৰ্ম্ম কৈত শোভা কৰে। যাতো হৰিভক্তি বিনে জ্ঞান কৰ্ম্ম বাক্য চাতুৰি, কেৱলে ব্যৰ্থ। এতেকে সকল লোকৰ মোক্ষৰ কাৰণে হৰিচৰিত্ৰ বৰ্ণায়া। হৰিগুণ নকহিলে কদাচিতো মন থিৰ নুহিবেক। ( শ্লোক ৮—১৪ )

আৰো তুমি বৰ অন্যায় কৰিলা ; যাতো সকাম কৰ্ম্ম কহিলা, যি কৰ্ম্মে লোক সংসাৰী হয়। ইদানীকো কাম্য কৰ্ম্ম এৰি হৰি লীলা কহা। সৰ্ব্ব কৰ্ম্ম এৰি ঈশ্বৰ অনুভৱত হৰিগুণত যি সুখ আছে তাক বিচক্ষণসবে জানে, আনে নজানে। এতেকে সংসাৰী জীৱৰ অৰ্থে হৰিগুণ কহ। স্বধৰ্ম্মকো এৰি হৰিক ভজিলে কৃতাৰ্থ হয়। অল্প ভক্তিৰো বাসনা ৰহে, এতেকে যি নিপুণ হয় সি হৰি ভজিতে যত্ন কৰোক। সুখৰ অৰ্থে যত্ন নকৰোক, যেমনে দুঃখ নুখুজিলেও পাই, তেমনে সুখো মিলিবেক। এতেকে মহাগুণৱন্ত তুমি জগতৰ মুক্তিৰ অৰ্থে ভগৱন্তৰ লীলা কহ। বুলিবা কোন ভগৱন্ত, কিবা তান লীলা, তাক কহো শুনা। ভগৱন্ত জগতক কাৰণ। সৃষ্টি স্থিতি লয় তাহান লীলা, আক আপুনিও জানা। তথাপি সংক্ষেপে কহিলো, যাতো গুৰুৰ উপদেশ পাইলেসে ভগৱন্তক জানে। বিশেষত তুমি হৰিৰ কলা অৱতাৰ। এতেকে সকল লোকৰ কুশলৰ অৰ্থে হৰিৰ লীলা প্ৰধান মাত্ৰ কহ। তেবেসে তোমাৰ তপাদি সফল হয়। সন্তসঙ্গ লৈলেসে হৰিকথা শ্ৰৱণ কীৰ্ত্তন সফল হয়। ( শ্লোক ১৫—২২ )

আত মোৰ বৃত্তান্ত শুনা। পূৰ্ব্ব কল্পত সি জন্মত মই ব্ৰাহ্মণৰ দাসীৰ পুত্ৰ আছিলো। তাঠৰ গৃহত বাৰিষা বঞ্চিতে চাৰি মহন্ত ৰহিলা। তাৰাৰ শুশ্ৰূষা কৰিতে ব্ৰাহ্মণে মোক নিয়োজিলা। মঞি কায়বাক্যমনে তাৰাক শুশ্ৰূষা কৰিলো। তাৰায়ো কৃপায়ে অৱশেষ অন্ন দিলা। তাক খায়া নিষ্পাপ হৈলু। পাছে চিত্তশুদ্ধ হৈলে হৰি ভজিবাক ৰুচি হৈল। পৰম শ্ৰদ্ধায়ে তাৰাৰ মুখে মনোহৰ কৃষ্ণকথা শুনিলো। পাছে মোৰ হৰিত অখণ্ডিত মতি হৈল যি মতিয়ে দেহাত্মা বিবেক জ্ঞান হৈল। এমনে চাৰি মাস নিতে হৰিকথা শুনিতে ভগৱন্তত দৃঢ় ভক্তি হৈল। পাছে সাধুসব চলিবাৰ সময়ে মোত কৃপায়ে গুহ্য ঈশ্বৰ জ্ঞান উপদেশ দিলন্ত। ( শ্লোক ২৩—৩০ )

যি জ্ঞানে ভগৱন্তৰ মায়া বৈভৱক জানিলো। যাক জানি তাহান স্বৰূপ

পাই। জ্ঞানৰ ঈশ্বৰাৰ্পিত কৰ্ম্মকো কহিলন্ত। এহুমতে উপদেশ পায়া, হৰিভক্তি কৰিতে মোক ঈশ্বৰে জ্ঞান ঐশ্বৰ্য্য ভক্তি দিলন্ত। তুমিও হৰিগুণ বৰ্ণয়া, তেবে মন সন্তোষ হইবেক। যাতো সংসাৰ দুখে পীড়িত জনৰ আন মন্তে দুখ শান্তি নাই। ( শ্লোক ৩১—৪০ )

শ্রীভাগৱতকথায়াং প্ৰথমস্কন্ধে পঞ্চমোঽধ্যায়ঃ ॥

হে সামাজিকসব, নাৰদী ভক্তিৰ ক্ৰম শুনা। প্ৰথমে মহন্তৰ সেৱা, পাছত কৃপা, পাছে হৰিভজন, ধৰ্ম্মত শ্ৰদ্ধা, পাছে হৰিকথা শ্ৰৱণ, পাছে ভগৱন্তত ৰতি, পাছে দেহাত্ম বিবেক ; পাছে দৃঢ়া ভক্তি ; পাছে ঈশ্বৰ তত্ত্বজ্ঞান ; পাছে হৰিৰ কৃপায়ে সৰ্ব্বজ্ঞাদি গুণ হয়। আক জানি প্ৰথমে মহন্তৰ সেৱা কৰা। ইদানীক ডাকি হৰি বোল হৰি ॥

শ্লোক : কথিতং পঞ্চমাধ্যায়ে হৰিকীৰ্ত্তনমুত্তমম্।
তদহং সততং কৰ্ত্তুং যাচে শ্রীকৃষ্ণমিষ্টদম্ ॥

---

# ষষ্ঠ অধ্যায়

## নাৰদৰ পূৰ্ব্বজন্মৰ ভাগ্য

কথা : ষষ্ঠ অধ্যায়ে নাৰদে আপুনাৰ পূৰ্ব্ব জন্মৰ ভাগ্য কহিবা। ব্যাসে পুছন্ত : হে নাৰদ, জ্ঞানদাতা সন্তসব গৈলে তুমি পাছে কি কৰিলা, কেমনে বৰ্ত্তিলা, কেমনে সি দেহ এৰিলা। পূৰ্ব্বকল্পৰ ইকথাক কেনে কালে নাশ নকৰিলু ; আক মোক বুঝাই কহা। ( শ্লোক ১-৪ )

নাৰদে কহন্ত : সাধুসব এৰি গৈলে পাঞ্চ বৎসৰৰ অবোধ বালক মঞিঁ। মাতৃৰ স্নেহত থাকি তৈতে কতো কাল বঞ্চিলো। একদিনা ৰাত্ৰি গাই দুহিবাক যাইতে মাতৃক সৰ্পে দংশিল, মৰিলন্ত। মঞি হৰিৰ অনুগ্ৰহ মানি উত্তৰ দিশক গৈলু। ( শ্লোক ৫—১০ )

নানা দেশ, নগৰ, পৰ্ব্বত, নদী, নদ এৰাই ঘোৰ অৰণ্যত পশিলো। পাছে মহাশ্ৰান্তে ক্ষুধায়ে তৃষ্ণায়ে আকুল হৈয়া নদীত স্নান পান কৰি কিছো সুস্থ হৈলো। সেই নিৰঞ্জন স্থানত অশ্বত্থ-মূলত সি হৰিক চিন্তিলো। ভক্তিযুক্ত-চিত্তে হৰিক চিন্তিতে প্ৰেমপুলক-নেত্ৰ সলোতক হৈল। তেখনে হৰি হৃদয়ত দেখা দিল। ( শ্লোক ১১--১৭ )

মঞো হৰিক দেখি আনন্দ সাগৰে মগ্ন হৈলো। অনন্তৰে নেদেখি মহা আকুল হৈলো। পুনৰপি পৰম যত্নে মন থিৰ কৰিয়ো নেদেখি অতি আকুল হৈলো। পাছে ভগৱন্তে গম্ভীৰ বচনে মোক পৰম কৃপায়ে বুলিলা। হে বালক, আউৰ ইজন্মত মোক দেখিতে নপাস। যাতো কুযোগীজনৰ মই দুৰ্দ্দৰ্শ। মোত প্ৰীতিৰ অৰ্থে একবাৰ দেখা দিলো। যাতো মোত প্ৰীতি হৈলে পুৰুষে সকলো কামনা এৰে। অল্পকালে সাধুসেৱায়ে মোত দৃঢ়মতি হৈল। এতেকে ইদেহ এৰি মোৰ পাৰিষদ হুইবি। ইদানীক নাম লৈয়া ফুৰ। লোক সৃষ্টি প্ৰলয়তো মোত তোৰ মতি নুগুচিব। ( শ্লোক ১৮--২৫ )

এহি বাক্য শুনি মই ঈশ্বৰক নমস্কাৰ কৰিলো। তান কৃপায় পাছে লজ্জা এৰি নাম কীৰ্ত্তন কৰিলো, লীলাকো স্মৰিলো, মদ মৎসৰ এৰি পৃথিৱী ফুৰিলো। পাছে কালবেগে ভৌতিক দেহ এৰিলো। শুদ্ধ পাৰিষদ তনু পাইলো। সেই সময়ত প্ৰলয় ভৈলা। ঈশ্বৰ ইচ্ছায়ে মঞো ব্ৰহ্মাৰ উদৰে পশিলো। সহস্ৰ যুগৰ অন্তত ব্ৰহ্মা উঠি জগত সৃজন্তে মঞো ব্ৰহ্মাৰ কোলাত ব্যক্ত ভৈলো। হৰিৰ কৃপায়ে অবাধিত গতি পায়া তিনিলোক পৰ্য্যটো। ( শ্লোক ২৬—৩১ )

ঈশ্বৰে এই বীণা দিছা: তাত হৰিগুণ গাই লোকৰ কুশলৰ অৰ্থে ফুৰো। গুণ গাইতে হৃদয়ত দেখা পাঞু। বিষয়ী লোকৰ সংসাৰ-সাগৰ-তৰণ উপায় কেবলে হৰি-কীৰ্ত্তন। হৰিনামকীৰ্ত্তনে যেমনে চিত্ত শুদ্ধ হয় অষ্টাঙ্গ যোগেও তেমনে শুদ্ধ নহে। এতেকে তুমি কেবলে হৰিগুণ বৰ্ণৱা। মোৰ জন্ম-কৰ্ম্ম পৰম ৰহস্য। তোমাৰ মন সন্তোষৰ নিমিত্তে কহিলো। এহি বুলি নাৰদ হৰিগুণ গাই বীণা বজাই চলি গৈলা। সূতে বোলন্ত: অহো দেৱঋষি নাৰদ ধন্য; যাতো হৰিগুণ গাই আপুনি আনন্দিত হোৱন্ত, আনকো আনন্দ কৰাৱন্ত॥ ( শ্লোক ৩২—৩৯ )

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে ষষ্ঠোঽধ্যায়ঃ ॥

হে লোকসব দেখঃ ষষ্ঠ অধ্যায়ত কহিলা সন্তৰ সঙ্গে ভগৱন্তক পাই। আক জানি সাধুসঙ্গ লৈয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক ঃ দেৱৰ্ষের্জ্জন্মকৰ্ম্মোক্ত্যা ষষ্ঠাধ্যায়ে নিৰূপিতম্।
বিষ্ণুভক্তপ্ৰসঙ্গেন তৎপদপ্ৰাপ্তিকাৰণম্ ॥

---

# সপ্তম অধ্যায়

## সুপ্ত-বালকবধী দ্ৰৌণিৰ দণ্ড

কথা ঃ সপ্তম অধ্যায়ে সুপ্ত বালকবধী দ্ৰৌণিৰ দণ্ড কহিবা। শৌনকে পুছন্ত ঃ হে সূত, নাৰদৰ অভিমত ব্যাসে জানি পাছে কি কৰ্ম্ম কৰিলা। সূতে কহন্ত ঃ সৰস্বতী তীৰত বদৰিকাশ্ৰমত ব্যাস ঋষি একাগ্ৰ মনে কৃষ্ণক চিন্তিতে নিৰ্ম্মল মনত পৰিপূৰ্ণ ঈশ্বৰক দেখিলা। তান অধীন মায়াকো দেখিলা। যি মায়ায়ে মোহিত হৈয়া জীৱে সংসাৰক পাৱে। সংসাৰনাশিনী ভক্তিকো দেখিলা। আকে আপুনি জানি অজ্ঞানী লোকৰ অৰ্থে ভাগৱত শাস্ত্ৰ কৰিলা। যাৰ শ্ৰৱণ ইচ্ছাতে কৃষ্ণত ভক্তি হয়। শুনিলে হৈবেক তাক কি বুলিবো। যি ভক্তি শোক মোহ ভয় বিনাশে। পাছে শাস্ত্ৰ শুদ্ধ কৰি নিবৃত্তিৰত শুকক পঢ়াইলা। (শ্লোক ১ ৮)

শৌনকে পুছন্ত ঃ হে সূত, শুক মুনি পৰম বিৰক্ত আত্মাৰাম হৈয়া কেনে ভাগৱত পঢ়িলা। সূতে কহন্ত ঃ আত্মাৰাম মুনিসবো হৰিভক্তি কৰন্ত। যাতো হৰিৰ গুণে মুক্তবো মন আকৰষে। এতেকে শুকে সাধুসঙ্গ অৰ্থে মহাভাগৱত পঢ়িলা। আবে পৰীক্ষিত ৰাজাৰ জন্ম কৰ্ম্ম মুক্তি, পাণ্ডৱসবৰো নিৰ্য্যাণ কহো। (শ্লোক ৯—১২)

কৌৰব-পাণ্ডৱ যুদ্ধত অঠৰ অক্ষৌহিণী সেনা মৰিল। বীৰসবো সমুখ যুদ্ধত পৰি গতি পাইলা। যেতিয়া ভীমৰ গদা প্ৰহাৰে দুৰ্য্যোধন ৰাজাৰ

উৰুভঙ্গ ভৈল তেতিয়া দ্ৰৌণি তাৰ প্ৰিয় কৰিতে দ্ৰৌপদীৰ পাঞ্চপুত্ৰ নিদ্ৰাতে কাটি আনিলা। তাক দেখি দুৰ্য্যোধনে বংশছেদ খেদে মৰিল। পুত্ৰনাশ দেখি দ্ৰৌপদীয়ে বিলাপ কৰিলা। অৰ্জ্জুনে তাঙ্ক সান্ত্বনা কৰি কৃষ্ণক সাৰথি লৈয়া কবচ পিন্ধি গাণ্ডীৱ ধনু ধৰি ৰথত চড়ি দ্ৰৌণিক খেদি গৈলা। দ্ৰৌণিও অৰ্জ্জুনক দেখি মহাভয়ে ৰথত চড়ি পলাইলা। ঘোড়া শ্ৰান্ত হৈলে পলাইতে নপাৰি ব্ৰহ্মাস্ত্ৰ মাৰিলা। ( শ্লোক ১৩—২০ )

ব্ৰহ্মাস্ত্ৰৰ তেজ দেখি অৰ্জ্জুনে কৃষ্ণক বোলন্ত : হে কৃষ্ণ, তুমি মহাবাহু, ভক্তভয়হাৰী, পুৰুষৰ পুৰুষাৰ্থ পৰমেশ্বৰ, ই অৱতাৰ ভূভাৰ হৰিতে একান্ত ভক্তৰ শ্ৰৱণৰ অৰ্থে হৈয়াছা। ই দাৰুণ তেজ কৈৰপৰা আসে আক কহ। ( শ্লোক ২১—২৬ )

ভগৱন্তে বোলন্ত : হে সখি, ই দ্ৰৌণিৰ ব্ৰহ্মাস্ত্ৰ : আক আন অস্ত্ৰে কিছো কৰিতে নাপাৰে। এতেকে ব্ৰহ্মাস্ত্ৰে সংহৰা। সূতে বোলন্ত : অৰ্জ্জুনে এহি বাক্য শুনি প্ৰদক্ষিণে কৃষ্ণক নমি ব্ৰহ্মাস্ত্ৰ সংহৰিতে ব্ৰহ্মাস্ত্ৰ মাৰিলা। দুই অস্ত্ৰ এক স্থান হুয়া জগত দহিবাৰ দেখি সকল লোকে প্ৰলয় হৈল বলি মানিলা। অৰ্জ্জুনে লোকৰ দুঃখ দেখি কৃষ্ণৰ মত বুঝি দুয়ো অস্ত্ৰ সংহৰিলা। পাছে দ্ৰৌণিক বান্ধিয়া ৰথত তুলিয়া ৰাজাৰ আগক আনিতে কৃষ্ণে ক্ৰোধ কৰি বোলন্ত : হে পাৰ্থ, ই দুষ্ট ব্ৰাহ্মণক ৰাখিতে নলাগে। যিটো বিনা অপৰাধে ৰাত্ৰি সুপ্ত ছৱালক কাটিছে। যাতো ধৰ্ম্মজ্ঞসবে শত্ৰুৰো স্ত্ৰী ছৱাল সুপ্তকো নবধে। পৰক মাৰি যিটো আপনি বৰ্ত্তে তাৰ মৰণেসে ভাল। আৰো তুমি আমাৰ আগতে দ্ৰৌপদীক শুনাই অঙ্গীকাৰ কৰিছা, তোমাৰ পুত্ৰবধী ব্ৰাহ্মণৰ শিৰ দিবো বুলি। এতেকে পাপী ব্ৰাহ্মণক সত্বৰে কাটা॥ ( শ্লোক ২৭—৩৯ )

সূতে বোলন্ত : এমনে ধৰ্ম্ম পৰীক্ষা কৰি কৃষ্ণে বুলিলেয়ো অৰ্জ্জুনে গুৰুপুত্ৰ বধিতে ইচ্ছা নহৈল। পাছে ৰাজগৃহ পায়া দ্ৰৌপদীৰ আগত ব্ৰাহ্মণক থৈলা। দ্ৰৌপদী গুৰুপুত্ৰক দেখি নমিলা। অৰ্জ্জুনক বোলন্ত : সত্বৰে বন্ধন মেলা, ব্ৰাহ্মণ সুতসে আমাৰ গুৰু। বিশেষত ধনুৰ্ব্বেদ পঢ়িছা ; সেই দ্ৰোণ পুত্ৰৰূপে আছা। তান অৰ্দ্ধ শৰীৰ ভাৰ্য্যায়ো আছন্ত। আক জানি গুৰুপুত্ৰক দুঃখ নেদা। ইহান বধে পতিব্ৰতা গৌতমীয়ো বিলাপ কৰিবন্ত ; তান কোপে সবংশে নষ্ট হুইবা। এতেকে সত্বৰে মেলা। ( শ্লোক ৪০—৪৮ )

সূতে বোলন্ত : দ্ৰৌপদীৰ বাক্যক যধিষ্ঠিৰ অৰ্জ্জুন নকুল সহদেৱ কৃষ্ণো প্ৰশংসিল। তাতে ক্ৰোধ কৰি ভীমে বোলন্ত : ই দুষ্ট ব্ৰাহ্মণৰ বধেসে ভাল।

যাতো অকাৰণে সুপ্ত বালক বধিলে। এহি বুলি ভীমে বধিতে উদ্যম হৈল। দ্ৰৌপদী ৰাখিতে লাগিলা। দুইকো নিবাৰি ভগৱন্ত চতুৰ্ভুজ হৈয়া সখিৰ মুখ চাই বোলন্ত: হে সখি, মঞি বেদমুখে দুয়ো কথা কহিছো। ব্ৰাহ্মণক কদাচিতো নবধি, আততায়ী ভৈলে বধি। দুয়ো বাক্য ৰাখা। তোমাৰ অঙ্গীকাৰ সফল কৰা। দ্ৰৌপদী ভীমৰো প্ৰিয় কৰা। সূতে বোলন্ত: অৰ্জ্জুনে তেখনে কৃষ্ণৰ মত বুঝি চূড়ামণি সহিতে কেশ কাটি বান্ধ মেলি ঢক্কাই খেদিল। পাছে পুত্ৰশোকাতুৰ পাণ্ডৱ সবো মৃতকৰ দাহাদি কৰ্ম্ম কৰিলা।

( শ্লোক ৪৯—৫৮ )

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে সপ্তমোঽধ্যায়ঃ ॥

হে সামাজিক সব দেখ: শুকাদি মুনিসবো মুক্ত হুয়ো কৃষ্ণ কথাত ৰতি কৰে। এতেকে জানিবা কৃষ্ণ কথা মোক্ষতো অধিক। আক জানি কৃষ্ণৰ কথাত সদায়ে প্ৰীতি কৰি ডাকি হৰি বোল হৰি ॥

শ্লোক: নিঃশ্ৰেয়সৰসাধিক্যং শ্ৰীমৎকৃষ্ণকথাৰসম্।
শুকাদ্যাচাৰকথায়াং সপ্তমে সমুদীৰিতম্ ॥

# অষ্টম অধ্যায়

## পৰীক্ষিত ৰক্ষা

কথা ঃ অষ্টম অধ্যায়ে পৰীক্ষিত ৰক্ষা, কুন্তী স্তুতি, ৰাজাৰ শোক কহিবা। পাছে পাণ্ডৱ সবে গঙ্গাত মৃতকক জলাঞ্জলি কৰি বিলাপ কৰিলা। কৃষ্ণো মুনিগণ সমে তাৰাৰ শোক-শান্তি কৰিলা। পাছে সবাকে সম্ভাষি দ্বাৰকাক যাইতে ৰথত চড়িলা। সেই সময়ত মহাভয়ে উত্তৰা কৃষ্ণক প্ৰাৰ্থন্ত ঃ হে কৃষ্ণ, তুমি মহাযোগী জগতপতি মোক ত্ৰাণ কৰা। মই মৰো আত কিছো নাই ; কিন্তু গৰ্ভমাত্ৰ ৰক্ষা কৰা। (শ্লোক ১—১০)

তুমি বিনে লোকৰ আন ৰক্ষা নাই, এতেকে তোমাক প্ৰাৰ্থনা কৰো। হেৰ অগ্নিময় শৰসবে মোক খেদি আসে। তাহান কাৰ্পণ্য বাক্য শুনি ভক্ত-বৎসল ভগৱন্তে দেখন্ত। পাঞ্চ পাণ্ডৱক লাগি কোপিত দ্ৰৌণিৰ পাঞ্চ ব্ৰহ্মাস্ত্ৰ আসে। ভক্তৰ দুঃখ দেখি সুদৰ্শন চক্ৰে পাণ্ডৱক ৰক্ষা কৰিলা। উত্তৰাৰো গৰ্ভ গদা ধৰি ৰক্ষা কৰিলা। পাঞ্চ পুত্ৰ সহিতে কুন্তী শ্ৰীকৃষ্ণক স্তুতি বোলন্ত ঃ (শ্লোক ১১—১৭)

হে কৃষ্ণ, তোমাক প্ৰণাম কৰো। তুমি মহাপুৰুষ প্ৰকৃতিতো পৰ, পৰম ঈশ্বৰ ; সকলো লোকৰ বাহিৰে ভিতৰে আছা ; তথাপি অজ্ঞজনে তোমাক নজানে। জ্ঞানীৰো গম্য নহা, মঞি স্ত্ৰীমতি কেমনে জানিম। ভক্তিকো নজানো, কেৱলে নমো। হে কৃষ্ণ, বাসুদেৱ, দৈৱকীনন্দন, নন্দ-গোপ-কুমাৰ, গোবিন্দ তোমাক বন্দো। পদ্মনাভ, পদ্মমালী, পদ্মনেত্ৰ, পদ্মচৰণ, তোমাক নমো। (শ্লোক ১৮—২২)

মাতৃতো কৰি তোমাৰ মোত অধিক স্নেহ। যাতো নানা আপদত পুত্ৰসমে তেখনে ৰাখিছা। এতেকে আমাৰ সদায় আপদ হৌক। যি আপদত তোমাক দেখিতে পাই, সম্পদত তোমাৰ নাম লৈবাক নপাৰি। অজনো জন্ম ধৰা, অকৰ্ত্তায়ো কৰ্ম্ম কৰা, এতেকে লোকে তোমাৰ তত্ত্বক নজানি নানানমতে কহে। তুমি পুনু কৃপায়ে যশ বিস্তাৰিতে অৱতাৰ হৈয়াছা। এতেকে যশক যি শ্ৰৱণ কীৰ্ত্তন স্মৰণ কৰে সি অনায়াসে সংসাৰ তৰি তোমাৰ পদ পাৱে। মোৰ যাদৱ-পাণ্ডৱ বংশত স্নেহ গুচাই তোমাৰ চৰণত সদায় ৰতি দিয়া। হে ভগৱন্ত কৃষ্ণ, তোমাক কোটি কোটি বাৰ প্ৰণাম কৰো॥ ( শ্লোক ২৩—৪৩ )

সূতে বোলন্ত: পাছে কৃষ্ণ হাস্য কৰি কুন্তীক মোহিলা। পুনু হস্তিনাপুৰক যায়া সবাকো সম্বুধি চলিবাক চাইতে যুধিষ্ঠিৰে প্ৰীতি কৰি ৰাখিলা। ভীষ্ম নিৰ্যাণ উৎসৱ প্ৰসঙ্গ কহো। যুধিষ্ঠিৰ ৰাজা বন্ধু বধ দুখে আকুল হৈলা। ব্যাসাদি মুনিগণে প্ৰবোধ দিলা, কৃষ্ণো বুঝাইলা, তথাপি শোক দূৰ নহৈল। মহাশোকে আকুল হৈয়া মনত গুণন্ত; মিছা দেহৰ অৰ্থে অঠৰ অক্ষৌহিণী সেনা বধিলো। আনো জ্ঞাতিসব বধিছো; এতেকে মোৰ নৰক কোটি বৎসৰতো নিস্তাৰ নাই॥ ( শ্লোক ৪৪—৫২ )

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে অষ্টমোঽধ্যায়ঃ॥

হে সভাসদসব দেখ: মহাভয়ত পুনু কৃষ্ণ বিনে আন ত্ৰাতা নাই। আক জানি সদায়ে কৃষ্ণক স্মৰি হৰি বোল হৰি॥

শ্লোক: উক্তঃপৰীক্ষিতো মাত্ৰা ভ্ৰাতা কৃষ্ণো ন চাপৰঃ।
অতঃ কুন্তীস্তুতৌ ৱাক্তং সদা তৎস্মৰণং নৃণাম্॥

———

# নৱম অধ্যায়

## ভীষ্মস্তুতি

কথা : নবম অধ্যায়ে ভীষ্মস্তুতি কহিবা। এমনে যুধিষ্ঠিৰ ৰাজা বন্ধু-বধ ভয়ে ভীত হুয়া ভ্ৰাতৃগণে সমে কুৰুক্ষেত্ৰ গৈলা। যাত পিতামহ ভীষ্ম পৰি আছা। ভগৱন্ত কৃষ্ণ অৰ্জ্জুন সহিতে একে ৰথে গৈলা। ভীষ্মক দেখি সবে পাণ্ডব কৃষ্ণ সহিতে নমিলা।

সেইবেলা ব্ৰহ্মঋষি ৰাজঋষি দেৱঋষি ভীষ্মক দেখিতে আসিলন্ত। তাৰাৰ নাম শুনা : পৰ্বত, নাৰদ, ব্যাস, বৌধায়ন, ধৌম্য, বৃহদশ্ব, ভৰদ্বাজ, পৰশুৰাম, বশিষ্ঠ, ইন্দ্ৰপ্ৰমদ, ত্ৰিত, গৃৎসমদ, অসিত, কুক্ষিমন্ত, গৌতম, অত্ৰি, কৌশিক সুদৰ্শন, শুক, কাশ্যপ, বৃহস্পতি; ইসব প্ৰমুখে আনো নানা মুনিসব শিষ্য সমে আসিলা। তাৰাসবক ভীষ্মে বচনে সংকাৰ কৰিলা, কৃষ্ণকো মনে পূজা কৰিলা। পাছে পাণ্ডব-সবক দেখি সলোতক নয়নে বোলন্ত : অহো কষ্ট, কি অন্যায় যাতো তোৰা ধৰ্ম্মিষ্ঠ, ব্ৰহ্মণ্য বৈষ্ণৱ হুয়ো দুখ পাইলা। পাণ্ডু মৰিলে তোৰাৰ নিমিত্তে কুন্তীয়ো মহাদুখ পাইলা। তোৰা সবৰ দুখ কালে কৰিল। যি কালৰ সকল লোক অধীন। অহো দুৰ্ঘটঘটন সমৰ্থ কাল। যাতো ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ, গদাধৰ বৃকোদৰ অস্ত্ৰত নিপুণ অৰ্জ্জুন, কৃষ্ণ ইষ্ট সুহৃদ, তাতো আপদ বুলিবা। কৃষ্ণে সুহৃদ হৈলে কেনে আপদ হয়, ইয়াত শুনা। ( শ্লোক ১১-১৫ )

কৃষ্ণৰ অভিপ্ৰায় কেহো নজানে; যাক জিজ্ঞাসিতে ব্ৰহ্মাদিয়ো মোহ

হয়। এতেকে ঈশ্বৰাধীন জগত জানি আপুনিয়ো তান অধীন হুয়া অনাথ প্ৰজাক পালা। এত্ৰে কৃষ্ণ ভগৱন্ত নাৰায়ণ জগতকাৰণ, তাহান মহিমাক শিৱ নাৰদ কপিলে জানন্ত ; যাক নজানি মমাৰ-পুত্ৰ বোলা ; প্ৰিয় মিত্ৰ সুহৃদ মানিছা ; পাত্ৰ মন্ত্ৰী দূত সাৰথিয়ো কৰা। যদ্যপি সৰ্ব্বাত্মা কৃষ্ণ সবাতে সম তথাপি একান্ত ভক্তক দায়া কৰন্ত। দেখ মোৰ মৰণ সময়ত আপুনি আসিছা। (শ্লোক ১৬—২২)

যাৰ নাম মুখে লৈয়া মনে ৰূপ ধৰি যোগীসবো দেহ এৰি মুক্ত হয়, সেই দেৱ দেৱ ভগৱন্ত ; যাবে দেহ এৰঞ্ তাবে অপেক্ষা কৰিবা। সূতে বোলন্ত : হেন শুনি যুধিষ্ঠিৰ নানা ধৰ্ম্ম পুছিলা। ভীষ্মো কহিলা, সৰ্ব্বধৰ্ম্ম শ্ৰেষ্ঠ হৰিনামো কহিলা। পাছে মৰণ সময় দেখি মৌন হৈলা। কৃষ্ণ-মূৰ্ত্তিত মন দিলা। তেখনে সকল অশুভ নষ্ট হৈল। সৰ্ব্ব ইন্দ্ৰিয় নিশ্চল কৰি দেহ এৰিতে ভীষ্মে কৃষ্ণক স্তুতি বোলন্ত। (শ্লোক ২৩— ৩১)

হে কৃষ্ণ, তুমি ভগৱন্ত ; তোমাত নিষ্কাম ৰতি অৰ্পিলো। ত্ৰিভুবন সুন্দৰ, শ্যাম কলেবৰ, পীতাম্বৰ ধৰ। বনমালী চাৰু চতুৰ্ভুজ, অলকা আবৃত্ত মুখ, কমল বিজয় শশী, তোমাত মোৰ ৰতি ৰহোক। অৰ্জ্জুন সাৰথ্য কৰ্ম্ম কৰি শত্ৰুৰ আয়ু হৰি আত্মজ্ঞান দিয়া কুমতি হৰিয়া হিত কৰি আছা। মোৰ অঙ্গীকাৰ ৰাখি অনুগ্ৰহ কৰিছা। মায়া শৰ মাৰি আছা ; বীৰসব যুদ্ধত মৰিতে তোমাক দেখি সাৰূপ্য পায়া আছে। তুমি জগতৰ পূজ্য, যাতো ৰাজসূয় যজ্ঞত অগ্ৰ পূজা পায়া অছো। হেনয় শ্ৰীকৃষ্ণত মোৰ সদায়ে ৰতি ৰহোক। সবাৰে অন্তৰ্যামী এক অজ তোমাক আজি সাক্ষাতে পায়া কৃতাৰ্থ হৈলো॥ (শ্লোক ৩৭—৪২)

সূতে বোলন্ত : এহি স্তুতি কৰি ভীষ্মে কৃষ্ণক চিন্তি প্ৰাণ এৰিল। কৃষ্ণক পৰশি পাৰিষদ হুয়া বৈকুণ্ঠক গৈলা। তাক দেখি দেৱ মনুষ্যে দুন্দুভি বাদ্য কৰিলা। সাধুসবে প্ৰশংসিলা, আকাশৰ পৰা পুষ্পবৃষ্টি হৈল। যুধিষ্ঠিৰে দাহাদি কৰ্ম্ম কৰিলা। মুনিগণো জয় কৃষ্ণ বুলি কৃষ্ণক মনত ধৰি আশ্ৰম গৈলা, যুধিষ্ঠিৰো হস্তিনাপুৰক গৈয়া ধৃতৰাষ্ট্ৰ গান্ধাৰীৰ শোক দূৰ কৰিলা। পাছে শ্ৰীকৃষ্ণৰ আজ্ঞায়ে ৰাজা হৈলা : পৃথিবী শাসন কৰিলা। কৃষ্ণ সেৱা উৎসুকে বিষয়ত নিস্পৃহ হৈয়া পুত্ৰবতে প্ৰজা পালিলা॥ (শ্লোক ৪৩—৪৯)

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে নৱমোঽধ্যায়ঃ॥

হে সাধুসব দেখ : ভীষ্মে কহিলা ভজনীয় ঈশ্বৰ একে কৃষ্ণ মাত্ৰ ; এতেকে তান পদাৰবিন্দত ৰতিক প্ৰাৰ্থিলা। আক জানি সততে আচৰিয়া ডাকি হৰি বোল হৰি॥

শ্লোক : ভজনীয়েশ্বৰঃ কৃষ্ণ এৱমুক্তো যুধিষ্ঠিৰঃ।
তৎপাদাব্জৰতিং সাক্ষাৎ কৰ্ত্তুং যাচিতৱান্ স্বয়ম্॥

---

# দশম অধ্যায়

## কৃষ্ণৰ প্ৰতি পুৰস্ত্ৰীসবৰ বাক্য

কথা : দশম অধ্যায়ে কৃষ্ণ চলিতে পুৰস্ত্ৰীসবৰ বাক্য কহিবা। শৌনকে পুছন্ত : যুধিষ্ঠিৰে শত্ৰু বধি ৰাজ্য পায়া কি কৰ্ম্ম কৰিলা তাক কহ। সূতে বোলন্ত : যুধিষ্ঠিৰ ৰাজা, ভীষ্মৰ বাক্যে শোক মোহ এৰি সাগৰ পৰ্য্যন্তে পৃথিবীক শাসন কৰিলা। কৃষ্ণ সেৱা উৎসুকে বিষয়ত নিস্পৃহ হৈয়া পুত্ৰৱতে প্ৰজা পালিলা। তাহান ৰাজ্য সৰ্ব্বসম্পন্ন হৈল। প্ৰজা সবো মহা সুখে ৰহিল। (শ্লোক ১—৬)

কৃষ্ণো সুহৃদৰ শোক দূৰ কৰি কতিপয় মাস আছিলা। পাছে সবাকে প্ৰবোধি ৰথত চড়িলা। পাণ্ডৱসবো কৃষ্ণ বিৰহে আকুল হৈলা। আক আশ্চৰ্য্য নেদেখিবা। সাধুসঙ্গত যাৰ কথা শুনি বিষয় সঙ্গ এৰিয়ো সাধুসঙ্গ এৰিতে নপাৰে, সেই কৃষ্ণত দৰ্শন পৰ্শন আলাপ শয়ন আসন ভোজনে মন নিবেশায়া আছে। কেমনে বিৰহ সহিবেক? এতেকে অনিমিষ চক্ষুয়ে চায়া লড়িলা। স্ত্ৰীসবো কৃষ্ণ বিৰহে চক্ষুৰ লোতক ঝৰিল। কৃষ্ণ চলিতে অমঙ্গল মানি তাক নেত্ৰতে নিবোধিল। (শ্লোক ৭—১৪)

তেখনে নানাবিধ বাদ্য বজাইলা। স্ত্রীগণে গৃহত চড়ি পৰম প্ৰেমে পুষ্প বৃষ্টি কৰিলা; অৰ্জ্জুনে ধবল ছত্ৰ ধৰিলা; উদ্ধৱ সাত্যকি চামৰ ঢুলিলা; বিপ্ৰসবে সত্য আশিস্ দিলা। পাছে পুৰস্ত্ৰীসবৰ অন্যে অন্যে আলাপ হৈল। কতো স্ত্ৰীসবে কৃষ্ণৰ পৰম লাৱণ্য মূৰ্ত্তি দেখি বিস্ময় হৈলা। কতো স্ত্ৰীসবে তাৰাক সম্মুখি কহে: হে সখীসব, ইহাত বিস্ময় নকৰিবা। (শ্লোক ১৫—২০)

ওহি কৃষ্ণ সাক্ষাতে পুৰাণ পুৰুষ পৰমেশ্বৰ: যাতো সৃষ্টিৰ পূৰ্ব্বত প্ৰলয়ৰ অন্তত একলায়ে থাকন্ত। পাছে প্ৰকৃতিকো প্ৰবৰ্ত্তান্ত; ৱেদকো কৰিছন্ত। যাৰ চৰণক নিৰ্ম্মল বুদ্ধিয়ে যোগীগণে চিন্তে; যাহাৰ চৰিত্ৰ বেদবাদীসবো গান্ত। অহো যদুকুল কি ভাগ্যৱন্ত, যাতো শ্ৰীকৃষ্ণ জন্মিছা। অহো মধুবন কি পুণ্যস্থান, যাত শ্ৰীকৃষ্ণ ভ্ৰমিছা। অহো দ্বাৰকা স্বৰ্গতো কৰি অধিক, যাৰ লোকে কৃষ্ণক নিতে দেখে। ইহান পত্নীসব পূৰ্ব্বজন্মে অনেক পুণ্য কৰি কৃষ্ণক পূজা কৰিছে। যাতো আন অধৰামৃত নিত্যে পান কৰে। গোপীসবে যাক নাপয়া মোহ হৈয়াছে। আৰাসবে অশুচি অস্বতন্ত্ৰ স্ত্ৰীজাতিকো সাধু কৰিল। যাতো আৰাৰ গৃহ এৰি কৃষ্ণ কোনো ঠাই নযান্ত। আৰো পাৰিজাত আদি প্ৰিয় বস্তু দিয়া আনন্দ কৰান্ত। (শ্লোক ২১—৩০)

সূতে বোলন্ত: স্ত্ৰীসবৰ এমন বাক্য শুনি কৃষ্ণ হাস্য কটাক্ষে আনন্দ কৰাই চলিলা। পাছে যুধিষ্ঠিৰে শত্ৰুক শঙ্কায়ে চতুৰঙ্গ সেনা দিলা। পাছে কত দূৰ গৈলে কৃষ্ণ পাণ্ডৱসবক প্ৰবোধি পঠাইলা। উদ্ধৱাদি সহিতে আপুনাৰ নগৰ চলিলা। পথত নানা দেশবাসী লোকে নানা দ্ৰব্য দিয়া স্তুতি নতি কৰি অৰ্চ্চা কৰিলেক। পাছে অনেক দেশ এৰাই আপুনাৰ আনৰ্ত্ত দেশ পায়া ৰহিলা॥ (৩১—৩৬)

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে দশমোঽধ্যায়ঃ॥

হে লোকসব দেখ: নগৰৰ নাৰীসবে কৃষ্ণক পৰমেশ্বৰ কহিলা। দেশবাসী সবো নানা দ্ৰব্যে অৰ্চ্চি তাকে পুষ্ট কৰিল। এতেকে কৃষ্ণক পৰম দেৱতা জানি সততে ভজা। এহি জানি নিৰন্তৰে ডাকি হৰি বোল হৰি॥

শ্লোকাৰ্দ্ধ: দশমে পুৰনাৰীভিৰীৰিতঃ শৌৰিৰীশ্বৰঃ।
স এৱ হ্যৰ্চ্চিতো দ্ৰব্যৈঃ প্ৰীত্যা দেশনিৱাসিভিঃ॥

———

# একাদশ অধ্যায়

## কৃষ্ণৰ পুৰ প্ৰৱেশ

কথা : একাদশ অধ্যায়ে পুৰ-প্ৰবেশ কহিবা। সূতে কহন্ত : শ্ৰীকৃষ্ণে আপুনাৰ আনৰ্ত্ত দেশ পায়া তাবাৰ বিষাদ দূৰ কৰিতে পাঞ্চজন্য শঙ্খ বাইলা। শঙ্খনাদে প্ৰজাসব হৰিষিত হৈয়া আগবাঢ়ি আসিলা। নানা উপায়ন কৃষ্ণক দিয়া গদ্‌গদ্ বাক্যে বুলিতে লাগিলা। হে স্বামী শ্ৰীকৃষ্ণ, তোমাৰ পাদ-পদ্মক সদায়ে বন্দো। যাক ব্ৰহ্মাদিয়ো বন্দে, মুমুক্ষ জনৰো পৰম আশ্ৰয়, যাহাত শৰণ পশিলে কালো কিছো কৰিতে নপাৰে। তুমি আমাৰ পিতৃ, সুহৃদ, গুৰুদেৱতা ; তোমাক সেৱায়ে আমি কৃতাৰ্থ হৈলো। তুমি নাথে নাথৱন্ত হৈলো। যাতো দেৱৰ দুৰ্লভ তোমাৰ সুন্দৰ ৰূপক দেখিলো। যেখন আমাক এৰি হস্তিনাপুৰ মথুৰাপুৰক যায়া, তেখনে আমাৰ ক্ষণে কোটি বৎসৰ সমান হয়। যেন সূৰ্য্য বিনে চক্ষু অন্ধ, তেমনে আমিও অন্ধ হওঁ। ( শ্লোক ১—১০ )

সূতে বোলন্ত : প্ৰজাসবৰ এহিবাক্য শুনি : ভক্তবৎসল ভগবন্তে কটাক্ষে আনন্দ কৰাই, আপুনাৰ অলঙ্কৃত পুৰ পশিলা। বসুদেৱ আদি বন্ধুসবে কৃষ্ণ আসিবাৰ শুনি আনন্দমনে পাটহস্তী আগকৰি পঞ্চ শব্দ কৰি আগবাঢ়ি আসিলা। নট-নটীগণ গায়ন-বায়ন সবে উৎসুকে আসিলা। শ্ৰীকৃষ্ণো বন্ধুজন পুৰজন সেৱক জনক যথাযোগ্য সৎকাৰ কৰি আশ্বাস কৰি নগৰ পশিলা। গুৰু, বৃদ্ধ ব্ৰাহ্মণসবো কৃষ্ণক আশীৰ্ব্বাদ দিলা। ৰাজপথে কৃষ্ণক চলিতে কুলস্ত্ৰীসবো দৰ্শন উৎসুকে গৃহত চড়িল। ( শ্লোক : ১১—২৫ )

যদ্যপি কৃষ্ণক নিত্যে দেখে তথাপি দর্শনে নেত্রৰ তৃপিতি নহে। যাতো লক্ষ্মীৰ নিবাস বক্ষঃস্থল, চক্ষুৰ পানপাত্র মুখ, লোকপালৰ আশ্রয় বাহু, ভক্ত ভ্রমৰৰ পাদপদ্ম আশ্রয়। উপৰত ধৱল ছত্র, দুই পাশে শুক্ল চামৰ, পুষ্প বৃষ্টি, পীত বস্ত্র, বনমালায়ে পথত কৃষ্ণক প্রকাশিলা। যদি মেঘৰ উপৰে সূর্য্য, দুই পার্শ্বে চন্দ্র, সর্ব্বতো নক্ষত্র, মধ্যে দুই ইন্দ্রধনু, স্থিৰ বিদ্যুৎ হয় তেবে কৃষ্ণৰ শৰীৰৰ, উপমা পাই। পাছে কৃষ্ণে পিতৃগৃহ প্রবেশিলা ; মাতৃসবক নমিলা। তাৰাসবো হর্ষে বিহ্বল হৈয়া কৃষ্ণ পুত্রক সাবটি কোলাত বসাই নেত্রজলে তিয়াইলা। স্নেহত সবাৰো স্তন স্রবিল। পাছে আপুনাৰ ষোড়শ সহস্র অষ্টোত্তৰ শত গৃহত একেবাৰে প্রবেশিলা। পত্নীসবো কৃষ্ণ আসিবাৰ দেখি তেখনে আসন বঢাই আগবাঢি গৈয়া প্রণাম কৰি কোলাত পুত্র দিবাৰ চলে আলিঙ্গন কৰিলা। প্রেমে লোতক ঝড়িল। যদ্যপি কৃষ্ণ তাৰাৰ সমীপে থাকা, তথাপি তাহান চৰণ যুগল ক্ষণে ক্ষণে নব। চঞ্চলা লক্ষ্মীয়ো যাক এৰিতে নপাৰে। ( শ্লোক ২৬—৩৪ )

সেই ভগৱন্ত উত্তম স্ত্রী সমূহত প্রাকৃত যেন ৰমিলা। বুলিবা, তেবে কেনে প্রাকৃত সুবুলি। ইহাৰ উত্তৰ শুনা। যাৰাসবক দেখি মহেশো মোহ হুয়াছে, তাৰাৰ হাস্য লাস্য কটাক্ষে কৃষ্ণৰ মন মোহিতে নপাৰে। তাঙ্ক অজ্ঞ জনে স্ত্রীসঙ্গী বুলি মানে। ঈশ্বৰৰ ঈশ্বৰতা মায়াত থাকিলেও মায়াগুণে নোচোরে॥ ( শ্লোক ৩৫ ৪০ )

শ্রীভাগৱতকথায়াং প্রথমস্কন্ধে একাদশোঽধ্যায়ঃ॥

হে নৰনাৰীসব দেখঃ দেশবাসী পুৰবাসী জনৰো কৃষ্ণত ভক্তি। এতেকে যিমান পাৰা কৃষ্ণত প্রীতি কৰি নিৰন্তৰে হৰি বোল হৰি॥

শ্লোক ঃ আনৰ্ত্তৱাসিনাং স্তুত্যা ভগৱান্ ভুৱনেশ্বৰঃ।
প্রাৱিশদ্ভৱনং ভূত্যা ৱৈভৱং সাধু দর্শয়ন্॥

---

# দ্বাদশ অধ্যায়

## পৰীক্ষিতৰ জন্ম

কথা : দ্বাদশ অধ্যায়ে পৰীক্ষিতৰ জন্ম কহিবা। শৌনকে পুছন্ত : হে সূত, যি অশ্বত্থামাৰ ব্ৰহ্মাস্ত্ৰে উত্তৰাৰ গৰ্ভ নষ্ট হৈল তাক পুনু ঈশ্বৰে ৰাখিলা। তাহান জন্ম কৰ্ম্ম মৰণ মুক্তি আমাত কহা। সূতে বোলন্ত : উত্তৰাৰ গৰ্ভ ব্ৰহ্মাস্ত্ৰে দহিতে শ্ৰীকৃষ্ণক দেখিলা : অঙ্গুষ্ঠ প্ৰমাণ শ্যামতনু, পীতবাস, চতুৰ্ভুজ, সুৱৰ্ণময় কিৰীটি কুণ্ডল, আৰকত নেত্ৰ, গদা ধৰি ৰক্ষা কৰি চৌপাশে ফুৰন্ত। ব্ৰহ্মাস্ত্ৰ তেজ গদায়ে বিনাশন্ত। তাঙ্ক দেখি কোন বুলি মনে বিতৰ্কিলা। কৃষ্ণো ব্ৰহ্মাস্ত্ৰ বিনাশি দশ মাসৰ শিশু চাই থাকিতে অন্তৰ্দ্ধান হৈলা। ( শ্লোক ১—১১ )

পাছে সৰ্ব্বানুকূল লগ্ন হৈলে পাণ্ডৱৰ বংশধৰ নাতি উপজিলা। যুধিষ্ঠিৰ ৰাজা মহা আনন্দে মাঙ্গল্য কৰি ব্ৰাহ্মণ সহিতে জাতকৰ্ম্ম কৰিলা। ব্ৰাহ্মণক ভোজন কৰাইলা। ব্ৰাহ্মণসবো দক্ষিণা পায়া তুষ্ট হৈয়া ৰাজাক বোলন্ত : হে মহাৰাজ যুধিষ্ঠিৰ, ওহি শুদ্ধ ছৱাল গৰ্ভতে ব্ৰহ্মাস্ত্ৰ তেজে মৰিছা। কৃষ্ণো তাঠেক কৃপায়ে ৰক্ষা কৰিলা। এতেকে বিষ্ণুৰাৎ নাম হৌক। আত কিছো সংশয় নকৰিবা। মহাৰাজা মহা ভাগৱত হুইবা। ( শ্লোক ১২—১৭ )

ইক্ষ্বাকু সম প্ৰজা পালিবা। ৰামচন্দ্ৰ সম ব্ৰহ্মণ্য সত্যবাদী হুইবা। শিবি ৰাজা সম তেজস্বী হুইবা। অগ্নি সম সুৰ্দ্দৰ্শ, সাগৰ সম দুস্তৰ, সিংহসম বিক্ৰম হুইবা। পৃথিৱীসম সহিবা। সমভাৱে ব্ৰহ্মা, প্ৰসাদে ৰুদ্ৰ, আশ্ৰয়ে বিষ্ণু সম হুইবা। ৰন্তিদেৱ সম উদাৰ, যযাতি সম ধাৰ্ম্মিক হুইবা। ধৈৰ্য্যে বলি সম,

প্ৰহ্লাদ সম হৰিভক্ত হুইবা। তিনি অশ্বমেধ কৰিবা, সাধুৰ সেৱক হুইবা। পুত্ৰসব উপজাইবা, দুৰ্জ্জন দণ্ডিবা, ধৰ্ম্ম-পৃথিৱীৰ অৰ্থে কলিক নিগ্ৰহিবা। পাছে বিপ্ৰ-পুত্ৰৰ শাপে তক্ষকত হস্তে আপুনাৰ মৃত্যু শুনি বিষয়-সঙ্গ এৰি হৰিক ভজিবা। শুক মুখে জ্ঞান পায়া গঙ্গাত দেহ এৰি বৈকুণ্ঠ পাইবা। সূতে কহন্ত: এহি কথা কহি ব্ৰাহ্মণ সবে দক্ষিণা পায়া গৃহক গৈলা। পাছে তাহান পৰীক্ষিত নাম হৈল। যাতো গৰ্ভদৃষ্ট কৃষ্ণক লোকত পৰীক্ষিল। (শ্লোক ১৮—৩০)

সিটো ৰাজকুমাৰ শুক্ল পক্ষৰ চন্দ্ৰ সম বাঢ়িলা। পিতামহ সবে চৌষষ্টি কলা শিখাইলা। পাছে যুধিষ্ঠিৰ ৰাজা বন্ধু-বধ ভয়ে অশ্বমেধ কৰিতে চান্ত। ধন নাটে নিমিত্তে মনত গুণন্ত। কৰ দণ্ডৰ ধনে পৰিজন পুষিবে লাগে। পাছে ৰাজাৰ চিন্তা দেখি ভগৱন্তে উপায় দিলা। সেই উপায়ে ভ্ৰাতৃসবে মৰুত ৰাজাৰ যজ্ঞাৱশেষ ধন আনিলন্ত। সেই ধনে সম্ভাৰ কৰি কৃষ্ণক মাতি আনি অশ্বমেধ কৰিলা। কৃষ্ণো তিনি ক্ৰতুৰ যশ শত ক্ৰতুৰ সম বিস্তাৰিলা। পাছে সবাকে সম্বুধি দ্বাৰকাক গৈলা। (শ্লোক ৩১—৩৭)

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে দ্বাদশোঽধ্যায়ঃ।

হে লোকসব দেখ, কৃষ্ণৰ ভক্তবৎসল গুণ। গৰ্ভতো প্ৰবেশি ৰক্ষা কৰন্ত। এতেকে তান কৃপালু গুণ দেখি সততে ভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: ৱিষ্ণোঃ স্বভক্ত পাতিত্বং পৰীক্ষিদ্ৰক্ষণাদিভিঃ।
দ্বাদশে দৰ্শিতং সাক্ষাদ্দিব্যদৃষ্ট্যা দ্বিজাতিভিঃ॥

---

# ত্ৰয়োদশ অধ্যায়

## ধৃতৰাষ্ট্ৰৰ নিৰ্গম

কথা : ত্ৰয়োদশ অধ্যায়ে ধৃতৰাষ্ট্ৰৰ নিৰ্গম কহিবা। সূতে কহন্ত : বিদুৰে তীৰ্থ-যাত্ৰা কৰিতে মৈত্ৰেয়ত হন্তে ঈশ্বৰ কৃষ্ণক সাক্ষাতে জানি তাহান একান্ত ভক্ত হুয়া হস্তিনাপুৰক আসিলা। বিদুৰ আসিবাৰ শুনি ধৃতৰাষ্ট্ৰ যুধিষ্ঠিৰ প্ৰমুখ্যে সবে জ্ঞাতি আগবাঢ়ি গৈয়া যথাযোগ্য সৎকাৰ কৰিলা। পাছে যুধিষ্ঠিৰে আসনে বসাই পাদ-প্ৰক্ষালন কৰি পঞ্চামৃতে ভোজন কৰাইলা। বিশ্ৰান্ত হুয়া মহা সুখে বসিলে সবাৰে আগতে যুধিষ্ঠিৰে পুছন্ত : ( শ্লোক ১—৭ )

হে খুড়া, তুমি আমৰা সবক সুমৰা। যাতো আমি তোমাৰ ছায়াত বাঢ়িছি। নানা আপদতো ৰাখিছা। আৰো তুমি পৃথিবী ফুৰিতে কেমনে বৰ্ত্তিলা। কোন কোন তীৰ্থক্ষেত্ৰ ফুৰিলা। তীৰ্থক কৃপায়েসে তোৰাৰ তীৰ্থ যাত্ৰা। আপুনাৰ কাৰ্য্য নাই, যাতো তোৰা মহা ভাগ্যৱন্ত। হৰিক হৃদয়ে ধৰিছা, এতেকে তোমাৰ পৰশে তীৰ্থো পবিত্ৰ হয়। আমাৰ সুহৃদসব দ্বাৰকাত কুশলে আছে। আক তুমি দেখিছা বা শুনিছা। ( শ্লোক ৮—১১ )

সূতে বোলন্ত : ৰাজা এহি কথা পুছিলে বিদুৰে যদু কুলৰ ক্ষয় বিনে সবে কহিলা। যাতো মহন্তসবে পৰৰ দুঃখ দেখিতে নাপাৰে। কতো দিন তহিতে বঞ্চিলা। তাৰাৰো দেৱক যেন সৎকাৰ কৰিলা। বড় ভাই ধৃতৰাষ্ট্ৰকো

উপদেশ দিলা। যাতো যমৰাজা মাণ্ডব্য ঋষিৰ শাপে জন্মিছা। একদিনা বিদুৰে ধৃতৰাষ্ট্ৰক বোলন্ত: হে মহাৰাজা, সত্বৰে গৃহৰ বঝৱা। দেখ ভয়ে পাইলে আৰ প্ৰতিকাৰ কেয়ো কদাচিতো কৰিতে নপাৰে। কিন্তু সেই কালে পুত্ৰ সবাকো সংহৰে। বুলিবা ধন-সৰ্ব্বস্ব কেমনে এৰি যাইবো। তাত শুনা: কালে পাইলে প্ৰিয়তম দেহো পৰিবেক, আউৰ ধনাদিক কে গণে। ( শ্লোক ১২—২০ )

তোমাৰ পিতৃ ভ্ৰাতৃ সুহৃদ পুত্ৰ মৰিল, বয়সো গৈল, বৃদ্ধ ভৈলা, আৰ জীৱাৰ কি ফল। যি ভীমে তোমাৰ শত পুত্ৰ মাৰিলে তাহান অন্নত কি কাৰ্য্য। আঠেক অপকাৰ কৰিছা। তাঠেৰ অন্নে কি কাৰ্য্যে আউৰ বৰ্তিবে লাগে। তথাপি তোমাৰ দেহ জৰা অৱস্থায়ে জীৰ্ণ হৈল। ইদানীকো গৃহ এৰি বন গৈয়া হৰিক চিন্তি দেহ এৰা। সূতে বোলন্ত: এমনে বিদুৰৰ প্ৰবোধ শুনি ধৃতৰাষ্ট্ৰ ৰাজা স্নেহপাশ ছিন্দি তেখনে গৃহৰ বঝাই হিমবন্তক গৈলা। তাক জানি পতিব্ৰতা গান্ধাৰীয়ো লগতে গৈলা। ( শ্লোক ২১— ৩০ )

পাছে যুধিষ্ঠিৰ ৰাজা প্ৰভাতে নিত্য কৰ্ম্ম কৰি তাৰাক প্ৰণামিতে গৃহ প্ৰবেশিলা। নেদেখি শঙ্কিত মনে সঞ্জয়ত পুছিলা। সঞ্জয়ে বোলন্ত: মঞি কিছো বাৰ্ত্তা নজানো, যাতো বঞ্চিত হৈলো। আত অনন্তৰে ডম্বৰু সহিতে নাৰদ আসিলা। ৰাজা নাৰদক দেখি পূজা কৰি পুছন্ত: হে নাৰদ, আমাৰ পিতৃমাতৃসবৰ বাৰ্ত্তা নজানো। কুন ঠাই গৈল আক সৰ্ব্বজ্ঞ তুমি কহা। ( শ্লোক ৩১--৪০ )

নাৰদে বোলন্ত: হে মহাৰাজ, তুমি কাহাকো লাগি শোক নকৰিবা। যাতো ঈশ্বৰাধীন সকল জগত। আৰো আত্মা নিত্য, দেহ নশ্বৰ, ব্ৰহ্ম শুদ্ধ, এতেকে অজ্ঞানকৃত শোক এৰা। আপুনি কালকৰ্ম্ম-গুণাধীন। কেমনে আনক ৰাখিবা। যাতো জীৱে জীৱৰ জীৱিকা হৈয়া আছে। এতেকে জানিবা সৰ্ব্বৰূপে ভগৱন্ত প্ৰকাশ কৰা। সেই ভগৱন্ত দ্বাৰকাৰ কৃষ্ণ, তেঞ্ু দেৱৰ সকলো কাৰ্য্য কৰিলা। কিছো মাত্ৰ অৱশেষ আছে। পাছে বৈকুণ্ঠ যাইবা, তেবে তোৰায়ো চলিবা। ( শ্লোক ৪১—৫০ )

এমনে শোক নিবাৰি ধৃতৰাষ্ট্ৰৰ কথা কহন্ত। বিদুৰে ধৃতৰাষ্ট্ৰ গান্ধাৰীক হিমন্তৰ দক্ষিণ ভাগে সপ্তস্ৰোতাক নিলা। তথায়ে অষ্টাঙ্গ যোগ আচৰি দেহ এৰি গতি পাইবা। তাঙ্ক কিছো বিঘ্নি নকৰিবা। গান্ধাৰীয়ো তাঙ্কে

অনুগমন কৰি মৰিবা ; বিদুৰো তীৰ্থ কৰিতে যাইবা। নাৰদে এহি কথা কহি তুম্বৰু সহিতে স্বৰ্গক গৈলা। যুধিষ্ঠিৰো নাৰদৰ বাক্যে শোক তেজিলা। ( শ্লোক ৫১ –৬০ )

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে ত্ৰয়োদশোঽধ্যায়ঃ।

আক জানি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : পুত্ৰমিত্ৰগৃহাদীনাং দুঃখদত্বঞ্চ নশ্বৰম্।

ধৃতৰাষ্ট্ৰাখ্যয়াসাক্ষাদ্‌ভুক্তমস্মিন ত্ৰয়োদশে ॥

—— —

## চতুৰ্দ্দশ অধ্যায়

### যুধিষ্ঠিৰৰ চিন্তা

কথা : চতুৰ্দ্দশ অধ্যায়ে যুধিষ্ঠিৰৰ চিন্তাত অৰ্জ্জুন আসিবা। কদাচিত অৰ্জ্জুন দ্বাৰকাক গৈয়া সাত মাহ নাসন্ত। পাছে যুধিষ্ঠিৰৰাজ লোকৰ স্বভাৱ দেখি ভীমক বোলন্ত : হে ভীমসেন, শ্ৰীকৃষ্ণৰ অভিপ্ৰায় জানিতে অৰ্জ্জুন দ্বাৰকাক গৈল। সাত মাস ভৈল, কিবা কাৰণে নাসন্ত তাক নজানো। কিবা নাৰদে কথিত কৃষ্ণ বৈকুণ্ঠক যাইবাৰ কাল ভৈল। ( শ্লোক ১—৮ )

যাতো নানা দাৰুণ বিমঙ্গল দেখো। মোৰ বাম বাহু উৰু আখি ফন্দে। হৃদয় কম্পে। এমনে স্বৰ্গ পৃথিৱীতে নানা বিমঙ্গল দেখো। এতেকে আমাৰ কিবা দুঃখ দেখাৱে আন কিছো নহে, সৰ্ব্ব পুৰুষাৰ্থ হেতু শ্ৰীকৃষ্ণ, তান বিয়োগ বিনে এতেক বিমঙ্গল নঘটে। নিশ্চয়ে জানিলো শ্ৰীকৃষ্ণ পদ পৃথিৱী হীন হৈল। ( শ্লোক ৯—২১ )

এমনে ৰাজা চিন্তা কৰিতে দ্বাৰকাৰ পৰা অৰ্জ্জুন আসিয়া ৰাজাৰ চৰণত পৰিলা। তাঙ্ক আতুৰ, অধোমুখ, কান্তিহীন দেখি সভাৰ মাজতে পুছন্ত : হে অৰ্জ্জুন, দ্বাৰকাপুৰত আমাৰ বন্ধুসবো সুখে আছন্ত, সুৰ মাতামহ, মমা বসুদেৱ কুশলে আছন্ত। উগ্ৰসেন ৰাজা জীৱন্ত, অক্ৰূৰ আদি জ্ঞাতিসব কুশলে আছা। ৰামকামঅনিৰুদ্ধৰ কুশল। আনো কৃষ্ণ পুতসবৰ বাৰ্ত্তা ভাল। উদ্ধৱ আদি কৃষ্ণ-ভক্ত সুখে আছা। ভক্তবৎসল ভগৱন্ত দ্বাৰকা পুৰত সুধৰ্ম্মা সভাত লোকৰ কুশলৰ অৰ্থে আছন্ত, যাৰ বাহু দণ্ডক আশ্ৰয় কৰি যদুবীৰসব পৰম আনন্দে ক্ৰীড়ন্ত। যাৰ পদসেৱা মাত্ৰে সত্যভামা আদি স্ত্ৰীগণো শচীৰ পাৰিজাত আদি আনিয়া ভোগ কৰে। ( শ্লোক ২২—৩৮ )

হে বাপু অৰ্জ্জুন, তোৰ শৰীৰ আৰোগ, কেনে কান্তিহীন হৈলি। কিবা দুঃখ পাইলি, কিবা অন্যায় কৰিলি, কিবা অধমত পৰাজয় হৈলি, কিবা প্ৰিয়তম কৃষ্ণ বিয়োগ হৈল। আত পৰে তোৰ বিষাদৰ কাৰণ নঘটে॥ ( শ্লোক ৩৯—৪৪ )

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে চতুৰ্দ্দশোঽধ্যায়ঃ।

সব লোক হৰি বোল হৰি।

শ্লোক : প্ৰেষ্ঠকৃষ্ণং ৱিনানিষ্টমিষ্টশিষ্টসুহৃজ্জনম্।
স্পষ্টং ৱিশিষ্টভূপালৱাচা চতুৰ্দ্দশোস্থিতম্॥

— —

# পঞ্চদশ অধ্যায়

## পাণ্ডৱৰ প্ৰয়াণ

কথা ঃ পঞ্চদশ অধ্যায়ে পাণ্ডৱ প্ৰয়াণ কহিবা। সূতে বোলন্ত ঃ এমনে ৰাজা নানাভাৱে শঙ্কিলে, কৃষ্ণক চিন্তি উত্তৰ দিবাক নপাৰিলা, যাতো কৃষ্ণ বিৰহে কৃশ হৈয়াছে। মুখো শুখাই আছে। পাছে লোতক মলছি অদৃশ্য কৃষ্ণৰ স্নেহে আকুল হৈয়া আহান সৌহৃদ্য সখ্য মৈত্ৰী স্মৰি গদ্‌গদ্ বচনে ৰাজাক বোলন্ত ঃ ( শ্লোক ১—৪ )

হে মহাৰাজ, যাৰ ক্ষণ বিয়োগে লোকৰ মৃত্যু সমান হয়, সেই বান্ধৱ কৃষ্ণে বঞ্চিত হৈলো। এতেকে মোৰ কান্তি টুটিল। আবে উপকাৰ স্মৰন্ত। যাক আশ্ৰয় কৰি ৰাজাগণ মাজে মৎস্য কাটি, দ্ৰৌপদীক পাইলো। যাৰ সহায়ে ইন্দ্ৰৰ খাণ্ডৱ বনক অগ্নিকো দিলো। আৰো দেবগণ সমে ইন্দ্ৰকো জিনিলো। ময়দানব ৰাখি দিব্য সভা পাইলো। আৰো যাৰ তেজে ভীমে জৰাসন্ধ বধি ৰাজাগণ মেলাইলা। যাৰ প্ৰসাদে লক্ষেক ৰাজায়ো কৰ দিলা। ৰাজসূয় যজ্ঞ কৰিলা। আৰো দ্ৰৌপদীৰ কেশত দুঃশাসনে ধৰিলে ঃ তোমাৰ চৰণত পৰি কান্দিলা। এতেকে কৌৰৱক মাৰি তাৰাৰ স্ত্ৰীক বিধবা কৰিলা। বনতো অৱশেষ শাক ভুঞ্জি দুৰ্ব্বাসা শাপত হস্তে ৰাখিছা। ( শ্লোক ৫—১১ )

যাৰ তেজে যুদ্ধত মহেশক বিস্ময় কৰাইলা। পাশুপাত অস্ত্ৰ দিলা, আনো দেবগণে আপুনাৰ অস্ত্ৰ দিলা। এহি শৰীৰে ইন্দ্ৰৰ অৰ্দ্ধাসন পাইলো। যাৰ প্ৰভাৱে মোৰ বাহুবলক নিবাতকবচ দৈত্য বধিতে ইন্দ্ৰাদি দেৱো আশ্ৰয় কৰিলে। যাক বান্ধৱ মানি উত্তৰ গোগ্ৰহত কুৰু সৈন্য সাগৰত একে ৰথে

তৰিলো। বীৰ সবাকো মোহ কৰি মুকুট পাগুৰি আনিলো। মোৰ সাৰথি হৈয়া ভীষ্ম দ্ৰোণ কৰ্ণ আদি বীৰ সবৰ আয়ু উৎসাহ বল শক্তি চক্ষুয়ে হৰিলা। যুদ্ধত বীৰসবৰ অস্ত্ৰে মোক মুচুইলে, যাতো বাহুৰে ৰক্ষা কৰিলা। সেই ভগৱন্ত কৃষ্ণে বঞ্চিত হৈলো। আবে আপুনাৰ অপৰাধ স্মৰন্ত। যাৰ পাদপদ্মক ব্ৰহ্মাদিয়ো ভজে। হেন কৃষ্ণক মঞি কুমতি সাৰথি কৰিলো। সখি বুলিয়ো নানা পৰিহাস উপালম্ভ কৰিলো। সেই অপৰাধ-সবো ঈশ্বৰ হুয়ো সহিলা। সেই প্ৰিয়তম কৃষ্ণে বঞ্চিত হৈলো। তাহাৰ যোল্ল হাজাৰ পত্নী ৰাখি আনিতে দুষ্ট গোৱালগণে মোক পৰাজয় কৰিলেক। ( শ্লোক ১২—২০ )

কৃষ্ণ বিনে মোৰ সেই ধনুশৰ ৰথ ভস্মত হোম যেন নিষ্ফল হৈল। যদু-বংশো বিপ্ৰ শাপে মোহ হৈয়া বাৰুণী সুৰাপান কৰি অন্যে অন্যে যুদ্ধ কৰি সবে মৰিল। পৰমাৰ্থত ভগৱন্তে যদুকুল সংহৰি ভূভাৰ হৰিলা। ইদানিক শ্ৰীকৃষ্ণৰ হাস্য কটাক্ষ পৰিহাস বাক্য স্মৰি মোৰ হৃদয় দহে। বাক্য মনো হৰিল। আৰ কিছো কৰিতে নপাৰো। ( শ্লোক ২১—২৭ )

এমনে অৰ্জুনৰ কৃষ্ণ পাদপদ্ম স্মৰিতে মন নিৰ্ম্মল হৈল। ভক্তিত ঈশ্বৰ প্ৰকাশ পাইলা। শোক মোহ গুচিল। জীৱনমুক্ত হৈলা। কুন্তীয়ো কৃষ্ণৰ বৈকুণ্ঠ পয়াণ, যদুকুল নাশ শুনিয়া একান্ত ভক্তিয়ে কৃষ্ণক চিন্তি দেহ এৰি তাহাঙ্কে পাইল। যুধিষ্ঠিৰো কৃষ্ণৰ এমন কথা শুনি লোকতো কলি প্ৰবেশিবাৰ দেখি স্বৰ্গে চলিতে মন কৰিলা। হস্তিনাপুৰত জম্বুদ্বীপৰ ৰাজা পৰিক্ষীতক পাতিলা। মথুৰাপুৰত সুৰসেন দেশৰ ৰাজা বজ্ৰক পাতিলা।

( শ্লোক ২৮—৩৯ )

পাছে বস্ত্ৰ অলঙ্কাৰ এৰি কানিকন্থা পিন্ধি নিৰহঙ্কাৰ হৈলা। কৃষ্ণক হৃদয়ত ধৰি জড পিশাচৰ বেশে উত্তৰ দিশক গৈলা। তাহান ভ্ৰাতৃ-গণ মন নিয়ম কৰি কৃষ্ণক হৃদয়ত ধৰি পাছতে লড়িলা। কৃষ্ণৰ ভক্তিয়ে সবাৰো মন নিৰ্ম্মল হৈলা। হৃদয়তে কৃষ্ণক দেখিলা। পাছে দেহ এৰি পাৰিষদ হৈয়া বৈকুণ্ঠক গৈয়া কৃষ্ণৰ একান্ত ভক্ত হৈয়া ৰহিলা। দ্ৰৌপদীয়ো পাণ্ডুপতিক যাইবাৰ দেখি কৃষ্ণক দেখিতে একান্ত মতি দিয়া কৃষ্ণকে পাইলা। বিদুৰো প্ৰভাস ক্ষেত্ৰক যায়া দেহ এৰি পুনু যম হৈলা। বুলিবা পাণ্ডৱসব কৃষ্ণক দেখি স্নেহ ভক্তি কৰি গতি পাইলা। আঠৈৰ লোকৰ কিবা হোক

ইহাক শুনা। এই কৃষ্ণ কথা শ্ৰদ্ধায়ে শ্ৰৱণ কীৰ্ত্তন কৰি সেই গতি পাৱে। আত কিছো সংশয় নাই। ( শ্লোক ৪০—৫১ )

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে পাণ্ডৱপ্ৰয়াণং নাম পঞ্চদশোঽধ্যায়ঃ।

সামাজিক সব ডাকি হৰি বোল হৰি ॥

শ্লোক : ৱিনা শ্ৰেষ্ঠতমং কৃষ্ণং নানন্দাস্পদমাস্পদম্।
পঞ্চপাণ্ডৱবৃত্তান্তৈঃ স্ফুটংপঞ্চদশে স্থিতম্ ॥

---

# ষোড়শ অধ্যায়

## ধৰ্ম্ম-পৃথিৱী সংৱাদ

কথা : ষোড়শ অধ্যায়ে ধৰ্ম্ম-পৃথিৱীৰ সম্বাদ কহিবা। সূতে বোলন্ত : পাছে পৰম বৈষ্ণৱ পৰীক্ষিত ৰাজা ব্ৰাহ্মণ-শিক্ষায়ে পৃথিৱী পালিলা। উত্তৰৰ দুহিতা ইৰাৱতী কন্যাক বিবাহ কৰিলা। তাক্ত জন্মেজয় আদি চাৰি পুত্ৰ হৈলা। তিনি অশ্বমেধ কৰিল। যাতো দেৱগণ প্ৰত্যক্ষে আসিছিলা। দিগ্বিজয়ত কলি নিগ্ৰহিলা। ( শ্লোক ১—৪ )

শৌনকে পুছন্ত : হে সূত, পৰীক্ষিতে কেনে কলিক নিগ্ৰহিলা। যাতো শূদ্ৰ হৈয়া ৰাজচিহ্ন ধৰি গোক চৰণে প্ৰহাৰে। আক আমাত কহিয়োক। যদি বিষ্ণু-বৈষ্ণৱৰ কথা শ্ৰৱণ হয়, আত বিনে আন মিথ্যা কথাত কি কাৰ্য্য। যাতো লোকৰ আন কথায়ে বৃথায়ে আয়ু যাই। এতেকে আমাৰ সত্ৰ পাতিবাৰ ফল হৰি-কথা শ্ৰৱণেসে। ( শ্লোক ৫—১০)

সূতে বোলন্ত : যেখন পৰীক্ষিত ৰাজা নিজ ৰাজ্যত কলি প্ৰৱেশৰ কথা শুনিলা, তেখনে ধনুশৰ ধৰি ৰথত চড়ি চতুৰঙ্গ দলে সাজি দিগ্বিজয় কৰিতে গৈলা। অনুক্ৰমে নব বৰিষ জিনি কৰভাৰ লৈলা। সেই সেই

ৰৰিষত আপুনাৰ পিতামহসবৰ হৰিভক্তি শুনি, আপুনাকো ব্ৰহ্মাস্ত্ৰত. হন্তে কৃষ্ণে ৰাখিবাৰ শুনি মহা সন্তোষে তাৰাসবক বস্ত্ৰ অলঙ্কাৰ দিলা।

(শ্লোক ১১—১৬)

আৰো পাণ্ডৱসবত শ্ৰীকৃষ্ণৰ স্নেহ অনুবৰ্ত্তন শুনি আপুনিয়ো কৃষ্ণ-চৰণত ভক্তি কৰিল। এমনে ৰাজা হৰি- ভক্তি কৰিতে সমীপতে যি আশ্চৰ্য্য ভৈলন্ত তাক শুনা। বৃষৰূপ ধৰ্ম্ম একপাদে ফুৰন্ত, গোৰূপা পৃথিৱীক সলোতক দেখি পুছন্ত: হে কল্যাণী, তোমাৰ দেহত কিছো ব্যাধি নেদেখো। তথাপি ম্লান মুখ দেখি মনে চিন্তা কৰা হেন মানো। তাৰ কাৰণ কল্পি পুছন্ত: তোমাৰ স্বামী কি বিদূৰ গৈল, কিবা একপাদ দেখি মোক শোক কৰা, কিবা কলিত অনেক অন্যায় হুইবে তাকে চিন্তা। কিবা কালৰ কালে সৌভাগ্য হৰিলা। কিবা কৃষ্ণ-বিয়োগে তাহান লীলাক স্মৰি খেদ কৰা, যি লীলায়ে মোক্ষকো তুচ্ছ কৰে। (শ্লোক১৭—২৫)

পৃথিৱী বোলন্ত: হে ধৰ্ম্ম, তুমি কি কথা পুছিলা আক আপনি জানা। তথাপি কহো: যাৰ প্ৰসাদে চাৰিপদে আছিলা, যাহাত সকলে গুণ আছে, লক্ষ্মীৰো নিবাস, হেন কৃষ্ণে বঞ্চিত লোকক শোক কৰো। তুমাৰো তিনি পদ টুটিবাৰ দেখি চিন্তা কৰো। আৰ সকললোকক পাপ কলিয়ে পাইবাৰ দেখি খেদ কৰো। (শ্লোক ২৬—৩১)

সবাতো কৰি কৃষ্ণ-বিৰহ দুঃসহ। ব্ৰহ্মাদিয়ো লক্ষ্মীৰ কটাক্ষ আশায় বহুকাল তপ কৰন্ত। সি লক্ষ্মীয়ো যাৰ পাদ-পদ্মক ভজন্ত। মঞেঁা তাহান ধ্বজ-বজ্ৰাদি চিহ্নযুক্ত পদে অলঙ্কৃত হৈয়া তিনিও লোকত প্ৰকাশ কৰিলো। পাছে গৰ্ব্ব কৰিবাৰ দেখি মোক প্ৰভু এৰি গৈলা। যি ভগৱন্তে অসুৰ ৰাজাক মাৰি মোৰ ভাৰ হৰিলা, তুমাৰো চাৰি পাদ পূৰ্ণ কৰিলা। যাৰ হাস্য কটাক্ষ বাক্যে মানিনীৰো মান হৰে, যাৰ পদে অঙ্কিত হৈয়া ময়ো ৰোমাঞ্চিত হঞো, তাহান বিৰহ কোনে সহিবেক। সূতে বোলন্ত: এমনে ধৰ্ম্ম-পৃথিৱী কৃষ্ণ-কথা কহিতে পৰীক্ষিত ৰাজা লাগ পাইলন্ত।

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে ষোড়শোঽধ্যায়ঃ।

সকলোক ডাকি হৰি বোল হৰি।

শ্লোক: কৃষ্ণবিশ্লেষসন্তপ্তভূমিধৰ্ম্মকথামৃতে।

ষোড়শে কথিতা কৃষ্ণকথা মোক্ষৰসাশ্ৰয়া॥

———

# সপ্তদশ অধ্যায়

## কলি নিগ্ৰহ

কথা ঃ সপ্তদশাধ্যায়ে কলি-নিগ্ৰহ কহিবা।

সূতে বোলন্ত ঃ তথায়ে ৰাজা, গোযুগল ৰাজবেশধৰ শূদ্ৰক দেখিলা। শুক্লবৰ্ণ বৃষ ভয়তে কম্পে, এক পাদ মাত্ৰ আছে। আৰো শূদ্ৰে কোবাৰে। ধেনুৰো বৎস নাই, দুখত কান্দতে কৃশ হইয়াছে। শূদ্ৰে লাথিয়াৰে। এমন দেখি ৰাজা ৰথত থাকি ধনুশৰ ধৰি পুছন্ত ঃ অৰে কোন তঞ্চি, কেনে মোৰ ৰাজ্যত স্থায় কৰস। আজি তোক বধিবো। (শ্লোক ১—৬)

হে বৃষ, ম কোন, কোনে তোমাৰ তিনি পাদ ভাঙ্গিলে তাক কহ। তাৰ আজি বাহু কাটিবো। যাতো আমাৰ কীৰ্ত্তিকো নষ্ট কৰিলেক।

(শ্লোক ৭—১৬)

ধৰ্ম্মে বোলন্ত ঃ হে মহাৰাজ, তোমাৰ দুখিতৰ দুখ নিবাৰণ যুক্ত হয়। কিন্তু আমি যাৰ হন্তে দুখ পাঞো তাক নানা বাদীৰ বাদে মোহ হৈয়া নজানো। যাতো যোগীসবে দুখৰ কাৰণ আত্মাক কহে। দৈবজ্ঞসবে গ্ৰহক কহে। মীমাংসকসবে কৰ্ম্মক কহে। বোধসবে স্বভাৱক কহে। ভক্তসবে ঈশ্বৰক কহে। এতেকে আমি নিশ্চয় কৰিতে নপাৰো। আক আপুনি বিচাৰ কৰা। সূতে বোলন্ত ঃ ধৰ্ম্মৰ এহি বাক্য শুনি ৰাজা মনত্ত জানিয়া বোলন্ত ঃ তুমি বৃষৰূপ ধৰ্ম্ম, যাতো পাপীকো জানিয়ো নকহিলা। কহিলেও আপুনি পাপী হয়। তোমাৰ তপ, শৌচ, দয়া, সত্য, এহি চাৰি-

পদ সত্য যুগত আছিল। অধৰ্ম্মে তিনি পাদ নাশ কৰিলে, আৰে এক পাদ মাত্ৰ আছে। তাকো কলি নষ্ট কৰিতে চাৱে। এঞো গোৰূপা পৃথিৱী, যাৰ মহাভাৰ কৃষ্ণে হৰিলা। ইদানিক তান বিয়োগে শোক কৰা হে ধৰ্ম্ম, তুমি খেদ নকৰিবা। মঞি থাকিতে তোৰাৰ কিছো ভয় নাই।
( শ্লোক ১৭—২৭ )

সূতে বোলন্ত: এমনে তুইকো আশ্বাস কৰি কলিক কাটিতে খড়্গ ধৰিলা। কলিয়ো কাটিবাৰ দেখি মহা ভয়ে তেখনে ৰাজচিহ্ন এৰি ৰাজাৰ চৰণত দণ্ডবতে পৰিলা। ৰাজায়ো শৰণাগত দেখি নকাটি বোলন্ত: অৰে দুষ্ট কলি, আউৰ মোত হন্তে তোৰ মৰিতে ভয় নাই। কিন্তু মোৰ ৰাজ্যত নাথাকিবি। তঞি ৰাজ্যত থাকিলে তোৰ গোষ্ঠী অধৰ্ম্ম অন্যায় দণ্ড কপট ৰাজ্যত হৈবেক। এতেকে এখনে গুচ। আৰো যি ৰাজ্যত হৰিভক্তি শ্ৰৱণ-কীৰ্ত্তন কৰে, তাত কদাচিতো নাথাকিবি।
( শ্লোক ২৮—৩৪ )

সূতে বোলন্ত: মহা ভয়ে কম্পমান হৈয়া কলি বোলয়: হে মহাৰাজ, মই গুহা গহ্বৰত থাকিতেয়ো তোমাত হন্তে ভয় নুগুচিব। এতেকে নিৰ্ণয় কৰি থান দিয়োক। যাত সপৰিবাৰে নিৰ্ভয়ে থাকিম। পৰীক্ষিতে বোলন্ত: জুৱা পাশা মদ্যপান স্ত্ৰী সুৱৰ্ণ প্ৰাণীহিংসা স্থানত সপৰিবাৰে নিৰ্ভয়ে থাক। সূতে বোলন্ত: এহি পাঞ্চ ঠাইত কলি সপৰিবাৰে বঞ্চিল। এতেকে যি আপুনাৰ কুশল চাৱে: সি এতেক ঠাইত ন প্ৰৱৰ্ত্তিব। স্ত্ৰী সুৱৰ্ণতো আসক্তি নকৰিব। ৰাজা এহিমতে কলিক নিগ্ৰহি ধৰ্ম্মৰ তিনি পাদ জোড়াইলা। লোকতো হৰিভক্তি প্ৰৱৰ্ত্তাইলা। পাছে মহাৰাজা মহা সুখে হস্তিনাপুৰত ৰাজ্য কৰিলা। যাৰ কালতে তোৰায়ো এহি সত্ৰ পাতিছা। ( শ্লোক ৩৫ – ৪৫ )

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে সপ্তদশোঽধ্যায়ঃ।

কলি নিগ্ৰহ নাম। হে সামাজিক সব নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: হৰিভক্তিযুতে দেশে কলিশক্তিৰ্ন্ন বিদ্যতে।
ইতি সপ্তদশাধ্যায়ে কথিতং কলিনিগ্ৰহে ॥

# অষ্টাদশ অধ্যায়

## পৰীক্ষিতৰ ব্ৰহ্মশাপ

কথা : অঠৰ অধ্যায়ে ৰাজাৰ ব্ৰহ্মশাপ কহিবা।

সূতে কহন্ত : যেখনে শ্ৰীকৃষ্ণ বৈকুণ্ঠক গৈলা, তেখনে কলি প্ৰবেশিয়ো পৰীক্ষিতৰ ৰাজ্যত প্ৰভাব নকৰিলা। (শ্লোক ১ ৬)

যাতো ৰাজা মহাগুণ দেখি দুষ্ট কলিকো নবধিলা। যাত ইচ্ছা মাত্ৰে হৰিভক্তি হয়। পাপ পুন্য কৰিলেসে হয়, আৰো হৰি-ভক্তক দেখি ভয় কৰে। অভক্তক বাঘে যেন ধাৰে। পাছে ৰাজা ব্ৰাহ্মণৰ শাপে তক্ষক মৃত্যুতো ভয় নকৰিলা। কিন্তু সৰ্ব্ব সঙ্গ তেজি শুক মুখে কৃষ্ণক সাক্ষাত জানি তাহাঙ্কে চিন্তি গঙ্গাত দেহ এৰিলা। আক বিচিত্ৰ নেদেখিবা। যাৰা কৃষ্ণ-কথা শ্ৰৱণ-কীৰ্ত্তন কৰে, মনে পাদ-পদ্ম স্মৰে, তাৰা মৃত্যুত ভয় নকৰে। মঞিঁ ৰাজা কৃষ্ণ-কথা যুক্ত পৰীক্ষিতৰ চৰিত্ৰ কহিলো, আন কি বিস্তৰ কহিবো। পুৰুষৰ এইমানে কৰ্ত্তব্য। সদায়ে কৃষ্ণ-কথা শুনিবা। শৌনকে পুছন্ত : হে সূত, তুমি চিৰায়ু হবা। যাতো আমাৰ কৃষ্ণ-কথায়ে সংসাৰ গুচাৱে। আৰো নানান বিঘ্নি দেখি আমাৰ কৰ্ম্মতো বিশ্বাস গুচিল। ধূমে ধূম্ৰ-বৰ্ণ শৰীৰ হৈল। এতেকে কেৱলে কৃষ্ণ-কথামৃত পান কৰায়, যাতো বিষ্ণু-ভক্তৰ একক্ষণ সঙ্গে স্বৰ্গ মৰ্ত্ত্য মোক্ষ সুখো তুল্য নুই। এতেকে সাধু-সঙ্গত হৰিকথা শুনি ভাব ৰস জানি কোনে তৃপিতি নহৈবেক। ব্ৰহ্মা মহেশো যাৰ গুণৰ অন্ত নপান্ত। সেই কৃষ্ণকথা শুক-পৰীক্ষিত সম্বাদে কহ।

যাক শুনি ৰাজা মোক্ষনাম কৃষ্ণ পদ-যুগল পাইলা। যাতো জ্ঞান-যোগ কৰ্ম্ম-যোগ ভক্তি-যোগ কৰিছে। সেই ভাগৱত পুৰাণ আমাত সাৰশেষ কহ। ( শ্লোক ৭—১৭ )

সূতে বোলন্ত : অহো আজি আমাৰ জন্ম সাফল হৈল। যাতো সন্ত-সবে আদৰিলা। তোৰাৰ সংগত সামান্য কথাতো মঞি অকুলীন হেন মনৰ চিন্তা গুচিল। হৰি-কথা কহিলে গুচিবেক তাক কি বুলিবো। ব্ৰহ্মাদিকো এৰি লক্ষ্মী যাৰ চৰণ-সেৱা কৰে। যাৰ পদোদক গঙ্গায়ে সবলোক পৱিত্ৰ কৰে। যাক ভজি পৰম-গতি পাই। সেই কৃষ্ণ বিনে আন কোন পৰমেশ্বৰ আছে। এতেকে তাহান কথা মতি অনুসাৰে কহো, সাবধান মনে শুনা। ( শ্লোক ১৮—২৩ )

একদিনা পৰীক্ষিত ৰাজা ধনু-শৰ ধৰি মৃগয়া কৰিতে বনক গৈলা। মৃগক খেদি ক্ষুধায়ে তৃষায়ে শ্ৰান্ত হৈলা। জল খুজিতে শমীক মুনিৰ আশ্ৰম গৈলা। দেখন্ত : মুনি চক্ষু মুদি সমাধি কৰি আছন্ত। এমন মুনিতো তৃষায়ে আকুল হৈয়া জল খুজিলা। পাছে দান সমিধান একো নপাই অবজ্ঞা কৰিলে মানি ক্ৰোধ কৰিলা। ই ব্ৰাহ্মণে মিছায়ে সমাধি ধৰি মোক নামাতিলা। আৰ আজি বোল বুঁঝু। এহি বুলি মৰা সৰ্প ধনুৰ আগে আনি মুনিৰ গলত সৰ্প দিয়া গৃহক গৈলা। পাছে তান পুত্ৰ শৃঙ্গী বাৰ্ত্তা পায়া ক্ৰোধে ছৱাল-সবৰ আগতে বোলন্ত। অহো ৰাজাৰ অন্যায় দেখা : দাস হৈয়া স্বামীক অপকাৰ কৰে। ব্ৰাহ্মণসবে ক্ষত্ৰিয়ক ৰাজা পাতিছে। সি কেনে আমাক দ্ৰোহ কৰে। দুষ্টৰ নিয়ন্তা কৃষ্ণ বৈকুণ্ঠ গৈলে, আৰো এতেক অন্যায় কৰে। আজি মঞিঁ দণ্ডিবো। মোৰ বল দেখ। ( শ্লোক ২৪—৩৫ )

এহি বুলি কৌষিকী জলত আচন্ত কৰি ৰাজাক সপ্ত দিনত তক্ষতে দংশোক বুলি শাপ দিলা। পাছে আশ্ৰম আসি পিতৃৰ গলত সৰ্প দেখি উচ্চ কৰি কান্দন্ত। পুত্ৰৰ বিলাপ শুনি শমীকে চক্ষু মেলি সৰ্প গুচাই পুছন্ত : হে বালক, কেনে ক্ৰন্দন কৰস, কোনে তোক অপকাৰ কৰিলেক। পাছে শৃঙ্গী ৰাজাক শাপিবাৰ কথা কহিলা। ( শ্লোক ৩৬—৪০ )

তাক শুনি পুত্ৰক নিন্দা কৰন্ত। অহো দুষ্ট পুত্ৰ, কি অন্যায় কৰিলি, ৰাজাকো শপিলি, যাতো ৰাজা নষ্ট হৈলে লোকত চোৰ খাণ্ট হইবেক। প্ৰজায়ো নানা দুখ পাইবেক। সি পাতেকে তোক পাইবেক। বিশেষত পৰীক্ষিত চক্ৰবৰ্ত্তী ৰাজা। মহা ধৰ্ম্মপৰ, আৰো হৰিভক্ত। মহাভ্ৰান্ত

হৈয়া আমাত জল খুজিলন্ত। আজ কেনে শাপ দিলি। ই পাপৰ আন প্ৰায়শ্চিত্ত নেদেখি কৃষ্ণক প্ৰাৰ্থন্ত : হে কৃষ্ণ, অনা অপৰাধী তোমাৰ ভক্তক অবোধ ছৱালে অপকাৰ কৰিলে। তাক সৰ্ব্বাত্মা তুমি ক্ষমা কৰা। সূতে বোলন্ত : হৰিভক্তসবো অপৰাধ কৰিলেও সমৰ্থ হুয়ো প্ৰতিকাৰ নকৰন্ত। এতেকে শমীকেও পুত্ৰৰ অপৰাধেসে যে তাপিত হৈলা, ৰাজাৰ অপৰাধ নুগুনিলা। যাতো সাধুসবে পৰৰ দুখেসে দুখী হৈয়া আপুনাৰ দুখ নুগুণে। ( শ্লোক ৪১—৫০ )

শ্ৰীভাগৱতকথায়াং প্ৰথমস্কন্ধে অষ্টাদশোঽধ্যায়ঃ।

বিপ্ৰশাপ নাম। সৰ্ব্বজন ডাকি হৰি বোল হৰি।

শ্লোক : প্ৰশ্নস্বভাগ্যসিদ্ধান্ত শাপতাপানুবৰ্ণ নৈঃ।

অষ্টাদশে সুনিৰ্ণীতং সৎকথাশ্ৰৱণং নৃণাম্॥

---

# ঊনবিংশ অধ্যায়

## পৰীক্ষিতৰ বৈৰাগ্য

কথা : ঊনৈশ অধ্যায়ে ৰাজাৰ বৈৰাগ্য, শুকৰ আগমন কহিবা। সূতে বোলন্ত : পাছে পৰীক্ষিত ৰাজা গৃহক আসি স্নান-পান-ভোজন কৰি মনত গুণন্ত : অহো মঞি কি অন্যায় কৰিলো, বিনা অপৰাধে ব্ৰাহ্মণৰ গলত সাপ দিলো। এই অপৰাধে মোৰ মহা দুখ হৌক। তেবে সেই পাপৰ প্ৰায়শ্চিত্ত হয়। পুনু যেন এমন অন্যায় নকৰো। আৰো এখনে মোৰ ৰাজ্য-ভাৰ সম্পত্তি নাশ হৌক। তেবেসে ব্ৰাহ্মণ-বৈষ্ণৱক অপকাৰ কৰিতে মন নুহিবেক। এমন চিন্তিতে শমীকৰ শিষ্যে কহিলেক : ৰাজা, তোমাক শৃঙ্গী শাপে সাত দিনত তক্ষকে খাইবেক। যেন পাৰা সাৱধান হৱা। তাক শুনি

ৰাজা ভাল মানিলা। পাছে জন্মেজয় পুত্ৰক ৰাজ্যভাৰ দিয়া বিশিষ্ট মৰণ ইচ্ছায়ে গঙ্গা তীৰক গৈলা। সকল সঙ্গ এৰি কৃষ্ণৰ চৰণ চিন্তিতে লাগিলা। তেখনে তীৰ্থ-যাত্ৰা চলে ৰাজাক দেখিতে জগত-পাৱন মুনিগণ শিষ্য সমে আসিলা। ( শ্লোক ১—৮ )

তাৰা সবক দেখি ৰাজা নমস্কাৰ কৰি পাদ্য অৰ্ঘ্য আচমন দিয়া পূজা কৰিলা। তাৰা সুখে বসিলে ৰাজা পুনু প্ৰণাম কৰি অঞ্জলি ধৰি গোচৰ কৰন্ত। হে মহা মুনিসৰ, ৰাজাৰ মাজত আমি ধন্যতম। যাতো তোৰা আসি অনুগ্ৰহ কৰিলা। ইটো ৰাজাৰ পৰম দুৰ্লভ। মই পাপীৰ বিপ্ৰশাপো কৃষ্ণৰ অনুগ্ৰহে সে ভৈল। যি শাপে গৃহাসক্তো বিৰক্ত হয়। এতেকে মই কৃষ্ণত শৰণ লৈলো। ( শ্লোক ৯—১৪ )

আক তোৰা জানিবা, মাৱ গঙ্গা তুমিও জানিবা : মোক তক্ষকে খাউক তাত কিছো চিন্তা নাই। কিন্তু তোৰা হৰিকথা কহিয়োক আৰো যেই সেই জন্ম হৈলেও কৃষ্ণত ৰতি হোক, বৈষ্ণৱৰ সঙ্গ হোক, ভূত দয়া নচাৰোক, এহিমানে প্ৰাৰ্থনা কৰো। সূতে বোলন্ত : ৰাজা এহি নিশ্চয় কৰি গঙ্গাৰ দক্ষিণ কুলে উত্তৰমুখে কুশাসনে বসিলা। তাক দেখি দেৱতা সবে দুন্দুভি বাদ্য কৰিলা, সাধু সাধু বুলি পুষ্প বৰিষিলা। ( শ্লোক ১৫—১৮ )

ঋষিসবো প্ৰশংসা কৰি বোলন্ত : হে মহাৰাজা, তোমাৰ ই চিত্ৰ নহে। যাতো তোমাৰ পিতামহ পাণ্ডৱসবে কৃষ্ণক আশায়ে সাৰ্ব্বভৌম পদ ক্ষণেকে এৰিলা। এতেকে ৰাজা যাৱে দেহ এৰি পৰম গতি পাৱে, তাৱে আমি ৰহিম। ঋষিসবৰ এহি বাক্য শুনি ৰাজা পুনু প্ৰণাম কৰি হৰিকথা শ্ৰৱণ ইচ্ছায়ে বোলন্ত : হে মহা মুনিসব, মোক কৃপায়ে নানা থান হন্তে আসিছা। এতেকে তোৰাত মই প্ৰশ্ন কৰো। পুৰুষৰ কি সময়ত কি কৰ্ত্তব্য, তাক নিৰ্ণয় কৰি কহিয়োক। তান্তে কেহো যোগ, কেহো যাগ, কেহো তপ, কেহো জপ, কেহো যজ্ঞ, কেহো দান কহন্ত। সবাৰে এক মতি নহে। ৰাজাৰো সিদ্ধান্ত নপান্ত। তেখনে ব্যাসৰ নন্দন শ্ৰীশুকদেৱ উপসন্ন ভৈল। যাতো পিৰপেক্ষ হৈয়া যদৃচ্ছায়ো পৃথিৱী ফুৰন্ত। অবধূত বেশ দেখি লোকে চিনিতে নপাৰি ছৱালগণে আবৰি ফুৰে। শ্যাম শৰীৰ, দিগম্বৰ, প্ৰলম্ব বাহু, নীলাকুঞ্চিত কেশ। সৰ্ব্বাঙ্গ সুন্দৰ, কৃষ্ণৰে সমান ৰূপ। তাঙ্ক দেখি তেখনে মুনিসব উঠিলা। পাছে পৰীক্ষিত ৰাজা দণ্ডৱতে নমস্কাৰ কৰি

আপুনি চৰণ ধুৱাইলা। পাদ্য অৰ্ঘ্য আচমনী মধুপৰ্ক দিয়া বস্ত্ৰ অলঙ্কাৰে গন্ধ চন্দন পুষ্পে ভূষিত-কৰাইলা। ধূপ-দীপ নৈবেদ্য আগ কৰি দেহ অৰ্পিলা। তাক দেখি অবোধ ছৱাল স্ত্ৰীসবে নিবৰ্ত্তিয়া গৈলা। ( শ্লোক ১৯—২১ )

পাছে শ্ৰীশুকদেৱ দেৱঋষি ব্ৰহ্মঋষি ৰাজঋষিযুক্ত সভাৰ মধ্যত বসি নক্ষত্ৰৰ মাজে চন্দ্ৰ যেন প্ৰকাশিলা। শান্ত সৰ্ব্বজ্ঞ শুকক ৰাজা পুনু প্ৰণাম কৰি পুছন্ত: হে মহামুনি, কৃপায়ে আমাৰ থানক আসি আমাক পৱিত্ৰ কৰিলা। তোমাক সুমৰিলি লোক সদ্যে শুদ্ধ হয়। দৰ্শন স্পৰ্শন পাদ-প্ৰক্ষালন কৰি শুদ্ধ হইবেক তাক কি বুলিবো। আজি মোত পাণ্ডৱৰ প্ৰিয় কৃষ্ণ তুষ্ট হৈলা। তাৰাৰ প্ৰীতিৰ অৰ্থে তোমাক পঠাই মোক স্বীকাৰ কৰিলা। কৃষ্ণ কৃপা বিনে মৰণ সময়ে কেনে তোমাক দেখিলো হই। এতেকে তোঁমাক মই প্ৰশ্ন কৰো। পুৰুষৰ মৰণ সময়ত কি কৰ্ত্তব্য, কি অকৰ্ত্তব্য, কাক ভজিব, কি শুনিব, কি জপিব, কি চিন্তিব, আক মোক এখনে কহিয়োক। যাতো গৃহস্থৰ গৃহত তোমাক গোদোহন কাল নেদেখি। সূতে বোলন্ত: এমনে ৰাজা মধুৰ বচনে প্ৰশ্ন কৰিলে শ্ৰীশুৱে প্ৰসন্ন হৈয়া কহিতে লাগিলা॥ ( শ্লোক ৩০—৪০ )

শ্ৰীভাগৱতকথায়াং কৱিৰত্নকৃতায়াং প্ৰথমস্কন্ধে ঊনবিংশোঽধ্যায়ঃ

## ৰাজাৰ বৈৰাগ্য, শুকাগমন নাম

ই স্কন্ধ এহিমানে সমাপতি। হে সামাজিকসব, এহিমানে প্ৰথম স্কন্ধৰ সংক্ষেপে সাৰ তুলি কথা নিবন্ধিলো। আত কৃষ্ণ-কথা বুলি বৈষ্ণৱ সবে ৰতি কৰিবন্ত। পণ্ডিত সবো মোৰ শ্ৰম দেখি আদৰিবন্ত। সামান্য জনো আতি সুগম দেখি সততে ধৰিবন্ত। যদি কেহো জনে হঠাৎ অৰ্থ আন দেখি নিন্দা কৰন্ত, তাঙ্কো প্ৰিয় বাক্য বলো। ভাষ্য টীকা, পূৰ্ব্বাপৰ সম্প্ৰদায় দেখিয়ো যদি অৰ্থ আন দেখা তেবে নিন্দা কৰিবা। তথাপিয়ো মোৰ দোষ নাই। সাগৰসন্নাশ শ্ৰীভাগৱত, মঞি পৰমাণু প্ৰায়। যি কথা শুনিলো, কিন্তু শ্ৰীদামোদৰৰ আজ্ঞায়ে মতি অনুসাৰে কহিলো। আক কহিলে শুনিলে পুনু মহাফল আছে। এহি স্কন্ধত পঞ্চম অধ্যায়ত নাৰদে কহিছন্ত। যেই সেই বাক্যো হৰিগুণ যুক্ত হৈলে জগৎ পৱিত্ৰ কৰে। মহন্ত সবে শ্ৰৱণ কীৰ্ত্তন কৰে। আক জানি কৃষ্ণ-কথা নিতে কহিয়োক, শুনিয়োক। যাতো কলিযুগে

লোকৰো আন মতে নিস্তাৰ নাই। মঞি কায়-বাক্য-মন শুদ্ধ কৰিতে কৃষ্ণ কথা নিৰন্ধিলো। আৰু জানি সবলোক ডাকি হৰি বোল হৰি॥

শ্লোক ঃ মৃণামাসন্নমৃত্যুনাং প্ৰথমান্তে নিৰূপিতম।
কৃতং কৃষ্ণপদাম্ভোজসেৱনং তৎকথাৰতিঃ॥
সমাপ্তা প্ৰথমস্কন্ধকথা সংক্ষেপৰূপিণী।
লিখিতা কৰিৰত্নেন বৈষ্ণৱপ্ৰীতিদায়িনী॥
ৱন্দে দামোদৰং শান্তং সৎকথাশ্ৰৱণোৎসুকম্।
যদাজ্ঞয়াময়া কৃষ্ণকথা লোকহিতে কৃতা॥

## প্ৰথম স্কন্ধ সমাপ্ত



# দ্বিতীয় স্কন্ধ

## প্ৰথম অধ্যায়

শ্লোক ঃ বন্দে গোবিন্দমীশানমিন্দিৰানন্দবৰ্দ্ধনং।
বৃন্দাৰণ্যকবন্দাক বৃন্দাৰকগণাবৃতম্ ॥

শ্ৰৱণ-কীৰ্ত্তন সমে ভগৱদ্ৰূপৰ থূল ধাৰণা

কথা ঃ যাৰ নাম-কীৰ্ত্তনে যাগ যোগাদিৰ সত্যফল, সেই পৰমানন্দ গোবিন্দক নমো। প্ৰথম স্কন্ধত শ্ৰোতা বক্তাৰ জন্ম কৰ্ম্ম প্ৰসঙ্গ সহিতে কহিলা। আৱে দ্বিতীয় স্কন্ধত দশ অধ্যায়ে সংক্ষেপে ভাগৱত কহিবা। তাত প্ৰথম অধ্যায়ে ৰাজাৰ প্ৰশ্নৰ উত্তৰ কহিতে শ্ৰৱণ-কীৰ্ত্তন সমে থূল ধাৰণা কহিবা।
[ শ্ৰীধৰস্বামীৰ টীকাৰ শ্লোক ]

শ্ৰীশুকদেৱে বোলন্ত ঃ হে মহাৰাজা, তুমি ভাল প্ৰশ্ন কৰিলা। যাতো লোকৰ হিত, মুক্তৰো সম্মত। প্ৰথমে অকৰ্ত্তব্য প্ৰশ্নৰ উত্তৰ শুনা ঃ অজ্ঞানী লোকৰ অনেক অকৰ্ত্তব্য আছে। সি কৰ্ম্মে পুনু বৃথায়ে আয়ু যাই, যাতো দিনত অৰ্থ আৰ্জ্জি মিছা পুত্ৰ-ভাৰ্য্যা পোষে, ৰাত্ৰিত মৈথুন-নিদ্ৰা কৰে, আপুনাৰ মৰণ নেদেখে। এতেকে পুৰুষৰ এহিমানে কৰ্ত্তব্য, ভগৱন্ত কৃষ্ণক শ্ৰৱণ-কীৰ্ত্তন স্মৰণ কৰিব, যাতো হৰিস্মৰণেসে জন্মৰো লাভ, সাংখ্য যোগ স্বধৰ্ম্মৰো ফল। অন্ত কালত স্মৰণৰ পুনু কি মহিমা কহিবো? এতেকে মুক্তসবো হৰি-কথাত সদায়ে ৰতি কৰে। বুলিবা অপূৰ্ব্ব কহিলা। ই অত্যন্ত অপূৰ্ব্ব, যাতো ইটো শাস্ত্ৰ ভগৱন্তে কহিছা, নাম প্ৰধান, চাৰিবেদতুল্য, কলিযুগৰ আন্তত মঞি

ব্যাসত পঢ়িলো। বুলিবা, মুক্ত হুই কেনে ভাগৱত পঢ়িলা ? আত শুনা ঃ মঞি নির্গুণ ব্রহ্মত থাকিতেও হৰিগুণে মন টানি আনিলেক। এতেকে ভাগৱত পঢ়িলো। সেই ভাগৱত তোমাৰ আগত কহিবো। যাতো তুমি পৰম বৈষ্ণৱ, যাত শ্রদ্ধা মাত্রে মুকুন্দত সতী মতি হয়। ( শ্লোক ১—১০ )

জানা ৰাজা, ইহাৰ শ্ৰৱণ-কীৰ্ত্তনে কামীৰ কাম পূৰে, মুমুক্ষৰ মোক্ষ সাধে. মুক্তৰো এহিসে ফল। মোৰ অল্প মাত্র আয়ু, আত কি কৰিবো বুলি খেদ নকৰিবা। প্ৰমত্তজনৰ অনেক আয়ুয়ে কি কাৰ্য্য সাধিলে। বিবেকীজনৰ দুই দণ্ডে মোক্ষ সাধে। ইহাত প্রমাণ কথা কহো। খটাঙ্গ নাম ৰাজা দেৱৰ পক্ষ হয়া অসুৰ জিনিলা। পাছে দেৱে তুষ্ট হয়া বৰ যাচিলা। ৰাজা বোলন্ত ঃ আগে মোৰ আয়ু কহ। দেৱসবে বোলন্ত ঃ দুই দণ্ড মাত্র আছে। পাছে দেৱদত্ত বিমানে পৃথিৱীত আসি সকল সঙ্গ এৰি হৰিক চিন্তি গতি পাইলা। তোমাৰ পুনু সাত দিন আয়ু আছে। এতেকে যথাযোগ্য পৰলোকৰ কৰ্ম্ম কৰা। অন্ত কালত পুৰুষে মৃত্যুত ভয় নকৰিব, কিন্তু বৈৰাগ্য-খড়্গে পুত্র ভাৰ্য্যাৰ বিষয়-স্নেহ-লতা কাটিব। ( শ্লোক ১১---১৫ )

গৃহৰ ৰঝাই পুণ্য-তীৰ্থ যাইব, নিৰঞ্জন থানত আসন পাৰি বসিব, ইন্দ্রিয় দমিব। প্রাণায়ামে মন থিৰ কৰিব, হৰিৰ স্থূল ৰূপ চিন্তিব। যি বিৰাট-ৰূপত চৈধ্য ভুৱন আছে, সকল দেৱগণো প্ৰকাশে, বিৰাট বৈৰাজ নাৰায়ণক আগে অভেদ ধৰিব। পাছে নাৰায়ণক মাত্র চিন্তিব, তেবে পৰমানন্দ পায়া কৃতাৰ্থ হয়। এতেকে বিবেকীজনে সদায়ে হৰিক ভজোক, আনত মন নেদোক। ( শ্লোক ১৬ ৩৯ )

শ্রীভাগৱতকথায়াং কবিৰত্নকৃতায়াং দ্বিতীয় স্কন্ধে প্রথমোঽধ্যায়ঃ। বিৰাট কহিলো সংহৰি। আক জানি সামাজিকসব ডাকি হৰি বোল হৰি।

শ্লোক ঃ দ্বিতীয়ে প্রথমাধ্যায়ে নৰাণাং কৃত্যমীৰিতং।
শ্রৱণং-কীৰ্ত্তনং বিষ্ণোৰকৰ্ত্তব্যমতঃ পৰম্ ॥

# দ্বিতীয় অধ্যায়

## সূক্ষ্ম-ধাৰণা

দ্বিতীয় অধ্যায়ে সূক্ষ্ম-ধাৰণা কহিবা।

কথা : শুকে কহন্ত : হে মহাৰাজা, এই বিৰাট ধাৰণা কৰি পূৰ্ব্বে ব্ৰহ্মা হৰিক তুষ্ট কৰাই জগত স্ৰজিলা। আবে তাৰ সাধ্য সূক্ষ্ম-ধাৰণা শুনা, যাক ঢাকি বেদে নানা কৰ্ম্ম কহে। তাৰ ফলে পুৰুষে সংসাৰত ফুৰে। এতেকে বিবেকীজনে আন কৰ্ম্ম এৰি দেহ নিৰ্ব্বাহৰ অৰ্থে মাত্ৰ যত্ন কৰিব, অধিক নকৰিব, তাকো সুখ-বুদ্ধি নেদেখিব। তাকো যদি শ্ৰম দেখে তেবে এমনে বৰ্ত্তিব। মাটিত নিদ্ৰা আসিলে পাটীক যত্ন নকৰিব। বাহুশিথান হৈলে গাণ্ডুত কি কাৰ্য্য? অঞ্জলি থাকিতে ঝাৰি-খুৰি কিসক লাগে? কানি থাকিতে আন বস্ত্ৰত কি ফল আছে? আৰো, পন্থত কি কানি নপাইব? গাছে কি ফল-মূল নেদিবেক? নদী কি শুখাইবেক? পৰ্ব্বত গহ্বৰ কি নিৰোধ হৈল বুলিবা? আকো নপাইলে কি কৰিবেক? তেবে শৰণাগতক হৰি কি নাৰাখিবা? তথাপি ধনৰ মদে অন্ধজনক পণ্ডিতে কেনে ভজে, ভগৱন্ত কৃষ্ণক কেনে নভজে। যাতো ভগৱন্ত আপুনি হৃদয়ত আছা, তাক নিচয় কৰি ভজিলে অযত্নে সংসাৰ গুচে। সংসাৰত তাপিত লোকক দেখি পশু বিনে কোন জনে হৰিসেৱা এৰি বিষয়-সেৱা কৰিবেক। ( শ্লোক ১—৭ )

এতেকে মহন্তসবে আপুনাৰ হৃদয়ত হৰিক চিন্তে। হৰিৰ ৰূপ শুনা : শ্যাম শৰীৰ : পীত বসন : চতুৰ্ভুজ : শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী : প্ৰসন্নমুখ :

কমললোচন : নীল আকুঞ্চিত কেশ : কিৰীটি কুণ্ডল হাৰ-অঙ্গদ-বলয়-অঙ্গুৰী-মেখেলা-কিঙ্কিনী-নূপুৰে অলঙ্কৃত : শ্ৰীবৎস-কৌস্তুভ-বন-মালাযুক্ত : হাস্যবদন : সদয় নিৰীক্ষণ। এমনে সৰ্ব্বাঙ্গ চিন্তিব। পাছে চৰণৰ পৰা আস্য পৰ্যন্ত্যে একৈক অঙ্গ চিন্তিব। যাৰে ই ৰূপত প্ৰীতি নুপজে তাৰে পুৰ্ব্বোক্ত স্থুল ধাৰণাও কৰিব। ( শ্লোক ৮—১৪ )

এবে যোগীৰ দেহ এৰিবাৰ প্ৰকাৰ কহো। আসন প্ৰাণায়াম ধ্যান-ধাৰণা সমাধি কৰি নিৰ্গুণ ব্ৰহ্মত মন দিব। পাছে ছয় চক্ৰ ভেদি মূৰ্দ্ধ ফুটি প্ৰাণ এৰি ব্ৰহ্মক পাইব। আক সদ্য-মুক্তি বুলি। যদি তাৰ ভোগ্যক ইছা থাকে, তেবে লিঙ্গ-শৰীৰে সাতো স্বৰ্গ এৰাই ব্ৰহ্মাক পাইব। তাত ভোগে বিৰক্ত হয়া সপ্তাবৰণ ভেদি ব্ৰহ্মক পাইব। আক ক্ৰম-মুক্তি বুলি। জানা ৰাজা, এমনে মুক্তিৰো অনেক পথ আছে। ভাল পন্থ পুনু আকেসে বুলি, যাঁত হন্তে পুনু হৰিত ভক্তি হয়। বুলিবা, দেখিলেসে হৰিক ভজিবে পাৰি, নেদেখিলে কমনে ভজিব? ই শঙ্কা নকৰিবা, যাতো হৰি সকল জীৱৰ অন্তৰ্য্যামী ৰূপে আছে। কাৰ্য্য দ্বাৰেসে কাৰণ জানি, জড়দেহৰ প্ৰবৃত্তিয়ে চৈতন্য হৰিক জানিবা। এতেকে সৰ্ব্বাত্মা হৰিক সকল ঠাই সৰ্ব্বদায়ে শ্ৰৱণ-কীৰ্ত্তন স্মৰণ কৰা। যাৰা কৃষ্ণ-কথা কৰ্ণদ্বাৰে পান কৰে তাৰা বিষয়-দূষণ চিত্তক শুদ্ধ কৰি হৰিৰ চৰণ সমীপ পাৱে। ( শ্লোক ১৫—৩৭ )

শ্ৰীভাগৱতকথায়াং কবিৰত্নকৃতায়াং দ্বিতীয় স্কন্ধে দ্বিতীয়োঽধ্যায়ঃ। আক জানি সৱ লোক হৰি বোল হৰি।

শ্লোক : দ্বিতীয়ে ভক্তি যোগৈকসৎপথো মোক্ষলব্ধয়ে।
উক্তঃ শ্ৰীশুকদেৱেন ৰাজ প্ৰশ্নানুসাৰতঃ॥

———

# তৃতীয় অধ্যায়

## নানাদেৱ ভজনত কৰি হৰিৰ ভজন শ্ৰেষ্ঠ

তৃতীয় অধ্যায়ে নানাদেৱ ভজনত কৰি হৰি ভজন শ্ৰেষ্ঠ শুনি শৌনকে পুছন্ত।

কথা : শুকে কহন্ত : জানা মহাৰাজা, তুমি যি পুছিলা, পুৰুষৰ মৰণ সময়ত কি কৰ্ত্তব্য, তাক কহিলো। হৰি-ভজন বিনে আন শ্ৰেষ্ঠ নাই। আক নজানি লোকে নানা কামনায়ে নানা দেৱতাকে ভজে, তাৰ সবে তুচ্ছ ফল। এতেকে সকামে, নিষ্কামে, ভক্তিকামে কেৱলে ভক্তিযোগে হৰিক ভজোক। আন দেৱ ভজিবাৰ এহি মোক্ষ ফল, যেৱে সাধুৰ সঙ্গত হৰিত দৃঢ় ভক্তি হয়। সাধুৰ সঙ্গত হৰি কথা শুনিলে অযত্নে জ্ঞান হয়, যি জ্ঞানে ৰাগাদি গুচে, চিত্তো প্ৰসন্ন হয়, আৰু মোক্ষৰূপভক্তি পাৱে। এতেকে কোননো জনে হৰিৰ কথাত ৰতি নকৰিবেক ? (শ্লোক ১—১২)

শৌনকে পুছন্ত : হে সূত, পৰীক্ষিত ৰাজা শুক মুখে এই কথা শুনি আন কি প্ৰশ্ন কৰিলা, তাক আমাত কহা। অৱশ্যে হৰি কথা হয়াছে, যাতো শ্ৰোতা বক্তা দুয়ো পৰম বৈষ্ণৱ। আমাৰ আয়ু বিফলে সূৰ্য্যে হৰন্ত। তুমি হৰি-কথা কহি সাফল কৰাৱা। বুলিবা, অভক্তৰো জীৱন সাফল আছে। আত শুনা, অভক্তৰো যদি জীৱন বলি, তেবে কি বৃক্ষ নিজীয়ে ? বুলিবা, বৃক্ষৰ নিশ্বাস নাই। তেবে কি ভাথি নিশ্বাস নাকাঢ়ে। বোলা যদি তাহাৰো আহাৰ-মৈথুন নাই, তেবে শূকৰসৱে বিষ্ঠাভোগ, শূকৰী সম্ভোগ নকৰে নেকি ? এতেকে মনুষ্য হয়া হৰি-কথা নুশুনিলে কুক্কুৰ,

শূকৰ, উট, গাধ, এহি চাৰি পশুসম হয়। আৰো তাৰ সকল অঙ্গ ব্যৰ্থ কহো। হৰি-কথা নুশুনিলে দুয়ো কৰ্ণ গৰ্ত্ত সম। হৰি-নাম নলৈলে বেঙ্গৰ জিহ্বাসম জিহ্বা। হৰিক প্ৰণাম নকৰিলে কিৰীটিযুক্ত শিৰো কেবলে ভাৰ। হৰিৰ কৰ্ম্ম নকৰিলে কঙ্কণযুক্ত হস্তো মৃতকৰ হস্তসম। হৰিৰ মূৰ্ত্তি নেদেখিলে দুই চক্ষু ময়ূৰৰ পুচ্ছ। হৰিৰ ক্ষেত্ৰ নগৈলে বৃক্ষ-মূলসম দুই চৰণ। বৈষ্ণৱৰ পদ-ৰেণু নলৈলে জীৱন্তে মৰা শৱ। হৰিৰ নিৰ্ম্মাল্য তুলসীৰ গন্ধ নলৈলে সাক্ষাতে শৱ বুলি। হৰি-গুণনাম গাইতে যদি হৃদয় নদ্ৰৱে, প্ৰেম-পুলক নহে, তেবে সি হৃদয় শিলা সম। এতেকে আমাত তুমি হৰিৰ চৰিত্ৰ কহ, যাক শুকে ৰাজাত কহিছা। (শ্লোক ১৩—২৫)

শ্ৰীভাগৱতকথায়াং কবিৰত্নকৃতায়াং দ্বিতীয়স্কন্ধে তৃতীয়োঽধ্যায়ঃ।

আক জানি সবলোক হৰি বোল হৰি।

শ্লোকঃ হৰিভক্তিবিহীনানাং সৰ্ব্বাণ্যঙ্গানি কেবলং।
বিফলানীতি মুনীনাং তৃতীয়ে সমুদীৰিতম্॥

---

## চতুৰ্থ অধ্যায়

### শুকে হৰিক নমিবা

চতুৰ্থ অধ্যায়ে ৰাজা পুছিলে শুকে হৰিক নমিবা।

কথা: সূতে কহন্ত: পৰীক্ষিত ৰাজা শুকৰ বাক্য শুনি কৃষ্ণত সতী মতি কৰিলা, দেহ-গেহাদিতো মমতা এৰিলা, আপুনাৰ মৃত্যুক জানি কৃষ্ণ-কথা শুনিতে শ্ৰদ্ধালু হৈয়া শুকত পুছন্ত: হে মহামুনি, তুমি ভাল কহিলা। আক শুনি মোৰ অজ্ঞান গুচিল। আৰো হৰিৰ লীলা জানিতে চাওঁ। যেমনে ভগৱন্তে আপুনাৰ মায়ায়ে জগতক স্ৰজন পালন সংহৰণ

কৰন্ত, প্ৰকৃতিৰ গুণকো যেমনে ধৰন্ত, আক কহিয়োক, যাতো তুমি শব্দ-ব্ৰহ্ম পৰম-ব্ৰহ্মকো জানা। (শ্লোক ১ ১০)

ৰাজাৰ এহি প্ৰশ্ন শুনি শুকে হৰিক স্মৰন্ত: পৰমপুৰুষ ভগৱন্তক নমো, যাৰ অপৰিমিত মহিমা, সবাৰে অন্তৰ্য্যামী, তথাপি কেৱে নজানে। সন্তৰ দুখহাৰী, অসন্তৰ নাশকাৰী, জ্ঞানীৰ জ্ঞানদাতা, ভক্তৰ বিধাতা, অভক্তৰ অগম্য, হেন ঈশ্বৰক নমো। যাৰ শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, দৰ্শন, বন্দন, পূজনে লোকৰ সদ্যে পাপ নষ্ট হয়, তথাপি সবাতে শ্ৰেষ্ঠ যাৰ সুমঙ্গল যশ, হেন হৰিক নমো। হেন বিচক্ষণ সবে যাৰ চৰণ-সেৱায়ে সৰ্ব্ব সঙ্গ এৰি ব্ৰহ্মগতিক পাৱে, যাত অৰ্পণা নকৰিলে সকল কৰ্ম্ম বিফল হয়, যাৰ ভক্তক আশ্ৰয় কৰি মহাপাপী অন্ত্যজাতি শুদ্ধ হয় সেই প্ৰভুক নমো। যাক জ্ঞান-কৰ্ম্ম-ভক্তি পথে ভজে, ব্ৰহ্মাদিও যাৰ মহিমা নজানে, সেই লক্ষ্মীপতি, যজ্ঞপতি, জগতপতি, লোক-পতি, ভক্তৰ গতি মোত প্ৰসন্ন হৈয়োক। ব্ৰহ্মাৰো জ্ঞানদাতা, সবাৰে অন্তৰ্য্যামী মোৰ বচনক অলঙ্কৃত কৰা, যেমনে শ্ৰোতাৰ আনন্দ হয়। শাস্ত্ৰ-কৰ্ত্তা ব্যাসক নমো, যাৰ মুখ-পদ্ম-উদ্ভৱ জ্ঞান-মধু ভক্তসবে পান কৰে। জানা ৰাজা, তুমি মোত যি কথা পুছিলা এহি প্ৰশ্ন পূৰ্ব্বত নাৰদে ব্ৰহ্মাত কহিছা। ব্ৰহ্মায়ো ভগৱন্তে আপুনাত যি কহিছা তাক কহিলা। সেই কথা তোমাত কহো, সাৱধানে শুনা। (শ্লোক ১১ -২৫)

শ্ৰীভাগৱতকথায়াং দ্বিতীয়স্কন্ধে চতুৰ্থোঽধ্যায়ঃ।
আক জানি সব লোক ডাকি হৰি বোল হৰি।

শ্লোক: যথা কথঞ্চিৎ শ্ৰীকৃষ্ণ-ভক্তিঃ পাতকনাশিনী।
সুমঙ্গলং যশস্তস্য চতুৰ্থে সমুদীৰিতম্॥

---

# পঞ্চম অধ্যায়

## হৰিলীলা

পঞ্চম অধ্যায়ে নাৰদে হৰিলীলা পুছিলা, ব্ৰহ্মা কহিবা।

কথা: নাৰদে পুছন্ত: হে দেৱ দেৱ বিধাতা, মোত আত্মজ্ঞান কহ, আৰো জগতৰ স্বৰূপ কহ, তাক যে প্ৰকাশে, যি নিয়ম কৰে, যি স্ৰজে, যাত লয় যাই, যাৰ অধীন। আৰো মঞি জানো তুমিসে ঈশ্বৰ, একলায়ে সৃষ্টি-স্থিতি-সংহৰণ কৰা। তোমাৰ তপস্যা দেখি শঙ্কায়ে পোছো, তুমি কাৰ অধীন, কোনে জ্ঞান দিছে, কাক আশ্ৰয় কৰিছা? ই কথা মঞি যেমনে বুজিম, তেমনে কহা। (শ্লোক ১—৮)

ব্ৰহ্মা বোলন্ত: হে নাৰদ, মোক তুমি কি দায়া কৰিলা, যাতো হৰিগুণ কহিবে বুলিলা। মোক যে ঈশ্বৰ বুলিলা, সিও তোমাৰ বাক্য মিছা নহে; যাত হন্তে মোৰ এতেক ঐশ্বৰ্য্য তাঙ্ক নজানা। যাৰ প্ৰকাশিত জগতক মঞি প্ৰকাশ কৰো, যাৰ মায়ায়ে মোক ঈশ্বৰ বোলে, সেই বাসুদেৱক প্ৰণাম কৰি চিন্তো। যি মায়ায়ে মোহ হয়া লোক অহঙ্কাৰ মমকাৰ কৰে, সি মায়া যাৰ আগত লজ্জায়ে থাকিতে নপাৰে। কাৰ্য্য-কাৰণ জগত যাত বিনে নাই, যাৰ সৃজ্যক মঞি স্ৰজো, যাৰ মায়াগুণে জীৱ বন্ধ হয়া যাক জানিতে নপাৰে। সেই ভগৱন্ত ঈশ্বৰে পুৰুষ ৰূপ হয়া মায়াক কটাক্ষ কৰা। (শ্লোক ৯-২০)

পাছে কাল কৰ্ম্ম স্বভাৱে মহত্তত্ব উপজে। মহত্তত্ব হন্তে অহঙ্কাৰ হয়। অহঙ্কাৰো তিনিগুণে তিনি বিধ হয়। তামস অহঙ্কাৰত শব্দ হয়, শব্দ হন্তে

আকাশ, আকাশ হন্তে স্পর্শ, স্পর্শ হন্তে বায়ু, বায়ু হন্তে ৰূপ, ৰূপ হন্তে তেজ, তেজ হন্তে ৰস, ৰস হন্তে জল, জল হন্তে গন্ধ, গন্ধ হন্তে পৃথিৱী। আকাশত শব্দ, বায়ুত স্পর্শ শব্দ, তেজত ৰূপ স্পর্শ শব্দ, জলত ৰস শব্দ স্পর্শ ৰূপ, পৃথিবীত গন্ধ শব্দ স্পর্শ ৰূপ ৰস আছে। ৰাজস অহঙ্কাৰ হন্তে দশ ইন্দ্ৰিয় হয়, শ্ৰোত্ৰ, ত্বক্, ঘ্ৰাণ, চক্ষু, জিহ্বা, আকে জ্ঞান ইন্দ্ৰিয় বুলি। বাক্, পাণি, পাদ, পায়ু, উপস্থ, আক কৰ্ম্মেন্দ্ৰিয় বুলি। সাত্বিক অহঙ্কাৰ হন্তে ইন্দ্ৰিয়ৰ অধিষ্ঠাতা দশ দেৱতা হৈল, দিশ, বায়ু, সূৰ্য্য, বৰুণ, অশ্বিনীকুমাৰ ই পাঞ্চ জ্ঞানেন্দ্ৰিয়ৰ অধিষ্ঠাতা। অগ্নি, ইন্দ্ৰ, বিষ্ণু, মিত্ৰ, প্ৰজাপতি ই পাঞ্চ কৰ্ম্মেন্দ্ৰিয়ৰ অধিষ্ঠাতা। ( শ্লোক ২১—৩১ )

এই ভূতেন্দ্ৰিয়, দেৱতাগণো আপুনি ব্ৰহ্মাণ্ড কৰিতে নপাৰিলা। পাছে ঈশ্বৰ শক্তি পায়া ব্ৰহ্মাণ্ড স্ৰজিলা। সিও অণ্ড অচেতনে সহস্ৰ বৎসৰ জলত আছিলা। পাছে বৈৰাজৰ অন্তৰ্য্যামী নাৰায়ণে চেতন কৰাইলা। তেৱে বৈৰাজ পুৰুষ উঠিলা, যাৰ মুখত ব্ৰাহ্মণ, বাহুত ক্ষত্ৰিয়, উৰুত বৈশ্য, পদত শূদ্ৰ, যাৰ শৰীৰত চৈধ্য ভুৱন কল্পি। তাক শুনা: পাদ তলত পাতাল, পাদাগ্ৰত ৰসাতল, গুল্‌ফত মহাতল, জঙ্ঘাত তলাতল, জানুত সুতল, উৰুত বিতল, কটিত অতল, জঘনত ভূৰ্লোক, নাভিত ভুৱৰ্লোক, হৃদয়ত স্বৰ্লোক, বক্ষস্থলত মহৰ্লোক, গ্ৰীৱাত জনলোক, ওষ্ঠত তপলোক, মূৰ্দ্ধাত সত্যলোক। ব্ৰহ্মাণ্ডৰ বাহিৰত সনাতন বৈকুণ্ঠ লোক। ( শ্লোক ৩২—৪২ )

শ্ৰীভাগৱতকথায়াং দ্বিতীয়স্কন্ধে পঞ্চমোঽধ্যায়ঃ।
আক জানি সবলোক ডাকি হৰি বোল হৰি।

শ্লোক: পঞ্চমে ব্ৰহ্মণা প্ৰোক্ত এক এৱেশ্বৰো হৰিঃ।
সৰ্ব্বকৰ্ত্তা সৰ্ব্বভোক্তা সৰ্ব্বাত্মা সৰ্ব্বদৰ্শনঃ॥

---

# ষষ্ঠ অধ্যায়

## বিৰাটৰ বিভূতি

ষষ্ঠ অধ্যায়ে বিৰাটৰ বিভূতি কহিবা।

কথা: ব্ৰহ্মা বোলন্ত: জানা নাৰদ, ভগৱন্ত বৈৰাজ পুৰুষৰ অঙ্গসবো আমাৰ ইন্দ্ৰিয়-দেৱতা বিষয়ৰ আশ্ৰয়; আৰো মোৰ পৰা তৃণ পৰ্য্যন্তে জগত সবে পুৰুষ সবাৰে হৃদয়ত আছা, বিৰাটৰো বাহিৰে ভিতৰে প্ৰকাশ কৰা। জীৱকো কৰ্ম্মফল দিয়া; মোক্ষৰো ঈশ্বৰ। আৰো যেখনে নাৰায়ণৰ নাভি-পদ্মত জাত ভৈলো, তেখন তাহান অৱয়ৱ বিনে যজ্ঞৰ সম্ভাৰ নাজানিলো। পাছে তাহান অৱয়ৱে নানা সম্ভাৰ কৰি তাহাঙ্কে যজ্ঞে যজিলো। পাছে ঋষি-গণে যজিল। (শ্লোক ১—৩০)

ই জগতখান ভগৱন্ত নাৰায়ণত আছে, যাতো নিৰ্গুণ ব্ৰহ্মে নানা গুণক ধৰিছা। তাহান আজ্ঞায়ে মঞি জগত স্ৰজো, ৰুদ্ৰে সংহৰন্ত, আপুনি বিষ্ণুৰূপে পালন্ত। ভগৱন্ত বিনে কাৰ্য্য-কাৰণ কিছো নাই। তাহান প্ৰভাৱেসে মোৰ বাক্য, মন, ইন্দ্ৰিয়ৰ ব্যাপাৰ ব্যৰ্থ নহে, যাতো প্ৰেমভক্তিয়ে হৰিক হৃদয়ে ধৰিছো। তান ভক্তি বিনে বেদ জানি, তপ কৰি আপুনাৰ উৎপত্তি-স্থানকে নজানিলো। এতেকে তাহান সুমঙ্গল চৰণক নমো, যাত শৰণ লৈলে সংসাৰ গুচে, সকল কুশল হয়। যাৰ মায়া-বৈভৱৰ অন্ত নাই, যাৰ স্বৰূপক কেৱে নাজানে। যাতো তান মায়ায়ে মোহিত হয়া প্ৰপঞ্চ মাত্ৰ জানে, যাৰ অৱতাৰ-চৰিত্ৰ গাই তান স্বৰূপ সাক্ষাতে নজানি। এতেকে কেৱলে নমস্কাৰ মাত্ৰ কৰি। (শ্লোক ৩১-৩৮)

সেই ভগৱন্ত পুৰুষ অৱতাৰ হয়া কল্পে কল্পে জগতক স্রজন, পালন, সংহৰণ কৰন্ত। শান্তচিত্ত মুনিসবে যাক জানন্ত, কুতৰ্কবাদত অন্তৰ্দ্ধান হন্ত, আরে তাহান অৱতাৰ-কথা কহো। ভূমা পৰমেশ্বৰৰ আদি অৱতাৰ প্ৰকৃতি ক্ষোভক পুৰুষ, যাৰ লীলা-বিগ্ৰহ সহস্ৰশীৰ্ষ নাৰায়ণ, কাল স্বভাৱ প্ৰকৃতিক শক্তি বুলি, মহত্তত্বাদিক কাৰ্য্য বুলি, ব্ৰহ্মা বিষ্ণু মহেশক গুণাৱতাৰ প্ৰজাপতি দেৱৰ্ষিসব বিভূতি, আৰো সকল জগত তাহান ৰূপ। আৰে শুদ্ধ সত্ত্ব অৱতাৰ কথা কহো, সাৱধান মনে শুনা, যাক শুনিলে কৰ্ণৰ মল হৰে। ( শ্লোক ৩১ – ৪৬ )

শ্ৰীভাগৱতকথায়ং দ্বিতীয়স্কন্ধে ষষ্ঠোঽধ্যায়ঃ।
আক জানি সৰ্ব্বলোক হৰি বোল হৰি ॥

শ্লোক : কায়বাঙ্‌মনসা চেষ্টা সত্যো বিষ্ণৌ স্মৃতা যতঃ।
অতস্তচ্চৰণং কাৰ্য্যমিতি ষষ্ঠে নিৰূপিতম্ ॥

## সপ্তম অধ্যায়

## অৱতাৰ লীলা

সপ্তম অধ্যায়ে অৱতাৰ লীলা কহিবা।

কথা : ব্ৰহ্মা বোলন্ত : যেখন নাৰায়ণ পৃথিৱী উদ্ধাৰিতে বৰাহ ৰূপ ধৰিলা, তেখনে হিৰণ্যাক্ষ দৈত্যক দন্তে চিৰি মাৰিলা। ৰুচি প্ৰজাপতিৰ ভাৰ্য্যা আকূতি কন্যাত যজ্ঞ অৱতাৰ হৈয়া দক্ষিণা পত্নীত যম নামে দেৱক জাত কৰাই আপুনি ইন্দ্ৰ হয়া লোকৰ দুঃখ হৰিলা। কৰ্দ্দমৰ গৃহত দেৱহূতি কন্যাত কপিল অৱতাৰ হয়া মাতৃত আত্মযোগ কহিলা। অত্ৰিৰ পুত্ৰ দত্ত অৱতাৰ হৈলা, যাৰ পাদপদ্মক সেৱা কৰি যদু, হৈহয় আদি

ভুক্তি-মুক্তি পাইলা। মোৰ অখণ্ড তপস্যাত সনক, সনন্দ, সনাতন, সনত-কুমাৰ চাৰি ৰূপ হয়া আত্মজ্ঞান কহিলা। (শ্লোক ১—৫)

ধৰ্ম্মৰ পত্নী মূৰ্ত্তি কন্যাত নৰ-নাৰায়ণ অৱতাৰ হয়া দুশ্চৰ তপ কৰিলা, যাৰ তপ-ভঙ্গ কৰিতে আপুনাৰ গণসমে কামো নপাৰিলা। সপত্নী মাতৃৰ বাক্যে ব্যথিত হয়া ধ্ৰুৱ বনে গয়া হৰিক আৰাধিলা। তাঙ্ক কোনো অৱতাৰ হয়া ধ্ৰুৱলোক দিলা। বিপ্ৰশাপে দুষ্ট বেণ নষ্ট ভৈলে বিপ্ৰৰ প্ৰাৰ্থনাত পৃথু অৱতাৰ হৈয়া পৃথিৱী দুহিলা। নাভিৰ পত্নী মেৰু দেৱীত ঋষভ অৱতাৰ হৈয়া যোগচৰ্য্যা আচৰিলা। (শ্লোক ৬—১০)

মোৰ যজ্ঞত হয়গ্ৰীৱ অৱতাৰ হয়া নাসিকাত হন্তে বেদ সৃজিলা। সত্যব্ৰত ৰাজাক মৎস্য ৰূপ দেখাই প্ৰলয় জলত বিহাৰ কৰিলা। ক্ষীৰ সাগৰত দেৱ-দৈত্য অমৃত মথিতে কচ্ছপ ৰূপে মন্দৰ ধৰিলা। নৰসিংহৰূপ ধৰি হিৰণ্য-কশিপুক নখে ছিৰিলা। গজেন্দ্ৰক গ্ৰাহে ধৰিলা, মহাদুঃখ পায়া হাতত পদ্ম ধৰি নাৰায়ণ বুলি শৰণ পশিলা, তাঙ্ক হৰি-অৱতাৰে তাৰিলা। (শ্লোক ১১—১৬)

অদিতিত বামন অৱতাৰ হয়া তিনি পাদ ছলে ত্ৰৈলোক্য আক্ৰমি লৈলা। হংস অৱতাৰে মোত আত্ম-ভক্তি কহিলা। চৈধ্য মন্বন্তৰত নানা অৱতাৰে দুষ্টক দণ্ডি কীৰ্ত্তি বিস্তাৰ কৰিলা। ধন্বন্তৰি অৱতাৰে যজ্ঞভাগ ভুঞ্জিলা, আয়ুৰ্ব্বেদ কৰিলা। পৰশুৰাম অৱতাৰে একৈশবাৰে পৃথিৱী ফুৰি দুষ্ট খেত্ৰিয় বধিলা। আমাক কৃপায়ে চাৰিৰূপে ৰামচন্দ্ৰ হয়া পিতৃৰ বাক্যে বনক গৈয়া, সীতা-হৰণ হেতুৱে সাগৰত সেতু বান্ধি সসৈন্যে ৰাৱণ বধিলা। (শ্লোক ১৭—২৫)

আৰে কৃষ্ণঅৱতাৰ শুনা। পৃথিৱীৰ ভাৰ হৰিবাক লাগি বলভদ্ৰ সহিতে পৰিপূৰ্ণ কৃষ্ণ অৱতাৰ হৈলা। যাক সামান্য জনে ঈশ্বৰ বুলি নাজানিব, কিন্তু অকৰ্ম্ম সমে মহিমা কহিবেক, যাতো শিশুকালে পূতনাৰ স্তন শুষিবা, তিনি মাসত শকট উভতাইবা, মুখতে যশোদা ত্ৰৈলোক্য ভুৱন দেখিবা, অনেক জৰিয়ে যশোদা বান্ধিবে নাৰিবা, যমলাৰ্জ্জুন উভালিবা, বৎস, বক, অঘ বধিবা, ব্ৰহ্মাকো মোহিবা, ধেনুকাসুৰ বধি তাল ফল খাইবা, বিষ-জল পানে মৃতক গোপ-গৰুক জীয়াইবা, কালিকো দমি হ্ৰদৰ খেদাইবা, দাৱাগ্নিকো পান কৰি ব্ৰজক ৰাখিবা, গোবৰ্দ্ধন ধৰি বৃষ্টি-বাত হন্তে গোকুল ৰাখিবা, বৰুণৰ পাশত নন্দক মেলাইবা, গোকুলবাসীক বৈকুণ্ঠ দেখাইবা, ৰাস-

ক্রীড়া কৰি শঙ্খচূড় বধিবা, বৃষভ কেশীকো বধিবা, অক্রূৰকো নিজ ৰূপ দেখাইবা, ধনুক ভাঙ্গিবা, কুৱলয়পীড়, চানূৰাদি মাল কংসকো একে দিনে বধিবা, দ্বাৰকা নিৰ্ম্মিয়া লোককো নিবা, কালযৱন মৰাইবা, অষ্ট মহিষীক বিহা কৰিবা, আৰো নৰকক মাৰি ষোল্ল হাজাৰ একশত কন্যা বিহাইবা, সবাতে দশ দশ পুত্ৰ উপজাইবা, ইন্দ্ৰকো জিনি পাৰিজাত হৰিবা, বাণৰ নিমিত্তে শিৱক জিনিবা, পৌণ্ড্ৰক কাশীৰাজ বধিবা, জৰাসন্ধ মৰাইবা, ৰাজসূয় কৰাইবা, শিশুপাল, শাল্ব, দন্তবক্ৰ, বিদূৰথ বধিবা, ভাৰত যুদ্ধ কৰাই ৰাজাগণ বধিবা, ব্ৰাহ্মণ সবকো অনুগ্ৰহ কৰিবা, উদ্ধৱত তত্ত্বজ্ঞান কহিবা, যদুকুল সংহৰিবা, ভূমিৰ ভাৰ সংহৰিবা, সেই শৰীৰে বৈকুণ্ঠে যাইবা। আৰো আপুনি যাক বধিছা, অৰ্জ্জুনাদিৰো হাতায়ে যাক মৰাইলা, সবাকে বৈকুণ্ঠে নিবা। (শ্লোক ২৬—৩৪)

পৰাশৰ হন্তে সত্যৱতী-কন্যাত ব্যাস অৱতাৰ হয়া বেদ-বৃক্ষক শাখা ভেদ কৰিবা। বুদ্ধ অৱতাৰ হয়া পাষণ্ড বাদে অসুৰ মুহিবা। পাছে কলি-যুগত হৰি-কথা বৰ্জ্জিত হৈলে, ব্ৰাহ্মণ সব পাষণ্ড হৈলে, বেদ-পন্থ লুপ্ত হৈলে, কল্কি অৱতাৰ হয়া পাষণ্ড দমিবা। আৰো সৃষ্টিত ব্ৰহ্মা, থিতিত বিষ্ণু, প্ৰলয়ত ৰুদ্ৰ ৰূপ ধৰন্ত। জানা নাৰদ, এমনে মঞি বিষ্ণুৰ লীলা সংক্ষেপে কহিলো, বিস্তৰ কৰি কহিবাক কেয়ো নপাৰে। যদি পৃথিৱীৰ ধূলিকো গণিতে পাৰে তথাপি বিষ্ণুৰ বীৰ্য্যৰ অন্ত নপাৰে। হৰিৰ মায়া-বলৰ মঞি, মুনিগণো অন্ত নপাঞ, আনে আৰু কৈত পাৱে, যাতো অনন্ত সহস্ৰ মুখে গুণ গায়া অন্ত নপান্ত। যদি বোলা, জানিতে নপাৰিলে কোনে কেমনে লোক তৰিবেক। তাত শুনা: যাবাক ভগৱন্তে দায়া কৰন্ত, তাবায়ো যদি নিষ্কপটে কায়-বাক্য-মনে তাহান চৰণক আশ্ৰয় কৰে, তেৱে দুস্তৰ মায়াকো অনায়াসে তৰে। শ্লোক (৩৬ - ৪২)

অন্তজ্ঞানক নজানিও মায়া হেন জ্ঞান তাহান কৃপায়ে অনেকৰ হুয়াছে। তাক শুনা: মঞি, তুমি, সনকাদি, শিৱ, স্বয়ম্ভুৱ, মনু, তান পুত্ৰ-ভাৰ্য্যা-দুহিতা, ধ্ৰুৱ, অঙ্গ, পৃথু, প্ৰাচীনবৰ্হি, ইক্ষ্বাকু মুচুকুন্দ, ৰঘু, অম্বৰীষ, সগৰ, যযাতি, জনক, গয়, গাধী, মান্ধাতা, অলৰ্ক, হৈহয়, শতধনু, অনু, ৰন্তিদেৱ, সৌভৰি, উতঙ্ক, দিলীপ, শিবি, দেৱল, পিপ্পলাদ, কৃপ, উদ্ধৱ, পৰাশৰ, ভূৰিষেণ, বিভীষণ, হনুমন্ত, শুক, পাণ্ডৱ, বিদুৰ, শ্ৰুতদেৱ। আৰাসবৰ সজীও হৰিৰ কৃপায়ে হৰিক জানিছন্ত। বিস্তৰ কি কহিবো। সৎসঙ্গ লৈলে স্ত্ৰী-

শূদ্ৰ, অন্ত্যজাতি মহাপাপীও তৰে। উত্তম মনুষ্যৰ কি কহিবো। সন্তসঙ্গে পশু-পক্ষীও তৰে। হে বাপু নাৰদ, ইটো ভাগৱত-কথা হৰি-লীলা মঞি তোত সংক্ষেপে কহিলো। তঞি আন ঠাইত বিস্তৰ কৰি কহ। যেমনে লোকৰ হৰিভক্তি হয় তেমনে কহিবে। বুলিবা, লীলা মায়াশ্ৰয়, আক কহিলে কি হৈবেক? আত শুনা: হৰিৰ মায়া বৰ্ণাইলে, প্ৰশংসিলে, শুনিলে, মায়ায়ে মোহ নহে। (শ্লোক ৪৩—৫৩)

শ্ৰীভাগৱতকথায়াং দ্বিতীয়স্কন্ধে সপ্তমোঽধ্যায়ঃ।
আক জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: সপ্তো কৃষ্ণকৃপাং হিত্বা সতাং সঙ্গম্মহৎ ফলম্।
গীত্বা শ্ৰুত্বা হৰিকথাং মুচ্যেৎ সপ্তম ঈৰিতম্॥

— ——

# অষ্টম অধ্যায়

## ৰাজাৰ প্ৰশ্নচয়

অষ্টম অধ্যায়ে ৰাজাৰ প্ৰশ্নচয় কহিবা।

কথা: পৰীক্ষিতে পুছন্ত: হে মহামুনি, নিৰ্গুণ কৃষ্ণৰ গুণ কহিবাক ব্ৰহ্মা নাৰদক বুলিলা, নাৰদো যে ঠাইত যেমনে কহিলা, তাক মোত কহিয়োক। আৰো হৰিৰ সুমঙ্গল কথা কহ, যাক শুনি কৃষ্ণত একান্তে মন দিয়া দেহ এৰিবো। যাতো কহন্তা শুনন্তা জনৰ হৃদয় অল্পকালে ভগৱন্ত প্ৰৱেশন্ত। তেৱে সাৰশেষে মন হৰন্ত। তেৱে শুদ্ধচিত্ত পুৰুষে কৃষ্ণপাদ-মূল নেৰে, তেৱে সকল ক্লেশ গুচে। (শ্লোক ১—৬)

আৰো অসঙ্গ আত্মাৰ কেনে দেহ সম্বন্ধ হয়? জীৱ-ঈশ্বৰৰ সমান শৰীৰ কহিছা, তাতে কি বিশেষ আছে তাকো কহা। ঈশ্বৰে প্ৰলয়ত যেমনে থাকন্ত প্ৰলয়ৰ কথা, কালৰ স্বৰূপ, সবাৰে আয়ুৰ প্ৰমাণ, কৰ্ম্মৰ গতি কহ। স্বৰ্গ-মৰ্ত্ত্য-পাতাল, নদ-নদী, সমুদ্ৰ-দ্বীপ, বিবিধ-পৰ্ব্বত, গ্ৰহ-নক্ষত্ৰৰ কথা কহ। ব্ৰহ্মাণ্ডৰ প্ৰমাণ, বৰ্ণাশ্ৰম ধৰ্ম্ম, হৰিৰ অৱতাৰ চৰিত্ৰ, মহন্ত সবৰ চৰিত্ৰ, যুগ, যুগমান, যুগধৰ্ম্ম কহ। কৃষ্ণ-পূজাৰ বিধি, যোগৰ প্ৰকাৰ, অনিমাদি সিদ্ধি, লোকৰ সৃষ্টি-স্থিতি-প্ৰলয় কহ। জীৱৰ বন্ধ-মোক্ষ কহ। আৰো গোপোহা কথাও কহিবা, যাতো তোমাত প্ৰপন্ন হুই আছো। তুমি ব্ৰহ্ম সম্প্ৰদায়ো জানা। এতেকে সকলে কথা কহিবা। মঞি কিছু ভোজন নকৰিয়ো আকুল নহো, যাতো হৰিকথামৃত পান কৰো। সূতে কহন্ত: এমনে ৰাজা প্ৰশ্ন কৰিলে শুক মুনি মহাপ্ৰীত হুয়া, যাক ভগৱন্তে ব্ৰহ্মাত কহিছা, সেই ভাগৱত কহি প্ৰশ্নৰ সিদ্ধান্ত কহিতে লাগিলা। (শ্লোক ১—২৯)

শ্ৰীভাগৱতকথায়াং দ্বিতীয়স্কন্ধে অষ্টমোঽধ্যায়ঃ।
আক জানি সব লোক হৰি বোল হৰি।

শ্লোকি: অষ্টমে ৰাজ সংপ্ৰশ্নে শৃণ্বতাং গৃণতাং হৃদি।
বিষ্ণোঃ প্ৰৱেশাচ্ছুদ্ধি পাপানীতি নিৰূপিতম্॥

———

## নৱম অধ্যায়

### নাৰায়ণোক্ত ভাগৱত

নৱম অধ্যায়ে নাৰায়ণোক্ত ভাগৱত কহিবা।

কথা: শুকে কহন্ত: জানা ৰাজা, হৰিৰ মায়া বিনে জীৱৰ দেহ-সম্বন্ধ নঘটে, সংসাৰো মায়াতেসে হয়। যেমন আত্মাৰ স্বৰূপ ব্ৰহ্মক জানে, তেমনে মায়াক এৰি মুক্ত হয়। জীৱৰ জ্ঞানদাতা ভগৱন্তসে, যাতো ব্ৰহ্মাৰ জীৱিত

তুষ্ট হয়া শুদ্ধ সত্ত্ব ৰূপ দেখাই জ্ঞান কহিছা। এহি কথা আছে অন্তে শুনা। যেখন নাৰায়ণৰ নাভি-পদ্মত ব্ৰহ্মা উপজিলা, তেখনে আপুনাৰ কাৰণ জানিতে পদ্মনালত ডুব দিয়া শত বৎসৰ বিচাৰিলা, তথাপি অন্ত নপাইলা। উলটি আসি, পদ্মত বসি সৃষ্টি কৰিবাক চাহিলা, যেমনে প্ৰপঞ্চ নিৰ্ম্মাণ হয়, তাক নজানিলা। পাছে চিন্তা কৰিতে "তপ, তপ" বাক্য শুনিলা। তাৰ বক্তা দেখিবাক লাগি দশো দিশ চায়া কিছো নেদেখিলা। পাছে আপুনাৰ হিত হেন মানি প্ৰাণ-মন-ইন্দ্ৰিয় নিয়মি দেৱৰ বৎসৰে সহস্ৰ বৎসৰ তপ কৰিলা।

(শ্লোক ১ ৮)

পাছে ভগৱন্ত তুষ্ট হয়া আপুনাৰ বৈকুণ্ঠলোক দেখাইলা, যাত ক্লেশ, মোহ, ভয়, কালৰ বিক্ৰম, মায়াৰ কাৰ্য্য প্ৰকৃতিৰ তিনি গুণ নেদেখিলা, কেৱল শুদ্ধ-সত্ত্বময় জ্ঞানীয়ো যাক স্তুতি কৰে। যাত পাৰিষদসব শ্যাম-মনোহৰ, পীত-বসন, কমললোচন, সৰ্ব্বাঙ্গ সুন্দৰ, নানা অলঙ্কাৰে মণ্ডিত। সবে চতুৰ্ভুজ, মুকুতা-প্ৰৱাল মৃণাল বৈদূৰ্য্যৰ বৰ্ণ। তাৰাৰো বিমানসব প্ৰকাশ কৰে, যাত উত্তম নাৰীসব আছে, যাত লক্ষ্মী অনেক বিভৱে পূজা কৰন্ত, হৰি-গুণ নিতান্তে গান্ত। সেই বৈকুণ্ঠত জগতপতি, লক্ষ্মীপতি, ভক্তৰ গতি ভগৱন্তক দেখিলা, সুনন্দ-নন্দাদি পাৰিষদগণ, অনিমাদি সিদ্ধিসবো উপাসন্ত, ভৃত্যক কৃপায়ে সম্মুখ হয়াছন্ত, কটাক্ষে অমৃত বৰিষে, প্ৰসন্ন হাস, অৰুণ লোচন-যুক্ত মুখপদ্ম, পীতাম্বৰ, চতুৰ্ভুজ, কিৰীটি-কুণ্ডলাদি অলঙ্কাৰে মণ্ডিত বক্ষস্থলত সুৱৰ্ণ ৰেখাকাৰে লক্ষ্মী প্ৰকাশন্ত, দিব্য সিংহাসনত বসিছা, এমন ঈশ্বৰক দেখি ব্ৰহ্মা হৰ্ষে আপ্লুত হয়া প্ৰেমে পুলক সলোতক নয়ন হয়া পাদ-পদ্মক নমিলা।

(শ্লোক ৯—১৭)

ভগৱন্তে মহাপ্ৰীত হয়া হাস্য বদনে ব্ৰহ্মাৰ হাতত ধৰি বোলন্ত : হে ব্ৰহ্মা, তুমি মোক মহাতুষ্ট কৰাইলা, যাতো সৃষ্টিক ইছায়ে চিৰকাল তপ কৰিলা। তোমাৰ কুশল হৌক। মনবাঞ্ছিত বৰ লয়া। মোৰ কৃপায়েসে মোৰ বৈকুণ্ঠলোক দেখিলা। যি তপ কৰিলা, সিও মোৰ আজ্ঞায়েসে পাৰিলা, যাতো আগে মোহ হয়াছিলা। তপোৱে জানিবা মোৰ মুখ্য বল, যাতো তপোবলে জগত স্ৰজন-পালন-সংহাৰণ কৰো। ব্ৰহ্মা বোলন্ত : হে ভগৱন্ত, তুমি সবাৰে বুদ্ধি-সাক্ষী। এতেকে মোৰ কাৰ্য্যক আপুনি জানা। তথাপি প্ৰাৰ্থনা কৰো, যেমনে তোমাৰ স্থূল-সূক্ষ্ম ৰূপ জানিবো, তেমনে তুমি

জগত স্রজন-পালন-সংহাৰণ কৰি ক্রীড়া কৰা। তোমাত মোৰ মতি যেমনে ৰহে, জগত স্রজিতে যেমনে অহঙ্কাৰ নুপজে, তেমনে কৰা।

( শ্লোক ১৮—২৯ )

ভগৱন্তে বোলন্ত: হে ব্রহ্মা, জ্ঞান-বিজ্ঞান, ভক্তি কহো, তুমি ধৰিবা। আৰো মোৰ স্বৰূপ, ভাৱৰূপ, গুণ, কর্ম, তত্ত্বজ্ঞান তোমাত ৰহোক। স্বৰূপ শুনা: সৃষ্টিৰ পূর্ব্বত, প্রলয়ৰ অন্তত এক মঞি মাত্র থাকো। মায়াকো শুনা: যাত হন্তে মিছা জগত দেখি, সত্য আত্মাক নেদেখি, তাকে মোৰ মায়া কৰি জানিবা। ভাব শুনা: সমস্ত ভূততে মোৰ প্রবেশ-অনুপ্রবেশ জানিবা। জিজ্ঞাসুসবে মোকে মাত্র জিজ্ঞাসা কৰিবেক। মোৰ এহিমত আচৰিলে তুমি মোহ নপাইবা। শুকে কহন্ত: এহি বুলি ভগৱন্ত অন্তর্দ্ধান ভৈলা। ব্রহ্মাও হৰিক নমিয়া পূর্ব্বৱতে জগত স্রজিলা। পাছে একদিনা প্রজাপতি লোকৰ কুশল ইছা কৰি আছন্ত। সেইবেলা বিষ্ণুৰ মায়া জানিবাক প্রতি নাৰদে শুশ্রূষা কৰি পিতৃক তুষ্ট কৰাইলা। তুষ্ট দেখি, তুমি যি পুছিলা, তাকে পুছিলন্ত। ব্রহ্মায়ো তাহান্ত ভগৱন্ত কথিত দশ লক্ষণে ভাগৱত কহিলা। পাছে নাৰদে ব্যাসত কহিলা। সেই ভাগৱত কহি তোমাৰ প্রশ্নৰ উত্তৰ কহো, সাৱধান মনে শুনা। ( শ্লোক ৩০—৪৫ )

শ্রীভাগৱতকথায়াং দ্বিতীয়স্কন্ধে নৱমোঽধ্যায়ঃ।

আক জানি সবলোক হৰি বোল হৰি।

শ্লোক: সংক্ষেপতঃ চতুঃশ্লোকৈঃ শ্রীভাগৱতমুত্তমং।

যেনোক্তং ব্রহ্মণে তস্মৈ হৰয়ে গুৰৱে নমঃ॥

---

# দশম অধ্যায়

## ভাগৱতৰ দশ লক্ষণ

দশম অধ্যায়ে ভাগৱতৰ দশ লক্ষণ কহি অধ্যাত্মাদি প্ৰপঞ্চিবা।

কথা: শুকে কহন্ত: এহি ভাগৱত সৰ্গ, বিসৰ্গ, স্থান, পোষণ, উতি, মন্বন্তৰ, ঈশানুকথা, নিৰোধ, মুক্তি, আশ্ৰয় দশ লক্ষণে কহিছা। দশ লক্ষণ কহিলেও শাস্ত্ৰৰ অৰ্থ ভেদ নুবুজিবা, যাতো দশ লক্ষণে একে ঈশ্বৰক মাত্ৰ জনাৱে। দশৰো প্ৰত্যেক লক্ষণ শুনা। কাৰণ-সৃষ্টি সৰ্গ। কাৰ্য্য-সৃষ্টি বিসৰ্গ। মৰ্য্যাদা পালনে স্থান। ভক্তক অনুগ্ৰহে পোষণ। সন্তৰ ধৰ্ম্ম মন্বন্তৰ। কৰ্ম্ম-বাসনায়ে উতি। হৰিৰ অৱতাৰ-চৰিত্ৰ, ভক্তৰো চৰিত্ৰ, ঈশানুকথা। জীৱৰ শক্তি-লয়ে নিৰোধ। অহঙ্কাৰ এৰি স্বৰূপ-স্থিতিক মুক্তি বুলি। সৃষ্টি, স্থিতি, লয় যাত হন্তে হয়, তাক আশ্ৰয় বুলি, যাক ব্ৰহ্ম, পৰমাত্মা শব্দে কহে। (শ্লোক ১—৭)

আৱে অধ্যাত্মাদি বিভাগ কহো। যেখানে পুৰুষে আপুনাৰ স্থানক ইছা কৰিলা, তেখন শুচি জল স্ৰজিলা। সেই জলত সহস্ৰ বৎসৰ আছিলা; এতেকে নাৰায়ণ নাম ভৈলা। আৰো নানা বিষয় ভোগ বাঞ্ছাত গোলক, ইন্দ্ৰিয়, দেৱতা, বিষয়সব হৈল। ইন্দ্ৰিয়গণক অধ্যাত্ম বুলি। অধিষ্ঠাতা, দেৱগণক অধিদৈৱ বুলি। গোলক, বিষয়কো অধিভূত বুলি। সপ্তাৱৰণ যুক্ত বিৰাটক হৰিৰ স্থূল-দেহ বুলি। বিৰাটৰ কাৰণ সূক্ষ্ম দেহ আছে। ছয়ো

দেহ ঈশ্বৰত মায়াময় বুলি বিবেকী সবে কহে যাতো তাহান নিজৰূপ বাক্য-মনৰ অগোচৰ। এতেকে প্ৰথমে উপাসাৰ পদে ইহাকে দেহ বুলি কহে। জানা ৰাজা, তোমাত মহাকল্প পদ্মকল্পৰ কথা সামান্যে কহিলো। তৃতীয় স্কন্ধত পদ্মকল্প আৰো বাহুল্যমতে শুনিবা। (শ্লোক ৮—৪৬)

শৌনকে পুছন্ত: হে সূত, তুমি প্ৰথম স্কন্ধত কহিছা, বিদুৰে বন্ধুগণ এৰি তীৰ্থযাত্ৰা কৰিতে মৈত্ৰেয়ত হন্তে জ্ঞান পায়া হস্তিনাপুৰক আসিলা। সেই বিদুৰ-মৈত্ৰেয় সংবাদ কথা আমাত কহা। বিদুৰে যেমনে বন্ধুগণ এৰি গৈলা তাকো কহা। সূতে বোলন্ত: জানা শৌনক, তুমি যি কথা পুছিলা আক পৰীক্ষিত ৰাজায়ো শুকত পুছিছন্ত। এতেকে তোমাৰ প্ৰশ্নক শুক-পৰীক্ষিত সম্বাদে কহো, সাৱধানে শুনা। (শ্লোক ৪৭—৫১)

শ্ৰীভাগৱতকথায়াং কবিৰত্নকৃতায়াং দ্বিতীয়স্কন্ধে দশমোঽধ্যায়ঃ।

একন্ধো সমাপিত ভৈল। হে সামাজিকসব, ই ভাগৱত সংক্ষেপ সাৰ কথা, কিঞ্চিতো লম্ভা নাই। আক মোৰ বাক্য বুলি অসূয়া নকৰি কেৱল শ্ৰৱণ-কীৰ্ত্তন কৰা। তেৱে শ্ৰীকৃষ্ণ তুষ্ট হুয়া সকল বাঞ্ছা সিদ্ধ কৰিবা, অযত্নে বৈকুণ্ঠ পাইবা। অধিক কি বুলিবো। আপুনি মন্দমতি, পৰ উপদেশে পণ্ডিত বোলঞো, আপুনাৰ কাৰ্য্য নচাঞো। হে কৃষ্ণ, দৈৱকীনন্দন, ভক্ত-বৎসল, তোমাৰ অভয়-চৰণত কোটি কোটি বাৰ প্ৰণাম কৰো। মোক এক-লেশে কৃপা কৰিয়োক। সন্তৰ সঙ্গত, তোমাৰ কথাত বাক্য-মন সততে ৰহোক। এহিমানে প্ৰাৰ্থনা পূৰা। আন কিছো নোখোজো। আৰে মোক কৃপায়ে সামাজিক উচ্চ কৰি হৰি বোল হৰি।

শ্লোক: দশমে সাৰকথয়া দশ লক্ষণ ব্যাখ্যয়া।
কথিতো দশমো কৃষ্ণ আশ্ৰয়ঃ শ্ৰেয় ইচ্ছতাম্॥
নমামি দামোদৰ-পাদপদ্মং প্ৰপন্নতাপোপশমং সুসেব্যং।
যদোঃ কুলেষ্বনুগৃহীতমেতাং কৰোমি গাথাং কৱিৰত্ন শৰ্ম্মা॥

দ্বিতীয়স্কন্ধ অন্ত

# তৃতীয় স্কন্ধ

## প্রথম অধ্যায়

শ্লোক : গোপালবালসমনালকযুক্তভালং
গোলোকপালসুৰবৈৰিনিকায়কালং ।
গোপাঙ্গনাগণলসৎকুসুমাৰজালং
গো-গোপ গোপীৰমণং প্রণমামি পালম্ ॥

### বিদুৰ-উদ্ধৱ সংবাদ

যাব কৃপায়ে মূর্খকো পণ্ডিত কবে, পঙ্গুকো পর্ব্বত আবোহাবে, সেই পবমানন্দ নন্দ-নন্দনক বন্দো [ মঙ্গলাচবণ ]

তৃতীয় স্কন্ধত তেত্রিশ অধ্যায়ে সর্গ কহিবা। ঈশ্বৰৰ ইচ্ছায়ে তিনিগুণ হন্তে ব্রহ্মাণ্ড-উৎপত্তিক সর্গ বুলি। তাত প্রথম অধ্যায়ে বন্ধুগণ এৰি বিদুৰ তীর্থক যাত্রা কবিতে উদ্ধৱক দেখি যাদৱ, পাণ্ডৱৰ কুশল পুছিবা। দুই প্রকাৰে ভাগৱত প্রবর্ত্তিছে; এক নাৰায়ণ সম্প্রদায়, আউৰ অনন্ত সম্প্রদায়। দ্বিতীয় স্কন্ধত ব্রহ্ম সম্প্রদায়ে সংক্ষেপে ভাগৱত কহিলা। আৰে তৃতীয় স্কন্ধত অনন্ত সম্প্রদায় বাহুল্য কৰি কহিবা। তাত চাৰি অধ্যায়ে বিদুৰ-উদ্ধৱ সংবাদ কহিবা। আঠ অধ্যায়ে সৃষ্টি; সাত অধ্যায়ে বৰাহ অৱতাৰ; এক অধ্যায়ত সৃষ্টি সংহাৰ; চাৰি অধ্যায়ে কপিল অৱতাৰ; নৱ অধ্যায়ে

কপিলাখ্যান, এমনে তেত্রিশ অধ্যায়ে তৃতীয় স্কন্ধ কহিবা। তাহাৰ মতি অনুসাৰে সংক্ষেপে কথা নিবন্ধো। [ শ্ৰীধৰস্বামীৰ টীকা ]

শ্ৰীশুকে কহন্ত: জানা ৰাজা, তোমাৰ ই প্ৰশ্নক পূৰ্ব্বত বিদুৰো গৃহক এৰি তীৰ্থ-যাত্ৰা কৰিতে মৈত্ৰেয়ত পুছিল। ৰাজা পুছন্ত: হে মহামুনি, কোন ঠাই কৈসানি বিদুৰ-মৈত্ৰেয় সম্বাদ হৈল তাক মোত কহিয়োক, যাতো দুই সন্তৰ সম্বাদত বৰ কথা হয়াছে। ( শ্লোক ১—৫ )

শুকে কহন্ত: যেখানে ধৃতৰাষ্ট্ৰ ৰাজা আপুনাৰ দুষ্ট পুত্ৰৰ পক্ষ হয়া পাণ্ডৱসবক জোগৃহত থৈয়া দাহ কৰিলেক, আৰো কূটপাশা খেলাই অন্যায়ে জিনি দ্ৰৌপদীৰ কেশকৰ্ষণ কৰিলেক, তেৰ বছৰ বনবাস খপিলে বনেও, ৰাজ্যৰ বণ্টা নেদিলেক, শ্ৰীকৃষ্ণ পাণ্ডৱৰ দূত হৈয়া যি বাক্য বুলিলন্ত তাকো ন কৰিলেক, তেখনে বিদুৰৰ মনে বিচাট হৈলেক। আৰো ধৃতৰাষ্ট্ৰ ৰাজা বিদুৰক গৃহক আনি মন্ত্ৰণা পুছন্ত: হে বাপু বিদুৰ, আৰে কি কৰিব? পাণ্ডৱক ৰাজ্য দিম, নেদিম? বিদুৰে বোলন্ত: হে ৰাজা, যুধিষ্ঠিৰক ৰাজ্য-ভাগ সত্বৰে দিয়া, যাতো তোঠৈৰ অনেক অপকাৰ সহিছন্ত। তান দুই ভাই, মহাবলৱন্ত ভীম-অৰ্জ্জুন ক্ৰোধ কৰি আছন্ত। এতেকে তাহাক ভয় কৰা। আৰো পাণ্ডৱৰ পক্ষ শ্ৰীকৃষ্ণ হয়াছন্ত। শ্ৰীকৃষ্ণৰ লগত ব্ৰাহ্মণগণ, দেৱগণ, যদুগণ তাঠৈৰ পক্ষ হৈবন্ত। বুলিবা দুৰ্য্যোধনে আক নকৰিব। তাত শুনা: ই দুৰ্য্যোধন কেৱল দোষগোট, যাতো কৃষ্ণক দ্বেষ কৰে, যাক পুত্ৰ বুলি তুমি হতশ্ৰী ভৈলা। ইদানীক কুলৰ কুশলৰ অৰ্থে আক সত্বৰে এৰা। হেন শুনিয়া পাছে ক্ৰোধ কৰি দুৰ্য্যোধনে বোলে: কপটী দাসীৰ পুত্ৰক কোনে ই ঠাইক আনিলেক? যাতো আমাৰ অন্ন খায়া পৰোৰ কাৰ্য্য কৰে। এতেকে ইহাৰ সৰ্ব্বস্ব আগ্ৰহি লয়া চক্কাই খেদাও।

( শ্লোক ৬—১৫ )

ধৃতৰাষ্ট্ৰৰ আগত দুৰ্য্যোধনে বাক্য-শৰে মৰ্ম্মভেদ কৰিলেও বিদুৰে হাস্য কৰি ভগৱন্তৰ মায়াৰ মহিমা জানি তাহাৰ দ্বাৰতে ধনু-শৰ থৈয়া হস্তিনাপুৰৰ বাজ হৈয়া গৈল। এক বৎসৰ ভাৰত বৰিষত ক্ষেত্ৰ তীৰ্থ কৰি-প্ৰভাসক আসিলা। সিঠাইতে শুনিলা: কৌৰৱ পাণ্ডৱসব অন্যো অন্যে যুদ্ধ কৰি নষ্ট ভৈলা, যুধিষ্ঠিৰো কৃষ্ণক সহায় কৰি কৌৰৱক মাৰি এক-ছত্ৰে ৰাজ্য কৰন্ত। পাছে মনত শোক কৰি সৰস্বতীক গৈলা।

( শ্লোক ১৬—২১ )

সিঠাইয়ো একাদশ তীর্থ কৰিলা, হৰিৰো নানাবিধ মন্দিৰ দেখিলা। পাছে নানা দেশ এৰাই যমুনাক পায়া কৃষ্ণৰ একান্ত ভক্ত উদ্ধৱক দেখি পৰম আনন্দে সাৱটি ধৰি জ্ঞাতিসৱৰ বাৰ্ত্তা পুছন্ত : হে উদ্ধৱ, পুৰাণ পুৰুষ ৰাম-কৃষ্ণ পৃথিৱীৰ হিত কৰি বসুদেৱৰ গৃহত কুশলে আছন্ত ? আমাৰ সুহৃদ বসুদেৱ কুশলে আছন্ত ? কৃষ্ণৰ পুত্ৰ মুখ্য সেনাপতি প্ৰদ্যুম্ন সুখে আছা, যাক ৰুক্মিণী ব্ৰাহ্মণক আৰাধি পায়াছন্ত ? ৰাজা উগ্ৰসেন কুশলে আছা, যাক কৃষ্ণে অভিষেক কৰিছা ? মহাৰথী সাম্ব সুখে আছন্ত, যাক জাম্বৱতী ব্ৰত কৰি পায়াছা ? সাত্যকি কুশলে আছা, যিটো কৃষ্ণসেৱা কৰি তাহান গতি পায়াছা ? কৃষ্ণভক্ত অক্ৰূৰ ভালে আছা, যাতো তাহান পদাঙ্কিত ৰেণুত বাগৰ পাৰিছা ? কৃষ্ণৰ নাতি অনিৰুদ্ধ ভালে আছা ? আনো কৃষ্ণৰ পুত্ৰ, পৌত্ৰ, মিত্ৰসব সুখে আছন্ত ? ( শ্লোক ২২—৩৫ )

আৱে পাণ্ডৱৰ কুশল পোছন্ত : কৃষ্ণাৰ্জ্জুন সহায়ে ধৰ্ম্মৰাজা যুধিষ্ঠিৰ প্ৰজা পালন কৰন্ত, যাৰ সভাৰ সম্পত্তি দেখি দুৰ্য্যোধনে তাপ কৰিছে ? মহাক্ৰোধী ভীম ভালে আছন্ত, যাৰ চৰণ-প্ৰহাৰ যুদ্ধভূমি নসহন্ত। গাণ্ডীৱধন্বা অৰ্জ্জুন সুখে আছা, যাৰ শৰসমূহে মহেশ তুষ্ট হয়াছা ? যৱঞ্জ নকুল-সহদেৱ কুশলে আছা, যি শত্ৰুক জিনি ধন-মান আনিছা ? আপুনাৰ পতি পাণ্ডুবিনে কুন্তী প্ৰাণে জীৱন্ত, যি পাণ্ডু একেশ্বৰে চৌদিশ জিনিছন্ত ? হে উদ্ধৱ, অধোগামী বড় ভাই ধৃতৰাষ্ট্ৰক লাগি শোক কৰঞো, যাতো পাণ্ডৱক অনেক দুঃখ দিলেক, পুত্ৰৰ বশ্য হৈয়া মোক নগৰৰ খেদাইলেক। বুলিবা, কি বিস্ময়, মহাজ্ঞানী ধৃতৰাষ্ট্ৰো কেনে এতেক অন্যায় কৰিলেক ? আত শুনা : হৰিৰ এহুয় লীলা, জ্ঞানী-সবৰো বুদ্ধি ভ্ৰংশ কৰন্ত। মঞি পুনু তাহান প্ৰসাদে বিস্ময় নামানি তান লীলা দেখি পৃথিৱী পৰ্য্যটো। যদি বোলা হৰিৰ ই কি লীলা, তান ভক্তক দুষ্ট সৱে দুঃখ দেই, কোনো বেলা আপুনাক পৰাভৱ কৰে। তেৱেসে ভাল দেখি ; যেখনে অপৰাধ কৰে, তেখনে মাৰিবন্ত ; আত শুনা—ভগৱন্তে অপৰাধ সময়ত মাৰিতে সমৰ্থ হুয়ো অপেক্ষা কৰিছিলো যাতো সকল দুষ্ট একেলগে বধ নহে। হে সখি, দুষ্টক দণ্ডি সন্তক ৰাখি দেৱকাৰ্য্য সাধিতে ভগৱন্ত যদুকুলে অৱতাৰ হুয়াছন্ত। আগে তাহান বাৰ্ত্তা কহা। ( শ্লোক ৩৬—৪৫ )

শ্ৰীদামোদৰানুগত-কবিৰত্ন-কৃতায়াং শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে প্ৰথমোঽধ্যায়ঃ।

আক জানি সবে লোক হৰি বোল হৰি।

শ্লোক ঃ তৃতীয়ে প্ৰথমাধ্যায়ে ভক্ত পাণ্ডৱ দ্ৰোহতঃ।
দুৰ্য্যোধনাদিনাশেন সতাং দ্বেষো নিবাৰিতঃ॥

— ——

# দ্বিতীয় অধ্যায়

## শিশু-লীলা

দ্বিতীয় অধ্যায়ে উদ্ধৱ কৃষ্ণ-বিয়োগে শোক কৰি শিশু-লীলা কহিবা।

শুকে কহন্ত ঃ এমনে পৰম ভাগৱত উদ্ধৱত কৃষ্ণৰ বাৰ্ত্তা পুছিলে উত্তৰ দিবাক নপাৰিলা। যি পাঞ্চ বৰিষতে বাল্যলীলা এৰি কৃষ্ণ-পূজা কৰিতে মাতৃবাক্যেও ভোজন ইছা নকৰন্ত, সি উদ্ধৱ কৃষ্ণৰসে বৃদ্ধ হৈলা। এতেকে কেমনে উত্তৰ দিবাক পাৰিবা? দুই দণ্ডমানে মৌনে আছিলা। পাছে ভক্তি-সুখে মগ্ন হৈয়া প্ৰেমে পুলকিত হৈলা, চক্ষুৰো লোতক ঝৰিলা। কৃষ্ণত মন লাগি দেহকো পাসৰিলা। পাছে দেহত স্থিতি পায়া লোতক মলচি বিদুৰক বোলন্ত : জানা বিদুৰ, কৃষ্ণসূৰ্য্য অস্ত গৈলে লোকক কাল-অজগৰে গিলিলেক। আজিৰ আমাৰ কি কুশল পুছাবা, যাতো আমি গৃহতে হতশ্ৰী হৈলো। সকল লোক ভাগ্যহীন, তাতে যদুকুল অত্যন্ত অভাগী, যাতো একে ঠাই থাকিও কৃষ্ণক ঈশ্বৰ বুলি নজানিল। তাহান মায়ায়ে মোহ হয়া কতো লোকে কৃষ্ণক বান্ধৱ বুলিলেক, কতো শত্ৰু বুলিলেক। তাৰাৰ বাক্যে আমাৰ ভক্তৰ ঈশ্বৰ বিনে আন মতি নহৈল। ( শ্লোক ১—১১ )

যাক দেখি আপুনি বিস্ময় হৱন্ত, হেন ভূষণৰো ভূষণ পৰম লাৱণ্য শ্ৰীমূৰ্ত্তিক অল্পপুণ্য লোকক দেখাই তাৰাৰো চক্ষু লৈয়া অন্তৰ্দ্ধান হৈল। যি মূৰ্ত্তিক ৰাজসূয় যজ্ঞত তিনি লোকে দেখি চক্ষুৰো পৰম আনন্দ পায়া তান্ত অধিক আন নমানিলা। যাৰ হাস্য কটাক্ষ লীলায়ে মান্য পাই গোপীসব সকল কৰ্ম্ম এৰি তাহাক দেখি থাকন্ত, এমন মূৰ্ত্তি দেখাইবাৰ কাৰণ কহো। দুৰ্জ্জনত হন্তে সাধুসবৰ দুঃখ দেখি তাৰাক কৃপায়ে অজ ভগৱন্তো জাত হৈলা। হে সখি, অজৰ জন্ম দেখি, অনন্ত বীৰ্য্যৰ ভয়ে পলায়ন দেখি, ঈশ্বৰৰো অনীশ্বৰতা দেখি মোৰ মনে খেদ কৰে। যদি বোলা, তেবে অনীশ্বৰতা কেনে বুবুলি, তাত শুনা—যাৰ কটাক্ষে ভূ-ভাৰ হৰিলেক, যাৰ চৰণ-পদ্ম গন্ধ পায়া পুৰুষে পাসৰিতে নপাৰে, যাক দ্বেষ কৰিও শিশুপালো মহাগতি পাইলে তান্ক কোনে অনীশ্বৰ বুলিব। ( শ্লোক ১২—১৯ )

আৰো যুদ্ধত বীৰসব যাৰ মুখ-পদ্ম দেখি অৰ্জ্জুনৰ শৰত পৰি পৰম-গতি পায়াছে, তাহান বিৰহ কোনে সহিবেক? এমন পৰম ঐশ্বৰ্য্য থাকিতেও উগ্ৰসেন ৰাজাক অনুবৰ্ত্তন দেখি মোৰ মনত মহা দুঃখ মিলে। কি তাহান মহিমা কহিবো, যাতো মাৰিবাক লাগি পূতনা তন দিলেক, তথাপি যশোদা গতি পাইলেক। এতেকে তান্ত বিনে কাত শৰণ লৈবো? অসুৰ সবকো বৈষ্ণৱ মানো, যাতো ক্ৰোধপথে হৰিত চিত্ত দিয়া থাকে, আৰো মৰণ সময়ত কৃষ্ণক সমুখে দেখে। আৱে আত্মৰ পৰা তাহান চৰিত্ৰ সংক্ষেপে কহো। ব্ৰহ্মাৰ প্ৰাৰ্থনাত ভূ-ভাৰ হৰিতে ভগৱন্তে দৈৱকীৰ গৰ্ভত উপজিলা। পাছে বসুদেৱে নন্দৰ ব্ৰজত পলুৱাই থৈলা। তহিতে গূঢ় হয়া বলভদ্ৰ সহিতে এঘাৰ বৎসৰ আছিলা। শিশুকালতে পূতনা শুষিলা, তৃণাৱৰ্ত্ত বধিলা। অনেক বাল-লীলা কৰি গোপ-গোপীক আনন্দ কৰাইলা। যমলাৰ্জ্জুন উভজিলা। গোপ-ছৱাল সহিতে যমুনা তীৰত নানা ক্ৰীড়া কৰি গৰু চাৰিলা। অঘ, বক, বৎস, ধেনুক বধিলা, কালিকো দমিলা, প্ৰলম্ব মৰাইলা, বনাগ্নিকো পিলা, গোৱৰ্দ্ধন ধৰিলা, ৰাস-ক্ৰীড়া কৰিলা। ( শ্লোক ২০—৩৪ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে দ্বিতীয়োঽধ্যায়ঃ।

আক জানি সবলোক ডাকি হৰি বোল হৰি॥

শ্লোক: দ্বিতীয়ে দেৱভাৱেন ভজন্তী পূতনাপি চ।
লেভে মুক্তিং শ্ৰদ্ধয়া চ কিং বক্তব্যমিতীৰিতম্॥

---

# তৃতীয় অধ্যায়

## মথুৰা-দ্বাৰকাৰ লীলা

তৃতীয় অধ্যায়ে মথুৰা-দ্বাৰকাৰ লীলা কহিবা।

উদ্ধৱে কহন্ত : পাছে মথুৰাক আসি পিতৃক প্ৰীতিৰ অৰ্থে কংস বধিলা। সান্দীপনি গুৰুত সকল শাস্ত্ৰ পঢ়ি মৃতক পুত্ৰক আনি দক্ষিণা দিলা। কাল-যবনক মৰাইলা। ৰাজাগণ জিনি ৰুক্মিণীক হৰি আনিলা। স্যমন্তক আনি জাম্ববতী-সত্যভামাক বিহাইলা, সাত বলধ জিনি নাগ্নজিতীক বিবাহ কৰাইলা। কালিন্দীক যমুনা-তীৰত পাইলা। ভদ্ৰা, সত্যা, লক্ষ্মণাকো স্বয়ম্বৰে হৰিলা। ইন্দ্ৰকো জিনি পাৰিজাত আনিলা। ( শ্লোক ১—৫ )

নৰকক মাৰি যোল্ল হাজাৰ একশত কন্যা আনিলা। তাৰাক একেলগে নানা গৃহত অনেক ৰূপে বিবাহ কৰাইলা। সবাতে দশ দশ পুত্ৰ উপজাইলা। বাণৰ নিমিত্তে হৰক জিনিলা। পৌণ্ড্ৰক কাশীৰাজ বধিলা। বাৰাণসী দহিলা। জৰাসন্ধ বধি ৰাজসূয় কৰাইলা। শাল্ব, শিশুপাল, দন্তবক্ৰ বধিলা। সম্বৰ, দ্বিবিদ, বল্বলাদিকো মৰাইলা। ( শ্লোক ৬—১১ )

পাছে ভাৰত যুদ্ধত দুৰ্য্যোধন আদি বীৰগণক মৰাই আনন্দ পাই মনত গুণি বোলন্ত : পৃথিৱীৰ অল্পমাত্ৰ ভাৰ হৰিছে, যাতো মহাভাৰ যদুকুল আছে। যেখন মদ্যপানে তাৰাৰ মাজত বিবাদ হয়, তেখন মোৰ উত্তমে অন্যে অন্যে যুদ্ধ কৰি আপুনি নষ্ট হৈবেক। ( শ্লোক ১২—১৫ )

এই চিন্তি যুধিষ্ঠিৰক ৰাজা পাতিলা, সুহৃদ সবকো আনন্দ কৰাই দ্ৰৌণীৰ ব্ৰহ্মাস্ত্ৰত হন্তে উত্তৰাৰ গৰ্ভ ৰক্ষা কৰিলা। যুধিষ্ঠিৰো তিনি অশ্বমেধ কৰাইলা, আপুনিও বেদপন্থ প্ৰৱৰ্ত্তাই দ্বাৰকা নগৰত নানা বিষয় ভোগ কৰিলা। স্নেহ, হাস্য, কটাক্ষ, অমৃত বচনে, মনোহৰ শৰীৰে, সুন্দৰ লীলায় সকলো লোকক আনন্দ কৰাই যদুকুলকো অধিক আনন্দ কৰাইলা; পত্নীসবকো ৰহস্যে আলাপে প্ৰীতি দিলা। এহিমতে অনেক বৎসৰ আনন্দ কৰিতে গৃহৰ সুখত বিৰক্তি হৈলা। যাতো স্বতন্ত্ৰ কৃষ্ণো স্বাধীন বিষয়-সুখত বিৰক্তি কৰিলা, দৈৱাধীন বিষয়ত কোন দৈৱাধীন পুৰুষে আসক্তি কৰিবেক, যদি ভক্তি কৰি হৰিক ভজি থাকে? পাছে একদিনা যদুকুমাৰসবে ঋষিসবক উপলম্ভ কৰিলেক। তাৰাৱো কৃষ্ণৰ অভিপ্ৰায় জানি ক্ৰোধ কৰি শপিলেক। পাছে সকল যদুকুল প্ৰভাসক্ষেত্ৰক গৈলা। সিঠাই স্নান-তৰ্পণ কৰি ব্ৰাহ্মণসবক গো-সুবৰ্ণাদি দান কৰিল; ভোজন কৰাই নমস্কাৰ কৰিলেক।

( শ্লোক :৬—২৮ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে তৃতীয়োঽধ্যায়ঃ।
আক জানি সবলোক হৰি বোল হৰি ॥

শ্লোক : কংসধ্বংসি ৰণদ্বংশি হংসি মে পাপশংসিনঃ।
গুঞ্জাৱতংসি হংসীৰ বুদ্ধিস্তৱ পদাব্জয়োঃ ॥

———

# চতুৰ্থ অধ্যায়

## যদু-কুলৰ ক্ষয়, উদ্ধৱৰ জ্ঞানলাভ

চতুৰ্থ অধ্যায়ে যদু-কুলৰ ক্ষয়, উদ্ধৱৰ জ্ঞানলাভ কহিবা।

উদ্ধৱে কহন্ত : পাছে যদুগণে মদ্যপান কৰি শ্ৰুতিহত হয়া অন্যো অন্যে যুদ্ধ কৰি সবংশে মৰিল। ভগৱন্তে আপুনাৰ মায়া-গতি দেখি সৰস্বতী জলত আচন্ত কৰি বৃক্ষমূলত বসিলা। মোক দ্বাৰকাতে বুলিলা বদৰিকাশ্ৰমক যাইবাক প্ৰতি। তথাপি তাহান চৰণক এৰিবাক নপাৰি তাহান পাছতে গৈলো। ( শ্লোক ১—৫ )

যদু-কুল সংহৰি একলায়ে বসিছন্ত। বিচাৰি গৈয়া সাক্ষাতে দেখিলো শ্যাম মনোহৰ, পীত-বসন, অৰুণ-লোচন, শ্ৰীনিবাস, চতুৰ্ভুজ, দক্ষিণ উৰুত বাম পাদ-পদ্ম থাপিছন্ত, শিশু অশ্বত্থত আৰজি আছন্ত। সেহিবেলা পৰম বৈষ্ণৱ মৈত্ৰেয় ঋষি উপস্থিত হয়া কৃষ্ণক দণ্ডৱতে নমি অঞ্জলি কৰি ৰহিলা। তাহাঙ্ক শুনায়া মোক স্নেহে হাস্য অৱলোকন কৰি কৃষ্ণে বুলিলা : হে উদ্ধৱ, তোমাৰ মনৰ বাঞ্ছিত জানো ; যদি আনৰ দুৰ্লভ তথাপি তোমাক দিবো। যাতো পূৰ্ব্বজন্মত তুমি বসু আছিলা ; মোক আৰাধিছা, এতেকে ই জন্মত মোৰ অনুগ্ৰহ লভিবা, যাতো বৈকুণ্ঠে যাইবাৰ বেলা ভক্তিৰ প্ৰভাৱে সাক্ষাতে মোক দেখিলা। পূৰ্ব্বত ব্ৰহ্মাত যাক কহিছো, যি মোৰ লীলা প্ৰকাশ কৰে, যাক জ্ঞানীগণে ভাগৱত বোলে, সেই জ্ঞান তোমাত কহিবো। ( শ্লোক ৬—১৩ )

ঈশ্বৰৰ এহি আদৰ বাক্য শুনি আপুনাক তাহান অনুগ্ৰহৰ পাত্ৰ মানি প্ৰেমে লোম শিহৰিল, চক্ষুৰ লোতক ঝৰিল, গদ্‌-গদ বাক্যে বুলিলা : হে ঈশ্বৰ, তোমাৰ পাদ-পদ্ম ভজন্তাজনৰ সকল পুৰুষাৰ্থ দুৰ্লভ নহে। তথাপি তোমাৰ চৰণ-সেৱাক ইছায়ে মঞি কিছোকো নোখোজো। কিন্তু অজনৰ জন্ম, অকৰ্ত্তাৰ কৰ্ম্ম, কাল ৰূপৰ ভয়-পলায়ন দেখি, আত্মাৰামৰো অনেক নাৰীত বিহাৰ দেখি মোৰ মনে খেদ কৰে। আৰো মন্ত্ৰণা সময়ত অখণ্ড জ্ঞান হুয়ো মোত নজানা হেন মন্ত্ৰণা পোছা। তাক সুমৰিলে মোৰ মন অধিক মোহ যাই। এহি মোহ নিবাৰিবাৰ অৰ্থে ব্ৰহ্মাণ্ডত যি জ্ঞান কহিছা, তাৰ যেৱে পাত্ৰ হঞো, তেৱে কহিয়োক, যাক জানি অনায়াসে সংসাৰ তৰিম।

( শ্লোক ১৪—১৮ )

এহিমতে মোৰ অভিপ্ৰায় বুজি আপুনাৰ স্বৰূপ জ্ঞান কহিলা। এহি-মতে ঈশ্বৰ গুৰুত হন্তে জ্ঞান পায়া তাহাঙ্ক প্ৰদক্ষিণ দণ্ডৱৎ কৰি বিৰহে আকুল হয়া ইঠাই আসিলো। তাহান আজ্ঞায়ে বদৰিকাশ্ৰম যাইবো, যাত নৰ-নাৰায়ণ তপ কৰন্ত। ( শ্লোক ১৯ ২২ )

শুকে কহন্ত : উদ্ধৱৰ মুখে বন্ধুবধ শুনি বিদুৰৰ পৰম শোক হৈল। তাক জ্ঞানে শান্ত কৰি উদ্ধৱত পোছন্ত : হে উদ্ধৱ, ভগৱন্ত কৃষ্ণে তোমাত যি জ্ঞান কহিছা, তাক মোত কহা ; যাতো বিষ্ণুভক্তসৱ আপুনাৰ ভৃত্যৰ অৰ্থে ফুৰন্ত। উদ্ধৱে বোলন্ত : জানা বিদুৰ, তোমাক জ্ঞান কহিবাক লাগি কৃষ্ণে মোৰ আগতে মৈত্ৰেয়ক আজ্ঞা কৰিছা। তাহান আজ্ঞা ভাঙ্গি কেমনে মঞি কহিবো ? এতেকে তাহান্ত পোছাগৈ। শুকে বোলন্ত : এমনে দুয়োজনে কৃষ্ণকথা কহি যমুনা-তীৰত একক্ষণ হেন ৰাত্ৰিগোট বঞ্চিলা। প্ৰভাতে উদ্ধৱ লড়ি গৈলা। ( শ্লোক ২৩—২৭ )

ৰাজা পুছন্ত : বিপ্ৰশাপে সকল যদুকুল নষ্ট হৈলে মহাবীৰ উদ্ধৱ কিয় ৰহিলা ; যাতো হৰিও মনুষ্য-শৰীৰ এৰিলা ? শুকে কহন্ত : বিপ্ৰশাপ ছলে যদুকুল সংহৰি কৃষ্ণে মনত গুণন্ত, মঞি বৈকুণ্ঠ গৈলে মোৰ ভক্তি লোকত প্ৰৱৰ্ত্তাই মোৰ সমান উদ্ধৱ এঠাই থাকন্তোক। যাতো বিষয়ে আকুল নোহন্ত, এতেকে কৃষ্ণৰ আজ্ঞায়ে হৰিভক্তি প্ৰৱৰ্ত্তায়া বদৰিকাশ্ৰমত ৰহিল, আপুনিও হৰিভক্তি কৰিলা। বিদুৰো উদ্ধৱৰ মুখে কৃষ্ণৰ জন্ম-কৰ্ম্ম, বৈকুণ্ঠ পয়াণ শুনি আপুনাকো কৃষ্ণ স্মৰিবাৰ শুনি প্ৰেমে আকুল হয়া কান্দিলা। পাছে গঙ্গা-দ্বাৰ গৈলা, যাত মৈত্ৰেয় আছন্ত। ( শ্লোক ২৮—৩৬ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে চতুৰ্থোঽধ্যায়ঃ ।
আক জানি সবলোক হৰি বোল হৰি ॥

শ্লোক : আত্মজ্ঞানায় লোকানাং উদ্ধৰো যেন স্থাপিতঃ ।
তং প্ৰপদ্যে দয়াসিন্ধুং দীনবন্ধুং জগদ্‌গুৰুম্‌ ॥

---

# পঞ্চম অধ্যায়

## চবিশ তত্ত্বৰ স্তুতি

পঞ্চম অধ্যায়ে বিদুৰে হৰি-লীলা পুছিলে চবিশ তত্ত্বৰ স্তুতি মৈত্ৰেয়ে কহিবা ।

শুকে কহন্ত : গঙ্গা-দ্বাৰত অগাধবোধ মৈত্ৰেয়ক বিদুৰে দেখি দণ্ডৱতে প্ৰণাম কৰি পুছন্ত : হে মৈত্ৰেয়, লোকে সুখৰ অৰ্থে নানা কৰ্ম্ম কৰে। সি কৰ্ম্মে সুখ নপাৱে, দুঃখো নুগুচে, কিন্তু পুনু দুঃখ মাত্ৰ পাৱে। আত যি যুক্ত হয়, তাক সৰ্ব্বজ্ঞ তুমি কহিয়োক। লোকসব কৃষ্ণত বিমুখ হুয়া অধৰ্ম্ম কৰে, এতেকে নানা দুঃখ পাৱে। তাবাক অনুগ্ৰহৰ অৰ্থে বিষ্ণুভক্তসৱ ফুৰন্ত। এতেকে তুমি মোত হৰি-ভজিবাৰ পন্থ দেখায়োক। তেৱে ভক্তিযুক্ত চিত্তত হৰি প্ৰকাশ হুয়া জ্ঞান দিবন্ত। আৰো ভগৱন্তে পুৰুষ অৱতাৰ হুয়া যেমনে জগত সৃজন-পালন-সংহাৰ কৰন্ত, তাকো কহা। ( শ্লোক ১—৫ )

নানা অৱতাৰ ধৰি নানা ক্ৰীড়া কৰি যেমনে গো, ব্ৰাহ্মণ, দেৱতাৰ হিত কৰন্ত, তাকো কহিয়োক, যাতো তাহান চৰিত্ৰ শুনি মোৰ মন তৃপিতি নযায়। হৰিকথা বিনে ব্যাসৰ মুখত ধৰ্ম্ম-কৰ্ম্ম শুনি তৃপিতি হৈলো, যাতো তাক

আচৰিলে অল্পমাত্ৰ সুখ পাই। এতেকে মহাফল কৃষ্ণকথা তোমাৰ সন্তত শুনি কোন জন তৃপিতি হৈবেক, যাক মুক্তসবো স্তুতি কৰে, যি কথা শ্ৰদ্ধালু পুৰুষৰ কৰ্ণ-ৰন্ধ্ৰে প্ৰবেশ হয়া বিৰক্তি কৰায়া সংসাৰ গুচায়ে। এতেকে যিজনে হৰিকথা নজানি নুশুনে, সি শোচ্য মাত্ৰ। যিজনে জানিও নুশুনে, সি শোচ্যবো শোচ্য হয়, যাতো বৃথা ব্যাপাৰে আয়ু ক্ষয় হয়। এতেকে তুমি সকল শাস্ত্ৰৰে সাৰ উদ্ধাৰি হৰিকথা কহ। বিশেষত কৃষ্ণৰ কথা বাহুল্য কৰি কহিবা।

( শ্লোক ৬—১৬ )

শুকে কহন্ত: এমনে লোকৰ কুশলৰ অৰ্থে বিদুৰে প্ৰশ্ন কৰিলে মৈত্ৰেয়ে প্ৰশ্নক প্ৰশংসা কৰি বোলন্ত: হে সাধু বিদুৰ, তুমি ভাল প্ৰশ্ন কৰিলা; যাতো লোকক দয়া কৰি আপুনাৰ কীৰ্ত্তি বিস্তাৰ কৰিলা। তোমাত ইটো চিত্ৰ নহে, যাতো মণ্ডব্য ঋষিৰ শাপে যম আসি ব্যাসৰ বীৰ্য্যে হয়াছা, একান্ত ভাবে কৃষ্ণক ভজিছা, কৃষ্ণৰো তুমি পৰম প্ৰিয়। যাতো তোমাৰ জ্ঞান কহিবাক লাগি মোক আজ্ঞা কৰিছা; এতেকে তোমাত হৰিলীলা কহিবো।

( শ্লোক ১৭—২২ )

প্ৰথমে সৃষ্টিলীলা শুনা। জগতৰ আদ্যত ভগৱন্ত একলায়ে আছিলা, যাতো মায়াকাৰ্য্য সহিতে তাহান্তে লীন হয়াছিলা। পাছে ঈশ্বৰে প্ৰপঞ্চ নেদেখি আপুনাক নাইকা হেন মানিলা। এতেকে মায়া জাত হৈলা। পাছে আপুনি পুৰুষৰূপে কাল-শক্তিয়ে মায়াত গৰ্ভাধান কৰিলা। তেৱে মহত্তত্ত্ব উপজিলা। ( শ্লোক ২৩—২৮ )

মহত্তত্ত্ব হন্তে অহঙ্কাৰ হৈলা। অহঙ্কাৰবো সাত্ত্বিক, ৰাজসিক, তামসিক ভেদে তিনিবিধ ভৈলা। সাত্ত্বিকত হন্তে মন সহিতে দেৱগণ হৈল। ৰাজসিকত হন্তে ইন্দ্ৰিয়গণ হৈল। তামসিকত হন্তে শব্দ, পৰশ, ৰূপ, ৰস, গন্ধৰ দ্বাৰায়ে আকাশ, বায়ু, তেজ, জল, পৃথ্বী হৈল। ( শ্লোক ২৯—৩৬ )

ইসব দেৱগণে নানা মত নিমিত্তে ব্ৰহ্মাণ্ড কৰিতে নপাৰি অঞ্জলি কৰি হৰিক স্তুতি বোলন্ত: হে পৰমেশ্বৰ, তোমাৰ পদাৰবিন্দক বন্দো, যাত প্ৰপন্নজনৰ সকল তাপ গুচে, যাক আশ্ৰয় কৰি সন্ন্যাসীসবো সংসাৰ তাপ দূৰ কৰে। হে বিধাতা ভগৱন্ত, ই সংসাৰত জীৱসব তিনিতাপে তাপিত হয়া আপুনাত কিছু সুখ নপাৱে। এতেকে তোমাৰ চৰণ-ছায়াত শৰণ পশিলো। যাক ঋষিসবে বেদপন্থে বিচাৰ কৰে, যাত গঙ্গাও উদয় হয়াছা, সেই চৰণত আমি প্ৰপন্ন হৈলো। শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন ভক্তি কৰি যাক হৃদয়ত ধৰি জ্ঞান-

বৈৰাগ্য লভি মুক্ত হয়, যাক বেদেও নজানে, যাক স্মৰণ মাত্রে মুক্ত হয়, পুৰুষৰ সকল পাপ গুচে, হেন তোমাৰ চৰণত শৰণ পশিলো। হৃদয়ত থাকিলিও কেৱল বিষয়ীসবে যাক নজানে, সেই তোমাৰ চৰণক প্ৰণামো। হে ভগৱন্ত, বহিৰ্মুখসৱৰ তোমাক জানন থাকোক, তোমাক পাইবাৰ পথ ভক্তসবক নজানে। যাৰা তোমাৰ কথামৃত কৰ্ণদ্বাৰে পান কৰে, তাৰা অনায়াসে বৈকুণ্ঠ-লোক পাৱে। জ্ঞানীগণে যদি যোগবলে তোমাক পাৱে, তথাপি তাহাত অনেক শ্রম আছে। ভক্তি-পথত অনায়াসে পাৱে। এহি স্তুতি কৰি আপুনাৰ কাৰ্য্য কহে, হে আত্ম, ব্ৰহ্মাণ্ড কৰিবে লাগি আমাক স্ৰজিলা। আমি পুনু তাক কৰিতে নপাৰি, যাতো সবাৰে একমতি নাই। এতেকে তোমাৰ আজ্ঞায়ে মনে কৰি আমিও যেমনে অন্ন খাইব, তেমনে তোমাক আমাক লোকে পূজা কৰিবেক, তেমনে শক্তি দিয়া, যাতো তুমিসে আমাৰ পিতৃ। (শ্লোক ৩৭—৫১)

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে পঞ্চমোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : পঞ্চমে বিদুৰ-প্ৰশ্নে কথিতং তত্ত্ব-সংস্তুতো।
বৃথা কথাশ্রমং হিত্বা শ্রৱণং কীৰ্ত্তনং হৰেঃ॥

———

# ষষ্ঠ অধ্যায়

## বিৰাটৰ সৃষ্টি আধিদৈৱাদি

ষষ্ঠ অধ্যায়ে বিৰাটৰ সৃষ্টি কহি আধিদৈৱাদি প্ৰপঞ্চিবা।

মৈত্ৰেয়ে কহন্ত: এমনে তত্ত্বৰ স্তুতি-বাক্য শুনি ভগৱন্তে প্ৰকৃতি সহিতে তেইশ তত্ত্বত একেবাৰে প্ৰবেশ হৈলা। ভগৱন্তৰ প্ৰবেশে তাৰায়ো একত্ৰ হৈয়া আপুনাৰ অংশে বিৰাট স্ৰজিলে। বিৰাটো সহস্ৰ বৎসৰ জলতে আছিলা। পাছে নাৰায়ণৰ অধিষ্ঠানে চৈতন্য, মন, প্ৰাণ হৈলা। পাছে ঈশ্বৰ ইছায়ে গোলোক ইন্দ্ৰিয়-দেৱতা বিষয় হৈল যাৰ শিৰত স্বৰ্গ আছে, চৰণত পৃথিৱী, নাভিত আকাশ। (শ্লোক ১—২৮)

তান মুখত বেদ সমে ব্ৰাহ্মণ ভৈল; বাহুত প্ৰজা পালন সমে ক্ষত্ৰিয় হৈলা। উৰুত কৃষি-বাণিজ সমে বৈশ্য হৈলা, চৰণ শুশ্ৰূষা সমে শূদ্ৰ হৈলা। জানা বিদুৰ, ই চাৰিও জাতিৰ ভগৱন্ত গুৰু, পিতৃ, ঈশ্বৰ। এতেকে তাহাঙ্ক সদায়ে ভজোক। ভগৱন্তৰ লীলা সাৰশেষে কহিতে নপাৰি। তথাপি আপুনাৰ বৃথা কথায়ে, অশুদ্ধ বাক্য শুদ্ধ কৰিবাক লাগি গুৰুমুখে শুনি মতি অনুসাৰে কহিবো, যাতো হৰিৰ গুণ-কথন, শ্ৰৱণেসে বাক্য-কৰ্ণৰ একান্ত লাভ। ব্ৰহ্মায়ো সহস্ৰ বৎসৰেও হৰিগুণৰ অন্ত নপায়। এতেকে পুৰুষে আপুনাৰ মতি অনুসাৰে যিমান পাৰে তাকে সদায়ে শ্ৰৱণ-কীৰ্ত্তন কৰোক।

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে ষষ্ঠোঽধ্যায়ঃ।

আক জানি সবলোক হৰি বোল হৰি।

শ্লোক: বাক্কৰ্ণয়োঃ পৰো লাভঃ শ্ৰৱণং কীৰ্ত্তনং হৰেঃ।
আত্মমত্যনুসাৰেণ ইতি ষষ্ঠে নিৰূপিতম্॥

———

# সপ্তম অধ্যায়

## বিদুৰৰ সংশয়-ছেদী নানা প্ৰশ্ন

সপ্তম অধ্যায়ে বিদুৰৰ সংশয়-ছেদী নানা প্ৰশ্ন কহিবা।

বিদুৰে পুছন্ত : হে মৈত্ৰেয়, নিৰ্গুণ ভগৱন্তৰ গুণময় সৃষ্টি আদি লীলা কেমনে হয়? তুমি কহিছা, জীৱৰ অৰ্থে কৰন্ত। সিও নঘটে। দেশ-কালাদিয়ে অলুপ্তবোধ ব্ৰহ্মৰূপ জীৱৰ কেনে অবিদ্যাময় সংসাৰ হয়? মোৰ এহি মনৰ সংশয় দূৰ কৰা। মৈত্ৰেয়ে কহন্ত : জানা বিদুৰ, এইতো হৰিৰ মায়া। যি বিচাৰ নহে, যাত হন্তে মিছা সংসাৰ জীৱত লক্ষি, যেন স্বপ্নত আপুনাৰ শিৰশ্ছেদ আপুনি দেখি। বোলা যদি ঈশ্বৰত কেনে নেদেখি, আত দৃষ্টান্ত শুনা : যেন চন্দ্ৰৰ প্ৰতিবিম্বতেসে কম্পাদি গুণ দেখি, বিম্বত নেদেখি। তেমনে জীৱৰেসে সংসাৰ, ঈশ্বৰত নাই। এতেকে ঈশ্বৰত ভক্তি কৰিলে আপুনি সংসাৰ গুচে। বুলিবা—কেতিয়া গুচিবে? তাত শুনা : যেখন সকল ইন্দ্ৰিয়ৰ বৃত্তি ঈশ্বৰত লাগে; তেখনে সকল ক্লেশ গুচে। হৰি-গুণ শ্ৰৱণ-কীৰ্ত্তন মাত্ৰে সকল ক্লেশ গুচাৱে; তাহান চৰণত সপ্ৰেম ৰতিয়ে গুচাইবেক, তেবে কি বুলিবো? (শ্লোক ১—১৪)

বিদুৰে বোলন্ত : হে মৈত্ৰেয়, তোমাৰ বাক্য-খড়্গে মোৰ সংশয় ছিঙ্গিল, যাতো জানিলো, স্বতন্ত্ৰ ঈশ্বৰক ভজিলেসে পৰতন্ত্ৰ জীৱৰ সংসাৰ গুচে। জ্ঞানী, অজ্ঞানী দুইৰো সংশয় নাই। মধ্যস্থ পদে আগে মোত আছিল। আৱে তোমাৰ প্ৰসাদে গুচিল। কেৱল আভাস মাত্ৰ আছে। তাকো তোমাৰ

চৰণ-সেৱায়ে গুচাইবো, যাত্তো হৰিক সেৱা কৰি হৰি-কথা শুনিলেসে হৰিৰ চৰণত প্ৰেম ৰতি হয়, তাৰ সংসাৰ গুচে। যে সাধুসবে সততে কৃষ্ণক সেৱে, তাৰাৰ সেৱা অল্প-পুণ্যৰ পৰম-দুৰ্লভ। তাক মঞি পায়া কৃতাৰ্থ হৈলো। এতেকে কৃষ্ণ-কথা শুনিতে চাওঁ। হৰিৰ ব্ৰহ্মাদি বিভূতি কহ, যাৰ পুত্ৰ-পৌত্ৰে প্ৰজাসৱ হয়াছে। মনু, মনু-বংশ, তাৰাৰো চৰিত্ৰ কহ। ভূলোক, জ্যোতিশ্চক্ৰৰ কথা কহ, দেৱ-দৈত্য-মনুষ্য-পশু-পক্ষী-বৃক্ষৰ সৃষ্টি কহ, জগতৰো সৃষ্টি-স্থিতি-সংহাৰ কহ, বৰ্ণাশ্ৰম ধৰ্ম্ম, বেদ-বিভাগ, যাগ-যোগ, সাংখ্য, পাষণ্ড-পন্থ, জীৱৰ গতি চাৰি পুৰুষাৰ্থ সাধন সহিতে কহ। আৰ যেমনে হৰি তুষ্ট হয় তাকো কহ। ( শ্লোক ১৫—৩৫ )

আৰো প্ৰশ্ন কৰি বোলন্ত : নোপোছা কথাকো অনুগত শিষ্যত গুৰুসৱে কহন্ত। গুৰু বিনে জ্ঞান, বৈৰাগ্য, ভক্তি একো নোহয়। মঞি অবিদ্যায়ে অন্ধ হয়া হৰিৰ লীলা জানিতে এতেক প্ৰশ্ন কৰিলো। তুমি কৃপায়ে কহিয়োক, যাতো হৰি-ভক্তি উপদেশে জীৱক অভয় দিবাৰ সকল বেদ-যজ্ঞ-তপ-দানে লেশমাত্ৰো নহে। শুকে কহন্ত : এমনে কুৰু-প্ৰধান বিদুৰে প্ৰশ্ন কৰিলে মুনি-প্ৰধান মৈত্ৰেয়ে হৰিষ বদনে কহিবাক লাগিলা।

( শ্লোক ৩৬ – ৪২ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে সপ্তমোঽধ্যায়ঃ।
আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : সংসেৱা কৃষ্ণযশসঃ শ্ৰৱণং তদ্ৰতিগতিঃ।
যথাক্ৰমেণ ভৱন্তীত্যেতাবৎ সপ্তমে স্থিতম্॥

— - —

# অষ্টম অধ্যায়

## অনন্ত সম্প্ৰদায়ে ব্ৰহ্মাৰ তপ

অষ্টম অধ্যায়ে অনন্ত সম্প্ৰদায়ে ব্ৰহ্মাৰ তপ কহিবা।

মৈত্ৰেয়ে বোলন্ত: হে বিদুৰ, কুৰু-বংশ সন্তৰো সেৱ্য হৈলা, যাতো মহাভাগৱত যম তুমি জাত হুয়াছা, যাতো হৰি-কথাক ক্ষণে ক্ষণে নৱ কৰা। ময়ো লোকৰ সংসাৰ-দুঃখ গুচাইবাক লাগি অনন্ত সম্প্ৰদায়ে ভাগৱত কহি তোমাৰ প্ৰশ্নৰ উত্তৰ দিবো। পূৰ্ব্বত সনতকুমাৰ আদি চাৰি মুনি ভাগৱত শুনিবাক ইছায়ে সত্যলোকত গঙ্গাত ডুব দিয়া পাতালক গৈলা। সিঠাই ভগৱন্ত অনন্তৰ পাদপীঠ পদ্মক জটাৰ অগ্ৰে ছুয়া বাসুদেৱক জানিবাক লাগি স্তুতি-নতি কৰি পুছিলা। অনন্তো কৃপাদৃষ্টি চায়া তাৰাত ভাগৱত কহিলা। পাছে সনতকুমাৰে সাংখ্যায়নত কহিলা। সাংখ্যায়নো পৰাশৰত কহিলা। পৰাশৰো মোত কহিলা। ময়ো সেই ভাগৱত তোমাত কহিবো, যাতো শ্ৰদ্ধায় অনুগত হুয়াছা। (শ্লোক ১—৯)

প্ৰথমে ব্ৰহ্মাৰ জন্ম কহো। যেখন প্ৰলয়-জলত সকল জগত মগ্ন হৈল, তেখনে কাল-শক্তিয়ে সবাকে উদৰত কৰি শ্ৰীনাৰায়ণ জলৰ উপৰত অনন্ত শয্যাত নিদ্ৰা কৰিলা। পাছে চাৰি হাজাৰ যুগ অনন্তৰে আপুনাতে সব লোক লীন হয়াছে দেখিলা। পাছে তাহান ইছায়ে ৰজোগুণে নাভি হন্তে পদ্মগোট হৈল। সেই পদ্মত আপুনি ব্ৰহ্মা হৈল। ব্ৰহ্মায়ো পদ্মৰ কৰ্ণিকাত থাকি লোক নেদেখি চাৰিও দিশ চাহিলা, তেখনে তাহাৰ চাৰি মুখ হৈল।

পাছে পদ্মক, আপুনাক, লোককো নজানি মনত গুণন্ত : মঞি কোন ? ই পদ্ম কোথাইৰ পৰা হৈল ? আৰ আশ্ৰয় একটা আছে। ( শ্লোক ১০—১৮ )

এই মনে গুণি পদ্মৰ নালে জলতে পশিলা। একশত বৎসৰ বিচাৰিও কিছোকো নেদেখি পাছে উলটি আসি পদ্মত বসি প্ৰাণ-মন নিয়মি একশত বৎসৰ সমাধি কৰিলা। পাছে যোগবলে জ্ঞান পায়া আপুনাৰ হৃদয়ত মৃণাল-গৌৰ, সহস্ৰ-ফণ অনন্ত শয্যাত হৰিক দেখিলা। আগে মৰকত পৰ্ব্বত হেন, চন্দন বৃক্ষ হেন দেখি, পাছে শ্যাম সুন্দৰ, পীতবসন, চতুৰ্ভুজ, সুবৰ্ণ অলঙ্কাৰে মণ্ডিত, শ্ৰীবৎস-কৌস্তুভ-বনমালাযুক্ত, হাস্য-বদন, নিৰুপম মূৰ্ত্তি দেখি হৰি বুলি জানিলা। তেখনে নাভি-পদ্ম, জল-বায়ু-আকাশ, আপুনাকো জানিলা। সৃষ্টিক ইছায়ে স্তুতি কৰিবাক লাগিলা। ( শ্লোক ১৯—৩৩ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে অষ্টমোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : কৃপযা ব্ৰহ্মণে যেন দৰ্শিতং ৰূপমুত্তমং।
তং প্ৰপদ্যেঽখিলাধাৰং নাৰায়ণমনাময়ম ॥

---

## নৱম অধ্যায়

### ব্ৰহ্মাৰ স্তুতি

নৱম অধ্যায়ে ব্ৰহ্মাৰ স্তুতি কহিবা।

ব্ৰহ্মা স্তুতি বোলন্ত : হে ভগৱন্ত, তোমাক মঞি বহুকাল উপাসা কৰি আজি জানি কৃতাৰ্থ হৈলো। লোকৰ এই দোষ—তোমাক নজানে, যাতো তোমাত বিনে আন সত্য বস্তু নাই। তুমি আমাক কৃপায়ে অৱতৰি নিজৰূপ দেখাইলা, যাৰ নাভি-পদ্মত মঞি জাত হয়াছো। ব্ৰহ্ম-ৰূপকো আত কৰি

ভিন্ন নেদেখো। এতেকে ইহাকে উপাসা কৰো। হে ভুৱনমঙ্গল, যি কুতৰ্কী ই ৰূপক অনাদৰ কৰে সি নৰকভাগী হয়; যি আদৰে শ্ৰৱণ-কীৰ্ত্তন কৰি ভজে, তাৰ হৃদয়ৰ পৰা তুমি নুগুচা। তেৱেঁসে পুৰুষৰ শোক মোহ-দুঃখ-ভয় নুগুচে, যাৱে তোমাৰ অভয় চৰণ নভজে। ( শ্লোক ১—৬ )

যি তোমাৰ কথাত বিমুখ হয়া বিষয়-সুখৰ অৰ্থে নানা কৰ্ম্ম কৰে, সি দৈৱে হতবুদ্ধি হয়া নানা দুঃখ পায়া সংসাৰত ফুৰে। তাক দেখি মোৰ মনত মহা দুঃখ মিলে। ভক্তৰ হৃদয়-পথত সততে থাকা, যাতো তাৰা তোমাৰ কথা শুনি তোমাৰ পন্থ দেখিছে। আৰো যি যি ৰূপক মনে দেখিব খোজে, তাকো কৃপায়ে প্ৰকট কৰা। নিষ্কামে সৰ্ব্বভূত-দয়াত যেমনে তুমি তুষ্ট হুৱা, সকামে দেৱগণে অনেক দ্ৰব্যে পূজা কৰিলেও তেমনে তুষ্ট নহুৱা। এতেকে পুৰুষৰ সকল ধৰ্ম্মৰ ফল তোমাৰ ভক্তিয়ে। যাৰ নামক মৰণ সময়ত অনিছায়ে লৈয়া অনেক জন্মৰ পাপ এড়াই পৰম গতি পাৱে, সেই তোমাত শৰণ পশিলো। যি ভগৱন্ত সকল লোকক উদৰত কৰি প্ৰলয় জলত অনন্ত শয্যাত নিদ্ৰা কৰিছা, যাৰ নাভি-পদ্মত মঞি উপজিলো, তাহান চৰণত মঞি প্ৰণাম কৰো। ইদানীক নিদ্ৰাৰ উঠি মোক কৃপাদৃষ্টি চায়া মধুৰ বচনে খেদ দূৰ কৰন্তোক। ( শ্লোক ৭—২৫

মৈত্ৰেয়ে কহন্ত: ব্ৰহ্মা এহি স্তুতি কৰি মৌন হৈলা। পাছে তা অভিপ্ৰায় বুজি ব্ৰহ্মাক বোলন্ত: হে ব্ৰহ্মা, আউৰ খেদ নকৰিবা। সৃষ্টিৰ উদ্যম কৰা, যাতো তোমাৰ কাৰ্য্য মঞি আগে কৰিছো। তাক পুনু ত কৰিলেসে দেখিবা। তোমাত মঞি তুষ্ট হৈলো, যাতো গুণময় মোক নিগু কৰি স্তুতি কৰিলা। যিজনে এহি স্তুতি পঢ়ি মোক ভজে, তাৰো তুষ্ট হয় বাঞ্ছিত পূৰো। মঞি সবাৰে আত্মা। মোৰ নিমিত্তেসে দেহাসি প্ৰি হয়াছে। এতেকে পুৰুষে মোত সদায় ভক্তি কৰোক। তুমিও মোত ভা কৰি পূৰ্ব্বৱতে প্ৰজা স্ৰজা। মৈত্ৰেয়ে কহন্ত: ভগৱন্তে ব্ৰহ্মাক এহি বা বুলি অন্তৰ্দ্ধান হৈলা। ( শ্লোক ২৬—৪৩ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে নৱমোঽধ্যায়ঃ।

আক জানি সবলোক হৰি বোল হৰি।

শ্লোক: শৃণ্বন্ গৃণন্ যশো যস্ত জনো যাতি পৰং পদং।
পাপতাপাদ্বিনিৰ্মুক্তস্তমহং শৰণং ব্ৰজে॥

# দশম অধ্যায়

## কালৰ দশবিধ সৃষ্টি

দশম অধ্যায়ে কালৰ দশবিধ সৃষ্টি কহিবা।

বিদুৰে পুছন্ত : হে মৈত্রেয়, ভগৱন্ত অন্তৰ্দ্ধান হৈলে, ব্রহ্মা কেমনে কেইবিধ প্রজা স্রজিলা তাক কহ। মৈত্রেয়ে কহন্ত : পাছে ব্রহ্মা ভগৱন্তৰ বাক্যে তাঁহান্ত মন দিয়া দেৱৰ বৎসৰে একশত বৎসৰ তপ কৰিলা। পাছে তপোবলে প্রলয় জল বায়ুক পান কৰিলা, পদ্মকো তিনি লোক ৰূপে বিভাগ কৰিলা, যাত জীৱসব ব্রহ্মাৰ দিন, ৰাত্রিত ওপজে, মৰে। ( শ্লোক ১—৯ )

বিদুৰে পুছন্ত : হে মৈত্রেয়, কালৰ স্বৰূপ কহ। মৈত্রেয়ে কহন্ত : কাৰ্য্যৰ দ্বাৰাসে কাৰণ জানি, যাতো আদি অন্ত নাই, যাক নিমিত্ত কৰি ঈশ্বৰে জগত স্রজন্ত। তাহান নিত্য-নৈমিত্তিক প্রকৃতিক ভেদে তিনিবিধ প্রলয় দশ-বিধ সৃষ্টি। তাক সাৱধান মনে শুনা, যাতো হৰিৰ লীলা। প্রথমে মহত্তত্ত্বৰ সৃষ্টি। দ্বিতীয়ে অহঙ্কাৰ সৃষ্টি। তৃতীয়ে মহাপঞ্চভূতৰ সৃষ্টি। চতুৰ্থে ইন্দ্রিয়ৰ সৃষ্টি। পঞ্চমে দেৱতাৰ সৃষ্টি। ষষ্ঠে অৱিদ্যাৰ পঞ্চপৰ্ব্বাৰ সৃষ্টি। ই ছয়বিধক প্রাকৃত বুলি। সপ্তমে ছয়বিধ বৃক্ষৰ সৃষ্টি। অষ্টমে আঠাইশ বিধ পশু-পক্ষীৰ সৃষ্টি। নৱমে একবিধ মনুষ্যৰ সৃষ্টি। দশমে আঠবিধ দেৱৰ সৃষ্টি। ই চাৰিবিধ বৈকৃত বুলি। সনকাদিৰ সৃষ্টিক প্রাকৃত, বৈকৃত দুয়ো বুলি। ( শ্লোক ১০—৩০ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে দশমোঽধ্যায়ঃ।
আক জানি সবলোক হৰি বোল হৰি।

শ্লোক : যৎকালশক্ত্যা ভূতানাং সৃষ্টিভেদঃ প্ৰৱৰ্ত্ততে।
লয়ভেদশ্চ তমহং শৰণং যামি মাধৱম্॥

---

# একাদশ অধ্যায়

## কালৰ গতি

একাদশ অধ্যায়ে কালৰ গতি কহিবা।

মৈত্ৰেয়ে কহন্ত ঃ যাক ভাগ কৰিতে নপাৰি, সেই কালক পৰমাণু বুলি। দুই পৰমাণুয়ে এক অণু বুলি। তিনি অণুয়ে এক ত্ৰ্যসৰেণু হয়, যাক ৰুদ্ৰাক্ষ-জালত আসিতে দেখি। তাৰ তিনি ভাগ এক ত্ৰুটি হয়। এমনে চাৰি যায়া পক্ষ, মাস, বৎসৰ হয়। (শ্লোক ১—১২)

আমাৰ বৎসৰে দেৱৰ দিন-ৰাত্ৰি হয়। আমাৰ তিনি শ ষাঠি বৎসৰে দেৱৰ এক বৎসৰ হয়। তেনয় বৎসৰৰ বাৰ হাজাৰ বৎসৰে চাৰি যুগ হয়। তাতে সত্য যুগ চাৰি হাজাৰ আঠ শ, ত্ৰেতা যুগ তিনি হাজাৰ ছয় শ, দ্বাপৰ যুগ দুই হাজাৰ চাৰি শ, কলি যুগ এক হাজাৰ দুই শ। এমনে চাৰি হাজাৰ যুগে ব্ৰহ্মাৰ এক দিন, ৰাত্ৰিও সেই মান। ব্ৰহ্মাৰ দিনত তিনি লোক প্ৰৱৰ্ত্তে; তাতে চৈধ্য ইন্দ্ৰ, চৈধ্য মনু হয়। একো মনু কিছু অধিক একাসত্তৰি যুগ ভোগ কৰে। পাছে ব্ৰহ্মাৰ ৰাত্ৰি হৈলে অনন্তৰ মুখাগ্নি তিনি লোক দাহ কৰে, সাত সাগৰ এক ঠাই হৈয়া তিনি লোক ডুবাৱে; ব্ৰহ্মাও নাৰায়ণৰ

জগত অনন্ত শয্যাত নিদ্ৰা কৰন্ত; জনলোকবাসী জনে স্তুতি কৰে। পাছে দিন হৈলে ব্ৰহ্মা নিদ্ৰাৰ উঠি পুনু তিনি লোক স্ৰজন্ত। (শ্লোক ১৩—৩২)

এমনে দিন ৰাত্ৰিয়ে পক্ষ-মাস ক্ৰমে শত বৎসৰ ব্ৰহ্মাৰ পৰমায়ু। তাৰ অৰ্দ্ধেক গৈল, অৰ্দ্ধেক মাত্ৰ আছে। ব্ৰহ্মাৰ প্ৰথম দিনক ব্ৰহ্মকল্প বুলি, যাত ব্ৰহ্মা শব্দময় হয়াছা। পঞ্চাশ বৎসৰৰ অন্ত দিনক পাদ্মকল্প বুলি, যাত হৰিৰ নাভিত লোক-পদ্ম হয়াছা। তাৰ আউৰ দিনক বৰাহকল্প বুলি, যাত হৰি বৰাহ অৱতাৰ হয়াছা। ব্ৰহ্মাৰ শত বৎসৰক পৰম মহন্ত কাল বুলি। তাকো পৰমেশ্বৰৰ এক নিমেষ কৰি উপচাৰ কৰি, স্বৰূপ জানিতে নপাৰি, যাতো ভগৱন্তক কালে নিয়মিবে নপাৰে। ব্ৰহ্মাণ্ড ভিতৰত পঞ্চাশ কোটি, বাহিৰত দশ গুণে অধিক সপ্তাৱৰণ। হেনয় ব্ৰহ্মাণ্ড কোটি কোটি যাত পৰমাণু প্ৰায় দেখি, তাঙ্কে পুৰুষোত্তম বুলি। তাহান চৰণ ভজিলে কালো কিছো কৰিতে নপাৰে। (শ্লোক ৩৩—৪২)

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে একাদশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : গ্ৰসন্ সৰ্ব্বং মহাকালো যং ন কলয়িতুং ক্ষমঃ।
আশ্ৰয়ে তমহং বন্দে অনন্তমজমচ্যুতম্ ॥

---

# দ্বাদশ অধ্যায়

## ব্ৰহ্মাৰ সৃষ্টি

দ্বাদশ অধ্যায়ে ব্ৰহ্মাৰ সৃষ্টি কহিবা।

মৈত্ৰেয়ে কহন্ত: জানা বিদুৰ, তোমাত কালৰ কথা কহিলো। আৰে ব্ৰহ্মাৰ সৃষ্টি শুনা। প্ৰথমে ব্ৰহ্মা অবিদ্যাৰ পঞ্চপৰ্ব্বা স্ৰজিলা, তম, মোহ, মহামোহ, তামিস্ৰ, অন্ধতামিস্ৰ। তাক পাপ দেখি আপুনাক ভাল নমানি

হৰিক চিন্তিলা। পাছে সনকাদি চাৰি সিদ্ধ স্রজি তাবাক সৃষ্টি কৰিবে বুলিলা। তাৰা নিবৃত্তিৰত ঊৰ্দ্ধৰেতা, বাসুদেৱপৰ হয়া সৃষ্টিক ইচ্ছা নকৰিলা। বাক্য নকৰিবাৰ দেখি ব্ৰহ্মাৰ ক্ৰোধ হৈল। তাক ৰাখিতেও ভ্ৰূ-মধ্যৰ পৰা ৰুদ্ৰ উপজিলা। তাক স্থান, নাম, ভাৰ্য্যা দিয়া সৃষ্টিক আদেশিলা।

( শ্লোক ১—১৫ )

ৰুদ্ৰৰ সৃজ্য উগ্ৰপ্ৰজা দেখি তপ কৰিবাক বুলিলা। পাছে ব্ৰহ্মাৰ শৰীৰৰ পৰা মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্ৰতু, দক্ষ, ভৃগু, বশিষ্ঠ, নাৰদ জাত হৈলা। আৰো ধৰ্ম্ম, অধৰ্ম্ম, কাম, ক্ৰোধ, লোভ, কৰ্দ্দমকো স্রজিলা। পাছে ব্ৰহ্মাৰ সৰস্বতী নাম দুহিতা হৈলা। তান ৰূপ দেখি কামে মোহ হয়া ইছা কৰিলা। মৰীচি আদি পুত্ৰসবে বাধা কৰিলা। তথাপি নৰহিলা। তাৰা হৰিত গোচৰ কৰিলা। তাক দেখি ব্ৰহ্মা লজ্জিত হয়া সি দেহ এৰিলা। সেই কুহুৰি হৈল ; তাক দশোদিশে ধৰিলেক।

( শ্লোক ১৬—৩৩ )

পাছে চাৰি মুখে চাৰি বেদ, ধৰ্ম্মৰো চাৰি পাদ স্রজিলা। আৰো নানা কৰ্ম্ম-ধৰ্ম্ম-শাস্ত্ৰ স্রজিলা। তথাপি সৃষ্টিৰ বুদ্ধি নেদেখি আপুনাৰ দেহক দুই ভাগ কৰিলা। এক ভাগে স্বায়ম্ভুৱ মনু হৈলা। আউৰ ভাগে তান পত্নী শতৰূপা হৈলা। তাহাস্তে মনু পাঞ্চ অপত্য উপজাইলা, দুই পুত্ৰ—প্ৰিয়ব্ৰত, উত্তানপাদ ; তিনি জী—আকূতি, দেৱহূতি, প্ৰসূতি। আকূতি কন্যাক ৰুচি প্ৰজাপতিক দিলা ; দেৱহূতিক কৰ্দ্দমক দিলা, প্ৰসূতিক দক্ষক দিলা ; যাৰ বংশে জগত ব্যাপিলা। ( শ্লোক ৩৪—৫৬ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে দ্বাদশোঽধ্যায়ঃ।

আক জানি সবলোক হৰি বোল হৰি।

শ্লোক : যদ্ধ্যানাজ্জগতাং ধাতা সসৰ্জাভিমতাঃ প্ৰজাঃ।
তং প্ৰপন্নোঽখিলাবাসমাকাশৱদনাশ্ৰয়ম্ ॥

---

## ত্ৰয়োদশ অধ্যায়

### ববাহৰ জন্ম-কৰ্ম্ম

ত্ৰয়োদশ অধ্যায়ে ববাহৰ জন্ম-কৰ্ম্ম কহিবা।

বিদুৰে পুছন্ত: হে মৈত্ৰেয়, স্বায়ম্ভুৱ মনু আদি ৰাজা বিষ্ণুক আশ্ৰয় কৰিছা। এতেকে তাহান চৰিত্ৰ কহিয়োক, যাতো মুকুন্দৰ পাদ-পদ্ম—যাৰাৰ হৃদয়ত থাকে, তাৰাৰ কথা শ্ৰৱণেসে পুৰুষৰ মহাফল বুলি মহন্তসৱে কহে। মৈত্ৰেয়ে কহন্ত: যেখনে স্বায়ম্ভুৱ মনু ভাৰ্য্যা সমে জাত হৈল, তেখনে ব্ৰহ্মাক প্ৰণাম কৰি বোলন্ত—হে বিধাতা, তুমি সবাৰে কাৰণ। তথাপি তোমাৰ শুশ্ৰূষা আমাৰ যেমনে হয়, তাক কহিয়োক। (শ্লোক ১—৮)

ব্ৰহ্মা বোলন্ত: হে বাপু, তোৰ কুশল হোক। মঞি তোত তুষ্ট হৈলো, যাতো অকপটে মোৰ আজ্ঞা কৰিতে চাস। পিতৃত পুত্ৰৰ এহিমানে উপকাৰ, আদৰে বচন কৰিবেক। এতেকে তঞি ই ভাৰ্য্যাত পুত্ৰ উৎপন্ন কৰাই ধৰ্ম্মে পৃথিবী পালন কৰি হৰিক ভজ। মোৰ ই পৰম শুশ্ৰূষা। আতে হৰিও তুষ্ট হইবা। যাৰ হৰিও তুষ্ট নহইলা, তাৰ সকলে কৰ্ম্ম ব্যৰ্থ, যাতো সি আপুনাক আপুনি আদৰ নকৰিলে। (শ্লোক ৯—১৩)

মনু বোলন্ত: হে পিতৃ, তোমাৰ আজ্ঞা মঞি সৰ্ব্বথা কৰিম। কিন্তু আমাক স্থান দিয়োক। সকল লোকৰ নিবাস যি পৃথিৱী, তেঞ জলতে মগ্ন হৈলা। এতেকে তাহাঙ্ক উদ্ধাৰিতে যত্ন কৰা। মৈত্ৰেয়ে কহন্ত: পাছে ব্ৰহ্মা জলৰ মধ্যত পৃথিৱীক দেখি মনত গুণন্ত, মঞি প্ৰলয়-জলক পান কৰি

পৃথিবী দেখাইলো। নানাবিধ প্ৰজা স্ৰজন্তে পুনু পৃথিৱী জলতে মগ্ন হয়া ৰসাতলে গৈলা। আৱে কি উপায় কৰো? যাৰ হৃদয় হন্তে মঞি জাত হৈলো, সেই ঈশ্বৰে পৃথিৱী উদ্ধাৰন্তোক। এহি গুণতে ব্ৰহ্মাৰ নাসিকাৰ হন্তে অঙ্গুষ্ঠ প্ৰমাণ বৰাহ জাত হৈলা; তেখনে ব্ৰহ্মাৰ আগতে হস্তীসম হৈলা। তাক দেখি ব্ৰহ্মা পুত্ৰগণ সমে বিস্ময় হৈয়া বোলন্ত: অহো কি অদ্ভুত! এখনে নাসিকাৰ পৰা অঙ্গুষ্ঠ মাত্ৰে বৰাহ হয়া পৰ্ব্বত সমান হৈলা। এতেকে জানিলো ই বিষ্ণু-অৱতাৰ। এই বিচাৰ কৰিতে বৰাহ-ৰূপ ভগৱন্তে গৰ্জ্জন কৰি পুত্ৰ সমে ব্ৰহ্মাক হৰিষ কৰাইলা। তাৰায়ো জয় বৰাহ বুলি স্তুতি কৰিলা। তাৰাৰ স্তুতিবাক্য শুনি ভগৱন্তে পুনু গৰ্জ্জন কৰি জলত প্ৰবেশিলা, জলক অতিক্ৰম কৰি পৃথিৱীক দন্তৰ অগ্ৰে ধৰি উদ্ধাৰিলা। তেখনে আদি দৈত্য হিৰণ্যাক্ষক লাগ পায়া বধিলা। ( শ্লোক ১৪—৩২ )

তাক দেখি মুনিগণে অঞ্জলি কৰি স্তুতি বোলন্ত: হে যজ্ঞমূৰ্ত্তি ভগৱন্ত, তোমাক নমস্কাৰ কৰো। যাৰ লোমকূপত সাগৰ লুকাইল, সেই কাৰণ-শূকৰ, তোমাক নমো। তুমি মন্ত্ৰ-তন্ত্ৰ-দ্ৰব্য-দেৱতা যজ্ঞ-ৰূপ, জ্ঞানদাতা গুৰু। হেনয় তোমাক প্ৰণাম কৰো। তোমাৰ দন্তৰ অগ্ৰত পৃথিৱী প্ৰকাশ কৰা, পৃথিৱী সমেও তোমাৰ ৰূপ প্ৰকাশ কৰে। তুমি জগতৰ পিতৃ, পৃথিৱী মাতৃ। এতেকে ইহাঙ্ক থাপন কৰি আমাৰ কুশল কৰা। মৈত্ৰেয়ে কহন্ত: ঋষিগণে এহি স্তুতি কৰিলে ভগৱন্ত জলৰ উপৰত পৃথিৱীক থাপন কৰি বৈকুণ্ঠক গৈলা। এহি কথা যি শ্ৰৱণ-কীৰ্ত্তন কৰে, তাৰ হৰি প্ৰসন্ন হৈবন্ত। হৰি প্ৰসন্ন হৈলে পুৰুষৰ কি অপ্ৰাপ্য আছে? তথাপি তুচ্ছ বিষয়ত কি কাৰ্য্য; যাতো নিষ্কাম ভক্তিয়ে ভগৱন্তক ভজিলে আপুনি পৰম গতি দেন্ত। এতেকে কৰ্ণদ্বাৰে হৰিকথামৃত পান কৰি পশুত বিনে কোনে তৃপিতি নহৈবেক?

( শ্লোক ৩৩—৫০ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে ত্ৰয়োদশোঽধ্যায়ঃ।
আক জানি সবলোক হৰি বোল হৰি।

শ্লোক: ত্ৰয়োদশে বৰাহস্যাৱতাৰকথয়া স্থিতং।
শ্ৰৱণং কীৰ্ত্তনং তস্য কীৰ্ত্তেস্তত্তোষকাৰণম্॥

---

# চতুৰ্দ্দশ অধ্যায়

## কশ্যপত হন্তে দিতিৰ গৰ্ভ-সম্ভৱ

চতুৰ্দ্দশ অধ্যায়ে সন্ধ্যাবেলা কশ্যপত হন্তে দিতিৰ গৰ্ভ-সম্ভৱ কহিবা।

বিদুৰে পুছন্ত : হে মৈত্ৰেয়, পৃথিৱী উদ্ধাৰিতে যজ্ঞ-বৰাহৰ হিৰণ্যাক্ষ সমে কি নিমিত্তে যুদ্ধ হৈল, তাক কহ। মৈত্ৰেয়ে বোলন্ত : হে বিদুৰ, তুমি ভাল প্ৰশ্ন কৰিলা, যাতো মৃত্যুপাশ-ছেদনী হৰিকথা পুছিলা, যি কথায়ে উত্তানপাদৰ পুত্ৰে মৃত্যুৰ মাথাত ভৰি দিয়া সেই শৰীৰে বিষ্ণুলোক পাইলা।

(শ্লোক ১—৬)

আত ব্ৰহ্মা কথিত পুৰাতন কথা কহো। প্ৰথমে তাৰ প্ৰসঙ্গ শুনা। দক্ষৰ নন্দিনী দিতি পুত্ৰক ইছায়ে কশ্যপ পতিক হোমৰ গৃহতে প্ৰাৰ্থন্ত : হে স্বামী, তোমাৰ নিমিত্তে কামে মোক পীড়া কৰে। এতেকে মোত অনুগ্ৰহ কৰি গৰ্ভাধান কৰা। কশ্যপে বোলন্ত : হে দিতি, তোমাৰ প্ৰিয় মই অৱশ্যে কৰিম, যাতো তুমি মোৰ অৰ্দ্ধশৰীৰ। যাত হন্তে ধৰ্ম্ম, অৰ্থ, কাম সিঝে, হেনয় তোমাৰ ইছা কোনে নুপূৰিবে? কিন্তু, সন্ধ্যা মুহূৰ্ত্ত অপেক্ষা কৰা, যাত শ্ৰী-ৰুদ্ৰ ভূতগণ সমে ফুৰন্ত, তিনি চক্ষুৱে সবাকে দেখন্ত, যাৰ চৰিত্ৰক কেও নজানে, যাৰ আজ্ঞা ব্ৰহ্মাদিও কৰে। এতেকে তাহাকে মান্য কৰি সন্ধ্যাকাল অপেক্ষা কৰা। (শ্লোক ৭—২৯)

মৈত্ৰেয়ে কহন্ত : কশ্যপে এহি বাক্য বুলিলেও দিতি কামে আকুল হয়া বেশ্যা হেন লজ্জা এৰি ঋষিৰ বস্ত্ৰত ধৰিলা। ঋষিও তাহান আক্ৰোশ দেখি

ৰহস্যস্থানত গৰ্ভাধান কৰিলা। পাছে স্নান কৰি প্ৰাণায়াম কৰি, মৌন হয়া গায়ত্ৰী জপিলা। দিতিও লজ্জিত হয়া স্বামীৰ সমীপে গৈয়া অধোমুখে বোলন্ত: হে স্বামী, ভূতপতি ৰুদ্ৰে মোৰ গৰ্ভ নৱধন্তোক, যাতো তাহান অপৰাধ কৰিলো। সেই ৰুদ্ৰক প্ৰণাম কৰো। ভগিনীপতি ভগৱন্ত মোত প্ৰসন্ন হৱন্তোক। ( শ্লোক ৩০—৩৬ )

কশ্যপে বোলন্ত: হে দিতি, তোমাৰ অশুধ মন, সন্ধ্যাকাল, মোৰ আজ্ঞা ভঙ্গ, ৰুদ্ৰকো হেলন, এহি চাৰি দোষে অধম দুই পুত্ৰ হুইবেক। দুয়ো সকল লোকক নানা দুঃখ দিবেক। পাছে মহন্তৰ কোপ হৈলে ভগৱন্তে কোপ কৰি অৱতাৰ হয়া দুইকো বধিবা। দিতি বোলন্ত: ভগৱন্তৰ হাতত মোৰ পুত্ৰ বধ হৌক, কিন্তু ব্ৰাহ্মণৰ কোপত নহৌক, যাতো বিপ্ৰকোপে নষ্ট হৈলে, লোকক ভয় দিলে নাৰকীসবো তাক লাগ নেদে। কশ্যপে বোলন্ত: হে দিতি, তুমি অনুতাপে শোক কৰিলা, তেখনে ভাল-মন্দ বিচাৰ কৰিলা, ভগৱন্তকো বহুমান কৰিলা, ৰুদ্ৰকো নমিলা, মোকো আদৰিলা, এহি পঞ্চগুণে তোমাৰ এক নাতি উত্তম হুইবেক, যাৰ যশক লোকে হৰিগুণে সমে গাইবা: যাৰ প্ৰসাদে লোক সুখী হৈবেক, যাৰ কেৱল ভক্তিয়ে হৰি তুষ্ট হুইবা, সেই মহাভাগৱত প্ৰহ্লাদ ভক্তিয়ে ভগৱন্তক মনত প্ৰবেশ কৰাই সকল সঙ্গ এৰিবা; বিষয়ে লম্পট নহৈবা; সকল গুণৰ আশ্ৰয় হৈবা, লোকৰ তাপ হৰিবা, বাহিৰে ভিতৰে কমললোচনক দেখিবা। মৈত্ৰেয়ে কহন্ত: মহাভাগৱত নাতি হুইবাৰ কথা শুনি দিতি মহা হৰিষ হৈলা, কৃষ্ণৰ হাতত পুত্ৰৰ বধ শুনি আনন্দ কৰিলা; যাতো হৰিৰ হাতত পৰি পুত্ৰৰ কীৰ্ত্তি, গতি দুয়ো হুইবেক।

( শ্লোক ৩৭—৫১ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে চতুৰ্দ্দশোঽধ্যায়ঃ।

আক জানি সবলোক হৰি বোল হৰি।

শ্লোক: যদ্ভক্ত পৌত্ৰ প্ৰহ্লাদমাহাত্ম্যশ্ৰৱণাদ্দিতিঃ।

মুমোদ তমহং ৱন্দে জগদানন্দকাৰকম্॥

## পঞ্চদশ অধ্যায়

### জয়-বিজয়ৰ শাপ

পঞ্চদশ অধ্যায়ে জয়-বিজয়ৰ শাপ কহিবা।

মৈত্রেয়ে কহন্ত : দিতি দেৱক শঙ্কায়ে একশত বৎসৰ গৰ্ভ ধৰিছিলা। গৰ্ভৰ তেজে চন্দ্ৰ-সূৰ্য্যৰ কান্তি টুটিল। দেৱসৱো হীনবল হয়া ব্ৰহ্মাত গৈয়া গোচৰ কৰন্ত : হে দেৱদেৱ বিধাতা, তোমাক প্ৰণাম কৰো। তুমি সকল লোকৰ অভিপ্ৰায় জানা। এতেকে আমাৰ কুশল কৰা। কশ্যপৰ বীৰ্য্যে দিতিৰ গৰ্ভ দশো দিশ অন্ধকাৰ কৰি বাঢ়ে। তাৰ কাৰণ কহা।

( শ্লোক ১—১১ )

ব্ৰহ্মা বোলন্ত : একদিনা মোৰ মানস চাৰি পুত্ৰ সনকাদি ঈশ্বৰৰ ইছায়ে সৰ্ব্বলোক বন্দিত বৈকুণ্ঠক গৈলা ; যাত আদি পুৰুষ ভগৱন্ত শুদ্ধ সত্ত্বমূৰ্ত্তিয়ে ভক্তৰ প্ৰিয় কৰি আছা। আৰো মুক্তিৰ মূৰ্ত্তি হেন নিশ্ৰেয়স নামে বন আছে, যাত কল্পতৰুসৱ আছে। যি নিষ্কাম ধৰ্ম্মে হৰিক ভজিছা, সেই পুৰুষসৱে হৰিৰ সমান মূৰ্ত্তি পায়াছা। বৈমানিকসৱে নাৰীগণ সমে হৰিগুণ গান্ত। মাধৱী পুষ্পৰ গন্ধে সুগন্ধ বায়ুকো নগণে। নানা পক্ষীগণো ভ্ৰমৰাৰ মুখে হৰিগুণ শুনে। সুগন্ধ সুন্দৰ নানা পুষ্পে হৰিৰ প্ৰিয়পদে তুলসীক প্ৰশংসে।

( শ্লোক ১২—১৯ )

বৈদূৰ্য্য মৰকত সুৱৰ্ণ বিমানত দিব্য স্ত্ৰীগণে হাস্য-লাস্য কটাক্ষ কৰি হৰি-ভক্তসৱৰ কাম জন্মাইতে নপাৰে। যেমন হৰিৰ গৃহত হাতত পদ্ম ধৰি লক্ষ্মী

১২ .

ফুৰন্ত, তেখনে ফটিকৰ বাৰত প্ৰতিবিম্বিত লক্ষ্মীক দেখি গৃহ মাৰ্জ্জন্ত। পুষ্কৰিণীসৱত পদ্মবনত দাসীগণ সমে যেখন তুলসী লৈয়া হৰিক পূজন্ত, তেখনে আপুনাৰ সুন্দৰ মুখৰ প্ৰতিবিম্ব দেখি ভগৱন্তে চুম্বন্ত বুলি মনে মানন্ত। যি হৰি-কথা বিনে আন কুকথা শুনে, সি কদাচিতো বৈকুণ্ঠ নযাই, কিন্তু সকল পুণ্য নষ্ট কৰি নৰকত পৰে। যি আমাৰ বাঞ্ছিত নৰ-শৰীৰ পায়া হৰিক নভজে, সি হৰিৰ মায়ায়ে মোহিত হৈলা। আমাৰ উপৰত বৈকুণ্ঠ লোকক যম-নিয়ম নকৰিও কেৱল হৰি-সেৱা মাত্ৰে পাৱে, কিন্তু হৰিগুণ কথন অনুৰাগে লোম-পুলক নেত্ৰৰ লোতক যদি হয়। ( শ্লোক ২০—২৫ )

হেনয় চৈধ্যয়'ভুৱনৰ বন্দ্য বৈকুণ্ঠ লোকক পায়া চাৰি সিদ্ধ অপূৰ্ব্ব আনন্দ লভিলা। তাত ছয় দ্বাৰ এৰাই সপ্তমদ্বাৰ পায়া জয়-বিজয় নাম দুই পাৰিষদ দেখিলা। দুয়ো চতুৰ্ভুজ, সমান বয়স, গদা ধৰি আছা; অমোল্য কিৰীটি, কুণ্ডল, বলয়, বনমালা; বিচিত্ৰ বেশ ধৰিছা। তাৰাত সুপুছি পূৰ্ব্বৱতে সিদ্ধসৱ সমদৃষ্টিয়ে সপ্তম দ্বাৰতো প্ৰবেশিলা। পাছে জয়-বিজয় নগ্ন চাৰি ছৱাল দেখি ক্ৰোধে বেত্ৰ দিয়া নিবাৰিলা। পাছে সিদ্ধসৱে কৃষ্ণ-দৰ্শন-ইচ্ছা-ভঙ্গ ক্ৰোধে ৰক্তনয়ন হয়া বোলন্ত: ( শ্লোক ২৬—৩১ )

অহো! সমদৰ্শী বৈকুণ্ঠ-বাসীৰ মধ্যত তোৰাৰ ই বিষম স্বভাৱ। প্ৰশান্ত পুৰুষ শ্ৰীকৃষ্ণত কিবা শঙ্কা কৰস। এতেকে তোৰা দুয়ো কপটী, যাতো ভগৱন্ততো ভেদ ভয় দেখাইলি। এতেকে আমি তোৰাক শপঞো—এখানে দুয়ো অসুৰ-যোনিক যা, যাতো কাম-ক্ৰোধ-লোভ তিনি শত্ৰু আছে। পাছে দুয়ো পাৰিষদে ব্ৰহ্মশাপ জানি মহাভয়ে তাৰাৰ চৰণত পৰি বোলন্ত: হে মুনিসৱ, তোৰা আমাক যি দণ্ড কৰিলা, সি দণ্ড হৌক, যাতো মহন্তৰ অৱজ্ঞা-পাপ হৰিবেক। কিন্তু তোৰাৰ কৃপালেশে অসুৰ যোনিতো আমাৰ হৰি শ্ৰুতি নষ্ট নহৌক। ( শ্লোক ৩২—৩৬ )

পাছে ভগৱন্তে আপুনাৰ পাৰিষদে মহন্তক অপৰাধ কৰিবাক জানি চৰণ চলায়া লক্ষ্মী সহিতে তেখনে আসিলা। পাৰিষদসৱো সেৱাৰ সামগ্ৰী লৈয়া লগতে আসিলা। সিদ্ধসৱে সমাধিদৃষ্টি ব্ৰহ্মাক সাক্ষাতে দেখিলা: দুই ভিতি শুক্ল চামৰে ৰিঞ্চৈ, উপৰত ধৱল ছত্ৰ প্ৰকাশ কৰে, সবাকে কৃপায়ে সমুখ হয়াছন্ত, স্নেহ নিৰীক্ষণে আনন্দ কৰান্ত। শ্যাম শৰীৰ; হৃদয়ত লক্ষ্মী; কটিত পীত বসন, মেখলা; শিৰত কিৰীটি; কৰ্ণত মকৰ-কুণ্ডল, কণ্ঠত কৌস্তুভ, গলত আলোল্য হাৰ, বনমালা, বাহুত অঙ্গদ, হস্তত বলয়, চৰণত নূপুৰ।

পৰম-লাৱণ্য মূৰ্ত্তিয়ে বৈকুণ্ঠক শোভা কৰন্ত, যাক দেখি লক্ষ্মীৰো দৰ্প গুচিছে, ব্ৰহ্মা-মহেশকো অনুগ্ৰহ কৰিছন্ত। হেন ৰূপক তাৰা সাক্ষাতে দেখি দণ্ডৱতে প্ৰণাম কৰিলা। প্ৰণাম কৰিতে পাদপদ্মৰ মিশ্ৰ তুলসীৰ গন্ধ নাসা-ৰন্ধ্ৰে ভিতৰ পশি চিত্তত হৰিষ, শৰীৰত পুলক কৰাইলেক। ( শ্লোক ৩৭—৪৩ )

তাৰা প্ৰথমে কৃষ্ণৰ মুখ-পদ্মক দেখি মহা সন্তোষ হয়া পুনু নখমণি যুক্ত চৰণ দেখি মনত ধ্যান কৰি বোলন্ত: হে ভগৱন্ত, বিষয়ীজনৰ হৃদয়ত থাকিতেও মনৰ গোচৰ নহৰা। আমাৰ পুনু গোচৰ হুৱা, যাতো পিতৃৰ মুখে তোমাৰ তত্ত্ব শুনিছি। চক্ষুৰ গোচৰ পুনু আজিসে হৈলা। হেন বুবুলিবা, তোৰা ব্ৰহ্মকেসে শুনিছা, মঞি পুনু আনসে। আমি পুনু সেই ব্ৰহ্ম বুলি তোমাক জানিলো। যদি বোলা নিৰুপাধি ব্ৰহ্মাৰ কেন এতেক ঐশ্বৰ্য্য? আতু শুনা: সেই ব্ৰহ্ম শুদ্ধসত্ত্ব মূৰ্ত্তিয়ে ভক্তৰ সদায় প্ৰীতি কৰিতে লাগিছা। তুমাৰ কৃপাত শ্ৰৱণ-কীৰ্ত্তন-ভক্তি কৰি অহঙ্কাৰ তেজি বিৰক্ত মুনিগণে যাক জানে, সেই ভগৱন্ত তুমি। যাৰা তুমাৰ চৰণত শৰণ পশিয়া কথাৰস পায়াছে, তাৰা তোমাৰ প্ৰসাদে মোক্ষকো নলৱে, আন বিনাশী বিষয় সম্পত্তি নলৈবেক তাক কি বুলিবো? আমাৰ নৰকত জন্ম হোক, যাতো তোমাৰ ভক্তক শপিলো, যদি চিত্তে তোমাৰ পাদ-পদ্মক চিন্তে, বাক্যে তুমাৰ গুণ গাৱে, কৰ্ণে তুমাৰ কথা শুনে। হে ভগৱন্ত, যেখন আমাক ই ৰূপ দেখাইলা, তেখনে চক্ষু পৰমানন্দ পাইলে। হেন কৃপাময় তুমাক কোটিবাৰ প্ৰণাম কৰো।

( শ্লোক ৪৪—৫০ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে পঞ্চদশোঽধ্যায়ঃ।
আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : সতামৱজ্ঞামাত্ৰেণ বৈকুণ্ঠে বসতোপিচ।
যাতি পাপীয়সীং যোনিমিতি পঞ্চদশে স্থিতম্॥

———

# ষোড়শ অধ্যায়

## সিদ্ধক সান্ত্বনা, হৰিৰ স্তুতি, জয়-বিজয়ক অনুগ্ৰহ

ষোড়শ অধ্যায়ে সিদ্ধক সান্ত্বনা, হৰিৰ স্তুতি, জয়-বিজয়ক অনুগ্ৰহ কহিবা।

ব্ৰহ্মা বোলন্ত: জানা দেৱগণ, সিদ্ধসৱৰ এহি বাক্য শুনি ভগৱন্তে বোলন্ত: হে মুনিসৱ, এই দুই পাৰিষদে মোক কদৰ্থিয়া তুমাক অৱজ্ঞা কৰিলে। এতেকে আৰাক যি দণ্ড কৰিলা, তাকো মঞি মানিলো। আৱে তোৰাক প্ৰসন্ন কৰাও, যাতো ব্ৰাহ্মণেসে মোৰ দেৱতা। যদি বোলা তুমাৰ দোষ? তাও শুনা: মোৰ ভৃত্যে যি অপকাৰ কৰিলে, তাক মঞি কৰিলো বুলি মানো, যাতো ভৃত্যৰ দোষে স্বামীৰ কীৰ্ত্তি হৰে। যি ব্ৰাহ্মণৰ প্ৰসাদে মোৰ যশে জগত পৱিত্ৰ কৰে, যাৰাৰ সেৱায়ে মোক লক্ষ্মী নেৰন্ত, চৰণতো পৱিত্ৰ ৰেণু আছে, সি ব্ৰাহ্মণক অপকাৰ কৰিলে দেৱকো কাটিবো। ব্ৰাহ্মণৰ মুখে যেমনে ভোজন কৰো, যজ্ঞত অগ্নিৰ মুখেও তেমনে নকৰো। মোৰ পাদোদক গঙ্গায়ে সকল লোক পৱিত্ৰ কৰে। হেন মঞো যাৰ পদ-ৰেণুক শিৰে ধৰো, হেনয় ব্ৰাহ্মণ অপকাৰ কৰিলে কোনে নসহিব? মোৰ তনু গো-ব্ৰাহ্মণ বৈষ্ণৱক যিজনে ক্ৰোধত কটাক্ষ কৰি চায়ে, তাৰ যমদূতে চক্ষুক কাঢ়ে। ব্ৰাহ্মণে মন্দ বুলিতে ঈশ্বৰ-বুদ্ধিয়ে যি প্ৰীতি কৰি মাতে সি মোক অৱশ্যে বশ্য কৰে। এতেকে ই দুয়ো মোৰ অভিপ্ৰায় নজানি তোৰাৰ অপৰাধে অনুৰ-

যোনিক পায়া, পুনু মোৰ ঠাইক সত্বৰে আসোক। এইমান তোৰা অনুগ্ৰহ কৰা। ( শ্লোক ১—১২ )

ব্ৰহ্মা বোলন্ত: জানা দেৱগণ, ভগৱন্তৰ এহি বাক্য শুনি সিন্ধকসৰে অভিপ্ৰায় নুবুজি মনত তৃপিতি নভৈল। পাছে বিচাৰ কৰি লোক-সংগ্ৰহৰ অৰ্থে আমাক প্ৰশংসন্ত জানি হৰিষ হুয়া অঞ্জলি কৰি বোলন্ত: হে ভগৱন্ত, তুমাৰ অভিপ্ৰায় নজানিলো, যাতো ঈশ্বৰ হুয়া আমাক অনুগ্ৰহ কৰিবাক বোলা। তুমি ব্ৰহ্মণ্যৰ ব্ৰাহ্মণেসে দেৱতা, ব্ৰাহ্মণৰো তুমিসে পূজ্য, এতেকে লোক সংগ্ৰহাৰ্থে ধৰ্ম্ম ৰক্ষা কৰি ব্ৰাহ্মণক মান্য কৰা। চৰণ-পদ্মক আশায় লক্ষ্মী তোমাক নিতান্তে সেৱা কৰা, তথাপি তুমি একান্ত ভক্তৰ সঙ্গ পায়া তাহ আদৰ নকৰা। যাৰ কৃপায়ে যোগীও সংসাৰ তৰে, তাৰ কোনে অনুগ্ৰহ কৰিবেক? এতেকে আৰা দুইকো দণ্ড লাগে তুমি কৰা। তাক অকপটে মানিবো। আমৰাসৱক উচিত দণ্ড কৰা, যাতো তুমাৰ ভক্তক বিনা অপৰাধে শপিলো। ( শ্লোক ১৩—২৫ )

ভগৱন্তে বোলন্ত: আৰা দুয়ো এখনে অসুৰ-যোনিক পায়া ক্ৰোধভাৱে মোক চিন্তি পুনু মোৰ সমীপক শীঘ্ৰে আসোক। তোৰায়ো খেদ নকৰিবা, যাতো শাপকো মঞিসে কৰাইছো। ব্ৰহ্মা কহন্ত: মুনিসৱে চক্ষুৰ আনন্দ-পাত্ৰ ভগৱন্তক দেখি বৈকুণ্ঠকো দেখি মহা আনন্দে ভগৱন্তক দণ্ডৱতে প্ৰদক্ষিণ কৰি সবাকে প্ৰশংসা কৰি চলি গৈলা। ভগৱন্তো দুই পাৰিষদক বোলন্ত: হে জয়-বিজয়, তোৰা দুই অসুৰ-যোনিক যাৱা। কিছো ভয় নকৰিবা। তোৰাৰ কুশল হোক। মঞি সমৰ্থ হুয়ো ব্ৰহ্ম-শাপক নষ্ট নকৰো, যাতো মোৰো ইছা আছে, তাতে হেন অভিপ্ৰায় বুজিবা। বৈকুণ্ঠবাসীৰো জন্ম নঘটে; সনকাদিৰো ক্ৰোধ নঘটে; জয়-বিজয়ৰো ব্ৰাহ্মণক অৱজ্ঞা নঘটে; ভগৱন্তৰো ভক্তক উপেক্ষা নঘটে। কিন্তু কদাচিতো ঈশ্বৰৰ যুদ্ধক ইছা হৈলে, পাৰিষদ বিনে সমান যোদ্ধা নেদেখি ব্ৰাহ্মণক আনায়া জয়-বিজয়ৰ হতায় নিবাৰি ক্ৰোধ তোলাই শাপ দিয়াইলা। তেৱে কিছু বিৰোধ নাই। অসুৰ-যোনিতো তোৰা মোক ক্ৰোধভাৱে চিন্তি শাপ এৰাই পুনু অল্প কালতে মোৰ ঠাই আসিবা। বিপ্ৰ-শাপ নিমিত্তে তোৰাৰ আমাৰো ভুৱন-পাৱন কীৰ্ত্তি ৰহিবেক। এতেকে কদাচিতো ভয় নকৰিবা। ( শ্লোক ২৬—৩১ )

ভগৱন্তে যাবীক এহি আদেশ কৰি আপুনাৰ গৃহত লক্ষ্মী সহিতে প্ৰবেশিলা। দুয়ো পাৰিষদ শ্ৰীহত হুয়া বৈকুণ্ঠলোকৰ পৰা পৰিন্তে বিমান-

সৱত হাহাকাৰ শব্দ ভৈল। সেই দুই পাৰিষদ কশ্যপৰ বীৰ্য্যে দিতিৰ গৰ্ভে প্ৰবেশিলা। সেই দুইৰ তেজে তোৰাৰ তেজ হৰিলেক। আত আমি কি উপায় কৰিবো? আপুনি ভগৱন্তে কৃপায়ে আমাৰ কুশল কৰিবা।

( শ্লোক ৩২—৩৭ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে ষোড়শোঽধ্যায়ঃ।
আক জানি সবলোক হৰি বোল হৰি।

শ্লোক: ষোড়শে মহতাং দ্ৰোহে স্বভক্তমপি কেশৱঃ।
ন ৰক্ষতীতি নিৰয়াৎ স্ববাক্যেনৈৱ দৰ্শিতম্॥

---

## সপ্তদশ অধ্যায়

### দুইৰো লোক-ভয়ঙ্কৰ জন্ম, হিৰণ্যাক্ষৰ প্ৰভাৱ

*সপ্তদশ অধ্যায়ে দুইৰো লোক-ভয়ঙ্কৰ জন্ম, হিৰণ্যাক্ষৰ প্ৰভাৱ কহিবা।*

মৈত্ৰেয়ে কহন্ত: দেৱগণে ব্ৰহ্মাৰ বাক্যে কাৰণ শুনিয়া শঙ্কা তেজিয়া স্বৰ্গক আসিলা। দিতিও স্বামীৰ বচনে দেৱক শঙ্কায়ে শত বৰিষ অন্তৰে যমজ পুত্ৰ প্ৰসৱিলা। তেখনে পৰ্ব্বত সহিতে পৃথিৱী কম্পিলা, উল্কাপাত-বজ্ৰপাত হৈল, ধূমকেতু উদয় হৈল, দুঃসহ বায়ু বহিল, নদী-নদ-সাগৰ-সৰোবৰ খলকিল, মেঘে পুঁজ-তেজ বৰষিল, দেৱৰ প্ৰতিমা কান্দিল, বিনা বায়ে বৃক্ষ উভৰিল, নক্ষত্ৰে যুজিল। এমনে অনেক উৎপাত দেখি লোকে প্ৰলয় হৈল হেন বুলি মানিলেক।

পাছে দুয়ো দৈত্য পৰ্ব্বত সমান হৈয়া বাঢ়িল—কিৰীটিৰ অগ্রে স্বৰ্গ চুইল, বাহুৱে দশোদিশ জুড়িল, চৰণে পৃথিবী কম্পাইল, কটিয়ে আদিত্যক অতি-ক্রমিল। পাছে কশ্যপে দুইৰো নাম থৈলা—আপুনাৰ দেহ হন্তে যি আগে হয়াছে তাকে হিৰণ্যকশিপু বুলি ; দিতি যাক আগে প্রসৱিলা, তাক হিৰণ্যাক্ষ বুলি, যাতো প্ৰৱেশৰ বিপৰ্য্যয়ে প্রসৱ হয়। ( শ্লোক ১ —১৮ )

পাছে হিৰণ্যকশিপু ব্ৰহ্মাৰ বৰে তিনিও লোক বশ্য কৰি ৰাজা হয়া ৰহিলা। তাৰ কনিষ্ঠ ভাই হিৰণ্যাক্ষে বড় ভাইৰ প্ৰীতি কৰি গদা ধৰি যুদ্ধক ইচ্ছায়ে স্বৰ্গক গৈলা। তাক দেখি দেৱগণ মহাভয়ে পলাইলা. হিৰণ্যাক্ষো দেৱক লাগ নাপাই মহানাদ কৰিলেক। পাছে ক্রীড়াক মনে সাগৰত নামি অনেক বৎসৰ জল-ক্রীড়া কৰিলেক। আনন্দত গদায়ো ঢৌ কোবাই বৰুণৰ পুৰীক দেখাইলেক। বৰুণক লাগ পায়া উপহাস্য কৰিতে প্ৰণাম কৰি বোলয়ঃ হে মহাৰাজ, মোক যুদ্ধ দিয়া। তুমি লোকপালৰ অধিপতি, যাতো দৈত্য দানৱক জিনি ৰাজসূয় যজ্ঞ কৰিছা। এহি বাক্য শুনি বৰুণৰ ক্রোধ ভৈল। তাক বুদ্ধিয়ে নিবাৰি বোলন্তঃ হে মহাবীৰ, আৱে আমি যুদ্ধ-কৌতুক এৰি শান্ত হৈলো। ইদানীক তোক যিজনে যুদ্ধত তুষ্ট কৰাইবেক, তাক ভগৱন্ত বিনে নেদেখো। এতেকে তাহাঙ্ক খেদি যা, যাক তোৰ সম বীৰসৱে প্ৰশংসে। তাঙ্ক লাগ পায়ো হতগৰ্ব্ব হয়া যুদ্ধ-ভূমিত কুকুৰ-শগুণ সমে সুখে শুয়া থাকিবি, যি ভগৱন্তে তোৰ সম দুষ্ট বধিতে বৰাহাদি অৱতাৰ ধৰা। ( শ্লোক ১৯—৩০ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে সপ্তদশোঽধ্যায়ঃ।
আক জানি সব লোক হৰি বোল হৰি।

শ্লোক ঃ সতাং দ্রোহেণ মহতামপি সংহাৰকাৰণম্।
ইতি সপ্তদশাধ্যায়ে পাৰ্ষদাভ্যাং প্ৰদৰ্শিতম্।

---

# অষ্টাদশ অধ্যায়

## হিৰণ্যাক্ষ-ৰৰাহৰ যুদ্ধ

অষ্টাদশ অধ্যায়ে হিৰণ্যাক্ষ-ৰৰাহৰ যুদ্ধ কহিবা।

মৈত্রেয়ে কহন্ত: হিৰণ্যাক্ষে বৰুণৰ বাক্য শুনি ৰঙ্গমনে নাৰদৰ মুখে ৰৰাহৰ বাৰ্ত্তা পায়া তেখনে ৰসাতল পশিলা। পৃথিৱীক আনিতে বৰাহক দেখি হাস্য কৰি বোলয়: আহা কি অদ্ভুত! জলতো বৰাহ ফুৰে। আৰে তঞি পৃথিৱীক এড়, যাতো ব্ৰহ্মা আমাক দিয়াছন্ত। যদি নেৰস, তেৱে তোৰ কুশল নাই। আমাক মাৰিতে তোক শত্রুসৱে পুষিছে। যি তঞি আমাক মায়া কৰি জিনস, সেই মায়া তোৰ প্ৰাণ লৈয়া সুহৃদৰ শোক গুচাইবো। মোৰ গদাৰ প্ৰহাৰে তঞি মৰিলে তোৰ সেৱক দেৱ-ঋষিসব নষ্ট হৈবেক। ভগৱন্ত বৰাহে দৈত্যৰ বাক্য-প্ৰহাৰ পায়া দন্তৰ অগ্ৰত পৃথিৱীক ভীত দেখি জলৰ পৰা উঠিলা, যেন গ্ৰাহক ভয়ে হস্তিনী সহিতে হস্তী উঠে। পাছে বৰাহে জলৰ উপৰত পৃথিৱী থাপিলা। দেৱগণো শত্ৰুৰ আগতে পুষ্প-বৃষ্টি কৰি জয় বৰাহ বুলি স্তুতি কৰিলা। পাছে ক্ৰোধ কৰি দৈত্যক বোলন্ত: অৰে দৈত্য, যদি আমি বনৰ বৰাহ হঞ, তথাপি তোৰ সদৃশ কুকুৰক খেদি মাৰো। তঞি যদি বীৰ হস, তেৱে মোক মাৰি সুহৃদৰ শোক গুচাৱ।

(শ্লোক ১—১২)

ৰৰাহৰ এহি আক্ষেপ বচন হিৰণ্যাক্ষে শুনি মহা ক্ৰোধ কৰি গদায় প্ৰহাৰ কৰিল। তাকো বৰাহে শ্ৰম কৰি এৰাইলা। পুনু দৈত্যো গদা ফুৰাইতে

তাহাৰ ভ্ৰূত ৰৰাহেয়ো গদা মাৰিলা। দৈত্যো গদায়ে গদাক মাৰিলা। এমনে হিৰণ্যাক্ষ ৰৰাহে অনেক দিন যুদ্ধ কৰিলা। গদাৰ প্ৰহাৰে দুইৰো অঙ্গ ভাগিল, শৰীৰৰো শোণিত স্ৰৱিল। তথাপি ক্ৰোধত দুয়ো যুদ্ধ নেড়িল। তাক দেখি ঋষিগণ সমে ব্ৰহ্মা আসি ৰৰাহক বোলন্ত: হে ভগৱন্ত, ই দৈত্য গো-দেবতা, ব্ৰাহ্মণৰ, বৈষ্ণৱৰো অপকাৰী। আক কেৱো যুঝন্তা নাই, যাতো আমাত বৰ পায়া আছে। আৰো ই মহা মায়াৱী। যাৱে ই আপুনাৰ বেলা পায়া নৈবাঢ়ে, তাৱে সত্বৰে মাৰা। ইদানীক অভিজিৎ মুহূৰ্ত্ত হয়াছে। এতেকে আপুনাৰ মায়া কৰি আক মাৰি আমাৰ কুশল কৰা।

( শ্লোক ১৩ – ২৮ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে অষ্টাদশোঽধ্যায়ঃ।
আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : উদ্ধৃতা ধৰণী যেন লীলয়া জলসংপ্লুতা।
তং যজ্ঞতনুমীশানং প্ৰণমামি জনাৰ্দ্দনম্ ॥

---

# ঊনবিংশ অধ্যায়

## হিৰণ্যাক্ষ-বধ

ঊনবিংশ অধ্যায়ে হিৰণ্যাক্ষ-বধ কহিবা।

মৈত্ৰেয়ে কহন্ত: ব্ৰহ্মাৰ বাক্য শুনি ভগৱন্ত ৰৰাহে হাস্য কৰি মহাবেগে দৈত্যক গদা প্ৰহাৰিলা। দৈত্যো গদায়ে গদাক প্ৰহাৰিলা। সেহি প্ৰহাৰে ৰৰাহৰ গদা মাটিত পৰিল। তেখনে ছিদ্ৰ পায়ো দৈত্যো আউৰ প্ৰহাৰ নকৰিল, কিন্তু ধৰ্ম্ম চায়া ক্ৰোধ তোলাই ৰহিল। ৰৰাহৰ হাতৰ গদা পৰিবাৰ

দেখি দেৱগণে হাহাকাৰ কৰিলেক। বৰাহো ভয় নাই বুলি দেৱক আশ্বাস কৰি সুদৰ্শন চক্ৰক স্মৰিলা। পাছে দেৱগণে বৰাহৰ হাতত চক্ৰ দেখি তোমাৰ জয় হৌক বুলি আশীৰ্ব্বাদ কৰিল। দৈত্যো চক্ৰ ধৰিবাৰ দেখি ক্ৰোধে অধৰ কামুৰি চক্ষু পকাই চাই এই কোবে মৰিলি বুলি গদা হানিলেক। বৰাহো বায়ুবেগে গদাক বাম ভৰিয়ে লাথি মাৰিলা। পুনু দৈত্যে সেই গদা মাৰিল। তাক বৰাহে চক্ৰ হানি পন্থতে কাটিলা। ত্ৰিশূল ছেদ দেখি দৈত্যে ক্ৰোধে খেদি আসি বৰাহৰ বক্ষস্থলত এক মুষ্টি মাৰি অন্তৰ্দ্ধান হৈল। তাৰ প্ৰহাৰে বৰাহে অল্পমাত্ৰ নকম্পিলা। (শ্লোক ১—১৬)

পাছে দৈত্যে অনেক মায়া পাতিল। তাক দেখি লোকে প্ৰলয় হৈল বুলি মানিল। প্ৰথমে ধূলিয়ে অন্ধকাৰ কৰি প্ৰচণ্ড বায়ু বহিল। দশোদিশৰ পৰা শিল পৰিল। মহামেঘগণে পূঁজ-তেজ, কেশ, মল, মূত্ৰ বৰষিল। পৰ্ব্বতসব দেখা দিল। স্ত্ৰীসমে যক্ষ, ৰাক্ষসগণ মাৰ মাৰ বুলি খেদি আসিলা। এমনে অনেক মায়া দেখি ভগৱন্ত বৰাহে সৰ্ব্বমায়া-নাশন সুদৰ্শন চক্ৰ মাৰিল। তেখনে দৈত্যৰ সকল মায়া গুচিল। তাক দেখি হিৰণ্যাক্ষে বৰাহক খেদি আসি ধৰিবাক মায়া মুঠি হানিতে লাগিল। বৰাহো তাৰ কৰ্ণমূলত এক চাপৰ মাৰিলা। সেই চাপৰে দৈত্যৰ সকল শৰীৰ কম্পিল, চক্ষুও থিৰ হৈল, হাত-ভৰি মেলি পৰিল, যেন বায়ু লাগি বৰ বৃক্ষ উভৰি পৰিল। তাক দেখি ব্ৰহ্মাদি দেৱগণে প্ৰশংসি বোলয়ঃ অহো আৰ কি ভাগ্য! এমন মৰণ কাহাৰ হয়? যাক যোগীগণে মনে ধ্যান কৰে, সেই ভগৱন্তৰ মুখ দেখি ই দৈত্যে দেহ এড়িল, যাতো ই পূৰ্ব্বত পাৰিষদ আছিল, ব্ৰাহ্মণৰ শাপেসে অসুৰ হৈল, পুনু তিনি জন্মে সেই বৈকুণ্ঠ লোক যাইবেক। আৰে বৰাহক স্তুতি বোলন্তঃ হে ভগৱন্ত, যজ্ঞ বিস্তাৰ কৰা। শুদ্ধ-সত্ত্ব মূৰ্ত্তি, তোমাক নমস্কাৰ কৰো। জগতৰ অপকাৰী দৈত্যক বধি বৰ কাৰ্য্য কৰিলা। তোমাৰ চৰণ-সেৱায়ে আমিও সুখী হৈলো। (শ্লোক ১৭- ২৯)

মৈত্ৰেয়ে কহন্তঃ ভগৱন্ত বৰাহে এমনে হিৰণ্যাক্ষক বধি অখণ্ড উৎসৱে বৈকুণ্ঠক গৈলা। জানা বিদুৰ, মঞি গুৰু-মুখে যেমনে শুনিলো, তেমনে তোমাৰ আগত ই সব কথা কহিলো।

সূতে কহন্তঃ বিদুৰে মৈত্ৰেয়ৰ মুখে বৰাহৰ চৰিত্ৰ শুনি পৰম আনন্দ পাইলা, যাতো মহাভাগৱত হৰিভকতৰ কথা শুনি আনন্দ পান্ত, হৰিকথা শুনি পাইবন্ত, তাক কিংবুলিবো। যি ভগৱন্তে ভক্তিমাত্ৰে পশুকো তাৰিছা,

হেনই শৰণমাত্ৰে সুখে সেৱ্য ভগৱন্তক কোনে নভজিব? এই হিৰণ্যাক্ষ-বধ, বৰাহৰ লীলা যি শ্ৰৱণ-কীৰ্ত্তন কৰে, সি মহাপাপক এৰাই, ইহলোকত মহাসুখে থাকি অনন্ত নাৰায়ণ-গতি পাৱে। (শ্লোক ৩০—৩৭)

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে উনবিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক ঃ লীলয়া নিহতো যেন হিৰণ্যাক্ষো মহাবলঃ।
তৎ কথা কথনেনৈৱ মুক্তিৰুক্তোনবিংশকে॥

---

# বিংশ অধ্যায়

## ব্ৰহ্মাৰ দেহত্যাগ সৃষ্ট

বিংশ অধ্যায়ে ব্ৰহ্মাৰ দেহত্যাগ সৃষ্ট কহিবা।

বিদুৰে পুছন্ত ঃ হে মৈত্ৰেয়, প্ৰজাপতিসকল স্ৰজি আউৰ কি কৰ্ম্ম কৰিলা? প্ৰজাপতিসবো কেমনে প্ৰজা স্ৰজিলা, আক মোত কহিয়োক। মৈত্ৰেয়ে কহন্ত ঃ ব্ৰহ্মা অবিদ্যাৰ পঞ্চপৰ্ব্বা স্ৰজি সি দেহ এড়িলা। সেই দেহে ৰাত্ৰি হৈল। তাত উপৰে যক্ষ-ৰাক্ষসগণ ক্ষুধায়ে তৃষায়ে পীড়িত হয়া ব্ৰহ্মাক খাইবাক লাগি খেদি গৈল। তাক দেখি ভয়ে ব্ৰহ্মা বোলন্ত ঃ তোৰা মোক নখাইবি, কিন্তু ৰাখিবা, যাতো মোৰ পুত্ৰ হয়াছা। পাছে ব্ৰহ্মা দেৱক স্ৰজি সি দেহ এড়িলা। সেই দিন হৈল। তাক দেৱগণে নিল।

(শ্লোক ১—১২)

জঘনত হন্তে লোলুপ অসুৰক স্ৰজিলা। তাৰা ব্ৰহ্মাকে মৈথুন কৰিবাক খেদি গৈলা। তাক দেখি পলাই গৈয়া হৰিত শৰণ পশি প্ৰাৰ্থন্ত ঃ হে

ভগৱন্ত, তুমি মোক ৰক্ষা কৰা, যাত তোমাৰ আজ্ঞায়ে প্ৰজা স্ৰজিতে পাপী-সবো মৈথুনক লাগি মোক খেদি আসে। তুমিসে ভক্তৰ ক্লেশ হৰা, অভক্তক দুঃখ দিয়া। এহি প্ৰাৰ্থনা শুনি ভগৱন্তে দেহ এৰিবাক বুলিলা। হৰিৰ বচনে তেখনে সি দেহ এড়িলা। সেই দেহে সায়ং-সন্ধ্যা ভৈল। তাক দেখি পৰম সুন্দৰী নাৰী মানি অসুৰসৱ মোহ হৈল। ( শ্লোক ২৩—৩৭ )

হাস্য কৰি গন্ধৰ্ব্ব-অপ্সৰাগণ স্ৰজি সি দেহ এড়িলা। সেই কান্তি শৰীৰক তাৰা মহাৰঙ্গে নিল। আলাস কৰি ভূত-প্ৰেত-পিশাচগণ স্ৰজিলা। তাৰাক দিগম্বৰ, মুক্তকেশ দেখি চক্ষু ঝপাই সি দেহ এড়িলা। সেই আলসে নিদ্ৰা-হাসিঃ, উন্মাদ দেহক ভূতগণে খুজি নিল। ( শ্লোক ৩৮—৪১ )

পৰোক্ষে সাধ্যগণ, পিতৃগণ স্ৰজি সি দেহ এড়িলা। সেই দেহ তাৰায়ে পাইল। অন্তৰ্দ্ধান হৈয়া সিদ্ধ বিদ্যাধৰগণ স্ৰজি তাৰাক সেই দেহ দিলা। আপুনাৰ প্ৰতিবিম্ব দেখি কিন্নৰ-কিম্পুৰুষগণ স্ৰজি সি দেহ এড়িলা। তাৰায়ো সেই দেহ নিল। চিন্তায়ে শুয়া যি দেহ এড়িলা, তাৰ কেশ হস্তে ছোট সৰ্পসৱ হৈল, হাত-ভৰিত বৰ বৰ সৰ্প হৈল, উৰু-গল হস্তে নাগগণ হৈল। সকল ঠাই ব্ৰহ্মাৰ ভাব-ত্যাগকে দেহ-ত্যাগ বুঝিবা। পাছে আপুনাক কৃতকৃত্য মানি মনুসৱ স্ৰজিলা। তাৰাকো আপুনাৰ পুৰুষ দেহ দিলা। তপ-জপ, যোগী-ঋষি-সৱ স্ৰজিলা। তাৰাকো তপ আদি যুক্ত দেহৰ একো একো ভাগ দিলা। ( শ্লোক ৪২—৫৩ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে বিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : যৎ প্ৰসাদাত্তনুং ত্যক্ত্বা সৃষ্টা বহুবিধাঃ প্ৰজাঃ।
বিধাত্ৰা তমহং বন্দে স্বচ্ছন্দোপাত্তবিগ্ৰহম্ ॥

---

# একবিংশ অধ্যায়

## কৰ্দ্দমৰ তপ, স্তুতি, বিবাহৰো প্ৰসঙ্গ

একবিংশে কৰ্দ্দমৰ তপ, স্তুতি, বিবাহৰো প্ৰসঙ্গ কহিবা।

বিদুৰে পুছন্ত: হে মৈত্ৰেয়, স্বায়ম্ভুৱ মনুৰ পুত্ৰ দুহিতৃৰ বংশচৰিত্ৰ কহ। মৈত্ৰেয়ে কহন্ত: প্ৰথমে মনুৰ দুহিতা দেৱহুতি-চৰিত্ৰ শুনা। ব্ৰহ্মাৰ পুত্ৰ কৰ্দ্দম ঋষি পিতৃৰ আজ্ঞায়ে প্ৰজা স্ৰজিতে দশ হাজাৰ বৎসৰ তপ কৰি হৰিক ভজিলা। পাছে ভগৱন্তে তুষ্ট হৈয়া গৰুড়ৰ কন্ধত উঠি তাঙ্ক দেখা দিলা— সূৰ্য্যৰ সম শৰীৰৰ কান্তি; নিৰ্ম্মল বসন, কিৰীটি-কুণ্ডল আদি অলঙ্কাৰে মণ্ডিত, বক্ষস্থলত লক্ষ্মী প্ৰকাশা, শ্ৰীবৎস-কৌস্তুভ আছে, সদায়ে হাস্য-কটাক্ষে মনত আনন্দ কৰান্ত। (শ্লোক ১—১১)

এহিমতে কৰ্দ্দম ঋষি ভগৱন্তক দেখি দণ্ডৱতে প্ৰণাম কৰি মহা আনন্দে অঞ্জলি কৰি স্তুতি বোলন্ত: হে ভগৱন্ত, যাক দেখিতে যোগীগণে অনেক জন্মে যোগ অভ্যাসি প্ৰাৰ্থনা কৰে, সেই তোমাক দেখি চক্ষু মোৰ সাফল হৈল। হে ঈশ্বৰ, সংসাৰ তাৰণ তোমাৰ পাদ-পদ্মক যি সকামে উপাসা কৰে, সি তোমাৰ মায়ায়ে মোহিত হৈল। তথাপি মঞি দুৰ্ব্বুদ্ধিয়ে কন্যাক আশায়ে তোমাৰ চৰণ ভজিলো। যাতো ব্ৰহ্মাৰ বাক্যে বদ্ধ হয়া কালক ভয়ে কৰ্ম্ম কৰিতে চাওঁ। যাৰা সবাকে এৰি তোমাৰ চৰণত শৰণ পশি অন্যো অন্যে প্ৰীতি কৰি তোমাৰ গুণক শ্ৰৱণ-কীৰ্ত্তন কৰে, তাৰাক কালচক্ৰে জগত নাশ কৰন্তেও কিছো নকৰে। এতেকে তোমাৰ ভক্তক সম্পত্তি দিবাক ইছা নাই।

তথাপি—আমাক কৃপায়ে দিয়া। সেই ভুক্তি-মুক্তিদাতা তোমাক প্ৰণাম কৰো। ভগৱন্তে বোলন্ত : হে ঋষি, তুমি মোক যি নিমিত্তে এতকাল পূজা কৰা, তাক জানি আগে কৰিবো, যাতো মোৰ ভজন কদাচিতো ব্যৰ্থ নহে। ব্ৰহ্মাৰ পুত্ৰ স্বায়ম্ভুৱ মনু সাতো দ্বীপৰ ৰাজা ব্ৰহ্মাৱৰ্ত্ত দেশত আছে। সেই ৰাজা মহিষী সহিতে আপুনাৰ কন্যা লৈয়া তোমাক দেখিতে পৰশুই দিনা আসিবা। এঠাইতে পৰম সুন্দৰী মহা গুণৱতী দেৱহূতি কন্যাক তোমাক বিবাহ দিবা, যাত তোমাৰ হস্তে নৱ কন্যা হৈব। পাছে ময়ো অৱতাৰ হুয়া সাংখ্য কহিবো। তুমি গৃহস্থ-ধৰ্ম্মত সকল কৰ্ম্ম মোত অৰ্পিয়া ভূতদায়া কৰিবা। পাছে সন্ন্যাস লৈয়া মোক চিন্তিবা। ( শ্লোক ১২—৩২ )

মৈত্ৰেয়ে কহন্ত : ভগৱন্তে কৰ্দ্দমক এহি বাক্য বুলি গৰুড়ৰ কন্ধে বৈকুণ্ঠ গৈলা। পাছে কৰ্দ্দমে সেই বিন্দু-সৰোবৰত ভগৱন্তৰ চৰণ অপেক্ষা কৰি ৰহিলা। মনুও সুৱৰ্ণমণ্ডিত ৰথত চড়ি ভাৰ্য্যা-কন্যা সমে সেই দিনা তান আশ্ৰমক আসিলা, যাত হৰিৰ হৰিষ-লোতক পৰিছে, যাক সৰস্বতী নদী আৱৰিছে, যাৰ পুণ্য জলক ঋষিগণে সেৱা কৰে, যাত নানাবিধ বৃক্ষ-লতাসব আছে, অনেক পশু-পক্ষীগণো আছে। মনু সেই আশ্ৰম পশি পৰম সুন্দৰ তপস্বী ঋষিক দেখি নমস্কাৰ কৰিলা। ঋষিও আশীৰ্ব্বাদ কৰি যথাসাধ্যে সত্কাৰ কৰি হৰিৰ বচন সুমৰি বোলন্ত : হে মহাৰাজা, তুমি ৰথত চড়ি ধনু-শৰ ধৰি চতুৰঙ্গ সেনা সহিতে লোক ৰক্ষাৰ অৰ্থে ফুৰা প্ৰসঙ্গতেসে মোৰ আশ্ৰমক আসিলা। তথাপি পোছো মোত কি কাৰ্য্য থাকে তাকে কহা, মঞি তাক অকপটে কৰিম। ( শ্লোক ৩৩—৫৬ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে একবিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : বিহায় কামান্ হৰিপাদসংশ্ৰয়ান্ সৎসঙ্গতো কৃষ্ণকথা নিমগ্নান্।
ন কালচক্ৰং গ্ৰসতে কদাচিদিত্যেকবিংশে সমুদীৰিতং মুদা॥

# দ্বাবিংশ অধ্যায়

## দেৱহূতিৰ বিবাহ, মনুৰো চৰিত্ৰ

বাইশ অধ্যায়ত দেৱহূতিৰ বিবাহ, মনুৰো চৰিত্ৰ কহিবা।

মৈত্ৰেয়ে কহন্ত: কৰ্দ্দমৰ বাক্য শুনি মনু বোলন্ত: হে ব্ৰাহ্মণ, ভগৱন্তে আপুনাৰ মুখ হন্তে তোৰা বেদবিদ ব্ৰাহ্মণক স্ৰজিলা। তাক ৰাখিবাক লাগি বাহুত হন্তে আমি ক্ষত্ৰিয়ক স্ৰজিলো। এতেকে তোৰা আমাত সম্বন্ধ কৰিলে কিছো দোষ নাই। এতেকে মঞি গোচৰ কৰো, আমাৰ এই কন্যা তুমি বিবাহ কৰা, যাতো নাৰদৰ মুখে তোমাৰ গুণ-ৰূপ শুনি মনে ধৰি আছে। মঞি শ্ৰদ্ধায়ে দেঞু, তোমাৰো সকল মতে যোগ্য হয়। যাতো নিষ্কামীজনো অযাচিত বস্তু পাইলে নেৰে, সকামে নেৰিব, তাক কি বুলিম? যি আগে দিলেও নলয়ে, পাছে তাক খোজে, তাৰ সকল মান্য-যশ গুচে। তুমি বিবাহ কৰিবা হেন শুনি আছো। এতেকে মঞি যাচি কন্যা দেঞু, বিবাহ কৰা। (শ্লোক ১ ১৭)

কৰ্দ্দমে বোলন্ত: ভাল, অৱশ্যে মঞি বিবাহ কৰিম। মোৰো ইছা আছে, কন্যায়ো ধৰিছে। ই কন্যাক কোনে নাদৰিব, যাৰ দেহৰ কান্তিয়ে অলঙ্কাৰৰ কান্তিক দূৰ কৰে, যাক দেখি বিশ্বাবসু গন্ধৰ্বো মোহ হয়াছে, কন্যাও উত্তমা, মনুৰ দুহিতা, উত্তানপাদৰ ভগিনী। তাঙ্ক অযত্নে পায়া কোনে বিবাহ নকৰিব? কিন্তু একখানি নিৰ্ব্বন্ধ কৰো: যাৱে আহান

পুত্ৰ নহে তাৰে গৃহত থাকিম। পাছে হৰি আজ্ঞায়ে সন্ন্যাস লৈবো। মৈত্ৰেয়ে কহন্ত: কৰ্দ্দমে এহি বাক্য বুলি মৌন হয়া হৰিক চিন্তি ৰহিলা। মনুও মহিষী সহিতে কন্যাৰ অভিপ্ৰায় বুজি মহাৰঙ্গে বিবাহ দিলা। শতৰূপায়ো অনেক যৌতুক বস্ত্ৰ-অলঙ্কাৰ দিলা। সদৃশ বৰত কন্যা দিয়া মনু নিচিন্ত মন হৈলা। পাছে জীউ-জামাইক সম্বুদ্ধি অনুজ্ঞা লৈয়া সপৰিয়ালে দেশক গৈলা। (শ্লোক ১৫—১৬)

ৰাজা আসিবাৰ জানি প্ৰজাসব পঞ্চম শব্দ কৰি মহা-আনন্দে আগবাঢ়ি গৈলা। পাছে আপুনাৰ পুৰী বৰ্হিষ্মতীক প্ৰৱেশিলা, যাত যজ্ঞবৰাহৰ লোম পৰিছে, সেই লোমে কুশ, কাশি হৈলা, যাক লৈয়া ঋষিসৱে যজ্ঞ কৰি হৰিক যজন্ত। পাছে আপুনাৰ গৃহ পশি ধৰ্ম্ম ৰাখি অনেক বিষয় ভোগ কৰিলা, যজ্ঞ কৰি হৰিক যজিলা, ইছাময় বিষয় ভোগেও তান্ক সংসাৰী কৰিতে নপাৰিলা, যাতো হৰিত শৰণ লয়া প্ৰত্যেক দিনে প্ৰভাতত শ্ৰদ্ধায়ে হৰি-কথা শুনিলা, মনতো চিন্তিলা, আপুনিও কৰিলা। এমনে হৰিকথাৰ প্ৰসঙ্গে তিনি-গুণৰ বৃত্তি জিনি একসত্তৰি যুগ গঞাইলা, যাতো হৰিৰ একান্ত ভক্তক তিনিও তাপে বাধা নকৰে। জানা বিদুৰ, প্ৰসঙ্গত মনুৰ চৰিত্ৰ কহিলো। আৰে দেৱহূতিৰ কথা শুনা। (শ্লোক ২৭—৩৯)

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে দ্বাবিংশোঽধ্যায়ঃ।
আক জানি সব লোক হৰি বোল হৰি।

শ্লোক: কামভোগাস্তথা তাপা ভগৱৎপদসংশ্ৰয়ং।
নৈৱাভিভৱিতুং শক্তা ইতি দ্বাবিংশকে স্থিতম্॥

---

# ত্ৰয়োবিংশ অধ্যায়

## কৰ্দ্দমৰ গৃহাশ্ৰম

তেইশ অধ্যায়ে কৰ্দ্দমৰ গৃহাশ্ৰম কহিবা।

মৈত্ৰেয়ে কহন্ত: পিতৃ গৃহক গৈলে দেৱহূতি স্বামীৰ ইঙ্গিত বুজি সাৱধানে শুদ্ধভাৱে শুশ্ৰূষা কৰিলা। সেৱাত তুষ্ট হয়া কৰ্দ্দমে বোলন্ত: হে দেৱহূতি, তোমাৰ সেৱাত মঞি তুষ্ট হৈলো, যাতো মোৰ অৰ্থে দেহৰ দুঃখক নচাহিলা। এতেকে ভগৱন্তৰ কৃপাত মোৰ অবিনাশী যোগ-সমাধিসৱ তোমাক দিবো, যাক পায়া তুমি মহাসুখে দিব্য ভোগ কৰিবা। দেৱহূতি বোলন্ত: হে দ্বিজোত্তম, তুমি যে সম্পত্তি দিবাক পাৰা তাক মঞি জানো। কিন্তু পুত্ৰৰ অৰ্থে তোমাৰ আমাৰ অঙ্গ-সঙ্গ হোক। তাক লাগি গৃহাদি নিৰ্ম্মাণ কৰা। তেৱে স্নান-পান-ভোজনে মহাৰঙ্গ হয়া কাম-কেলি কৰিম।

( শ্লোক ১—১১ )

মৈত্ৰেয়ে কহন্ত: পত্নীৰ প্ৰীতি ইছায়ে কৰ্দ্দম ঋষি যোগবলে তেখনে দিব্য বিমান কৰিলা, যাত সকল সম্পত্তি আছে, যাত সকল বাঞ্ছিত বস্তু পাই। দেৱহূতি এমন বিমান দেখিয়ো দাসীগণ নেদেখি মন সন্তোষ নহৈল। তাক জানি কৰ্দ্দমে বোলন্ত: হে দেৱহূতি, তুমি এই তীৰ্থত স্নান কৰি বিমানত উঠা। ই তীৰ্থ হৰি কৰিছা, যাত স্নান কৰিলে সকল কামনা সিঝে। পাছে দেৱহূতি স্বামীৰ বচনে বিবৰ্ণ দেহে জলত নামিলা। জলত দেখন্ত— গৃহত সহস্ৰ পদ্মিনী কন্যাসৱ আছে। তাৰাও তাঙ্ক দেখি তেখনে উঠি অঞ্জলি

কৰি বোলয় ঃ আমি তোমাৰ কিঙ্কৰী, যি লাগে আজ্ঞা কৰা। পাছে তাৰা তাঙ্ক উত্তম মতে স্নান কৰাই বস্ত্র-অলঙ্কাৰ পিন্ধাইলে, পঞ্চামৃতে ভোজন কৰাইলে, কর্পূ্ৰ-তাম্বুল দিলে। ( শ্লোক ১২—৩৩ )

পাছে দেৱহূতি দর্পণত আপুনাৰ সুন্দৰ ৰূপ দেখি স্বামীক মনত স্মৰিলা। তেখনে তাহান সমীপতে আপুনাক দেখিলা। এমনে ঋষিৰ যোগ-মহিমা দেখি মনত বিস্ময় হৈলা। কৰ্দ্দমেও দেৱহূতিক দেখি ভার্য্যাসমে বিমানত উঠিলা। সেই বিমানত বিদ্যাধৰীসৱে সেৱিত হুয়া দেৱৰ ক্রীড়া-স্থানসৱত ফুৰিলা। বৈশ্রম্ভক, সুৰসন, নন্দন, পুষ্পভদ্রক, চৈত্রৰথ বনতো ৰমিলা; মানস সৰোবৰতো ক্রীড়া কৰিলা; কামগ বিমানে দেৱহূতিক সকল ভূমণ্ডল দেখাই আপুনাৰ আশ্রমক আসিলা। হে বিদুৰ, কৰ্দ্দমৰ ঐশ্বর্য্যক আশ্চর্য্য নেদেখিবা, যাতো যাৰা হৰি চৰণক আশ্রয় কৰিছে তাৰাৰ কিছো দুর্লভ নাই। এমনে কৰ্দ্দম-দেৱহূতিৰ আনন্দতে অনেক বৎসৰ নিমিষ হেন গৈল।

( শ্লোক ৩৪ -৪৬ )

পাছে ঋষি ভার্য্যাত গৰ্ভাধান কৰিলা। দেৱহূতিও একেদিনে নৱ-কন্যা প্রসৱিলা। সবে পদ্মগন্ধী সর্ব্বাঙ্গ-সুন্দৰী ভৈলা। পাছে দেৱহূতি মুনিক সন্ন্যাসী হৈবন্ত জানি মনত বিষাদে কান্দিয়া বোলন্ত ঃ হে স্বামী, তুমি আপুনাৰ অঙ্গীকাৰ সবে পূৰিলা; তথাপি মোক অভয় দিবাক লাগে, যাতো তোমাত শৰণ পশিছো। তোমাৰ দুহিতাসৱে অৱশ্যে সমান পতিক বৰিব। তুমি বনক গৈলে কোনে মোৰ শোক দূৰ কৰিবেক? হৰিভক্তি বিনে বিষয় ভোগত এতকাল ব্যর্থে গৈল। ভোগক আশায়েসে তোমাক পতি কৰিলো, মহামহন্ত বুলি নজানিলো। তথাপি মোক অভয় দিয়া, যাতো সাধু-সঙ্গতো বিষয়-সঙ্গো মোক্ষ সাধে। হৰিভক্তি নকৰিলে পুৰুষক জীৱন্তে শৱ বুলি। ময়ো তেমনে হৰিৰ মায়ায়ে বঞ্চিত হয়া তুমি হেন মহন্তক পায়া সংসাৰ তৰিতে নুখুজিলো। ( শ্লোক ৪৭—৫৭ )

শ্রীভাগৱতকথায়াং তৃতীয়স্কন্ধে ত্রয়োবিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক ঃ ত্রয়োবিংশে দেৱহূত্যা বাক্যেনেতি নিৰূপিতং।
যথা তথা প্রকাৰেণ সংসঙ্গো মুক্তিকাৰণম্॥

———

# চতুৰ্বিংশ অধ্যায়

## কপিলৰ জন্ম, কৰ্দ্দমৰ সন্ন্যাস

চব্বিশ অধ্যায়ে কপিলৰ জন্ম, কৰ্দ্দমৰ সন্ন্যাস কহিবা।

মৈত্ৰেয়ে কহন্ত: পাছে কৰ্দ্দমে বিষ্ণুৰ বাক্য সুমাৰি কৃপায়ে দেৱহূতিক বোলন্ত: হে ৰাজপুত্ৰী, তুমি আপুনাক প্ৰতি খেদ নকৰিবা, যাতো তোমাৰ গৰ্ভত ভগৱন্ত জাত হৈবা। এতেকে কায়-বাক্য-মনে ভগৱন্তক ভজা। তেৱে পুত্ৰ হয়া তোমাৰ গ্ৰন্থি ছেদিবা। মৈত্ৰেয়ে কহন্ত: দেৱহূতি স্বামীৰ বচনক বিশ্বাস কৰিয়া শুদ্ধভাৱে ভগৱন্তক ভজিলা। পাছে ভগৱন্তো কৰ্দ্দমৰ বীৰ্য্যে দেৱহূতিত জাত হৈলা, যেন কাষ্ঠত স্বতঃসিদ্ধ অগ্নি ঘৰ্ষণে ব্যক্ত হয়।

( শ্লোক ১—৬ )

তেখনে স্বৰ্গত নানা বাদ্য হৈল, গন্ধৰ্ব্বে গীত গাইল, অপেচৰাসৱো নৃত্য কৰিল, দশোদিশ প্ৰসন্ন হৈল, জলো নিৰ্ম্মল পৰিল, লোকৰ মন স্বস্থ হৈল। পাছে কৰ্দ্দমৰ আশ্ৰমক পুত্ৰগণসৱে ব্ৰহ্মা আসিলা। ভগৱন্তক শুদ্ধ সত্ত্ব অংশে অৱতাৰ হৈবাৰ জানি স্তুতি-নতি কৰি কৰ্দ্দমক বোলন্ত: হে পুত্ৰ, তুমিসে মোক শুশ্ৰূষা কৰিলা, যাতো শ্ৰদ্ধায়ে মোৰ বাক্য ধৰিলা। এই তোমাৰ কন্যাসৱক অনুৰূপ চায়া ঋষিসৱক দান কৰা। পুত্ৰ পুনু সাক্ষাতে ঈশ্বৰ, সাংখ্য কহিবাক লাগি অৱতাৰ ধৰিলা, যাতো পদ্ম-লোচন, চৰণতো পদ্ম-চিহ্ন আছে। আৰে দেৱহূতিক বোলন্ত: হে মানৱী, ভগৱন্তক তুমি পুত্ৰ পাইছা। এতেকে জ্ঞান কহি তোমাৰ অবিদ্যা দূৰ কৰিবা,

লোকত কপিল নাম হৈবেক, সিদ্ধগণৰো ঈশ্বৰ হৈবা, তোমাৰ কীৰ্ত্তি বঢ়াইবা।
( শ্লোক ৭—১৯ )

মৈত্রেয়ে কহন্ত: ব্রহ্মা দুয়োকো আশ্বাস কৰি মৰীচি আদিক বিবাহৰ অৰ্থে থৈয়া চাৰি সিদ্ধ, নাৰদ সহিতে ব্রহ্মলোকক গৈলা। কৰ্দ্দমো ব্ৰহ্মাৰ বচনে নৱ কন্যা দান কৰিলা। তাক পৃথকে শুনা: মৰীচিক কলা, অত্রিক অনসূয়া, অঙ্গিৰাক শ্রদ্ধা, পুলস্তিক হৱিৰ্ভূ, পুলহক গতি, ক্রতুক ক্রিয়া, ভৃগুক খ্যাতি, বশিষ্ঠক অৰুন্ধতী, অথৰ্ব্বনক শান্তি যথাযোগ্য বিবাহ দিলা।
( শ্লোক ২০—২৪ )

নৱ বৰ-কন্যাক বস্ত্র অলঙ্কাৰ দিয়া আনন্দ কৰাই আপুনাৰ আশ্রমক পঠাই দিলা। পাছে পুত্রক হৰিৰ অৱতাৰ জানি নিৰঞ্জন থানত প্রণাম কৰিয়া অনেক স্তুতি কৰিয়া বোলন্ত: হে ভগৱন্ত, মঞি সন্ন্যাস লৈয়া তোমাক মনত চিন্তি বনক যাইবাক চাওঁ। তাত কিবা আজ্ঞা পাও? ভগৱন্তে বোলন্ত: হে ঋষি, মঞি তোমাক কৃপায়ে পুত্র হৈয়া আছো। এতেকে তোমাৰ গৃহত থাকিলেও মোক্ষ হুইবেক। তথাপি যদি বনক চলিবে চাৱা, তেৱে সদায়ে মোক চিন্তি ফুৰা। মঞি মাতৃত আত্মজ্ঞান কহিবো, যাক জানি অনায়াসে সংসাৰ তৰিবা। মৈত্রেয়ে কহন্ত: কপিলৰ বাক্য শুনি কৰ্দ্দমে তাঙ্ক দণ্ডৱতে প্রদক্ষিণ কৰি বনক চলি গৈলা, মৌনব্রত ধৰিলা, অসঙ্গ হৈলা, অহঙ্কাৰ-মমকাৰ এড়িলা, কাম-ক্রোধ জিনি সমদৃষ্টি ভৈলা, সকল জগতত বাসুদেৱক দেখিলা, জগতক বাসুদেৱতে দেখিলা, ভগৱন্তৰ ভক্তিবলে ভাগৱতী গতি পাইলা। ( শ্লোক ২৫—৪৭ )

শ্রীভাগৱতকথায়াং তৃতীয়স্কন্ধে চতুৰ্বিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক: ভক্তি সাংখ্যঞ্চ যোগশ্চ কথিতাঃ কৰ্দ্দমালয়ে।
গৃহীত দেহং কপিলং সিদ্ধেশং প্রণতোঽস্ম্যহম্॥

———

# পঞ্চবিংশ অধ্যায়

## ভক্তি-যোগ

পঞ্চবিংশ অধ্যায়ে কপিলে মাতৃত ভক্তি-যোগ কহিবা।

মৈত্রেয়ে কহন্ত : পিতৃ বনক গৈলে মাতৃৰ প্রিয়ক ইছায়ে কপিল গোসাই আশ্রমতে ৰহিলা। পাছে দেৱহূতি কপিল পুত্রক অকৰ্ম্মা দেখি ব্রহ্মাৰ বচন মনত স্মৰি বোলন্ত : হে ভগৱন্ত, মঞি মিছা বিষয় সুখত অনেক তাপ পাইলো; যি সুখ কৰিতে নৰকত পৰিলো। তুমি লোকক কৃপায়ে জ্ঞান প্রকাশক সূৰ্য্য হেন অৱতাৰ হয়াছা। এতেকে মোৰ মোহ দূৰ কৰিবাক যোগ্য হোৱা। ( শ্লোক ১—১০ )

মাতৃৰ এহি বাক্য শুনি কপিল গোসাই হাস্য বদনে বোলন্ত : শুনা মাতৃ, পুৰুষৰ চিত্তে বন্ধ-মোক্ষ হুয়োৰে কাৰণ; যাতো হৰিত ৰমিলে মোক্ষ হয়, বিষয়ত ৰমিলে বন্ধ হয়। যেখন অহম্মম জন্য কাম-ক্রোধাদি মল এৰি মন শুদ্ধ শান্ত হয়, তেখনে পুৰুষে ব্রহ্মজ্ঞান পাৱে। তাক পাইবাক লাগি ভগৱন্তৰ ভক্তিবিনে আন সুগম উপায় নাই। সমাৰে মূল সাধুৰ সঙ্গ। এতেকে সাধুৰ লক্ষণ শুনা : কৃপালু, সবাৰে সুহৃদ, পৰম শান্ত, মোত সদায় ভক্তি কৰন্ত, মোৰ অৰ্থে কৰ্ম্ম-ধৰ্ম্ম, জ্ঞাতি-কুটুম্বকো এৰিছন্ত। মোৰ কথাও নিতে শ্রৱণ-কীৰ্ত্তন কৰন্ত। এমনে সাধুৰ সঙ্গ তুমি সদায় প্রাৰ্থনা কৰা। তেৱে তাৰা তোমাৰ সকল দুঃসঙ্গ-দোষ হৰিবা, যাতো সাধু-সঙ্গত হৰিকথা ৰসে কৰ্ণ-মনৰ আনন্দ দেই, মোৰো বীৰ্য্যক জনায়ে, তাক শ্রৱণ-কীৰ্ত্তন কৰিলে

হৰিত শ্ৰদ্ধা, ৰতি, ভক্তি হয়। ভক্তি হৈলে বিষয়ত বিৰক্তি হয়, তেৱে চিত্ত থিৰ কৰি জ্ঞান পায়া এহি শৰীৰতে মোক পাৱে। দেৱহূতি পুছন্ত: হে ভগৱন্ত, কাক তোমাৰ ভক্তি বুলি, যাত অনায়াসে তোমাৰ পদক পাইবো, তাক মই স্ত্ৰীমতি যেমনে বুজিবো, তেমনে কহিয়োক।

( শ্লোক ১১—৩০ )

মৈত্ৰেয়ে কহন্ত: এমনে মাতৃৰ মন বুজি কৃপায়ে কপিল গোসাই সাংখ্য-যোগ ভক্তি কহিলা। প্ৰথমে উত্তম ভক্তি কহন্ত, পুৰুষৰ সকল ইন্দ্ৰিয় নিষ্কামে সদায়ে হৰিত লাগিলে ভাগৱতী ভক্তি বুলি তাক মোক্ষতো কৰি বৰ কহি। মোক্ষ পুনু অযত্নে হয়। এতেকে মোৰ একান্ত ভক্তসৱে মুক্তিকো বাঞ্ছা নকৰে, কিন্তু অন্যো অন্যে প্ৰীতি কৰি মোৰ গুণ নিত্যে শ্ৰৱণ-কীৰ্ত্তন কৰে। তেৱে তাৰা মোৰ দিব্যৰূপক দেখে, কথা-বাৰ্ত্তাও কহে। পাছে সেই ৰূপে প্ৰাণ-মন হৰে। সুখুজিলেও ভকতিয়ে মোক্ষ গতি দেই। পাছে সত্য-লোকৰ সম্পত্তি, অষ্টাঙ্গ ঐশ্বৰ্য্য, বৈকুণ্ঠ সম্পত্তিও তাৰাক লাগ ধৰে। তাৰা যদি ইছা নকৰে তথাপি বৈকুণ্ঠলোকত অৱশ্যে পাৱে। মোৰ ভকতসৱ কদাচিতো বৈকুণ্ঠলোকৰ পৰা নপৰে। যাতো মোৰ প্ৰিয় আত্মা বান্ধৱ মানিছে। এতেকে কালচক্ৰে নোচোৱে। সবাকে এৰিয়া মোত শৰণ পশি যিজনে নিতান্তে ভকতি কৰে, তাক অৱশ্যে মঞি সংসাৰক তাৰি বৈকুণ্ঠলোকক নেঞো। মঞি ভগৱন্ত বিনে আনক ভজিলে কদাচিতো সংসাৰ নুগুচে। মোক ভয়েসে বায়ু বহন্ত, সূৰ্য্যে তাপ কৰন্ত, ইন্দ্ৰে বৰিষন্ত, অগ্নিয়ে দহন্ত, মৃত্যুয়ে মাৰন্ত। এতেকেসে যোগীসৱে ভকতি কৰি মোৰ অভয় চৰণ ভজে। এহিমানে মাত্ৰ পুৰুষৰ পুৰুষাৰ্থ, ভক্তি কৰি সদায়ে মোত মাত্ৰ চিত্ত দিব।

( শ্লোক ৩১—৪৩ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে পঞ্চবিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক: পঞ্চবিংশে নিগদিতং হৰিপাদনিবেদনং।

মোক্ষাধিকং সুখং সৰ্ব্বসুখদং দুঃখনাশনম্॥

---

# ষড়্‌বিংশ অধ্যায়

## চৌবিশ তত্ত্বৰ জন্ম, লক্ষণ

ছাবিশ অধ্যায়ে চৌবিশ তত্ত্বৰ জন্ম, লক্ষণ কহিবা।

কপিলে কহন্ত: হে মাতৃ, আৱে তোমাত সাংখ্য কহিবো, যাক জানি পুৰুষে প্ৰকৃতি গুণে মুক্ত হয়। প্ৰথমে পুৰুষ প্ৰকৃতি কহো। প্ৰকৃতিৰ পৰ নিগু‍‍র্ণ আত্মাক পুৰুষ বুলি, যাত হন্তে জগত প্ৰকাশ কৰে। প্ৰকৃতি তিনি গুণময়, যাত হন্তে কাৰ্য্য-কাৰণ জগত হয়। আৱে চৌবিশ তত্ত্বৰ লেখা শুনা। পৃথিৱী, অপ্, তেজ, বায়ু, আকাশ, আক মহাভূত বুলি। গন্ধ, ৰস, ৰূপ, স্পৰ্শ, শব্দ, আক বিষয় বুলি। ত্বক্, চক্ষু, ৰসনা, ঘ্ৰাণ, শ্ৰোত্ৰ, আক জ্ঞানেন্দ্ৰিয় বুলি। বাক্, পাণি, পাদ, পায়ু, উপস্থ, আক কৰ্ম্মেন্দ্ৰিয় বুলি। মন, বুদ্ধি, অহঙ্কাৰ, চিত্ত আক অন্তঃকৰণ বুলি। এই চৌবিশ তত্ত্ব জানিবা।

( শ্লোক ১—১৫ )

আৱে ইহাৰ সৃষ্টি শুনা। পুৰুষে প্ৰকৃতিৰ গৰ্ভাধান কৰন্ত। তেৱে মহত্তত্ত্ব উপজে, তাকে চিত্তো বুলি। মহত্তত্ত্ব হন্তে অহঙ্কাৰ হয়। সিও সাত্বিক ৰাজসিক, তামসিক ভেদে তিনিবিধ হয়। সাত্বিকত হন্তে মন, দেৱগণ হয়। ৰাজসিকত হন্তে বুদ্ধি, ইন্দ্ৰিয়গণ হয়। তামসিকত হন্তে মহাভূত, বিষয়গণ হয়। এমনে চৌবিশ তত্ত্ব জাত হয়া ব্ৰহ্মাণ্ড কৰিতে নাপাৰিলা। পাছে ভগৱন্তে সবাতে প্ৰৱেশিলা। তেৱে চৌবিশ তত্ত্ব হন্তে ব্ৰহ্মাণ্ড হৈল, যাৰ ভিতৰত তিনিও লোক প্ৰকাশে, বাহিৰত সপ্তাৱৰণ আছে। অচেতনে ব্ৰহ্মাণ্ড

সহস্র বৎসৰ জলত আছিল। ভগৱন্ত অধিষ্ঠানে অনেক ছিদ্র জাত হৈল। তাক আৱে সাৱধানে শুনা: (শ্লোক ১৬—৫৩)

প্রথমে মুখ জাত হৈল; তাত বাক্ ইন্দ্রিয়, অগ্নি দেৱতা, বাক্য বিষয় বুজিবা। নাসাত ঘ্রাণ ইন্দ্রিয়; অশ্বিনীকুমাৰ দেৱতা, গন্ধ বিষয়। অক্ষিত চক্ষু ইন্দ্রিয়; সূৰ্য্য দেৱতা; ৰূপ বিষয়। কর্ণত শ্রোত্র ইন্দ্রিয়; দিশ দেৱতা; শব্দ বিষয়। চৰ্ম্মত ত্বক্ ইন্দ্রিয়; বায়ু দেৱতা, পৰশ বিষয়। শিশ্নত ৰেতস ইন্দ্রিয়, প্রজাপতি দেৱতা, আনন্দ বিষয়। গুদত পায়ু ইন্দ্রিয়; মিত্র দেৱতা; মলত্যাগ বিষয়। হৃদয়ত মন ইন্দ্রিয়; চন্দ্র দেৱতা, অনিৰুদ্ধ উপাস্য বুদ্ধিত ব্রহ্মা দেৱতা, প্রদ্যুম্ন উপাস্য। অহঙ্কাৰত ৰুদ্র দেৱতা, শঙ্কৰিষণ উপাস্য। চিত্তত ক্ষেত্রজ্ঞ দেৱতা; বাসুদেৱ উপাস্য। এমনে ইন্দ্রিয় সমে দেৱগণে অনেক যত্ন কৰিও বিৰাটক তুলিবাক নাপাৰিলা। পাছে চিত্ত সমে ভগৱন্ত প্রবেশ হৈলে বিৰাট সচেতন হৈয়া উঠিল। যাক বিনে প্রাণ ইন্দ্রিয় দেৱগণে বিৰাটক চেতন কৰিতে নাপাৰে, সেই ভগৱন্তক দেহত বিবেক কৰি সদায় চিন্তোক। (শ্লোক ৫৪—৭২)

শ্রীভাগৱতকথায়াং তৃতীয়স্কন্ধে ষড়্‌বিংশোঽধ্যায়ঃ।
আক জানি সব লোক হৰি বোল হৰি।

শ্লোক: প্রাণেন্দ্রিয় মনোদেৱা নোত্থাপয়িতুমঞ্জসা।
শক্তবন্তি বিনা যেন ব্রহ্মাণ্ডং তমহং ব্রজে॥

———

# সপ্তবিংশ অধ্যায়

## সাধন বলে প্ৰকৃতি-পুৰুষ বিৱেকে মোক্ষৰ প্ৰকাৰ

সাতাইশ অধ্যায়ে সাধন বলে প্ৰকৃতি-পুৰুষ বিৱেকে মোক্ষৰ প্ৰকাৰ কহিবা।

কপিলে বোলন্ত : জানা মাতৃ, নিৰ্গুণ আত্মা প্ৰকৃতিৰ গুণত অহঙ্কাৰে বন্ধ হয়া নানা বিধ সংসাৰক পাৱে। যদ্যপি সংসাৰ মিছা হয়, তথাপি নুগুচে, যেন স্বপ্নত মিছা ভয়াদি দুঃখ নজাগে পৰ্য্যন্ত নুগুচে। তেমনে জ্ঞান-বৈৰাগ্য ভক্তিৰ বলে যাৱে জ্ঞান মুপজে, তাৱে পুৰুষৰ সংসাৰ মুগুচে। এতেকে পুৰুষে সদায় হৰি-ভক্তি কৰোক। তেৱে প্ৰকৃতি-পুৰুষক পৃথকে জানি জীৱাত্মায়ে পৰমাত্মাক পাৱে। মায়াও আপুনি দূৰ হয়। সেই বেলা যোগ-সিদ্ধিসৱো লাগ ধৰে, তাত মন নেদিলে পুৰুষৰ আত্যন্তিক মোক্ষ হয়, যাত মৃত্যুৰ প্ৰভাৱ নাই। (শ্লোক ১—৩০)

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে সপ্তবিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : সসাধনেন কথিতং পুম্প্ৰকৃত্যোৰ্বিবেচনং।
যেনেদং তমহং বন্দে কপিলং লোক-লোচনম্॥

---

# অষ্টাবিংশ অধ্যায়

## যোগ-পথে হৰিৰ ধ্যান

অষ্টাবিংশ অধ্যায়ে যোগ-পথে হৰিৰ ধ্যান কহিবা।

কপিলে কহন্ত : হে মাতৃ, আরে যোগৰ লক্ষণ শুনা, যাক কৰিলে মন প্ৰসন্ন হয়। প্ৰথমে যম-নিয়ম কহো। পুৰুষে স্বধৰ্ম্ম কৰিব, অধৰ্ম্ম এৰিব, অযত্নে যি মিলে তাতে সন্তোষ হৈব, মহন্তৰ চৰণ সেৱা কৰিব, প্ৰবৃত্তি ধৰ্ম্ম এৰি নিবৃত্তি ধৰ্ম্ম ধৰিব; অল্প আহাৰ কৰিব; ব্ৰহ্মচৰ্য্য ধৰিব; নিৰঞ্জন স্থানত থাকিব; পৰহিংসা নকৰিব; হৰিপূজা কৰিব; বৃথা কথা নকহিব; ৰাগ-লোভ এৰি পাছে শুচি দেশত কুশাসনত বসিব; পদ্মাসন ধৰি প্ৰাণায়াম কৰিব; ইন্দ্ৰিয়-মন নিয়মি হৃদয়তে হৰিৰ ৰূপ চিন্তিব। কেমন ৰূপ: শ্যাম সুন্দৰ, পীতাম্বৰ, প্ৰসন্ন বদন, কমল নয়ন, নাসা তিল-ফুল, অধৰ ৰাতুল, মুখে মন্দ হাস, কটাক্ষ বিলাস, পৰম নিকুঞ্জ, চাৰু চতুৰ্ভুজ, শঙ্খ-চক্ৰধৰ, গদা-পদ্মকৰ, সৰ্ব্বাঙ্গ-সুন্দৰ, ৰূপ-মনোহৰ, কিৰীটিৰ কান্তি, অলকাৰ পান্তি, কৰ্ণত কুণ্ডল, শোভে গণ্ডস্থল, কৌস্তুভ কণ্ঠত, শ্ৰীবৎস বক্ষস্থলত, ভ্ৰমৰে ৰঞ্জয়, অঙ্গদ বলয়, বাহুত শোভয়, মেখলা কটিত, কিঙ্কিণী ৰঞ্জিত, চৰণ দুতয়, নূপুৰে শোভয়, ৰাঙ্গা পাদতল, অঙ্কুশ-কমল, ধ্বজ-বজ্ৰ পান্তি, নখ-চন্দ্ৰ কান্তি, জঙ্ঘা জানুবৰ, উৰু কৰিকৰ, কিশোৰ বয়স, আছে সৰ্ব্বৰস, ভকত বৎসল, পৰম উজ্জ্বল, ভক্ত হৃদয়ত থাকন্ত সতত। ( শ্লোক ১—১৮ )

এমনে সমগ্ৰ ৰূপত মন থিৰ কৰি একৈক অঙ্গ চিন্তিব চৰণৰ পৰা মূৰলৈকে পৰ্য্যন্তে। পাছে হৰিৰ ৰূপত একাগ্ৰ মন কৰি আন কিছো নেদেখিব। এমনে হৰিৰ প্ৰীতি হৈলে হৃদয় দ্ৰৱিত, তনু ৰোমাঞ্চিত, আনন্দ লোতক হয়। পাছে চিত্তে মূৰ্ত্তিক এৰি পৰমানন্দ আকাৰে ৰহে; ধ্যাতা-ধ্যেয় বিভাগ গুচে। তেৱে জীৱ মুক্ত হয়া আপুনাৰ দেহকো নেদেখে। যাৱে প্ৰাৰব্ধ কৰ্ম্ম ভোগ থাকে, তাৱে দেহ ৰহি থাকে। পাছে তাকো এৰি পুৰুষে আপুনাৰ স্বৰূপত ৰহে। ( শ্লোক ১৯—৪৪ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে অষ্টাবিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক ঃ যদ্ধ্যানোদ্‌ভূতয়া ভক্ত্যা ভজতে নিজৰূপতাং।
তমহং পৰমানন্দং নমামি প্ৰাণবল্লভম্॥

---

# একোনত্ৰিংশ অধ্যায়

## বহুবিধ ভক্তি, কালৰো বিক্ৰম

উনত্ৰিংশ অধ্যায়ে বহুবিধ ভক্তি, কালৰো বিক্ৰম কহিবা।

দেৱহূতি পুছন্ত: হে ভগৱন্ত, সাংখ্যযোগ শুনিলো। আৱে ভক্তিযোগৰ পথ বাহুল্য কৰি কহা। আৰো বৈৰাগ্যৰ অৰ্থে বিবিধ সংসাৰ, কালৰো স্বৰূপ কহা। এমতে মাতৃৰ বাক্য শুনি কৃপায়ে কপিলে কহন্ত: হে মাতৃ, পুৰুষৰ স্বভাৱ গুণে ভক্তি-যোগ অনেক মতে প্ৰকাশ কৰয়, তাক পৃথকে পৃথকে শুনা। শত্ৰু বধিবাক ইচ্ছালে যি হৰিভক্তি কৰে, তাক প্ৰাবুদ্ধ

তামস বুলি। দম্ভভাৱে কৰিলে মধ্য তামস বুলি। মৎসৰ ভাৱে কৰিলে উত্তম তামস বুলি। ভোগক আশাই কৰিলে প্ৰাকৃত ৰাজস বুলি। যশক আশাই কৰিলে মধ্যম ৰাজস বুলি। ঐশ্বৰ্য্যক আশাই কৰিলে উত্তম ৰাজস বুলি। পাপ-ক্ষয়াৰ্থে কৰিলে প্ৰাকৃত সাত্ত্বিক বুলি। হৰিৰ প্ৰীতিৰ অৰ্থে কৰিলে মধ্যম সাত্ত্বিক বুলি। মোৰ কৰ্ত্তব্য বুলি কৰিলে উত্তম সাত্ত্বিক বুলি। এমনে নৱ ভাগ বুজিবা। পুনু নৱবিধ ভক্তিক নৱ ভাগ কৰিলে ন-নৱাংশে একাশী বিধ বুজিবা। নিগুৰ্ণ ভক্তি একে বিধ। আৱে আক শুনা: মোৰ গুণ শ্ৰৱণ মাত্ৰে মঞি পুৰুষোত্তমত নিষ্কামে নিৰন্তৰে মনৰ বৃত্তিকে নিগুৰ্ণ ভক্তিৰ স্বৰূপ বুজিবা। যেন গঙ্গাজল সততে সাগৰতে পৰে, তেমনে মনৰ বৃত্তিও হৰিত থাকে। ( শ্লোক ১—১২ )

এমনে ভক্তসৱে মোৰ সেৱা বিনে সালোক্য, সাৰ্ষ্টি, সামীপ্য, সাৰূপ্য, একত্ব মঞি দিলেও নলৱে, যাতো সেই ভক্তিকে পৰম সুখ বুলি কহে, যাক আচৰিলে অযত্নে তিনিগুণ এৰাই মোৰ স্বৰূপ পাৱে। আৱে এহি ভক্তিৰ সাধন শুনা। মোত অৰ্পিয়া নিষ্কামে স্বধৰ্ম্ম কৰিব; নিতে পূজা কৰিব; প্ৰাণীক হিংসা নকৰিব; মোৰ প্ৰতিমাক দৰ্শন, স্পৰ্শন, প্ৰণাম কৰিব; প্ৰাণীক হৰিবুদ্ধি দেখিব, বিষয়ত বিৰক্তি, মহন্তক মান্য, দীনক দয়া, সমানত মৈত্ৰী, মোৰ নাম-কীৰ্ত্তন কৰিব, মহন্তৰ সঙ্গ লৈব, মোৰ কথা শুনিব। এতেকে সাধনে চিত্ত শুদ্ধ হয়া পুৰুষে সাক্ষাতে মোক পাৱে। মঞি সৰ্ব্ব প্ৰাণীৰ হৃদয়ত থাকো। তাক নিন্দা, অসূয়া, হিংসা, অৱজ্ঞা কৰি যি মোৰ প্ৰতিমা পূজে, তাত কদাচিতো মঞি তুষ্ট নহো, মনো প্ৰসন্ন নহে, পূজাও বিফল হোৱে, সংসাৰো নুগুচে। তাৱে প্ৰতিমা পূজিব যাৱে সবাৰো অন্তৰ্য্যামী মোক নজানে। এতেকে সদায় অন্তৰ্য্যামী মোক পূজা কৰোক।

( শ্লোক ১৩—২৭ )

তাতে বৰক বৰ সংকাৰ কৰিবেক। তাত তাৰতম্য শুনা: বৃক্ষাদিত কৰি পক্ষীসৱ শ্ৰেষ্ঠ, পক্ষীত কৰি পশুসৱ শ্ৰেষ্ঠ, তাতো কৰি মনুষ্য শ্ৰেষ্ঠ। মনুষ্যৱ মধ্যত ব্ৰাহ্মণ শ্ৰেষ্ঠ, তাৰো মাজত পণ্ডিত শ্ৰেষ্ঠ, তাতো কৰি মোৰ একান্ত ভক্ত শ্ৰেষ্ঠ, যাতো সি ভক্তে সকল জগতক মনে মান্য কৰে, আৰো মোৰ কথা নিৰন্তৰে শ্ৰৱণ-কীৰ্ত্তন কৰে। জানা মাতৃ, তোমাত মঞি ভক্তি-যোগৰ কথা কহিলো। আৱে কালৰ বিক্ৰম শুনা: কাল ভগৱন্তৰে ৰূপ, যাত হন্তে সবাৰে ভয় হয়, যাৰ শত্ৰু-মিত্ৰ নাই, সদায়ে অপ্ৰমত্ত হয়া প্ৰমত্ত জনক

অন্ত কৰন্ত, যাক ভয়ে দেৱগণে আপুনাৰ কাৰ্য্য কৰন্ত, যাক ভয়ে বৃক্ষসৱ কালে কালে ফল-ফুল ধৰন্ত, যাক ভয়ে নদ-নদী বহে, সাগৰো মৰ্য্যাদা নলঙ্ঘে, যাৰ আদি-অন্ত নাই, তেওঁ পুনু সবাৰে আদি-অন্ত কৰন্ত। (শ্লোক ২৮--৪৫)

শ্রীভাগৱতকথায়াং তৃতীয়স্কন্ধে একোনত্রিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক ঃ যৎসেৱাৰসসংমগ্নাঃ সালোক্যাদি পদান্যপি।
নেচ্ছন্তি তমহং বন্দে ভক্তি-সুখকাময়া॥

---

# ত্রিংশ অধ্যায়

## বিষয়ী জনৰ অধোগতি

ত্রিংশ অধ্যায়ে কেৱলে বিষয়ী জনৰ অধোগতি কহিবা।

কপিলে কহন্ত ঃ জানা মাতৃ, যদ্যপি কালে সবাকো সংহৰে, তথাপি তাৰ বিক্রমক কেৱো নজানে। আপুনাৰ সুখৰ অৰ্থে যি যি কাৰ্য্য কৰে, তাকে তাকে কালে সংহৰে, পুৰুষে কেৱলে দুঃখ মাত্র পাৱে, যাতো মিছা দেহৰ অৰ্থে মিছা বিষয়ক সত্য কৰি মানে। এতেকে জীৱে যেই যেই যোনিক যাই, তাতে তাতে সুখ পায়া তাক এড়িবে নোখোজে। নৰকত থাকি তেও সি দেহ এড়িতে ইছা নকৰে, যাতো হৰিৰ মায়ায়ে মোহিত হয়া নৰক-আহাৰকে সুখ মানে। সৎসঙ্গ নলৈয়া মোক নভজিয়া নানা দেহত দুঃখ পায়া পুত্র-ভাৰ্য্যাত আসক্তি কৰে ; তাৰাৰ পোষণ চিন্তিয়ে দেহ পোৰে। এতেকে অন্যায় কৰে, গৃহধৰ্মত থাকি নানা দুঃখ পাৱে। কোনো বেলা দুঃখৰ প্রতিকাৰ কৰি পুত্র-ভাৰ্য্যাৰ সঙ্গে আপুনাক সুখী মানে। আপুনাৰ অৰ্থ নষ্ট হৈলে

লোভত পৰৰ অৰ্থ হৰে। পাছে বৃদ্ধ হৈলে পুত্ৰ-ভাৰ্য্যা পুষিতে নাপাৰে, তাৰায়ো পূৰ্ব্বৱতে আদৰ নকৰে, তথাপি তাৰ বিৰক্তি নহে। পাছে জৰা অৱস্থায়ে দেহো বিৰূপ হয়, পো-বহাৰীসৱে অৱজ্ঞা কৰি অন্ন দেই, তাকে খায়া কুকুৰ হেন থাকে। তাত নানা ৰোগ হয়, অল্পমাত্ৰ অন্ন খাই, সিও জীৰ্ণ নাযাই, উঠিবাকো নাপাৰে, শুই মাত্ৰ থাকে, মাতিলেও নামাতে, সকল কুটুম্বে বেঢ়িয়া কান্দে, সিও মহাদুঃখে প্ৰাণ ছাড়ে। পাপৰ ফলে যাতনা দেহত পশে। ভয়ঙ্কৰ দুই যমদূতে আসি হাতে-গলে বান্ধি, তৰ্জ্জি-গৰ্জ্জি নৰকক লৈয়া যাই। পথত কুকুৰে কামোৰে, তপ্ত বলুকাত যাই, ওপৰত আদিত্যে তাপ কৰে, বনাগ্নিৰো তাপ পাৱে, পিঠিত চাবুকে কোবাৱে, দুঃখতে মূৰ্চ্ছা যাই, পুনু উঠি চলে, পাপক সুমৰি খেদ কৰে। ( শ্লোক ১ -২৩ )

এক হাজাৰ মন্দ লক্ষ প্ৰহৰৰ পন্থক পাপীজনক চাৰি দণ্ডে নিয়া নৰক ঠেকাৱে। তাত যাতনা সংক্ষেপে শুনা : খেৰে মেঢ়াই অগ্নি দেই, আপুনাৰ মাংস কাটি খুৱাৱে, জীয়ন্তে শৃগাল-শগুনে আন্ত উভাৰে, সৰ্পে কামোৰে। বিছায়ে ডাঙ্কে, ডাসে-মসে খাই, হাত-ভৰি ভাঙ্গে, হস্তী ফেটাই মাৰে, পৰ্ব্বতৰ পৰা পেলাৱে, পানীত ডুবাৱে, এমনে অনেক যাতনা ভুঞ্জাৱে। জানা মাতৃ, আক আশ্চৰ্য্য নেদেখিবা, যাতো এঠাইতে পাপীৰ নৰক দেখি, পুণ্যৱন্তৰ স্বৰ্গ-সুখ দেখি। পাপাৰ্জ্জিত বস্তু সবে খাই, কৰ্ত্তামাত্ৰ নৰকক যাই। এমনে পাপ অনুসাৰে নৰক ভোগ কৰি মনুষ্যৰ অধত আঠৈ কোটি যোনি অনুক্ৰমে ফুৰি নানা দুঃখ পায়া পুনু মনুষ্য হয়। ( শ্লোক ২৪—৩৪ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে ত্ৰিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : হৰিভক্তিং সমুৎসৃজ্য পুষ্ণন্ পুত্ৰাদি কামতঃ।

অৱশো যাতি নিৰয়ানিতি ত্ৰিংশে নিৰূপিতম্॥

---

# একত্রিংশ অধ্যায়

## পাপ-পুণ্য মিশ্র মানুষী গতি

একত্রিংশ অধ্যায়ে পাপ-পুণ্য মিশ্র মানুষী গতি কহিবা।

কপিলে কহন্ত: জানা মাতৃ, পাছে সেই জীৱ দৈৱাধীন কৰ্ম্মে পুৰুষৰ ৰেতসে মাতৃৰ গৰ্ভত প্ৰৱেশ হোৱে। তাতে এক ৰাত্ৰে শুক্ৰ-শোণিত মিশ্ৰ হই, পঞ্চ ৰাত্ৰে বুদ বুদ, দশ ৰাত্ৰে বদৰী প্ৰমাণ, এক মাসে শিৰ, দুই মাসে হাত-ভৰি, তিনি মাসত নখ, লোম, অস্থি, ছিদ্ৰ-চিহ্ন হয়; চাৰি মাসত সাত ধাতু; পঞ্চ মাসত ক্ষুধা-তৃষ্ণা হয়। ছয় মাসত জালে আৱৰে; মাতৃ যি অন্নপান কৰে সেই নাড়ী সঞে সঞ্চৰে; তাতে দেহ বাঢ়ে, মল-মূত্ৰও পৰি থাকে। কৃমিসৱে কামুৰে, মহাদুঃখে মূৰ্চ্ছা যায়, লৰিবাকো নপাৰে, দৈৱবশে শ্ৰুতি পাৱে, শতেক জন্মৰ কৰ্ম্ম সুমৰি মহাখেদ কৰে। সাত মাস হৈলে বোধ পায়া ত্ৰাস কৰে, প্ৰসূতি বতাসে দেহ থিৰে নাথাকে। পাছে কৃতাঞ্জলি ধৰি মহাভয়ে জীৱে স্তুতি কৰয়। যি ভগৱন্তে মঞি দুৰ্জ্জনক এমন অৱস্থা দিয়াছন্ত, সেই কৃষ্ণ-চৰণত শৰণ পশিলো। (শ্লোক ১—১২)

এই দেহত মঞি মায়ায়ে মোহিত হয়া, নানা কৰ্ম্মে বন্ধ হয়া নানা দুঃখ পাঞ। আত থাকিলেও যি অখণ্ড বোধ নিত্য-মুক্ত, প্ৰকৃতি-পুৰুষত পৰ, তাঙ্ক প্ৰণাম কৰো। যি সবাৰে অন্তৰ্য্যামী ভগৱন্ত মোক এমন জ্ঞান দিয়াছন্ত, সেই দীন-দয়াল ঈশ্বৰ আপুনি তুষ্ট হোৱন্তোক। তাঙ্ক কোনে নমস্কাৰ বিনে প্ৰত্যুপকাৰ কৰিবে পাৰে? পশ্বাদি শৰীৰে সুখ-দুঃখ মাত্ৰ পাৱে। মঞি

পুত্ৰু তাহান কৃপায়ে ভক্তি-সাধন মনুষ্য শৰীৰ পায়া বাহিৰে ভিতৰে তাহাঙ্ক দেখো। হে ভগৱন্ত, গৰ্ভবাসত নানা দুঃখ পান্তেও বাহিৰ হৈবাক ইছা নকৰো, যাতো উপজিল মাত্ৰে তোমাৰ মায়ায়ে পাই দেহত অহঙ্কাৰ হৈবেক। তেৱে নানা দুঃখ সংসাৰ হৈবেক। এতেকে মঞি ইঠাইত থাকিয়া হৰি-চৰণ সেৱা কৰি আপুনাক তাৰিম। পুনু যেন নানাবিধ দুঃখ নাপাঞো।

( শ্লোক ১৩ - ২১ )

কপিলে কহন্ত: জানা মাতৃ, এমন গৰ্ভত জীৱে হৰিক স্তুতি কৰন্তে দশ মাস হৈলে প্ৰসূতি বায়ুয়ে অধক লাগি পেহ্লায়ে, মহাদুঃখ পায়া অধোমুখে বাজ হয়া পৰে। সৱে শ্ৰুতি গুচে, মাটিত পৰিয়া কান্দে, মাতৃ দুধ দিয়া পোষে, উদৰ পীড়াতো দুঃখ দেই, বৰ ক্ষুধাতো তিতা দেই, যাতো আপুনি কহিতে নপাৰে। এমনে শিশু কালত দুঃখ ভুঞ্জে। ছৱাল কালতো দুঃখ নেড়াৱে, যাতো পঢ়িবাকো দণ্ডি কৰে। পাছে যুৱাকালতো কাম-ক্ৰোধাদি দুঃখ নুগুচে, আৰো মিছা দেহৰ অৰ্থে নানা কৰ্ম্ম কৰে সি কৰ্ম্মে দুঃখ মাত্ৰ পাৱে। যদি অসন্তৰ সঙ্গ লৈয়া অন্যায় কৰে, তেৱে পূৰ্ব্বৱতে নৰকক যাই। বুলিবা, কাক অসন্ত বুলি? তাক শুনা: যি হৰিভকতি নকৰিয়া কেৱল শিশ্ন-উদৰৰ অৰ্থে উত্তম কৰে, তাকে অসন্ত বুলি। তাৰ সঙ্গ লৈলে সত্য, শৌচ, দয়া আদি সকল গুণে নষ্ট হয়। এতেকে যি আপুনাৰ কুশলক চাৱে, সি স্ত্ৰী-সঙ্গীৰো সঙ্গ কদাচিতো নলৈব, স্ত্ৰীসঙ্গে ব্ৰহ্মায়ো মোহ হয়াছন্ত। যি স্ত্ৰীও আপুনাৰ হিত চাৱে, সিও পুৰুষত আসক্তি নকৰিব, যাতো দুইৰ সঙ্গে দুইয়ো বন্ধ হয়। কিন্তু সন্ত-সঙ্গ লৈয়া হৰিত শৰণ পশি সদায়ে হৰি-সেৱা কৰিব। তেৱে সংসাৰ-বন্ধ গুচিব। ( শ্লোক ২২—৪৮ )

শ্ৰীভাগৱতকথায়াং তৃতীয়স্কন্ধে একত্ৰিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক: জ্ঞানবানপি দুঃসঙ্গাৎ প্ৰযাতি নৰকং যতঃ।

ততো দুঃসঙ্গমুৎসৃজ্যামিত্যুক্তমেকত্ৰিংশকে॥

---

# দ্বাত্রিংশ অধ্যায়

## পুণ্যকৰ্ম্মে ঊৰ্দ্ধ-গতি

বত্রিশ অধ্যায়ে পুণ্যকৰ্ম্মে ঊৰ্দ্ধ-গতি কহিবা।

কপিলে কহন্ত : জানা মাতৃ, যিজনে গৃহৰ ধৰ্ম্মত থাকি হৰিত বিমুখ হয়া সকামে নানা কৰ্ম্ম কৰি, নানা দেৱতাক ভজে, সি মৰি স্বৰ্গভোগ ভুঞ্জে, পাছে পুণ্য ক্ষয় হৈলে পৃথিৱীত পৰে। যদি বিস্তৰ পুণ্য কৰি থাকে, তথাপি দেৱ-নন্দনী প্ৰলয়ত লোকসৱ সমে নষ্ট হয়। যি নিষ্কামে হৰিক ভজে, সি পৰম ঈশ্বৰকে পাৱে, পুনু সংসাৰত নপৰে। যি ব্ৰহ্মাক ঈশ্বৰ বুলি উপাসা কৰে, সি ব্ৰহ্মাৰ আয়ু পৰ্য্যন্তে ব্ৰহ্ম ভুৱনত থাকে। পাছে ব্ৰহ্মাৰ সংগতে মোক্ষ পাৱে। এতেকে তুমি ভক্তিভাৱে সাক্ষাতে হৰিত শৰণ লয়া। তেওঁ সবাৰে অন্তৰ্য্যামী, তাহান মহিমাও শুনিলা। ভেদদৃষ্টি অহঙ্কাৰ ভৈলে ব্ৰহ্মাদিও পুনু সংসাৰী হয়। আনৰ কোন কথা। (শ্লোক ১—১৫)

এতেকে যিজনে হৰিকথা নুশুনিয়া কুকথা মাত্ৰ শুনে, সি দৈৱে নষ্ট ভৈল, যেন শূকৰসৱে অমৃত এৰি পুৰীষ ভোগ কৰে। এতেকে তুমি কায়-মনো-বাক্যে হৰি-গুণ শ্ৰৱণ-কীৰ্ত্তন কৰি সদায়ে পৰম ঈশ্বৰক ভজা। এমনে হৰি ভজিলে আপুনি জ্ঞান হৈবেক। ভক্তি কৰিতে যেখন পুৰুষ সবাতে সমদৃষ্টি হয় তেখনে আপুনি সাক্ষাতে পৰম ঈশ্বৰক জানে। যেন একে দ্ৰব্যক চক্ষুৱে শুক্ল বোলে; নাসায়ে গন্ধ বোলে, জিহ্বায়ে স্বাদ বোলে, তেমনে একে জগতক নানা শাস্ত্ৰমতে সগুণ-নিৰ্গুণভাৱে নানামতে কহে, পৰমাৰ্থত পুনু একে

ভগৱন্ত। জানা মাতৃ, ই পৰম ৰহস্য কথা তোমাত কহিলো। আক যাতে তাতে নকহিবা ; কিন্তু যি পৰম শ্রদ্ধায়ে ভক্তিভাৱে শুনিবে চাৱে, তাতেসে কহিবা। যি ই কথাক শ্রদ্ধা কৰি শুনে, মোত চিত্ত দিয়া যিবা কৰে, সি হুয়ো মোৰ পদক পাৱে। ( শ্লোক ১৬ – ৪৩ )

শ্রীভাগৱতকথায়াং তৃতীয়স্কন্ধে দ্বাত্রিংশোঽধ্যায়ঃ।

আক জানি সব লোক হৰি বোল হৰি।

শ্লোক : হৰিভক্ত্যা ভৱেন্মুক্তিঃ কর্ম্মশক্ত্যা তু সংসৃতিঃ।
ইতি দ্বাত্রিংশকাধ্যায়ে কপিলেন নিৰূপিতম্॥

---

## ত্রয়স্ত্রিংশ অধ্যায়

### দেৱহুতিৰ জ্ঞান-লাভ, জীৱন্মুক্তি

তেত্রিশ অধ্যায়ে দেৱহুতিৰ জ্ঞান-লাভ, জীৱন্মুক্তি কহিবা।

মৈত্রেয়ে কহন্ত : জানা বিদুৰ, কপিলৰ এহি উপদেশ শুনি কর্দ্দমৰ প্রিয়-পত্নী দেৱহুতিৰ মোহ-পটল গুচিল। কপিলক প্রণাম কৰি স্তুতি কৰন্ত : যাৰ ৰূপক ব্রহ্মায়ো ধ্যান কৰন্ত, যি আপুনি জগতৰ জন্মাদি কৰন্ত, যাৰ জন্মাদি কৰন্তা কেও নাই, সেই তুমি ঈশ্বৰক কেমনে মঞি গর্ভতো ধৰিলো। যদি বোলা, মঞি শিশুক কেনে এতেক স্তুতি কৰো ? আত শুনা : যেন মার্কণ্ডেয়ক প্রলয় দেখাই মায়াশিশু হুয়া বটপত্র শয়ন কৰি অঙ্গুষ্ঠ পান কৰিলা, তেমনে তোমাৰ ইও শিশু মায়াতেসে ঘটে, তুমি ভকতৰ ৰক্ষাৰ অর্থে, অভক্তক

সংহৰিতে যেমনে বৰাহাদি অৱতাৰ ধৰা, তেমন ইও অৱতাৰ জ্ঞান-পন্থ প্ৰৱৰ্ত্তাইবে লাগি ধৰিছা। এতেকে মঞি তোমাক দেখি কৃতাৰ্থ হৈলো, যাতো তোমাৰ নামক শ্ৰৱণ-কীৰ্ত্তন-স্মৰণ কৰি চণ্ডালো অতি পূজ্য হয়। যাৰ জিহ্বাৰ অগ্ৰত তোমাৰ নাম থাকে, সি চণ্ডালো অতি কৃতাৰ্থ হয়, যাতো তোমাৰ নাম-কীৰ্ত্তনে তপ, জপ, যাগ-যোগাদিৰো মহা ফল পায়া আছে। সেই পৰম ব্ৰহ্ম মূৰ্ত্তি ভগৱন্ত কপিল, তোমাক নমস্কাৰ কৰো। মৈত্ৰেয়ে কহন্ত : মাতৃৰ স্তুতি শুনি কৃপায়ে কপিলে বোলন্ত : হে মাতৃ, এহি ভক্তিপন্থ তুমি শ্ৰদ্ধায়ে আচৰিলে, অচিৰ কালতে জীৱন্মুক্তা হয়া মোক পাইবা।

( শ্লোক ১—১১ )

মৈত্ৰেয়ে কহন্ত : কপিল গোসাই মাতৃত এহি জ্ঞান কহি তাসু অনুজ্ঞা লৈয়া পিতৃৰ আশ্ৰমৰ পৰা পূৰ্ব্ব-উত্তৰ দিশক গৈলা। সাগৰে সতকাৰ কৰি স্থান দিলা। তিনিও লোকৰ কুশলৰ অৰ্থে তথায়ে ৰহিলা। সিদ্ধ-বিদ্যাধৰগণে নানা স্তুতি-নতি কৰিলা। সাংখ্যাচাৰ্য্যসৱো উপাসা কৰিল। দেৱহুতি তত্বক জানিয়ো পুত্ৰ বিৰহে আকুল হয়া কিছো শোক কৰিলা, বিৰহ দুঃখে পুত্ৰ-ৰূপ হৰিক চিন্তন্তে দিব্য বিমানতো স্পৃহা এৰিলা, কিন্তু সেই আশ্ৰমতে পুত্ৰৰ উপদেশে যোগ-পথে হৰিক চিন্তিলা। পাছে ভক্তি-বিৰক্তি জ্ঞানৰ বলে ভগৱন্তত লব্ধমতি ভৈলা। পাছে জীৱন্মুক্ত হৈয়া দেহকো পাসৰিলা, পাছে দেহ এৰি ভগৱন্তক পাইলা। যি ঠাই দেহ এৰিলা সেই স্থান সিদ্ধপদ নামে ক্ষেত্ৰ হৈল। দেহ গোট সিদ্ধিদা নাম নদী হৈল।

( শ্লোক ১৩—৩৭ )

শ্ৰীভাগৱতকথায়াং কৱিৰত্নকৃতায়াং তৃতীয়স্কন্ধে ত্ৰয়স্ত্ৰিংশোঽধ্যায়ঃ।

তৃতীয় স্কন্ধৰ সংক্ষেপ কথা এহিমানে সমাপতি ভৈল। হে সামাজিক-সৱ, ইটো কৃষ্ণ-কথা সদায়ে শ্ৰৱণ-কীৰ্ত্তন কৰা, যাতো তিনিতাপে তাপিত জনৰ সংসাৰ-সাগৰ তাৰিবাৰ উপায় কৃষ্ণকথা-ৰসপান বিনে উপায় নাই। এতেকে কৃষ্ণ-কথা শ্ৰৱণ-কীৰ্ত্তন সদায় কৰা। বিশেষত কলিযুগে আন উপায় স্বতসে নাই। হে কৃষ্ণ, মোৰ ইষ্টদেৱ, তোমাৰ চৰণত কোটিবাৰ প্ৰণাম কৰো। মোক কিছো দায়া কৰিয়োক, যেমনে কায়-বাক্য-মনে তোমাৰ কথাত বিৰাম নহো, তেমনে উপায় দিয়োক। মহন্তসৱক প্ৰাৰ্থনা কৰো তোমাৰ সঙ্গত যেমনে প্ৰীতি হৈবেক, তেমনে দায়া কৰিয়োক। প্ৰথমে ডাক ছাড়ি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক ঃ ত্রয়স্ত্রিংশে দেৱহূত্যা স্তুত্যা এতদুদীৰিতং ।
নামকীৰ্ত্তনমাত্রেণ পুক্কসোঽপি শুচিৰ্ভৱেৎ ॥
সৰ্গপ্ৰধান কথয়া তৃতীয়াৰ্থনিৱন্ধয়া ।
যস্তক্তো ভক্তি সংৰক্তস্তং প্ৰপদ্যে জগদ্‌গুৰুম্ ॥
দামোদৰং প্ৰপদ্যেঽহং কৰুণানন্দসাগৰম্ ॥
যৎকৃপালৱলেশেন কথিতৈষা কথা ময়া ॥

তৃতীয় স্কন্ধ অন্ত

---

# চতুৰ্থ স্কন্ধ

## প্ৰথম অধ্যায়

শ্লোক : যন্নাম কীৰ্ত্তনাৎ সদ্যঃ শ্বপচোঽপি শুচিৰ্ভবেৎ ।
ত্বমহং পৰমানন্দং নমামি যদুনন্দনম্ ॥

### মনুকন্যাৰ বংশ

**কথা :** জয় জয় পৰমানন্দ নন্দ-নন্দন গোবিন্দ পুৰুষোত্তম, তোমাৰ চৰণ-পল্লৱত সহস্ৰ কোটিবাৰ প্ৰণাম কৰো ॥ চতুৰ্থ স্কন্ধত একত্ৰিংশ অধ্যায়ে বিসৰ্গ কহিবা। যাক ব্ৰহ্মা মনু আদি কৰিছন্ত ; তাত প্ৰথম অধ্যায়ে মনুকন্যাৰ বংশ কহিবা। যাত দত্ত নৰনাৰায়ণ অৱতাৰ হয়াছন্ত।

(শ্ৰীধৰ স্বামীৰ টীকা)

**মৈত্ৰেয়ে কহন্ত :** হে বিদুৰ, আৱে আকৃতিৰ চৰিত্ৰ শুনা। স্বায়ম্ভুৱ মনু ভাৰ্য্যাৰ বচনে ৰুচি প্ৰজাপতিক আকৃতি কন্যাক নিবন্ধ কৰি দিলা। ই কন্যা তোমাক দেওঁ, ইহাত যি পুত্ৰ হয় সি মোৰ পুত্ৰ হৈবেক। ৰুচিয়ো

এহি নিবন্ধে কন্যা বিবাহ কৰি হৰিক চিন্তিয়া তাহান্তে পুত্ৰ-পুত্ৰী জাত কৰাইলা। পুত্ৰ সাক্ষাতে বিষ্ণু যজ্ঞৰূপী। পুত্ৰী লক্ষ্মীৰ অংশা দক্ষিণা। পাছে স্বায়ম্ভুৱ মনু যজ্ঞক পুত্ৰবোধে নিলা; ৰুচিৰ গৃহত দক্ষিণা ৰহিলা; পাছে দক্ষিণায়ো যজ্ঞক বৰিলা। যজ্ঞো মহাৰঙ্গে বিবাহ কৰি তোষ-প্ৰতোষ আদি দ্বাদশ পুত্ৰ জাত কৰাইলা। তাৰাসৱে তুষিত নাম দেৱগণ হৈলা। যজ্ঞো ইন্দ্ৰ হৈলা। আৰে কৰ্দ্দমৰ দুহিতাৰ বংশ শুনা। ( শ্লোক ১—১২ )

মৰীচিৰ পত্নী কলাত হন্তে কশ্যপ পূৰ্ণিমা দুই পুত্ৰ হৈলা। অত্ৰিৰ পত্নী অনসূয়াত ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ অংশ চন্দ্ৰ-দত্ত-দুৰ্ব্বাসা হৈলা। বিদুৰে পুছন্ত: হে মৈত্ৰেয়, অত্ৰিৰ গৃহত কেনে জগতৰ কাৰণ তিনি দেৱতা জাত হৈলা আক মোত কহিয়োক। মৈত্ৰেয়ে কহন্ত, ব্ৰহ্মাৰ বাক্যে পত্নী সমে অত্ৰি ঋষি ঋক্ষ পৰ্ব্বতত গৈয়া হৰিত শৰণ পশি, তান সম পুত্ৰক ইছায়ে প্ৰাণ-মন নিয়মি, বায়ু ভক্ষণ কৰি একপাদে শত বৎসৰ ৰহিলা। মুনিৰ তপে তিনি ভুৱন তাপিত দেখি ব্ৰহ্মা-বিষ্ণু-মহেশ তাহান আশ্ৰমক আসিলা। তাৰাক দেখি অত্ৰি ঋষি দণ্ডৱতে প্ৰণাম কৰি স্তুতি বোলন্ত: হে জগতৰ সৃষ্টি-স্থিতি-সংহাৰ-কাৰণ দেৱসৱ, তোৰাক নমস্কাৰ কৰো। মঞি পুত্ৰৰ অৰ্থে এক পৰমেশ্বৰত শৰণ পশিছো। কেনে তোৰা তিনি আসিলা আক আপুনি কহিয়োক। ঋষিৰ এহি বাক্য শুনি তিনিয়ো বোলন্ত: হে ঋষি, তুমি যাক ধ্যান কৰা, সেইটো আমি তিনি, এতেকে আমাৰ অংশে তিনি পুত্ৰ তোমাৰ হয়া যশস্যা বিস্তাৰিত কৰিবা। এহি কাম বৰ দিয়া তিনিয়ো গৈলা। পাছে ব্ৰহ্মাৰ অংশে চন্দ্ৰ, বিষ্ণুৰ অংশে দত্ত, ৰুদ্ৰৰ অংশে দুৰ্ব্বাসা হৈলা। ( শ্লোক ১৩—৩২ )

অঙ্গিৰাৰ ভাৰ্য্যা শ্ৰদ্ধাত হন্তে বৃহস্পতি-উতথ্য দুই পুত্ৰ হৈলা। পুলস্তিৰ ভাৰ্য্যা হৱিৰ্ভূ হন্তে অগস্তি-বিশ্ৰৱা দুই পুত্ৰ হৈলা। পুলহৰ ভাৰ্য্যা গতিত কৰ্ম্মশ্ৰেষ্ঠ আদি তিনি পুত্ৰ হৈলা। ক্ৰতুৰ ভাৰ্য্যা ক্ৰিয়াত বালখিল্য নাম ষাঠি হাজাৰ অঙ্গুষ্ঠ প্ৰমাণ ঋষি হৈলা। বশিষ্ঠ ভাৰ্য্যা অৰুন্ধতিত চিত্ৰকেতু আদি সপ্ত ঋষি হৈলা। অথৰ্বনৰ ভাৰ্য্যা চিত্তিত দধ্যঞ্চ ঋষি হৈলা। ভৃগুৰ পত্নী খ্যাতিত ধাতা-বিধাতা দুই পুত্ৰ হৈলা, শুক্ৰকো ভৃগুৰ পুত্ৰ বুলি। এহি দেৱহুতিৰ বংশ যি শ্ৰদ্ধা কৰি শুনে তাৰ তেখনে সকল পাপ হৰে।

( শ্লোক ৩৩—৪৫ )

মনু দুহিতা প্ৰসূতিক দক্ষে বিবাহ কৰিলা। যাত ষোড়শ কন্যা জাত হৈল। তাত শ্ৰদ্ধা আদি তেৰ কন্যা ধৰ্ম্মক দিলা। অগ্নিক এক কন্যা,

পিতৃগণক এক কন্যা, মহেশকো এক কন্যা দিলা। আরে আবাৰ বংশ শুনা। ধৰ্ম্মৰ ভাৰ্য্যা শ্ৰদ্ধাত সত্য, মৈত্ৰীত প্ৰসাদ, দয়াত অভয়, শান্তিত সুখ, তুষ্টিত মদ, পুষ্টিত স্ময়, ক্ৰিয়াত যোগ, উন্নতিত দৰ্প, বুদ্ধিত অৰ্থ, মেধাত স্মৃতি, তিতিক্ষাত ক্ষেম, হ্ৰীত প্ৰশ্ৰয় জাত হৈলা। ( শ্লোক ৪৬—৫০ )

সকলে গুণৱতী মূৰ্ত্তি কন্যাত হন্তে নৰনাৰায়ণ অৱতাৰ হৈলা। যাৰ জন্মত সকল জগত আনন্দিত হৈলা, দেৱগণো দুন্দুভি বাদ্য কৰি পুষ্প-বৃষ্টি কৰিলা। গন্ধৰ্ব্ব-অপ্সৰা সৱে গীত-বাদ্য-নৃত্য কৰিলা; ব্ৰহ্মাদিয়ো অনেক স্তুতি-নতি কৰিলা। পাছে তাৰাক কৃপায়ে অৱলোকন কৰি গন্ধমাদন পৰ্ব্বতক গৈয়া তপস্যা কৰি ৰহিলা। স্বাহা নাম অগ্নিৰ ভাৰ্য্যাত তিনিপুত্ৰ হৈলা। তাৰাত হন্তেও পঞ্চালিশ পুত্ৰ হৈলা। এমনে কৰ্ম্মানুসাৰে উনপঞ্চাশ অগ্নি হৈলা। স্বধা নাম পিতৃগণৰ ভাৰ্য্যাত বায়ুনা-ধাৰিণী দুই কন্যা হৈলা। দুয়ো হৰিভক্তি কৰি জীৱন্মুক্ত হৈল। সতী নাম শিৱ ভাৰ্য্যাত পুত্ৰ নহৈল। যাতো দক্ষ-শিৱৰ বিবাদৰ নিমিত্তে অল্প বয়সতে দেহ এৰিলা।

শ্ৰীভাগৱতকথায়াং কৱিৰত্নকৃতায়াং চতুৰ্থস্কন্ধে প্ৰথমোঽধ্যায়ঃ।

( শ্লোক ৫১—৬৫ )

হে সামাজিকসৱ দেখ; ভগৱন্ত কৃষ্ণ কৃপায়ে অৱতাৰ ধৰি লোকৰ পৰম হিত কৰন্ত। এতেকে তাহান চৰণ সততে ভজা। প্ৰথমে ডাক ছাৰি হৰি বোল হৰি।

শ্লোক : জগদ্ধিতায় বিধৃতা অৱতাৰো মহাত্মনাং।
নৰনাৰায়ণো দত্তো যেন তৎ সততং ভজেৎ॥

# দ্বিতীয় অধ্যায়

## দক্ষৰ বিৰোধ

কথা ঃ দ্বিতীয় অধ্যায়ে ৰুদ্ৰ-দক্ষৰ বিৰোধ কাৰণ কহিবা। বিদুৰে পুছন্ত ঃ হে মৈত্ৰেয়, চৰাচৰ গুৰু মহেশক দক্ষে কেনে বিৰোধ কৰিলা? মোত জমাই-শশুৰৰ বিৰোধ কাৰণ কহিয়োক। যাতো আপুনাৰ দুহিতা সতী প্ৰাণ এড়িলা। মৈত্ৰেয়ে কহন্ত ঃ পূৰ্ব্বত প্ৰজাপতিসৱৰ সত্ৰত ব্ৰহ্মা-মহেশক আদি সকল দেৱ-ঋষিগণ আসিলা। পাছে দক্ষ প্ৰজাপতি সেই সভাত প্ৰবেশিলা। তাঙ্ক দেখি ব্ৰহ্মা-মহেশ বিনে সকল সভাসদ উঠিয়া সতকাৰ কৰিলা। দক্ষে ব্ৰহ্মাক নমিয়া তাহান আজ্ঞায়ে বসিলা। পাছে আপুনি শিৱৰ শতকাৰ নপায়া ক্ৰোধ কৰি বোলন্ত। এই মহেশ মোৰ জমাই হুয়া মোক নমস্কাৰ নকৰিল। হা হা অমৰ্য্যাদি ভূতপতিক কেনে কন্যা দিলো, আনো অনেক নিন্দা কৰি বোলয়, ই ৰুদ্ৰ দেৱৰ লগত যজ্ঞভাগ নপাওক। দক্ষে মহেশক এহি শাপ দিয়া সভাৰ উঠি গৈলা।

( শ্লোক ১—১৯ )

পাছে নন্দীয়ো ক্ৰোধ কৰি দক্ষক শপন্ত। ই দক্ষে আপুনাক বড় দেখে, ৰুদ্ৰক দ্বেষ কৰিল। এতেকে ই হৰিবিমুখ হুয়া বিষয়-সুখক ইচ্ছায়ে গৃহত আসক্তি কৰি কৰ্ম্মকাণ্ডী হৌক। স্ত্ৰীতো অত্যন্ত আসক্তি হৌক। ছাগৰ মুখ হৌক; আৰু যি অনুবৰ্ত্তে সি বেদবাদে মোহিত হুয়া সংসাৰত ফুৰোক। ব্ৰাহ্মণসৱ সৰ্ব্বভক্ষ হুয়া জীৱিকাৰ অৰ্থে বিদ্যাব্ৰত ধৰোক।

দেহ-গেহত প্ৰীতি কৰি যাচক হুয়া ফুৰোক। এমনে দ্বিজকুলৰ শাপ শুনি ভৃগু ঋষি ক্ৰোধত মহেশৰ গণকো শপন্ত। যি মহেশৰ ব্ৰত ধৰে সি শৌচাচাৰ-হীন হৈয়া জটা-অস্থি-ভস্ম ধৰি সুৰাপী পাষণ্ড হুয়া ফুৰোক॥ মৈত্ৰেয়ে কহন্ত: এমনে ভৃগুৰ শাপ শুনি মহেশো অন্যে অন্যে শপি সবাৰে বিনাশ জানি কিছো বিমন হয়া ভূতগণ সমে কৈলাসক গৈলা। তথাপি ভগৱন্তৰ প্ৰসাদে শাপ নহৈল। প্ৰজাপতিসৱো সহস্ৰ বৎসৰ হৰিক পূজা কৰি যজ্ঞ সমাপিয়া আপুনাৰ থানক গৈলা। (শ্লোক ২০—৩৫)

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে দ্বিতীয়োঽধ্যায়ঃ॥

হে সভাসদসৱ দেখ। মহন্তক দ্ৰোহ কৰি দক্ষে আপুনাৰ বিনাশ সাধিল। এতেকে মহন্তে অপকাৰ কৰিলেয়ো কদাচিতো দ্ৰোহ নকৰিবা। ইদানিক উচ্চ কৰি নিৰন্তৰে হৰি বোল হৰি॥

শ্লোক: শিৱাপৰাধতো দক্ষ শ্বশুৰাত্মাবিনাশনং।
অতোঽপৰাধে জাতেঽপি সতাং দ্বেষো নিবাৰিতঃ॥

---

# তৃতীয় অধ্যায়

## সতীৰ পিতৃযজ্ঞ যাত্ৰাক শিৱৰ নিবাৰণ

কথা: তৃতীয় অধ্যায়ে সতীৰ পিতৃযজ্ঞ যাত্ৰাক শিৱে নিবাৰণ কহিবা। মৈত্ৰেয়ে কহন্ত: জানা বিদুৰ, এমনে জামাই-শশুৰৰ বিৰোধত অনেক কাল গৈল। যত্তপি রুদ্ৰবিনে যজ্ঞ নাই, তথাপি দক্ষে দ্বেষত গৰ্ব্বত থাকি, রুদ্ৰক এড়িলা। তাত দ্বেষৰ কাৰণ কহিলো। আৱে গৰ্ব্বৰ কাৰণ শুনা: যেখন প্ৰজাপতিসৱৰ অধিপতি কৰি দক্ষক অভিষেক কৰিলা, তেখনে তাহান মহাগৰ্ব্ব হৈল। গৰ্ব্বত থাকি ব্ৰাহ্মণসৱক অৱজ্ঞা কৰি বাজপেয় যজ্ঞ যজি বৃহস্পতিসব নাম যজ্ঞ আৰম্ভিলা। সেই যজ্ঞত সকল দেৱ-ঋষি-পিতৃগণ

আসিলা। সেই বেলা কৈলাসৰ সমীপত ভাৰ্য্যা সমে বিমানত যাইতে, গন্ধৰ্ব্ব-কিন্নৰাদিৰ মুখে পিতৃৰ যজ্ঞ মহোৎসৱ শুনি, পৰম আনন্দে সতী মহেশ স্বামীক বোলন্ত: হে স্বামী, আজি মোৰ পিতৃৰ যজ্ঞ মহোৎসৱ হয়াছে; দেখা, সকল দেৱগণ ভাৰ্য্যা সমে বিমানত উঠি যাই। আসা আমিও যাঞো। যাতো স্নেহত থাকি গুৰুজনৰ গৃহক নমাতিলেয়ো যাই॥ (শ্লোক ১—১৪)

মহেশে বোলন্ত: হে সতী, তুমি ভাল বুলিলা, গুৰুজনৰ গৃহক নমাতিলেয়ো যাই, যদি তাৰা গৰ্ব্বত থাকি, মিছা দ্বেষ দৃষ্টি নকৰে। তাৰা পুনু বিদ্যাবিত্ত গৰ্ব্বে শ্ৰুতিহত হুয়া, মহন্তসৱৰ প্ৰভাৱ নেদেখে। এতেকে তাৰাৰ গৃহক কুটুম্ব বুদ্ধিয়ে কদাচিতো নযাইব। গৈলে পুনু তাৰা ক্ৰোধ-দৃষ্টিয়ে কটাক্ষ কৰি চাইবা। কুটুম্বৰ কটুবাক্যে যেমনে পুৰুষে দুঃখ পায়ে, শৰৰ প্ৰহাৰেও তেমন দুঃখ নপায়ে। তুমি যদ্যপি দক্ষৰ প্ৰিয় পুত্ৰী হুৱা, তথাপি আমাৰ সম্বন্ধে কদাচিতো সৎকাৰ নপাইবা। যাতো মহন্তৰ সৎকীৰ্ত্তি দেখি মহাতাপে তাপিত হুয়া, আমাক সদায়ে দ্বেষ কৰে। যদি বোলা তুমি আগে কেনে সৎকাৰ নকৰিলা, তাত শুনা: লোকে লোকক যি সৎকাৰ কৰে, তাক মহন্তসৱে ভাল মতেসে কৰে। যাতো সবাৰে অন্তৰ্য্যামী ভগৱন্ত বাসুদেৱক মনে প্ৰীতি কৰি সদায়ে চিন্তে। দেহমানী অজ্ঞানীক আদৰ নকৰে। এতেকে তুমি পিতৃবুদ্ধিয়ে দক্ষক কদাচিতো নযাইবা। যাতো প্ৰজাপতিসৱৰ সত্ৰত মোক অনেক নিন্দা কৰিছে। যদি মোৰ বাক্য নধৰি যাৱা, তেৱে তোমাৰো কুশল নাই। যাতো উত্তম জনৰ কুটুম্বত পৰাভৱ হৈলে অৱশ্যে মৰণ হয়॥ (শ্লোক ১৫—২৫)

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে তৃতীয়োঽধ্যায়ঃ॥

হে নৰ-নাৰীসৱ, দেখ। মহন্তৰ দ্বেষী দক্ষৰ ঠাইক যাইবাৰ মহেশে সতীক নিবাৰিলা। আক জানি মহন্তক দ্ৰোহীৰ সঙ্গক কদাচিতো নলৈবা: কিন্তু নিৰন্তৰে ডাক ছাড়ি হৰি বোল হৰি।

শ্লোক: তৃতীয়ে তু সতাং দ্বেষি দক্ষ সঙ্গ জিহাসয়া।
সতী শিৱেন সহগা তৎপ্ৰসঙ্গে নিবাৰিতা॥

---

# চতুৰ্থ অধ্যায়

## সতীৰ দেহত্যাগ

কথা: চতুৰ্থ অধ্যায়ে সতীৰ দেহত্যাগ কহিবা। মৈত্ৰেয়ে কহন্ত: জানা বিদুৰ, এহি বাক্য বুলি মহেশো মৌন হৈলা। সতীৰো দ্বিধা মন হৈলা, বন্ধু দৰ্শন ইছায়ে গৃহৰ বঝান্ত। মহেশক ভয়ে পুনু প্ৰবেশন্ত, পাছে স্নেহ শোকে ব্যাকুল হৈয়া ক্ৰোধদৃষ্টিয়ে মহেশক চাই, স্ত্ৰী-স্বভাৱে মোহিত মনে গৃহৰ বঝাই গৈলা। তাহান্ক একলায়ে যাইবাৰ দেখি পাৰিষদসৱ পাছত চলি যায়া সতীক বৃষভত তুলি, বাদ্য-ভাণ্ড, দণ্ডে-ছত্ৰে মণ্ডিত হুয়া লড়ি গৈলা। পাছে দক্ষৰ যজ্ঞশালাত প্ৰবেশিলা। তাহান্ক দেখি দক্ষক ভয়ে, কয়ো সতকাৰ নকৰিলা। কিন্তু মাতৃ-ভগিনীসৱ মাত্ৰ সাদৰে সতকাৰ কৰিলা। সতী পিতৃসতকাৰ নেদেখি, তাত তুষ্ট নহৈল। যজ্ঞতো ৰুদ্ৰৰ ভাগ নেদেখি, মহেশক পিতৃৰ অৱজ্ঞা জানি, মহাক্ৰোধ কৰিলা। তাক দেখি ভূতগণে দক্ষ বধিতে উদ্যম হৈলা, তাক নিবাৰণ কৰি সবাকে শুনাই নিন্দা কৰি বোলন্ত: হে পিতৃ, যাৰ লোকত শত্ৰু-মিত্ৰ-উদাসীন নাই, হেন সৰ্ব্বাত্মা শিৱক তোমাত বিনে কোনে দ্বেষ কৰিব। কতো দুৰ্জ্জনসৱে পৰৰ গুণতো দোষ মাত্ৰ দেখে, মহন্তসৱে গুণ-দোষ বিভাগি দেখে, মহন্তসৱে গুণ মাত্ৰ ধৰে দোষ নধৰে। মহত্তমসৱে দোষক নেদেখয়, কিন্তু অল্পমাত্ৰ গুণকে বাহুল্য কৰয়। তাৰ মাজত তুমি দোষ মাত্ৰ দেখিলা। দুৰ্জ্জনসৱে যে মহন্ত নিন্দা কৰে ই মিত্ৰ নহে। যাতো মহন্তৰ পদ-ৰেণুয়ে তাহাৰ তেজ নাশ কৰিছে। যাৰ নামে

জগতৰ পাপ হৰে, যাক মহন্তসৱে মুক্তিক আশায়ে সেৱা কৰে, যি সকামী জনৰ কামনা পূৰন্ত, অহো, হেন শিৱক তুমি দ্বেষ কৰা। মহন্তৰ নিন্দা শুনিলে, যদি সমর্থ থাকে, তেৱে তাৰ টানিয়া জিহ্বা কাটিব। নুহি আপুনাৰ প্ৰাণ এড়িব, তুইকো নুয়াৰিলে, কাণত অঙ্গুলি দিয়া গুচিব। যেন অপৱিত্ৰ অন্ন খাইলে উগাৰেসে শুদ্ধ হয়, তেমনে মহেশক নিন্দক তোমাত উৎপন্ন ই দেহক মঞি অৱশ্যে এড়িবো। ( শ্লোক ১—১৮ )

এমনে দক্ষক অনেক নিন্দা কৰিয়া মৌন হয়া পীতবস্ত্ৰে দেহ আবৰিলা। পাছে যোগপথে বায়ু অগ্নি ধাৰণা কৰি, স্বামীৰ চৰণ চিন্তি, যোগাগ্নিয়ে দেহ দহিলা। পাছে ভূত-পাৰিষদগণে দক্ষ বধিতে উদ্যম হৈলা। তাক দেখি ভৃগুঋষি মন্ত্ৰ পঢ়ি অগ্নিত আহুতি দিলা। তেখনে ঋভু নাম দেৱগণ উঠি ভূতগণক আধাপোড়া কাষ্ঠ লৈয়া প্ৰহাৰ কৰিল। সেই প্ৰহাৰে ভূতগণ দশ-দিশক পলাই গৈলা। ( শ্লোক ১৯—৩৪ )

শ্ৰীভাগৱতকথায়াং চতুর্থস্কন্ধে চতুৰ্থোঽধ্যায়ঃ।

হে সাধুসৱ দেখ। মহেশক দ্বেষ-নিন্দা নিমিত্তে সতী প্ৰাণ এড়িলা। আক জানি মহন্ত নিন্দকৰ সমীপক কদাচিতো নযাইবা। কিন্তু নিৰন্তৰে ডাকি হৰি বোল হৰি।

শ্লোক : শিৱনিন্দকসম্বন্ধাৎ তনুং তত্যাজয়েৎ সতী।
অতো মহন্নিন্দকানাং সঙ্গং ত্যক্ত্বা হৰিং স্মৰেৎ ॥

---

# পঞ্চম অধ্যায়

## দক্ষযজ্ঞ বিঘাত

কথা ঃ পঞ্চম অধ্যায়ে দক্ষযজ্ঞ বিঘাত কহিবা। মৈত্রেয়ে কহন্ত ঃ পাছে মহেশে নাৰদৰ মুখে, সতীৰ মৰণ শুনি অপাৰ ক্রোধ কৰিলা। ক্রোধৰ বেগত মাথাৰ জটা ছিন্দি পৃথিবীত পেহ্লাইলা। তাত হন্তে উচ্চকায়, মেঘবর্ণ, সহস্র বাহু, তিনি চক্ষু, বিকট দান্ত, কপালমালী, অনেক অস্ত্র-শস্ত্র ধৰি বীৰভদ্র হৈলা। তাক দেখি মহেশে আদেশ কৰন্ত। হে বীৰভদ্র! তঞি মোৰ সকল গণৰ সেনাপতি হৈয়া যজ্ঞ সহিতে দক্ষক বধ গৈয়া। এহি আজ্ঞা পায়া বীৰভদ্র শিৱক প্রদক্ষিণ কৰি, সকল গণ সহিতে দক্ষক খেদি গৈলা। পাছে দক্ষৰ ব্রাহ্মণসৱে উত্তৰ দিশত ধূলায়ে অন্ধকাৰ দেখি, মহাভয়ে চিন্তিত হৈল। প্রসূতি আদি স্ত্রীসৱো কম্পিত চিত্ত হুয়া বোলয়। আজি আমাৰ সতীক অৱজ্ঞাৰ ফল মিলিল আসি। যি মহেশে প্রলয়ত জগত সংহৰন্ত, তাহান ক্রোধ তোলাইলে কাহাৰ কুশল আছে। দক্ষেয়ো নানা ভয়ঙ্কৰ উৎপাত দেখিলা। (শ্লোক ১—১২)

"পাছে ৰুদ্ৰৰ অনুচৰগণে যজ্ঞশালা নিৰোধিলা, কেহো গৃহসৱ ভাঙ্গিল, কেহো অগ্নিক মুমুয়াইল, কেহো কুণ্ডত মূত্র কৰিল, কেহো মুনিগণক বাধা কৰিল, কেহো পত্নীগণক তৰ্জিল, কেহো দেৱগণক ধৰিল। মণিমন্তে ভৃগুক বন্দী কৰিল, বীৰভদ্রে দক্ষক ধৰিল, চণ্ডৰে পুষাদিত্যক, নন্দীশ্বৰে ভগাদিত্যক বান্ধিল। সকল ঋত্বিজ, সদস্য, দেৱগণ ভূতগণৰ প্রহাৰ পায়া,

দশো দিশক পলাই গৈলা। পাছে বীৰভদ্ৰে ভৃগুৰ দাড়ি উভাৰিলা, যাতো দাড়ি দেখাই শিৱক হাসিছা। ভগাদিত্যৰ চক্ষু কাঢ়িলা, যাতো মহেশক শাপিতে চক্ষু ঠাৰিছা। পুষাদিত্যৰ দন্ত ভাঙ্গিলা, যাতো রুদ্ৰক শপন্তে দন্ত দেখাই হাসিছা। দক্ষৰ হিয়াত বসি তীক্ষ্ণ খড়্গে শিৰ ছেদিলেয়ো ছেদ নহে। পাছে মন্ত্ৰ পঢ়ি অস্ত্ৰসৱ হানিল, তথাপি ছালো নুফুটিল। বিস্ময় হুয়া শিৱক চিন্তি খাসী মাৰণ মতে পকাই শিৰ ছিন্দি অগ্নিত হুনিলা। তাক দেখি ভূতগণৰ আনন্দ হৈলা, দেৱগণৰ বিষাদ হৈলা, পাছে সকল যজ্ঞশালা দহি কৈলাসক গৈলা॥ ( শ্লোক ১৩—২৬ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে পঞ্চমোঽধ্যায়ঃ॥

হে সভাসদসৱ, দেখ, মহন্ত দ্ৰোহাৰ ফল। আক জানি কদাচিতো মহন্তৰ দ্ৰোহ নকৰিবা। কিন্তু উচ্চ কৰি নিৰন্তৰে হৰি বোল হৰি॥

শ্লোক ঃ শিৱদ্বেষেণ দক্ষস্য প্ৰাণহানিৰ্যতোঽভবৎ।
অতঃ সতাং দ্বেষভাৱং হিত্বা কৃষ্ণং সদা স্মৰেৎ॥

———

# ষষ্ঠ অধ্যায়

## রুদ্ৰ সান্ত্বনা

কথা ঃ ষষ্ঠ অধ্যায়ে রুদ্ৰ সান্ত্বনা কহিবা। মৈত্ৰেয়ে কহন্ত ঃ পাছে দেৱগণে ভগ্ন-গাত্ৰ হুয়া, প্ৰণাম কৰি ব্ৰহ্মাত সকল কথা কহিলা। তাক শুনি ব্ৰহ্মা বোলন্ত ঃ হে দেৱসৱ, মহন্তে অপকাৰ কৰিলে যি তাৰ প্ৰতিকাৰ কৰিতে চায়ে, তাৰ কদাচিতো কুশল নাই। এতেকে তোৰা বৰ অন্যায়

কৰিলা। যাতো মহেশক যজ্ঞভাগ নেদিলা, তথাপি তাহান চৰণত ধৰি প্ৰসন্ন কৰাৱা। তাহান ক্ৰোধ ভৈলে পুনু আমি কিছো কৰিতে নপাৰি। দেৱগণক এহি বাক্য বুলি ব্ৰহ্মা তাৰাসমে কৈলাসক চলি গৈলা।

( শ্লোক ১—৮ )

যাক সিদ্ধ-বিদ্যাধৰ, গন্ধৰ্ব্ব-কিন্নৰ, স্ত্ৰীগণ সমে পৰম আনন্দে আবৰি আছে। যাক নানা ধাতু বিচিত্ৰ শৃঙ্গগণে শোভা কৰে। যাত নানা পশু-পক্ষীগণে নাদ কৰে। যাত নানা বৃক্ষ-লতাসৱ আছে। যাক অলকানন্দা আবৰি আছে। তাত অলকা নগৰী এড়াই সৌগন্ধিক নাম বনকো পাইল, উচ্চে একশত প্ৰহৰ, প্ৰস্থে পঞ্চ সতৰি অচলা ছায়া শীত-তাপ বৰ্জ্জিত দিব্য বটবৃক্ষ দেখিলা। তাৰ মূলত যোগাসনে মহেশ বসিছা। সনকাদি সিদ্ধগণে কুবেৰ সমে উপাশা কৰন্ত, ভস্ম-জটা-দণ্ড ধৰিছন্ত, ব্যাঘ্ৰ-চৰ্ম্ম পিন্ধিছন্ত, শিৰত চন্দ্ৰৰেখা ধৰিছন্ত, কৰত জপ্যমালা পিন্ধিছন্ত, সবাকে শুনাই নাৰদক কৃষ্ণকথা কহন্ত। এমনে শিৱক দেখি সকল দেৱগণে প্ৰণাম কৰিলা। মহেশো আপুনাৰ পিতৃ ব্ৰহ্মাক দেখি, তেখনে উঠিয়া প্ৰণাম কৰিলা। পাছে ব্ৰহ্মা হাস্য কৰি মহেশক বোলন্ত, হে মহেশ, তুমি মোক যদ্যপি প্ৰণাম কৰিলা, তথাপি তুমাক ঈশ্বৰ বুলি জানিলোঁ। যাতো তোমাক হৰিৰ মায়ায়ে নোছোয়ে। এতেকে অজ্ঞানী জনক অনুগ্ৰহ কৰিতে লাগে। আৱে যজ্ঞক উদ্ধাৰ কৰা, দক্ষকো জীৱয়া, ভগো চক্ষু পাওঁক, ভৃগুৰ দাড়ি গজোক, পুষাৰো দন্ত আসোক, ভগ্ন-গাত্ৰ দেৱসৱৰ গাত্ৰ ভাল হৌক, যজ্ঞৰ অৱশিষ্ট ভাগ তোমাৰ আছে। তাক পায়া যজ্ঞ পূৰ্ণ কৰা॥ ( শ্লোক ৯—৫৩ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে ষষ্ঠোঽধ্যায়ঃ॥

হে সামাজিকসৱ, দেখ। ব্ৰহ্মাৰ বাক্যত মহন্তে অপকাৰ কৰিলেয়ো প্ৰতিকাৰ কৰন্তাৰ কুশল নাই। এতেকে তাক এড়ি ডাকি হৰি বোল হৰি॥

শ্লোক : মহতামপকাৰেঽপি প্ৰতিকাৰঃ ন শস্যতে।
ইত্যেবং ব্ৰহ্মবাক্যেন ষষ্ঠাধ্যায়ে নিৰূপিতং॥

———

# সপ্তম অধ্যায়

## দক্ষৰ পুনৰ্জীৱন

কথা : সপ্তম অধ্যায়ে দক্ষাদিৰ জীৱন, হৰিৰ স্তুতি কহিবা ॥ মৈত্ৰেয়ে কহন্ত : এমনে ব্ৰহ্মাৰ বাক্যে মহেশ তুষ্ট হৈয়া বোলন্ত : হে বিধাতা, মঞি অজ্ঞানীসৱৰ অপকাৰ নকহঞোঁ নিচিন্তোঞোঁ, যাতো তাৰ মঞি দণ্ড কৰিলো, আৱে অনুগ্ৰহ কৰো। দক্ষৰ অজ মুখ মস্তক হৌক। মিত্ৰৰ চক্ষুয়ে ভগে দেখোক, পুষায়ো যজমানৰ দন্তে খায়োক, দেৱসৱৰো অশ্বিনীকুমাৰৰ বাহুয়ে বাহু, পুষাৰ হস্তে হস্ত হৌক। ছাগৰ দাড়িয়ে ভৃগুৰ দাড়ি হৌক, এমনে শিৱৰ বাক্য শুনি দেৱগণে সাধু সাধু বুলি ব্ৰহ্মা মহেশ সমে পুনু সেই যজ্ঞশালাক গৈলা। যথাযোগ্য সবাৰে অঙ্গ জোড়াই, ঋষিৰ শিৰ আনি দক্ষৰ শিৰ জৰাইলা। শিৱৰ অৱলোকনে তেখনে দক্ষ সচেতন হয়া, আগতে শিৱক দেখি স্তুতি বোলন্ত : হে ভগৱন্ত, তুমি মোক কি দায়া কৰিলা। যাতো মহন্ত নিন্দায়ে নৰকত পৰন্তা মোক ৰক্ষা কৰিলা, ই হৰি-হৰ দুইতো চিত্ৰ নহে, যাতো সামান্য বিপ্ৰকো অৱজ্ঞা নকৰা। ( শ্লোক ১—১২ )

এমনে দক্ষো শিৱক শান্ত কৰায়া ব্ৰহ্মাৰ বাক্যে মাধৱ মাধৱ সুমৰি যজ্ঞ আৰম্ভিলা। আহুতি লৈয়া বিশুদ্ধ বুদ্ধিয়ে হৰিক চিন্তিলা। তেখনে দশো দিশ প্ৰকাশ কৰি গৰুড়ৰ কন্ধে অষ্টভুজ মূৰ্ত্তিয়ে ভগৱন্ত দেখা দিলা। তাঙ্ক দেখি ব্ৰহ্মা-মহেশ আদি দেৱগণে দণ্ডৱতে প্ৰণাম কৰি স্তুতি বোলন্ত। প্ৰথমে দক্ষে ভগৱন্তক নানা দ্ৰব্যে পূজা কৰি শৰণ পশি স্তুতি বোলন্ত : হে ভগৱন্ত, তুমি শুদ্ধ বুদ্ধ চৈতন্য, মায়ায়ে নানা অৱতাৰ ধৰা, এতেকে তুমিসে পৰমেশ্বৰ, ৰুদ্ৰাদি নহে। ঋত্বিজসৱে বোলন্ত, হে নিৰঞ্জন, আমি নন্দীৰ শাপে তোমাক

নজানো, কৰ্ম্ম কৰি নানা দেৱতাক যজোঁ। এতেকে আমাৰ অজ্ঞান দোষ ক্ষমা কৰিবা। সদস্যসৱে কহে। হে শৰনদ, ই সংসাৰ-পথত জীৱসৱ নানা তাপ পায়া কৈসানিনো শৰণ পশিব। ৰুদ্রে বোলন্ত, হে বৰদ, আৱে মঞিও তোমাৰ চৰণত চিত্ত দিয়া অজ্ঞানীৰ নিন্দা নগণো। ভৃগু বোলন্ত, হে প্ৰণত-বন্ধো, মায়ায়ে মোহিত হুয়া ব্ৰহ্মাদিয়ো তোমাৰ তত্ব নজানে। এতেকে মোৰ অজ্ঞান দোষ ক্ষমা কৰা। ব্ৰহ্মা বোলন্ত, হে ভগৱন্ত, তোমাত বিনে সকল জগত তুচ্ছ মিছা, তুমি পুনু তাতে পৰম সত্য। ইন্দ্ৰে বোলন্ত, হে অচ্যুত, তোমাৰ ই মূৰ্ত্তি পুনু সদায়ে সত্য। সিদ্ধগণে বোলয়, হে ভগৱন্ত, তোমাৰ কথামৃতত আমাৰ তাপিত মন মগ্ন হৈয়া পুনু উঠি নাসোক। দক্ষপত্নীসৱে বোলয়, হে ভগৱন্ত, তুমি বিনে যজ্ঞ নোশোভে, এতেকে আমাক ভক্ত কৰা। যোগেশ্বৰসৱে বোলয়, হে প্ৰভো, তোমাক যি অভেদে ভজে, তাত বিনে তোমাৰ আন প্ৰিয় নাই। যি স্বামী-ভৃত্যভাৱে ভজে তাকো অনুগ্ৰহ কৰা। বিদ্যাধৰসৱে বোলয়, হে ভগৱন্ত, তোমাৰ কথামৃত সুশুনিলে বিদ্যা জানিয়ো গৃহাসক্তি এড়িতে নপাৰে। ( শ্লোক ১৩—৪৪ )

ব্ৰাহ্মণসৱে বোলয়ঃ হে যজ্ঞমূৰ্ত্তি, তুমি আমাৰ যজ্ঞ উদ্ধাৰা। যাতো তোমাৰ নাম মাত্ৰে সকল বিঘ্ন নাশে। এমনে দেৱগণে নানা স্তুতি কৰিলে ভগৱন্তে দক্ষৰ যজ্ঞ প্ৰৱৰ্ত্তাইলা। পাছে দক্ষৰ ভক্তিত তুষ্ট হুয়া ভগৱন্তে বোলন্তঃ হে দক্ষ, মঞিও, ব্ৰহ্মা, মহেশ একে ঈশ্বৰ, আমাক অভেদ জানিলে পুৰুষে পৰম শান্তি পায়ে। এহি ব্ৰহ্মা হৰি আজ্ঞা শুনি দক্ষে হৰি-হৰ, দেৱ-সৱক অভেদে পূজা কৰি যজ্ঞ সাঙ্গ কৰিলা। দেৱসৱো দক্ষক হৰিভক্তি উপদেশ দিয়া আপুনাৰ স্থানক গৈলা। সতীয়ো হেমৱন্তৰ ভাৰ্য্যা মেনকাত উপজিল, শিৱক স্বামী বৰিবা। এহি সতীচৰিত্ৰ কথা যি শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰে, তাৰ অনায়াসে সংসাৰ দুঃখ গুচে। ( শ্লোক ৪৫—৬১ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে সপ্তমোঽধ্যায়ঃ ॥

হে লোকসৱ, দেখ। ভগৱন্তক সকল দেৱে স্তুতি কৰিলা। এতেকে হৰিসে সবাতে শ্ৰেষ্ঠ। আক জানি তাহান কথা নিত্যে শ্ৰৱণ-কীৰ্ত্তন কৰা। এখন ডাক ছাড়ি হৰি বোল হৰি।

শ্লোকঃ সপ্তমে সৰ্ব্বদেৱেশো ভগৱান সেৱ্য ঈড়িতঃ।
সৰ্ব্বদেৱগণৈস্তস্মাৎ তৎ কথা শ্ৰুতি-কীৰ্ত্তনম্ ॥

———

# অষ্টম অধ্যায়

## ধ্ৰুৱৰ তপস্যা

কথা ঃ অষ্টম অধ্যায়ে ধ্ৰুৱৰ তপস্যা কহিবা। মৈত্ৰেয়ে কহন্ত, স্বায়ম্ভুৱ মনুৰ পুত্ৰ উত্তানপাদ ৰাজাৰ দুই ভাৰ্য্যা। তাতে উত্তমৰ মাতৃ সুৰুচি ৰাজাৰ প্ৰিয়া, ধ্ৰুৱৰ মাতৃ সুনীতি অপ্ৰিয়া হৈলা। একদিনা ৰাজা উত্তমক কোলাত লৈয়া সিংহাসনত বসিছা। সেইবেলা ধ্ৰুৱো আসি উঠিবে খোজন্ত। ৰাজায়ো নোতোলন্ত। তাক দেখি মহাগৰ্ব্বে সুৰুচি বোলয় ঃ হে ছৱাল, তঞি ৰাজাৰ আসনত উঠিবে যোগ্য নহ, যাতো সতিনীৰ গৰ্ভত উপজিছস, যদি তোৰ আক ইছা থাকে তেৱে হৰিক ভজি তাহান প্ৰসাদে মোৰ গৰ্ভত উপজ আসি। (শ্লোক ১—১৩)

এমনে দুৰুক্ত বাক্যে ব্যথিত হুয়া কান্দন্তে মাতৃৰ ঠাই আসিলা। সুনীতিয়ো পুত্ৰক কোলাত লৈয়া লোকৰ মুখে সেই কথা শুনি অতি ব্যথিত হুয়া বিলাপ কৰিলা। পাচে দুঃখৰ পাৰ নেদেখি বোলন্ত ঃ হে পুত্ৰ, তঞি পৰক দোষ নেদিবি, সুৰুচিয়ো ভাল সত্য বাক্য বুলিছে, তঞি তাকে বিশ্বাস কৰি হৰিক ভজ, যদি ৰাজপদক ইচ্ছা কৰস। যাৰ চৰণ সেৱা কৰি ব্ৰহ্মা ব্ৰহ্মপদ পায়াছন্ত। যাক ভজি তোৰ পিতামহ মনুয়ো ভুক্তি-মুক্তি পায়াছে, তয়ো তাহান্তে শৰণ পশি ভক্তি কৰ। তান্ত বিনে তোৰ দুঃখ গুচন্তা আন নাই। যাতো লক্ষ্মী সবাকে এৰি তাহান্ত ভজিছা। এমনে মাতৃৰ বাক্য শুনি ধ্ৰুৱে চিত্ত দঢ়ায়া পিতৃৰ নগৰৰ বজাইলা। পথত নাৰদে দেখি প্ৰথমে অনেক

ভাগৰাইল, তথাপি তাহান নির্ব্বন্ধ দেখি তুষ্ট হুয়া বোলন্ত। হে ধ্রুব! তোৰ মাতৃ যি কথা কহিছে, সেই তোৰ কুশলৰ পথ, এতেকে তঞি বাসুদেৱক একাগ্র মনে ভজ। তাহান চৰণ সেৱাতেহে চাৰি পুৰুষার্থ পাই। এতেকে মধুবন গৈয়া যমুনাত স্নানি হৰিৰ মূৰ্ত্তি ধ্যান কৰি পূজা কৰা। তান নাম জাপ্য কৰা, লীলাকো স্মৰা, এমনে কায়-বাক্য-মনে সেৱা কৰিলে যেই খোজা তাকে দিবন্ত, সকামে বা নিষ্কামে পুৰুষে সদায় মাত্র হৰিক ভজোক। নাৰদৰ এহি বাক্য শুনি ধ্রুবে তাহাঙ্ক প্রণাম কৰি মধুবন গৈলা॥

( শ্লোক ১৪—৬২ )

ঋষিয়ো ৰাজাৰ অন্তেষপুৰত প্রবেশি, আসনত বসি সতকাৰ পায়া পুছন্ত। হে ৰাজা, কেনে তুমি চিন্তা কৰা, কি কাৰ্য্য নিসিজে। ৰাজা বোলন্ত, হে ঋষি, মঞি স্ত্রীজিত হুয়া পঞ্চ বৎসৰৰ ছৱালক নির্ব্বাস দিলো। অনাথ ছৱালক ক্ষুধা-তৃষায়ে শ্রান্ত হৈলে, সিংহ-ব্যাঘ্রে খাইবেক। এতেকে চিন্তা কৰো। নাৰদে বোলন্ত, তুমি পুত্রৰ প্রভাৱ নজানি শোক নকৰিবা। যাতো ভগৱন্তে ৰাখিবা, যাৰ যশে জগত ব্যাপিব। অল্প বয়সতে দেৱৰ দুষ্কৰ কৰ্ম্ম কৰি তোমাৰ গৃহক আসিবা। এহি নাৰদৰ বাক্য শুনি ৰাজা ৰাজ্য-সম্পত্তি অনাদৰি পুত্রকে চিন্তি ৰহিলা। ধ্রুবো যমুনাত স্নান কৰি সাৱধান হুয়া হৰিক ভজিলা। তিনি তিনি দিন অনন্তৰে কপিত্থ-বদৰী খায়া হৰিক অৰ্চ্চিয়া এক মাস নিলা। দ্বিতীয় মাসতো ছয় ছয় দিন অন্তৰে পকা পাত খায়া হৰিক পূজিলা। তৃতীয় মাসতো ন ন দিন অনন্তৰে জলপান কৰি কৃষ্ণক চিন্তিলা। চতুৰ্থ মাসতো বাৰ বাৰ দিন অনন্তৰে বায়ু ভক্ষি হৰিক ধ্যান কৰিলা। পঞ্চম মাসতো বায়ুক জিনি হৰিক চিন্তি, এক পাদৰ অঙ্গুষ্ঠে পৃথিবী ছুয়া ৰহিলা। তান তপ দেখি তিনিয়ো লোক কম্পিল, পৃথিবীয়ো অৰ্দ্ধেক নমিলা, লোকৰো বায়ু নিৰোধিল। তাক দেখি দেৱসৱ মহাভয়ে হৰিত শৰণ পশি বোলন্ত। হে ভগৱন্ত, জগতৰ বায়ু নিৰোধৰ কাৰণ আমি নজানোঁ, আক আপুনি জানি দুঃখৰ মোচন কৰা। যাতো তোমাত শৰণ পশিলোঁ। ভগৱন্তে বোলন্ত, হে দেৱসৱ, ভয় নকৰিবা। যাত হন্তে তোৰাৰ প্রাণ নিৰোধ হয়াছে, সেই ধ্রুৱক মঞি নিবাৰো গৈয়া॥ ( শ্লোক ৬৩—৮২ )

শ্রীভাগৱতকথায়াং চতুৰ্থস্কন্ধে অষ্টমোঽধ্যায়ঃ।

হে সামাজিকসৱ, দেখ। যেখন ধ্রুব কৃষ্ণক সমুখ হৈলা, তেখনে তাহাঙ্ক

লাগি স্ত্ৰীজিত বাজায়ো জগত সমে সমুখ হৈলা। এতেকে তাহান চৰণত শৰণ পশি সততে ভজা, প্ৰথমে ডাক ছাড়ি হৰি বোল হৰি ॥

শ্লোক : যদা ধ্ৰুবঃ কৃষ্ণপদাম্বুজোন্মুখস্তদৈব বাজা জগতাপি সম্মুখঃ।
অতো নৰাণাং শৰণং হৰেঃ পদং সদানুবৃত্ত্যা পৰিকীৰ্ত্তিতং বুধৈঃ ॥

———

# নৱম অধ্যায়

## ধ্ৰুবৰ স্তুতি

কথা : নৱম অধ্যায়ে ধ্ৰুবৰ স্তুতি কহিবা। মৈত্ৰেয়ে কহন্ত : ভগৱন্তৰ বাক্যে দেৱগণ নিৰ্ভয় হয়া প্ৰণাম কৰি স্বৰ্গ গৈলা। ভগৱন্তো গৰুড়ৰ কন্ধে ভক্তক দেখিতে মধুবনক গৈলা। ধ্ৰুবো ভক্তিযোগ বলে ভগৱন্তক হৃদয়ত লাগ পায়া বাহিৰত নেদেখন্ত। তাক জানি ভগৱন্তে হৃদয়ৰ ৰূপক অন্তৰ্দ্ধান কৰিলা। তাক নেদেখি ধ্ৰুৱে চক্ষু মেলি বাহিৰত সেইৰূপ দেখি দণ্ডৱতে পৰিলা। চক্ষুয়ে পান হেন, মুখে চুম্বন হেন, বাহুয়ে আলিঙ্গন হেন কৰিলা। স্তুতি কৰিবাক ইচ্ছা কৰি তাক নজানি অঞ্জলি কৰি ৰহিলা। তাক অন্তৰ্য্যামী ভগৱন্তে জানি বেদময় শঙ্খ কপোলত ছুৱাইলা। তেখনে দৈৱী বাণী পায়া জীৱেশ্বৰ নিৰ্ণয় জানি স্তুতি কৰন্ত। (শ্লোক ১—৫)

যি পুৰুষে মোৰ হৃদয়ত থাকি বাক্য-মন চেতন কৰান্ত, সেই ভগৱন্তক প্ৰণাম কৰো। হে দীনদয়াল, তোমাৰ প্ৰসাদেসে ব্ৰহ্মায়ো জগত দেখিলা।

সেই সৰ্ব্বেন্দ্ৰিয় প্ৰৱৰ্ত্তন তোমাৰ উপকাৰ স্মৰি মুক্তবো আশ্ৰয় তোমাৰ চৰণ কুনেহু পাসৰিব। এতেকে যি মোৰ সম সকামে তোমাৰ চৰণ উপাসা কৰে সি তোমাৰ মায়ায়ে মোহ হৈল। তোমাৰ পাদপদ্ম ধ্যানত যি সুখ আছে সি সুখ ব্ৰহ্মানন্দতো নাই। কালে খণ্ডিত স্বৰ্গাদিতো নুহিবেক, তাক কি বুলিবো। এতেকে কথা শ্ৰৱণক লাগি তোমাৰ ভক্তৰ সঙ্গ দিয়া, যাতো তোমাৰ কথামৃত পানে মত্ত হুয়া অনায়াসে সংসাৰ তৰিম। হে পদ্মনাভ, যি তুমাৰ ভক্তৰ সঙ্গ লৈয়া আছে সি অতি প্ৰিয়তম, দেহ-গেহাদিকো নুসুমৰে। হে ভগৱন্ত, যাৰা তোমাক নিষ্কামে ভজন্ত তাৰা তুমি মহাফল হুয়া তথাপি সকামী জনকো মোক্ষ ফল দিয়া। এহি স্তুতি শুনি ভগৱন্তে বোলন্ত: হে ধ্ৰুব, তোৰ অভিপ্ৰায় মঞি জানু। এতেকে পৰম দুৰ্লভ ধ্ৰুবলোক দিবু। প্ৰথমে তোক ৰাজ্য দিয়া পিতৃ বনক গৈলে ছত্ৰিশ হাজাৰ বৎসৰ ৰাজ্য কৰিবি। যত্তপি তোমাৰ ইচ্ছা নাই তথাপি তোমাৰ দ্ৰোহে সুৰুচিৰো এমন অৱস্থা হৈবেক। উত্তম পুত্ৰ মৃগয়াত নষ্ট হৈলে তাক বিচাৰ কৰিতে বনাগ্নি দাহ কৰিব। তুমিয়ো মোক যজ্ঞে যজি অন্তকালে মোকে স্মৰি মোৰ স্থান পাইবা। এহি বাক্য বুলি ভগৱন্ত বৈকুণ্ঠক গৈলা। (শ্লোক ৬—২৬)

ধ্ৰুবো আপুনাৰ সকাম ভাৱক নিন্দা কৰি গৃহক আসিলা। যাতো মুকুন্দদাস সৱে তাহান দাস্য বিনে আন কিছো বাঞ্ছা নকৰে। পুত্ৰ আসিবাৰ কথা শুনি উত্তানপাদ ৰাজা পাত্ৰ-মন্ত্ৰী-পুৰোহিত সমে পৰম আনন্দে আগবাঢ়ি আসিলা। সুনীতি-সুৰুচিয়ো একে দোলাত চড়ি উত্তমক মধ্য কৰি লৰি গৈলা। উপবন সমীপত ৰাজা পুত্ৰক দেখি, তেখনে ৰথৰ নামি প্ৰেমে বিহ্বল হুয়া সাবটি ধৰিয়া স্নেহত শিৰঘ্ৰাণ কৰিলা। নেত্ৰজলে তিয়াইলা; ধ্ৰুবো পিতৃক নমস্কাৰ কৰি দুই মাতৃক নমিলা। সুৰুচিয়ো প্ৰেমানন্দে আলিঙ্গি ধৰি চিৰঞ্জীৱ বুলিলা। আক আশ্চৰ্য্য নেদেখিবা। যাৰ গুণে ভগৱন্ত প্ৰসন্ন হৈলা তাক সকল লোকে প্ৰণাম কৰে। ধ্ৰুবৰ পুনু হৰিচৰণ পৰশে সকল পাপবন্ধ গুচিল। উত্তমো ধ্ৰুবৰ অঙ্গ সঙ্গে মহা আনন্দ পাইলা। সুনীতিয়ো প্ৰিয়তম পুত্ৰক সাবটি ধৰি মনৰ চিন্তা এড়াই মহাসুখী হৈলা। স্নেহে দুয়ো স্তন স্ৰৱিল, নেত্ৰৰ লোতক নিগড়িল। তাহাক সকল লোকে প্ৰশংসিল। পাছে ৰাজা ধ্ৰুবক উত্তম সমে হস্তিনীত তুলি আপুনাৰ অলঙ্কৃত নগৰত প্ৰবেশিলা। পুৰস্ত্ৰীসৱো দূৰ্ব্বাক্ষত সিঞ্চি আশীৰ্ব্বাদ কৰিল। পাছে বিচিত্ৰ গৃহত প্ৰবেশি পিতৃৰ অতি লালন পায়া সুখে ৰহিলা। ৰাজায়ো

পুত্ৰৰ প্ৰভাৱ দেখি শুনি পৰম বিস্ময় হৈলা। পাছে আপুনাক বৃদ্ধ দেখি, ধ্ৰুৱক ৰাজ্য দিয়া ভোগ বিৰক্ত হুয়া বনক গৈলা। ( শ্লোক ২৭--৬৭ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে নৱমোঽধ্যায়ঃ ॥

হে সভাসদসৱ, দেখ, ধ্ৰুৱৰ স্তুতি কহিলা। কথা শ্ৰৱণত যি সুখ আছে সি ভুক্তি-মুক্তি দুইতো নাই। আক জানি সদায় হৰিকথা শ্ৰৱণ কৰা। প্ৰথমে ডাক ছাড়ি হৰি বোল হৰি।

শ্লোক : যৎসুখং কৃষ্ণ সঙ্কীৰ্ত্তৌ তন্ন মোক্ষে ন সম্পদি।
অতস্তৎ শ্ৰৱণং নিত্যং নৱমে পৰিকীৰ্ত্তিতং ॥

---

## দশম অধ্যায়

### ধ্ৰুৱৰ বিক্ৰম—যক্ষবধ

কথা : দশম অধ্যায়ে ধ্ৰুৱৰ বিক্ৰম যক্ষবধ কহিবা। মৈত্ৰেয়ে কহন্ত : হে বিদুৰ, ধ্ৰুৱে ভ্ৰমি-ইলা দুই কন্যা বিবাহ কৰিলা। ভ্ৰমিত হন্তে কল্প-বৎসৰ দুই পুত্ৰ হৈলা। ইলাত হন্তে উৎকল নাম পুত্ৰ হৈলা। উত্তমক মৃগয়া কৰিতে হিমৱন্তত যক্ষগণে বধিলা। তাক বিচাৰিতে বনাগ্নিত পুৰি সুৰুচিয়ো মৰিল। তাক শুনি ধ্ৰুৱে মহাক্ৰোধ কৰি একে ৰথে খেদি গৈলা। যক্ষপুৰী অলকাৱতী দেখি মহা শঙ্খনাদ কৰিলা; তাক শুনি যক্ষৰ স্ত্ৰীসৱো ভয় হৈলা। ( শ্লোক ১—৬ )

পুৰুষসৱো অস্ত্ৰ-শস্ত্ৰ ধৰি খেদি আসিলা। ধ্ৰুবেয়ো শৰ হানিলা, নানা অস্ত্ৰ বৰষিলা; কপালত একেলগে তিনি শৰ মাৰিলা। তাৰায়ো শৰ পায়া কোপিত হয়া, গাৱে গাৱে ছয় ছয় শৰ হানিলা, নানা অস্ত্ৰো বৰষিল। অস্ত্ৰবৃষ্টিয়ে ধ্ৰুবক ছন্ন হৈবাৰ দেখি, সিদ্ধসৱে হাহাকাৰ কৰিলা। পাছে ধ্ৰুব ৰথ সমে উপৰ উঠি, ধনু টঙ্কাৰ কৰি, শৰসৱ হানি, অস্ত্ৰসমূহক কাটিলা। সেই শৰসৱে যক্ষৰ কৱচ ভেদি, দেহত পৰিল, শিৰ-উৰু-বাহুকো ছেদিল। এমনে যক্ষ সৱে বধিল। অলঙ্কৃত দেহ পৰি যুদ্ধভূমিয়ো শোভা কৰিল।

( শ্লোক ৭—১৯ )

কতোসৱ মহাভয় পায়া পলায়া গৈলা। পাছে ধ্ৰুবে যুদ্ধভূমিত কাহাকো নেদেখি, নগৰ দেখিতে ইছা কৰি, পুনু আগমনে শঙ্কিত হৈলা। এতেকে মহাশব্দ শুনি চণ্ডবায়ু দেখিলা। মেঘগণো আকাশ ঢাকি পূজ-তেজ, মল-মূত্ৰ বৰষিলা। দশোদিশ হন্তে নানা অস্ত্ৰ-শস্ত্ৰ পৰিল, সিংহ-ব্যাঘ্ৰ-হস্তী-সৰ্পসৱো খেদি আসিল, সাগৰো দশোদিশ ডুবাইল। এমনে যক্ষৰ অনেক মায়া দেখি ঋষিসৱে ধ্ৰুবৰ হিত কহন্ত। হে ধ্ৰুব, ভগৱন্তে শাৰঙ্গ ধনু ধৰি বিপক্ষক ক্ষয় কৰন্তোক, যাতো অৱনত জনৰ দুঃখ হৰন্ত। যাৰ নামক শ্ৰৱণ-কীৰ্ত্তন কৰি, লোকে দুস্তৰ মৃত্যুকো তৰে। ( শ্লোক ২০—৩০ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে দশমোঽধ্যায়ঃ।

হে সভাসদসৱ, দেখ। ধ্ৰুব ভক্তৰ বিপদত বিষ্ণুভক্ত ঋষিসৱে হিত কহি হৰিক স্মৰাইলা। এতেকে হৰিভক্তৰ হিত কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক ঃ ধ্ৰুব ভক্তস্য বিপদি মুনয়ো হিতমাজগুঃ।
অতো ভক্তপ্ৰিয়ং কুৰ্য্যাদিত্যেবং দশমে স্থিতং ॥

———

# একাদশ অধ্যায়

## যক্ষবধ নিবাৰণ

কথা: একাদশ অধ্যায়ে মনু পৰম-তত্ত্ব কহি যক্ষবধ নিবাৰিলা। মৈত্রেয়ে কহন্ত: জানা বিদুৰ, ঋষিসৱৰ বাক্য শুনি ধ্ৰুৱে আচম্ভ হৈয়া বিষ্ণু-স্মৰি, ধনুত নাৰায়ণ অস্ত্ৰ জুৰিলা, তেখনে যক্ষৰ সকল মায়া নাশ হৈল। সুবৰ্ণপুচ্ছ অনেক শৰ বৰ্ষাই শত্ৰু-সেনাত প্ৰবেশি বাহু-উৰুগণ ছেদি, পৰম গতি দিলা। এমনে যক্ষৰ ক্ষয় দেখি স্বায়ম্ভুৱ মনু ঋষি সমে আসি বোলন্ত।

(শ্লোক ১—৬)

হে ধ্ৰুব! নৰকৰ দ্বাৰ ইটো ক্ৰোধত তোহোৰ কাৰ্য্য নাই, যি ক্ৰোধে বিনা অপৰাধে যক্ষক বধস, ই আমাৰ কুলৰ উচিত নহে। আৰু সাধুসৱে নিন্দা কৰে। একৰ দোষে অনেক নষ্ট কৰস, ই বৈষ্ণৱসৱৰ পথ নহে। তয়ো ছৱাল কালতে সাধুৰ মতে হৰিক আৰাধনা কৰি, আৱে কেনে অন্যায় কৰস। অহিংসা পালেসে হৰি তুষ্ট হন্ত, হৰি তুষ্ট হৈলেসে পুৰুষ মুক্ত হয়। পৰমাৰ্থত তোমাৰ ভাতৃক আৰা নবধে, যাতো জগতৰ জন্ম-মৃত্যু হৰিসে কাৰণ। এতেকে তাহান্ত কায়-বাক্য-মনে শৰণ পশ। ব্ৰহ্মাদিয়ো যাৰ অধীন হয়া কৰ্ম্ম কৰন্ত, তাহাঙ্কে বিচাৰ কৰি ভক্তি কৰ। তেৱে তোৰ আপুনি অবিদ্যা গুচিব। এতেকে নিত্য হৰিকথা শুনি ক্ৰোধ এড়। যাতো ই শ্ৰেয়সৰ প্ৰতিকূল। যক্ষ বধি কুবেৰক অৱজ্ঞা কৰিছস, যাৱে মহন্তৰ তেজে আমাৰ কুলক নাশ নকৰে, তাৱে তাহাঙ্ক স্তুতি-নতি কৰি তুষ্ট কৰাৱ। এহি

উপদেশ শুনি মনুক প্ৰণাম কৰিলা। মনুয়ো আশ্বাস কৰি আপুনাৰ নগৰ গৈলা। (শ্লোক ৭—৩৫)

হে লোকসৱ দেখ, মহন্ত জনক অপকাৰ কৰিলে, মহন্তৰে অপকাৰ হয়। এতেকে তাহাক নকৰি সদায় হৰিকথা শুনি ক্ৰোধ এৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : মহজ্জনাপৰাধেঽপি মহতামপৰাধৱান্।
ভৱত্যেৱেতি তৎ জ্ঞাত্বাশ্ৰয়েদ্ হৰেঃ কথামৃতম্॥

---

## দ্বাদশ অধ্যায়

### কুবেৰৰ প্ৰশংসা, ধ্ৰুৱৰ হৰিভক্তি, বিষ্ণুপদ প্ৰাপ্তি

কথা : দ্বাদশ অধ্যায়ে কুবেৰৰ প্ৰশংসা, ধ্ৰুৱৰ হৰিভক্তি, বিষ্ণুপদ আৰোহণ কহিবা। মৈত্ৰেয়ে কহন্ত : ধ্ৰুৱক ক্ৰোধ এৰি যুদ্ধত নিবৰ্ত্তিবাৰ দেখি কুবেৰে আসি বোলন্ত। হে ধ্ৰুৱ, তোমাত মঞি তুষ্ট হৈলো। যাতো পিতামহৰ বাক্যে দুস্ত্যাজ্য বৈৰকো এৰিলা। তুমিও যক্ষক নবধা, যক্ষো তোমাৰ ভাতৃক নবধে, কিন্তু ঈশ্বৰ কালেসে জগতৰ জন্ম-মৰণ কাৰণ, অজ্ঞানেসে মঞি-মোৰ কৰে, সেই ঈশ্বৰ ভগৱন্তত শৰণ লৈয়া ভক্তি কৰা। আৰো তুমাৰ মন-বাঞ্ছিত বৰ লৱা। এহি বাক্য শুনি ধ্ৰুৱেয়ো হৰিত দৃঢ়ভক্তি খুজিল, যাক পায়া অনায়াসে সংসাৰ তৰি। কুবেৰে সেহি বৰ দিয়া অন্তৰ্দ্ধান হৈলা। (শ্লোক ১—৯)

ধ্ৰুৱো আপুনাৰ নগৰক গৈলা, যজ্ঞ কৰি হৰিক যজিলা, প্ৰজাসৱো তাহাঙ্ক পিতৃ বুলি মানিলা, এমনে ছত্তিশ হাজাৰ বৎসৰ ৰাজ্য কৰিলা, ভোগ্য পুণ্য ক্ষয় কৰিলা, ব্ৰতাদি কৰি পাপ ক্ষয় কৰিলা। পাছে পুত্ৰক ৰাজ্য দিয়া জগতক মায়াময় কালগ্ৰস্থ জানি বদৰিকাশ্ৰমক গৈলা। তহিতে হৰিভক্তি কৰিতে হৃদয় দ্ৰৱিল, আনন্দ-লোতক ঝড়িল, শৰীৰ পুলকিত হৈল, আপুনাক পাসৰিল, পাছে দিব্য বিমানেক দেখিলা। তাতে সুনন্দ-নন্দ দুই পাৰিষদক দেখি হৰিৰ নাম লৈয়া প্ৰণাম কৰিলা। দুয়ো পৰম ভক্ত ধ্ৰুৱক দেখি সাদৰে বোলয়: হে মহাৰাজ, তুমাৰ কুশল হৌক, আমাৰ বাক্য সাৱধানে শুনা। তুমি পাঞ্চ বৎসৰত ভক্তি কৰি যাক তুষ্ট কৰাইছা, সেই ভগৱন্তৰ আমি দুয়ো পাৰিষদ, তোমাক বিষ্ণুপদ নিবে আসিছি, এহি বিমান হৰি পঠাই দিছা, এতেকে সেই শৰীৰে তুমি ইহাত উঠিবাৰ যোগ্য হোৱা। ধ্ৰুৱে এহি বাক্য শুনি স্নান কৰি, মুনিসৱক প্ৰণমি দিব্যৰূপ ধৰি প্ৰদক্ষিণ কৰি বিমানত উঠিলা। স্বৰ্গতো অনেক বাদ্য, নৃত্য-গীত হৈলা, পুষ্পসৱ বৰষিল, সেইবেলা সুনীতি মাতৃক স্মৰিলা, তাক জানি দুয়ো পাৰিষদে আগতে যাইবাৰ দেখাই বৈমানিক-সৱো প্ৰশংসা কৰিলা। যথাক্ৰমে তিনিলোক ছেড়াই ধ্ৰুৱলোক পাইলা, যি থান আপুনি প্ৰকাশ কৰে, যাক বিষ্ণুভক্ত বিনে আনে নপাৰে। এমনে উত্তানপাদৰ পুত্ৰ তিনিলোক চূড়ামণি প্ৰায় ৰহিলা॥ ( শ্লোক ১০—৩৭ )

যাহাৰ মহিমা দেখি নাৰদ ঋষি দশ প্ৰচেতাৰ সত্ৰত কহিলা। মৈত্ৰেয়ে কহন্ত: জানা বিদুৰ, তোমাত এহি ধ্ৰুৱ-চৰিত্ৰ কহিলো। আক শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰিলে সকল মনোবাঞ্চা সিঝে। হৰিৰো একান্ত ভক্ত হয়॥

( শ্লোক ৩৮—৫১ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে দ্বাদশোঽধ্যায়ঃ॥

হে নৰ-নাৰীসৱ, দেখ, সকাম ভক্তৰ এতেক মহিমা। নিষ্কাম ভক্তৰ কি কহিবো, এতেকে নিষ্কামী সদায়ে হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি॥

শ্লোক: ধ্ৰুৱঃ সকামভাৱেন লেভে দিব্য মহোদয়ং।
অতো নিষ্কামভক্তানাং মাহাত্ম্যং কিমু বৰ্ণয়ে॥

———

## ত্ৰয়োদশ অধ্যায়

### ধ্ৰুবৰ বংশত অঙ্গ ৰাজাৰ বৃত্তান্ত

কথা ঃ ত্ৰয়োদশ অধ্যায়ে ধ্ৰুবৰ বংশত অঙ্গ ৰাজাৰ বৃত্তান্ত কহিবা। সুতে কহন্ত, এমনে ধ্ৰুব-চৰিত্ৰ শুনি বিদুৰে পৰম প্ৰীত হয়া প্ৰশ্ন কৰন্ত। হে মৈত্ৰেয়, নাৰদে যি প্ৰচেতাসৱৰ আগত ধ্ৰুব-চৰিত্ৰ কহিলা সেই প্ৰচেতাসৱ কোন? কাহাৰ বংশত জাত হয়াছে? তাত মহাভাগৱত নাৰদে যি কথা কহিলা, তাক মোত কহিয়োক। মৈত্ৰেয়ে কহন্ত ঃ ধ্ৰুবৰ পুত্ৰ উৎকলক ৰাজ্য দিয়া, পিতৃ বনক গৈলে সাৰ্ব্বভৌম সম্পত্তিক ইচ্ছা নকৰিলা। কিন্তু জন্মাৱধি বিৰক্ত হয়া হৰিভক্তি কৰিলা। তাহাক জড়দেহ মানি কুলবৃদ্ধসৱে বৎসৰক ৰাজা পাতিলা। বৎসৰৰ ভাৰ্য্যা স্বৰ্বীথীত হন্তে পুষ্পাৰ্ণ আদি ছয় পুত্ৰ হৈলা। পুষ্পাৰ্ণ হন্তে ব্যুষ্ট, ব্যুষ্টৰো পুত্ৰ সৰ্ব্বতেজা, তান পুত্ৰ চক্ষু হৈলা। চক্ষুৰো পুত্ৰ চাক্ষুষ নাম মনু হৈলা। তান পুত্ৰ উল্মুক অন্ত দ্বাদশ পুত্ৰ হৈলা। উল্মুকত হন্তে অঙ্গ হৈলা। (শ্লোক ১—১৭)

তাহান পত্নী মৃত্যুক দুহিতা সুনীথা হৈলা। পাছে অঙ্গৰাজ অশ্বমেধ কৰিতে দেৱসৱ আসি যজ্ঞভাগ নলৈলন্ত, তাক জানি ঋত্বিজসৱে ৰাজাত কহিলা, ৰাজায়ো তাৰ কাৰণ পুছিলা। সদস্যসৱে কহন্ত, তোমাৰ ই জন্মত কিছো পাপ নাই, কিন্তু পূৰ্ব্বৰ জন্মৰ পাপে অপুত্ৰক হয়াছ। এতেকেসে দেৱগণে আসি যজ্ঞভাগ নলন্ত, তথাপি হৰিক যজিয়া আপুনাক সপুত্ৰ কৰা। তেৱেসে দেৱগণে যজ্ঞভাগ লৈবা। এহি বুলি সদস্যসৱে যজ্ঞে হৰিক

যজাইলা। তেখনে অগ্নিৰ পৰা সুৱৰ্ণৰ পাত্ৰত পৰমান্ন লৈয়া দিব্য পুৰুষেক উঠিলা। ( শ্লোক ১৮—৩৬ )

ব্ৰাহ্মণৰ অনুজ্ঞায়ে ৰাজা অঞ্জলি কৰি পৰমান্ন লৈয়া আণ কৰি পত্নীক দিলা। সেই পৰমান্ন ভোজনে, স্বামীৰ বীৰ্য্যে সুনীথাৰ পুত্ৰ জাত হৈলা। সি ছৱাল কালতে মাতামহ মৃত্যুক অনুসৰি অধৰ্ম্মী হৈলা। অকাৰণে পশু-হিংসা কৰিল, ক্ৰীড়া সময়তো ছৱালসৱ বধে। এমনে ৰাজা পুত্ৰৰ দুশ্চেষ্টা দেখি অনেক খেদ কৰি পৰম বিৰক্ত হয়া কাহাতো নকহি মধ্যৰাত্ৰি গৃহৰ বঝাই গৈলা। তাহাঙ্ক নেদেখি পাত্ৰ-মন্ত্ৰী-পুৰোহিতসৱে অনেক বিচাৰ কৰি লাগ নপাইলা। ( শ্লোক ৩৭—৪৯ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে ত্ৰয়োদশোঽধ্যায়ঃ ॥

হে সভাসদসৱ, দেখ। দুৰ্জ্জন পুত্ৰৰ সঙ্গ নিমিত্তে অঙ্গৰাজ ৰাজ্য-সম্পত্তিক এড়িল। এতেকে অসাধু সঙ্গ এৰি সদায়ে সাধুসঙ্গ লৈয়া, ডাক ছাড়ি হৰি বোল হৰি ॥

শ্লোক ঃ অসৎপুত্ৰনিমিত্তেন ৰাজ্যঞ্চাপি জহৌ নৃপঃ।
অতোঽসৎসঙ্গমুৎসৃষ্টুমুক্তং প্ৰাজ্ঞৈস্ত্ৰয়োদশে ॥



# চতুৰ্দ্দশ অধ্যায়

## বেনৰ অভিষেক—বৰ

কথা: চতুৰ্দ্দশ অধ্যায়ত বেনৰ অভিষেক বৰো কহিবা। মৈত্ৰেয়ে কহন্ত: ভৃগু আদি মুনিগণে অৰাজক ভয় দেখি উগ্ৰদণ্ড বেনকে ৰাজা পাতিলা। তাক শুনি দস্যুচয় দশোদিশ পলাইল, বেনো ৰাজাসন, ঐশ্বৰ্য্য পায়া মহন্ত-সৱকো অৱজ্ঞা কৰিল। মহা মদগৰ্ব্ব হুয়া ৰথে চড়ি পৃথিবী ভ্ৰমিতে যজ্ঞ-দান-হোম, হৰিভক্তি নিষেধিলা। এমনে বেনৰ অন্যায় দেখি মুনিগণ লোকক কৃপায়ে আলোচনা কৰি বোলন্ত: হে মহাৰাজা, আমাৰ বাক্য অৱধান কৰিবা। যাত তোমাৰ যশ-শ্ৰী, বল-শক্তি-কীৰ্ত্তি বাঢ়িব। ( শ্লোক ১— ১৪ )

লোকে ধৰ্ম্ম কৰিলেসে ভুক্তি-মুক্তি পাই। তাক তুমি নাশ নকৰিবা, ধৰ্ম্ম নষ্ট হৈলে পুনু ৰাজাৰ ঐশ্বৰ্য্য গুচে। ধৰ্ম্মে প্ৰজা পালিলেসে লোক সুখে থাকে। যি ৰাজাৰ ৰাজ্যত হৰিভক্তি প্ৰবৰ্ত্তে, তাৰ হৰি তুষ্ট হোৱন্ত। হৰি তুষ্ট হৈলে কি অপ্ৰাপ্য আছে। এতেকে হৰিভক্ত লোকক প্ৰতিপাল কৰিবে যোগ্য হয়। তাক হেলা কৰিতে নপাৰা। এহি বাক্য শুনি বেনে বোলয়, তোৰাসৱ অজ্ঞসে, যাতো অধৰ্ম্মক ধৰ্ম্ম বুলি মানা, নিজ পতিক এড়ি উপপতিক ভজা, যাতো তোৰা এমন ভক্তি কৰা, সেই যজ্ঞপুৰুষ কোন? ৰাজাৰ দেহতসে বিষ্ণু আদি দেৱগণ হয়। এতেকে তোৰা কৰ্ম্ম কৰি মোকে পূজা কৰা, উচিত কৰকো দিয়া, মোত বিনে আন কোন অগ্ৰভোক্তা আছে। মৈত্ৰেয়ে কহন্ত, এমনে দুষ্ট বেনে ঋষিবাক্য নকৰিলে, তাৰা ক্ৰোধ কৰি এখনে

মাৰ মাৰ বুলিলা। ই ৰহিলে পুনু লোকক নাশ কৰিবেক। ই ৰাজ-আসনকো যোগ্য নহে। যাতো নিলাজ হয়া হৰিকো নিন্দা কৰে, যাহাৰ প্ৰসাদে এতেক ঐশ্বৰ্য্য পায়া আছে, তাহাক আত বিনে কোনে নিন্দা কৰিব। ঋষিসৱে এহি বাক্য বুলি হুঙ্কাৰ কৰি বেনক নাশ কৰিলা।

( শ্লোক ১৫—৩৪ )

যাতো অচ্যুত নিন্দায়ে হত হয়াছে। এমনে বেন বধি ঋষিসৱ আশ্ৰমক গৈলা। সুনীথায়ো উপায় কৰি শৱক ৰক্ষা কৰিলা। একদিনা মুনিসৱ সৰস্বতী জলত স্নান কৰি অগ্নিত হোম কৰি হৰিকথা কহন্ত। সেইবেলা অনেক উৎপাত দেখি, লোকৰো চৌৰাদি হন্তে উপদ্ৰৱ দেখি, উপেক্ষা দোষ এৰাইতে বেনৰ উৰু মথিলা। তাত বিবৰ্ণ পুৰুষেক জাত হৈলা। সি বেনৰে পাপ লৱা চণ্ডাল হৈল। পাছে বাহু মথিতে বৰ-কন্যা জাত হৈলা॥

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে চতুৰ্দ্দশোঽধ্যায়ঃ।

হে লোকসৱ দেখ, মহন্তৰ হিত বাক্য নকৰি বেন নষ্ট হৈলা। এতেকে মহন্তৰ বাক্য কৰি ডাকি হৰি বোল হৰি॥

শ্লোক : হিতোপদেশে মহতাং বাক্যানাদৰকাৰণাৎ।
হতো বেন ইতি জ্ঞাত্বা হিত্বা প্ৰপদ্যতাং হৰিম্॥

———

# পঞ্চদশ অধ্যায়

## পৃথুৰ অভিষেক

কথা : পঞ্চদশ অধ্যায়ে পৃথুৰ অভিষেক কহিবা। সেই বৰ-কন্যা জাত হৈবাৰ দেখি ঋষিসৱে পৰম তুষ্ট হৈয়া বোলন্ত : এৰো পুৰুষ বিষ্ণুৰ অংশ কলা মহাৰাজ হৈবা। এৰো কন্যা অৰ্চ্চি নাম লক্ষ্মীৰে অংশা, পৃথুক্কে বৰিবা। এমনে বিপ্ৰসৱে প্ৰশংসিল, সিদ্ধসৱে পুষ্প বৰষিল। অপ্সৰা-গন্ধৰ্ব্বে নৃত্য-গীত কৰিল, স্বৰ্গতো নানা বাদ্য হৈল। সে ঠাই ব্ৰহ্মাদি দেৱগণ আসি পৃথুৰ হস্তত চক্ৰ চিহ্ন দেখি চৰণত পদ্ম দেখি হৰিৰ কলা বুলি মানিলা। তাহান অভিষেকৰ দ্ৰব্য সৱলোকে দিলা, ব্ৰাহ্মণসৱে মন্ত্ৰ পঢ়ি স্নান কৰাইলা। পাছে বস্ত্ৰ-অলঙ্কাৰ পিন্ধি অৰ্চ্চি পত্নী সমে অগ্নি সম প্ৰকাশ কৰিলা॥

( শ্লোক ১—১৩ )

কুবেৰে আনি সুৱৰ্ণ সিংহাসন দিলা। বৰুণে ধৱল ছত্ৰ দিলা, বায়ু দুই চামৰ দিলা, ধৰ্ম্মে কীৰ্ত্তিময় মালা দিলা, ইন্দ্ৰে উৎকৃষ্ট কিৰীটি দিলা, যমে যমদণ্ড, ব্ৰহ্মা দিব্য কৱচ দিলা, সৰস্বতী উত্তম হাৰ দিলা। হৰি সুদৰ্শন চক্ৰ দিলা, লক্ষ্মী অখণ্ড সম্পত্তি দিলা, ঋষিসৱে আশীৰ্ব্বাদ দিলা, সাগৰে দিব্য শঙ্খ দিলা; হৰগৌৰী খড়্গ চৰ্ম দিলা, চন্দ্ৰে ঘোটক, বিশ্বকৰ্ম্মা ৰথ দিলা, অগ্নি অজগৱ ধনু, সূৰ্য্যে ৰশ্মিময় শৰ দিলা, পৃথিবী যোগময় পাদুকা দিলা, আকাশে নিত্যে নিত্যে পুষ্পমালা দিলা, গীত-নৃত্য-বাদ্য অন্তৰ্দ্ধানকো গন্ধৰ্ব্বাদি দিলা। পাছে স্তাৱকসৱে স্তুতি কৰিতে উঠিলা, তাক দেখি গম্ভীৰ বাক্যে

পৃথু বোলন্ত। হে সূত, মাগধ, বন্দি, এখন মোৰ গুণ বৰ্ণনা কৰিতে নলাগে। পাছে লোকত বিদিত হৈলে কৰিবা। ইদানিক হৰিগুণ মাত্র গাৱা॥ সমৰ্থসবো আত্ম-প্ৰশংসা শুনি লজ্জা কৰে, আমি পুনু লোকত বিদিত নহো হুয়া, কেমনে আপুনাক অজ্ঞ হেন স্তুতি কৰি উপালম্ভ কৰাইবঞ॥

( শ্লোক ১৪—২৬ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে পঞ্চদশোঽধ্যায়ঃ॥

হে সাধুসব, দেখ। মহন্ত আপুনাৰ গুণ শুনিতে লজ্জা দেখি হৰিগুণ শুনিবাক ইচ্ছা কৰিলা। আক জানি আন কথা এড়ি হৰিগুণ শুনি মধ্যে মধ্যে হৰি বোল হৰি॥

শ্লোক ঃ অশ্ৰুত্বা স্বগুণান্ শ্লাঘ্যান্ শ্ৰুতৱান্ ভগৱদ্‌গুণান্।
যতোঽভয় পৃথুঃ সাক্ষাত্তস্মাত্তৎ শ্ৰৱণং বিধিঃ॥

---

# ষোড়শ অধ্যায়

## পৃথুস্তুতি

কথা: ষোড়শ অধ্যায়ে স্তাৱকসবে পৃথুক স্তুতি কৰিবা। মৈত্ৰেয়ে কহন্ত, মুনিসবৰ বাক্যে গায়কসবে উঠিয়া স্তুতি বোলন্ত: হে মহাৰাজা, তোমাৰ মহিমা কহিতে আমি সমৰ্থ নহো। যাতো তুমি হৰিৰ অৱতাৰ, যাৰ মহিমা কহিতে ব্ৰহ্মাৰো মতিভ্ৰম হয়। তথাপি তুমাৰ বাক্য-অমৃতে আনন্দিত হয়া, মহন্তৰ আজ্ঞায়ে বিশেষ গুণচয় কহিবো। তুমি লোকত হৰিভক্তি ধৰ্ম্ম প্ৰবৰ্ত্তায়া ধৰ্ম্মধাৰী মধ্যে শ্ৰেষ্ঠ হৈবা। ধৰ্ম্মক ৰাখি অধৰ্ম্মক

দণ্ডিবা। লোকপালৰ তেজ শৰীৰতে ধৰিবা। আদান-প্ৰদানত সূৰ্য্য সম হৈবা। পৃথিবী সম সহিবা, ইন্দ্ৰ হেন বৰষিবা, চন্দ্ৰ যেন ৰঞ্জিবা, সাগৰ সম গম্ভীৰ হৈবা, অগ্নি সম দুৎসহ হৈবা। বায়ু সম সাখী হৈবা। যথোচিত দণ্ডত যম সম হৈবা। মানসাচল ব্যাপি তুমাৰ আজ্ঞা চলিব। অনুৰাগ দেখি লোকে ৰাজা কৰি বুলিব। মহাজন ব্ৰাহ্মণৰ কিঙ্কৰ হৈবা। সবাকে ৰক্ষা কৰিং, দীনক দায়া কৰিবা। পৰস্ত্ৰীক মাতৃ সম দেখিবা, পিতৃ সম প্ৰজাক স্নেহ কৰিবা। সকল লোকৰে প্ৰিয় হৈবা। সুহৃদৰ আনন্দ বঢ়াইবা, বৈষ্ণৱৰ প্ৰীতি কৰাইবা। পৃথিবীক দুহি সমান কৰিবা, ৰথে চড়ি দিগ্বিজয় কৰিবা, নাম শুনি ৰাজাসৱে কৰ দিবা, শতেক অশ্বমেধ কৰিবা, শেষ যজ্ঞত ইন্দ্ৰে অশ্ব হৰিবা। গৃহতে সনতকুমাৰক লাগ পায়া হৰিভক্তি কৰি পৰম জ্ঞান পাইবা। তুমি এমন মহাৰাজা হৈয়া লোক ৰক্ষা কৰিবা॥

( শ্লোক ১—২৭ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে ষোড়শোঽধ্যায়ঃ ॥

হে সামাজিকসৱ, দেখ। লোকক কৃপায়ে ভগৱন্তে সকল গুণযুক্ত পৃথুৰূপ ধৰিলা। এতেকে তাহাঙ্ক পৰম কৃপালু জানি সততে ভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি ॥

শ্লোক : জনানাং কৃপয়া যেন পৃথুৰূপং-গুণাকৰং।
দধ্ৰে তং পৰমানন্দং গোবিন্দং সততং ভজেৎ ।।

———

## সপ্তদশ অধ্যায়

## পৃথিৱীৰ পৃথুস্তুতি

কথা : সতৰ অধ্যায়ে লোকৰ ক্ষুধাত পৃথিৱী আপুনাক বধিবাৰ দেখি পৃথুক স্তুতি কৰিবা। মৈত্ৰেয়ে কহন্ত : এমনে পৃথু আপুনাৰ গুণ-কৰ্ম্ম শুনি তাৰাক প্ৰশংসি বাঞ্ছিত পূৰিলা। সকল লোকক অনুৰূপে বণ্টা দিলা। বিদুৰে পুছন্ত, কেনে পৃথুৰাজা পৃথিৱী দুহিলা, তাত কোন বৎস পাত্ৰ হৈলা, কেমনে তাক সমান কৰিলা। কেনে বা তাহান যজ্ঞৰ অশ্ব ইন্দ্ৰে হৰিলা, সনতকুমাৰৰ মুখে জ্ঞান পায়া কি গতি পাইবা। ই কথা মঞি অনুৰাগী ভকত তুমি কহিবাক যোগ্য হয়া। মৈত্ৰেয়ে কহন্ত, যেখনে ব্ৰাহ্মণসবে পৃথুক অভিষেক কৰি ৰাজা পাতিলা, তেখনে পৃথিৱী নিৰন্ন হৈলে প্ৰজাসৱ ক্ষুধায়ে কৃশ-দেহ হয়া গোচৰ কৰন্ত। হে মহাৰাজ, আমি গৰ্ভাগ্নিত তাপিত হয়া তোমাত শৰণ পশিলোঞ্, যাতো তোমাক জীৱিকাদাতা পতি পায়াছোঞ্। এতেকে যাৱে আমি ক্ষুধাত প্ৰাণে নতো মৰো তাৱে তুমি অন্ন দিবাক যত্ন কৰা। ( শ্লোক ১—১১ )

ৰাজা প্ৰজাৰ এহি কাৰুণ্য বাক্য শুনি চিৰকাল চিন্তি কাৰণ পাইলা। পৃথিৱী সকল শস্য গ্ৰাস কৰি নেদিবাৰ জানি ক্ৰোধে ধনু-শৰ ধৰিলা। তাক দেখি পৃথিৱী মহাভয়ে কম্পমান হয়া গো ৰূপ ধৰি দশোদিশ পলাইলা। পাছে পাছে পৃথুয়ে খেদি গৈলা। পাছতে তাহাঙ্ক দেখি একো ঠাই ত্ৰাণ নপাই কাপুৰ্ণ্য কৰি পৃথুক বোলন্ত : হে মহাভাগ, ধৰ্ম্মজ্ঞ, মোক ত্ৰাণ কৰা। বিনা

অপৰাধে স্ত্ৰীক কেমনে বধিবা। অজৰ নৌকা মোক বধি কেমনে জলত প্ৰজা-সৱ ধৰিবা। পৃথু বোলন্ত: অৰে পৃথিবী, অবচনকাৰী, তোক মঞি অৱশ্যে বধিবো। যজ্ঞৰ ভাগ খায়া শস্যক বৃদ্ধি নকৰস, ই দোষে তোৰ দণ্ডক যোগ্য হয়। ব্ৰহ্মাৰ সৃজ্য শস্যক তঞি মোক অৱজ্ঞা কৰি গিলিয়া নেদস, এতেকে মোৰ শৰৰ প্ৰহাৰে তোৰ প্ৰাণ লৈয়া তোৰ মাংসে প্ৰজাৰ ক্ষুধা দূৰ কৰিবো। যি নিৰ্দ্দয় হয়া অধমো আপুনাক বৰ দেখে, সি স্ত্ৰী-পুৰুষ-নপুংসক বধে ৰাজাৰ কিছো দোষ নাই। এতেকে তোক বধি যোগবলে জলতো প্ৰজা ধৰিবো। ( শ্লোক ১২—২৭ )

এহি বাক্য শুনি পৃথিবী কম্পমান হয়া প্ৰণাম কৰি অঞ্জলি ধৰি বোলন্ত: হে মহাপুৰুষ, তোমাক প্ৰণাম কৰো, মায়ায়ে নানা তনু ধৰা, স্বৰূপত ৰাগাদি দূৰ কৰিছা, যি তুমি লোকাশ্ৰয় মোক স্ৰজিছা, সেই তুমি মোক বধিতে ধনু-শৰ ধৰিলা। আৱে আন কাত শৰণ পশিবো। তুমাৰ ভক্তৰে চৰিত্ৰ কেয়ো নজানি। তোমাৰ কেমনে জানিবো। এতেকে তাৰাকো তোমাৰ সমান প্ৰণাম কৰো। ( শ্লোক ২৮—৩৬ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে সপ্তদশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। হৰিভক্তৰ চৰিত্ৰ কেহো জানিতে নপাৰি। এতেকে তাহান গুণ-দোষ নধৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: হৰেৰুত্তম-ভক্তানাং চৰিত্ৰং নৈব জ্ঞায়তে।
অতস্তেষাং গুণং দোষমবিচাৰ্য্য স্মৰেদ্ধৰিম্ ॥

———

# অষ্টাদশ অধ্যায়

## পৃথিবী দোহন

কথা : মৈত্রেয়ে কহন্ত, এমনে পৃথিবী পৃথুক স্তুতি কৰি পুনু বোলন্ত। হে মহাৰাজা, ক্ৰোধ এৰি মোৰ বাক্য ধৰা, যাতো বিবেকীসৱে সাৰ মাত্ৰ সবাবো লয়ে। পূৰ্ব্বত ব্ৰহ্মা শস্যসব স্ৰজিলা, তাক দুৰ্জ্জনে ভোগ কৰিবাৰ দেখি সৱে মঞি গিলিলো। সিও অনেক কালে জীৰ্ণ হৈল, তাক দৃষ্ট উপায়ে আদান কৰা মোৰ অনুৰূপ বৎস, পাত্ৰ, দোহ্মাকো কল্পা, তেৱে তোমাৰ সকল বাঞ্ছা পূৰিবো। যেমনে সদায়ে মোত বৃষ্টিজল ৰহে তেমনে সমান কৰা। পৃথিবীৰ এহি হিত বাক্য শুনি মনুক বৎস কৰি হস্ততে সকলে শস্য দুহিলা। সেইবেলা ঋষিসৱে বৃহস্পতিক বৎস কৰি ইন্দ্ৰিয় পাত্ৰত বেদ দুহিলা। দেৱগণো ইন্দ্ৰক বৎস কৰি স্বৰ্ণ পাত্ৰত অমৃত, বল, বীৰ্য্য দুহিলা। দৈত্য-সৱে প্ৰহ্লাদক বৎস কৰি লোহাৰ পাত্ৰত মদ্য-সুৰা দুহিলা। গন্ধৰ্ব্ব-অপ্সৰা-সৱো বিশ্ববসুক বৎস কৰি পদ্মপাত্ৰত গন্ধ-মধুৰস সৌন্দৰ্য্য দুহিলা। পিতৃগণো অৰ্য্যমাক বৎস কৰি আমপাত্ৰত আপুনাৰ অন্ন দুহিলা। পশুসৱো মহেশৰ বৃষভক বৎস কৰি অৰণ্যপাত্ৰত তৃণ-বন দুহিলা। পক্ষীসৱো গৰুড়ক বৎস কৰি ফলাদি দুহিলা। বৃক্ষসৱো বটক বৎস কৰি নানা ৰস দুহিলা। পৰ্ব্বতসৱো হিমন্তক বৎস কৰি নানা ধাতু দুহিলা। এমনে সৰ্ব্বজনে মুখ্য মুখ্য বৎস কৰি নানা বস্তু দুহিলা। পাছে পৃথু ৰাজা তুষ্ট হৈয়া পৃথিবী দুহিতা

বুলি আশ্বাস কৰিলা। ধনুৰ অগ্রে পৰ্ব্বত চূর্ণ কৰি পৃথিৱী সমান কৰিলা। গ্রাম, নগৰ, পত্তন গড় কৰি লোকক সুখে পালিলা॥ ( শ্লোক ১—৩২ )

শ্রীভাগৱতকথায়াং চতুর্থস্কন্ধে অষ্টাদশোঽধ্যায়ঃ॥

হে লোকসব, দেখ, বিবেকীজনে সবাৰে সাৰ মাত্র লয়ে। এতেকে সৰ্ব্বশাস্ত্রৰ সাৰ হৰিগুণ জানি ডাকি হৰি বোল হৰি॥

শ্লোক : বিবেকিনঃ সৰ্ব্বসাৰং গৃহ্নন্তি মধুপা যথা।
অতঃ সকলশাস্ত্রাণাং সাৰং হৰিগুণং স্মৰেৎ।

---

# ঊনবিংশ অধ্যায়

## পৃথুৰ যজ্ঞ-অশ্বহৰণ

কথা : ঊনৈশ অধ্যায়ে পৃথুৰ যজ্ঞ-অশ্বহৰণ কহিবা। মৈত্রেয়ে কহন্ত, পাছে পৃথু ৰাজা ব্রহ্মাবৰ্ত্ত দেশত শতাশ্বমেধ সঙ্কল্প কৰিলা, সেই যজ্ঞত যজ্ঞেশ্বৰ হৰি ব্রহ্মা-মহেশ সমে আবিৰ্ভাৱ হৈলা। সকল দেৱ, মুনি, গন্ধৰ্ব্ব, কিন্নৰ, সিদ্ধ-বিদ্যাধৰসবো আসিলা, সুনন্দ আদি পাৰিষদসব আসিলা। নাৰদ, কপিল, দত্ত, সনকাদিয়ো আসিলা। যাতো পৃথিৱী সকল কামনা দোহন কৰিলা। নদীসবো সৰ্ব্বৰস দিলা, বৃক্ষসবো ফল-পুষ্প দিলা, সাগৰসবো ৰত্নসমূহ দিলা, পৰ্ব্বতসবে চাৰিবিধ অন্ন দিলা। এমনে সকল লোকে নানা উপায়ন দিলা। বিষ্ণুভক্ত পৃথুৰ যজ্ঞৰ মহোদয় দেখি ইন্দ্রে নসহিয়া শেষ যজ্ঞত অশ্ব চুৰি কৰিলা। তাক অত্রি ঋষি দেখি কহিলা। তেখনে পৃথুৰ পুত্রে খেদি গৈলা, জটা-ভস্মধাৰী ধৰ্ম্ম শৰীৰ দেখি শৰ নমাৰিলা। পুনু অত্রি ঋষি প্রেৰণ কৰিলা। তাহ পুনু খেদি আসিবাৰ দেখি ইন্দ্রে অশ্ব এৰি অন্তৰ্দ্ধান

হৈলা। পৃথুপুত্ৰো অশ্বক লৈয়া যজ্ঞক আসিলা। তাক দেখি ঋষিসৱে তান বিজিতাশ্ব নাম থৈলা। পুনু ইন্দ্ৰে অন্ধকাৰ প্ৰভৃতি যূপৰ পৰা অশ্ব হৰিলা। অত্ৰিৰ বাক্যে পুনু বিজিতাশ্ব খেদি গৈলা। কপালমালি দেখি শৰ নমাৰিলা। পুনু অত্ৰি ঋষিৰ বচনে শৰ সন্ধান কৰিতে অশ্ব এৰি অন্তৰ্দ্ধান হৈলা। বিজিতাশ্বো অশ্ব লৈয়া যজ্ঞক আসিলা। এমনে বাৰম্বাৰ নানাৰূপ ধৰি ইন্দ্ৰে ঘোৰা চুৰি কৰিলা, সেই বেশ ধৰি অজ্ঞানীসৱে নানাবিধ পাষণ্ড হৈলা, তাক জানি পৃথু ৰাজা ইন্দ্ৰক বধিতে ক্ৰোধে ধনু-শৰ ধৰিলা। ( শ্লোক ১—২৬ )

তাক ঋত্বিজসৱে নিবাৰণ কৰি ইন্দ্ৰ বধিতে আহুতি লৈলা। সেই-বেলা ব্ৰহ্মা বোলন্ত, হৰিৰ মূৰ্ত্তি ইন্দ্ৰক তোৰাৰ বধিবে নালাগে। হে পৃথু, তোমাৰ যজ্ঞত কি কাৰ্য্য, যাতো তুমি হৰিৰ অৱতাৰ, ভক্তি ধৰ্ম্মো জানা। তোমাৰ উনশতক্ৰতু শতক্ৰতুত কৰি অধিক কীৰ্ত্তি হৌক। এতেকে যজ্ঞ এৰি ইন্দ্ৰ সৃজ্য পাষণ্ডক দণ্ড কৰা। যাতো তুমি ধৰ্ম্ম ৰক্ষাৰ অৰ্থে অৱতাৰ ধৰিছা। ব্ৰহ্মাৰ বাক্য শুনি পৃথু ৰাজা যজ্ঞ এৰি ইন্দ্ৰ সমে প্ৰীতি কৰিলা, দেৱসৱো তুষ্ট হয়া বৰ দিলা, ব্ৰাহ্মণসৱো দক্ষিণা পায়া আশীৰ্ব্বাদ কৰিলা। ( শ্লোক ২৭—৪২ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে উনবিংশোঽধ্যায়ঃ ॥

হে লোকসৱ দেখ, ইন্দ্ৰ সৃজ্য পাষণ্ডসৱ ভস্ম-জটাধাৰী, বোধ কপালি, নগ্ন, ৰক্তপাটাদি বেশে জগত বঞ্চি ফুৰে। এতেকে তাৰ সঙ্গ নলৈয়া ডাকি হৰি বোল হৰি ॥

শ্লোক : নানা বেশেন পাষণ্ডা বঞ্চয়ন্তি জনান্ কিল।
অতস্তৎ সঙ্গমুৎসৃজ্য নৰঃ কৃষ্ণং সদা স্মৰেৎ ॥

———

# বিংশ অধ্যায়

## পৃথু-ইন্দ্র প্ৰীতি

কথা : বিংশ অধ্যায়ে বিষ্ণু পৃথুক শিক্ষা দিলে দুইহান প্ৰীতি কহিবা। মৈত্ৰেয়ে কহন্ত, ভগৱন্ত বৈকুণ্ঠে ইন্দ্ৰসমে পূজিত হয়া বোলন্ত। হে ৰাজা, ইন্দ্ৰে তোমাৰ শতাশ্বমেধ ভঙ্গ কৰিবেক, এতেকে তোমাত প্ৰীতি কৰে, ইহান দোষ ক্ষমা কৰিতে যোগ্য হুৱা। যাতো কদাচিতো সাধুসৱে পৰম দ্ৰোহ নকৰে, অবিদ্যা জনিত দেহ-গেহাদিত আসক্তি নকৰে। কিন্তু শ্ৰদ্ধায়ে মোত মাত্ৰ ভক্তি কৰে, তেৱে মন প্ৰসন্ন হয়, তেৱে তিনি গুণ এৰাই পৰম জ্ঞান পাৱে, মুক্তি পাৱে। তুমি ব্ৰাহ্মণৰ অনুমতি লৈয়া ধৰ্ম্মে প্ৰজা পালন কৰা, তেৱে অল্প কালতে গৃহতে সনকাদিক লাগ পাইবা। মনোবাঞ্ছিত বৰ লৱা, যাতো মঞি তোমাৰ ভক্তিত বশ্য হৈব। ভক্তি বিনে যজ্ঞ-তপ-যোগাদিতো তুষ্ট নোহো। ( শ্লোক ১—১৬ )

মৈত্ৰেয়ে কহন্ত, এই হৰিৰ আদেশ ৰাজা শিৰে ধৰিলা। নমস্কাৰ কৰিতে ইন্দ্ৰেকো আলিঙ্গি ধৰি বিৰোধ এড়িলা। ভগৱন্তো পৃথুৰ ভক্তি দেখি মহা সন্তোষে অৰিহণা লৈয়া, যাইবাক সমুখ হুয়ো, পৃথুক অনুগ্ৰহে চায়া গৰুড়-স্কন্ধত হস্ত দিয়া ৰহিলা। ৰাজায়ো কৃতাঞ্জলি কৰি অশ্ৰুযুক্ত নেত্ৰ হয়া হৰিক চাইতে নপাৰিল। প্ৰেমে বিহ্বল হয়া কিছো বুলিতে নপাৰি মনে আলিঙ্গি ৰহিলা। পাছে লোতক মলচি ভগৱন্তক চায়া বোলন্ত: হে বিভো, বিবেকী জনে তোমাত কি বৰ কৰিবেক, যাক নাৰেকীয়ো নিতে পাই,

এতেকে তাক নবৰো। যাত মহন্তৰ মুখে তোমাৰ কথা শ্ৰৱণ নাই, সি কৈৱল্যকো নোখোজঞ্, কিন্তু তোমাৰ কথা শুনিবাক লাগি অযুত কৰ্ণ দিয়া।
( শ্লোক ১৭—২৪ )

হে উত্তমশ্লোক, মহন্তৰ মুখে তোমাৰ কিঞ্চিত কথামৃত শুনিলেয়ো, কুযোগীৰ আত্মজ্ঞান হয়, এতেকে বৰত কি কাৰ্য্য। মহন্তৰ সঙ্গতো তুমাৰ যশস্যা শুনি তাৰ গুণক জানি পশুত বিনে কোনেনো তাক এৰিব। যাক লক্ষ্মীয়ো ধৰিছা। এতেকে মঞো লক্ষ্মীয়ো আন বৰ এৰি তোমাকে ভজিলো, তোমাৰ চৰণ চিন্তিতে লক্ষ্মী সমেয়ো আমাৰ বিৰোধ হৈবেক, তথাপি তুমি দীনবৎসল, ভক্তৰ অল্পকো বাহুল্য কৰা, স্বৰূপানন্দে নন্দিত তোমাৰ লক্ষ্মীত কি কাৰ্য্য আছে। এতেকে তোমাৰ চৰণ স্মৰণ নিমিত্তে মুক্তসৱো তোমাক সততে ভজন্ত। ভজন্তা জনক বৰ লৌ বচনে তোমাৰ মোহিবাৰ যোগ্য নয়, সি আপুনি মায়ায়ে মোহিত হয়া যাতো আন বৰ খোজে, যেন সুবুলিলেয়ো পিতৃ পুত্ৰৰ হিত কৰে, তেমনে তুমি আমাৰ কুশল কৰা। ( শ্লোক ২৫—৩১ )

মৈত্ৰেয়ে কহন্ত, পৃথু ৰাজা এমনে স্তুতি-নতি প্ৰীতি কৰিলে ভগৱন্তে তুষ্ট হয়া মোত তোমাৰ ভক্তি ৰহোক বুলি সবাৰে মনক হৰি বৈকুণ্ঠক গৈলা। দেৱাদিকো ৰাজা ঈশ্বৰস্মৃষ্টিয়ে পূজা কৰিলে মহা আনন্দে চলি গৈলা, ৰাজায়ো অদৃষ্ট কৃষ্ণক প্ৰণাম কৰি আপুনাৰ নগৰক আসিলা। ( শ্লোক ৩২—৩৮ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে বিংশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। পৃথুৰাজা একো বৰ নবৰি কথামৃত শুনিতে অযুত কৰ্ণ খুজিলা। আক জানি সদায়ে হৰিকথা শুনি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : পৃথুৰ্যতঃ কৃষ্ণকথা সুধাৰসং পাতুং যযাচেঽযুতকৰ্ণমাদৰাৎ।
অতো নৰানাং শৰণৈষিনাং সদা হৰেৰ্গুণানুশ্ৰৱণং নিৰূপিতম্॥

— — —

# একবিংশ অধ্যায়

## পৃথু ৰাজাৰ প্ৰজাশিক্ষা

কথা ঃ একৈশ অধ্যায়ে পৃথু ৰাজা সত্ৰত প্ৰজাক শিক্ষা দিবা। মৈত্ৰেয়ে কহন্ত, ৰাজা আসিতে প্ৰজাসৱ নগৰ অলঙ্কৃত কৰি নানা বাদ্য বজাই আগবাঢ়ি গৈলা। ৰাজায়ো গৃহত প্ৰবেশি দেশস্থ-নগৰস্থ লোকক গন্ধ-পুষ্প-তাম্বুল-বস্ত্ৰ-অলঙ্কাৰ দিলা। এমনে যশস্যা বঢ়াই সপ্তদ্বীপা পৃথিবী পালিলা, প্ৰাবন্ধ ভোগ মাত্ৰ কৰিলা। ব্ৰাহ্মণ-বৈষ্ণৱ বিনে সবাতে আজ্ঞা চলাইলা, একদিনা মহাসত্ৰ পাতিলা। তাত দেৱ-ঋষি-ৰাজাসৱ বসিলা, তাৰাৰ মধ্যত পৰম সুন্দৰ চন্দ্ৰ হেন ৰাজা উঠিয়া বোলন্ত। ( শ্লোক ১—১৪ )

হে সামাজিকসৱ, সৱাৰ কুশল হৌক, মোৰ বাক্য অৱধান কৰিবা। যাতো তোৰাক শিক্ষা ছলে আপুনাৰ কৰ্ত্তব্য ধৰ্ম্ম জিজ্ঞাসা কৰো। ব্ৰহ্মা মোক ৰাজা পাতিছা। এতেকে তোৰাক মোৰ ধৰ্ম্ম শিখাইতে লাগে। তেৱে আমাত হৰি তুষ্ট হৈবা। এতেকে তোৰা ঈশ্বৰাৰ্পিত কৰি সকল কৰ্ম্ম কৰিবা, তেৱে মোক অনুগ্ৰহ হয়, দেৱ-ঋষি-পিতৃগণো অনুমতি দিবা। যাতো কৰ্ত্তা, শাস্তা, অনুজ্ঞাতা সবাৰে সম ফল হয়। হৰিসে পৰম ঈশ্বৰ, অনেকৰ মত যাৰ পাদসেৱা কচি মাত্ৰে, অশেষ জন্মৰ পাপ গুচে। জ্ঞান-বৈৰাগ্য মিলে, তাহান চৰণ কথা আশ্ৰয় কৰি পুনু সংসাৰৰ দুঃখ নপাৱে, তাহাঙ্ক তোৰা কায়-বাক্য-মনে ভজা। যি হৰিত শৰণ পশি নিতান্তে ভক্তি কৰে, সি মোক পৰম অনুগ্ৰহ কৰে। এমনে বিষ্ণুভক্তি কৰি বৈষ্ণৱ-ব্ৰাহ্মণক সেৱা কহন্ত। তাৰাৰ

পদ-ৰেণুক কিৰীটিৰ অগ্রে নিত্য বহিবোঞ, যাক ধৰিলে মৃত্যুপাশ গুচে, সকল গুণ সম্পত্তি হয়। এতেকে মোত বিষ্ণু-বৈষ্ণৱ গো-ব্রাহ্মণ সদায় তুষ্ট হন্তোক ( শ্লোক ১৫—৪৪ )

মৈত্রেয়ে কহন্ত, ৰাজাৰ এহি বাক্য শুনি সকল লোকে স্তুতি কৰি প্রশংসন্ত। হে বীৰবৰ, তুমি চিৰকাল জীয়া, যাৰ অচ্যুতত এমন ভক্তি আছে, আমিও তুমি নাথে মুকুন্দ নাথ হৈলো, যাতো আমাত হৰিকথা কহিলা। তোৰা কৃপালুত ইটো আশ্চর্য্য নহে, আজিসে আমাক সংসাৰৰ পাৰ দেখাইলা, যাতো সদায়ে হৰিভক্তি কৰিবে বুলিলা। এতেকে ঈশ্বৰ-বুদ্ধিয়ে তোমাক আমি প্রণাম কৰো। ( শ্লোক ৪৫—৫২ )

শ্রীভাগৱতকথায়াং চতুর্থস্কন্ধে একবিংশোঽধ্যায়ঃ ॥

হে শিষ্টসব, দেখ। পৃথু ৰাজা প্রজাক হৰিভক্তি কৰিতে বুলিলা। তাৰায়ো তাক ধৰিলা। তোৰায়ো যদি আপুনাৰ কুশল চাৱা, তেৱে নিতে হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : বাঞ্ছা প্রজানাং হৰিভক্তিমার্গং
সন্দৰ্শিতা সোঽপি সমাদদৌ বুধঃ।
অতো জনানাং শৰণৈষিনাং সদা
শ্রীবিষ্ণুভক্তিঃ কথিতৈকবিংশে।

———

## দ্বাবিংশ অধ্যায়

### পৃথুক সনৎকুমাৰৰ জ্ঞান

কথা ঃ বাইশ অধ্যায়ে পৃথুত সনৎকুমাৰে জ্ঞান হৰিভক্তি কহিবা। মৈত্রেয়ে কহন্ত, লোকে পৃথুক এমনে স্তুতি কৰিতে লোকক পৱিত্র কৰি তহিতে চাৰিসিদ্ধ আসি ভৈলা। তাৰাক আকাশে আসিবাৰ দেখি ৰাজা পৰম সাদৰে উঠি আসন দিয়া প্রণাম কৰি বিধিমতে পূজা কৰিলা। পাদোদক শিৰে ধৰি, পৰম প্রীত হুয়া প্রশ্ন কৰন্ত ঃ হে সিদ্ধসব, মই কি পুণ্য কৰিছো, যাতো যোগীৰ দুর্দ্দর্শ তোৰাক দেখিলো। যাৰ বিষ্ণু-বৈষ্ণৱ-ব্রাহ্মণ প্রসন্ন হৈল, তাৰ কি দুর্ল্লভ আছে। যাৰ গৃহৰ জলাদি মাত্রেও মহন্তৰ পূজা সিধে, সি নির্ধন হুয়ো ধন্য, যাৰ গৃহক বৈষ্ণৱসব নগৈলা, সি সকল সম্পত্তিযুক্ত হৈলেও সর্পৰ কোটৰ। এতেকে তোৰাত মই বিশ্বাস কৰি প্রশ্ন কৰো। সংসাৰীজনৰ কেমনে কুশল হয়, তাক কহিয়োক। যাতো তুমি সিদ্ধৰূপী ঈশ্বৰ। আমাক কৃপায়ে আসিছা। ( শ্লোক ১—১৭ )

এমনে পৃথুৰ শোভন বচন শুনি সনতকুমাৰে বোলন্ত ঃ হে মহাৰাজা! তুমি জানিয়ো লোকৰ কুশল চিন্তি ভাল প্রশ্ন কৰিলা, সাধুসঙ্গ পুনু সবাৰে সম্মত। যাতো তাবাৰ সম্ভাষণে সবাৰে কুশল হয়। তোমাৰ ভগৱন্তৰ কথাত সদায়ে ৰতি আছে, যি ৰতিয়ে কাম-কষায় দূৰ কৰে, সকলে শাস্ত্র লোকৰ কুশলৰ হেতু এইমানে মাত্র নিশ্চয় কৰিছে। ঈশ্বৰত ৰতি, বিষয়ত বিৰক্তি, সিয়ো উত্তম অধিকাৰীৰ শ্রৱণ মাত্রে হয়। আনৰ পুনু সাধন

অনুসাৰেসে হয়। এতেকে শ্ৰদ্ধায়ে হৰিত অৰ্পিয়া কৰ্ম্ম কৰিব, মহন্তক উপাসা কৰিব, হৰিকথা শুনিব, অৰ্থ-কামত ৰতি নকৰিব, পৰহিংসা এৰিব, কাকো নিন্দা নকৰিব, হৰিৰ গুণ-নাম লৈব। এতেক সাধনে হৰিভক্তি কৰিলে আপুনি ঈশ্বৰত ৰতি, বিষয়ত বিৰকতি হৈব. তেৱে গুৰু উপাসা কৰি জ্ঞান পায়া লিঙ্গ দেহা দহি মুক্ত হয়। তুমি সবাৰে আত্মা হৰিক জানা, সিও পৰম দুষ্কৰ। আৰে সুগম পথ শুনা: সন্তসৱে যাৰ পাদ-পদ্মত চিন্তি, যেমনে কৰ্ম্মবাসনা দূৰ কৰে, সন্ন্যাসীসৱে ইন্দ্ৰিয় দমি তেমনে নপাৰে। এতেকে তুমি সেই বাসুদেৱকে ভজা। হৰিকথা শ্ৰৱণ কৰি সংসাৰ তৰিতে যোগাদি পথত মহাশ্ৰম আছে। এতেকে তুমি হৰি-চৰণক আশ্ৰয় কৰি অনায়াসে সংসাৰ তৰা। ( শ্লোক ১৮—৪০ )

এমনে সনতকুমাৰে ঈশ্বৰ জ্ঞান কহিলে ৰাজা বোলন্ত: মোক পূৰ্ব্বত হৰি কৃপা কৰিছা, তোৰাসৱো আসি আকে সম্পন্ন কৰিলা। এতেকে মই গুৰু-দক্ষিণাৰ অৰ্থে ৰাজ্যভাৰ সম্পত্তি দিঞো, স্বীকাৰ কৰা, তথাপিয়ো আৰ প্ৰত্যুপকাৰ নাহে। আপুনাৰ কৃপাগুণে তুষ্ট হৈবা। মঞি অঞ্জলি মাত্ৰ কৰিলো। এমনে ৰাজা সিদ্ধক পূজা কৰিলা, তাৰায়ো তাহাক প্ৰশংসা কৰি আশ্বাসে লড়ি গৈলা। পৃথুয়ো আপুনাক কৃতাৰ্থ মানি ঈশ্বৰত অৰ্পি কৰ্ম্মচয় কৰিলে সাৰ্ব্বভৌম সম্পত্তিযুক্ত হুয়ো গৃহত আসক্তি নকৰিলা। লোকপালসৱৰ দহন-শোষণ-বৰিষণ-সহনাদি গুণক আপুনি ধৰিলা, গুৰু-বৈষ্ণৱ-ব্ৰাহ্মণতো ভক্তি কৰিলা, কীৰ্ত্তিয়ে সকল জগত ব্যাপিলা।

( শ্লোক ৪১—৬৩ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে দ্বাবিংশোঽধ্যায়ঃ।

হে মহাজনসৱ, দেখ। সনতকুমাৰ মুনি জ্ঞান দুষ্কৰ কহি ভক্তি মাত্ৰ উপদেশ দিলা। এতেকে সদায় হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি ॥

শ্লোক: সনৎকুমাৰঃ পৃথবে সুদুষ্কৰং
জ্ঞানঞ্চ ভক্তিং সমুপাদিশৎ স্বয়ং।
অতো জনানাং হৰিপাদভক্তিঃ
দ্বাবিংশকে মোক্ষপ্ৰদা নিৰূপিতা ॥

# ত্ৰয়োবিংশ অধ্যায়

## পৃথুৰ বৈকুণ্ঠগতি

কথা : তেইশ অধ্যায়ে পৃথুৰ বৈকুণ্ঠগতি কহিবা। মৈত্ৰেয়ে কহন্ত, পাছে ৰাজা আপুনাক বৃদ্ধ দেখি পুত্ৰক ৰাজ্যভাৰ দিয়া, সভাৰ্য্যে বনক গৈলা। আপুনি পৰম ভক্ত হুয়ো লোক শিক্ষাৰ্থে উগ্ৰতপ কৰিলা। কতো দিনমানে ফল-মূল খাইলা, পাছে শুকান পাত, পাছে জল, পাছে বায়ুক ভোজন কৰিলা। গ্ৰীষ্মত পঞ্চাগ্নি তাপিলা, বৃষ্টিৰ ধাৰা সহিলা, শীতত আকণ্ঠ মগ্ন হৈয়া আছিলা, সদায় ভূমিত শয়ন কৰিলা, ইন্দ্ৰিয়ক দমি প্ৰাণ-মনক নিয়ম কৰিলা। এমনে তপ কৰিতে মন প্ৰসন্ন হৈল, তেৱে সনতকুমাৰৰ উপদেশে হৰিত ভক্তিতে প্ৰেম ভকতি হৈল, জ্ঞান-বৈৰাগ্যৰ বলে লিঙ্গ দেহা দহিলা, যোগ-সিদ্ধিসৱো লাগ ধৰিল। ৰাজা কৃষ্ণকথাৰ নিমিত্তে তাক বাঞ্ছা নকৰিলা। পাছে হৰিত চিত্ত দিয়া যোগ-ধাৰণা ধৰি ই দেহ এৰি চতুৰ্ভুজ হৈলা। অৰ্চ্চিয়ো পতিৰে ব্ৰত কৰিছিলা। পাছে তাহাঙ্ক মৰিবাৰ জানি কিছো বিলাপ কৰি চিতাত পতিৰ দেহ তুলি নদীত স্নান কৰি স্বামীক জলাঞ্জলি দিয়া, পতিকে চিন্তি প্ৰদক্ষিণ কৰি অগ্নিত প্ৰবেশিলা। ( শ্লোক ১—২২ )

অৰ্চ্চিৰ অনুগমন দেখি, দেৱগণে প্ৰশংসা কৰি পুষ্প বৰষিলা। অনেক গীত-নৃত্য-বাদ্য কৰিল, দেৱসৱে প্ৰশংসি বোলয়। অহো অৰ্চ্চি কন্যা, পৰম ধন্যা। যাতো মহাৰাজাক সৰ্ব্বভাৱে ভজি, অনুগমন কৰি দেখ তাহান লগতে আমাৰ উপৰেক চলি যাই। মনুষ্য লোকৰ কোন অসাধ্য আছে;

যাতো চঞ্চল আয়ুয়ো পৰম গতি পাৱে। এতেকে যি মনুষ্য-শৰীৰ পাই, হৰিক নভজি বিষয়ত ৰতি কৰে, সি মহা আত্মঘাতী। এমনে দেৱসবে স্তুতি কৰিতে তাৰা ছুয়ো বৈকুণ্ঠক পাইলা। মৈত্ৰেয়ে কহন্ত : জানা বিদুৰ, তোমাত এহি পৃথু-চৰিত্ৰ কহিলো। আক যি শ্ৰদ্ধা কৰি শুনে বা শুনাৱে ছুয়ো পৃথুৰ গতি পায়ে, আক পঢ়িলে চাৰিও জাতিৰ বাঞ্ছিত সিঝে, শুনিলে ধন-ধান্য, পুত্ৰ, কীৰ্ত্তি-পণ্ডিত হয়, চাৰি পুৰুষাৰ্থ সিঝে, ৰাজায়ো অভিজিত হয়, সৰ্ব্ব ৰাজায়ে কৰ যোগাৱে, যদ্যপি আক পঢ়িলে শুনিলে পৰম ফল পায়ে, তথাপি নিষ্কাম হুয়া সদায়ে শ্ৰৱণ-কীৰ্ত্তন কৰোক। তেৱে ভগৱন্তৰ পৰম ভক্তি পায়ে। ( শ্লোক ২৩—৩৯ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে ত্ৰয়োবিংশোঽধ্যায়ঃ।

হে সামাজিকসৱ, দেখ। পৃথু ৰাজা তপাদি কৰি যি গতি পাইলা, আৱে পুনু তাক শুনিলে পাই। এতেকে আন কৰ্ম্ম এৰি, সদায়ে শ্ৰৱণ-কীৰ্ত্তন কৰি নিৰন্তৰে হৰি বোল হৰি ॥

শ্লোক : তপাদি ক্লেশেন পুৰা পৃথুৰ্গতিং
লেভেঽধুনা তৎ কথয়ামি সাক্ষাৎ।
অতো বিসৃজ্য ভৱকৰ্ম্ম-সঙ্গং
সদা জনানাং শ্ৰৱণং নিৰূপিতং ॥

———

# চতুৰ্বিংশ অধ্যায়

## ৰুদ্ৰগীতা

কথা ঃ চৌবিশ অধ্যায়ে পৃথুবংশ প্ৰচেতাৰ ৰুদ্ৰগীতা কহিবা। মৈত্ৰেয়ে কহন্ত ঃ পৃথুৰ পুত্ৰ বিজিতাশ্ব মহাৰাজা হুয়া, কনিষ্ঠ চাৰি পুত্ৰক চাৰি দিশ দিলা। তান পুত্ৰ হৱিৰ্দ্ধান ৰাজা হৰি-ভক্তি কৰি ৰাজ্য এৰিলা। হৱিৰ্দ্ধানৰ পুত্ৰ প্ৰাচীনবৰ্হি কৰ্ম্মকাণ্ডত নিপুণ হৈলা। যাৰ যজ্ঞৰ কুশে পৃথিবী জুৰিল। সমুদ্ৰৰ দুহিতা শতদ্ৰুতিক বিবাহ কৰিলা। তাহান্ত দশ প্ৰচেতা জাত হৈলা, দশবো তুল্য নাম ব্ৰত ধৰ্ম্ম হৈল। (শ্লোক ১—১৩)

তাৰাসৱে পিতৃৰ বাক্যে তপস্যাক প্ৰতি পশ্চিম দিশক গৈলা। তহিত মহা সৰোবৰ দেখি দিব্য গীত শুনি বিস্ময় হৈল। তথায়ে সুৱৰ্ণ গৌৰ নীলকণ্ঠ ত্ৰিলোচন প্ৰসাদমুখ মহেশক দেখি পৰম আনন্দে প্ৰণাম কৰিলা, মহেশো তাৰাক প্ৰপন্ন দেখি তুষ্ট হুয়া বোলন্ত। হে ৰাজপুত্ৰসৱ, মঞি তোৰাৰ কৰ্ত্তব্য জানি কৃপায়ে দেখা দিলু, যি বাসুদেৱত প্ৰপন্ন হয়, সি মোৰ পৰম প্ৰিয়, যাতো পুৰুষে শতেক জন্ম স্বধৰ্ম্ম কৰি ব্ৰহ্মলোক পাৱে। তাতো অধিক পুণ্য হৈলে মোকে পাৱে, ভগৱন্তক ভজি পুনু দেহান্তে বৈকুণ্ঠ পাৱে। আমি যেন অধিকাৰী অৱসানে পাইবো, এতেকে তোৰা মহা বৈষ্ণৱ মোৰ প্ৰিয়তম হৈলা, তোৰায়ো মোত প্ৰীতি কৰিবা। আৰে ভগৱন্তৰ স্তোত্ৰ কহো সাৱধান মনে শুনা ঃ হে ভগৱন্ত, তোমাক প্ৰণাম কৰো, তুমি সৰ্ব্বৰূপ, সৰ্ব্বাত্মা, সবাৰে কাৰণ, তোমাৰ পৰম সুন্দৰ দিব্যৰূপ

আমাক দেখৱা, তুমি সবাৰে দুৰ্লভ, ভক্তৰ সুলভ। তোমাক একান্ত ভক্তি আৰাধন কৰি তোমাৰ পাদমূলত বিনে কোনেনু আন বিষয় খুজিব। যাহাত শৰণ পশিলে কালকো ভয় নকৰে। তোমাৰ ভক্তৰ ক্ষণাৰ্দ্ধ সঙ্গকো ভুক্তি-মুক্তিসুখো তুল্য নহে। এতেকে তোমাৰ ভক্তৰ সঙ্গ দিয়া, যাক সেৱা কৰি তুমাৰ স্বৰূপ জানে। তুমি কালৰূপে সবাকো সংহাৰ কৰা, এতেকে কোননো পণ্ডিতে তোমাৰ পাদ-পদ্ম এৰিবেক, যাক নভজিলে দেহো নাশ হয়, যাক ভয়ে ব্ৰহ্মা মনু প্ৰজা কৰা। এতেকে তুমি আমাৰ পৰম গতি হোৱা॥

( শ্লোক ১৪—৬৮ )

ৰুদ্ৰে বোলন্ত ঃ হে ৰাজপুত্ৰসব, ই স্তোত্ৰ পূৰ্ব্বত ব্ৰহ্মা আমাত কহিছা, আমিও আকে পঢ়ি নিষ্পাপ হুয়া অনেক প্ৰজা সৃজিলো। তোৰায়ো আকে পঢ়ি হৰিত ভক্তি কৰা, তেৱে সকলে মন-কামনা পূৰ্ণ হৈয়া হৰিক পাইবা।

( শ্লোক ৬৯—৭৯ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে চতুৰ্বিংশোঽধ্যায়ঃ॥

হে লোকসৱ, দেখ। প্ৰচেতাসৱক হৰিত প্ৰপন্ন হৈবাৰ দেখি কৃপায়ে ৰুদ্ৰ দেখা দিলা, পৰম তত্ত্ব কহিলা। আক জানি হৰিত একান্ত শৰণ লৈয়া ডাক ছাড়ি হৰি বোল হৰি॥

শ্লোক ঃ বাসুদেৱপদাম্ভোজ-প্ৰপন্নান্ ৰাজবালকান্।
বিলোক্য কৃপয়া ৰুদ্ৰঃ পৰতত্ত্বমুপাদিশৎ॥

---

# পঞ্চবিংশ অধ্যায়

## পুৰঞ্জন চৰিত্ৰ

কথা : পঞ্চিশ অধ্যায়ে নাৰদে প্ৰাচীনবৰ্হিক পুৰঞ্জন চৰিত্ৰ কহিবা। মৈত্ৰেয়ে কহন্ত : রুদ্ৰে প্ৰচেতাসৱক এহি আদেশ কৰি অন্তৰ্দ্ধান হৈলা। তাৰায়ো সেই স্তোত্ৰ পঢ়ি জলৰ ভিতৰত অযুত বৎসৰ তপস্যা কৰিলা, প্ৰাচীনবৰ্হিকো কৰ্ম্মাসক্ত দেখি কৃপায়ে আসি নাৰদে বোলন্ত : হে ৰাজা, তুমি কৰ্ম্ম কৰি কি ফল ইচ্ছা কৰা, তাক মোত কহা। ৰাজা বোলন্ত, হে মহামুনি, কৰ্ম্মমূঢ় হুয়া মঞি পৰম পুৰুষাৰ্থক নজানোঞ। এতেকে মোত তুমি পৰম জ্ঞান কহা, যাক জানি কৰ্ম্মে মুক্ত হৈবো। নাৰদে বোলন্ত : হে ৰাজা, তুমি নিৰ্দ্দয় হৈয়া যজ্ঞত যি পশুসৱ বধিছা, তাক দেখ, তোমাৰ অপকাৰ সুমৰি অপেক্ষা কৰিছে। মৰিলে তোমাক ক্ৰোধত-অস্ত্ৰ-শস্ত্ৰ ধৰি কাটিবেক, এই তোমাৰ সঙ্কটত মঞি এক পুৰাতন কথা কহো, সাৱধান কৰি শুনা। ( শ্লোক ১—৯ )

পুৰঞ্জন নাম এক ৰাজা, তাহান অবিজ্ঞাত নাম এক সখা আছিল, পুৰঞ্জনে বিষয় ভোগক ইচ্ছায়ে সখী সঙ্গ এৰি নগৰ বিচাৰিতে পৃথিবী ফুৰিলা। একো-ঠাই ভাল স্থান নপায়া ভাৰত ভূমিত আসি নৱদ্বাৰ যুক্ত বিচিত্ৰ নগৰেক পাইলা। তাহাৰ ৰম্য উপবনত এক সৰ্প সখি সমে পৰম সুন্দৰী নাৰী এক দেখিল, তাই সমে সম্ভাষা কৰি সেই নৱদ্বাৰ যুক্ত নগৰত প্ৰবেশিলা, তহিতে ভাৰ্য্যাৰ অধীন হুয়া নানা বিষয়-ভোগ কৰি আপুনি বঞ্চিত হৈলা।

( শ্লোক ১০—৬২ )

শ্রীভাগৱতকথায়াং চতুর্থস্কন্ধে পঞ্চবিংশোঽধ্যায়ঃ ॥

হে লোকসৱ, দেখ। যজ্ঞত পশুহিংসা কৰিলেয়ো পুনু সেই পশুৱে বধ কৰে। এতেকে পশুহিংসা এৰি হৰি হৰি বোল হৰি ॥

শ্লোক : যো যজ্ঞেঽপি বিধানেন পশূন্ হন্তি নিৰঙ্কুশঃ।
তেঽপি তং প্রহৰিষ্যন্তি পঞ্চবিংশে ইতি স্থিতং ॥

---

## ষড়্‌বিংশ অধ্যায়

### পুৰঞ্জনৰ মৃগয়া

কথা : ছাবিশ অধ্যায়ে পুৰঞ্জনৰ মৃগয়া কহিবা। নাৰদে কহন্ত : একদিনা পুৰঞ্জন ৰাজা ভাৰ্য্যাক এৰি পঞ্চঅশ্ব ৰথত চড়ি, ধনু-শৰ ধৰি সেনা-সমে মৃগয়া কৰিতে পঞ্চপ্রস্থ নাম বনক গৈলা। আসুৰী বৃত্তি ধৰি নিৰ্দ্দয় হুয়া অনেক পশুহিংসা কৰিলা। যদি বোলা, বিহিত মৃগয়াক কেনে নিন্দা কৰা, তাত শুনা। কদাচিতো মৃগয়া বিহিত নহে, তথাপি যদি মাংসলোভী হুয়া কৰে, তেৱে নিয়ম মাত্র কহে। প্রসিদ্ধ শ্রাদ্ধত ৰাজা বনক গৈয়া, যথাযোগ্যে পবিত্র পশুক বধিবেক। আত অন্যথা পশুহিংসা কৰিলে কৰ্ম্মে বন্ধ হুয়া নৰকত পৰে। এতেকে পশুহিংসা নিন্দা কৰিলোঁ। পুৰঞ্জনো অন্যথা পশুহিংসা কৰি ক্ষুধায়ে-তৃষায়ে শ্রান্ত হুয়া গৃহক আসিলা। পাছে স্নান-পান-ভোজন কৰি গন্ধে-পুষ্পে অলঙ্কৃত হুয়া শয্যাত বসি ভাৰ্য্যাক মন কৰিল। কামে আকুল হুয়া ভাৰ্য্যাক নেদেখি দাসীসৱত পুছন্ত।

( শ্লোক ১—১৩ )

তাৰাসৱো অৱমান কৰি মাটিত শয়ন কৰিবাৰ কথা কহিলা ; পুৰঞ্জনো মাটিত মহিষীক দেখি জ্ঞানশূন্য হৈয়া কোলাত বসাই চৰণত ধৰি অনেক কার্পূণ্য কৰি বোলয়, হে সুন্দৰী, তোক যি অপকাৰ কৰিছে, ব্ৰাহ্মণ-বৈষ্ণৱ বিনে তাক দণ্ড কৰিবঞো ; এতেকে তোক এৰি যাইবাৰ দোষ ক্ষেমা কৰি মোত প্ৰসন্ন হোউ ॥ ( শ্লোক ১৭—২৬ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে ষড়্বিংশোঽধ্যায়ঃ ।

হে লোকসৱ, দেখ । পুৰঞ্জন ৰাজায়ো ব্ৰাহ্মণ-বৈষ্ণৱকো অপকাৰ কৰিতে ইচ্ছা নকৰিল । এতেকে তোৰায়ো তাক এৰি নিৰন্তৰে হৰি বোল হৰি ॥

শ্লোক : পুৰঞ্জনোঽপি বিপ্ৰাণাং বৈষ্ণৱানাং বিৰোধতঃ ।
নিবৃত্তবুদ্ধিমকৰোৎ অতস্তৎ ত্যাগ ঈৰিতঃ ॥

— - —

# সপ্তবিংশ অধ্যায়

## পুৰঞ্জনৰ জৰা অৱস্থা

কথা : সাতাইশ অধ্যায়ে পুৰঞ্জনৰ পুত্ৰাদি হৈলে জৰা অৱস্থা কহিবা । নাৰদে কুহন্ত : এমনে পুৰঞ্জনী স্বামীক বশ্য কৰি আনন্দ কৰিল ; ৰাজায়ো পত্নীৰ প্ৰীতি কৰি আলিঙ্গন-আলাপে জ্ঞানশূন্য হয়া কালৰ বেগক নজানিল । মহিষী সঙ্গে মহামোহে মোহিত হয়া ঈশ্বৰক পাসৰিল ; অনেক পুত্ৰ-পুত্ৰী হৈল ; সবাৰে বিবাহ কৰাইলা । এমনে তাৰাৰ প্ৰীতি কৰাইতে মোহপাশে বদ্ধ হৈল । পশুহিংসা কৰি নানা যেৱক যজিল ; একশৰণ লৈয়া হৰিভক্তি নকৰিল । এমনে ৰাজা ব্যৰ্থ কৰ্ম্ম কৰি বৃদ্ধ হৈল । ( শ্লোক ১—১২ )

চণ্ডবেগ নাম গন্ধৰ্ব্বৰ ৰাজা, তাহাক যুজিবাক আসিল। যাহাৰ কুড়ি অধিক সাতশত গন্ধৰ্ব-গন্ধৰ্বী। তাৰা যেখনে পুৰঞ্জন নগৰক ভাঙ্গিতে লাগিল তেখনে পঞ্চশিৰ সৰ্পে নিষেধ কৰিল; এমনে একেলায়ে অনেক সমে শত বৎসৰ যুদ্ধ কৰিল। পাছে সৰ্পৰ বল খীণ দেখি পুৰঞ্জন ৰাজা চিন্তা কৰিল। তথাপি স্ত্ৰীজিত হুয়া ৰাজ-সুখত থাকি ভয়ক নজানিল, কালকন্যায়ো পতিক ইচ্ছায়ে তিনি লোক ফুৰি আপুনাৰ দুৰ্ভগা দোষে বৰ নপায়ে। পাছে মোক লাগ পায়া বৰিল, পাছে ময়ো নিৰাকৰণ কৰিলে ক্ৰোধ কৰি বোলে, তোমাৰ গৃহবাস নহৌক বুলি মোক শাপ দিলা; পাছে মোৰ বাক্যে যৱনপতি ভয় নাম ৰাজাক বৰিল; সিয়ো লোকৰ নাশ ইছায়ে ভগিনী বুলিয়া উপায় কহে; হে জৰা; কহিয়া বৰিলে তোক কেহো স্বীকাৰ নকৰে; এতেকে নজনায়া বৰ; তেৱেঁসে সকল লোকে তোৰ পতি হৈব। মোৰ যৱন-সেনা লগতে লৈয়া যাৱ। প্ৰজ্জাৰ ভায়ো তোৰ সহায় হৈবেক। ময়ো ভাইৰ সেনাসমে লোকত ফুৰিবোঞ্। (শ্লোক ১৩—৩০)

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে সপ্তবিংশোঽধ্যায়ঃ ॥

হে লোকসৱ, দেখ। হৰিভক্তি বিনে পুৰঞ্জনৰ আয়ু ব্যৰ্থে গৈলা। এতেকে আয়ুক সাফল কৰি সদায়ে আনন্দে হৰি বোল হৰি ॥

শ্লোক ঃ হৰিভক্তিবিহীনানামায়ুৰ্যাতি নিৰৰ্থকং।
কুৰুতাং তস্য সফলং সদা গোৱিন্দকীৰ্ত্তনং ॥



# অষ্টাবিংশ অধ্যায়

## ভক্তিবলে পুৰঞ্জনৰ মুক্তি

**কথা :** আঠাইশ অধ্যায়ে পুৰঞ্জন ৰাজা মৰণ সময়ত স্ত্ৰীক চিন্তি স্ত্ৰী হৈলেও ভক্তিবলে মুক্তি কহিবা। নাৰদে কহন্ত, পাছে ভয় ৰাজাৰ সেনায়ে পুৰঞ্জনৰ নগৰ নিৰোধিল, কালকন্যায়ো নগৰত পশি ভোগ কৰিল, যৱনসৱো দ্বাৰে দ্বাৰে অপ কৰিল, তাক দেখি পুৰঞ্জন আকুল হয়া মহা চিন্তা কৰি নগৰ এৰিবাক ইচ্ছা কৰিল। ( শ্লোক ১—১২ )

পাছে প্ৰজ্জাৰ আসি সকল নগৰ দাহ কৰিল, তেৱে পুৰঞ্জন মহাতাপ পায়া ভাৰ্য্যাৰ গুণক সুমৰি প্ৰাণ এৰিলা। তাক দূতসৱে বান্ধি যমলোক নিল, পথত যজ্ঞৰ পশুসৱে ক্ৰোধে কুঠাৰ ধৰি কাটিল, অনেক বৎসৰ নৰকত থাকিয়ো মহাদুঃখ পাইল, মৰণ সময়ত স্ত্ৰীক চিন্তি মৰিবাৰ পদে পাছে বিদৰ্ভ ৰাজাৰ ঘৰত স্ত্ৰী হৈয়া জাত হৈলা। সেই বৈদৰ্ভী কন্যাক মলয়ধ্বজ নাম ৰাজা বিবাহ কৰিলা, তেৱে পুত্ৰাদি জাত হৈল, ভাগ্যবশে সেই মলয়ধ্বজে ভক্তসঙ্গত হৰিসেৱা ৰুচি হৈল, তেৱে শ্ৰৱণাদি সাতবিধ ভক্তি হৈল। পাছে মলয়ধ্বজে পুত্ৰক ৰাজ্য বিভাগি দিয়া লোকতো হৰিভক্তি পন্থ প্ৰবৰ্ত্তায়া বনক গৈলা, বৈদৰ্ভীয়ো পতিৰূপ গুৰুসেৱা কৰি লগতে গৈলা। তথায়ে মলয়ধ্বজে অনেক কায়-ক্লেশ কৰি দেৱৰ বৎসৰে শতেক বৎসৰ তপস্যা কৰিয়ো জ্ঞান নপাইলা, পাছে বাসুদেৱত ভক্তি কৰি জ্ঞান লভি পৰম গতি পাইলা।

( শ্লোক ১৩—৪২ )

বৈদৰ্ভীয়ো তাহাক শুশ্ৰূষা কৰিলা, পাছে স্বামীক মৰিবাৰ জানি অনেক বিলাপ কৰি চিতাত পতিৰ দেহ তুলি অগ্নি আলি, অনুগমন কৰিবাক মন কৰিল। সেইবেলা ভগৱন্তে ব্ৰাহ্মণৰ ৰূপ ধৰি বোলন্ত: হে মহাসতী, তুমি কোন, কাক লাগি শোক কৰা, মোক চিনা কি নিচিনা, তুমি মোক পাসৰিয়া বিষয়-ভোগ ইচ্ছায়ে এতেক দুঃখ পাইলা, তুমি-আমি দুয়ো একে ব্ৰহ্ম, বিবেকীসবে আমাৰ কিছো ভেদ নেদেখে। নাৰদে কহন্ত, জানা ৰাজা, এমনে ঈশ্বৰ উপদেশে জীৱ মুক্ত হৈলা। ই পুনু পৰমাৰ্থ আত্মবিচাৰ কথা, মঞি ৰাজ-কথাছলে পৰোক্ষ বাদে কহিলো। যাতো ভগৱন্ত পৰোক্ষ কথাত প্ৰীতি হোৱন্ত॥ (শ্লোক ৪৩—৬৫)

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে অষ্টাবিংশোঽধ্যায়ঃ।

হে সামাজিকসৱ, দেখ। নজানিয়া হৰিভক্তি কৰিলেয়ো আপুনি পৰমেশ্বৰে জ্ঞান দেন্ত। এতেকে সদায়ে হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: অজাম্বজপাদাব্জং ভজতে যো জনো হৰিঃ।
তস্মৈ দদাতি সজ্ঞানং ইত্যষ্টাবিংশকে স্থিতং॥

———

# ঊনত্ৰিংশ অধ্যায়

## হৰিভক্তি উপদেশ

কথা : ঊনত্ৰিশ অধ্যায়ে পৰোক্ষাৰ্থ প্ৰপঞ্চি হৰিভক্তি উপদেশ দিবা। প্ৰাচীনবৰ্হি পুছন্ত : হে মহামুনি, তোমাৰ বাক্যক মঞি ভালমতে বুঝিলো, যাতো বিবেকীসৱে আক জানন্ত। এতেকে মঞি কৰ্ম্মমূঢ়ো, যেমনে জানিবো তেমনে কহিয়োক। নাৰদে কহন্ত, জানা ৰাজা, জীৱ পুৰুষকে পুৰঞ্জন বুঝিবা, যাতো আপুনাৰ কৰ্ম্মে অনেক দেহ জাত কৰাইছে। অবিজ্ঞাত নাম ঈশ্বৰক জানিবা, যাতো তাহাঙ্ক কেহো নজানি। যেখনে জীৱে সকল ভোগক ইচ্ছা কৰিল, তেখনে মনুষ্য শৰীৰক ভাল বুলি মানিলেক। বুদ্ধিকে স্ত্ৰী বুলি মানিবা, যাক পায়া জীৱে বিষয়-ভোগ কৰিল। ইন্দ্ৰিয়গণক সখি বুলি, পঞ্চ-প্ৰাণক সৰ্প বুলি, দেহকে নগৰ বুলি, চক্ষু-কৰ্ণ-মুখ-নাসা-পায়ু-উপস্থকে নৱদ্বাৰ বুলি, স্বপ্নদেহক ৰথ বুলি, পঞ্চ ইন্দ্ৰিয়ক অশ্ব বুলি, বিষয়-ভোগক মৃগয়া বুলি, কালক চণ্ডবেগ বুলি, দিন-ৰাত্ৰিক গন্ধৰ্ব্ব বুলি, জৰা অৱস্থাকে কালকন্যা বুলি, মৃত্যুকে ভয় বুলি, অবিদ্যাদিক যৱন-সেনা বুলি, মাৰক জ্বৰকে প্ৰজ্জাৰ বুলি। এমনে পৰোক্ষ অৰ্থক ব্যাখ্যা কৰি সকল কথাৰ তাৎপৰ্য্য কহন্ত। জানা ৰাজা, এহিমতে হৰিবিমুখ জীৱসৱে সংসাৰত নানা তাপ পায়ে, নানা কৰ্ম্ম কৰি গুণৰ অনুৰূপে স্বৰ্গ-মৰ্ত্ত্য-নৰকক যাই, দেৱ-মনুষ্য-পশু-পক্ষীয়ো হৱে, স্ত্ৰী-পুৰুষ-নপুংসকো হয়। দৈৱবশে সকল ঠাই সুখ-দুঃখ পাৱে। কৰ্ম্মত কদাচিতো দুঃখ নুগুচে। এতেকে জীৱৰ দুঃখময় সংসাৰ হয়াছে।

( শ্লোক ১—৩৬ )

ঈশ্বৰৰ ভক্তিসে সি দুঃখ গুচে। ভগৱন্তৰ ভক্তি কৰিলে আপুনি জ্ঞান বৈৰাগ্য হয়। সেই ভক্তিয়ো ঈশ্বৰৰ কথাক আশ্রয় কৰি আছে। এতেকে শ্রদ্ধায়ে কথা শ্রৱণ-কীৰ্ত্তন কৰিলে, অচিৰ কালতে মহাফল হৰিভক্তি হয়। বুলিবা কোন ঠাই শ্রৱণ-কীৰ্ত্তন কৰিব। তাক শুনা, যথাত হৰিগুণত ব্যগ্রচিত্ত সাধুসৱ থাকে, তথায়ে কৃষ্ণকথা-নদী চৌভিতি বহে। তাক যি গাঢ় কৰ্ণে পান কৰে, তাক ক্ষুধা-তৃষ্ণা, ভয়-শোক-মোহে নোচোৱে। সাধুসঙ্গ বিনে গৃহত থাকি হৰিকথা শ্রৱণত আলস্যাদি ধৰে, তেৱে কৃষ্ণকথা অমৃতত ৰতি নপাৱে। ভগৱন্তৰ অনুগ্রহ বিনে ব্রহ্মাদি বেদ-বাদীসৱো কৰ্ম্মনিষ্ঠ হয়া ভগৱন্তক নজানন্ত। যদি বোলা তেৱে কোনে জানিবেক, তাত শুনা। যেখনে পুৰুষে ভগৱন্তক সৰ্ব্ব কৰ্ম্মকৰ্ত্তা বুলি মানে, তেখন তাহান অনুগ্রহে লৌকিক বৈদিক কৰ্ম্মত পুৰুষাৰ্থ বুদ্ধি নকৰিব। অজ্ঞানী সৱেসে বেদক কৰ্ম্মপৰ কৰি কহে, যাতো বেদ তাৎপৰ্য্য ভগৱন্তক নজানে, তঞি পুনু মহামূৰ্খ, যাতো সকল পৃথিৱী কুশে ঢাকি, অনেক পশুহিংসা কৰি মঞি মহাধৰ্ম্মী হেন অহঙ্কাৰ কৰস। তাকসে কৰ্ম্ম বুলি, যাত সৰ্ব্বাত্মা হৰি তুষ্ট হন্ত। তাকে বিদ্যা বুলি, যাত সৰ্ব্বাত্মা হন্তে হৰিত মতি হয় যাতো হৰিৰ অভয় চৰণ শৰণেসে লোকৰ কুশল হয়, আৰু যিজনে জানে তাকে পণ্ডিত বুলি, সেই হৰিৰূপ গুৰু। এতেক কথা কহিলেয়ো ৰাজাৰ পুত্ৰাগমন অপেক্ষা দেখি, তেখনে গৃহৰ বান্ধ কৰিবাক লাগি গুহ্যকথা কহন্ত। হে ৰাজা ; তঞি স্ত্রী বনৰ মধ্যত কালশৰে বিদ্ধ আপুনাক হৰিণ সম দেখ, গৃহাশ্ৰম এড়; কুকথা মুশুন, কায়-বাক্য-মনে হৰিত শৰণ পশ। প্রাচীনবৰ্হি বোলয়, হে মহামুনি, তোমাৰ বাক্য শুনি মোৰ সকল সংশয় গুচিল ; আৰু মোৰ কৰ্ম্মী গুৰুসৱে নজানে। এতেকে পুনু প্রশ্ন কৰো, ইদেহে কৰ্ম্ম কৰি কেমনে আন দেহে ভোগ কৰে। কৰ্ম্মো তেখনে নাশ হয়া কেমনে পুনু প্রকাশ কৰে; আৰু মোত কহিয়োক। নাৰদে কহন্ত, জানা ৰাজা, স্থূল দেহ নাশ হৈলেয়ো লিঙ্গ দেহৰ নাশ নাই। এতেকে কিছো বিৰোধ নাই। যেমনে ইন্দ্ৰিয়ৰ বৃত্তিয়ে চিত্তক অনুমান কৰে, তেমনে চিত্তৰ বৃত্তিয়ে পূৰ্ব্বকৰ্ম্ম লখি। মনেসে জানিবা সংসাৰৰ কাৰণ। এতেকে তাক নিবৃত্তিৰ অৰ্থে সৰ্ব্বভাৱে হৰিক ভজা। (শ্লোক ৩৭—৭৯)

মৈত্রেয়ে কহন্ত, এমনে নাৰদে ৰাজাত পৰম তত্ত্ব কহি ব্রহ্মলোক গৈলা। ৰাজায়ো মন্ত্ৰীৰ আগত পুত্ৰক ৰাজা পাতিবা বুলি কপিলাশ্রমক গৈলা। তথায়ে একাগ্রমনে গোবিন্দৰ চৰণ ভজি তাহাকে পাইলা। এই কথা যি

আদৰে শ্ৰৱণ-কীৰ্ত্তন কৰে সি কৰ্ম্মবন্ধ এড়াই ভগৱন্তক পায়ে।

( শ্লোক ৮০—৮৫ )

শ্ৰীভাগৱতকথায়াং চতুৰ্থস্কন্ধে ঊনত্ৰিংশোঽধ্যায়ঃ।

হে সভাসদসৱ, দেখ। যথাত হৰিগুণলব্ধ বৈষ্ণৱসৱ থাকে, তথায়ে কৃষ্ণকথা শুনি ভণি মহাফল ভক্তি সাধা। ইদানিক নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যস্মিন্ কৃষ্ণকথালুব্ধা বৰ্ত্তন্তে ভগৱৎপ্ৰিয়াঃ।
শ্ৰুত্বা গীত্বা হৰিযশঃ তস্মিন্ ভক্তিং সমশ্নুতে ॥

---

# ত্ৰিংশ অধ্যায়

## প্ৰচেতাসৱৰ বৰপ্ৰাপ্তি

কথা : ত্ৰিংশ অধ্যায়ে প্ৰচেতাসৱ ঈশ্বৰক দেখি বৰ লভিবা। মৈত্ৰেয়ে কহন্ত : প্ৰচেতাসৱো পিতৃৰ বাক্যে সাগৰৰ মধ্যত ৰুদ্ৰগীতা পঢ়ি হৰিক আৰাধন কৰিল। অযুত বৰ্ষ অন্তে ভগৱন্ত তুষ্ট হুয়া গৰুড়ৰ স্কন্ধে দেখা দিলা। মেঘশ্যাম পীতবাস অষ্টভুজ মূৰ্ত্তিয়ে গম্ভীৰ বাক্যে বোলন্ত। হে ৰাজপুত্ৰসৱ, তোমাৰ সৌহৃত্তভাৱে মঞি তুষ্ট হৈলো, পিতৃৰো বাক্য কৰিছা, এতেকে তোমাৰ কীৰ্ত্তিয়ে সকল লোকক ব্যাপিব। ( শ্লোক ১—১২ )

প্ৰম্লোচা অপ্সৰাত জাতকণ্ডু ঋষিৰ পুত্ৰীক বৃক্ষসৱে ৰক্ষা কৰিছা ; চন্দ্ৰে অমৃত পান কৰাইছা। সেই কন্যাক তোমাসৱে বিবাহ কৰা, তাহাত ব্ৰহ্মাৰ সমান এক পুত্ৰ হৈবা, যাৰ সন্তানে তিনিও লোক জুৰিবা। তোমাৰায়ো দেৱৰ

বৎসৰে সহস্ৰ সহস্ৰ বৎসৰ দিব্যভোগ ভুঞ্জিবা, পাছে মোৰ একান্ত ভক্তিয়ে গৃহত বিৰক্তি হয়া মোৰ লোক পাইবা। গৃহত থাকিয়ো মোৰ কথা শুনিলে গৃহে বন্ধ নকৰে, যাতো কথাৰ দ্বাৰে মঞি হৃদয়ত নিত্য প্ৰকাশ হওঁ। ভগৱন্তৰ এহি বাক্য শুনি প্ৰচেতাসৱো অঞ্জলি কৰি স্তুতি বোলন্ত: হে ক্লেশনাশন, উদাৰগুণ, শুদ্ধ-শান্ত, হৰিকৃষ্ণ, কমলনাভ, কমলমালী, কমলপাদ, কমলেক্ষণ, তোমাক প্ৰণাম কৰো। তুমি আমাৰ হৃদয়ত থাকি সকল বাঞ্ছিত জানা, তথাপি এক বৰ খোজো, যেমনে ভ্ৰমৰে সুখে পাৰিজাত পুষ্প পায়া আন পুষ্পত ৰতি নকৰে, তেমনে তোমাৰ চৰণ-মূল পায়া আন কিবা বাঞ্ছা কৰিবো।

( শ্লোক ১৩—৩২ )

যাৱে আমি মায়ায়ে মোহিত হয়া কৰ্ম্মফলে সংসাৰত ফুৰো, তাৱে জন্মে জন্মে তোমাৰ ভকতৰ সঙ্গ হৌক। যাতো ভক্তৰ কিঞ্চিত সঙ্গকো স্বৰ্গ-মৰ্ত্ত্যে মোক্ষসুখকো তুল্য নেদেখো, যাতো তোমাৰ অমৃতকথা কহে, যাত তৃষ্ণা বৈভৱ নাই, যাত তুমি প্ৰকাশ হোৱা। হেন ভক্তৰ সঙ্গে সংসাৰ ভিতৰে কেনে আনন্দ কৰাইব, আমি পুনু তোমাৰ ভক্ত মহেশৰ সঙ্গে তোমাক পায়াছি; হে পৰমপুৰুষ ভগৱন্ত বাসুদেৱ, তোমাক পুনু প্ৰণাম কৰো। প্ৰচেতাসৱে এহি স্তুতি কৰিলে, ভক্তবৎসল ভগৱন্ত তাৰাৰ বাঞ্ছিত পূৰি বৈকুণ্ঠক গৈলা। তাৰায়ো জলৰ পৰা উঠি বৃক্ষব্যাপ্ত পৃথিবী দেখি ক্ৰোধ কৰিলা। যাত প্ৰাচীন-বৰ্হি বনক গৈলে ৰাজা বিনে প্ৰজা উচ্ছন্ন হৈয়াছে। বৃক্ষ-শূন্য পৃথিবী কৰিবাক প্ৰতি মুখ হন্তে অগ্নি-বায়ু স্ৰজিলা। বৃক্ষ ছন্ন দেখি ব্ৰহ্মা আসি প্ৰবোধ কৰি নিবাৰিলা। অৱশেষ বৃক্ষসৱে ভীত হয়া বাৰ্ক্ষি কন্যাক দিলা, তাৰায়ো ব্ৰহ্মাৰ বাক্যে বাৰ্ক্ষিক বিবাহ কৰিলা। যাত শিৱৰ অৱজ্ঞাত হত ব্ৰহ্মাৰ পুত্ৰ দক্ষ জাত হৈলা। দক্ষো ঈশ্বৰৰ আজ্ঞায়ে চাক্ষুষ মন্বন্তৰত অনেক প্ৰজা স্ৰজিলা। ( শ্লোক ৩৩—৫১ )

হে শিষ্টসৱ, দেখ। দশ প্ৰচেতা ভগৱন্ত লাগ পায়া সাধুসঙ্গ খুজিলা। আক জানি তোৰায়ো সাধুসঙ্গ লৈয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যতঃ প্ৰচেতসোঽযাচন্ সাধুসঙ্গং জনাৰ্দ্দনং।
অতো নৃভিৰ্ম্মহৎ সঙ্গঃ প্ৰাৰ্থ্যঃ ত্ৰিংশে নিৰূপিতং।

# একত্রিংশ অধ্যায়

## নাৰদৰ উপদেশে দশ প্ৰচেতাৰ মুক্তি

কথা : একত্ৰিংশ অধ্যায়ে নাৰদৰ উপদেশে দশ প্ৰচেতাৰ মুক্তি কহিবা। মৈত্ৰেয়ে কহন্ত : পাছে প্ৰচেতাসৱ ভগৱন্তৰ বচন সুমৰি ভোগত বিৰক্ত হয়া পুত্ৰত ভাৰ্য্যা, ৰাজ্য সমৰ্পিয়া গৃহৰ বঝাইলা, পশ্চিম দিশত সাগৰ তীৰত সত্ৰ পাতি ৰহিলা, তাক কৃপায়ে নাৰদ আসিলা। তাবায়ো নাৰদক দেখি উঠিয়া প্ৰণাম পূজা কৰি প্ৰশ্ন কৰন্ত : হে দেৱঋষি, তোমাৰ দৰশনে আমাৰ পৰম আনন্দ হৈল, যাতো তুমি লোকৰ মুক্তিৰ অৰ্থে ফুৰা, আমাত হৰে-হৰিয়ো যি জ্ঞান কহিছা, সি জ্ঞানক আমি গৃহৰ আসক্তিয়ে পাসৰিলো। আৰে তুমি সেই জ্ঞান কহা, যাক জানি অনায়াসে সংসাৰ তৰিবো। ( শ্লোক ১ -৭ )

নাৰদে কহন্ত : যাত হন্তে হৰিসেৱা সিঝে তাকেসে কৰ্ম্ম বুলি। এতেকে তোবায়ো হৰিসেৱা নকৰি সকল জন্ম-কৰ্ম্ম ব্যৰ্থ কৰিলা, যাতো হৰিৰ প্ৰীতি হৈলেসে সকল কৰ্ম্মৰ ফল সিঝে, অন্যথা পুনু সৱে ব্যৰ্থ হয়, যেন বৃক্ষমূল নিষেচনে নিশেষ শাখাদি তৃপিতি হয়, প্ৰাণৰ আহাৰে যেন ইন্দ্ৰিয়ৰ তৃপিতি, তেমনে হৰিসেৱা হৈলে সকল দেৱৰে তৃপিতি হয়, পৃথকে পৃথকে কৰিলে কাবো নয়। যাতো হৰিসে সবাৰে মূল। এতেকে তোবা সদায় হৰিক মাত্ৰ ভজা, তেৱে হৰি হৃদয়ৰ মুগুচিবা। ভক্তৰো এমন হৰি বশ্য হন্ত, অভক্তৰ পুনু পূজা নলন্ত, যাতো তাবা ধনাদি মদে বৈষ্ণৱকো নিন্দা কৰে, ভগৱন্ত পুনু একান্ত ভক্তৰ বশ্য হন্ত, সকামী ভাৰ্য্যা ৰাজা দেৱসৱকো আদৰ নকৰন্ত। এমন কৃপালু ভগৱন্তক কোনমু পুৰুষে নভজিব। ( শ্লোক ৭—২২ )

মৈত্রেয়ে কহন্ত : নাৰদ ঋষি প্রচেতাসৱৰ এহি কথা কহি ধ্রুৱ-চৰিত্রো কহি ব্রহ্মলোক গৈলা। তাৰায়ো নাৰদৰ মুখে হৰিযশ শুনি হৰিচৰণ চিন্তি পৰম গতি পাইলা। জানা বিদুৰ, তোমাৰ প্রশ্ন মনু, উত্তানপাদ ৰাজা বংশো কহিলো। আৰে প্রিয়ব্রতৰ চৰিত্র শুনা। যি প্রথমে নাৰদৰ মুখে আত্মজ্ঞান পায়া ৰাজ্যভোগ কৰি পুনু পৰমেশ্বৰক পাইলা। শুকে কহন্ত : জানা ৰাজা, এমনে বিদুৰে মৈত্রেয়ৰ মুখে হৰিকথা শুনি পৰম ভক্তিমন্ত হুয়া হৃদয়ত হৰিচৰণ চিন্তি মুনিৰ চৰণ শিৰত ধৰি বোলন্ত, হে মহাঋষি, তুমি মোক কৃপায়ে সংসাৰ পাৰ দেখাই হৰিক জানাইলা। এহি বুলি মুনিক দণ্ডৱতে প্রদক্ষিণ কৰি জ্ঞাতিসৱ দেখিতে ইছায়ে হস্তিনাপুৰক গৈলা। ( শ্লোক ২৩—৩১ )

শ্রীভাগৱতকথায়াং চতুর্থস্কন্ধে একত্রিংশোঽধ্যায়ঃ।

চতুর্থস্কন্ধৰ কথা এহিমানে সমাপত হৈল। হে সাধুসৱ দেখ। হৰিসেৱা বিনে সকল জন্ম-কর্ম্ম ব্যর্থ হয়। আক জানি সদায়ে হৰিসেৱা কৰা। মন্তো মাঝে মাঝে তোৰাক যি কিছো উপদেশ দিছো, সিয়ো উপদেশ ছলে আপুনাৰ বুদ্ধিৰ নিছয়েসে জিজ্ঞাসা কৰিলো। আক জানি মোক নিন্দা নকৰি সদায়ে কৃষ্ণপাদপদ্ম ভজা, তেৱে অৱশ্যে পৰম গতি পাইবা। হে কৃষ্ণ, মোৰ ইষ্টদেৱ, তোমাৰ চৰণত কোটিবাৰ প্রণাম কৰো। যেমনে তোমাৰ কথাত কর্ণ-বাক্য-মন ৰহে, তেমনে মোক দায়া কৰা। আক লাগি বৈষ্ণৱসৱকো মিনতি কৰিয়া প্রার্থনা কৰো। আৰে সর্ব্বজনে হৰি বোল হৰি।

শ্লোক : হৰিসেৱাং বিনা জন্ম-কর্ম্মাদি বিফলং যতঃ।
অতঃ কৃষ্ণপদাম্ভোজ-সেৱা কার্য্যা নৃভিঃ সদা।
প্রণম্য কৃষ্ণমিষ্টং তং সংযাচে আশিষঃ সদা।
শ্রৱণং কীর্ত্তনং ধ্যানং কর্ম্মবাঙ্মনঃ সংকচিঃ।
চতুর্থার্থ-কথাহ্যেষা সুসংক্ষেপাক্ষৰান্বিতা।
নির্ম্মিতা কৰিৰত্নেন বৈষ্ণৱপ্রিয়কাৰিণী।
বন্দে দামোদৰং দেৱং দীনহীনৈকবল্লভং।
যৎ প্রসাদেন মে বুদ্ধিঃ কথা কর্ত্তুং প্রবর্ত্তিতা।

সমাপ্তেয়ং চতুর্থস্কন্ধকথা।

শ্রীকৃষ্ণায় নমঃ॥ গোবিন্দায় নমঃ॥ শ্রীদামোদৰায় নমঃ॥

---

# পঞ্চম স্কন্ধ

## প্ৰথম অধ্যায়

শ্লোক :  যৎপাদম্বুজ-শাস্তযোৰ্জ্জিতজলাজ্জাতা নদী জাহ্নৱী
যন্নামানি চ কীৰ্ত্তিতানি মনুজে যৎ ভক্তবৃন্দানিব ।
পাপং ঘ্নন্তি পুণন্তি চিত্তমচিৰাৎ ছিন্দন্ত্যবিদ্যাভিতঃ ।
তস্মৈ শ্ৰীপুৰুষোত্তমায় হৰয়ে কৃষ্ণায় নিত্যং নমঃ ॥

কথা : যাৰ পাদোদকে জগতৰে পাপ হৰে, যাৰ নামে মনকো নিৰ্ম্মল কৰে, যাৰ ভক্তসঙ্গে সংসাৰ বিনাশে, সেই ভগৱন্ত কৃষ্ণক প্ৰণাম কৰো। পঞ্চম স্কন্ধত চবিশ অধ্যায়ে লোকৰ গৃহত স্থিতি কহিবা। তাত প্ৰথম অধ্যায়ে প্ৰিয়ব্ৰতৰ চৰিত্ৰ কহিবন্ত। পৰীক্ষিত ৰাজা শুকত প্ৰশ্ন কৰন্ত : হে মহামুনি, প্ৰিয়ব্ৰত পৰম ভাগৱত হুয়া কেনে গৃহত ৰতি কৰিলা। যাতো মহন্তসৱৰ কদাচিতো ৰতি নঘটে। যাত থাকিলে কৰ্ম্মবন্ধ সংসাৰ হয়। গৃহাসক্ত হুয়ো কেমনে পুনু পৰম গতি পাইলা, আক মোত কহিয়োক। শুকে কহন্ত : জানা ৰাজা, তুমি ভাল বুলিলা, হৰিৰ একান্ত ভক্তসৱে কদাচিতো গৃহত প্ৰীতি নকৰন্ত; বিপ্নিবশেসে প্ৰবৰ্ত্তন্ত; পুনু ভক্তিৰ বলে গৃহক এৰিয়া হৰিক ভজন্ত। প্ৰিয়ব্ৰতৰ পুনু ব্ৰহ্মাৰ আজ্ঞায়ে বিয়ো হৈল। তাক কহু, সাৱধানে শুনা। মনুৰ পুত্ৰ প্ৰিয়ব্ৰত; প্ৰথমে বিষ্ণুভক্ত, উদাসীন হুয়া মন্দৰাচলত সত্ৰ পাতি নাৰদৰ উপদেশ শুনি আছন্ত; তাহান যোগ্য গুণগণ

দেখি স্বায়ম্ভুৱ মনু যেখন ৰাজা পাতিবে খোজন্ত, তাক প্ৰিয়ব্ৰতে ইছা নকৰন্ত। তেখনে ব্ৰহ্মা তাহ্ক জানি হংসযানে আসিলা। ব্ৰহ্মাক দেখি নাৰদ-ঋষি মনু প্ৰিয়ব্ৰত সহিতে উঠিয়া সতকাৰ কৰিলা। ব্ৰহ্মায়ো লোকক কৃপায়ে হাস্য কৰি বোলন্ত ; হে বাপু প্ৰিয়ব্ৰত, মোৰ মুখে ভগৱন্তে তোমাক আজ্ঞা কৰন্ত। তাক তঞিঃ অসূয়া কৰিতে যোগ্য নহ। যাতো তোৰ গুৰু পিতৃ আমিয়ো তাহান আজ্ঞা কৰঞো। যাৰ কাৰ্য্যক কেঞো নিবাৰিতে নপাৰে। যাৰ বেদজৰি জগত বন্দী হয়াছে। তঞিয়ো তাহান চৰণ সেৱা কৰি ইন্দ্ৰিয়-শত্ৰুক জিনিছস। এতেকে তাহান আজ্ঞা পালি ৰাজ্য-ভোগ কৰ। পাছে বৈৰাগ্য কৰি হৰিক ভজ। ( শ্লোক ১—১৯ )

শুকে কহন্ত: প্ৰিয়ব্ৰতে ব্ৰহ্মাৰ আজ্ঞাকে বহুমান কৰি ধৰিল। ব্ৰহ্মায়ো হৰিক চিন্তি ব্ৰহ্মালোক গৈলা। মনুয়ো নাৰদৰ অনুমতি লৈয়া পুত্ৰক ৰাজ্য পাতি বিষয়-বিষক এৰিলা। প্ৰিয়ব্ৰতো ঈশ্বৰৰ ইচ্ছায়ে ৰাজা হৈয়া পৃথিবী পালিলা। বিশ্বকৰ্ম্মাৰ দুহিতা বৰ্হিষ্মতীক বিবাহ কৰিলা ; তাহান দশ পুত্ৰ, এক কন্যা জাত হৈলা। তাৰ মধ্যতে তিনি পুত্ৰ ব্ৰহ্মচাৰী হৈয়া হৰিভক্তি কৰি পৰম গতি পাইলা। এমনে ৰাজা এঘাৰ অৰ্ব্বুদ বৎসৰ ৰাজ্যভোগ কৰিলা, ধনুৰ টঙ্কাৰে শত্ৰুসৱ জিনিলা ; ৰাত্ৰিৰ লোপ কৰি জ্যোতিৰ্ম্ময় ৰথত সাতদিন সাতপাক ফুৰিলা ; তাক ব্ৰহ্মা নিবাৰিলা, সেই ৰথচক্ৰ ঘাৱে মধ্যে মধ্যে সাত দ্বীপ সাত সাগৰ হৈলা। তাৰ নাম শুনা ; জম্বু, প্লক্ষ, শাল্মলী, কুশ, ক্ৰৌঞ্চ, শাক, পুষ্কৰ এহি সাত দ্বীপ। লৱণ, ইক্ষু, সুৰা, সৰ্পি, দধি, দুগ্ধ, জল এহি সাত সাগৰ, সেই সাত দ্বীপত অগ্নীধ্ৰ আদি সাত পুত্ৰক ৰাজা পাতিলা, উৰ্জ্জস্বতী কন্যাকো শুক্ৰক দিলা, যাত দেৱযানী নাম কন্যা হৈলা। ( শ্লোক ২০—৩৫ )

পাছে ৰাজা আপুনাক পৰম বিষয়ী দেখি অনেক ধিক্কাৰ কৰিলা। ভগৱন্তৰ প্ৰসাদে ভাৰ্য্যাসমে সকল সম্পত্তি এৰি পুনু নাৰদৰ সঙ্গ লৈয়া হৰিভক্তি কৰিলা। তাহান প্ৰসিদ্ধ কৰ্ম্মক সৰ্ব্বলোকে পাইলা। ঈশ্বৰ বিনে প্ৰিয়ব্ৰতৰ কৰ্ম্মক কোনে কৰিতে পাৰে। যাৰ প্ৰকাশে ৰাত্ৰিকো দিন কৰিছে। যিসকল সুখক নৰকতুল্য দেখি বৈষ্ণৱত প্ৰীতি কৰিলা। জানা ৰাজা, হৰিৰ একান্ত ভক্তৰ এমন চৰিত্ৰ চিত্ৰ নহে। যাতো যাৰ নাম লৈয়া চণ্ডালো সংসাৰ তৰে। ( শ্লোক ৩৬—৪১ )

শ্ৰীভাগৱতকথায়াং কবিৰত্নকৃতায়াং পঞ্চমস্কন্ধে প্ৰথমোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। এই কথাত ভগৱন্তৰ ভক্তৰ মহিমা দেখি সদায়ে তাহান চৰণত ভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : আলোক্য ভগৱদ্ভক্তি-ভক্তমাহাত্ম্যমুত্তমং।
প্ৰিয়ব্ৰত-চৰিত্ৰোক্তো ভজেহং নন্দনন্দনম্॥

---

# দ্বিতীয় অধ্যায়

## আগ্নীধ্ৰৰ চৰিত্ৰ

কথা : দ্বিতীয় অধ্যায়ে আগ্নীধ্ৰৰ চৰিত্ৰ কহিবা। শুকে কহন্ত : এমনে পিতৃ ৰাজ্যত নিবৃত্তি হৈলে, আগ্নীধ্ৰ ৰাজা জম্বুদ্বীপ নিবাসী প্ৰজাক পুত্ৰৱতে প্ৰতিপাল কৰিলা। কদাচিত্ কামে মন্দৰ দ্ৰোণিত ব্ৰহ্মাক আৰাধনা কৰিলা। তাক জানি ব্ৰহ্মা পূৰ্ব্বচিত্তি নাম অপ্সৰাক পঠাই দিলা, অপ্সৰায়ো তাহান পৰম ৰম্য আশ্ৰমক আসিলা। আগ্নীধ্ৰো তাহান নূপুৰৰ ধ্বনি শুনি, চক্ষু মেলি দিব্য অপ্সৰা দেখি, কামৰ বশ্য হুয়া জড় হেন বোলন্ত : হে মহামুনি, কুন তুমি, কি কৰিবে খোজা, কেনে পৰ্ব্বতত ফুৰা, অৱশ্যে তুমি দেৱৰ মায়া হৈবা, তোমাৰ চৰণত দেখো তিত্তিৰ চটকে বাসা কৰিছে, যাতো তাহাৰ শব্দ শুনু। হৃদয়ত দেখো দুই শৃঙ্গ ধৰিছা, যাৰ অৰুণ-পঙ্কজ গন্ধে আশ্ৰমক সুগন্ধ কৰে। মুখকো সৰোবৰ হেন দেখো, যাত দুই মৎস্য, ভ্ৰমৰসমূহ আছে। হে তপোধন! তোমাৰ ৰূপে তপস্বীসৱৰ তপ নাশ কৰে। আক তুমি কি তপ কৰি পাইলা। আসা, তুমি-আমি এঠাইতে তপ কৰো। এমনে অনেক বিদগ্ধ বাক্যে তাহাক সম্ভাষা কৰিলা। (শ্লোক ১—১৬)

অপ্সৰায়ো তাহান ৰূপ-গুণ-সম্পত্তি দেখি আগ্নীধ্ৰ সমে অযুতাযুত বৎসৰ ভোগ ভুঞ্জিলা। পাছে নাভি আদি নৱো পুত্ৰ জাত হৈলে পূৰ্ব্বচিত্তি পুনু ব্ৰহ্মলোক গৈলা। ৰাজায়ো তাহাক মহাসুখ মানি কৰ্ম্ম কৰি সেই লোক পাইলা। নাভি আদি নৱো পুত্ৰ সমান নাম নৱ বৰিষৰ ৰাজা হৈলা। মেৰুৰ দুহিতা মেৰু দেবী আদি নৱ কন্যা বিবাহ কৰিলা। ( শ্লোক ১৭—২৩ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে দ্বিতীয়োঽধ্যায়ঃ।

হে পুৰুষসৱ, দেখ। কামুকক হাস্য কৰি সে শুকে ই কথা কহিলা। এতেকে স্ত্ৰীত অত্যন্ত আসক্তি নকৰি ডাকি হৰি বোল হৰি।

শ্লোক ঃ দ্বিতীয়ে আগ্নীধ্ৰ-চৰিত্ৰবৰ্ণনেনৈব কামিনাং।
চৰিত্ৰং হসিতং সদ্ভিৰতস্তৎ ত্যাগ ঈৰিতঃ॥

---

# তৃতীয় অধ্যায়

## নাভিৰ চৰিত্ৰ

কথা ঃ তৃতীয় অধ্যায়ে নাভিৰ চৰিত্ৰ কহিবা। শুকে কহন্ত ঃ নাভিয়ো পুত্ৰকামে মেৰুদেবী ভাৰ্য্যা সমে ভগৱন্তক যজ্ঞে যজিলা। সেই যজ্ঞত ভক্ত-বৎসল ভগৱন্ত ভক্তৰ বাঞ্ছিত পূৰিবাক লাগি মনোহৰ ৰূপে দেখা দিলা। তাহান পৰম সুন্দৰ চতুৰ্ভুজ, পীতবসন, শ্ৰীবৎসাদিযুক্ত ৰূপ দেখি যজমান-পুৰোহিতসৱে পৰম আদৰে উঠিয়া নমস্কাৰ, পূজা কৰি স্তুতি বোলন্ত ঃ হে ভগৱন্ত, তুমি আমাৰ পূজা লৈবাৰ যোগ্য হৱা। যাতো তোমাক আমি প্ৰণাম কৰো। আমাক সাধুসৱে এইমান শিক্ষা দিছা, তোমাৰ গুণ-কথন বিনে

কুনে স্বৰূপ জানিতে পাৰে। ভক্তৰ স্তুতি-নতি, পত্ৰ-পুষ্প, ফল-জলতে তুমি তুষ্ট হুৱা। ( শ্লোক ১—৬ )

অভক্তৰ অনেক সন্তাৰকো নলৱা, নানান তাপতো মৰণ সময়তো তোমাৰ নাম যেমনে আমাৰ মুখত আসে। এই নাভি ৰাজা মায়ায়ে মোহিত হয়া তোমাৰ সমান পুত্ৰক আশায়ে উপাসা কৰিছে। এই কাৰ্য্যে তোমাক আমি আহ্বান কৰিলো। আমাৰ ই দোষ ক্ষমা কৰিবা। তাৰাৰ এহি স্তুতি শুনি ভগৱন্তে বোলন্ত: হে ঋষিসৱ, তোৰা মোৰ পৰম দুৰ্লভ বৰক প্ৰাৰ্থিলা। মোৰ পুত্ৰ আন সম নাই, তোৰাৰ বাক্য কেমনে মিছা হৈবেক, যাতো ব্ৰাহ্মণ-সৱ আমাৰ মুখ। এতেকে মঞি নাভিৰ গৃহত অংশ-কলায়ে অৱতাৰ হৈবো। এহি বুলি ভগৱন্ত অন্তৰ্দ্ধান হৈলা। পাছে ভগৱন্ত লোকধৰ্ম্ম দেখাইবাক প্ৰতি শুদ্ধ-সত্ত্ব অৱতাৰে মেৰুদেবীত অৱতাৰ হৈলা। ( শ্লোক ৭—২০ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে তৃতীয়োঽধ্যায়ঃ।

হে সভাসদসৱ, দেখ। ঋষিসৱো নানা তাপতো মৰণ সময়তো হৰিৰ নামক প্ৰাৰ্থনা কৰিলা। এতেকে নামক পৰম তত্ত্ব জানি হৰি বোল হৰি।

শ্লোক: নানা তাপেঽপি মুনয়ো যাচন্তে নাম মঙ্গলং।
অতো নাম পৰং তত্ত্বং জ্ঞাত্বা কীৰ্ত্তয় সৰ্ব্বতঃ।

———

# চতুৰ্থ অধ্যায়

## ঋষভ-চৰিত্ৰ

কথা : চতুৰ্থ অধ্যায়ে ঋষভৰ চৰিত্ৰ কহিবা। শুকে কহন্ত : পাছে নাভি-পুত্ৰত ভগৱন্তৰ লক্ষণ দেখি বল-বীৰ্য্য, বিদ্যা-যশ-সম্পত্তিয়ে শ্ৰেষ্ঠ লক্ষি ঋষভ নাম থৈলা। তাক নসহিয়া ইন্দ্ৰে সেই বৰিষত নবৰষিলা। তাক জানি ভগৱন্ত ঋষভদেৱে যোগবলে বৃষ্টি কৰিলা। নাভিয়ো পুত্ৰক লালন-তোলন কৰি পৰম আনন্দ পাইলা। পাছে লোকৰ অনুৰাগ দেখি পুত্ৰক ৰাজা পাতি বদৰিকাশ্ৰমক গৈলা। তথায়ে ভক্তি কৰি ভগৱন্তক পাইলা। পাছে ভগৱন্ত ঋষভদেৱে আপুনাৰ বৰিষ কৰ্ম্মক্ষেত্ৰ মানি লোকৰ শিক্ষাৰ অৰ্থে গুৰুৰ গৃহত থাকি শাস্ত্ৰসব পঢ়িলা, দক্ষিণা দিয়া গুৰুৰ আজ্ঞায়ে গৃহক আসিলা। ইন্দ্ৰৰ দুহিতা জয়ন্তী কন্যাক বিবাহ কৰিলা। তাহান্তে শতেক পুত্ৰ জাত কৰাইলা, সবাতো শ্ৰেষ্ঠ মহাগুণৱন্ত ভৰত হৈলা, যাৰ নামে ই বৰিষত ভাৰত নাম হৈলা। তান কনিষ্ঠ নৱ কুশাৱৰ্ত্ত আদি নৱ দেশৰ নৱ ৰাজা হৈলা। কবি আদি নৱ জন মহাভাগৱত হৈলা ; কনিষ্ঠ একাশী জন কৰ্ম্মকাণ্ডী ব্ৰাহ্মণ হৈলা। ( শ্লোক ১—১৩ )

ভগৱন্ত ঋষভো ধৰ্ম্ম কৰিয়া লোকক নিয়মিলা ; যাতো শ্ৰেষ্ঠ জনে কৰিলেসে আন লোকে কৰে। যদ্যপি সবাকে জানা, তথাপি ব্ৰাহ্মণত পুছিসে লোকক শাসন কৰিলা ; শতেক অশ্বমেধ যজিলা। যাৰ ৰাজ্যৰ

প্ৰজাসৱে তান প্ৰীতি বিনে আন কিছো নবাঞ্ছিল। কদাচিত পৃথিবী ফুৰিতে ব্ৰহ্মাৱৰ্ত্ত দেশত সকল প্ৰজাক শুনায়া পুত্ৰসৱক শিক্ষা দেন্ত। ( শ্লোক ১৪ – ১৯ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে চতুৰ্থোঽধ্যায়ঃ।

হে সামাজিকসৱ, দেখ। ঋষভদেৱৰ প্ৰজাসৱে তান প্ৰীতি বিনে কিছো বাঞ্ছা নকৰিলা। এতেকে তোৰায়ো হৰিৰ প্ৰীতিৰ অৰ্থে ডাকি জয় হৰি বোল হৰি।

শ্লোক : ঋষভস্য প্ৰজাঃ সৰ্ব্বা ঋতে তৎ প্ৰীতিমন্বহং।
ন বাঞ্ছন্তি কিয়দস্মাত্তস্মাত্তৎ কাৰ্য্যমাদৰাৎ॥

———

# পঞ্চম অধ্যায়

## ঋষভৰ পুত্ৰক যোগশিক্ষা

কথা : পঞ্চম অধ্যায়ে ঋষভ পুত্ৰক শিক্ষাযোগ চৰ্চ্চা কহিবা। ঋষভে বোলন্ত : হে পুত্ৰসৱ, যি বিষয়-সুখ শূকৰ-শৰীৰতো আছে, তাক কৰিবাক ই মনুষ্য শৰীৰ যোগ্য নহে। কিন্তু হৰি-ভক্তি মাত্ৰ কৰিহে, যাত শুদ্ধচিত্ত হৰিভক্তি ব্ৰহ্মসুখ হয়। মহন্ত সেৱাসে মুক্তিৰ দ্বাৰ, স্ত্ৰীৰ সঙ্গীৰ সঙ্গ নৰকৰ দ্বাৰ। মহন্তসৱ সবাতে সমচিত্ত হুয়া কাম-ক্ৰোধ-লোভ এড়ি নিতে মোৰ চৰিত্ৰ মাত্ৰ শ্ৰৱণ কৰন্ত ; মোত মাত্ৰ সৌহৃদ কৰিছন্ত ; দেহ-গেহাদিতো প্ৰীতি নকৰন্ত। যদি হৰিভক্তি উপদেশেসে সংসাৰ নতৰে, তেৱে গুৰু-পিতৃ-মাতৃ-দেৱতা সম্বন্ধ নঘটে। এতেকে গুৰু-পিতৃ ৰাজাসৱে মোৰ লোকক যি ইচ্ছা কৰে, তেৱে শিষ্য-পুত্ৰ-প্ৰজাক হৰিভক্তি মাত্ৰ উপদেশ দিব। কদাচিতো

কৰ্ম্মত নপ্ৰবৰ্ত্তাইব। সকল জগতত কৰি ব্ৰহ্মা, মহেশ বড়, তাৰাতো কৰি মঞি বড়। মোত কৰি বৈষ্ণৱ ব্ৰাহ্মণ বড়। তাৰাৰ সমান জনেকো নেদেখো, অধিক কৈত দেখিব। ব্ৰাহ্মণৰ মুখত দিলে শ্ৰদ্ধায়ে মঞি যেমনে ভোজন কৰো, অগ্নিৰ হোমতো তেমন নকৰো, যাতো তাৰা মোৰ গুণ-চৰিত্ৰক সদায়ে স্মৰি থাকে, মোত কিছো বাঞ্ছা নকৰে। যাতো মোত মাত্ৰ পৰম ভক্তি পায়া আছে। এতেকে তোৰাসৱ সদায়ে তাৰাক সেৱা কৰিবা; জগতকো হৰিবুদ্ধি দেখিবা, কৰ্ম্মসৱো ঈশ্বৰত অৰ্পি কৰিবা। ( শ্লোক ১—২৭ )

এমনে ভগৱন্ত ঋষভদেৱে লোক শিক্ষাৰ অৰ্থে শিষ্য-পুত্ৰকো উপদেশ দিলা। সবাতে শ্ৰেষ্ঠ বিষ্ণু-বৈষ্ণৱত ভক্ত ভৰতক ৰাজা পাতিলা। সন্ন্যাসী-সৱৰো ধৰ্ম্ম দেখাইবাক প্ৰতি বাতুল হেন মুক্তকেশ দিগম্বৰ হুয়া ব্ৰহ্মাৱৰ্ত্ত দেশৰ পৰা বৰাই গৈলা। কণা-কলা-বোবা যেন লোকে মাতিলেও নামাতিলা। নগৰ-গ্ৰামাদিত দুৰ্জ্জনসৱে অনেক উপদ্ৰৱ কৰিলা। নিৰহঙ্কাৰ পদে তাক নগণিয়া একায়ে পৃথিবী ভ্ৰমিলা। তাহান পৰম সুন্দৰ দেহাকো জটিল-মলিন নিমিত্তে লোকে উন্মত্ত হেন দেখিল, পাছে অনেক লোক যাত্ৰা দেখি যোগৰ প্ৰতিকূল মানি অজগৰ ব্ৰত ধৰিলা। একে ঠাই শয়ন কৰিলা, অযাচিত মিলিলেসে পান-ভোজন কৰিলা, তথাই মল-মূত্ৰো এৰিলা, পুৰীষতে বাগৰিলা, পুৰীষৰ গন্ধেয়ো দশ যোজন দেশক সুগন্ধ কৰিলা, কাক-গো-মৃগ-চৰ্য্যা কৰিয়ো ফুৰিলা। থাকন্ত, শয়নো কৰন্ত; খান্ত; পিয়ন্ত, মল-মূত্ৰ এড়ন্ত; পাছে ঋষভ ভগৱন্ত প্ৰাপ্ত যোগসিদ্ধিকো আদৰ নকৰন্ত।

( শ্লোক ২৮—৩৫ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে পঞ্চদশোঽধ্যায়ঃ ॥

হে সামাজিকসৱ, দেখ! ঋষভদেৱে পুত্ৰক লক্ষ্য কৰি সাধুসেৱা কৰিতে লোক উপদেশ দিলা। আক জানি তোৰায়ো সাধুসেৱা কৰি জয় হৰি বোল হৰি।

শ্লোক ঃ পুত্ৰানুপদিদেশৈৱং ভগৱান্ ঋষভো হৰিঃ।
সাধুসেৱাং দৃঢ়ীকৃত্য জনানাং হিতমাদিশেৎ ॥

---

# ষষ্ঠ অধ্যায়

## ঋষভৰ দেহত্যাগ

কথা: ষষ্ঠ অধ্যায়ে ঋষভৰ দেহত্যাগ কহিবা। ৰাজা পুছন্ত: হে গুৰু, আত্মাৰামসৱৰ স্বতঃপ্ৰাপ্ত সিদ্ধিসৱে দুঃখ দিবাক নৰিছে। তাক পায়া ঋষভে কেনে নাদৰিলা আক মোত কহা। শুকে কহন্ত: জানা ৰাজা, কতো যোগীসৱে চঞ্চল মনক বশ্য কৰিও বিশ্বাস নকৰে, যাৰ বিশ্বাসত মহেশৰো তপভঙ্গ হয়াছে। আত বিশ্বাস কৰিলে কামাদি শত্ৰুৰ অৱকাশ দিয়া পুৰুষক নষ্ট কৰে। এতেকে ঋষভদেৱে মনত বিশ্বাস নকৰি সিদ্ধিকো নাদৰিলা। পাছে ভগৱন্ত ঋষভ জড়ৰ হেন বাক্য-বেশ চৰিত্ৰে লোকত লক্ষিত হয়া যোগীৰ মনৰ সিদ্ধি দেখাইবাক প্ৰতি দেহত অহঙ্কাৰ এৰিলা। নানা দেশ ফুৰি কুটকাচল সমীপত শিলা কৱল কৰি উন্মত্ত হেন ফুৰিতে বনাগ্নি দেহ দহিলে। তাহান সেই চৰিত্ৰ শুনি অৰ্হৎ নাম ৰাজা কলিযুগৰ লোকত পাষণ্ড ধৰ্ম্ম প্ৰবৰ্ত্তাইব। তাক আচৰি লোকসৱ নৰকত পৰিব। ঋষভদেৱৰ এহি পৱিত্ৰ চৰিত্ৰক যি শ্ৰৱণ-কীৰ্ত্তন কৰে, তাৰ বাসুদেৱত একান্ত ভক্তি হয়। যি ভক্তিত বিবেকীসৱে নিতান্তে তাপিত মনক প্ৰবেশ কৰাই পৰম আনন্দ পায়া পৰম পুৰুষাৰ্থ মোক্ষসুখকো নাদৰন্ত। যিটো ভক্তিতে সৰ্ব্ব পুৰুষাৰ্থ সমাপ্তি হয়। হে ৰাজা, ভগৱন্ত সুলভ, মোক্ষ দুৰ্ল্লভ এমন শঙ্কা কদাচিতো নকৰিবা। যাতো যাদৱ-পাণ্ডৱ কুলৰ ভগৱন্ত কৃষ্ণ গুৰু দেৱতা প্ৰিয় আছিলা। বংশকো

ৰাখিছা, কিন্তুবালিয়ো কৰিছা। তোঠৈৰ এমন বশ্য হোন্তেয়ো পুনু আন ভক্তক মুক্তি বিনে প্রেম-ভক্তি নেদন্ত। ( শ্লোক ১ ১৯ )

শ্রীভাগৱতকথায়াং পঞ্চমস্কন্ধে ষষ্ঠোঽধ্যায়ঃ।

হে বৈষ্ণৱসব, দেখ। পৰম পুৰুষাৰ্থ মোক্ষতো কৰি প্রেম-ভক্তিক শ্রেষ্ঠ কহিলা। তাক যেৱে ইছা কৰা, তেৱে সদায়ে ডাকি হৰি বোল হৰি।

শ্লোক : পুৰুষাৰ্থাধিকাম্মোক্ষাৎ প্রেমভক্তি গৰীয়সী।
অতস্তদাপ্তিকামেন কৃষ্ণনাম সদা স্মৰেৎ ॥

———

## সপ্তম অধ্যায়

## ভৰত চৰিত্র

কথা : সপ্তম অধ্যায়ে ভৰতৰ চৰিত্ৰ কহিবা। শুকে কহন্ত : মহা-ভাগৱত ভৰত ৰাজা হুয়া, বিশ্বকৰ্ম্মাৰ দুহিতা পঞ্চজনী বিবাহ কৰিলা। তাহাত সুমতি আদি পাঞ্চপুত্ৰ জাত কৰাইলা। প্ৰজাসৱকো যথাধৰ্ম্মে প্ৰতিপাল কৰিলা, অনেক যজ্ঞ কৰিয়ো হৰিক যজিলা, তাৰ ফলকো হৰিত অৰ্পিলা, যজ্ঞত পূজ্য দেৱসৱকো হৰিৰ অঙ্গতে চিন্তিলা। এমন ধৰ্ম্মত চিত্ত শুদ্ধ হৈলে ভগৱন্তত পৰম ভক্তি হৈলা। এমনে অযুত হাজাৰ বৎসৰ ৰাজ্য কৰিলা। পাছে বিষয়-অভিলাষ এৰি পুত্ৰসৱক ৰাজ্য বিভাগি দিয়া পুলহাশ্ৰমক গৈলা; যাত ভক্তসৱক দায়ায়ে ভগৱন্ত ইছাৰূপে ইদানিকো আছা। যাত চক্ৰনদী বহন্ত; তহিতে ৰাজা ফল-মূল নৈবেদ্য কৰি নানা পুষ্প-তুলসী-জলে ভগৱন্তক পূজা কৰি পৰম আনন্দ পাইলা। স্নেহত হৃদয় দ্ৰৱিল; শৰীৰত লোম

শিহৰিল ; প্ৰেমত লোতক ঝৰিল ; প্ৰেমানন্দে পূজাকো পাসৰিলা ; হৰিৰ চৰণ চিন্তিতে ভজনানন্দতে মগ্ন হয়া থাকন্ত। কতো দণ্ডৱতে প্ৰদক্ষিণ কৰন্ত ; কতোবেলা হৰিনাম কীৰ্ত্তন কৰন্ত ; কৃষ্ণকথাকো শুনন্ত, এমন ভক্তিত দিন-ৰাত্ৰি গৱাণ্ড। ( শ্লোক ১—১৪ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে সপ্তমোঽধ্যায়ঃ।

হে ভক্তসব, দেখ। ভৰত হেন ৰাজায়ো ৰাজ্যভাৰ এৰি হৰিভক্তি কৰিলা। আক জানি তোৰায়ো হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : ভৰতোঽপি পৰিত্যজ্য ৰাজ্যং হৰিপদাজয়োঃ।
ভক্তিঞ্চকাৰ পৰমামতো নৃনাময়ম্বিধিঃ॥

---

# অষ্টম অধ্যায়

## ভৰতৰ হৰিণ-দেহ ৰক্ষা

কথা : অষ্টম অধ্যায়ে হৰিণৰ দেহ ৰক্ষা কহিবা। শুকে কহন্ত : একদিনা ৰাজা নদীত স্নান-সন্ধ্যা-তৰ্পণ কৰি ছয় দণ্ড আছিল। সেইবেলা এক গৰ্ভৱতী হৰিণী তৃষাত তথায়ে জলপান কৰিবে লাগিল। তেখনে সিংহৰ শব্দ শুনি মহাভয়ে নদীক ঝাম্প দিয়া চেড়াইতে গৰ্ভ খসি জলত পৰিল। তায়ো মহাদুঃখ পায়া পৰিয়া মৰিল। হৰিণ-ছৱাল জলত ভাসিবাৰ দেখি কৃপায়ে ৰাজা আশ্ৰমক আনিল। তাহাক পোষণ-পালন-লালন কৰিতে হৰিভক্তিকো এৰিলা। ওস্নাই যাইতেয়ো স্নেহত থাকি লগতে নিলা। পূজা কৰন্তেয়ো উঠিয়া চাহিলা। নেদেখিলেয়ো অনেক খেদ কৰিলা। এমনে প্ৰাৰব্ধ কৰ্ম্মবলে হৰিণ সঙ্গে ভক্তিত ভ্ৰষ্ট হৈলা। মৰণ সময়তো তাকে

দেখি চিন্তি প্ৰাণ এৰিলা। পাছে কালঞ্জৰ গিৰিত হৰিণ হুয়া জাত হৈলা। ভক্তিৰ বলে তাহাকতো জাতিস্মৰ হৈয়া, অনেক খেদ কৰি পুলহাশ্ৰমক আসিলা, তথাতো আনৰ সঙ্গত ভীত হুয়া একলায়ে ফুৰিলা, শুখান তৃণ-বন খায়া কাল গৱাইলা। পাছে তীৰ্থত অন্তৰ্জ্জলে হৰিৰ নাম লৈয়া প্ৰাণ এৰিলা। ( শ্লোক ১—৩১ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে অষ্টমোঽধ্যায়ঃ।

হে সভাসদসৱ, দেখ। ভৰত হেন ভক্তো দুঃসঙ্গৰ বলে হৰিণ হৈলা। আক জানি কদাচিতো দুঃসঙ্গ নলৈয়া সদায়ে ডাকি হৰি বোল হৰি।

শ্লোক : দুঃসঙ্গদোষতো ৰাজা ভৰতো মৃগতাং গতঃ।
অতোঽসৎসঙ্গমুচ্ছেত্তুমুদ্দিষ্টমষ্টমে বুধৈঃ॥

---

# নৱম অধ্যায়

## জড়-ভৰত চৰিত্ৰ

কথা : নৱম অধ্যায়ে জড়-ভৰত চৰিত্ৰ কহিবা। শুকে কহন্ত : পাছে ভৰত গৈয়া আঙ্গিৰস গোত্ৰ ব্ৰাহ্মণৰ কনিষ্ঠ ভাৰ্য্যাত পুত্ৰ হুয়া জাত হৈলা। তাতো জাতিস্মৰ হয়া, জনসঙ্গত ভয় কৰি মনে হৰি-চৰণ, লোকত আপুনাক জড় হেন দেখাইলা। তেমনে জড় পুত্ৰৰ স্নেহত পিতৃ যজ্ঞসূত্ৰ দিয়া শৌচ-আচান্ত-স্নানাদি কৰ্ম্ম শিখাইলা। জড়-ভৰতেয়ো পিতৃৰ আগ্ৰহ এৰাইবাক প্ৰতি ভালমতে নকৰিলা। চাৰি মাস পঢ়াইয়ো ভালমতে গায়ত্ৰীক শিখাইবে নপাৰিলা। এমনে অনেক দণ্ড কৰিয়ো জড় পুত্ৰক পণ্ডিত

কৰিবে নপাৰি ব্ৰাহ্মণ মৰিল। জড়মাতৃয়ো সতিনীত পুত্ৰ অৰ্পি অনুগমন কৰিলা। পিতৃ মৰিলে, ভাতৃসৱে তাহ্ক জড় বুলি কোনো কৰ্মক লাগি আগ্ৰহ নকৰিলা। আন লোকেও তাহ্ক জড়, উন্মত্ত, বধিৰ বুলি মানিল। কৰাইলে যাৰে তাৰে কৰ্ম্ম কৰন্ত ; যি কিছো বেতন পান্ত তাকে খান্ত ; মাগিয়ো ফুৰন্ত ; অযাচিতো পান্ত ; অল্প-বিস্তৰ ভাল-মন্দ কিছো বিচাৰ নকৰন্ত ; প্ৰাণ মাত্ৰ বৰ্ত্তান্ত ; ইন্দ্ৰিয়ৰ প্ৰীতি নচান্ত। যাতো পৰমানন্দে ভগৱন্তক পায়া দেহত অহঙ্কাৰ এৰিছন্ত। শীত উষ্ম, বাত-বৃষ্টিতো ফুৰন্ত ; মাটিতো শোৱন্ত ; কটকো নলন্ত। যেখন আনৰো কৰ্ম্ম কৰন্ত, তাক দেখি ভ্ৰাতৃগণে আপুনাৰ ভূমিত লগান্ত। তাকো কৰন্ত : কিন্তু ভাল-মন্দ নজানন্ত। তুষ-কণাদি যেই দেই তাকে অমৃত হেন খান্ত। ( শ্লোক ১ ১১ )

পাছে কদাচিত শূদ্ৰ চৌৰৰাজা পুত্ৰকামে দেৱীক মনুষ্য বলি দিবাক প্ৰবৰ্ত্তিল ; তাৰ কাটিবাৰ মনুষ্য মেলান হইয়া পলাইল, তাক বৰ্ষীয়াসৱে খেদি যায়া আন্ধাৰ ৰাত্ৰিত লাগ নাপায়া ধান্য ৰাখিতে সেই জড় বিপ্ৰক লাগ পায়া হৃষ্ট-পুষ্ট-সুন্দৰ দেখি, মহা আনন্দে বান্ধিয়া দেৱীৰ গৃহক আনিল। পাছে চৌৰৰ পুৰোহিতে তাহাঙ্ক স্নান-ভোজন কৰাই, গন্ধ-চন্দন-পুষ্প-বস্ত্ৰ-অলঙ্কাৰে মণ্ডিত কৰি দেৱীৰ আগত বসুৱাইলা। চৌৰ ৰাজায়ো তাহাঙ্ক কাটিতে খড়্গ ধৰিল। তাক দেখি দেৱী বৈষ্ণৱ ব্ৰাহ্মণৰ তেজে তাপিত হুয়া প্ৰতিমা ভাঙ্গি ব্যক্ত হৈল। মহাক্ৰোধে চণ্ডনাদ কৰি সেই খড়্গ ধৰি সপৰিয়ালে চৌৰৰাজাক কাটি শোণিত পান কৰিল। জানা ৰাজা ; বৈষ্ণৱ ব্ৰাহ্মণক অপকাৰ কৰি দেৱী পূজা কৰিলেও এহু ফল হুয়। জড়-ভৰতো কাটিবাৰ সময়তো কিছো ভয় নকৰিল। আক চিত্ৰ নেদেখিবা। যাতো দেহত অহঙ্কাৰ এৰি ভগৱন্তক পাই আছন্ত ; সামান্য ভক্তকো পুনু ভগৱন্তে চক্ৰ ধৰি ৰাখন্ত। ( শ্লোক ১২—২০ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে নৱমোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। বৈষ্ণৱ ব্ৰাহ্মণক অপকাৰ কৰি দেৱতা পূজা কৰন্তাৰ ফল। তেন জানি আক কদাচিতো নকৰি সদায়ে জয় হৰি বোলি হৰি।

শ্লোক : বিপ্ৰ-বৈষ্ণৱদ্ৰোহেন দেৱপূজাং সমাচৰন্।
সদ্যঃ প্ৰাণবিপত্তিঃ স্যাদিত্যোক্তং নৱমে স্থিতম্॥

———

# দশম অধ্যায়

## জড়-ৰহুগণ সংবাদ

কথা : দশম অধ্যায়ে জড়-ৰহুগণ সংবাদ কহিবা। শুকে কহন্ত : পাছে ৰহুগণ ৰাজা সেই জড় ব্ৰাহ্মণক পথত লাগ পাই ধৰি আনি দোলা যোড়াইলা। ব্ৰাহ্মণো আপুনাৰ প্ৰাৰব্ধ ক্ষয় কৰিবতে দোলা বহিলা। কিন্তু প্ৰাণীবধ ভয়ে শৰৰ প্ৰমাণ কৰি ভৰি কাঢ়িলা। তাত দোলা বিষম হৈবাৰ দেখি ৰাজা বোলয়। হে বাহকসব, ভালমতে বহ, কেনে বিষম কৰস। ৰাজাৰ এহি বাক্য শুনি দণ্ডক ভয়ে বাহকসৱে কহয়। হে মহাৰাজা, আমি ভালমতে বহো ; এতিয়া যোড়াইবাৰ মনুষ্যগোটেসে বেগ ধৰি নযাই। আৰ লগত আমি বহিবাক নপাৰো। পাছে ৰাজা এটাৰ দোষ জানি কিছো ক্ৰোধ কৰি বোলয়। হে ভায়া, তঞি ৰৰ শ্ৰান্ত পাইলি ; একলায়ে অনেক দূৰ বহিলি। তঞি অতি পুষ্ট নহে, শৰীৰো দৃঢ় নহে, জৰা অৱস্থায়ো পীড়িত হৈলি ; আৰাৰ লগত বহিবে নপাৰস। এমনে অনেক উপালম্ভ কৰিলা। দেহত নিৰহঙ্কাৰ পদে ব্ৰাহ্মণ পূৰ্ব্ববতে মৌন হয়া দোলা বহিলা। পুনু বিষম যান দেখি মহাক্ৰোধ কৰি বোলয়, অৰে, তঞি মৰাস মৰা নেকি, যাতো ৰাজাৰ আজ্ঞা নগণস ; আজি তোক শাস্তি কৰিম, যেমনে ভাল হস।

(শ্লোক ১-৮)

ব্ৰাহ্মণে বোলন্ত : হে ৰাজা, তঞি ভাল বুলিলি, উপালম্ভ নকৰিলি, যাতো মোৰ ভাৰ নাই, যাইবাৰো ঠাই নাই, দেহেহে স্থূল, মই নহিকেঞো,

তোৰ-মোৰ কিছো বিষম নেদেখোঞো । . তাত কোন ৰাজা, কাক নিয়ম কৰিব ; মুক্তজনক ভক্তি কি শিখাইবি ; জড়ৰ শিক্ষায়ে বা কি ফল হৈব । এহি বুলি ব্ৰাহ্মণ মৌন হৈলা । ৰাজায়ো ব্ৰাহ্মণৰ বাক্য বুঝি, তেখনে দোলাৰ নামি শিৰে চৰণ প্ৰণাম কৰি বোলয় । কোন তুমি অৱধূত ব্ৰাহ্মণ, কাৰ পুত্ৰ, কোঠাইৰ পৰা বা আসিছা ? মঞি ব্ৰাহ্মণৰ অৱজ্ঞাত যেমনে ভয় কৰো, দেৱৰ অস্ত্ৰত তেমনে ভয় নকৰো । তোমাৰ বাক্যসৱ বুঝিতে নপাৰো, যাতো সত্য প্ৰপঞ্চক তুমি মিথ্যা কৰি কহা ; এতেকে আপুনাক পৰিচয় দিয়া ; মঞো কপিল গোসাঞিত জ্ঞান পুছিবাক যাঞো । কিবা সেই কপিল মোৰ কৃপায়ে আসিছা ; এতেকে তুমি মোক কৃপা কৰা, যদ্যপি আমাৰ অৱজ্ঞাত তোমাৰ কিছো দুঃখ নাই, তথাপি মহন্তৰ অনাদৰে আতি সমৰ্থো নষ্ট হয় ।

( শ্লোক ৯—২৫ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে দশমোঽধ্যায়ঃ ।

হে লোকসৱ, দেখ । মহন্তক প্ৰমাদত অৱজ্ঞা কৰিলেয়ো স্তুতি-নতি কৰি তুষ্ট কৰাবে লাগে । নকৰাইলে পুনু অতি সমৰ্থো নষ্ট হয় । আক জানি উচ্চ কৰি হৰি বোল হৰি ।

শ্লোক : মহতামপৰাধোঽপি প্ৰসাদেন সমো নৃভিঃ ।
কাৰ্য্যোঽন্যথা সমৰ্থোঽপি নশ্যেদাশু ন সংশয়ঃ ॥



# একাদশ অধ্যায়

## ৰহুগণক জড়-ভৰতৰ জ্ঞান

কথা : একাদশ অধ্যায়ে জড়-ভৰত ৰহুগণক জ্ঞান দিবা। ব্ৰাহ্মণে বোলন্ত : - হে ৰাজা, তঞি মূৰ্খ হুয়ো পণ্ডিতৰ কথা কস। যাতো মিছা প্ৰপঞ্চক সত্য বোলস। পণ্ডিতসৱে পুনু তত্ত্ব বিচাৰত প্ৰপঞ্চক সত্য কৰি নকহে, কৰ্ম্মকাণ্ডত বেদতো তত্ত্ববাদ প্ৰকাশ নকৰে ; যি স্বপ্নসম গৃহৰ সুখক মিথ্যা কৰি নজানে, সি বেদান্ত পঢ়িয়ো তত্ত্ব কহিবে নপাৰে। মনেসে জানিবা সংসাৰৰ কাৰণ, যাতো গুণযুক্ত হুয়া নানা কৰ্ম্ম কৰে। সেই কৰ্ম্মে জীৱে নানা দেহ ধৰিয়া সুখ-দুঃখাদি ভুঞ্জে। এতেকে মনক পৰম শত্ৰু জানি হৰি-গুৰুসেৱা খড়্গ ধৰি সংহাৰ কৰা। ( শ্লোক ১---১৭ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে একাদশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। হৰি-গুৰু সেৱা কৰি সংসাৰৰ কাৰণ মনক সংহৰিবে বুলিলা। আক জানি সদায়ে হৰিসেৱা কৰি হৰি বোল হৰি।

শ্লোক : হৰিসেৱৈৱ-খড়্গেন সংসাৰাৰপনং মনঃ।

হন্যাদেকাদশাধ্যায়ে বিপ্ৰেনেতি নিৰূপণম্ ॥

---

# দ্বাদশ অধ্যায়

## পৰমতত্ত্ব কথন

কথা : দ্বাদশ অধ্যায়ে ৰাজাৰ সংশয় ছেদি পৰমতত্ত্ব কহিবা। বহুগণে বোলয় : হে ঈশ্বৰমূৰ্ত্তি, অৱধূত ব্ৰাহ্মণ, তোমাক প্ৰণাম কৰো। তোমাৰ বাক্য-অমৃতে মোৰ অহঙ্কাৰ গুচায়ে। এতেকে পুছো, তোমাৰ পূৰ্ব্ববাক্যসৱ সুবোধ কৰি কহ। প্ৰপঞ্চক যি মিছা বুলিলাহা, তাহাত মোৰ সংশয় আছে। ব্ৰাহ্মণে বোলন্ত : জানা ৰাজা, কাৰো কেহো ভাৰ নহে; যাতো চৰণৰ উপৰত জঙ্ঘা-জানু আছে, জানুৰ উৰ্দ্ধত উৰু-উদৰ-হৃদয়-স্কন্ধ আছে; তাত দোলাবাৰি আছে; দোলাত সৌৱীৰ ৰাজা হেন একজন আছে; তাত তঞি মদে অন্ধ হয়া ৰাজা হেন অহঙ্কাৰ কৰস। নিৰ্দ্দয় হয়া দুঃখিত জনকো ধৰি বাহ; তথাপি ৰাজা বোলাস। এতেকে তঞি সাধুৰ সভাত শোভা নকৰস; যাতো দেহ পৃথিৱীতে উপজে, মৰে। পৃথিৱীয়ো পৰমাণুত লয় হয়ে; পৰমাণুকো মনেসে কল্পি; মনকো অবিদ্যাতেসে দেখি; এতেকে প্ৰপঞ্চক অসত্য জানিবি; সত্য পুনু ভগৱন্ত বাসুদেৱ। তাকো সাধুসেৱা বিনে তপ-জপ-যাগ-যোগাদি কৰিয়ো নপাৰে। যি সাধুসৱে কুকথা নকহি হৰিকথা মাত্ৰ কহে, তাৰাকে নিতে সেৱা কৰিলে বাসুদেৱত সত্তী মতি হয়। অসাধুৰ সঙ্গে পুনু জ্ঞানীকো ভ্ৰষ্ট কৰে। যাতো মঞি পূৰ্ব্বজন্মত ভৰত নাম ৰাজা আছিলো, পাছে সকল সঙ্গ এৰি হৰিক আৰাধিলো। তাত হৰিণ-সঙ্গ লৈয়া হৰিণ হৈলো। হৰিসেৱাৰ বলে হৰিণ জন্মতো জাতিস্মৰ হৈলো।

ই জন্মতো মঞি লোকৰ সঙ্গত ভয় কৰি অকপট হয়া ফুৰো। এতেকে মনুষ্যে সৎসঙ্গ লৈয়া হৰিৰ গুণ শ্ৰৱণ-কীৰ্ত্তন কৰি জ্ঞান পায়া সংসাৰ এড়াই হৰিকে পাইবেক। ( শ্লোক ১—১৬ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে দ্বাদশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। সাধুসেৱা বিনে আন উপায়ে হৰিক নপায়ে। আক জানি সদা সাধুসঙ্গ লৈয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : সাধুসঙ্গেন ভগৱান্ প্ৰাপ্যতে নান্যসাধনৈঃ।
ইত্যেৱং দ্বাদশাধ্যায়ে বিপ্ৰবৰ্য্যোক্তদীৰিতম্॥

---

# ত্ৰয়োদশ অধ্যায়

## ভৱাটবী বৰ্ণন

কথা : ত্ৰয়োদশ অধ্যায়ে ভৱাটবী কহিবা। ব্ৰাহ্মণে কহন্ত, জানা ৰাজা, সংসাৰ-পথত জীৱসৱ মায়ায়ে প্ৰবেশি তিনি গুণৰ কৰ্ম্মে নানা দেহত ফুৰি সুখক আশায়ে ভৱাটবীক যাই। তাত ডকাইতে সৰ্ব্বস্ব হৰে, শিয়াল-কুকুৰেও নেই, বনত ডাঁহ-মহে খাই, আধামুণ্ডি দেৱক লাগ পায়ে, স্নান-পান-ভোজন অৰ্থে ফুৰে, বতাসৰ ধূলায়ে অন্ধ হয়া থাকে, চোৰাত্তৰো ছায়া লয়ে; গুখান জানকো যাই, যক্ষেও প্ৰাণ লয়ে, অজগৰো গিলে; বিছায়ো ডাকে, ক্ষুদ্ৰ ৰসকো ইছা কৰে, তাৰ মাখিয়ো কামুৰি মাৰে, লতাৰো সান্ধি পশে, তাৰ পক্ষীৰ বাক্য শুনি থাকে; গৰ্ত্তত পৰি হস্তীত ভয় পাৱে, লতাত ধৰিয়া উঠে। এমনে নানা দুঃখে ভৱাটবীত ফুৰে। ইদানিকো কেৰে পাৰ নপাৱে, যত্তপি

ৰাজাসৱে দশোদিশ জিনে, তথাপিতো যুদ্ধতেসে পৰি মৰে। বিবেকীসৱে যাক পায়ে তাক কদাচিতো নপায়ে। হে ৰহুগণ, তঞো তাতে পৰি আছস; আৰে হৰিসেৱা কৰি তাৰ পাৰ হোউ। ( শ্লোক ১ -২০ )

ৰহুগণে বোলয়: সৎসঙ্গৰ হিত দেৱাদি জন্মতো কৰি মনুষ্য জন্মেসে ভাল; যাত দুই দণ্ড তোমাৰ সেৱামাত্রে মোৰ অজ্ঞান গুচিল। সদায়ে সেৱা কৰিলে গুচিব, তাক কি বুলিবো, এতেকে বাল্য-বৃদ্ধ-যুৱা যতেক আছে, সবাকে মঞি নমস্কাৰ কৰো। শুকে কহন্ত: এমনে জড় ব্রাহ্মণে কৃপায়ে ৰাজাৰ মনত বোধ লগায়া পৃথিবী ফুৰিলা, ৰহুগণেয়ো পৰমতত্ব জানি জীৱ-মুক্ত হৈলা। জানা ৰাজা, বৈষ্ণৱ সঙ্গৰ এহুয় মহিমা। ভালমতে বিশ্বাস কৰিলে লগতে মুক্তি সাধে। পৰীক্ষিতে পুছন্ত: হে গুৰু, তুমি পৰোক্ষবাদে যি ভৱাটবী কহিলা, আক বিবেকী বিনে আন লোকে নুবুঝয়। এতেকে সুবোধ কৰি কহ। ( শ্লোক ২১—২৬ )

শ্রীভাগৱতকথায়াং পঞ্চমস্কন্ধে ত্রয়োদশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ, সাধুৰ সঙ্গৰ মহিমা। দুই দণ্ড মাত্রতে ৰহুগণ মুক্ত হৈলা। আক জানি সাধুত দৃঢ় বিশ্বাস কৰি নিৰন্তৰে হৰি বোল হৰি ॥

শ্লোক: মহৎ সঙ্গাৎ মুহূর্ত্তেন মায়াং ৰাজা যতোঽত্যজৎ।
অতো নৃভির্ম্মহৎ সঙ্গং কর্ত্তব্যামিতি দর্শিতম্ ॥



## চতুৰ্দ্দশ অধ্যায়

### ভৱাটবীৰ ব্যাখ্যান

কথা : চতুৰ্দ্দশ অধ্যায়ে ভৱাটবীৰ ব্যাখ্যান কহিবা। শুকে কহন্ত : মায়া-বশে জীৱসৱ ভৱাটবীত পৰি নানা তাপো পাৱে, তাৰ নিবাৰক হৰি-চৰণ-সেৱা ইদানিকো নজানে ; যাত ইন্দ্ৰিয় নাম ডকাইতে হৰিসেৱাৰ যোগ্য ধন হৰে। পো-ভাৰ্য্যা শৃগাল-কুকুৰেয়ো বেঢ়ি খাই ; গৃহবনত দুৰ্জ্জন ডাস-মহে কামোৰে ; তাতে মিছা বিষয়-সুখকো সত্য কৰি মানে ; আধামুণ্ডি দেৱসম সুৱৰ্ণকো ইছা কৰে। বায়ুসম চঞ্চল স্ত্ৰীৰ প্ৰীতিত অন্ধ হৈ থাকে ; চোৰাস্তসম কৃপণ বতুয়াক সেৱা কৰে ; শুখান জ্ঞানসম পাষণ্ডৰ লাগ ধৰে, বনাগ্নিসম গৃহৰ তাপ পায়ে, যক্ষসম ৰাজায়ো ধন-প্ৰাণ হৰে, নিদ্ৰা-অজগৰে গিলিলে শৱ হেন পৰি থাকে, বিছা সম দুৰ্জ্জনে উপদ্ৰৱ কৰে, ক্ষুদ্ৰ ৰসসম পৰৰ স্ত্ৰী ধনক ইছা কৰে। তাৰ মাখিসম স্বামীয়ে ধৰি কিলায়ে, লতাসম কন্যাক বিবাহ কৰে, তাৰ পক্ষীসম ছৱালৰ মাত শুনি থাকে, গৰ্ত্তসম ৰোগত পৰি হস্তীসম মৃত্যুত ভয় কৰে, কৰ্ম্মবশে পুনু জীয়ে। এই সংসাৰত সুখ-দুঃখ, কাম-লোভ, মদ-মৎসৰ, হিংসা-পৈশুন্য, স্নেহ-শোক, ভয়-ভ্ৰান্তি, প্ৰমাদ-অহঙ্কাৰ, ক্ষুধা-তৃষা, শীত-উষ্ম, বাত-বৰ্ষ, জৰা-মৰণাদি নানা তাপো পাৱে, সাধুসঙ্গ লৈয়া হৰিসেৱা নকৰিলে কদাচিতো এতেক দুঃখ নেৰাৰে। এই ভৰত-চৰিত্ৰক শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰিলে মনোবাঞ্ছা পূৰ্ণ হৈয়া পৰম গতিক পাৱে। ( শ্লোক ১—৪৬ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে চতুৰ্দ্দশোঽধ্যায়ঃ।

হে লোকসব, এই সংসাৰৰ দুঃখ দেখ। আৰু এড়াইবাক প্ৰতি সৰবে হৰিচৰণ ভজি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: প্ৰদৰ্শ্য ভৱদুঃখানি ক্ৰতং হৰিপদাজয়োঃ।
ভক্তিঃ কাৰ্য্যেতি লোকানাং স্বহিতং মুনিৰব্ৰবীৎ ॥

---

# পঞ্চদশ অধ্যায়

## গয়ৰ চৰিত্ৰ

কথা: পঞ্চদশ অধ্যায়ত ভৰতৰ বংশ গয়ৰ চৰিত্ৰ কহিবা। শুকে কহন্ত: ভৰতৰ পুত্ৰ সুমতি হৈলা; তাহান জীৱন্ত অৱস্থা দেখি পাষণ্ড লোকে বুদ্ধ অৱতাৰ কৰি মানিল। তাহান বংশত নক্তৰ তনয় হৰিৰ অৱতাৰ গয় ৰাজা হৈলা। যথা ধৰ্ম্মে পুত্ৰৱতে প্ৰজাক পালিলা; যজ্ঞাদি কৰিয়ো হৰিক যজিলা; মহন্তক সেৱা কৰি হৰিৰ চৰণত ভক্তি কৰিলা; নিৰহঙ্কাৰ হুয়ো পৃথিবী পালিলা। যাৰ যশক ইদানিয়ো গায়ে, যাক দক্ষকন্যাসবে অভিষেক কৰিছা; যাৰ গুণে পৃথিবীয়ো লোকৰ কামনা পূৰিছা; যাক সকল ৰাজায়ে কৰ যোগাইছা। যাৰ যজ্ঞত ভগৱন্ত তুষ্ট হয়া আপুনি যজ্ঞৰ ফল লৈলা। হৰিৰ প্ৰীতি দেখি তাহান্ত সকল জগতৰ প্ৰীতি হৈলা; তাহান্ত বংশ বিৰজত সমাপত্তি হৈলা। এইমানে প্ৰিয়ব্ৰতৰ বংশৰ কথা গৈলা। (শ্লোক ১—১৬)

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে পঞ্চদশোঽধ্যায়ঃ।

হে সামাজিকসব, দেখ। হৰি তুষ্ট হৈলে সকল জগত তুষ্ট হয়; আক জানি হৰিৰ প্ৰীতিৰ অৰ্থে নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: হৰৌ প্ৰীতিঃ জগৎ সৰ্ব্বং যতঃ প্ৰীণাতি তৎক্ষণাৎ।
অতঃ তস্যৈৱ প্ৰীত্যৰ্থং কাৰ্য্যং গোবিন্দ-কীৰ্ত্তনম্ ॥

---

# ষোড়শ অধ্যায়

## মেৰুস্থিতি কথন

কথা : ষোড়শ অধ্যায়ে মেৰুৰ স্থিতি কহিবা। ৰাজা পুছন্ত : হে গুৰো, মোত ভূমণ্ডলৰ স্থান মান কহ। যাতো হৰিৰ এহুয় স্থূল ৰূপ ; আক জানিলেসে সূক্ষ্মকো জানিতে পাৰি। শুকে কহন্ত : জানা ৰাজা, এই ভূমণ্ডলৰ স্থান মান সবিশেষে কহি কেয়ো পুৰুষে অন্ত নপায়ে। তথাপি সংক্ষেপে কহো ; সাৱধানে শুনা : এই জম্বুদ্বীপ লক্ষ যোজন বহল ; পদ্ম-পত্র সম বর্ত্তুল ; যাত নৱবৰিষক আঠ পর্ব্বতে বিভাগ কৰিছে। সবাৰ মাজত ইলাবৃত বর্ষ আছে, যাৰ মধ্যে স্বৰ্ণৰ মেৰু, মেৰুৰ উপৰত বত্রিশ হাজাৰ যোজন বহল, তলত ষোহ্ল হাজাৰ, পোততো ষোহ্ল হাজাৰ, বাহিৰত উচ্চ চৌৰাশী হাজাৰ, এমনে এক লক্ষ যোজন, ইলাবৃতৰ উত্তৰে নীল-শ্বেত শৃঙ্গৱন্ত পর্ব্বতে ৰম্যক হিৰণ্ময় উত্তৰা কুৰু বৰিষক বিভাগি আছে। দক্ষিণে নিষেধ হিমকূট হিমৱন্ত পর্ব্বতে হৰি বৰিষ কিম্পুৰুষ ভাৰতক বিভাগি আছে। ই পর্ব্বত পূর্ব্ব-পশ্চিমে সাগৰক ছুয়া আছে। উৰ্দ্ধে দশ, প্রস্থে দশ হাজাৰ, বর্ষসৱ ন ন হাজাৰ। ইলাবৃতৰ পশ্চিমে উত্তৰ-দক্ষিণে নীল নিষেধ কুড়ি দুই হাজাৰ উচ্চ, প্রস্থে মাল্যৱন্ত পর্ব্বত আছে। তাৰ পশ্চিমে চৌত্রিশ হাজাৰ প্রমাণ কেতুমাল বৰিষ, পূর্ব্বেয়ো সেইমান গন্ধমাদন পর্ব্বত ভদ্ৰাশ্ব বৰিষ ; মেৰুৰ মূলত মেৰুসম উচ্চে অনেক কেশৰাচল আছে, পূর্ব্বে জঠৰ দেৱকূট, দক্ষিণে কৈলাস কৰবীৰ, পশ্চিমে পৱন পাৰিপাত্র, উত্তৰে ত্রিশৃঙ্গ মকৰ ; এই আঠ

পৰ্ব্বত দশ হাজাৰ উচ্চ, প্ৰস্থে আঠাৰ হাজাৰ। দীৰ্ঘে মেৰুক গড় হেন আবৰি আছে। মন্দৰ, মেৰু-মন্দৰ, সুপাৰ্শ্ব, কুমুদ এই চাৰি পৰ্ব্বতে অযুত যোজন উচ্চ। দীৰ্ঘে মেৰুৰ ঢক্কা হেন আবৰি আছে। তাতে এঘাৰ শত যোজন উচ্চ, প্ৰস্থে আম, জাম্বু, কদম্ব, বট চাৰি গাছ আছে। ( শ্লোক ১–১২ )

দুধ, মধু, গুড়, জল চাৰি হ্ৰদো আছে। নন্দন, চৈত্ৰৰথ, বৈভ্ৰাজক, সৰ্ব্বতোভদ্ৰ এই চাৰি বনো আছে। যাত দেৱসৱে ক্ৰীড়া কৰে। মন্দৰৰ পৰা পৰ্ব্বতৰে শৃঙ্গসম আম্ৰফল পৰি তাৰ ৰসে অৰুণোদ নাম নদী বহে। হস্তী-সম জম্বুফল পৰি জম্বুনদী বহে। যাৰ তীৰৰ মৃত্তিকায়ে দেৱৰ ভূষণ জম্বুনদ সুৱৰ্ণ হয়। কদম্বৰো পৰা পাঞ্চ মধুধাৰা বহে। বটৰো পৰা দধি-দুগ্ধ-মধু-গুড় নদী বহে। মেৰুৰ উৰ্দ্ধে মধ্যত ব্ৰহ্মাৰ সভা। আঠ দিশত দিগপাল-সৱৰ আঠ সভা আছে। ( শ্লোক ১৩—২৯ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে ষোড়শোঽধ্যায়ঃ।

হে সাধুসৱ, যাৰ আদেশে মই একথা নিবন্ধো, সেই ভগৱন্তৰ শৰণ পশিলো। আক জানি তোৰাসৱো হৰি বোল হৰি।

শ্লোক : অন্তৰ্বহিৰ্যদাদেশাৎ যৎ কথা কথয়াম্যহং।
তমহং শৰণং যামি সৰ্ব্ববাকৃবৃত্তি কাৰণম্।

## সপ্তদশ অধ্যায়

### গঙ্গাৰ মাহাত্ম্য, শঙ্কৰিষণ স্তুতি

কথা : সপ্তদশ অধ্যায়ে গঙ্গাৰ মাহাত্ম্য, শঙ্কৰিষণ স্তুতি কহিবা। শুকে কহন্ত : বামন অৱতাৰে ত্ৰিপদ ছলে বলিৰ ত্ৰৈলোক্য হৃৰি দক্ষিণ পাদে পৃথিবী আক্ৰমি বাম পাদে উৰ্দ্ধক তুলিলা। তাহাৰ চৰণ-নখে কটাহ ফুটাইলে বাহ্যৰ জল ভিতৰ পশিল। তাক ব্ৰহ্মা কমণ্ডলু পাতি লৈয়া সেই জলে চৰণ ধুৱাইলা। হৰিচৰণ-পঙ্কজৰজে মিশ্ৰ হয়া সেই জলে সৰ্ব্বপাপহৰা গঙ্গা হৈলা। তেঞ্ঞ অনেক কালে বিষ্ণুপদত পড়িলা। যাত মহাভাগৱত ধ্ৰুব আছে। তেঞ্ঞ গঙ্গাক দেখি বিষ্ণুপাদোদকী বুলি পৰম আদৰে অদ্যাপিও ধৰন্ত। পাছে পৰম বৈষ্ণৱ সপ্তঋষিসৱো দেখি তাহান মহিমা জানি তপস্যাৰ এহি মহাফল বুলি ইদানিকো জটা-জুটে বহন্ত। পাছে অনেক বিমানে যুক্ত দেৱমাৰ্গে আসি চন্দ্ৰমণ্ডলকো ব্যাপি, মেৰুৰ মধ্যত ব্ৰহ্মাৰ সভাত পৰন্ত। তাত চাৰি-ভাগ হয়া, চৌদিশে সাগৰক বহি যান্ত। পূৰ্ব্বে সীতা, দক্ষিণে অলকানন্দা, পশ্চিমে বক্ষু, উত্তৰে ভদ্ৰা। ভাৰত বৰিষ মাত্ৰ কৰ্ম্মভূমি ; আন আঠ বৰিষ স্বৰ্গৰ অৱশেষ পুণ্যভোগ স্থান। তাৰ মনুষ্যসৱ অযুত বৎসৰ জীয়ন্ত ; অযুত হস্তীৰ সম বল ; পৰাক্ৰম দেৱৰ সম। নানা ভোগ কৰন্ত ; এক বৎসৰ আয়ু থাকিতে বৰ-কন্যা জাত কৰান্ত, আঠো বৰিষত দেৱসৱে নানা ক্ৰীড়া কৰন্ত। নৱ বৰিষত ভক্তক কৃপায়ে ভগৱন্তে নৱ অৱতাৰ ধৰি আছন্ত। ইলাবৃত্তৰ উত্তৰত একে মহাদেৱ মাত্ৰ পুৰুষ ; তাহ অনেক স্ত্ৰীগণ সমে ভৱানী সেৱা

কৰন্ত। মহেশেয়ো আপুনাৰ স্বামী শঙ্কৰিষণক উপাসা কৰি স্তুতি বোলন্ত: হে ভগৱন্ত, ঈশ্বৰ, তোমাক প্ৰণাম কৰো। তুমি ভক্তক পৰম গতি দিয়া, অভক্তকো নানা দুঃখ দিয়া। তুমিসে জগতৰ সৃষ্টি-স্থিতি-সংহাৰ কাৰণ। অনন্ত যাৰ ফণাৰ অগ্ৰত পৃথিৱীখান সৰিষপসম আছে; যাৰ মায়ায়ে আমি বদ্ধ হয়া ভক্তি বিনে আন তৰিবাৰ উপায় নজানি, সেই তোমাক প্ৰণাম কৰো।

( শ্লোক ১—২৪ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে সপ্তদশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। যাৰ পাদোদকে সৰ্ব্বপাৱনী গঙ্গা জাত হয়াছা। যাক মহেশো সেৱন্ত, এতেকে তান্ত বিনে আন ঈশ্বৰ নাই, আক জানি তাহান্ত শৰণ লৈয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যৎ পাদোদকমাত্ৰেন পুণাতি ভুৱনত্ৰয়ং।
যং সিসেৱে শিৰঃ সন্তঃ তমহং শৰণং ব্ৰজে॥

---

# অষ্টাদশ অধ্যায়

## সেৱ্য-সেৱক কথন

কথা : অষ্টাদশ অধ্যায়ে ছয় বৰিষৰ সেৱ্য-সেৱক কহিবা। ভদ্ৰশ্ৰৱা নাম ৰাজা ভদ্ৰাশ্ব বৰিষত হয়গ্ৰীৱক উপাসা কৰি স্তুতি বোলন্ত: হে ভগৱন্ত, তোমাৰ সৃষ্টিত বিচিত্ৰ, যাতো লোকসৱ পিতৃ আদি মৰিবাৰ দেখিয়ো তাৰ ধনে জীৱাক মাত্ৰ খুজে। তৰিবাক নচাৱে, পণ্ডিতসৱো জগতক বিনাশী বুলি কহন্ত। বিচাৰিয়ো দেখন্ত, তথাপি তোমাৰ মায়ায়ে মোহ যান্ত। সেই হয়গ্ৰীৱ মূৰ্ত্তি তোমাক প্ৰণাম কৰো। হৰি বৰিষত নৰসিংহ ৰূপক মহা-

ভাগৱত প্ৰহ্লাদে ভক্তিভাৱে স্তুতি কৰন্ত : হে ভগৱন্ত ; সকল জগতৰ কুশল হৌক। দুৰ্জ্জনসৱো অন্যায় এড়োক। সবাৰে মতি তোমাত লাগোক। আমাৰ কদাচিতো পুত্ৰ-ভাৰ্য্যা বিষয়ৰ সঙ্গ নহৌক। কিন্তু বৈষ্ণৱৰ পাত্ৰ সঙ্গ হৌক। যাৰ সঙ্গত হৰিকথা শুনিলে মনৰ মল গুচে। তীৰ্থে পুনু বাহিৰৰ মলমাত্ৰ গুচাৱে। যাৰ ভগৱন্তত নিষ্কাম ভক্তি আছে, তাত সকলে গুণ থাকে। অভক্তৰ কৈত মহাগুণ আছে। যাতো সি মিছা বিষয়ক লাগি ধুৰে ; হৰি সবাৰে আত্মা, জীৱন। তাঙ্ক এৰি যদি গৃহত আসক্তি কৰে, তাৰ তেৱে কিছো মহত্ত্ব নঘটে। এতেকে নানা দুঃখৰ কাৰণ গৃহক এৰি সদায়ে হৰিৰ অভয় চৰণত ভজা। ( শ্লোক ১—১৪ )

কেতুমাল বৰিষত ভগৱন্ত কামদেৱৰূপে আছা। তাঙ্ক দিন-ৰাত্ৰিত অভিমানী দেৱ-দেৱীসমে লক্ষ্মী উপাসা কৰি, স্তুতি বোলন্ত : হে ভগৱন্ত, যি তোমাক নিষ্কাম উপাসা কৰে, সি সকল কাম পায়ে ; যি সকামে ভজে, সি বাঞ্ছিত পায়া পাছে তাপ কৰে। হে অচ্যুত, মোক শ্ৰী আশায়ে ব্ৰহ্মাদিয়ো উগ্ৰ তপ কৰন্ত। তোমাৰ পাদ-পদ্মপৰায়ণ বিনে তাৰা মোৰ সম্পত্তিকো নপান্ত, যাতো মঞি তোমাত চিত্ত দিয়া আছো। ৰম্যক বৰিষতো সত্যব্ৰত ৰাজা মৎস্য অৱতাৰক উপাসা কৰি বোলন্ত : যাক এৰি লোকপালসৱো অনেক যত্ন কৰি লোকক ৰাখিতে নপাৰে, সেই মৎস্য মূৰ্ত্তি ভগৱন্ত তোমাক নমস্কাৰ কৰো। হিৰণ্যক বৰিষতো কূৰ্ম্ম অৱতাৰক পিতৃগণাধিপতি অৰ্য্যমা অনেক স্তুতি-নতি কৰি সেৱা কৰন্ত। উত্তৰা কুৰুতো বৰাহ অৱতাৰক পৃথিৱী স্তুতি কৰি উপাসা কৰন্ত। ( শ্লোক ১৫—৩৯ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে অষ্টাদশোঽধ্যায়ঃ।

হে লোকসব, দেখ। লোকক কৃপায়ে ভগৱন্ত নৱ বৰিষত নৱ মূৰ্ত্তিয়ে আছন্ত, ভক্তসৱো উপাসা কৰন্ত। আক জানি তাহান চৰণত ভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি ॥

শ্লোক : অদ্যাপি নৱবৰ্ষেষু স আস্তে নৱমূৰ্ত্তিভিঃ।
তস্তল্লোকহিতং কৰ্ত্তুং তং প্ৰপদ্যে কৃপানিধিম্ ॥

———

# ঊনবিংশ অধ্যায়

## ভাৰতবৰ্ষ মাহাত্ম্য

কথা: ঊনৈশ অধ্যায়ে দুই বৰিষৰ সেৱ্য-সেৱক ভাৰতৰ মাহাত্ম্য কহিবা। কিম্পুৰুষ বৰিষতো ৰামচন্দ্ৰক হনুমন্তে উপাসা কৰন্ত। ৰামায়ণো শুনন্ত, স্তুতিয়ো বোলন্ত; হে ব্ৰহ্মৰূপী সীতাপতি, তোমাক প্ৰণাম কৰো। তোমাৰ তোষৰ কাৰণে জাতি-কুল-কৰ্ম্মাদি নহে। যাতো বনৰ বানৰকো সখিত্ব কৰিছা, এতেকে সকল জাতি শ্ৰীৰামক ভজোক। যাতো অযোধ্যাবাসী সকল লোককো বৈকুণ্ঠক নিয়াছন্ত। ভাৰতবৰিষতো ভগৱন্ত নৰ-নাৰায়ণ ৰূপে আকল্পান্তে তপ কৰন্ত। তাহাঙ্ক নাৰদ ঋষি উপাসা কৰন্ত। সাৱৰ্ণিতো হৰিভক্তি কৰন্ত, স্তুতিয়ো বোলন্ত: হে ভগৱন্ত, আমাত ব্ৰহ্মা এহিমানে যোগ নৈপুণ্য কহিছন্ত, পুৰুষে আজন্মাবধি ভক্তি কৰি দেহত অহঙ্কাৰ এৰি অন্তকালতো তোমাত মন দিবেক, এতেকে মোৰ মন সততে তোমাত ৰতি ৰহোক। শুকে কহন্ত: জানা ৰাজা, এই ভাৰতবৰিষত অনেক পুণ্য নদী-নদ, পৰ্ব্বতসৱ আছে, যাহাত স্নান কৰি পৱিত্ৰ হন্ত। এই বৰিষত লোকে সাত্ত্বিক কৰ্ম্ম কৰি স্বৰ্গক যাই, ৰাজসিক কৰ্ম্মে মনুষ্য হয়। তামসিক কৰ্ম্মে নৰকক যাই। ( শ্লোক ১—১৮ )

হৰিভক্তি কৰি মোক্ষক পায়ে, সৎসঙ্গ লৈয়া ভগৱন্ত বাসুদেৱত নিষ্কাম ভক্তিকে মোক্ষ বুলি। আকে দেৱগণো পাৱে; যাৰা হৰিসেৱাৰ যোগ্য মনুষ্য শৰীৰ ভাৰতভূমিত পায়া আছে। কিবা আচৈত আপুনি ভগৱন্ত

প্ৰসন্ন হৈলা। স্বৰ্গ-ব্ৰহ্মলোকতো মোক্ষতো কৰি ভাৰতভূমিত জন্ম শ্ৰেষ্ঠ। যাত মনুষ্য শৰীৰে ক্ষণেক হৰিভক্তি কৰিলেয়ো অভয় পদ পাৱে। এতেকে যি ঠাইত হৰিকথা হৰিদাস হৰিভক্তি নাই, সেই পুৰুষে ইন্দ্ৰ লোকক নযাউক। যি মনুষ্য শৰীৰ পায়া হৰিভক্তিক যত্ন নকৰে, তাৰ কদাচিতো আউৰ সংসাৰ নুগুচে। তাতে নিষ্কামে যি হৰিক ভজে তাত কৰি আন শ্ৰেষ্ঠ নাই। . যদি আমাৰ স্বৰ্গ ভোগৰ অৱশেষ পুণ্য আছে, তেৱে সেই পুণ্যে ভাৰত-ভূমিত জন্ম হোক। যাত ভক্তজনক হৰি কুশল কৰন্ত। শুকে কহন্ত: জানা ৰাজা, জম্বুদ্বীপৰ উপদ্বীপ আঠখান আছে। সগৰৰ পুত্ৰসৱে৷ পৃথিবী খানিতে কল্পি আছে। ( শ্লোক ১৯—৩০ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে উনবিংশোঽধ্যায়ঃ।

হে সভাসদসৱ, দেখ। দেৱৰো প্ৰাৰ্থনী মানুষ শৰীৰ ভাৰতভূমিত পায়া বিফল নকৰা। কিন্তু হৰিভক্তি কৰি সংসাৰ নিস্তৰা। ডাকি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : ভাৰতভুব্যয়ং মানুষদেহং লব্ধা মা কুৰু দৈহিকক্লেশং।
ভজ হৰিপদ চৰণমাশুসাৰং নিস্তৰ নিস্তৰ ভৱপাৰম্‌॥

---

# বিংশ অধ্যায়

## ছয়দ্বীপ কথন

কথা: শুকে কহন্ত: জানা ৰাজা, জম্বুদ্বীপ লক্ষ যোজন প্ৰমাণ। ক্ষাৰ-সাগৰে আবৰি আছে। প্লক্ষদ্বীপ দুই লাখ; যাত প্লক্ষ গাছ আছে। তাৰ লোকে সূৰ্য্যৰূপ ভগৱন্তক আৰাধনা কৰে। প্লক্ষদ্বীপকো সমান গুড়-সাগৰে আবৰি আছে। তাৰ সিভিতি চাৰিলাখ শাল্মলীদ্বীপ। যাত গৰুড়ৰ নিবাস শাল্মলী গাছ আছে। তাৰ লোকে চন্দ্ৰৰূপ হৰিক ভজে। সিয়ো দ্বীপক সমান সুৰা-সাগৰে আবৰি আছে। তাৰ সিফালে আঠ লাখ কুশদ্বীপ; যাৰ প্ৰকাশক কুশ গাছ আছে। তাৰ লোকে অগ্নিৰূপ ভগৱন্তক ভজে। সিয়ো দ্বীপক সমান ঘৃত-সাগৰে আবৰি আছে। তাৰ সিফালে যোহ্ল লক্ষ ক্ৰৌঞ্চ-দ্বীপ আছে; যাত ক্ৰৌঞ্চ নাম পৰ্ব্বতেক আছে। তাৰ প্ৰজায়ে জলৰূপ নাৰায়ণক উপাসা কৰে। সিয়ো দ্বীপ সমান ক্ষীৰ-সাগৰে আবৰি আছে। তাৰ সিভিতি বতিশ লক্ষ শাকদ্বীপ। যাৰ শাক বৃক্ষৰ গন্ধে দ্বীপক সুগন্ধ কৰে। ( শ্লোক ১—২৪ )

তাৰ লোকে বায়ুৰূপ ভগৱন্তক উপাসা কৰে। ই পাকদ্বীপত সাত সাত বৰিষ-পৰ্ব্বত-নদী বুঝিবা। শাকদ্বীপকো সমানে গুড়-দধি সাগৰে আবৰি আছে। তাৰ সিভিতি চৌবষ্টি লক্ষ পুষ্কৰদ্বীপ। যাত অযুতাযুত পত্ৰ ব্ৰহ্মাৰ আসন সুৱৰ্ণৰ পদ্মগোট আছে। সেই দ্বীপৰ মধ্যত কুণ্ডলাকাৰে অযুত যোজন উচ্চ প্ৰস্থে মানসোত্তৰ নাম পৰ্ব্বত আছে। যাৰ উপৰত সূৰ্য্যৰ ৰথচক্ৰ ফুৰে।

তাত দুই বৰিষ মাত্ৰ। তাৰ লোকে ব্ৰহ্মামূৰ্ত্তি ভগৱন্তক ভজে, সকল দ্বীপৰ বৰিষত প্ৰিয়ব্ৰতৰ পুত্ৰ-নাতিকে বুঝিবা ৰাজা। সিয়ো দ্বীপক সমান জল-সাগৰে আবৰি আছে। তাৰ সিফালে দেড় কোটি আদষ্ট লক্ষ যোজন ভূমিত লোকসৱ আছে। তাৰ সিফালে উনচল্লিশ লক্ষ আঠ কোটি কাঞ্চনভূমি। তাৰ সিফালে আতেহু কোটি উচ্চ প্ৰস্থে লোকালোক পৰ্ব্বত, যাক চড়াইয়া সূৰ্য্যাদিৰ জ্যোতি যাইবাক নপাৰে। তাৰ উপৰত লোকৰ কুশলৰ অৰ্থে চাৰি দিগ্‌গজ সমে ভগৱন্ত আছা। লোকালোকৰ সিভিতিয়ো অন্ধকাৰ জ্যোতি জল আছে। পঞ্চম কোটি যোজন ব্ৰহ্মাণ্ড মধ্যত সূৰ্য্য আছন্ত।

( শ্লোক ২৫—৪৬ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে বিংশোঽধ্যায়ঃ।

হে সাধুসৱ, যাত বন-পৰ্ব্বত-সাগৰসমে ভুৱন প্ৰকাশে, যাত মনুপুত্ৰাদি ৰাজাগণো জন্ম কৰে, তাঙ্ক আমি প্ৰণাম কৰো। হেন জানি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যস্মিন্নিলসতি ধৰণিখণ্ডং সহ জলনিধিৰণ ভূধৰসন্তং।
মনুসুত-সুতকৃত-বহুযত্নং প্ৰণমতি ত্বাং প্ৰতি বুধকবিৰঙ্কঃ ॥

———

# একবিংশ অধ্যায়

## জ্যোতিশ্চক্ৰ-সূৰ্য্যৰ গতি

কথা: একৈশ অধ্যায়ে জ্যোতিশ্চক্ৰ সূৰ্য্যৰ গতি কহিবা। শুকে কহন্ত: জানা ৰাজা, তোমাত মঞি ভূগোল কথা কহিলো। আৰে জ্যোতিশ্চক্ৰ শুনা। যিমান বহল ভূমণ্ডল, সূৰ্য্যমণ্ডলো সেইমান বুজিবা। যাৰ মধ্যত আকাশ আছে। যাত থাকি সূৰ্য্যে লোকক প্ৰকাশ কৰা। তাহান শীঘ্ৰ-মন্দ সমগতিয়ে দিন-ৰাত্ৰি দীৰ্ঘ-হ্ৰস্বসম হয়। উত্তৰায়ণত দিন বাঢ়ে ৰাত্ৰি টুটে। দক্ষিণায়ণত ৰাত্ৰি বাঢ়ে দিন টুটে। দুই বিষুৱত দিন-ৰাত্ৰি সমানে থাকে, কুণ্ডলাকাৰে মানসোত্তৰ গিৰি নৱ কোটি এক পঞ্চাশ লক্ষ। তাৰে পূৰ্ব্বে ইন্দ্ৰৰ দেৱধানী পুৰী। দক্ষিণত যমৰ সংযমনী পুৰী, পশ্চিমত বৰুণৰ নিম্লোচনী, উত্তৰত চন্দ্ৰৰ বিভাৱৰী। এই চাৰি ঠাই সূৰ্য্যে একেলগে উদয়, মধ্যাহ্ন, সায়াহ্ন, মধ্যৰাত্ৰি কৰন্ত। মেৰুৰ মধ্যত সদায়ে মধ্যাহ্ন থাকে। মেৰুক প্ৰদক্ষিণ কৰি ৰাশি নক্ষত্ৰক সমুখে সূৰ্য্যে ফুৰন্তে অৰ্দ্ধেক দেশ প্ৰকাশ কৰন্ত; অৰ্দ্ধেক মেৰুৰ ছায়ায়ে অন্ধকাৰ কৰে। ব্ৰহ্মাৰ সভাক চড়াই সূৰ্য্যৰ ৰশ্মি সিভিতি হইবাক নপাৰে। সূৰ্য্যৰ লগতে গ্ৰহ-নক্ষত্ৰগণো ফুৰে। সূৰ্য্যৰ ৰথখান চতিশ লক্ষ দীৰ্ঘ, নৱ লক্ষ প্ৰস্থ। যাক সাত ঘোড়ায়ে বহে, তাৰ জুৱলিখন নৱলক্ষ; অৰুণ ঘোড়াৰ কাণ্ড, ৰথৰ একেটা মাত্ৰ চক্ৰ মানসোত্তৰত ফুৰে; তাৰ এক শলকা মেৰুত লাগিছে, আৰু শলকা ঊৰ্দ্ধে ধ্ৰুৱৰ অঙ্গুষ্ঠত বান্ধি আছে। তৈলযন্ত্ৰ সম মেৰুৰ চৌপাশে ফুৰে

ফুৰে; ৰথৰ উপৰে বালখিল্য নাম অঙ্গুষ্ঠ প্ৰমাণ ষাঠি হাজাৰ ঋষি সূৰ্য্যক স্তুতি কৰন্ত। আনো ঋষি, গন্ধৰ্ব্ব, অপ্সৰা, নাগ, যক্ষ, ৰাক্ষসগণো উপাসা কৰে। (শ্লোক ১—১৬)

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে একবিংশোঽধ্যায়ঃ ॥

হে সভাসদসব, দেখ। লোকৰ কুশলৰ অৰ্থে ভগৱন্ত কৃপায়ে সূৰ্য্যৰূপে ফুৰন্ত। এতেকে তাহান চৰণত ভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : সূৰ্য্যৰূপেন লোকানাং স্বস্তয়ে মানসোত্তৰে।
( যো ) পৰ্য্যটতি দয়াসিন্ধুং ত্বামহং শ্ৰীহৰিং ভজে ॥

---

# দ্বাবিংশ অধ্যায়

## চন্দ্ৰাদি গ্ৰহৰ স্থিতিকথন

কথা : বাইশ অধ্যায়ে চন্দ্ৰাদি গ্ৰহৰ স্থিতি কহিবা। ৰাজা পুছন্ত : হে শুক, মেৰুক প্ৰদক্ষিণ কৰি ৰাশি-নক্ষত্ৰ সমুখে সূৰ্য্যো ফুৰিবাৰ কথা কহিলা, আৰু আমি কেমনে বুঝিম। শুকে কহন্ত : জানা ৰাজা, চক্ৰৰ সেচভসে দুই গতি হয়; যেন কুমাৰৰ চাক ফুৰান্ত; যদ্যপি তাৰ পিম্পৰাসৱকো একেলগে ফুৰিবাৰ দেখি, তথাপি দুইৰো গতি বেলেগ হয়। তেমনে ৰাশি-নক্ষত্ৰসবে সূৰ্য্যক একেলগে ফুৰিবাৰ দেখন্তেয়ো পৃথকে বুঝিবা; তেৱে কিছো বিৰোধ নাই। এতেকে ভগৱন্তে নাৰায়ণে লোকৰ কুশলৰ অৰ্থে বাৰু সূৰ্য্য ৰূপে বাৰু মাস প্ৰবৰ্ত্তান্ত। এতেকে ভগৱন্তক ভজিলেসে লোকৰ কুশল হয়। আমাৰ এক লক্ষ যোজনৰ উপৰত সূৰ্য্যো ফুৰন্ত; দুই লক্ষত চন্দ্ৰ; পাঁচ লক্ষত

নক্ষত্ৰগণ ; সাত লক্ষত শুক্ৰ, নৱ লক্ষত বুধ ; এঘাৰ লক্ষত মঙ্গল ; তেৰ লক্ষত বৃহস্পতি, পোন্ধৰ লক্ষত শনি, চাৰি লক্ষত সপ্তঋষি। ( শ্লোক ১ ১৭ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে দ্বাবিংশোঽধ্যায়ঃ।

হে লোকসম, দেখ। ভগৱন্ত গ্ৰহ-নক্ষত্ৰৰূপে অভক্তৰ অহিত কৰন্ত। ভক্তৰ সদায়ে কামনা পূৰন্ত। এতেকে সদায়ে তাহাঙ্ক সেৱা কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : গ্ৰহ-নক্ষত্ৰৰূপেন যো জনানাং হিতাহিতং।
কুৰুতে তমহং বন্দে ভক্তানাং কামপূৰকং।

---

# ত্ৰয়োবিংশ অধ্যায়

## ধ্ৰুৱৰ স্থিতি, শিশুমাৰ চক্ৰকথন

কথা : তেইশ অধ্যায়ে ধ্ৰুৱৰ স্থিতিসমে শিশুমাৰ চক্ৰ কহিবা। আমাৰ উনচল্লিশ লক্ষত জ্যোতিশ্চক্ৰমেধী মহাভাগৱত ধ্ৰুৱ আছন্ত। যাক গ্ৰহ-নক্ষত্ৰগণে প্ৰদক্ষিণ কৰি আৱৰি ফুৰে। ঈশ্বৰৰ অনুগ্ৰহে জ্যোতির্গণ আকাশত ফুৰে ; পৃথিবীত নপৰে। কেহো এই জ্যোতিশ্চক্ৰক শিশুমাৰ ৰূপ কহে ; অধোমুখে কুণ্ডলাকাৰে গোধিকাৰূপ ; শিশুমাৰ পুচ্ছাগ্ৰত ধ্ৰুৱ আছন্ত ; লাঙ্গুলত নক্ষত্ৰৰূপ কশ্যপ, অগ্নি, ইন্দ্ৰ, ধৰ্ম্ম ; পুচ্ছত ধাতা-বিধাতা ; কটিত সপ্তঋষি ; দুই পাৰ্শ্বত অভিজিতসমে আঠাইশ নক্ষত্ৰ ; উদৰত আকাশী-গঙ্গা, মুখত মঙ্গল, উপস্থত শনি, বক্ষস্থলত আদিত্য, হৃদয়ত নাৰায়ণ, মনত

চন্দ্ৰ, নাভিত সূৰ্য্য, লোমসকলত নক্ষত্ৰ। সৰ্ব্বদেৱময় জ্যোতিশ্চক্ৰৰূপ হৰিৰ মূৰ্ত্তিক যি দেখে, শুনে, সুমৰে তাৰ সকলে পাপ নষ্ট হয়। ( শ্লোক ১—৯ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে ত্ৰয়োবিংশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। ভগৱন্ত যি নিজদাস পদে ধ্ৰুৱক সন্নাযে উপৰে থাপিলা। এতেকে তাহান দাস হৈয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যো জ্যোতিৰ্ম্ময়-দেৱানাং মূৰ্দ্ধন্যাং নিজসেৱকং।
চকাৰ তমহং বন্দে নিজদাসজনেষ্টদম্ ॥

---

# চতুৰ্বিংশ অধ্যায়

## ৰাহু-স্থিতি, পাতালবৰ্ণন

কথা : চৌবিশ অধ্যায়ত ৰাহুৰ স্থিতি সমে পাতাল বৰ্ণাইবা। শুকে কহন্ত : সূৰ্য্যৰ অধত অযুত যোজন অন্তৰে ৰাহু ফুৰে। চন্দ্ৰমণ্ডল বাৰ হাজাৰ যোজন প্ৰমাণ। সূৰ্য্যমণ্ডল দশ হাজাৰ ; ৰাহুমণ্ডল তেৰ হাজাৰ ; এতেকেসে বৈৰভাৱ সুমৰি পূৰ্ণিমা-অমাৱস্যাত চন্দ্ৰ-সূৰ্য্যক গ্ৰহিবে খেদি যাই। তাক জানি ভগৱন্তে সুদৰ্শন চক্ৰ ক্ষেপন্ত। তাহান দুৰ্সহ তেজে কম্পমান হৈয়া খানিক থাকি অন্তৰ হয়। তাকে লোকে গ্ৰহণ কৰি বোলে। তাহাৰ অযুত যোজন অধত সিদ্ধ-বিদ্যাধৰ-চাৰণ স্থান। তাৰ অধত ভূত-প্ৰেত-পিশাচ-যক্ষ-ৰাক্ষসৰ নিবাস। আকাশ যাত বায়ু বহে ; মেঘ ফুৰে ; তাৰ অধত শত যোজন অন্তৰে এই পৃথিৱী। পক্ষীসৱ বিমানক উবাৰ কৰে, সেইমান পৃথিৱীৰ ভাগ বুজিবা। ( শ্লোক ১—৬ )

ভূমিৰ অধত অযুত যোজন অন্তৰ কটাহ পৰ্য্যন্তে সাত পাতাল আছে। তাৰ অনুক্রমে নাম শুনা। অতল, বিতল, সুতল, তলাতল, মহাতল, ৰসাতল, পাতাল। ই স্থানসৱত দৈত্য-দানৱ-সৰ্পসৱ আছে। স্বৰ্গতো কৰি অধিক ভোগ থাকে; ময় নিৰ্ম্মিত বিচিত্ৰ নগৰ-উদ্যান-সৰোবৰ প্ৰকাশ কৰে। যাত দিন-ৰাত্ৰি বিভাগ নাই; মহাৰত্নসৱে অন্ধকাৰ নিবাৰে। হৰিৰ চক্ৰ বিনে কাহাতো হন্তে তাত ভয় নাই। অতলত ময়ৰ পুত্ৰ বল থাকে। বিতলত হৰ-গৌৰী আছা। সুতলত বিষ্ণুভক্ত বলিৰাজা থাকন্ত; যাৰ ভগৱন্ত বামনে ত্ৰৈলোক্য কাঢ়ি লৈয়া সুতলত স্থান দিছা। সি ঐশ্বৰ্য্য পুনু তান ভূমিদানৰ ফল নহে। যাৰ নাম আনিছাতো একবাৰ মাত্ৰ লৈলে কৰ্ম্ম-বন্ধ দূৰ হয়, তাহান হাতত সাক্ষাতে ভূমিদান কৰিছা। এতেকেসে ভগৱন্ত তান দ্বাৰত গদা ধৰি আছন্ত, যাৰ পদাঙ্গুষ্ঠে ৰাৱণকো উচ্চাতন কৰিছা। তলাতলে ময়দানৱ আছে। মহাতলত তক্ষকাদি সৰ্পসৱ আছে। ৰসাতলত দৈত্য-দানৱগণ আছে, পাতালতো বাসুকী আদি অনেক নাগ আছে।

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে চতুৰ্ব্বিংশোঽধ্যায়ঃ।

হে সাধুসৱ; প্ৰসঙ্গতো যাৰ নাম লৈলে কৰ্ম্মবন্ধ দূৰ হয়, হেন ভগৱন্ত শৰণ পশি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: প্ৰসঙ্গাদপি যন্নামকীৰ্ত্তিতে কৰ্ম্মবন্ধনাৎ।
বিমুচ্যতে যোঽপি কোঽপি তমহং শৰণং ব্ৰজে॥



# পঞ্চবিংশ অধ্যায়

## অনন্তৰ স্থিতিকথন

কথা : শুকে কহন্ত : পাতালৰ অধত ত্ৰিশ যোজন অন্তৰে স্থান এক আছে। যাত সহস্ৰ ফণা অনন্ত আছন্ত। তান এক শিৰত ভূমণ্ডল সৰিষপ-সম দেখি। প্ৰলয় সময়ত যাৰ ক্ৰোধত ভ্ৰূৰ পৰা একাদশ ৰুদ্ৰ জাত হুয়। যাক নাগকন্যাগণে সেৱা কৰে। দেৱ-অসুৰ, সিদ্ধ-মুনি, গন্ধৰ্ব্ব-বিদ্যাধৰগণে উপাসা কৰে। বৈজয়ন্তী বনমালা নীলবস্ত্ৰ এক কুণ্ডল ধৰিছা। যাক শুনিলে স্মৰিলে সংসাৰ গুচে। যাৰ মহিমাক তুম্বৰু সমে নাৰদ ঋষি ব্ৰহ্মাৰ সভাত গান্ত। যাৰ নামক পতিত জনো অকস্মাৎ কীৰ্ত্তন কৰি শুদ্ধ হৈবেক, তাক কি বুলিম। যাত সেইজনে সবাৰে পাপ হৰিবাক পাৰে ; এতেকে তাত বিনে মুমুক্ষু জনে কাহাত শৰণ পশিব। ( শ্লোক ১—১৫ )

শ্ৰীভাগৱতকথায়াং পঞ্চমস্কন্ধে পঞ্চবিংশোঽধ্যায়ঃ।

হে লোকসব দেখ ; মহাপাপীসৱো যাৰ নাম লৈয়া শুদ্ধ হৈয়া আনকো পৱিত্ৰ কৰে। এতেকে তাহান্ত শৰণ লৈয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : মহাপাপীজনো যস্য নামকীৰ্ত্তনমাত্ৰতঃ।

স্বয়ং শুদ্ধোঽন্যসংশুদ্ধো সত্যঃ স্যাত্তমহং ভজে ॥

---

# ষড়্‌বিংশ অধ্যায়

## নৰক-বৰ্ণনা

কথা: ছাবিশ অধ্যায়ে নৰক-বৰ্ণনা কৰিবা। পাতালৰ তলত জলৰ উপৰত অনেক নৰক আছে। যাত যমে পাপীসৱক যথোচিতে দণ্ড কৰন্ত। তাত প্ৰথমে পাপীসৱ শুনা। যি ব্ৰহ্মবধ, গো-বধ কৰে, ব্ৰাহ্মণৰ সুৱৰ্ণ হৰে, সুৰাপান কৰে, অগম্যাগমন আচৰে, চুৰি কৰে, ডকা দেই, বিষ-ভূত-ডাইনি দি মাৰে, পৰৰ ভাৰ্য্যা হৰে, সবাকে বঞ্চি খাই, খল দেই, অনাদোষে দণ্ডে, হৰিভক্তি বিনে পুত্ৰ-ভাৰ্য্যা পুষে, আপুনি বা বৰ্ত্তে, প্ৰাণীহিংসা কৰে, পশু-পক্ষী মাৰে, বেদপন্থ এড়ে; পাষণ্ডক লগ ধৰৈ, ভক্তিধৰ্ম্ম ছন্ন কৰৈ, দণ্ড যজ্ঞে পশু মাৰৈ, সাখিত মিছা মাতৈ, মহন্তক নিন্দা কৰৈ, অতিথিক ঠাই নেদে, অভ্যাগতকো নুসুধে; অৰ্থ থাকোন্তেয়ো হৰিকৰ্ম্ম নকৰে, বৈষ্ণৱক নিন্দা কৰে, তাকে যিটো শুনি থাকে, ই পাপীসৱক ভয়ঙ্কৰ যমদূতে হাতে-গলে বান্ধি অন্ধকাৰ পথে নৰকক নেই। নিতে উপৰত সূৰ্য্যে তাপ কৰে; পাছৰত বনাগ্নিয়ে তাপে; পিঠিত চাবুকে কোবায়ে, কুক্কুৰেয়ো কামুৰৈ, ক্ষুধা-তৃষাতো দুঃখ পাৱৈ; পাছে কালসূত্ৰাদি নানা নৰকত পাপ অনুসাৰে নানা যাতনা ভুঞ্জৈ। তাক বাহুল্যভয়ে নকহিলো। (শ্লোক ১—৪০)

শ্ৰীভাগৱতকথায়াং কবিৰত্নকৃতায়াং পঞ্চমস্কন্ধে ষড়্‌বিংশোঽধ্যায়ঃ।

হে সাধুসৱ! ই কলিযুগত পাপ নকৰন্তা মনুষ্য নেদেখো। এতেকে নৰক এড়াইবাক আন উপায় নাই। আক জানি সৰ্ব্বপাপনাশক হৰিনাম

নিৰন্তৰে লৰা। তেৰে নৰক এড়াই পৰম গতি পাইবা। হে শ্ৰীকৃষ্ণ দৈৱকী-নন্দন, তোমাৰ চৰণত কোটিবাৰ প্ৰণাম কৰো। যেমনে তোমাত মোৰ ৰতি বহে তেমনে অনুগ্ৰহ কৰা। আন কিছো নোখোজো। পঞ্চম স্কন্ধো এহিমানে গৈল। আক জানি নিৰন্তৰে হৰি বোল হৰি॥

শ্লোক : কলৌ বৰ্দ্ধিতপাপানামকৰ্ত্তা নৈৱ দৃশ্যতে।
অতঃ সৰ্ব্বমঘং হন্তুং বিষ্ণুনাম সদা স্মৰেৎ॥
নমামি কৃষ্ণং কৰুণাসমুদ্ৰং স্বভক্তপাপানলবাৰিবাহং।
যৎপাদপদ্মানুস্মৃতিং সুৰেশা বাঞ্ছন্তি তস্মৈ ৰতিৰস্তু নিত্যম্॥
পঞ্চমস্কন্ধ গূঢ়াৰ্থকথা যথাৰ্থৰূপিনী।
নৃভিৰ্নিসেৱ্যতামেৱ দামোদৰ-কৃপাশ্ৰিতা॥
দামোদৰপদাম্ভোজগন্ধসম্বন্ধচেতসা।
নিৰ্ম্মিতা কবিৰত্নেন কথৈষা পঞ্চমাশ্ৰয়া॥

পঞ্চম স্কন্ধ সমাপ্ত

———

# ষষ্ঠ স্কন্ধ

## প্ৰথম অধ্যায়

শ্লোক : জয় জয় সুন্দৰ হৰিপাদপদ্মযোগীবিবুধবুধমধুকৰ সম ।
আশ্ৰিতজন সম খগবৰস্কন্ধ ত্ৰিভুৱনপাৱন গুণগণগন্ধ ॥

### অজামিল উপাখ্যান

কথা : যাৰ নামসিংহে পাপহস্তী ভেদ কৰে, হেনয় ইষ্ট শ্ৰীকৃষ্ণক সহস্ৰবাৰ প্ৰণাম কৰো। ষষ্ঠ স্কন্ধত উনৈশ অধ্যায়ে পোষণ কহিবা। আপুনাৰ ভক্তক কৃপায়ে ৰক্ষাকে পোষণ বুলি। তাত প্ৰথম অধ্যায়ে অজামিলৰ কথা কহিবা। পৰীক্ষিতে পুছন্ত : হে মহামুনি ; যেমনে মনুষ্যে নৰকক নযাই আৰে তাক কহিয়োক। বুলিবা, যি পাপৰ প্ৰায়শ্চিত্ত কৰিবেক, তাকো ভাল নেদেখো। যাতো লোকে প্ৰায়শ্চিত্ত কৰিয়ো পাপ পুনু কৰে। এতেকে জানি প্ৰায়শ্চিত্তে নিশেষ পাপ নুগুচে। শুকে কহন্ত : জানা ৰাজা ; প্ৰায়শ্চিত্তে পুৰুষৰ নিশেষ পাপ নুগুচে। কিন্তু জ্ঞানাভ্যাসে গুচে, সিয়ো পৰম দুষ্কৰ ; এতেকে বিৰলসৱে হৰিক আশ্ৰয় কৰি কেৱল ভক্তিসে নিশেষ পাপ দূৰ কৰে। সাধুসেৱা কৰি হৰিসেৱা ভক্তি কৰিলে যেমনে পাপ দূৰ হয়, তপাদি আচৰিয়ো তেমনে নহয়। এতেকে ভক্তিপন্থ লোকৰ সুগম, যাত কিছো ভয় নাই, যাক হৰিপৰায়ণ সাধুসৱে আচৰে। হৰিবিমুখক পুনু প্ৰায়শ্চিত্তসৱো

শুদ্ধি নকৰে। যেন সুৰাৰ ভাণ্ড অনেক নদীত পখালিয়ো শুদ্ধ নহে। ভক্তিৰ পুষ্ট অন্ন কৰিলেয়ো শুদ্ধ হয়। যাতো ভক্তসবে স্বপ্নতো যম-যাতনা নেদেখে। আৰ প্ৰমাণৰ অৰ্থে এক পুৰাতন কথা কহো তাক শুনা। (শ্লোক ১—২০)

কনৌজপুৰত এক অজামিল নাম ব্ৰাহ্মণ আছিল; বেশ্যাত পতিত হুয়া সদাচাৰ এড়িল। চুৰি-ডকা-অন্যায় কৰি তাইকে পুষিলা, তাইতে দশ পুত্ৰ হৈল, এমনে তাইৰ অন্ন খাইতে আঠাইশ বৎসৰ গৈলা। কনিষ্ঠ পুত্ৰৰ নাৰায়ণ নাম থৈলা। পৰম স্নেহত সেই পুত্ৰক লালন-তোলন কৰিতে আনন্দো পাইল। নাৰায়ণ পুত্ৰসমে স্নান-পান-ভোজন কৰিলা। মৰণ সময়তো তাতে মন দিল। পাছে ভয়ঙ্কৰ তিনি যমদূত দেখি নাৰায়ণ আৱ বুলি উচ্চ কৰি মাতিল। মৰন্তাৰ মুখে প্ৰভুৰ নাম শুনি ভয় নাই বুলি তেখনে চাৰি পাৰিষদ আসিল। যমদূতসৱেয়ো অজামিলক হাতে-গলে বান্ধি টানিবাক লাগিছে। তাক দেখি পাৰিষদসৱে বলে নিবাৰণ কৰিল। যমদূতসৱো মহাভয়ে অন্তৰ হুয়া পুছন্ত। হে মহাপুৰুষসৱ, তোৰা কোন, কেনেবা যম ৰাজাৰ আজ্ঞা বাধা, কাৰবা দূত, কোন ঠাইৰ পৰা আসিছা, কিবা তোৰা দেৱ গন্ধৰ্ব্ব-সিদ্ধ। আমি এমনে ৰূপ কোনোকালে নতো দেখো। সৱে তোৰা নবীন বয়স, চতুৰ্ভুজ, কমললোচন, পীতবসন, কিৰীটি কুণ্ডল, বনমালা ধৰিছা, হাতত শঙ্খ-চক্ৰ-গদা-পদ্ম ধৰিছা, দেহৰ জ্যোতিয়ে দশোদিশ প্ৰকাশ কৰে, এমন মহাজন হুয়া কেনে মহাপাপী ব্ৰাহ্মণক নৰকক নেন্তে নিবাৰণ কৰা। (শ্লোক ২১—৬৮)

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে প্ৰথমোঽধ্যায়ঃ ॥

হে ভক্তসৱ দেখ, তপাদি বিনেয়ো ভক্তৰ ভক্তিযোগে সৰ্ব্বপাপ হৰে। আক জানি হৰিভক্ত হুয়া নিৰন্তৰে ডাকি হৰি বোল হৰি ॥

শ্লোক : তপাদি নিৰপেক্ষেণ ভক্তিযোগেন যোগিনাং।
সৰ্ব্বপাপবিপত্তিঃ স্যাদিতি গীতমুপক্ৰমে ॥

---

# দ্বিতীয় অধ্যায়

## নামৰ মাহাত্ম্য, অজামিলৰ মোক্ষকথন

কথা : দ্বিতীয় অধ্যায়ত নামৰ মাহাত্ম্য, অজামিলৰ মোক্ষ কহিবা। বিষ্ণুদূতসৱে বোলন্ত : অহো কি অন্যায়, যাতো ধৰ্ম্মৰাজা হুয়ো অন্যায় কৰে। এই অজামিল ব্রাহ্মণ কোটি জন্মৰ পাপৰো প্রায়শ্চিত্ত কৰিলে। যাতো মৰণ-সময়ত মুক্তিদায়ক হৰিনাম লৈলে। কেৱল নামমাত্রে মহাপাপীৰো পাপ দূৰ কৰে। নামৰ এক অক্ষৰে পাৰে। ই ব্রাহ্মণে পুনু নাৰায়ণ আৰ বুলি চাৰিয়ো অক্ষৰ ডাকিল। মহাপাপীসৱৰো হৰিনামেসে মুখ্য প্রায়শ্চিত্ত। যাতো নামগ্রাহী পুৰুষক ভগৱন্তে মোৰ বুলি ধৰন্ত, হৰিনাম লৈয়া যেমনে পাপীসৱ শুদ্ধ হয়, তপাদি কৰিয়ো তেমনে নয়। হৰিনামেসে চিত্ত শুদ্ধ কৰে, প্রায়শ্চিত্তে পুনু তাক নপাৰে। এতেকে তোৰা ই ব্রাহ্মণক নেনিবা। যাতো মৰণ সময়ত হৰিনাম লৈয়া সকলো পাপৰ প্রায়শ্চিত্ত কৰিছে। বুলিবি, পুত্রবেসে নাম লৈলে, হৰিনাম নলৈলে। তাত শুনা : পুত্র সঙ্কেতে বা গীত আলাপেতে বা অৱজ্ঞায়ো বা অনিছায়ে বা হৰিনাম লৈলে সকলো পাপ হৰে। বুলিবি, অনেক পাপৰ অনেক প্রায়শ্চিত্ত শুনিছি। কেমনে একে নামে অনেক পাপ দূৰ কৰিব। তাত শুনা : আন প্রায়শ্চিত্তবেসে সিসৱ ব্যৱস্থা, নামৰ পুনু সি নহে, যেন একে দীপে বড় অন্ধকাৰকো দূৰ কৰে, যেন দীপ থাকন্তে অন্ধকাৰ নাশে, তেমনে নামৰ আবৃত্তিয়ে পুনু পাপ নহে, চিত্তো শুদ্ধ হয়। যদি বোলা, নজানৈ, ইছায়ো নাই, আত কেনে পাপ গুচিব, তাত

শুনা। যেন অজ্ঞানতো অগ্নি দিলে পুড়ে, নজানি অমৃত খায়ো অমৰ হয়, তেমনে জানিবি অজ্ঞানতো অনিছাতো হৰিনামে পাপ হৰে।

( শ্লোক ১—১৯ )

শুকে কহন্ত: এহি বাক্য বুলি বিষ্ণুদূতে বান্ধ কাটি অজামিলক মেলিল। যমদূতসৱো ই কথা যমৰ আগত কহিল। ব্ৰাহ্মণো নির্ভয় হয়া মহা আনন্দে চাৰিকো প্ৰণাম কৰিল। তাক মাতিবাৰ হেন দেখি চাৰিয়ো অন্তৰ্দ্ধান হৈলা, অজামিলো তাৰাৰ মুখে নামৰ মহিমা শুনি ভক্তিমন্ত হয়া অনেক খেদ কৰি বোলয়। যদি ইজন্মত মঞি ভাগ্যহীন হঞ্, তপাদি জানু পূৰ্ব্বপুণ্য আছে, সি নহৈলে মৰণ সময়ত মঞি মহাপাপীৰ মুখত কেনে পৰম মঙ্গল হৰিনাম আসিল হয়। এতেকে মঞি যেমনে পুনু সংসাৰত আউৰ নপৰো, তেমনে হৰিভক্তি কৰিতে যত্ন কৰিম। শুকে কহন্ত: জানা ৰাজা, এমনে ক্ষণেক সাধুসঙ্গে ব্ৰাহ্মণ বিৰক্ত হয়া গঙ্গাদ্বাৰ গৈলা। তথায় হৰিভক্তি কৰি তেখনে হৰিত মন দিলা। তেখনে সেই চাৰি পাৰিষদক দেখি প্ৰণাম কৰিলা। পাছে গঙ্গাত দেহ এড়ি তাৰাৰ ৰূপ ধৰিলা। তাৰাসমে বিমানত উঠি বৈকুণ্ঠক গৈলা। হে মহাৰাজ, দেখ, মহাপাপী অজামিল ব্ৰাহ্মণো হৰিনাম লৈয়া মুক্ত হৈল। এতেকে জানিবা, নাম-কীৰ্ত্তনত পৰে পাপৰ আন প্ৰায়শ্চিত্ত নাই, যাক কৰিলে পুনু পাপত নপড়ে। আন প্ৰায়শ্চিত্তে পুনু তেমন নহে। এই ৰহস্য কথাক যি শ্ৰৱণ-কীৰ্ত্তন কৰে, সি কদাচিতো নৰকত নপৰে। যম-দূতেয়ো নেনৈ, কিন্তু বৈকুণ্ঠক যাই। যাতো মৰণ সময়তো অজামিল পাপীয়ো পুত্ৰ সঙ্কেতে নাম লৈয়া বৈকুণ্ঠক গৈলা, শ্ৰদ্ধায়ে নিত্যে যি নাম লয়ে, তাৰ কি মহিমা কহিবো। ( শ্লোক ২০—৪৯ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে দ্বিতীয়োঽধ্যায়ঃ ॥

হে লোকসৱ, নামৰ মহিমা দেখি শুনি সদায়ে হৰিক ভজা। তেৱে অৱশ্যে সৰ্ব্বপাপ এড়াই কৃতাৰ্থ হৈবা। আক জানি উচ্চ কৰি হৰি বোল হৰি।

শ্লোক : শ্ৰুত্বা দৃষ্ট্বা চ ভগৱন্নামমাহাত্ম্যমুত্তমং।
যে ভজন্তি হৰিং নিত্যং মুক্তাস্তত্ৰৈৱ কেৱলং ॥

# তৃতীয় অধ্যায়

## যমৰ দূতক বোধকথন

কথা : তৃতীয় অধ্যায়ে যমেয়ো বৈষ্ণৱৰ মহিমা কহি দূতক বোধ দিবা। ৰাজা পুছন্ত : হে মহামুনি, দূতমুখে যমৰাজা আজ্ঞাভঙ্গ শুনি কি বুলিলা আক মোত কহা। শুকে কহন্ত : জানা ৰাজা, যমদূতসৱে বিষ্ণুদূতত পৰাভৱ হৈয়া যমৰাজাত গোচৰ কৰয়। হে জগতৰ ঈশ্বৰ, মহাৰাজা, আজি তোমাৰ আজ্ঞাক কোঠাইৰ বা চাৰিসিদ্ধে বাধা কৰিল। তুমাৰ আজ্ঞায়ে আমি মহাপাপীক নৰকক আনিতে বান্ধ কাটি ৰাখিল। আমাকো মাৰিল। তোমাকো মন্দ বুলিলে, তাক আমি জানিতে চাঞো। যদি নকহা, তেৱে তুমাবো কুশল নুহিবেক। যাতো তাৰাৰ অদ্ভুত প্ৰভাৱ দেখিলো। দূতৰ এহি বাক্য শুনি মহাতুষ্ট হুয়া যমে বোলন্ত : হে দূতসৱ, আক আশ্চৰ্য্য নেদেখিবি, যাতো মোত পৰ সৱাবে যোগেশ্বৰ ভগৱন্ত আছন্ত। সেই ভগৱন্তৰ পাৰিষদসৱ। তান সম ৰূপ-গুণ-স্বভাৱে, লোকত ফুৰন্ত। হৰিভক্তসৱকো ৰক্ষা কৰন্ত। যদি বোলা, পাৰিষদ হুয়া কেনে অধৰ্ম্মীক ৰাখিলা ; তাত শুনা : ভাগৱত ধৰ্ম্মক কেয়ে নজানে। ( শ্লোক ১—১৯ )

কিন্তু ব্ৰহ্মা, মহেশ, নাৰদ, কুমাৰ, কপিল, মনু, প্ৰহ্লাদ, জনক, ভীষ্ম, বলি, শুকদেৱ, মঞি এই বাৰু জনে জানি মাত্ৰ। যাতো সি ধৰ্ম্ম পৰম গুহ্য, পৰম শুদ্ধ, আনৰ দুৰ্ব্বোধ ; যাক জানিলে মাত্ৰে মোক্ষ পায়। হৰিগুণ শ্ৰৱণ-কীৰ্ত্তনত হৰিৰ প্ৰেম-ভক্তিকে পৰম ধৰ্ম্ম বুলি। হৰিনামৰ মহিমা মঞি কি

কহিবো, তাক আপুনি দেখিলি। অজামিল হেন পাপীয়ো নামৰ আভাষ মাত্রে মৃত্যুপাশ তৰিল। এতেকে জানিবি পাপ হৰিবাক লাগি, নামত শ্ৰদ্ধা-ভক্তি-আবৃত্তি নলাগৈ, আভাষ মাত্রে তৰে। শ্ৰদ্ধাদি পুনু পাপ-বাসনা গুচিবাৰ সমৰ্থেসে কহিছা। লোকৰ আত বিশ্বাস নেদেখিসে মনু আদি ঋষিসৱে নামক নকহি আন প্ৰায়শ্চিত্ত কহিলা। এতেকে সুবুদ্ধিসৱে নাম-মহিমা জানি কায়-বাক্য-মনে হৰিত ভক্তি কৰন্ত। তাৰাত মোৰ অধিকাৰ নাই, তাৰাৰ সমীপকো নযাবি, যাতো হৰিৰ গদায়ে ৰক্ষা কৰে। হৰি-বিমুখক মাত্ৰ নৰকক আনিবি। যদি বোলা, কাক বিমুখ বুলি, তাত শুন: যাৰ মুখে দিনতো একবাৰো হৰিনাম নলয়ে, কৰ্ণেয়ো হৰিকথা নুশুনে, শিৰেয়ো কৃষ্ণক নমস্কাৰ নকৰে, তাকে নৰকক লাগি বান্ধি ধৰি আন। দূতক এহি শিক্ষা দিয়া ভগৱন্তক প্ৰাৰ্থনা কৰন্ত: হে মহাপুৰুষ নাৰায়ণ, তোমাৰ ভক্তক আমাৰ দূতে নজানি যি অপৰাধ কৰিল তাক ক্ষমা কৰিবা, যাতো তোমাক আমি প্ৰণাম কৰো। শুকে কহন্ত: জানা ৰাজা, দূতসৱে যমৰ মুখত এই কথা শুনি সাক্ষাতে প্ৰতীত হৈল। সেই দিনৰেপৰা হৰিভক্তক চাইবাক ভয় কৰে। এতেকে জানিবা মহাপাপৰো হৰিনামে মুখ্য প্ৰায়শ্চিত্ত। শ্ৰৱণ-কীৰ্ত্তন ভক্তিত যেমনে চিত্ত শুদ্ধ হয়, ব্ৰতাদি কৰিয়ো তেমনে নয়। যাতো কৃষ্ণকথা শুনি পুৰুষে পুনু বিষয়ত ৰতি কৰিবাক নপাৰে, কৰ্ম্ম কৰি পুনু বিষয়ী হয়। এই কথাক পূৰ্ব্বত অগস্তি ঋষি মলয় পৰ্ব্বতত বসি মোত কহিলা, বিশ্বাসৰ অৰ্থে হৰিক স্মৰিলা। ( শ্লোক ২০—৩৫ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে তৃতীয়োঽধ্যায়ঃ।

হে সভাসদসৱ দেখ, হৰিভক্তি নকৰিলে কদাচিতো যম-যাতনা এড়ন নযাই। তাকে জানি হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: তৃতীয়ে যমবাক্যেন হৰিপাদৰতিম্বিনা।
নস্যান্নৰকনিস্তাৰঃ কেষামপীত্যুদীৰিতম্ ॥

———

# চতুৰ্থ অধ্যায়

## দশ প্ৰচেতা-পুত্ৰ দক্ষৰ হৰিস্তুতি

কথা ঃ চতুৰ্থ অধ্যায়ে দশ প্ৰচেতাৰ পুত্ৰ দক্ষে হংসগুহ্য স্তোত্ৰে হৰিক স্তুতি কৰিবা। ৰাজা পুছন্ত ঃ হে শুক গুৰু, দেৱাদিৰ সৃষ্টি মোত সংক্ষেপে কহিছা, আৰু তাক বাহুল্য কৰি শুনিবে ইছা কৰো। শুকে কহন্ত ঃ যেখনে বাৰ্ক্ষী কন্যাহন্তে দশ প্ৰচেতাৰ পুত্ৰ দক্ষ জাত হৈলা, তেখনে তেমনে অনেক প্ৰজা স্ৰজিলা। ( শ্লোক ১ ১৭ )

পাছে তাৰ বৃদ্ধি নেদেখি বিন্ধ্যগিৰিৰ সমীপ গৈলা। তথায়ে অঘমৰ্ষণ তীৰ্থত তপস্যা কৰি হংসগুহ্য স্তোত্ৰ পঢ়ি হৰিক স্তুতি কৰন্ত ঃ হে অখণ্ড-ঐশ্বৰ্য্য, পৰমেশ্বৰ, তোমাক প্ৰণাম কৰো। তুমি প্ৰকৃতি-পুৰুষৰ নিয়ন্তা, তোমাৰ স্বৰূপক কেঞো নজানে। এতেকেসে ভকতক কৃপায়ে নানা অৱতাৰ ধৰি নানা কৰ্ম্ম কৰন্ত। আনো অনেক স্তুতি কৰিলে ভক্তবৎসল ভগৱন্ত তুষ্ট হয়া গৰুড়ৰ কন্ধে দেখা দিলা ঃ মেঘশ্যাম তনু, পীতবস্ত্ৰ, বনমালা, শ্ৰীবৎস, কৌস্তুভ, কিৰীটি-কুণ্ডল, অঙ্গদ-বলয়, নূপুৰ-মেখলা, আঠভুজে আঠ অস্ত্ৰ ধৰিছা, নাৰদাদি পাৰিষদসৱে আবৰিছে, দেৱ-সিদ্ধ-গন্ধৰ্ব্বসৱে স্তুতি কৰে। এমনে অদ্ভুত ৰূপ দেখি দক্ষে দণ্ডৱতে পড়িলা। আনন্দজবে কিছো বুলিতে নপাৰিলা। তাক দেখি সৰ্ব্বজ্ঞ ভগৱন্তে বোলন্ত ঃ হে দক্ষ, তুমি তপস্যাত মোৰ ভক্তি কৰি কৃতাৰ্থ হৈলা,ময়ো তুষ্ট হৈলো। যাতো প্ৰজাৰ সৃষ্টিত মোৰ ইছা আছে।

এতেকে পঞ্চজন প্ৰজাপতিৰ দুহিতা অসিক্লীক বিবাহ কৰা। তেৱে মৈথুন-ধৰ্ম্মে প্ৰজাবৃদ্ধি হৈবেক। এহি বুলি অন্তৰ্দ্ধান হৈলা। ( শ্লোক ১৮—৫৪ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে চতুৰ্থোঽধ্যায়ঃ।

হে সভাসদসব, দেখ। দক্ষ প্ৰজাপতিয়ে ভগৱন্তক স্তুতি কৰিসে সৃষ্টি কৰিবে পাৰিলা। আক জানি হৰিত শৰণ লৈয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : চতুৰ্থে হংসগুহ্যেন স্তুতো যো জগদীশ্বৰঃ।
তমহং শৰণং যামি জনাৰ্দ্দনমনাময়ম্ ॥

---

# পঞ্চম অধ্যায়

## নাৰদৰ প্ৰতি দক্ষৰ শাপ

কথা : পঞ্চম অধ্যায়ে বাচকূতে পুত্ৰনাশ শুনি দক্ষে নাৰদক শাপিবা। শুকে কহন্ত : পাছে দক্ষে সেই অসিক্লী কন্যাত হৰ্য্যশ্ব নাম অযুত পুত্ৰ জাত কৰাইলা। সবাকে একে ধৰ্ম্মা দেখি প্ৰজা স্ৰজিবাক আদেশিলা। তাৰাও পিতৃ-আজ্ঞা পালি পছিম দিশক গৈলা, যেঠাই নাৰায়ণ সৰোবৰ আছে। তাৰ স্নান-পানে শুদ্ধচিত্ত হয়া উগ্ৰতপ কৰিলা। তাৰাক ভাগৱত ধৰ্ম্মৰ অধিকাৰী দেখি কৃপায়ে নাৰদে বোলন্ত : হে হৰ্য্যশ্বসব, তোৰা ভূমিৰ অন্ত। এক পুৰুষ ৰাষ্ট্ৰ, অপূৰ্ব্ব ভূগৰ্ত্ত, বহুৰূপী স্ত্ৰী, বেশ্যাপতি, উভয়বাহিনী নদী, পঞ্চবিংশতি তত্বৰ গৃহ, চিত্ৰকথা হংস, তীক্ষ্ণ খুৰ, নিজ পিতৃৰ আজ্ঞা, এতেকক নজানিলে কেমনে প্ৰজা স্ৰজিবা। তাৰাও এহি বাচকূট শুনি মনে বিচাৰ কৰি বোলয় : ভূমিৰ অন্ত লিঙ্গদেহ নাশ ; এক পুৰুষ ৰাষ্ট্ৰ ঈশ্বৰ জগতৰ ;

ব্ৰহ্মে অপূৰ্ণৰ ভৱগৰ্ত্ত ; বুদ্ধিয়ে বহুৰূপী স্ত্ৰী ; বুদ্ধি সঙ্গে জীৱে বেশ্যাপতি ; সৃষ্টি লয় কৰি মায়ায়ে উভয়বাহিনী নদী ; পঞ্চিশ তত্ত্বৰ দেহে গৃহ ; ভাগৱত শাস্ত্ৰে চিত্ৰকথা হংস ; কালচক্ৰে তীক্ষ্ণখুৰ, বিষয়ৰ নিবৃত্তিসে নিজপিতৃ শাস্ত্ৰৰ আজ্ঞা ; এতেকক নজানিলে মিথ্যা কৰ্ম্মত কি কাৰ্য্য আছে ?

( শ্লোক ১—১১ )

তাৰাসৱে এহি নিশ্চয় শুনি নাৰদক প্ৰদক্ষিণ কৰি নিবৃত্তি পন্থে হৰি-ভক্তিত প্ৰবৰ্ত্তিলা। নাৰদো হৰিচৰণত চিত্ত দিয়া লড়ি গৈলা, দক্ষো পুত্ৰনাশ শুনি অনেক খেদ কৰিলা। পাছে ব্ৰহ্মাৰ বাক্যে শান্ত হুয়া সেই ভাৰ্য্যাত সবলাশ্ব নাম সহস্ৰ পুত্ৰজাত কৰাইলা। তাৰাও পিতৃৰ আজ্ঞায়ে প্ৰজা সৃজিবাক লাগি সেই সৰোবৰক গৈলা। তাৰ স্নানে চিত্তশুদ্ধ হুয়া হৰিনাম জপি তপ কৰিলা। তাৰাকো কৃপায়ে নাৰদ আসিয়া পূৰ্ব্বৱতে বাক্যকূটে কহি বোলন্ত : হে দক্ষনন্দনসৱ, মোৰ বাক্য শুনা। ভাতৃসৱৰ পন্থ বিচাৰ কৰা। যি ভাতৃৰ পন্থক অনুসৰে তাৰ পৰম কুশল হুয়। এহি বুলি নাৰদ গৈলা। তাৰাও উদাসীন হুয়া ভাতৃৰ পন্থে হৰিভক্তিত প্ৰবৰ্ত্তিলা। দক্ষয়ো পুত্ৰনাশ শুনি অনেক শোক কৰি নাৰদক ক্ৰোধ কৰিলা। পাছে নাৰদক লাগ পায়া অনেক নিন্দা কৰি 'তোমাৰ একত্ৰ বাস নহোক' বুলি শাপ দিলা। নাৰদো তাক স্বীকাৰ কৰিলা। যাতো সাধুসৱৰ এহুয় লক্ষণ, সমৰ্থ হুয়ো সহন্ত। ( শ্লোক ২২—৪৪ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে পঞ্চমোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। দক্ষ হেন প্ৰজাপতিয়ো হৰিভক্তি কৰিবাক নসহিলা। আৰে নৰলোকে কি তাক সহিবেক। তথাপি যদি আপুনাৰ কুশল চাহা, তেৱে হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : নিবৃত্তিমাৰ্গং দক্ষোঽপি পুত্ৰানাং নাসহৎ কুতঃ।
অন্যোঽন্যকৰ্ম্মিণঃ নিন্দামগণয্য হৰিং ভজেৎ ॥

———

# ষষ্ঠ অধ্যায়

## দক্ষ-কন্যাৰ বংশকথন

কথা ঃ ষষ্ঠ অধ্যায়ে দক্ষ-কন্যাৰ বংশ কহিবা। শুকে কহন্ত ঃ পাছে দক্ষে প্ৰজাপতিৰ প্ৰবোধ শুনি ষাঠি কন্যা স্ৰজিলা। তাৰ দশ কন্যা ধৰ্ম্মক দিলা। ভৃগু-অঙ্গিৰা-কৃশাশ্বক দুই কন্যা কৰি ছয় কন্যা দিলা। আৰাৰ পুত্ৰ-পৌত্ৰৰূপে অনেক দেৱগণ হৈলা। তাৰ্ক্ষ্যক দিলা চাৰি কন্যা, তাত পতঙ্গীত পক্ষী, যামিনীত ফৰিঙ্গ, বিনতাত গৰুড়-অনূৰু হৈল। সাতাইশ কন্যা চন্দ্ৰক দিলা। ৰোহিণীত চন্দ্ৰে প্ৰীতি কৰিলা। তাক সপত্নীসৱে নসহি পিতৃক কহিলা। দক্ষে ক্ষয়ৰোগ হৌক বুলি শাপ দিলা। পাছে দক্ষক তুষ্ট কৰাই ক্ষয়-বৃদ্ধিয়ে কলা পাইলা, পুত্ৰ নহৈল। কশ্যপক দিলা তেৰ কন্যা। তাৰ বংশ শুনা ঃ তিমিত জল-জন্তু, সৰমাত কুকুৰ-শৃগাল, সুৰভিত গো-মহিষ ; তাম্ৰাতে গৃধ্ৰাদি চটক, মুনিত অপ্সৰা, ক্ৰোধবশাত সৰ্প, ইলাত বৃক্ষ, সুৰসাত ৰাক্ষস, অৰিষ্টাত গন্ধৰ্ব্ব, কাষ্ঠাত ঘোটক, দনুত একষষ্ঠি দানৱ ; দিতিত দৈত্য, অদিতিত দ্বাদশাদিত্য। বিবস্বত আদিত্যৰ তিনি ভাৰ্য্যা। সংজ্ঞাৰ পুত্ৰ শ্ৰাদ্ধদেৱমনু, যমৰাজা, যমুনা কন্যা, ছায়াত শনৈশ্চৰ, সাৱৰ্ণিক মনু, তপতি কন্যা। বড়ৱাত অশ্বিনীকুমাৰ। ত্বষ্টাদিত্যৰ ভাৰ্য্যা দৈত্যৰ দুহিতা ৰচনা ; তাত বিশ্বৰূপ হৈল। যাক দেৱগণে পুৰোহিত মানিল, যাতো অৱজ্ঞা দেখি গুৰু বৃহস্পতি এড়িলা। ( শ্লোক ১—৪৫ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে ষষ্ঠোঽধ্যায়ঃ।

হে সাধুসব, দেখ। বিষ্ণু-বৈষ্ণৱৰ জন্মকথাৰ অৰ্থে দেৱ-দানৱৰ বংশ কহিলা। আক জানি শুনি হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: বিষ্ণু-বৈষ্ণৱজন্মাৰ্থং দেৱ-দানৱসন্ততিঃ।
বৰ্ণিতা ইতি বিজ্ঞায় শ্ৰদ্ধা নিত্যং ভজেদ্ধৰিম্॥

---

# সপ্তম অধ্যায়

## বিশ্বৰূপক পুৰোহিত বৰণ

কথা: সপ্তম অধ্যায়ে বৃহস্পতি এড়িলে বিশ্বৰূপক পুৰোহিত মানিবা। ৰাজা পুছন্ত: হে গুৰু, কিসক বৃহস্পতি আপুনাৰ শিষ্যক এড়িলা। তাৰা বা কি অপৰাধ কৰিলা, আক মোত কহিয়োক। গুৰুকে কহন্ত: যেখনে ইন্দ্ৰ ত্ৰৈলোক্যৰ ঐশ্বৰ্য্যমদে সভাত আসিবাৰ দেখি গুৰুক আদৰ নকৰিলা, তেখনে গুৰু মৌন হুয়া গৃহক গৈলা। ইন্দ্ৰো পাচতে গৈলা। তাক দেখি গুৰু অন্তৰ্দ্ধান হৈলা। ইন্দ্ৰে বিচাৰ কৰিয়ো গুৰুৰ বাৰ্ত্তা নপাই অনেক খেদ কৰিলা। সেইবেলা অসুৰগণে শুক্ৰক আশ্ৰয় কৰি দেৱক যুদ্ধ কৰিল। দৈত্যৰ প্ৰহাৰে দেৱগণ ভগ্নগাত্ৰ হৈয়া, ব্ৰহ্মাত শৰণ পশিলা। ব্ৰহ্মায়ো দেৱৰ দুঃখ দেখি কৃপায়ে বোলন্ত: তাৰা বৰ অন্যায় কৰিলা, যাতো বৈষ্ণৱ গুৰুকো আদৰ নকৰিলা। তাৰ ফলেসে অসুৰত হাৰিলা। দেখা, দৈত্যগণে গুৰুসেৱা কৰি মোৰ লোক লৈবাক পাৰে। এতেকে জানিবা, হৰিগুৰু-সেৱকৰ অকল্যাণ নাই; ইদানিক বিশ্বৰূপক পুৰোহিত মানা। তেৱে সকল লোকৰ কুশল হৈবেক, যদি তাহান কিছো দোষ ক্ষমা কৰা। ব্ৰহ্মাৰ এহি

বাক্য শুনি দেৱগণে পুনু স্বৰ্গক যায়া বিশ্বৰূপক বোলয়ঃ হে বাপু বিশ্বৰূপ, তোৰ কুশল হৌক ; আমি তোৰ অতিথি হৈলো ; আমি যি বোলো তাক কৰিবি। যাতো পিতৃৰ বাক্যকৰণে পুত্ৰৰ পৰম ধৰ্ম্ম। তোমাক আমি পুৰোহিত মানিলো। এতেকে যেমনে শত্ৰুক জিনো তেমনে কৰা। কনিষ্ঠকে গুৰু মানিলে নমস্কাৰ কৰিলেয়ো কিছু দোষ নাই, যাতো পণ্ডিতে সবাতে শ্ৰেষ্ঠৰ. কাৰণ। বিশ্বৰূপে বোলন্ত: হে দেৱসৱ, যাজন কৰ্ম্মক সাধুসৱে নিন্দা কৰে, তোৰাৰো বাক্য বাধা নযাই। এতেকে তোৰাৰ কাৰ্য্য মঞি প্ৰাণ অৰ্থে কৰিম। এই বুলি বিশ্বৰূপে ঈশ্বৰক যজি ইন্দ্ৰক নাৰায়ণ-কৱচ দিলা, যাক পায়া ইন্দ্ৰে অপ্ৰয়াসে দৈত্যক জিনি ত্ৰৈলোক্য লক্ষ্মীক ভোগ কৰিলা। ( শ্লোক ১—৪০ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে সপ্তমোঽধ্যায়ঃ।

হে, লোকসৱ দেখ। গুৰুৰ অনাদৰে ইন্দ্ৰকো অসুৰে জিনিলে। আক জানি গুৰুক আদৰ কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: অসুৰৈৰ্নিৰ্জ্জিতো যস্মাৎ ইন্দ্ৰোঽপি গুৰুহেলনাৎ।
অতো গুৰোৰৱজ্ঞানং সপ্তমে বিনিবাৰিতম্॥

---

# অষ্টম অধ্যায়

## নাৰায়ণ-কৱচকথন

কথা : অষ্টম অধ্যায়ে নাৰায়ণ-কৱচ কহিবা। ৰাজা পুছন্ত : হে শুক, যি নাৰায়ণ-কৱচ পায়া ইন্দ্ৰে শত্ৰুক জিনিলা, তাক মোত কহা। শুকে কহন্ত : ভয় সময়ত পুৰুষে হৰিক চিন্তি নাৰায়ণ-কৱচ পঢ়িব, তাক কহো সাৱধানে শুনা। ভগৱন্ত হৰি অষ্টভুজে অষ্টঅস্ত্ৰ ধৰি গৰুড়ৰ স্কন্ধে থাকি মোক ৰক্ষা কৰিবাক। জলত মৎস্য, থলত বামন, আকাশত ত্ৰিবিক্ৰম, পথত ৱৰাহ, শঙ্কটত নৰসিংহ, পৰ্ব্বতত পশুৰাম, প্ৰবাসত শ্ৰীৰাম, লোকভয়ত হলিৰাম, নৰকত কূৰ্ম্ম, সৰ্পত অনন্ত, পাষণ্ডত বুদ্ধ, কলিমলত কল্কী মোক ৰক্ষা কৰন্তোক। (শ্লোক ১—১৯)

প্ৰাতসে কেশৱ, দুই দণ্ডত গোবিন্দ, ছয় দণ্ডত নাৰায়ণ, দুই প্ৰহৰত বিষ্ণু, প্যাচবেলাত মধুসূদন, সায়াহ্নত মাধৱ, গোধূলিত হৃষীকেশ, মধ্যৰাত্ৰিত পদ্মনাভ, পাচৰাত্ৰিত ঈশ্বৰ, প্ৰত্যূষত জনাৰ্দ্দন, সন্ধ্যাত দামোদৰ, প্ৰভাতে বিশ্বেশ্বৰ ৰাখন্তোক। হে শঙ্খ-চক্ৰ-গদা-খড়্গ-চৰ্ম্ম তোৰা মোৰ শত্ৰুক নষ্ট কৰা। হৰিনাম-কীৰ্ত্তনে গ্ৰহাদি ভয় গুচে। হে গৰুড়, তুমিয়ো পাৰিষদ সমে আপদত ৰাখিবা, নানা পীড়াত হৰিৰ নামৰূপে অস্ত্ৰে দশোদিশতো নৰসিংহ ৰাখন্তোক। এই নাম-কৱচ ধৰি যাক দেখে, চৰণে বা যাক চুৱে, তাৰো সকল ভয় গুচে। ধৰন্তাৰ ভয় নুহিবেক তাক কি বুলিব। পূৰ্ব্বত কৌশিক ঋষি এই কৱচ ধৰি নিৰ্জ্জন ভূমিত দেহ এড়িলা। তান উপৰত বিমানত উঠি চিত্ৰ-

ৰথ গন্ধৰ্ব্ব গেল মাত্রে বিমানসমে অধোমুখে পড়িল। পাছে বালখিল্য ঋষিৰ বচনে তান অস্থি নিয়া সৰস্বতীত পেলাইলা, তেৱে বিমানত উঠি স্বৰ্গক গৈলা। আক যি শ্ৰৱণ-কীৰ্ত্তন কৰে সিয়ো নিৰ্ভয় হুয়া সবাবে পূজ্য হুয়।

( শ্লোক ২০—৪২ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে অষ্টমোঽধ্যায়ঃ।

হে লোকসৱ, দেখ, নামকৱচৰ মহিমা। আক জানি সদায় মুখত নাম নেৰিবা। ইদানিক উচ্চ কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : অষ্টমে নামকৱচমাহাত্ম্যপৰিকীৰ্ত্তনাৎ।
ভগৱন্নাম্নি লোকানামাদিষ্টমিতি সন্ততিঃ ॥

— —

# নৱম অধ্যায়

## বিশ্বৰূপ বধ, বৃত্ৰৰ জন্ম, দেৱস্তুতি

কথা : নৱম অধ্যায়ে বিশ্বৰূপৰ বধ, বৃত্ৰৰ জন্ম, দেৱতাৰ স্তুতি কহিবা। শুকে কহন্ত : জানা ৰাজা, সেই বিশ্বৰূপৰ অমৃত অন্ন সুৰা খাইবাৰ তিনি শিৰ আছিল। একদিনা যজ্ঞ কৰিতে প্ৰত্যক্ষে দেৱক যজ্ঞভাগ দিলা, মাতৃৰ স্নেহত মনে মনে অসুৰকো কিছু দিলা। তাক দেখি ইন্দ্ৰে ক্ৰোধত তিনিয়ো শিৰ কাটিলা। ব্ৰহ্মহত্যাকো অঞ্জলি কৰি ধৰিলা। এক বৎসৰ অন্তৰে চাৰি ভাগ কৰি চাৰি বৰ সমে ভূমি, জল, বৃক্ষ, স্ত্ৰীক দিলা। ত্বষ্টাদিত্যে পুত্ৰহত দেখি ক্ৰোধত ইন্দ্ৰ শত্ৰু বাঢ়োক বুলি যজ্ঞ কৰিলা। তাত মন্ত্ৰ অশুদ্ধ হৈল পদে ইন্দ্ৰেসে তাৰ শত্ৰু হৈলা ; অগ্নিকুণ্ডৰ পৰা ভয়ঙ্কৰ পুৰুষেক উঠিলা ; সি

প্ৰত্যেক দিনে শৰৰ গতিমান বাঢ়ে; চৰণে পৃথিৱী চলায়া মুখে আকাশ গিলে, জিহ্বায়ে নক্ষত্ৰ চেলেকে; যাতো সকল লোকক দেহে আবৰিল। এতেকে তাৰ বৃত্ৰ হেন নাম হৈল। তাক ভয়ে লোকে দশোদিশে পলাইলা, দেৱগণে খেদি আসি অস্ত্ৰ-শস্ত্ৰ হানিলা; তাক সয়ে বৃত্ৰে গিলিল।

( শ্লোক ১—১৯ )

হেন দেখি দেৱসৱো বিস্ময় হুয়া মহাভয়ে ভগৱন্তক স্তুতি বোলন্ত: যি কালক ভয়ে আমি তান আজ্ঞা কৰো, সিয়ো কাল যাক ভয় কৰন্ত, সেই ভগৱন্তে আজি আমাক ৰক্ষা কৰন্তোক। যি ভগৱন্তক এড়ি আনত শৰণ পশে সি মহামূৰ্খ, যেন কুকুৰৰ লাঙ্গত সাগৰ তৰণ নযাই, তেমনে আনক আশ্ৰয় কৰিলে, সংসাৰ তৰণ নহয়। যাক আশ্ৰয় কৰি ব্ৰহ্মায়ো ভয়ত তৰিছা, সেই ভগৱন্তে আজি আমাক ৰাখন্তোক। যাতো আমি তাহান্ত শৰণ পশিলো। ( শ্লোক ২০—২৭ )

দেৱৰ এহি স্তুতি শুনি ভগৱন্ত চতুৰ্ভুজ ৰূপে শঙ্খ-চক্ৰ-গদা-পদ্ম ধৰি যোহ্লল পাৰিষদ সমে দেখা দিলা। ভগৱন্তক দেখি দেৱগণে স্তুতি বোলয়, হে নাৰায়ণ, বাসুদেৱ, আদিপুৰুষ, লোকনাথ, লক্ষ্মীপতি, তোমাক প্ৰণাম কৰো, বৈষ্ণৱসৱে তোমাৰ গুণ-যশক শ্ৰৱণ-কীৰ্ত্তন কৰি পৰম আনন্দ পায়া সকল সুখক এড়ে। এতেকে তোমাৰ চৰণক সাধুসৱে কেমনে এড়িবেক, যাক ভজিলে পুনু সংসাৰ নহে। আমাক কৃপায়ে অৱলোকন কৰি বাক্যামৃতে তাপ দূৰ কৰা। বৃত্ৰাসুৰকো বধা, যাতো আমাৰ তেজ, অস্ত্ৰ-শস্ত্ৰ গিলি আছে।

( শ্লোক ২৮—৪৫ )

ভগৱন্তে বোলন্ত, হে দেৱসৱ, তোৰাৰ ভক্তিত মঞি তুষ্ট হৈলো। মঞি তুষ্ট হৈলে, পুৰুষৰ কিছো দুৰ্লভ নাই। তথাপি মোৰ একান্ত ভক্তে কিছো বাঞ্ছা নকৰে। বৃত্ৰক যি বধিবে বুলিলা, তাক মঞি কৃপালু কেমনে কৰিম। তথাপি উপায় কহো। দধ্যঙ্ক ঋষিৰ অস্থি খোজা গৈয়া; তেঞ্ৰ ধৰ্ম্ম জানি তোৰাক দিবন্ত। সেই অস্থিয়ে বিশ্বকৰ্ম্মা বজ্ৰ গঢ়িবা। সেই বজ্ৰে তুমি মোৰ তেজে বৃত্ৰক বধিবা। তেৱে তোৰাৰ তেজ, অস্ত্ৰ-শস্ত্ৰ, সম্পত্তি পাইবা।

( শ্লোক ৪৬—৫৫ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে নৱমোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। ত্বষ্টাদিত্যৰ যজ্ঞত অল্পমাত্র মন্ত্র-বৈগুণ্যে ফল বিপৰীত হৈল। আক জানি কৰ্মত বিশ্বাস এড়ি নিৰ্বিঘ্ন হৰিভক্তি মাত্র ধৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : মন্ত্রাঙ্গহীনাৎ ফলবৈপৰীত্যমালোক্য ত্বষ্টুঃ সুকৃতেঽপি যজ্ঞে।
অতঃ স্বকৰ্ম্মাগ্রহমাশু হিত্বা ভজেত লোকোঽভয়ভক্তিমাৰ্গম্॥

---

# দশম অধ্যায়

## ইন্দ্র-বৃত্রৰ যুদ্ধকথন

কথা : দশম অধ্যায়ে ইন্দ্র-বৃত্রৰ যুদ্ধ কহিবা। শুকে কহন্ত : ইন্দ্ৰক এই বুলি ভগৱন্ত অন্তৰ্দ্ধান হৈলা, দেৱসৱো গৈয়া দধ্যঞ্চৰ অস্থি খুজিলা। তেঞ্চ আনন্দ পায়া হাস্য কৰি বোলন্ত : হে দেৱগণ, তোৰা লোকৰ মৰণ-দুঃখ নজানা, যাতো দেহ পৰম প্রিয়। যদি বিষ্ণুয়ো খোজন্ত তথাপি কুনে দিৱাক পাৰে। দেৱগণে বোলয়, হে ঋষি, কৃপালু পুৰুষৰ কি দুস্ত্যেজ্য আছে, যাচকে লোকৰ দুঃখ নজানে, যদি জানে তেৱে কেনে খোজে। ঋষিয়ো বোলন্ত : তোৰাৰ মুখে এই ধৰ্ম্মক শুনিবাক ইছায়ে মঞি আগে নেছু বুলিলো, তোৰাৰ প্রীতিৰ অৰ্থে দুস্ত্যেজ্য দেহো দিবো। যি পুৰুষে বিনাশী দেহে যশ-ধৰ্ম্ম নাৰ্জে সি সেব্য হয়। এই বুলি দধ্যঞ্চ ঋষি হৰিত চিত্ত দিয়া তেঞ্চ যোগবলে তেখনে দেহ এড়িলা। (শ্লোক ১—১২)

পাছে সেই অস্থিয়ে বিশ্বকর্ম্মা বজ্র গঢ়িলা। তাক লৈয়া ইন্দ্রে ঐৰাৱতত চঢ়ি দেৱগণ সমে বৃত্রক খেদি গৈলা। তাক দেখি দৈত্যসৱো খেদি আসিলা; পাছে দেৱ-দৈত্যৰ ঘোৰ যুদ্ধ হৈলা। প্রথমে দৈত্যসৱে সিংহনাদ কৰি অনেক অস্ত্র-শস্ত্র বৰষিলা; তাক দেৱসৱে পথতে কাটিল। পাছে বৃক্ষ-শিলা হানিল; তাকো দেৱে ছন্ন কৰিল, অভক্ত দৈত্যগণে আপুনাৰ প্রয়াস নিষ্ফল দেখি বৃত্রক এড়ি পলাইবে লাগিলা। তাক দেখি বৃত্রে বোধ দেই, হে অসুৰ-সৱ, কেনে পলাস, যাতো উপজিলে অৱশ্যে মৰিব লাগে, এতেকে যি মৃত্যুত হন্তে গতি-কীর্ত্তি হয় তাক কেনে এড়। যাতো সমুখ যুদ্ধত মৰিলে পৰম গতি পায়। ( শ্লোক ১৩—৩৩ )

শ্রীভাগৱতকথায়াং ষষ্ঠস্কন্ধে দশমোঽধ্যায়ঃ।

হে নৰ-নাৰীসৱ, দেখ। অভক্ত দৈত্যৰ সকল প্রয়াস নিষ্ফল হৈল। হৰি-ভক্তিপদেসে যুদ্ধ জিনিল। আক জানি ভক্ত হয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : হৰেৰভক্তা অসুৰাঃ পৰাজিতাঃ কৃষ্ণাশ্রয়ৈর্দ্দেৱগণৈর্যতো যুধি।
অতো নৰাণাং হৰিপাদযুগ্মমাৰাধ্যমুক্তং দশমে সুধীভিঃ॥



# একাদশ অধ্যায়

## যুদ্ধত বৃত্ৰৰ বাক্যকথন

কথা : একাদশ অধ্যায়ে যুদ্ধত বৃত্ৰৰ বাক্য কহিবা। এমন বোধ দিলেও অসুৰ-সেনা ভাগিবাব দেখি ক্রোধ কৰি বৃত্রে দেৱক তৰ্জ্জিয়া মহানাদ কৰিল। সেই নাদে দেৱসেনা মূৰ্চ্ছিত হয়া পৃথিৱীত পড়িল। বৃত্ৰো তাবাক গড়কি ইন্দ্ৰক খেদি গৈলা, ইন্দ্ৰো ক্রোধ কৰি গদা হানিলা ; তাকো বৃত্রে বাম-হস্তে সেই গদা ধৰি ঐৰাৱতৰ কুম্ভস্থলত প্রহাৰিলা। তাক দেখি সকল লোকে বৃত্ৰক প্ৰশংসিল। ঐৰাৱতো গদাৰ প্রহাৰে বড় পীড়া পায়া ফুৰণি দেখিয়া উলটি পলাইলা। ইন্দ্ৰৰ বিষাদ দেখি পুনু বৃত্রে প্রহাৰ নকৰিল। ইন্দ্ৰো অমৃতহস্তে হস্তীৰ কুম্ভ মাৰ্জন কৰি, সুস্থ হয়া পুনু খেদি আসিলা। বৃত্ৰো ইন্দ্ৰৰ কৰ্ম্ম সুমৰি হাসিয়া বোলয় : হে ইন্দ্ৰ, তঞি গুৰু-ব্ৰাহ্মণ মোৰ ভাইক মাৰিছস, আজি তাৰ প্ৰতিকাৰ কৰো, শূল হানি হৃদয় বিদাৰো, তোক মহাপাপী জানি কেহ নুপুড়িবে। শগুণে বেঢ়ি খাইবে, আনো যি অজ্ঞ-সৱে তোৰ লাগ ধৰি মোক যুদ্ধ কৰে, তাকো মাৰি ভূতগণ যজিবো। যদি ৱজ্ৰহানি মোক মাৰস, তথাপিয়ো দেহে ভূতবলি দিয়া মহন্তৰ চৰণ-ৰেণু পাইবো। মোৰ জীৱনত কৰি মৰণেসে ভাল। যাতো হৰিচৰণ চিন্তি যুদ্ধত পৰি পৰম গতি পাইবো। ( শ্লোক ১—২০ )

ইন্দ্ৰক এহি বুলি হৰিক প্ৰাৰ্থন্ত : হে কৃষ্ণ, তুমাৰ মঞি ভক্তৰ দাসৰো দাস হৈবো। মোৰ মনে তোমাৰ গুণক স্মৰোক, বাক্যেও তোমাক কহোক,

যেহো তোমাৰ কৰ্ম্ম কৰোক, তোমাৰ সেৱা বিনে স্বৰ্গ-মৰ্ত্ত্য-পাতালৰো ঐশ্বৰ্য্য নোখোজো, যোগসিদ্ধিকো মুক্তিকো ইছা নকৰো, মোৰ তাপিত মনেয়ো তুমাক দেখিবাক খোজে, কৰ্ম্মবশে সংসাৰত ফুৰিতেয়ো তুমাৰ ভক্তৰ মঙ্গল হৌক। দেহ-গেহাদিতো আসক্তি নহৌক। (শ্লোক ২১—২৭)

শ্রীভাগৱতকথায়াং ষষ্ঠস্কন্ধে একাদশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। যুদ্ধতো মহাভাগৱত বৃত্ৰে হৰিভক্তি খুজিলা। আকে জানি আন কাম এড়ি হৰি-ভক্তি ধৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যুদ্ধেঽপি বৃত্ৰো হৰিপাদভক্তিং যযাচ যস্মাদ্ভগৱৎপ্ৰপন্নঃ।
অতো নৰঃ কৃষ্ণপদাব্জভক্তিং কুৰ্য্যাদেকাদশে ঈৰিতং বুধৈঃ॥

——

## দ্বাদশ অধ্যায়

### বৃত্ৰাসুৰ-বধকথন

কথা : দ্বাদশ অধ্যায়ে বৃত্ৰৰ বধ কহিবা। শুকে কহন্ত : এমনে বৃত্ৰে দেহ এড়িবাক ইছায়ে খেদি গৈয়া ইন্দ্ৰক শূল হানিলা। ইন্দ্ৰে বজ্ৰ হানি পথতে শূল কাটি বাহুক ছেদিলা। পাছে বামহস্তে পৰিঘ ধৰি ইন্দ্ৰ, ঐৰাৱতক দুইকো মাৰিলা। তেখনে ইন্দ্ৰৰ হাতৰ বজ্ৰ পৰিল, বৃত্ৰৰ কৰ্ম্ম দেখি লোকে প্ৰশংসিল, ইন্দ্ৰৰো শঙ্কট দেখি হাহাকাৰ কৰিল। লজ্জায়ে ইন্দ্ৰক বজ্ৰ নধৰিবাৰ দেখি বৃত্ৰে বোলয় : হে ইন্দ্ৰ, বজ্ৰ ধৰি শত্ৰুক মাৰা ; এখন বিষাদৰ কাল নহে ; যাতো ঈশ্বৰ বিনে যুজন্তা জনৰ জয়-পৰাজয় দুই আছে। যাৰ সকল জগত অধীন, হেন সৰ্ব্বকাৰণ ঈশ্বৰক নজানিসে অজ্ঞানীসৱে আপুনাক কৰ্ত্তা কৰি মানে। ইন্দ্ৰে বোলন্ত : হে বৃত্ৰ, তয়ি কৃতাৰ্থ হৈবি, যাতো যুদ্ধ-

সময়তো হৰিক ভজিলি, মায়াকো তৰিলি। যাতো অসুৰ স্বভাৱ এড়িলি, হৰিভক্ত হৈলি। আকেসে আশ্চৰ্য্য মানি, যাতো ৰাজসিক অসুৰ হয়ো হৰিত মন দিলি। যাৰ হৰিচৰণত ভক্তি আছে, যি অমৃতসাগৰত ক্ৰীড়া কৰে, তাৰ খালৰ পানী সম ক্ষুদ্ৰ বিষয়-সুখত কি কাৰ্য্য আছে। ( শ্লোক ১—২১ )

এহি বাক্য বুলি হুয়ো যুঝিবে লাগিলা, বৃত্ৰে বামহস্তে তুলি ইন্দ্ৰক পৰিঘ মাৰিলা, তাক ইন্দ্ৰে বজ্ৰে কাটি বাহুক ছেদিলা। পাছে হাতকটা বৃত্ৰে বহল মুখ মেলি খেদি গৈয়া ঐৰাৱত সমে ইন্দ্ৰক গিলিল। তাক দেখি সকল লোক হাহাকাৰ কৰিল। নাৰায়ণ-কৱচৰ প্ৰসাদে বৃত্ৰৰ উদৰতো ইন্দ্ৰ নমৰিলা ; কিন্তু বজ্ৰে পেট ছিড়ি বাঝ হুয়া শিৰ ছেদিলা, বেগৱন্ত বজ্ৰো এক বৎসৰ ফুৰিসে বৃত্ৰৰ শিৰ ছেদি পেল্লাইলা। তাক দেখি দেৱগণে দুন্দুভি বজাই জয় বাদ্য কৰিলা। বৃত্ৰৰো জ্যোতিৰ্ম্ময় জীৱ সৱাৰে আগতে ভগৱন্তক পাইলা।

( শ্লোক ২২—৩৫ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে দ্বাদশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। হৰি-ভক্ত দেখি শত্ৰুকো ইন্দ্ৰে প্ৰশংসিলা। আক জানি সদায়ে ভক্তক প্ৰশংসা কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : আলোক্য গোৱিন্দপদাৰৱিন্দে ৰতিং সুশত্ৰোৰপি বজ্ৰপাণেঃ।
যতঃ প্ৰশংসাং প্ৰচকাৰ প্ৰাজ্ঞেৰতো নৰাণামপি দৰ্শিতৈষা॥



# ত্ৰয়োদশ অধ্যায়

## ব্ৰহ্মহত্যা হন্তে ইন্দ্ৰৰ ৰক্ষা

কথা : ত্ৰয়োদশ অধ্যায়ে বৃত্ৰৰ ব্ৰহ্মহত্যাৰ হন্তে ইন্দ্ৰক হৰি ৰাখিবা। শুকে কহন্ত : এমনে বৃত্ৰ বধ হৈলে তিনিলোক সুখী হৈলা। দেৱসৱো মহা আনন্দে আপুনাৰ স্থানক গৈলা। বৃত্ৰৰ ব্ৰহ্মহত্যায়ো ইন্দ্ৰক মাত্ৰ খেদি গৈলা। কুবেশ, কুৰূপ, দুৰ্গন্ধ, ব্ৰহ্মহত্যা দেখি ইন্দ্ৰ পলাইলা। ব্ৰহ্মহত্যায়ো পাছে পাছে খেদি গৈলা। পাছে ঐশান্য দিশক গৈয়া মানস সৰোবৰত পদ্মৰ তন্তুত লুকাই ৰহিল। যজ্ঞৰ ভাগ নপাই মহা-দুঃখত সহস্ৰ বৎসৰ আছিলা, মহেশক ভয়ে ব্ৰহ্মহত্যা খেদি নগৈলা। ( শ্লোক ১—১৫ )

সেইবেলা দেৱগণে নহুষক ৰাজা পাতিলা। তেওঁ ঐশ্বৰ্য্যমদে অন্ধ হয়া শচীক ইছা কৰিলা। শচীয়ো বৃহস্পতি সমে আলচি কহিলা। যদি তুমি ব্ৰাহ্মণক দোলা যোড়াই মোৰ ঠাইক আসিবে পাৰা তেৱে ভজিবো। তাক শুনি নহুষে অগস্তি আদি চাৰি ঋষিক দোলা যোড়াইলা, তাতে অগস্তি অজগৰ হৌক বুলি শাপ দিলা। পাছে ব্ৰাহ্মণসৱে ইন্দ্ৰক আহ্বান কৰি আনিল। ইন্দ্ৰো হৰিক চিন্তি পাপ এড়াইল। ঋষিসৱো অশ্বমেধ কৰাই হৰিক যজাইলা। যাতো হৰিনাম-কীৰ্ত্তনে মহাপাপীয়ো শুদ্ধ হয়।

( শ্লোক ১৬··২৩ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে ত্ৰয়োদশোঽধ্যায়ঃ ॥

হে লোকসৱ, দেখ। হৰিসেৱা কৰি ব্ৰহ্মবধীয়ো শুদ্ধ হয়। আক জানি হৰিসেৱা ধৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যৎপাদভজনাৎ সদ্যো যদ্ যশঃ কীৰ্ত্তনাদপি।
ব্ৰহ্মহাপি জনঃ শুদ্ধ্যেত্তমহং সততং ভজে॥

---

# চতুৰ্দ্দশ অধ্যায়

## চিত্ৰকেতু ৰাজাৰ হৰ্ষ-বিষাদ

কথা : চৈধ্য অধ্যায়ত চিত্ৰকেতু ৰাজাক পুত্ৰপ্ৰাপ্তি, হৰ্ষ, হানি-বিষাদ কহিবা। ৰাজা পুছন্ত : হে গুৰো, ৰাজসিক তামসিক বৃত্ৰাসুৰ কেমনে ভগৱন্তত দৃঢ়মতি হৈল। যাতো সাত্ত্বিক দেৱ-ঋষিসৱৰো হৰিত একান্ত মতি নেদেখি। এতেকে মুক্ত কোটিৰো মধ্যত নাৰায়ণপৰায়ণ পৰম দুৰ্লভ। তাত বৃত্ৰ অসুৰ হুয়ো কেমনে হৰিত চিত্ত দিল. আক মোত কহিয়োক। শুকে কহন্ত : হে ৰাজা ; আত এক পুৰাতন কথা কহো, সাৱধানে মনে শুনা। শুৰসেন দেশত চিত্ৰকেতু নাম চক্ৰৱৰ্ত্তী ৰাজা আছিল। তেওঁ একোটি ভাৰ্য্যা বিবাহ কৰিলা ; তথাপি পুত্ৰ নহৈল। একদিনা তান গৃহক অঙ্গিৰা ঋষি গৈলা। ঋষিক দেখি ৰাজা উঠি সংকাৰ কৰিলা। ঋষিয়ো মহা আনন্দে বসি ৰাজাক বোলন্ত : হে ৰাজা, তোমাৰ পাত্ৰ-মন্ত্ৰী-পুৰোহিতসমে কুশল। তোমাৰ দেখো মনত সন্তোষ নাই। কিবা কাৰ্য্য নতো সিঝে ; যাতো চিন্তায়ে বিবৰ্ণ মুখ দেখো। চিত্ৰকেতু বোলন্ত : হে মহাঋষি, তুমি মোত যি পুছিলা, তাক আপুনি জানা ; তথাপি তুমাৰ আজ্ঞায়ে কহো। মঞি অপুত্ৰক,

চক্রৱর্ত্তী সম্পত্তিয়ো আনন্দ নকৰাৱে, এতেকে অপুত্ৰক দুঃখ যেমনে তৰিম তেমন কৰা। ৰাজাৰ প্ৰাৰ্থনা শুনি ঋষি পৰমান্ন পাক কৰি যজ্ঞ কৰিলা। তাৰ অৱশেষ শ্ৰেষ্ঠ পত্নী কৃতদ্যুতিক দিয়া ৰাজাত কহিলা। তোমাৰ এক পুত্ৰ হয়া হৰিষ-বিষাদ দুইকো দিবেক, এহি বুলি ঋষি চলি গৈলা।

( শ্লোক ১—৩০ )

পাছে ৰাজা পুত্ৰজাত হৈলে অনেক দান-পুণ্য কৰিলা। পিতৃৰ মাতৃৰ পুত্ৰত অত্যন্ত স্নেহ হৈলা, সপত্নীসৱৰ মহাতাপ হৈলা, ৰাজায়ো পুত্ৰৱতী পত্নীক স্নেহ কৰিলা। তাক সপত্নীসৱে জানি আপুনাক অনেক খেদ কৰি দ্বেষত ছৱালক বিষ দিয়া মাৰিল। তাক দেখি পিতৃ-মাতৃ মৃতকৰ সমীপত পৰি শোকে অনেক কান্দি বিলাপ কৰিলা। সপত্নীসৱো মিছায়ে কান্দিলা। লোকসৱো শোকে অচেতন হৈলা। তাক জানি নাৰদ-অঙ্গিৰা দুয়ো ঋষি আসিলা। ( শ্লোক ৩১—৬১ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে চতুৰ্দ্দশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ, পুত্ৰৱন্তৰ দুঃখ। আক জানি পুত্ৰাভিলাষ এড়ি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : আলোক্য পুত্ৰাণাং তাপং চিত্ৰকেতুচৰিত্ৰতঃ।
পুত্ৰাভিলাষং সংত্যজ্য সদা বিষ্ণুপদং স্মৰেৎ॥

---

# পঞ্চদশ অধ্যায়

## চিত্রকেতু ৰাজাক নাৰদ-অঙ্গিৰাৰ সান্ত্বনা

কথা : পঞ্চদশ অধ্যায়ে নাৰদ-অঙ্গিৰায়ো চিত্রকেতুৰ শোক দূৰ কৰিবা। শুকে কহন্ত : পাছে মৃতকৰ সমীপত দুয়ো ঋষি ৰাজাক বোলন্ত : হে মহাৰাজা, যাক শোক কৰা, ই তোমাৰ কি হয়, আৰ বা তুমি কি হবা। যদি বোলা ই মোৰ পুত্র, আৰ মঞি পিতৃ, তাত শুনা। পূৰ্ব্বজন্মত যি পুত্রাদি আছিল, ই জন্মত সি শত্রু-মিত্রাদি হয়। যেন নদীৰ বেগত বালুকা সংযোগ-বিয়োগ হয়, তেমনে কালবেগে জীৱসৱ সংযোগ-বিয়োগ পায়ে। এতেকে সম্বন্ধৰ নিয়ম নাই, কেনে মিছাত শোক কৰা। এই আশ্বাস বাক্য শুনি ৰাজা বোলয় : তোৰা দুই কোন মহন্ত, অৱধূত বেশে মোৰ ঠাই আসিছা, যাতো বিষ্ণুভক্ত ব্রাহ্মণসৱ অজ্ঞানীজনক কৃপায়ে পৃথিবীত ফুৰন্ত। তাৰাৰ নাম শুনা : কুমাৰ, নাৰদ, অঙ্গিৰা, গৌতম, ব্যাস, মাৰ্কণ্ডেয়, দুৰ্ব্বাসা, বশিষ্ঠ, দত্ত, কপিল, শুক। আনো অনেক সিদ্ধসৱ অজ্ঞানীজনৰ জ্ঞানৰ কাৰণে ফুৰন্ত। এতেকে তোৰা দুয়ো পৰম জ্ঞানী, মঞি অজ্ঞানীত জ্ঞান কহা। (শ্লোক ১—১৬)

অঙ্গিৰা বোলন্ত : হে ৰাজা, তোৰ পুত্ৰদাতা মই অঙ্গিৰা, এঞো নাৰদ ঋষি। তঞি হেন হৰিভক্তো পুত্ৰশোকে দুঃখ পাইবাৰ দেখি কৃপায়ে আসিছি। পূৰ্ব্বতো জ্ঞান দিবাক লাগি, তোৰ ঠাই আসিছিলো, তেখনে তোৰ আন মতি দেখি পুত্ৰকেসে দিলো, আয়ে তঞি পুত্ৰবন্তৰ তাপ জানিলি। এমনে জানিবি

সকল ধন-জন, পুত্ৰ-ভাৰ্য্যা, সম্পত্তি-ৰাজ্য, বিষয়, শোক-মোহ ভয়ৰ কাৰণ, অনিত্য অসুখ। এতেকে মনক শস্থ কৰি শোক এড়া। নাৰদে কহন্ত: ই বোধ ঈশ্বৰ কৃপা বিনে নঘটে, এতেকে তান কৃপাৰ অৰ্থে ভক্তি কৰা, তেৱে সাত-দিনতে অনন্তক পাইৰা। যাৰ পাদপদ্ম সেৱা কৰি পূৰ্ব্বত্ত মহেশাদিয়ো দ্বৈত-ভ্ৰম এড়াই পৰম মহিমা পায়া আছে। তুমিও ভক্তি কৰিলে তাক অল্পতে পাইৰা। ( শ্লোক ১৭—২৮ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে পঞ্চদশোঽধ্যায়ঃ।

হে লোকসব, দেখ। মহেশাদিয়ো হৰিভক্তি কৰিসে পৰম মহিমা পায়া আছা। আকে জানি তোৰায়ো হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: যৎপাদপদ্মমকৰন্দনিসেৱনেন শম্ভুঃ
প্ৰধান-মুনয়োপ্যতিহায় মোহং।
তেয়ুৰ্ম্মহিত্বমতুলং তমহং পুৰাণমানন্দ-
মূৰ্ত্তিমমলং সততং প্ৰপদ্যে॥

---

## ষোড়শ অধ্যায়

### অনন্ততোষণী বিদ্যা কথন

কথা: ষোড়শ অধ্যায়ে পুত্ৰৰ বাক্যে ৰাজাৰ শোক দূৰ কৰি, নাৰদে অনন্ততোষণী বিদ্যা কহিবা: পাছে নাৰদে ঋষি মৃতক ছৱালক জীয়ায়া বোলন্ত: হে জীৱ, তোৰ কুশল হৌক। তোৰ শোকে তাপিত পিতৃ-মাতৃক দেখ, দেহত প্ৰবেশি ৰাজ্যভোগ কৰ। জীৱে বোলন্ত, কুন জন্মত আৰা মোৰ পিতৃ-মাতৃ, যাতো মঞি আপুনাৰ কৰ্ম্মবশে নানা দেহত ফুৰো। এতেকে দেহৰ সম্বন্ধে সবাৰে সৱে পিতৃ-মাতৃ, বন্ধু-বান্ধৱ, শত্ৰু-মিত্ৰ হয়। আত্মাৰ পুনু

একো সম্বন্ধ নথটে। যাতো সম্বাতে পৰমব্ৰহ্ম ৰূপ। এহি বুলি জীৱ গৈলা। জ্ঞাতিসৱে বিস্ময় হুয়া শোক এড়ি দাহাদি কৰ্ম্ম কৰিলা। ৰাজায়ো গৃহ-অন্ধ-কূপৰ বৰাই যমুনাত স্নান কৰি অঙ্গিৰা-নাৰদক বন্দিলা। নাৰদো ৰাজাক প্ৰপন্ন দেখি মন্ত্ৰবিদ্যা কহি অঙ্গিৰা সমে চলি গৈলা। চিত্ৰকেতুয়ো সাৱধান মনে সেই বিদ্যাক সাতদিনে ধৰিলা। এতেকে বিদ্যাধৰ-ঐশ্বৰ্য্য পাইলা। পাছে কতো দিন অন্তৰ সমীপক গৈলা। গৌৰ কলেৱৰ, নীলবাস, কিৰীটি-কুণ্ডল, কেয়ূৰ-বলয়-নূপুৰ-মেখলায়ে মণ্ডিত, প্ৰসন্ন মুখ, অৰুণ-লোচন, সিদ্ধেশ্বৰ-সৱেো উপাস্য অনন্তক দেখি, তেখনে সকল পাপ গুচিল। নিৰ্ম্মল মন হৈল, পৰম ভক্তিত অশ্ৰু-লোচন, লোম পুলক হুয়া নমস্কাৰ কৰিলা। পাছে উঠি ধীৰে ধীৰে স্তুতি বোলন্ত : হে অজিত, সাধুসৱে ভক্তি কৰি তোমাক জিনিল, তুমিয়ো আপুনাক দিয়া তাৰাক জিনিলা, তুমিসে পৰমেশ্বৰ অনন্ত। যাতো লোমকূপত কোটি কোটি ব্ৰহ্মাণ্ড ফুৰে, পশু সম অজ্ঞানীসে তুমাক এড়ি আন দেৱক উপাসা কৰে। যাতো দেৱদত্ত সম্পত্তি ক্ষণেকতে নষ্ট হয়। সকামেও তুমাক উপাসা কৰিলেয়ো কৃপায়ে পৰম গতি দিয়া। তোমাক দেখিলে লোকৰ সকল পাপ ক্ষয় হয়। যাতো তোমাৰ নামক একবাৰ শুনিয়ো চণ্ডালো সংসাৰ তৰে। হে ভগৱন্ত অনন্ত, তোমাৰ চৰণত কোটিবাৰ প্ৰণাম কৰো।

( শ্লোক ১—৪৮ )

এহি স্তুতি শুনি ভগৱন্ত অনন্তে, তুষ্ট হুয়া বোলন্ত, হে চিত্ৰকেতু, তোমাক নাৰদ-অঙ্গিৰায়ে যি মোৰ ভক্তি-উপদেশ দিয়াছন্ত, তাতে তঞি কৃতাৰ্থ হৈলি। তথাপি সৰ্ব্বাত্মা মোত ভক্তি কৰিবি। যাতো মোৰ ভক্তি নকৰিলে সংসাৰ নুগুচে। এতেকে মনুষ্যশৰীৰ পায়ো যি মোৰ ভক্তি নকৰে, সি কদাচিতো সংসাৰ নেড়ই। ভগৱন্ত অনন্তে চিত্ৰকেতুক এই আশ্বাস কৰি অন্তৰ্দ্ধান হৈলা। ( শ্লোক ৪৯—৬৫ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে ষোড়শোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। চিত্ৰকেতু ৰাজা সাতদিন ভক্তি কৰি পৰম ঐশ্বৰ্য্য পাইলা। আক জানি সভতে হৰিসেৱা কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যৎ সপ্তদিৱসং সম্যগ্বিসেৱ্য সহসা নৃপঃ।
অবাপ মহদৈশ্বৰ্য্যং তং প্ৰপদ্যে মহেশ্বৰম্ ॥

## সপ্তদশ অধ্যায়

## চিত্ৰকেতুক পাৰ্ব্বতীৰ শাপ

কথা: সতৰ অধ্যায়ত চিত্ৰকেতুক পাৰ্ব্বতীৰ শাপ কহিবা। শুকে কহন্ত: যি দিশত অনন্ত অন্তৰ্দ্ধান হৈলা, সেই দিশক চিত্ৰকেতু প্ৰণাম কৰি লক্ষ বৎসৰ বিমানে ফুৰিলা, স্ত্ৰীগণ সমে হৰিগুণ গায়া নানা স্থানত ক্ৰীড়া কৰিলা। একদিনা বিমানে যাইতে সভাত পাৰ্ব্বতী সমে মহেশক দেখি হাস্য কৰি বোলয়। এ মহেশ জগতৰ গুৰু, ধৰ্ম্মবাদী, জটাধাৰী, তপস্বী হয়া লজ্জা এড়ি সভাত স্ত্ৰীক আলিঙ্গি ধৰিছা। সামান্যসৰো ৰহস্য স্থানতেসে স্ত্ৰীক ধৰি আলিঙ্গে। এঞ্ৰ মহাব্ৰতধাৰী হুয়ো সভাত স্ত্ৰীক ধৰি আছা। এহি বাক্য শুনি ভগৱন্ত মহেশ হাস্য কৰি মৌনে ৰহিলা। পাৰ্ব্বতী শুনি ক্ৰোধ কৰি বোলন্ত: অৰে, এহি চিত্ৰকেতু, আমি দুষ্ট নিলাজৰ শাস্তা দণ্ডধৰ্ত্তা হৈলি নিকি? ব্ৰহ্মাদিয়ো যাৰ দোষ নেদেখে। কিন্তু নিৰন্তৰে সেৱা কৰে, হেন মহেশকো ই দুষ্ট শিক্ষা দেই। এতেকে আক জানি দণ্ড কৰিবঞ্ৰ, ই হৰিভক্তি কৰিবাৰ যোগ্য নহে; যাতো আপুনি আপুনাক বড় দেখে; এতেকে তঞি অসুৰ হোউ; পুনু যেন মহন্তক অপকাৰ নকৰস। এহি শাপ শুনি চিত্ৰকেতু তেখনে বিমানৰ পৰা নামি প্ৰণাম কৰি বোলয়: হে দেৱী, তোমাৰ শাপক অঞ্জলি কৰি মঞি লৈলো। দেৱে মনুষ্যক যি বোলে সি পূৰ্ব্ব-অদৃষ্টেসে মিলে। জীৱসব সংসাৰত ফুৰি অজ্ঞানতেসে সুখ-দুঃখ পায়ে। পৰমাৰ্থত দুয়ো মিছা। এতেকে মঞি শাপ-মোক্ষৰ অৰ্থে তুমাক প্ৰীতি

নকৰো, কিন্তু মোৰ অসাধু বাক্যকো অসাধু কৰি মানা, তাক মাত্ৰ ক্ষমা কৰিবা। এহি বুলি চিত্ৰকেতু বিমানে লড়ি গৈলা। (শ্লোক ১--২৫)

মহেশো সভাৰ মাজত পাৰ্ব্বতীক বোলন্ত: হে পাৰ্ব্বতী, হৰিভক্তৰ মহিমা দেখিলা; নাৰায়ণ-পৰায়ণসৱে কাহাতো ভয় নকৰন্ত; যাতো স্বৰ্গ-মোক্ষ-নৰকক তুল্য দেখন্ত; এতেকে তুমি বিষ্ণুভক্তৰ মহিমা দেখি বিস্ময় নকৰিবা। শিৱ-ৰ এহি বাক্য শুনি পাৰ্ব্বতী গৰ্ব্ব এড়ি শান্ত হৈলা। চিত্ৰ-কেতুয়ো ত্বষ্টাদিত্যৰ যজ্ঞত বৃত্ৰাসুৰ হয়া জাত হইলা। এতেকেসে হৰিভক্ত হৈলা। শুকে বোলন্ত: জানা ৰাজা, তোমাৰ প্ৰশ্নৰ উত্তৰ কহিলো। আক যি শ্ৰৱণ-কীৰ্ত্তন কৰে সি পৰম গতি পাৱে। শ্লোক ২৬—৪১)

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে সপ্তদশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। চিত্ৰকেতু হেন ভক্তো মহেশক হাসিবাৰ পদে অসুৰ হৈলা। আক জানি মহন্তক উপহাস নকৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: মহেশস্যাৱহাস্যেন চিত্ৰকেতুৰপি দ্ৰুতং।
অসুৰত্বং গতো যস্মাত্তস্মাত্তদ্‌বৰ্জনং স্মৃতম্ ॥

— — —

# অষ্টাদশ অধ্যায়

## বায়ুৰ জন্মকথন

কথা : আঠৰ অধ্যায়ে বায়ুৰ জন্ম কহিবা। শুকে কহন্ত : জানা ৰাজা, দিতিৰ পুত্ৰ হিৰণ্যাক্ষ-হিৰণ্যকশিপুক ইন্দ্ৰৰ সহায় হুয়া বিষ্ণু বধিলে তাৰ মাতৃ দিতি শোকে-ক্ৰোধে তাপিত হুয়া চিন্তিবে লাগিলা। কৈসানিনো পুত্ৰবধী ইন্দ্ৰক মৰায়া সুখে নিদ্ৰা যাইবো, যি দেহ মৰি বিষ্ঠা-পলু-ছাই হৈবেক, তাৰ অৰ্থে যি প্ৰাণীবধ কৰে সি কি আপুনাৰ স্বাৰ্থ নজানে। এনয় ইন্দ্ৰৰ মদনাশক মোৰ পুত্ৰ কেমনে হয় বুলি পতিক শুশ্ৰূষা কৰিলা। তাহান সেৱাত তুষ্ট হুয়া কশ্যপে বোলন্ত : হে দিতি, তুমাৰ সেৱাত মঞি তুষ্ট হৈলো। মনৰ বাঞ্ছিত বৰ লয়া, স্ত্ৰীৰ স্বামী তুষ্ট হৈলে কি অপ্ৰাপ্য আছে।

( শ্লোক ১—৩২ )

যাতো স্ত্ৰীৰ স্বামীসে পৰম দেৱতা, এতেকে পতিব্ৰতা স্ত্ৰীসৱে ঈশ্বৰ বুলি স্বামীক শুশ্ৰূষা কৰে। তুমি সেইভাৱে মোক সেৱা কৰিলা। এতেকে তোমাৰ কামনা পুৰিবো। দিতি বোলন্ত, হে স্বামী, যদি বৰ দিবা, তেৱে মোৰ অমৰ পুত্ৰ হোক। সেই পুত্ৰে ইন্দ্ৰকো বধোক। যাতো ইন্দ্ৰে দুই পুত্ৰ মৰাইছে। এই শুনি কশ্যপে বিমন হুয়া আপুনাক খেদ কৰি বোলন্ত : অহো, মোৰ মহা অধৰ্ম্ম হৈল। ইন্দ্ৰিয়ৰ প্ৰীতি কৰিতে স্ত্ৰী-মায়ায়ে মোৰ মন মুহিলেক। অৱশ্যে মঞি নৰকত পৰিম। স্ত্ৰীৰ চেষ্টাক কোনে বুঝিব, যাতো আপুনাৰ কুশলৰ অৰ্থে পুত্ৰ-পতি-ভাতৃকো মৰাৱে। মঞি বৰ দিবো বুলি

অঙ্গীকাৰ কৰিছো, ইন্দ্ৰো বধ নৰিহয়। এতেকে ইহাক বিষ্ণুৰ ব্ৰত উপদেশ দেও, তেৱে ক্ৰোধ গুচিব, পুত্ৰো অমৰ হৈব, দীৰ্ঘ ব্ৰতত ছিদ্ৰ পৰিলে ইন্দ্ৰো বধ নহৈব। এহিমানে গুণি বোলন্ত, হে দিতি, তোমাৰ অমৰ পুত্ৰ হুয়া ইন্দ্ৰক বধিবেক, যদি এক বৎসৰ অছিদ্ৰে ব্ৰত ধৰিবে পাৰা।

( শ্লোক ৩৩—৪৫ )

দিতি বোলন্ত : হে স্বামী ; মঞি অৱশ্যে ব্ৰত ধৰিবো। তাৰ বিধি-নিষেধ কহা। কশ্যপে বোলন্ত : প্ৰথমে বিধি-নিষেধ শুনা : প্ৰাণীক হিংসা নকৰিব ; কাকো মন্দ নুবলিব ; মিছা বাক্য নকহিব ; নখ-লোম ধৰিব, অপৱিত্ৰ বস্তু নুছুইব, ক্ৰোধ নকৰিব, দুৰ্জনৰ লগত সম্ভাষা নকৰিব, অধৌত বস্ত্ৰ নিপিন্ধিব, আনৰ উচ্ছিষ্ট অন্ন, মৎস্য-মাংস নখাইব। ভৰি নুধুই, তিতা ভৰিয়ো, উত্তৰ-পশ্চিম শিৰেয়ো, নগ্ন হুয়ো, সন্ধ্যা সময়তো নিদ্ৰা নযাইব। আৰে বিধি শুনা : স্নান কৰি ধৌতবস্ত্ৰ পিন্ধি অলঙ্কাৰে মণ্ডিত হুয়া গন্ধ-পুষ্প, ধূপ-দীপে, নৈবিদ্যে, লক্ষ্মী নাৰায়ণ পূজা কৰিব। গো-ব্ৰাহ্মণকো অৰ্চিব, পতিকো শুশ্ৰূষা কৰিব। এমনে এই পুংসবন ব্ৰত এক বৎসৰ কৰিলে, তোমাৰ ইন্দ্ৰহন্তা পুৰুষ হৈবেক। দিতিয়ো তাক অঙ্গীকাৰ কৰি কশ্যপত হন্তে গৰ্ভ লভিলা, ব্ৰতকো ধৰিলা। আক জানি ইন্দ্ৰে কপট বেশে দিতিক শুশ্ৰূষা কৰিবে লাগিলা। নিতে বনৰ পৰা নানা বস্তু আনি দিলা। এমনে শুশ্ৰূষা ছলে ব্ৰতৰ ছিদ্ৰ নেদেখি মনে খেদ কৰিলা। পাছে একদিনা দিতি অশুচি হৈয়া, অনাচাৰে ভৰি নুধুই সন্ধ্যাবেলা নিদ্ৰা গৈলা। হেন ছিদ্ৰ পায়া ইন্দ্ৰে নিদ্ৰাত দিতিৰ উদৰত প্ৰবেশি বজ্ৰে গৰ্ভক সাত খণ্ড কৰিলা। তথাপি তাৰা নমৰি অঞ্জলি কৰি বোলয় : হে ইন্দ্ৰ, তোমাৰ ভ্ৰাতৃ আমি মৰুত গণক কেনে মাৰা। ( শ্লোক ৪৬—৬৭ )

ইন্দ্ৰয়ো তাৰাক নিৰ্ভয় দিয়া পাৰিষদ কৰিলা। হৰিৰ কৃপায়ে দিতিৰ গৰ্ভ বজ্ৰে কাটিলেয়ো নমৰিলা, যাতো একেবাৰ হৰিক অৰ্চিলে পুৰুষে সাৰূপ্য পায়। দিতি পুনু এক বৎসৰ হৰিক অৰ্চিছা। এতেকে তাৰাসৱ মৰুত নাম দেৱগণ হৈল। দিতিয়ো নিদ্ৰাৰ জাগি, ইন্দ্ৰে সমে পুত্ৰগণক দেখি অনেক তাপ কৰি পুছন্ত। হে ইন্দ্ৰ, মঞি তোমাক মাৰিবে হেন এক পুত্ৰক ইছায়ে ই ব্ৰত কৰিলো। তাত কেনে উনপঞ্চাশ হৈল, আক যদি জান তেৱে কহ। ইন্দ্ৰে বোলন্ত : হে মাতৃ, মঞি আক জানি তোমাৰ সমীপ আসিলো। ছিদ্ৰ পায়া বজ্ৰে গৰ্ভক সাত খণ্ড কৰিলো। তথাপি নমৰিবাৰ দেখি পুনু এক খণ্ডক

সাত খণ্ড কৰিলো। তথাপিয়ো হৰিৰ কৃপাত থাকি নমৰিল, মোৰ দুৰ্জ্জন-ভাৱক ক্ষমা কৰিবা। যাতো মহন্তৰ ক্ষমাসে ধৰ্ম্ম। এই বুলি ইন্দ্ৰে দিতিৰ আজ্ঞা লৈয়া মৰুতগণসমে স্বৰ্গক গৈলা। ( শ্লোক ৬৮—৭৮ )

শ্ৰীভাগৱতকথায়াং ষষ্ঠস্কন্ধে অষ্টাদশোঽধ্যায়ঃ।

হে সভাসদসৱ, দিতিৰ হিংসা-ভাৱত হৰিসেৱাৰ যি মহিমা দেখ, যি নিষ্কামে হৰিভক্তি কৰে তাৰ কি মহিমা কহিবো। সি সহজে কৃতাৰ্থ। আক জানি নিষ্কামে হৰিসেৱা কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক ঃ হিংসয়াপি দিতিঃ কৃষ্ণমাৰাধ্যাপৰৰান্ সুতান্।
অতো নিষ্কামভক্তানাং মহত্ত্বং কিমু বৰ্ণয়ে॥

---

# ঊনবিংশ অধ্যায়

## ব্ৰতৰ বিধান

কথা ঃ ঊনৈশ অধ্যায়ে সেই ব্ৰতৰ বিধান কহিবা। ৰাজা পুছন্ত ঃ হে গুৰো ; পুংসবন ব্ৰতৰ বিধান কহা ; যাত হৰি তুষ্ট হয়। শুকে কহন্ত ঃ আগ্ৰণ মাসৰ শুক্লপক্ষত বায়ুৰ জন্মকথা শুনি স্বামীৰ আজ্ঞা লয়া ব্ৰাহ্মণত পুছি স্ত্ৰীসৱে এই ব্ৰত আৰম্ভিব। স্নান কৰি শুক্লবস্ত্ৰ পিন্ধি মন্ত্ৰ পঢ়ি লক্ষ্মী-নাৰায়ণক পূজা কৰিব। পাদ্য-অৰ্ঘ্য-আচমনীয়-মধুপৰ্ক-বস্ত্ৰ-অলঙ্কাৰ-গন্ধ-পুষ্প-ধূপ-দীপ-নৈবেদ্য দিব। নিত্যে দ্বাদশ আহুতি হোম কৰিব। ভক্তিভাৱে দণ্ডৱতে প্ৰণাম কৰিব। স্তোত্ৰ পঢ়ি স্তুতি কৰিব। পতিকো ভক্তিভাৱে স্তুতি কৰিব। এমনে এক বৎসৰ হৈলে, মহাপূজা, হোম, ব্ৰহ্ম-ভোজ কৰাই

ব্ৰত সাঙ্গ কৰিব। গুৰুদক্ষিণা দিব; মহোৎসৱ কৰাইব। এমনে এই ব্ৰতক শ্ৰদ্ধাভাৱে কৰিলে সৱাৰে মনবাঞ্ছিত সিদ্ধি হয়। (শ্লোক ১—২৮)

শ্ৰীভাগৱতকথায়াং কবিৰত্নকৃতায়াং ষষ্ঠস্কন্ধে উনবিংশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। যথা তথা প্ৰকাৰেয়ো হৰিসেৱা কৰিলে সৱাৰে মনবাঞ্ছিত বৰ পায়। আক জানি সততে ভক্তি কৰা। ই স্কন্ধৰ কথা এহিমানে গৈল। হে শ্ৰীকৃষ্ণ, পৰমানন্দ, গোবিন্দ, তুমাক লক্ষ লক্ষ কোটিবাৰ প্ৰণাম কৰো। যেমনে তোমাৰ চৰণত সততে ৰতি থাকে তেমনে দয়া কৰা। সভাসদসৱো নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: যথা তথা প্ৰকাৰেণ যং ভজল্লভতে গতিং।
তমহং দেৱকীপুত্ৰং নমামি ভক্তবৎসলম্॥
ষষ্ঠস্কন্ধকথাহ্যেষা সমাপ্তা জনমুক্তিদা।
বৰ্ণিতা কবিৰত্নেন দামোদৰপদাৰ্থিনা॥
কৃষ্ণায় যদুদেৱায় দৈত্য-দানৱঘাতিনে।
ভক্তক্লেশসংহৰ্ত্ত্ৰে চ নমস্তে গোপীবন্ধবে॥
নমো নমস্তেঽস্তু সুখাৰ্ণৱায় স্বভক্তদুঃখস্য নিৰোধকায়।
ব্ৰজাঙ্গনানন্দবিবৰ্দ্ধকায় সদাপ্তকামায় নমো নমস্তে॥

## ষষ্ঠ স্কন্ধ সমাপ্ত

# সপ্তম স্কন্ধ

## প্ৰথম অধ্যায়

শ্লোক ঃ স্ফুৰচ্চটাকোটিবিধূতমেঘং নখায়ুধোৎপাটিতদৈত্যযূথম্ ।
স্বভক্তভক্ত্যাদৃতচিত্তমীশং নমামি দেৱং নৃহৰিং সনাতনম্ ॥

### হিৰণ্যকশিপুৰ প্ৰহ্লাদৰ মতিভেদ

কথা : যি ভগৱন্তে আপুনাৰ ভক্তৰ পক্ষপাত হুয়া, বিপক্ষক ক্ষয় কৰিলা, হেন অদ্ভুত নৃসিংহক প্ৰণাম কৰো। সপ্তম স্কন্ধত পোন্ধৰ অধ্যায়ে উক্তি কহিবা। পাপ-পুণ্য বাসনাকে উক্তি বুলি, মহন্তৰ অপৰাধে মহাপাপ। মহন্তৰ কৃপায়ে মহাপুণ্য। এতেকে বুদ্ধিমন্তে মহন্তৰ অনুগ্ৰহক লাগি যত্ন কৰোক। তাত প্ৰথমে হিৰণ্যকশিপুৰ প্ৰহ্লাদৰ মতিভেদ কহি শুভাশুভ বাসনা দেখাইবা। পূৰ্ব্ব স্কন্ধত ইন্দ্ৰৰ পক্ষপাত হুয়া বিষ্ণুৰ দৈত্যবধ কথা শুনি বিস্ময় হুয়া ৰাজা পুছন্ত। ( শ্ৰীধৰী টীকা )

হে শুকমুনি, ভগৱন্ত বিষ্ণু সবাতে সমান, প্ৰিয় সুহৃদ হুয়া কেনে বিষম হেন ইন্দ্ৰৰ অৰ্থে দৈত্য বধিলা ; আক মোত কহা। শুকে কহন্ত : জানা ৰাজা, নিৰ্গুণ ভগৱন্তো আপুনাৰ মায়া-গুণত প্ৰবেশি কালক অনুসৰি, অজ্ঞানীজনত বিষম হেন প্ৰকাশ কৰন্ত। পৰমাৰ্থত বিষম নঘটে। আত এক পুৰাতন কথা শুনা : ৰাজসূই যজ্ঞত যুধিষ্ঠিৰ ৰাজা শিশুপালৰ সাযুজ্য গতি দেখি বিস্ময়ে নাৰদত পুছন্ত : হে মহাঋষি নাৰদ, একান্ত ভক্তয়ো

দুর্লভ গতিক শিশুপাল-দন্তবক্রে দ্বেষ কৰি কেনে পাইলেক। শিশুপাল হন্তে কৃষ্ণক নিন্দা কৰিল, তথাপি জিহ্বাত কুষ্ঠ নহৈল; নৰকতো নপৰিল। কিয় হৰিৰ সাযুজ্য গতি পাইলেক আক মোক কহিয়োক। (শ্লোক ১—২১)

নাৰদে কহন্ত: জানা ৰাজা, স্তুতি-নিন্দা, সৎকাৰ-তিৰস্কাৰ, অজ্ঞানীজন-বেসে দেহাভিমানত থাকি হয়। ঈশ্বৰৰ পুনু অভিমান নাই; এতেকে নিন্দাদি নঘটে। কিন্তু যথা তথা প্ৰকাৰে তাহান্ত মতি প্ৰবেশাইলে পৰম গতি পাৱে। এতেকে বৈৰে বা ভক্তিয়ে বা স্নেহে বা সম্বন্ধে বা কামে বা ঈশ্বৰত মন লগাউক। সৱাতো কৰি বৈৰানুবন্ধ বড়। যাতো বৈৰানুবন্ধে শীঘ্ৰে ভগৱন্তক যেমনে পায়ে, ভক্তিযোগেয়ো তেমনে নপাৱে। বৈৰাদি ভাৱে অনেকে ভগৱন্তক পায়াছে। তাক শুনা: কামে গোপী, ভয়ে কংস, দ্বেষে ৰাজাগণ, সম্বন্ধত বৃষ্ণিবংশ, স্নেহত তোৰা, ভক্তিত আমৰা ভগৱন্তক পায়াছি। এতেকে যেমনে তেমনে প্ৰকাৰেয়ো পুৰুষে পৰমেশ্বৰত মতি লগাউক। দন্তবক্ৰ-শিশুপাল পুনু বিষ্ণুৰ পাৰিষদ আছিল। ব্ৰাহ্মণৰ শাপেসে বৈকুণ্ঠৰ পৰা পৰিল। (শ্লোক ২২—৩২)

যুধিষ্ঠিৰে পুছন্ত: হে নাৰদ, প্ৰাকৃত দেহাদিশূন্য বৈকুণ্ঠবাসীৰ কেনে জন্ম হৈল, আক মোত কহা। নাৰদে কহন্ত: একদিনা ব্ৰহ্মাৰ পুত্ৰ সনকাদি চাৰি সিদ্ধ বৈকুণ্ঠক গৈলা। তাৰাক দিগম্বৰ দেখি শিশু বুলি জয়-বিজয় দ্বাৰী যাইবাক নেদিলা। সিদ্ধসৱো ক্ৰোধ কৰি দুইয়ো অসুৰ হো বুলি শাপ দিলা। পুনু তিনি জন্মৰ অন্তৰে এইলোক পাউক বুলি কৃপায়ে কহিলা। এতেকে দুয়ো বৈকুণ্ঠৰ পৰা পড়ি, দিতিৰ গৰ্ভত হিৰণ্যাক্ষ-হিৰণ্য-কশিপু হুয়া জাত হৈলা। পাছে বৰাহ অৱতাৰে পৃথিবী উদ্ধাৰিতে হিৰণ্যাক্ষক বধিলা। হিৰণ্যকশিপু আপুনাৰ পুত্ৰ প্ৰহ্লাদক হৰিভক্ত দেখি মাৰিবাক লাগি অনেক দুঃখ দিলা। তথাপিয়ো হৰিৰ প্ৰসাদে মাৰিবাক নপাৰিলা। পাছে হৰি নৰসিংহ ৰূপে হিৰণ্যকশিপুক মাৰিলা। পাছে দুয়ো ৰাৱণ-কুম্ভকৰ্ণ হুয়া জাত হৈলা। তাতো শ্ৰীৰাম অৱতাৰে ভগৱন্তে বধিলা। পুনু দুয়ো তুমাৰ মাসুইৰ পুত্ৰ শিশুপাল-দন্তবক্ৰ হুয়া জাত হৈলা। আৱে হৰিৰ চক্ৰত পড়ি শাপ এড়াইল। বৈৰভাৱে সদায়ে কৃষ্ণক চিন্তি তাহান সাযুজ্য পায়া পুনু বৈকুণ্ঠে গৈলা। যুধিষ্ঠিৰে পুছন্ত: হে নাৰদ, প্ৰিয়তম পুত্ৰক কেনে হিৰণ্যকশিপু দ্বেষ কৰিল, কেনেবা প্ৰহ্লাদৰ অচ্যুতত মতি হৈলা। আক মোত কহিয়োক। (শ্লোক ৩৩—৪৭)

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে প্ৰথমোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। যথা তথা প্ৰকাৰেয়ো কৃষ্ণত মতি দিলে পৰম গতি পাৱে। এতেকে সদায়ে কৃষ্ণক চিন্তি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যথা তথা প্ৰকাৰেণ প্ৰবেশ্য মতিমচ্যুতে।
লভতে তস্য সাযুজ্যমিত্যেবং প্ৰথমে স্থিতম্॥

---

## ৰিতীয় অধ্যায়

### মাতৃ-ভ্ৰাতৃক হিৰণ্যকশিপুৰ সান্ত্বনা

কথা : দ্বিতীয় অধ্যায়ে হিৰণ্যকশিপু ভ্ৰাতৃৰ শোকত, লোক নাশ কৰাই মাতৃ-ভ্ৰাতৃ-পুত্ৰক সান্ত্বনা কৰিব। নাৰদে কহন্ত : ভগৱন্তে বৰাহ ৰূপ ধৰি হিৰণ্যাক্ষক বধিলে হিৰণ্যকশিপু ক্ৰোধে শোকে তাপিত হুয়া বোলয় : হে দৈত্য-দানৱসৱ, মোৰ বাক্য শুনি সাৱধানে কৰিবা। অল্পবীৰ্য্য দেৱতাসৱে বিষ্ণুক সহায় কৰি মোৰ ভ্ৰাতৃক বধিছে, সেই হৰিৰ ৰুধিৰে যাৱে মঞি তৰ্পণ নকৰো তাৱে ভোৰা পৃথিৱীক যাৱ। বিষ্ণু নষ্ট হৈলে, আপুনি সকল দেৱতা নষ্ট হৈবেক, যাতো বিষ্ণু সৱাৰে মূল। মূল নষ্ট হৈলে, ডালছেন দেৱতাগণ অৱশ্যে শুখাই মৰিব। ব্ৰাহ্মণৰ ধৰ্ম্মেসে বিষ্ণুৰ মূল। এতেকে যে ব্ৰাহ্মণসৱে তপ-জপ-যজ্ঞ-দান-ব্ৰত কৰে, তাক বধ গৈয়া। যি দিশত গো-ব্ৰাহ্মণ থাকে, ভক্তি-ধৰ্ম্ম প্ৰবৰ্ত্তে সি দিশক নাশ কৰ গৈয়া। স্বামীৰ বাক্যক শুনি দৈত্যসৱ পৃথিৱীক গৈয়া লোকৰ অনেক পীড়া কৰিল। নগৰ-গ্ৰামকো ছন্ন কৰিল, গৃহসৱ পুড়িল ; বৃক্ষসৱো কাটিল, সেতুসৱ ভাঙ্গিল, এমনে লোকক অপকাৰ কৰিতে দেৱগণ যজ্ঞভাগ নপায়া স্বৰ্গ এড়ি অলক্ষিতবেশে পৃথিৱীত ফুৰিল।

( শ্লোক ১—১৬ )

হিৰণ্যকশিপুয়ো ভ্ৰাতৃৰ দাহাদি কৰ্ম্ম কৰি বন্ধুসৱৰ শোক শান্তি কৰিবে লাগিল। হে মাতৃ, হে ভ্ৰাতৃৰ পত্নী-পুত্ৰসৱ, বীৰ হিৰণ্যাক্ষক লাগি শোক নকৰিবা। যাতো শত্ৰুৰ সমুখে বীৰৰ বধক প্ৰশংসা কৰে। লোকৰো একো থান-থিতি নাই, যাতো দৈৱ সংযোগ-বিয়োগ কৰাৱে। বিনাশী দেহৰেসে জন্ম-মৰণ। নিত্য আত্মাৰ নঘটে। আত এক পুৰাতন কথা শুনা: উশীনৰ দেশত সুযজ্ঞ নাম ৰাজাক শত্ৰুসৱে যুদ্ধত মাৰিল। পাছে তাৰ বন্ধুসৱে চৰণত পৰি অনেক বিলাপ কৰিল। দাহাদি কৰিবাকো নেদিল। এনেতে আদিত্য অস্ত গৈলা। পাছে তাৰাৰ বিলাপ শুনি যমৰাজা বালকৰূপ ধৰি আসিয়া বোলন্ত: অহো, কি আশ্চৰ্য্য! মোত কৰি বয়োবৃদ্ধসৱো বৃথায়ে শোক কৰে। আমিসে ধন্য, যাতো পিতৃ-মাতৃ ইঠাই এড়িলেয়ো চিন্তা নকৰঞ, যি ভগৱন্তে গৰ্ভত ৰাখন্ত, সেই ভগৱন্তে ইদানিকো ৰাখন্ত। ঈশ্বৰে ৰাখিলে পথৰ বস্তু ৰক্ষা পৰে। বনতো অনাথ জীয়ে; তেঞ্ নাৰাখিলে, গৃহত ৰাখিলেও নষ্ট হয়। প্ৰকৃত দেহসে উপজে মৰে, তাত পৃথক আত্মাৰ পুনু জন্ম-মৰণ নাই। এতেকে তোৰা নিত্য আত্মা, অনিত্য দেহা দুয়োকো শোক নকৰিবা। (শ্লোক ১৭—৪৯)

আত এক কথা শুনা: কুনো ব্যাধে কুলিঙ্গ পক্ষীক বিচাৰি লাগ পায়া লোভ লগাই জাল পাতি কুলিঙ্গক বধিলা। তাক কুলিঙ্গী দেখি, স্নেহত অনেক বিলাপ কৰিলা। পাছে ব্যাধে তাহাকো শৰ হানি বধ কৰিল; তোৰায়ো এমনে আপুনাৰ মৰণ নেদেখি মিছাত শোক কৰা। শতেক বৎসৰ শোক কৰিয়ো, সুযজ্ঞক লাগ নপাইবা। এই বাক্য বুলি যম অন্তৰ্দ্ধান হৈলা; সুযজ্ঞৰ জ্ঞাতিসৱো বিস্ময় হয়া সবাকো অনিত্য জানি শোক এড়ি দাহাদি কৰ্ম্ম কৰিল। আক জানি তোৰায়ো শোক নকৰিবা। এহি বোধ শুনি দিতি শোক এড়ি স্বস্থ হৈলা। (শ্লোক ৫০—৬১)

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে দ্বিতীয়োঽধ্যায়ঃ।

হে শিষ্টসৱ, দেখ! বিষ্ণু ৰক্ষা কৰিলেসে সৱে সদাই সকল লোকতে মহাসুখে থাকে। এতেকে তাহান্তে শৰণ পশি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: দ্বিতীয়ে বিষ্ণুৰক্ষিতঃ সৰ্ব্বঃ সৰ্ব্বত্ৰ সৰ্ব্বদা।

সুখমাস্তে জনো যস্মাৎ তস্মাত্তচ্ছৰণং স্মৃতম্॥

———

# তৃতীয় অধ্যায়

## হিৰণ্যকশিপুৰ তপস্যা

কথা : তৃতীয় অধ্যায়ে হিৰণ্যকশিপুৰ তপস্যা কহিবা। নাৰদে কহন্ত : পাছে হিৰণ্যকশিপু আপুনাক অজৰ-অমৰ কৰিবাক ইছায়ে মন্দৰ দ্ৰোণীত উগ্ৰ তপস্যা আৰম্ভিলা। উপৰক বাহু তুলিল, আকাশত দৃষ্টি কৰিল, পদাঙ্গুষ্ঠে পৃথিৱীক ছুইল। জটাৰ তেজে প্ৰলয়ৰ সূৰ্য্যসম প্ৰকাশ কৰিল। তাক তপ কৰিবাৰ দেখি, দেৱগণ পুনু স্বৰ্গক আসিল। পাছে তাহাৰ মাথাৰ পৰা অগ্নি বঝাই দশোদিশ তাপ কৰিল, সাগৰো খলকিল, পৃথিৱী কম্পিল, নক্ষত্ৰো খসি পৰিল। পুনু দেৱগণ স্বৰ্গত ৰহিবাক নপাৰি ব্ৰহ্মালোক গৈয়া, ব্ৰহ্মাত গোচৰ কৰন্ত। হে বিধাতা, হিৰণ্যকশিপুৰ তপৰ প্ৰভাৱে আমি স্বৰ্গত ৰহিবে নপাৰি। এতেকে যাৱে সকলে লোক নষ্ট নহয়, তাৱে ইহাৰ শাস্তি কৰা। সি পুনু তোমাৰ বৰে তোমাৰ থানক লৈয়া জগতক অন্যথা কৰিবাক খুজিছে। ( শ্লোক ১—১৩ )

এহি শুনি ব্ৰহ্মা ঋষিগণসমে তাহাৰ আশ্ৰমক গৈয়া দেখন্ত, তৃণ-বন-বংশে শৰীৰ ঢাকিছে। মাংস-শোণিতকো উই খায়াছে। অস্থিত মাত্ৰ প্ৰাণ ৰহিছে, তাক দেখি বিস্ময় হুয়া বোলন্ত : হে কশ্যপনন্দন, উঠ উঠ ; বাঞ্ছিত বৰ লোউ। তোৰ তপ দেখি মঞি তুষ্ট হৈলো। এহি বুলি কমণ্ডলু জল সিঞ্চিলা। সি তেখনে দিব্যৰূপ ধৰি উইভিঠাৰ পৰা উঠিল। আগত ব্ৰহ্মাক দেখি প্ৰণাম কৰি স্তুতি বোলয় : হে জগত সৃষ্টি-স্থিতি-সংহাৰ-কাৰণ বিধাতা,

তুমাক প্ৰণাম কৰু। তুমিসে সকল কৰ্ম্মৰ ফলদাতা, মোক যদি বৰ দিবা, তেন্তে তোমাৰ সৃষ্ট্যত হস্তে কুনো অস্ত্ৰত মোৰ মৃত্যু নহৌক। দিনত-ৰাত্ৰিত নমৰো, জল-স্থল-আকাশতো প্ৰাণ নযাউক। মোক যুজন্তা নহৌক, জগতৰ মঞি মাত্ৰ পতি হঞু, সকল দেৱ-সিদ্ধৰ মহিমা মিলোক, তোমাৰো মহিমা আমাতে হোক। (শ্লোক ১৪—৩৮)

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে তৃতীয়োঽধ্যায়ঃ ॥

হে সামাজিকসৱ, দেখ। হিৰণ্যকশিপু পূৰ্ব্বত এতেক দুঃখ কৰিয়ো যি সুখ নতু পাৰে, তাক আৰে নামপৰ হৈলে পাৰে, আক জানি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : মহাদুঃখেন দৈত্যেন্দ্ৰো যন্ন প্ৰাপ পুৰা সুখম্।
তদনায়াসেন সততং নৰো নামপৰো লভেৎ ॥

---

# চতুৰ্থ অধ্যায়

## হিৰণ্যকশিপুৰ বিষ্ণু-বিদ্বেষ

কথা : চতুৰ্থ অধ্যায়ে হিৰণ্যকশিপু বিষ্ণুক বিদ্বেষ কৰিতে লাগিল। বিক্ৰমে তিনিয়ো লোকক জিনিল। সবাকে বশ্য কৰিল। দেৱসৱৰো স্থান কাঢ়ি লৈল। ইন্দ্ৰৰ গৃহত ৰহিল, অনেক ভোগ কৰিল, লোকেও পূজিল। যোগবলেও যজ্ঞভাগ ভুঞ্জিল। দেৱৰো কাৰ্য্য আপুনি কৰিল, পৃথিবীয়ো শস্যসম্পন্ন হৈল। স্বৰ্গতো নানা ভোগ মিলিল। সাগৰো ৰত্নগণ দিল, পৰ্ব্বতো ক্ৰীড়াস্থান হৈল, বৃক্ষো সৰ্ব্বকালে ফল-ফুল ধৰিল। এমনে অনেক কাল গৈল, দেৱসৱো তাৰ পীড়া সহিবে নপাৰি হৰিত শৰণ পশি

স্তুতি-নতি কৰিল। তাত তুষ্ট হুয়া দৃশ্যৰূপে ভগৱন্তে বোলন্ত : হে দেৱসব, ভয় নকৰিবা, মঞি তোৰাৰ হিত কৰিম। কিন্তু কিছোকাল অপেক্ষা কৰা, যেখন মোৰ ভক্ত প্ৰহ্লাদক দ্বেষ কৰে তেখন মঞি আপুনি বধিবো। যাতো মঞি সৱাকে সহিতে পাৰো। মোৰ ভক্তৰ দ্ৰোহ সহিবে নপাৰো।

( শ্লোক ১—২৮ )

এহি বাক্য শুনি দেৱসৱ নিৰ্ভয় হুয়া অসুৰক হত হেন মানিল। হিৰণ্য-কশিপুৰো চাৰি পুত্ৰ মাঝে প্ৰহ্লাদ গুণে বৰ হৈল। আৱে তাহান গুণগণ শুনা : ব্ৰাহ্মণৰ ভক্ত, সুস্বভাৱ, সত্যবাদী, জিতেন্দ্ৰিয়, সৱাৰে প্ৰিয়, উত্তমৰ দাস, সামান্যৰ মিত্ৰ, দীনত দয়াল। গুৰুক ঈশ্বৰ বুলি মানন্ত, দম্ভ-দৰ্প-অহঙ্কাৰ নকৰন্ত, দুঃখতো আকুল নহন্ত, সুখত স্পৃহা নকৰন্ত, প্ৰাণ-মন দমিছন্ত, বালক হুয়ো ক্ৰীড়া নকৰন্ত, কৃষ্ণত মন দিয়া থাকন্ত, জড় হেন প্ৰকাশন্ত, দেহকো পাসৰন্ত ; উঠন্ত, বসন্ত, ভোজন কৰন্ত, নিদ্ৰাতো থাকন্ত, তথাপি তাত মন নেদন্ত। হৰিক চিন্তন্ত, প্ৰেমত কান্দন্ত, নাচন্ত, হাসন্ত, হৰিগুণ গান্ত, ভাৱনায়ো কৰন্ত, ৰোমাঞ্চিতো হন্ত, আনন্দে লোতক ঝড়য়, লোম শিহৰয়, যাৰ গুণ এতো প্ৰকাশয়, যাক দেৱসৱে প্ৰশংসয়, এমনে সৎসঙ্গলব্ধ হৰিসেৱায়ে, আপুনি পৰম আনন্দ পায়া সঙ্গ দুঃখিত আনৰো মনক আনন্দ কৰাইলা। এমন পুত্ৰকো হিৰণ্যকশিপু অনেক দ্বেষ কৰিল। আৱে তাৰ প্ৰসঙ্গ শুনা।

( শ্লোক ২৯—৪৬ )

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে চতুৰ্থোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ, প্ৰহ্লাদৰ শিশুকালতে হৰিভক্তি! আক জানি যদি আপুনাৰ হিত চাৱা, তেৱে সদা হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : আবাল্যকালমাৰভ্য প্ৰহ্লাদস্যাচ্যুতাগ্ৰতাম্।
বিলোক্য ভগৱদ্ভক্তা যত্নং কুৰ্ব্বন্তু মাধৱে॥

———

## পঞ্চম অধ্যায়

### হিৰণ্যকশিপুৰ প্ৰহ্লাদক দ্বেষ

**কথা :** পঞ্চম অধ্যায়ে হিৰণ্যকশিপু প্ৰহ্লাদক বৈষ্ণৱ দেখি হিংসা কৰিব। নাৰদে কহন্ত : জানা ৰাজা, অসুৰৰ পুৰোহিত শুক্ৰৰ ষণ্ডামৰ্ক দুইপুত্ৰ হিৰণ্যকশিপুৰ গৃহত থাকি ছৱাল পঢ়ান্ত, লগতে প্ৰহ্লাদো পঢ়ন্ত। কিন্তু মনে ভাল নমানন্ত, যাতো মিছা অৰ্থবাদ কহে। পাছে একদিনা হিৰণ্যকশিপু প্ৰহ্লাদ পুত্ৰক কোলে লৈয়া পুছয়। হে পুত্ৰ, তঞি কাক মনে ভাল মানস। প্ৰহ্লাদে কহন্ত : হে পিতৃ, মঞি তাকেসে মনে ভাল মানওঁ, লোকে গৃহক এড়ি বনক গৈয়া হৰিক আশ্ৰয় কৰয়। পুত্ৰৰ এহি বাক্য শুনি, ৰাজা হাসিয়া বোলয় : পৰৰ বুদ্ধিয়ে ছৱালৰ বুদ্ধিভেদ কৰিলেক। এতেকে গুৰুৰ গৃহত ছৱালক ভালমতে ৰাখোক। যেন আন বেশে বিষ্ণুভক্তে বুদ্ধি দিবে নপাৰে। ষণ্ডামৰ্কেয়ো প্ৰহ্লাদক গৃহক আনি মধুৰ বচনে পুছিবে লাগিলা : হে প্ৰহ্লাদ, তঞি আমাত সত্য কহিবি, মিছা নকহিবি। আন ছৱালত কৰি কেনে তোৰ বুদ্ধিভেদ হৈল, কিবা আনে কৰিল, কিবা আপুনি হৈল, আক মোত কহ। প্ৰহ্লাদে কহন্ত : যাৰ মায়ায়ে লোকৰ আত্মাপৰবুদ্ধি হয়, সেই ভগৱন্তক প্ৰণাম কৰো। তেঞ্ৰু যেখনে অনুকূল হন্ত, তেৱেঁসে পুৰুষৰ অহংবুদ্ধি গুচে। যাৰ পন্থক ব্ৰহ্মাদিয়ো নাজানে সেই ভগৱন্তৰ সকাশত মোৰ বুদ্ধিভেদ হৈল। এহি বুলি প্ৰহ্লাদে মৌন হৈলা। ( শ্লোক ১—১৪ )

তাক শুনি ব্ৰাহ্মণে তৰ্জিবে লাগিল। অৰে ছাত্ৰসৱ, বেত্ৰবাৰি আন,

ই কুলাঙ্গাৰক আজি কোবাই ছাল কাৰো। যাতো দৈত্য-চন্দনবনত ই কণ্টকবৃক্ষ হৈয়া বৈৰী বিষ্ণুৰ সহায় ভজিল। এমনে অনেক ভঙ্গি ধৰ্ম্ম-অৰ্থ-কামৰ উপায় শিকাইলেক। পাছে পাঠ জানিবাৰ জানি দৈত্যেন্দ্ৰত দেখাইল নিয়া। দৈত্যেন্দ্ৰে বালকক আশীৰ্ব্বাদ কৰি কোলাত বসাই পৰম আনন্দ পায়া পুছিবে লাগিলা। হে বাপু প্ৰহ্লাদ, তোৰ গুৰুত হন্তে এতকাল যি শোভন পাঠ পঢ়িছ তাক কহ। প্ৰহ্লাদে কহন্ত: পুৰুষে ঈশ্বৰত অৰ্পিয়া শ্ৰৱণ, কীৰ্ত্তন, অৰ্চ্চন, স্মৰণ, পাদ-সেৱন, বন্দন, দাস্য, সখ্য, আত্ম-নিবেদন কৰি এহি নৱ লক্ষণ ভক্তিকে শোভন পাঠ বুলি। ( শ্লোক ১৫—২৪ )

এহি কথা শুনি হিৰণ্যকশিপু ক্ৰোধ কৰি বোলয়: অৰে দুৰ্ম্মতি ব্ৰাহ্মণ, কেনে বিপক্ষক স্তুতি কৰি ছৱালক অসাৰ শিকাইলি। গুৰুপুত্ৰে বোলয়, হে মহাৰাজা! আমাৰ তুমি দোষ নেদিবা, যাতো তোমাৰ পুত্ৰে আমাৰ শিক্ষিত নকহে। আৰ এহুয় স্বভাৱ। হিৰণ্যকশিপু পুছয়: অৰে অমঙ্গল, গুৰুৰ উপদেশ বিনে কেনে তোৰ ই বুদ্ধি হৈল। প্ৰহ্লাদে কহন্ত: পিতৃ, গৃহস্থ লোকৰ কৃষ্ণত মতি পৰত হন্তে নহে। আপুনাত হন্তেয়ো নহে, অন্য অন্যেতো নহে, যাতো অজিত ইন্দ্ৰিয়ে বিষয় মাত্ৰ ভোগ কৰে। প্ৰাকৃত গুৰুৰ উপদেশেয়ে হৰিক নজানে, যাৱে মহন্তৰ পদৰেণুক শিৰে নধৰে। এহি বুলি প্ৰহ্লাদে মৌন হৈলা। দৈত্যেন্দ্ৰেয়ো তাহাক কোলাৰ পৰা আচাৰি পেলাই বুলিবে লাগিল: হে দৈত্যসৱ, ইহাক এখনে বধ। যাতো সকলো কুটুম্বক এৰি মোৰ ভাতৃবৈৰী বিষ্ণুচৰণক দাস হেন ভজিল, বিষ্ণু বা আত কেনে বিশ্বাস কৰিল। যাতো ই পাঁচ বৎসৰতে আমাৰ স্নেহ এড়িল। আনত কি কৰিব। যদি বোলা পুত্ৰক কেনে বধিবা। তাত শুনা: ঔষধ হেন হিতকাৰী হৈলে পৰকো পুত্ৰ বুলি; ব্যাধি হেন অহিত হৈলে পুত্ৰকো নষ্ট কৰি। এতেকে নানা উপায় কৰিয়ো ইহাক বধিবা। এহি আজ্ঞা শুনি দৈত্যসৱো প্ৰহ্লাদক শূল লৈয়া প্ৰহাৰিল। ( শ্লোক ২৫—৪০ )

হৰিত একান্ত চিত্ত প্ৰহ্লাদত পৰি সি প্ৰহাৰ সৱে বিফল হৈল। তাক দেখি দৈত্যেন্দ্ৰ শঙ্কিত হুয়া দিগ্‌গজক আদেশিলা, তাৰো দান্ত ভাঙিল, কিছো কৰিতে নপাৰিল। পাছে বড় বড় সৰ্পক নিয়োজিল, তাৰায়ো কামুৰি বিষ লগাই ছাল ফুটাইবাকো নপাৰিল। পাছে পৰ্ব্বতত তুলি আফালিল, তথাপি লোমো নলড়িল। পাছে নানা মায়া কৰিল। তথাপি ত্ৰাস নকৰিল। গাত খানিয়ো পুতিল, তাহাতো উঠিল, বিষ দিল, তথাপি নমৰিল। অন্ন-পান

নিবোধিল। তথাপি সেইমতে বহিল। হিম-বায়ু-জলতো নিয়োজিল, অগ্নিত পেলাইল, পৰ্ব্বত দিয়ো জান্তিল, তথাপি কিছো কৰিতে নপাৰিল। পাছে দৈত্যেন্দ্রে মহা বিস্ময়ে অনেক চিন্তা কৰি বোলয়ঃ আহাৰ বিৰোধে জানিলো মোৰ অৱশ্যে মৃত্যু হৈবেক। পাছে ৰাজাৰ চিন্তা দেখি শুকৰ পুত্রে বোধ দেই। হে মহাৰাজ, কেনে চিন্তা কৰা, ছৱালৰ কুনো গুণ-দোষ নধৰি। কিন্তু যাৱে আমাৰ পিতৃ শুক্র আসন্ত, তাৱে বৰুণৰ পাশে ইহাক বন্দী কৰি থৈয়ো; যেন ভয়ত নপলাৱে। গুৰুসেৱায়ে বয়স হৈলে, আপুনি বুদ্ধি ভাল হৈবেক। হিৰণ্যকশিপু বোলয়ঃ ইয়াক গৃহক নিয়া ৰাজধৰ্ম্ম শিখায়োক। ৰাজাৰ আজ্ঞা শুনি শুকৰ পুত্রে প্ৰহ্লাদক আনি ধৰ্ম্ম শিখাইতে লাগিল। শিখান্তেয়ো প্ৰহ্লাদে তাক মনে ভাল নোবলন্ত। যেখনে ব্ৰাহ্মণ আন কৰ্ম্মে ব্যগ্ৰ হন্ত, তেখন প্ৰহ্লাদ ছৱালসৱক মাতি হৰিকথা কহন্ত। ছৱাল-সৱে তাহাঙ্ক আবৰি পৰম আনন্দে হৰিকথা শুনন্ত। ( শ্লোক ৪১—৫৭ )

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে পঞ্চমোঽধ্যায়ঃ।

হে শিষ্টসব, দেখ। প্ৰহ্লাদ এতেক দুঃখতো হৰিভক্তি নেড়িলা। আক জানি আপদ কালতো হৰিভক্তি নেৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : মহাদুঃখেঽপি প্ৰহ্লাদো নাত্যজদ্ভগৱদ্ৰতিম্।
অতো দুঃখেঽপি শ্ৰীকৃষ্ণে ভক্তিঃ কাৰ্য্যা সদা নৃভিঃ ॥

———

# ষষ্ঠ অধ্যায়

## দৈত্য-ছৱালক প্ৰহ্লাদৰ বোধ

কথা: ষষ্ঠ অধ্যায়ে দৈত্য-ছৱালক প্ৰহ্লাদে বোধ দিবা। প্ৰহ্লাদে কহন্ত: হে দৈত্যবালকসব; বুদ্ধিৱন্ত জনে ছয়াল কালৰে পৰা হৰিত ভক্তি কৰোক। যাতো দুৰ্লভ মনুষ্য জন্ম কেতিক্ষণে পৰে, তাৰ থান-থিতি নাই। এতেকে জানিবা পুৰুষৰ হৰিসেৱায়েসে কৰ্ত্তব্য। যাতো হৰি সৱাৰে আত্মা, প্ৰিয় সুহৃদ। বিষয়-সুখ, পুনু সকল যোনিতে পাই; যেন দুখুজিলেয়ো দুঃখ মিলে, তেমনে সুখ মিলিব। এতেকে সুখৰ অৰ্থে যত্ন কৰোক। যাতো আয়ু বিফলে যাই, যাতো শৰীৰ বৈকল্য নতো হোৱে, তাৰে হৰিসেৱাক লাগি যত্ন কৰোক। পুৰুষৰ শতেক বৎসৰ পৰমায়ু, তাৰ অৰ্দ্ধেক নিদ্ৰাত বিফলে যাই। বালক কালত ক্ৰীড়া কৰিতেয়ো কুৰি বৎসৰ যাই, পাছে জৰা অৱস্থাতো কুৰি বৎসৰ যাই। কুননো পুৰুষে গৃহত থাকি ধন-জনত আসক্তি কৰি আপুনাক মুক্ত কৰিব। (শ্লোক ১—১৭)

এতেকে তোৰা সৱাৰে সঙ্গ এড়ি নাৰায়ণক ভজা। তাহান্ত প্ৰীতি কৰিতে কিছো প্ৰয়াস নাই। যাতো হৰি সৱাৰে আত্মা, সৱাতে পাই। তোৰাও সকল প্ৰাণীক দয়া কৰিবা। তেৱে অল্পকালতে হৰি তুষ্ট হৈব; হৰি তুষ্ট হৈলে পুৰুষৰ সকল পুৰুষাৰ্থ অপ্ৰাপ্য নহে। তথাপি একান্ত ভক্তৰ তাত কিছো প্ৰয়োজন নাই। এই জ্ঞান-কথা পূৰ্ব্বত নাৰায়ণে নাৰদক কহিলা,ময়ো নাৰদৰ মুখে শুনিলো, এহি জ্ঞান হৰিৰ একান্ত ভক্তৰ পদৰেণু

নৈলে, সন্নাৰে হৈব। দৈত্যবালকসৱে পুছয়: হে প্ৰহ্লাদ, তুমি-আমি এই ব্ৰাহ্মণত বিনে আন গুৰুক নজানি, তাত তুমি কেনে ৰাজাৰ অভ্যন্তৰত থাকি নাৰদৰ সঙ্গ পাইলা। বিশ্বাসৰ অৰ্থে আমাৰ ই সংশয় দূৰ কৰা।

( শ্লোক ১৮—৩০ )

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে ষষ্ঠোঽধ্যায়ঃ।

হে সভাসদ! যাৱে বিষয়-বাসনায়ে অত্যন্ত বন্ধনতো হৱা, তাৱে হৰি-ভক্তি সেৱা কৰি সংসাৰ পাৰ হৱা। প্ৰথমে নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: যাৱদ্বিষয়পাশেন পুমান্ নৈৱেহ বধ্যতে।
তাৱদ্ধৰিপদাম্ভোজং ভক্ত্যা ভৱমতিক্ৰমেৎ॥

———

# সপ্তম অধ্যায়

## প্ৰহ্লাদৰ জ্ঞানকথন

কথা: সপ্তম অধ্যায়ে প্ৰহ্লাদ মাতৃৰ গৰ্ভত নাৰদৰ মুখে যি জ্ঞান পাইছা তাক কহিবা। প্ৰহ্লাদে কহন্ত: যেখনে আমাৰ পিতৃ মন্দৰ গিৰিত তপ কৰিতে শৰীৰক উই খাইল, তেখনে দেৱগণো দৈত্যক যুঝিবাক উত্তম কৰিল। তাক দেখি দৈত্যসৱ প্ৰাণ ৰক্ষা কৰি পুত্ৰ-ভাৰ্য্যা সৰ্ব্বস্বকো এড়ি পলাইল। দেৱগণে দৈত্যেন্দ্ৰৰ গৃহ লুড়ি কৰিল। ইন্দ্ৰে মোৰ মাতৃক ধৰি নিল, পথত নেন্তে নাৰদে বুলিলা, কেনে অকাৰণে গৰ্ভৱতী স্ত্ৰীক নিয়া। ইন্দ্ৰে কহিলা: এইৰ গৰ্ভত দৈত্যেন্দ্ৰৰ বীৰ্য্যে পুত্ৰেক আছে। প্ৰসৱ হৈলে তাক বধি এইক এড়ি দিবো। নাৰদে বুলিলা: এঞ্চ মহাভাগৱত নিষ্পাপ মহাবীৰ্য্য। আহ্ম তুমি বধিবে নপাৰিবা। নাৰদৰ এই বাক্য শুনি মোক ভক্তিয়ে মাতৃক প্ৰণাম কৰি ইন্দ্ৰ গৈলা। পাছে নাৰদে মাতৃক আপুনাৰ আশ্ৰমক নিয়া

অনেক আশ্বাস বুলিলা। মাতৃয়ো ইচ্ছা প্রসৱৰ অৰ্থে ঋষিক শুশ্রূষা কৰি তথায়ে ৰহিলা। কৃপায়ে ঋষি মাতৃত জ্ঞান কহিলা। চিৰকালৰ পদে তেওঁ তাক পাসৰিল। ঋষিৰ অনুগ্রহে মই নাপাসৰিলো। তোৰা যদি শ্রদ্ধা কৰা, তেৱে তোৰাতো সেই জ্ঞান হৈবেক। তাৰ উপায় সহস্রৰ মধ্যত ভগৱন্তে ভক্তিকেহে শ্রেষ্ঠ কৰি কহিছা। আৱে তাৰ সাধন শুনা। গুৰুক শুশ্রূষা কৰিব, সকল কৰ্ম্ম কৰি হৰিত অৰ্পিব, বৈষ্ণৱৰ সঙ্গ লৈব, হৰিকথাত শ্রদ্ধা কৰিব, হৰিনাম-কীৰ্ত্তন কৰিব, কৃষ্ণক মনত স্মৰিব, এতেকে সাধনে ভগৱন্তত একান্ত ভক্তি হৈব। ( শ্লোক ১—৩৩ )

তেৱে হৰিৰ গুণ শুনিতে হৰ্ষে লোম পুলক হয়, বাক্যো গদগদ্ হয়, কতো নাচই, কতো হাসই, কতো হৰিগুণ গাৱৈ, মনতে হৰিক লাগ পাৱৈ। তেৱে অনায়াসে সংসাৰ নাশ হোই। এতেকে তোৰা ঈশ্বৰক ভজা, যাত কিছো প্রয়াস নাই। যাতো হৰি সততে আছা। বিষয় আৰ্জ্জনত পুনু কিছো ফল নাই। যাতো ই দেহ কেতিয়া পড়ে তাৰ থান-থিত নাই, তাত পুত্র-ভাৰ্য্যা, ধন-সম্পত্তিয়ে কি প্রীতি কৰিব। এমনে কৰ্ম্মজন্য স্বৰ্গসুখকো বিনাশী জানিবা। সকলো লোকে বিনাশী দেহৰ সুখৰ অৰ্থে কৰ্ম্ম কৰে, সি কৰ্ম্মে পুনু কেৱলে দুঃখ মাত্র পাৱে, সুখ নপাৱে। এতেকে যাৰ অধীন সকলে সুখ, সেই ভগৱন্তক তোৰা ভক্তিভাৱে ভজা। যাতো হৰি সৱাৰে ঈশ্বৰ, প্রিয়আত্মা হেন সুবুলিবা, আমাৰ আত অধিকাৰ নাই। যাতো দেৱ-অসুৰ-মনুষ্য-যক্ষ-ৰাক্ষস-গন্ধৰ্ব্ব হৰিক ভজি মহাসুখী হুয়াছে। দেৱ-দ্বিজ-ঋষি-তপ-জপ, দান-পুণ্য কৰিয়ো মুকুন্দৰ প্রিয় কৰিতে নপাৰে। কেৱল ভক্তিতেসে হৰি তুষ্ট হন্ত। এতেকে তোৰা একান্ত ভক্তি কৰা। যাতো গোবিন্দৰ ভক্তিসে পুৰুষৰ পুৰুষাৰ্থ, যাক পায়া স্ত্রী-শূদ্রাদিয়ো নিস্তৰিছে।

( শ্লোক ৩৪—৫৫ )

শ্রীভাগৱতকথায়াং সপ্তমস্কন্ধে সপ্তমোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। হৰিভক্তিক লাগি একো জাতি, আচাৰ নলাগে। কেৱল ভক্তিত পৰম গতি পাৱে। আক জানি আন কাম এড়ি হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক ঃ ন জাতি নৈৱ চাচাৰো হৰিভক্তা যতো জনাঃ।
অতো ব্রজন্ত পৰমাং গতিং ভক্ত্যেৱমাদৃতাঃ॥

# অষ্টম অধ্যায়

## নৰসিংহ অৱতাৰ, হিৰণ্যকশিপু-বধ, ব্ৰহ্মাদিৰ স্তুতিকথন

কথা : অষ্টম অধ্যায়ে নৰসিংহ অৱতাৰ, হিৰণ্যকশিপু-বধ, ব্ৰহ্মাদিৰ স্তুতি কহিবা। নাৰদে বোলন্ত : এমনে দৈত্যবালকসৱে প্ৰহ্লাদৰ উপদেশ পায়া ব্ৰাহ্মণৰ শিক্ষা এড়ি হৰিকথা শুনি হৰিনাম লৈতে লাগিল। তাক জানি ব্ৰাহ্মণে মহাভয়ে ৰাজাত জান দিল। তাক শুনি হিৰণ্যকশিপু কোপে শৰীৰ কম্পাই অনেক আক্ষেপে বধিতে উদ্যত হুয়া বুলিবে লাগিলা। অৰে, দুৰ্বিনীত মন্দবুদ্ধি, কাৰ বলে তঞি মোৰ আজ্ঞা অতিক্ৰমস। প্ৰহ্লাদে বোলন্ত : তেঞু কেৱলে মোৰ বল নহন্ত, কিন্তু সৱাৰে পুনু, যি জগতক বশ্য কৰে তাহাঙ্কে ঈশ্বৰ বুলি। তুমি অসুৰ স্বভাৱ এড়ি মন সাম্য কৰা, যাতো সাধুজনৰ অজিতেন্দ্ৰিয় বিনে আন শত্ৰু নঘটে। এহি বাক্য শুনি হিৰণ্যকশিপু বোলয় : মঞি জানিলো তঞি অৱশ্যে মৰিবে খোজস। যাতো মোত পৰম ঈশ্বৰ কহস। যদি ঈশ্বৰ থাকে, তেৱে কুন ঠাই আছে। প্ৰহ্লাদে বোলন্ত : সৱাতে আছে। হিৰণ্যকশিপু বোলয় : তেৱে কেনে তম্ভে নেদেখি। প্ৰহ্লাদে বোলন্ত : তম্ভতে আছন্ত। দৈত্যেন্দ্ৰে তাক নেদেখি ক্ৰোধ কৰি বোলয় : ভালে মোক কদৰ্থহ, আজি তোৰ শিৰ ছেদোঁ, দেখো কেমনে হৰি আসি ৰাখে। এহি বুলি খড়্গ ধৰি খেদি যাইতে ক্ৰোধৰ বেগত তম্ভত মুঠি হানিল। তাত তেতিক্ষণে মহাশব্দ উঠিল, যি শব্দে ব্ৰহ্মাণ্ডক ফুটাইল। যাক শুনি সকল লোকে প্ৰলয় হৈল বুলি মানিল, অসুৰসৱো ত্ৰাস হৈল। পাছে

ভগৱন্তে নিজভৃত্য-বাণী সত্য কৰিবাক লাগি অদ্ভুত নৰসিংহ ৰূপ ধৰি দেখা দিলা। (শ্লোক ১--১৯)

যাৰ চক্ষু সুবৰ্ণৰ বৰ্ণ, উপৰক উঠি আছে উচ্চ দুই কৰ্ণ, ভয়ঙ্কৰ মুখ-নাসিকা, দন্ত তীক্ষ্ণ, চঞ্চল জিহ্বা, শৰীৰৰ কেশ স্বৰ্গকো ছুইছা। শত সহস্ৰ ভুজে দশদিশ জুৰিছা, এমন নৰসিংহক দেখি হিৰণ্যকশিপু গদা ধৰি খেদি গৈয়া অগ্নিত পতঙ্গ হেন অদৃশ্য হৈলা। তথাপি ক্ৰোধত গদা প্ৰহাৰিলা। তাক নৰসিংহে গৰুড়ে সৰ্পক হেন হাসিয়া ধৰিল। তাহান লীলাত হাত এড়াই দৈত্যে বল বুজিলো বুলি মনে মানিল। এতেকেহে খড়্গ-চৰ্ম্ম ধৰি খেদি আসিল। নৰসিংহো অট্টহাস কৰি লীলায়ে ধৰিয়া কোলাত বসাই সভাৰ মধ্যত নখে ছিৰি পেলাইলা, নাড়ীসব টানিয়া শিৰত বান্ধিলা, ৰুধিৰে কেশ তিয়াইলা। তাক দেখি দৈত্যসেনাসব অস্ত্ৰ ধৰি খেদি আসিল। তাহাকো নখ-অস্ত্ৰ হস্তে তেখনে সংহাৰিলা। তেখনে নৰসিংহৰ জটাৰ চোটত মেঘগণ খণ্ড খণ্ড হৈল, চক্ষুৰ তেজ লাগি সূৰ্য্যাদিৰো প্ৰকাশ টুটিল। নিশ্বাসত সাগৰসব খলকিল, শব্দ শুনি দিগ্‌গজসব দশোদিশ পলাইল। চৰণৰ আঘাতে পৃথিবী কম্পিল, শৰীৰৰ বেগ লাগি পৰ্ব্বতো উভৰিল। পাছে নৰসিংহে যুঝন্তা বীৰ নেদেখি, দৈত্যেন্দ্ৰৰ সিংহাসনত বসিলা। তেখনে তাহান প্ৰচণ্ড বেগ দেখি, ভয়ে সমীপ চাপি কেউ সেৱা নকৰিলা। আকাশৰ পৰা দেৱ-স্ত্ৰীসৱে পুষ্পবৃষ্টি কৰিল। দেৱে দুন্দুভি বজাইল, গন্ধৰ্ব্বে গীত গাইল, অপ্সৰাসৱে নৃত্য কৰিল, ব্ৰহ্মাদি দেৱসৱো ভয়ে দূৰত থাকি অনেক স্তুতি কৰিল। (শ্লোক ২০—৫৬)

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে অষ্টমোঽধ্যায়ঃ।

হে সামাজিকসৱ, দেখ। ভক্তৰ প্ৰাণ-সঙ্কট সময়ত কৃপায়ে নৰসিংহ ৰূপ ধৰি দৈত্যেন্দ্ৰক বধিলা। এহেন গুণৰাজি তাহান ভক্ত হুয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যো ভক্তবাক্যসত্যাৰ্থং নৰসিংহাকৃতিন্দধন্।
হিৰণ্যকশিপুং দৈত্যং জঘান তমহং ভজে॥

---

## নৱম অধ্যায়

### প্ৰহ্লাদৰ স্তুতি

কথা : নৱম অধ্যায়ে প্ৰহ্লাদৰ স্তুতি কহিবা। নাৰদে বোলন্ত : এমনে ব্ৰহ্মাদি দেৱগণে পৃথকে পৃথকে নানা স্তুতি কৰিয়ো, নৰসিংহৰ ক্ৰোধ দেখি কেয়ো সমীপ চাপিবে নপাৰিলা। পাছে লক্ষ্মীক পঠাইলা, তেওঁ অশ্ৰুত অদৃষ্ট ৰূপ দেখি শঙ্কিত হুয়া সমীপক নাসিলা। তেৱে ব্ৰহ্মা প্ৰহ্লাদক পঠাইলা। তেওঁ অঞ্জলি কৰি ধীৰে ধীৰে যায়া নৰসিংহৰ চৰণত দণ্ডৱতে পৰিলা। তাঙ্ক দেখি নৰসিংহে উঠ উঠ বুলি শিৰত হস্ত দিলা, তেখনে তাহান সকল অশুভ গুচিল। ব্ৰহ্মজ্ঞানো মিলিল, হৃদয় দ্ৰৱিল, লোম শিহৰিল, লোতক ঝৰিল। নৃসিংহৰ পাদপদ্ম হৃদয়ত ধৰি একাগ্ৰচিতে গদ্‌গদ্ বাক্যে স্তুতি কৰিতে লাগিলা : (শ্লোক ১—৭)

হে ভগৱন্ত নৰসিংহ, যাক ব্ৰহ্মাদিয়ো অনেক গুণগণে আৰাধিবে নপাৰে, হেন তুমাক মঞি অসুৰ হুয়া কেমনে তুষ্ট কৰো। ভক্তি বিনে ধন-জন, বিদ্যা-ব্ৰতাদি গুণো তুমাৰ তোষৰ কাৰণ নহে। যাতো তুমি গুণহীন, গজেন্দ্ৰতো ভক্তিমাত্ৰে তুষ্ট হৈলা। এতেকে বাৰগুণীয়া অভক্ত ব্ৰাহ্মণতো কৰি, তুমাৰ একান্ত ভক্ত চণ্ডালকো শ্ৰেষ্ঠ মানো। যাতো তোমাত ভক্তি কৰিলেসে পুৰুষ শ্ৰেষ্ঠ হয়। এতেকে মঞি নীচ হুয়ো তোমাৰ গুণ কহিবোঁ। যাক কহি পুৰুষে সংসাৰ মুক্ত হয়। তুমাৰ স্মৰণ মাত্ৰে লোকৰ ভয় গুচে। লীলাতে সুখী হয়, এতেকে ক্ৰোধ এড়ি সবাৰে ভয় গুচোৱা। মঞি পুনু তুমাৰ উগ্ৰৰূপ

দেখি ভয় নকৰো, কিন্তু সংসাৰৰ দুখ দেখি মহাভয় লাগে। এতেকে তুমি কৃপায়ে চৰণ মূলক নিয়া ; তেৱে তোমাৰ দাস হৈয়া ভক্তৰ সঙ্গত তযু গুণ গায়া অনায়াসে সংসাৰ তৰিম। তোমাত বিনে আন ৰাখন্তা নাই, তুমিসে সৰ্ব্বৰূপে ৰাখা। এতেকে মঞি তোমাত শৰণ পশিলো, ৰক্ষা কৰা। তযু ভকতৰ সঙ্গ বিনে আন বিনাশী সম্পত্তিক ইছা নকৰো, যাতো পূৰ্ব্বত নাৰদে অনুগ্ৰহ কৰিছা। এতেকে তাহাৰ সেৱাক মঞি কেমনে পাসৰিবোঁ। তুমিসে নানা অৱতাৰে জগতক ৰক্ষা কৰা। তথাপি তুমাৰ কথামৃতত মোৰ দুৰ্ব্বাৰ মন প্ৰীতি নপায়ে। আৰো দশ ইন্দ্ৰিয়ে দশভিতি টানে। এতেকে তুমাৰ স্বৰূপক কেমনে বিচাৰ কৰিবোঁ। তথাপি বেদগুণ গায়া সংসাৰক ভয় নকৰো। কিন্তু তযু কথা বিমুখক মাত্ৰ খেদ কৰো। এতেকে তুমি কৃপায়ে সৱাকে গতি দিয়া, যাতো তোমাত বিনে আন তাৰন্তা নাই। এতেকেসে মই প্ৰাৰ্থনা কৰো, হে ভগৱন্ত, শ্ৰৱণাদি বিনে আনমতে সপ্ৰেম ভকতি নপায়ে। এতেকে মোক তোমাৰ চৰণ সেৱা দিয়া। ( শ্লোক ৮—৫০ )

নাৰদে বোলন্ত : প্ৰহ্লাদৰ এই স্তুতি শুনি নৰসিংহ তুষ্ট হুয়া কৃপায়ে বোলন্ত : হে প্ৰহ্লাদ, তোত মঞি তুষ্ট হৈলো, বাঞ্ছিত বৰ লউ, যাতো মোৰ দৰশন পৰম দুৰ্লভ। এতেকে মোক দেখি পুৰুষ কৃতাৰ্থ হয়। এমনে বৰে লোভ লগাইলেয়ো প্ৰহ্লাদে বৰক ইছা নকৰিলা। যাতো হৰিৰ একান্ত ভক্ত। ( শ্লোক ৫১—৫৫ )

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে নৱমোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। নৰসিংহক লাগ পায়া প্ৰহ্লাদে সাধুসঙ্গত কথা শ্ৰৱণ প্ৰাৰ্থিলা। আক জানি সাধুসঙ্গ লৈয়া হৰিকথা শুনি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : নৃসিংহং প্ৰাপ্য প্ৰহ্লাদো যযাচে সাধুসঙ্গতিঃ।
শ্ৰোতুং হৰিযশো যস্মাত্তস্মাত্তৎকাৰ্য্যমাদৰাৎ ॥

———

# দশম অধ্যায়

## প্ৰহ্লাদক নৰসিংহৰ অনুগ্ৰহ

**কথা :** দশম অধ্যায়ে নৰসিংহে প্ৰহ্লাদক অনুগ্ৰহ কৰিবা। প্ৰসঙ্গত কহিবা ত্ৰিপুৰ দহন্তে ৰুদ্ৰকো কৃষ্ণে ৰাখিবা। নাৰদে কহন্ত : প্ৰহ্লাদে সেই বৰসৱক ভক্তিৰ বিঘ্নি মানি কাৰ্পণ্য কৰি বোলন্ত : হে ভগৱন্ত, স্বভাৱতে মঞি বিষয় আসক্ত, আউৰ বৰ লোভ নলগাইবা। যাতো তাত ভয়েসে তোমাত শৰণ পশিছো; ভক্তলক্ষণ জিজ্ঞাসা বিনে সংসাৰৰ কাৰণ বৰ যাচিবাৰ পৰম কৃপালু তুমাৰ ফল নাই। এতেকে যি ভক্তি কৰি বিষয়-ভোগক ইছা কৰে, তাক ভক্ত নুবুলি; কিন্তু সি বাণিজ্যাৰূসে যি ভৃত্য হন্তেয়ো আপুনাৰ মহত ইছা কৰে, তাকো স্বামী নুবুলি; এতেকে জানিবা মঞি নিষ্কাম ভক্ত। তুমিয়ো নিৰাপেক্ষ স্বামী; তথাপি যদি বৰ দিবাক খোজা, তেৱে মোৰ মনত একো কামনা নুপুজোক এহি বৰ দিয়া। নৰসিংহে বোলন্ত, ভাল বুলিলি, তঞি মোৰ একান্ত ভক্ত, তথাপি মোৰ প্ৰীতি অৰ্থে এক মন্বন্তৰ কাল দৈত্যৰ ৰাজা হৈয়া বিষয় ভোগ কৰ, যজ্ঞ কৰিয়া মোক যজ; কীৰ্ত্তিকো বিস্তাৰ, নিত্যে মোৰ কথা শুনিলে কৰ্ম্মবন্ধ নহৈবি। যাতো তোৰ কথা যি শুনে, যি কহে, তাৰ সংসাৰ গুচে। তোৰ গুচিবেক আত কি বুলিবোঁ। পাছে ই দেহ এড়ি মোক পাইবি। প্ৰহ্লাদে বোলন্ত : হে ভগৱন্ত; আবো মোক এক বৰ দিয়া, মোৰ পিতৃ তোমাক নিন্দা কৰিল। মঞি ভক্তকো অনেক দ্ৰোহ কৰিল। এতেকে সেই পাপত হন্তে পিতৃ পৱিত্ৰ হোক।

(শ্লোক ১—১৭)

নৰসিংহে বোলন্ত: হে প্ৰহ্লাদ, তোৰ একৈশ পুৰুষ সহিতে পিতৃ পৱিত্ৰ হৈল, যাতো ইহাৰ গৃহত কুলপাৱন তঞি জাত হুয়াছস। যি ঠাইত মোৰ ভক্ত থাকে, সি অপৱিত্ৰ দেশো পৱিত্ৰ হয়। তঞি পুনু সকল ভক্তত শ্ৰেষ্ঠ, যাতো তোক সেৱা কৰি অনেক লোক মোৰ ভক্ত হৈবেক। ই দৈত্য মোৰ অঙ্গ-পৰশে পৰম পৱিত্ৰ হুয়া পৰম গতি পাইবেক। এতেকে তঞি পিতৃকাৰ্য্য কৰি সিংহাসনত বস। নৰসিংহৰ আজ্ঞায়ে প্ৰহ্লাদে পিতৃৰ প্ৰেতকাৰ্য্য কৰিলা। ব্ৰাহ্মণসৱো অভিষেক কৰি তাহাঙ্ক দৈত্যৰ ৰাজ্য পাতিলা। পাছে নৰসিংহৰ প্ৰসন্ন মুখ দেখি ব্ৰহ্মা অনেক স্তুতি কৰি বোলন্ত: হে দেৱ দেৱ ভগৱন্ত, এই পাপী অসুৰক বধিবাৰ দেখি মঞিও বড় ৰঙ্গ পাইলো; যাতো ই মোত হন্তে সৱাতে অবধ্য বৰ পায়া সকল বেদ নাশ কৰিলেক। ইহাৰ পুত্ৰ তোমাত শৰণ পশিল, তুমি ৰক্ষা কৰিলা। দেৱসৱো প্ৰহ্লাদক আশীৰ্ব্বাদ কৰি, আপুনাৰ থানক গৈলা। (শ্লোক ১৮—৩০)

নাৰদে কহন্ত: জানা ৰাজা, পাছে দুয়ো দৈত্য ৰাৱণ-কুম্ভকৰ্ণ হৈয়া জাত হৈলা। তাক শ্ৰীৰাম অৱতাৰে বধিলা। পুনু দুয়ো শিশুপাল-দন্তবক্ৰ হৈয়া জাত হৈলা। যাতো হৰিক বৈৰভাৱে চিন্তি সকল পাপ এড়াই মোৰ আগতে ঈশ্বৰৰ সাযুজ্য গতি পাইলেক। নাৰদে বোলন্ত: হে ৰাজা, তুমি মোত যি কথা পুছিলা, তাক কহিলো। আক যি শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰে, সি সকলে পাপ এড়াই পৰম গতি পাৱে। হেন বা বুলিবা, প্ৰহ্লাদ কি ভাগ্যৱন্ত, যাতো ভগৱন্তক দেখিলা। আমিসে অভাগ্য, তাহাঙ্ক দেখিবে নপাই। আত শুনা, ইহলোকত তোৰাসে মহাভাগ্যৱন্ত; যাতো তোঠৈৰ গৃহক বৈষ্ণৱসৱ আসন্ত। পৰমব্ৰহ্মো মনুষ্যবেশে আছন্ত। যাক নজানি মমাৰ পুত্ৰ বোলা, নানা কৰ্ম্মো কৰৱা, যাৰ স্বৰূপক ব্ৰহ্মা-মহেশ নজানন্ত, আমৰা ভক্তি কৰিসে যাৰ প্ৰসাদক প্ৰাৰ্থনা কৰি। হেন ভগৱন্ত কৃষ্ণ তোঠৈৰ সুহৃদ হুয়াছন্ত। এতেকে তোঠৈত কৰি আন কুন ভাগ্যৱন্ত আছে। যুধিষ্ঠিৰে পুছন্ত: হে মহামুনি, কোন বেলা ময়দানৱে মহেশৰ যশ নাশ কৰিল। কেমনে বা এই কৃষ্ণে মহেশৰ যশ বঢ়াইল। আক মোত কহা। (শ্লোক ৩১—৫১)

নাৰদে কহন্ত: যেখনে দেৱগণ কৃষ্ণৰ প্ৰসাদে দৈত্যগণ জিনিল, তেখন অসুৰসৱে মহামায়াৱী ময়ত শৰণ পশিল। ময়ো সুৱৰ্ণ-ৰজত-লোহাময় অভেদ তিনি পুৰ নিৰ্ম্মিয়া তাৰাক দিলা। তাক পায়া দৈত্যগণো অলক্ষিত হুয়া তিনিয়ো লোক নাশ কৰিল। তাক ভয়ে দেৱগণ মহেশত শৰণ পশিল।

মহেশো তাৰাক নির্ভয় দিয়া, তিনি পুৰোক লাগি, ধনুত অগ্নিশৰ জুৰিলা। তাত হস্তে অনেক অগ্নিবর্ণ শৰসৱ বঝাই সকল দৈত্যক বধিলা। তাক দেখি ময়দানৱে মায়াবলে কূপৰস নির্ম্মিয়া পেহ্লাইলা। কূপৰস ছুয়া দৈত্যসৱে বজ্রসম শৰীৰে তেখনে উঠিল। তাক দেখি মহেশ বিমন হুয়া মহাভয় পাইল। তেখনে এই কৃষ্ণে তাহান্ক কৃপায়ে উপায় কল্পিলা। ব্রহ্মাক বৎস কৰি আপুনি ধেনু হুয়া দুই পৰ বেলা সকল কূপৰস পিলা। তাক দেখিয়া দৈত্যসৱ মোহিত হুয়া বাধা নকৰিল। তাক জানি ময়ে শোকাকুল হুয়া দৈত্যক বোধ দিলা। ঈশ্বৰে যি কৰিব তাক কেঞ্ও নিবাৰিতে নপাৰে। এতেকে তোৰা বৃথা খেদ নকৰ। পাছে ভগৱন্তে আপুনাৰ শক্তিয়ে মহেশক যুদ্ধৰ সামগ্রী ৰথ-ধ্বজ, ধনু-শৰ, কৱচ দিলা। তেৱেসে মহেশে শৰ হানি ত্রিপুৰক দাহ কৰিলা। তাক দেখি দেৱগণে দুন্দুভি বঝাই পুষ্প বৰষিয়া জয় শব্দ কৰিল। মহেশে কৃষ্ণৰ প্রসাদে যুদ্ধ জিনি মহাৰঙ্গে কৈলাসক গৈলা। ( শ্লোক ৫৩ - ৭০ )

শ্রীভাগৱতকথায়াং সপ্তমস্কন্ধে দশমোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। মহেশৰো কৃষ্ণৰ প্রসাদেসে যশ হুয়াছে। এতেকে কৃষ্ণক পৰমেশ্বৰ জানি তাহান্ত শৰণ পশি ভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : মহেশস্যাপি শ্রীকৃষ্ণপ্রসাদাদ্বিততং যশঃ।
অতস্তৎপাদশৰণং গত্বা ভক্তিং সমাচৰেৎ॥

— -- —

# একাদশ অধ্যায়

## লোক-ধর্ম্মকথন

কথা : একাদশ অধ্যায়ে সুবাসনাৰ অৰ্থে লোকৰ ধৰ্ম্ম কহিবা। যুধিষ্ঠিৰে পুছন্ত : হে মহামুনি, আৰে বর্ণাশ্রম ধৰ্ম্ম কহা, যাতো বৈষ্ণৱ ব্ৰাহ্মণেসে পৰমধৰ্ম্ম গুহ্য জানন্ত। আন ব্ৰাহ্মণে নজানে। নাৰদে কহন্ত : জানা ৰাজা, যাত ভগৱন্ত তুষ্ট হন্ত, তাকেসে পৰমধৰ্ম্ম বুলি। তাতে মুখ্য শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, পদসেৱন, অৰ্চ্চন, বন্দন, দাস্য, সখ্য, আত্মনিবেদন। আৰে চাৰি জাতিৰ ধৰ্ম্ম শুনা : ব্ৰাহ্মণে যজন-যাজন, অধ্যয়ন-অধ্যাপন কৰিব। আত জীৱাক নপাৰিলে কৃষিকৰ্ম্ম কৰিব। তথাপি নীচসেৱা নকৰিব। ক্ষত্ৰিয়ে প্ৰজা-পালন কৰি কৰ-দণ্ড লৈব। বৈশ্যে কৃষি-বাণিজ্য কৰিব ; সৱাৰে অনুকূল হৈব। শূদ্ৰে দ্বিজ সেৱা কৰিব ; স্ত্ৰীসৱৰো পতি-সেৱা ধৰ্ম্ম বুঝিবা। আন জাতিৰো চুৰি-ডকা পাপ বিনে কুলাচাৰকে ধৰ্ম্ম বুলি। হৰিভক্তি পুনু সৱাৰে ধৰ্ম্ম জানিবা। (শ্লোক ১—৩৫)

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে একাদশোঽধ্যায়ঃ।

হে সভাসদ দেখ, ধৰ্ম্মৰো মাঝত হৰিভক্তিসে শ্ৰেষ্ঠ, আক জানি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : ধৰ্ম্মমধ্যেঽপি শ্ৰীবিষ্ণোৰ্ভক্তিঃ শ্ৰেষ্ঠা যতো জনৈঃ।
অতঃ কাৰ্য্যা সদা সৰ্ব্বৈৰিত্যেকাদশ ঈৰিতম্ ॥

———

# দ্বাদশ অধ্যায়

## আশ্ৰমৰ ধৰ্ম্ম

কথা : দ্বাদশ অধ্যায়ে ব্ৰহ্মচাৰী-বানপ্ৰস্থৰ ধৰ্ম্ম কহিবা। নাৰদে কহন্ত : ব্ৰহ্মচাৰী গুৰুগৃহত থাকি ইন্দ্ৰিয়ক দমি গুৰুক শুশ্ৰূষা কৰি বেদ পঢ়িব। পঢ়ি আদি-অন্তে গুৰুক প্ৰণাম কৰিব, ত্ৰিসন্ধ্যা আচৰিব, অগ্নিক সেৱা কৰিব, হৰিতো ভক্তি কৰিব, দণ্ড-কমণ্ডলুক ধৰিব, গোধূলি-পুৱা ভিক্ষা কৰি গুৰুক দিব, তান আজ্ঞায়েসে ভোজন কৰিব। নচেৎ উপবাসে থাকিব। স্ত্ৰীক সম্ভাষা নকৰিব, গন্ধ-চন্দন, মালা-অলঙ্কাৰ নিপিন্ধিব। এমনে বেদ পঢ়ি গুৰুক দক্ষিণা দিয়া বিবাহ কৰি গৃহত থাকিব। পাছে পঞ্চাশ বৎসৰ হৈলে বনক যাইব। তাত ফল-মূল মাত্ৰ খাইব, নিত্য-নৈমিত্তিক কৰিব, সশয়ন নকৰিব, দণ্ড-কমণ্ডলু নেড়িব, বাত-বৃষ্টি-হিম সহিব। নখ-লোম ধৰিব, শৰীৰ পখালিব, হৰিকো চিন্তিব। এমনে পঞ্চ-সত্তৰি বৎসৰ গৈলে পাছে সন্ন্যাস লৈব। ( শ্লোক ১—৩১ )

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে দ্বাদশোঽধ্যায়ঃ।

হে সভাসদসৱ, দেখ। এতেক ধৰ্ম্ম কৰিয়ো হৰিভক্তি বিনে মোক্ষ নপাৱে। এতেকে হৰিভক্তি ধৰি, সদায়ে হৰি বোল হৰি।

শ্লোক : বিনা কৃষ্ণপদাম্ভোজং ভক্তিমাশ্ৰমকৰ্ম্মভিঃ।
নৈৱ সংলভতে মুক্তিং তস্মাত্তাং নৈৱ বৰ্জ্জয়েৎ ॥

---

# ত্ৰয়োদশ অধ্যায়

## প্ৰহ্লাদ-অৱধূত সংৱাদ

কথা : ত্ৰয়োদশ অধ্যায়ত প্ৰহ্লাদ-অৱধূত সংৱাদ কহিবা। নাৰদে বোলন্ত : পাছে সন্ন্যাস লৈয়া সবাকে এড়ি দণ্ড-কমণ্ডলু, কৌপীন মাত্ৰ ধৰি একেশ্বৰে পৃথিবীত ফুৰিব। গ্ৰামত একৰাত্ৰি মাত্ৰ বঞ্চিব, নগৰত তেৰাত্ৰ থাকিব। গৃহস্থৰ গৃহত একসন্ধ্যা মাত্ৰ ভোজন কৰিব, আত্মাৰাম হুয়া কাহাতো আশ্ৰয় নকৰিব। সৱাৰে উপকাৰী হৈব, ৰাগ-লোভ এড়িব, নাৰায়ণ-পৰায়ণ হৈব, অৰ্থ সঞ্চয় নকৰিব, সৱাতে ব্ৰহ্ম দেখিব, ব্ৰহ্মাতো সৱাকে দেখিব। এই ধৰ্ম্মত এক পুৰাতন কথা শুনা : ভগৱন্তৰ প্ৰিয় প্ৰহ্লাদ পাত্ৰ-মন্ত্ৰীসমে লোক জিজ্ঞাসা কৰিতে কাবেৰী তীৰত অৱধূত ব্ৰাহ্মণক দেখি সাদৰে প্ৰণাম কৰি পুছন্ত : হে ব্ৰাহ্মণ, কামভোগ বিনেয়ো তুমাৰ শৰীৰ পুষ্ট দেখো, আৰ কাৰণ কহা। তুমি সমৰ্থ হুয়ো কেনে কিছো কৰ্ম্ম নকৰা, আক কহা। ( শ্লোক ১—১৯ )

ব্ৰাহ্মণে বোলন্ত : হে মহাভাগৱত, অসুৰশ্ৰেষ্ঠ, তুমি মোত যি পুছিলা, আক আপুনি জানা। তথাপি কহো। মঞি পূৰ্ব্বত কৰ্ম্ম কৰি নানা যোনিত ফুৰিলোঁ। পাছে আসি স্বৰ্গ-নৰক-মোক্ষৰো দ্বাৰ, এই মনুষ্য শৰীৰ পাইলো। আতো লোকে সুখৰ অৰ্থে কৰ্ম্ম কৰিয়ো দুঃখ পাইবাৰ দেখি, মঞি সকল কৰ্ম্ম এড়িলো। হৰিৰ প্ৰসাদে আত্মসুখ পায়া নিশ্চিন্ত হৈলো। আক নজানিসে লোকে কৰ্ম্ম কৰি সংসাৰত ফুৰে। ধনৱন্তৰো চৌৰাদি চিন্তা দুঃখ মুগুচে।

যাতো ধনেসে কাম-ক্ৰোধ-শোক-মোহ-লোভৰ কাৰণ। এতেকে বুদ্ধিমন্তজনে ধনত স্পৃহা এড়োক। মক্ষি মধুমাখিৰ সঞ্চিত মধুক আনে হৰিবাৰ দেখি ধন সঞ্চয়ৰ অৰ্থে ইচ্ছা এড়িলো। যদৃচ্ছা লাভতে মনৰ সন্তোষ অজগৰ হন্তে শিকিলো, এতেকেসে অন্ন-বিত্তৰ স্বাদ নাচাই, পাইলে মাত্র খাঞু। পাট-নেত, কানি-কণ্ঠা, বাকলিকো পিন্ধো। পাটী, মাটি, খেড়, খাট, তুলি, বিচনাতো শোঞু। পাইলে ফুল, চন্দন, অলঙ্কাৰো পিন্ধো, হাতী-ঘোড়াতো ফুৰো, দিগম্বৰ হুয়ো লড়ো, কাহাকো ভাল-মন্দ নোবোলো, সন্নাবে কুশল বাঞ্ছো, এই পৰম গুহ্য আপুনাৰ বৃত্তান্ত তোমাত কহিলো; যাতো তুমি মহাভাগৱত। এহি কথা শুনি প্ৰহ্লাদ মহাতুষ্ট হুয়া তাহাঙ্ক সংকাৰ কৰি গৃহক গৈলা।

( শ্লোক ২০—৪৬ )

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে ত্ৰয়োদশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। প্ৰহ্লাদ হেন বৈষ্ণৱো অৱধূত মহন্তক লগ পায়া সাদৰে কথা আলাপিলা। আক জানি আপুনাক বড় নমানি মহন্তক পাইলে সম্ভাষা কৰিবা। ইদানিক উচ্চ কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : প্ৰহ্লাদোঽপি যতঃ চক্ৰে সদালাপনমাদৰাৎ।
অতো নৰাণামেষা দিঙ্ নিৰ্ণীতা শাস্ত্ৰবিত্তমৈঃ॥

---

# চতুৰ্দ্দশ অধ্যায়

## গৃহস্থৰ ধৰ্ম্মকথন

কথা : চতুৰ্দ্দশ অধ্যায়ে গৃহস্থৰ ধৰ্ম্ম কহিবা। যুধিষ্ঠিৰে পুছন্ত : হে মহাঋষি, গৃহস্থৰো যেমন মুক্তি হয় তাক মোত কহা। নাৰদে কহন্ত : গৃহত থাকিয়া পুৰুষে হৰিত অৰ্পিয়া নিত্য-নৈমিত্তিক কৰ্ম্ম কৰিব। মহন্তকো শুশ্ৰূষা কৰিব। যদি অধিক ধন থাকে, তেৱে যাত্ৰা-মহোৎসৱ কৰাইব। বৈষ্ণৱকো দিব, ভাগৱত-গীতা পঢ়াইব, কথাৰ অবিৰোধেসে ক্ষেত্ৰ-তীৰ্থ কৰিব, একাদশী-অমাসী-সংক্ৰান্তি পালিব। পিতৃৰো শ্ৰাদ্ধ কৰিব, নৱান্ন-অপৰপক্ষ কৰিব, পুণ্য দেশক আশ্ৰয় কৰিব। যি ঠাইত বৈষ্ণৱসৱ থাকন্ত তাহাকে পুণ্য দেশ বুঝিবা। ( শ্লোক ১—৪২ )

শ্ৰীভাগৱতকথায়াং সপ্তমস্কন্ধে চতুৰ্দ্দশোঽধ্যায়ঃ।

হে সভাসদসৱ, দেখ। গৃহস্থসৱো হৰিভক্তি কৰি পৰম গতি পাৱে, উদাসীনে পাইবে তাক কি বুলিবো! আক জানি হৰিভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : চতুৰ্দ্দশে গৃহস্থোঽপি হৰিভক্ত্যা পৰম্পদম্।
প্ৰাপ্নোতীত্যঞ্জসা যস্মাদন্যেষাং কিমুপৱৰ্ণয়ে॥

## পঞ্চদশ অধ্যায়

### সংসাৰ-ধৰ্ম্মকথন

কথা : পঞ্চদশ অধ্যায়ে সৰ্ব্বসাৰ ধৰ্ম্ম কহিবা। নাৰদে কহন্ত : জানা ৰাজা, বিস্তৰ কি কহিবো। কায়-বাক্য-মনে প্ৰাণীহিংসা বৰ্জ্জনত পৰ আন শ্ৰেষ্ঠ ধৰ্ম্ম নাই। বিধৰ্ম্ম, পৰধৰ্ম্ম, আভাষ, উপমা, ছল এই অধৰ্ম্মৰ পঞ্চ শাখা। আক পুৰুষে কদাচিতো নকৰিব। যাক ধৰ্ম্ম বুলি কৰন্তেয়ো আপুনাৰ ধৰ্ম্ম নষ্ট হয় তাক বিধৰ্ম্ম বুলি। পৰৰ ধৰ্ম্মক পৰধৰ্ম্ম বুলি। পাষণ্ড ধৰ্ম্মকে উপমা ধৰ্ম্ম বুলি। শব্দভেদকে ছল ধৰ্ম্ম বুলি। যেন গোদান কৰ বুলিলে মৰিবাৰ গো দিয়া বাক্যমাত্ৰ পালে। অনিছাকৰণকে আভাষ বুলি। গুৰুসেৱাত পৰ আন শ্ৰেষ্ঠ ধৰ্ম্ম নাই। সন্ত দোষ দেখিবাত পৰ অধৰ্ম্ম নাই। সৰ্ব্ব-সাধাৰণেসে আন ধৰ্ম্ম কহিছো। ভক্তৰ পুনু ভক্তিসে পৰম ধৰ্ম্ম, সিয়ো ভক্তি মহন্তৰ সেৱায়েসে হয়। তাৰাৰ অৱজ্ঞায়ে সৱে নষ্ট হয়। আৰ মোত প্ৰমাণ লয়া। ( শ্লোক ১—৬৮ )

- পূৰ্ব্বকল্পত মঞি ৰূপে-গুণে সম্পন্ন উপবৰ্হন নামে গন্ধৰ্ব্ব আছিলো। একদিনা সত্ৰত হৰিগুণ গাইবাক লাগি মহন্তসৱে মোক আহ্বান কৰিল। মঞি স্ত্ৰীগণসমে আন গীত গাইলো। সেইমান মোৰ অৱজ্ঞা জানি তাৰা ক্ৰোধ কৰি শূদ্ৰ হো বুলি শাপ দিলা। এতেকে মই ব্ৰাহ্মণৰ দাসীৰ গৰ্ভত জাত হৈলো, তাতে মহন্তক শুশ্ৰূষা কৰি ব্ৰহ্মাৰ পুত্ৰ হৈলোঁ। শুকে কহন্ত : জানা পৰীক্ষিত, এই কথা শুনি যুধিষ্ঠিৰ ৰাজা নাৰদক গুৰু মানি পূজা কৰিলা।

কৃষ্ণক ঈশ্বৰ মানি ভক্তি কৰিলা ; পাছে নাৰদ কৃষ্ণ যুধিষ্ঠিৰত অনুমতি লৈয়া লবি গৈলা। ( শ্লোক ৬৯—৮০ )

শ্রীভাগৱতকথায়াং কবিৰত্নকৃতায়াং সপ্তমস্কন্ধে পঞ্চদশোঽধ্যায়ঃ।

হে সামাজিকসৱ, দেখ। মহন্তৰ অৱজ্ঞাত ভক্তিভ্রষ্ট হয়, তাৰাৰ শুশ্রূষায়ে পৰম ভক্তি হয় ; আক জানি মহন্তৰ শুশ্রূষা কৰা।

ইকন্ধৰো এইমান অৰ্থ। মহন্তৰ সেৱায়েসে সুবাসনা হয় ; তাৰ অৱজ্ঞায়ে দুৰ্ব্বাসনা হয়। হে কৃষ্ণ, নন্দনন্দন, পৰমানন্দ, তোমাৰ চৰণত কোটিবাৰ প্রণাম কৰো। যেমনে মোৰ মন তয় গুণ-কীৰ্ত্তন সমে তোমাৰ ভকুত প্রীতি ৰহে, তেমনে অনুগ্রহ কৰা ; সামাজিকসৱ, নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : উক্তং পঞ্চদশাধ্যায়ে ভক্তিৰ্ব্বৃদ্ধিক্ষয়ং কৰং।
সতাং শুশ্রূষণস্তেষামাদৰণমনুত্তমম্ ॥
উক্তং সদ্বাসনাবীজং সতাং পদনিষেৱনম্।
তথা দুৰ্ব্বাসনামূলং তেষাং বৃত্তান্তনিন্দনম্ ॥
প্রণম্য পৰমানন্দং গোবিন্দং নন্দনন্দনম্।
যাচে তদ্ভক্তসংপ্রীতিং তথা তদ্গুণকীৰ্ত্তনম্ ॥
বন্দে দামোদৰং বিপ্রং ক্ষিপ্রং যস্য প্রসাদনাৎ।
কথা নিবদ্ধা ৰুচিৰা কবিৰত্নেন ধীমতা ॥

সপ্তম স্কন্ধ সমাপ্ত

# অষ্টম স্কন্ধ

## প্ৰথম অধ্যায়

### চাৰি মন্বন্তৰ কথা

শ্লোক : যো নির্জৰানাং নিজবীর্য্যভূতিং পীয়ুষপানাৎ প্ৰচিকীর্ষুৰ্বাবিঃ ।
সিন্ধুং মমন্থাখিলশক্তিপূৰ্ণঃ তং দেৱ-দেৱং প্ৰণমামি বিষ্ণুম্ ॥

কথা : যি ভগৱন্তে ভক্ত দেৱতাক কৃপায়ে ক্ষীৰোদ মথি অমৃত উদ্ধাৰিলা, হেন কৃপাময় কৃষ্ণক প্ৰণাম কৰো । অষ্টম স্কন্ধত চৌবিশ অধ্যায়ে চৈধ্য মন্বন্তৰ কহিবা । তাত প্ৰথমে অধ্যায়ে চাৰি মন্বন্তৰ কথা কহিবা । ( শ্ৰীধৰী টীকা )

ৰাজা পৰীক্ষিতে প্ৰশ্ন কৰন্ত : হে মহামুনি শুকদেৱ, আৰে মোত মন্বন্তৰসৱ কহা ; যি যি মন্বন্তৰত ভগৱন্ত যি যি অৱতাৰ ধৰন্ত, যি যি কৰ্ম্ম কৰন্ত, তাকো কহিবা । শুকে কহন্ত : জানা ৰাজা, প্ৰথম স্বায়ম্ভুৱ মনু কপিল-যজ্ঞ দুই অৱতাৰ, তাত কপিলৰ চৰিত্ৰ কহিবো । আৰে যজ্ঞৰ ধৰ্ম্ম শুনা, যেখন স্বায়ম্ভুৱ মনু বিষয়ত বিৰক্ত হুয়া ৰাজ্য এড়ি ভাৰ্য্যাসমে বনক যায়া সুনন্দা নদীৰ তীৰত একপাদে পৃথিবী চুয়া শত বৎসৰ ৰহিলা, তেখনে সমাধিৰ অনুভাৱে বুলিবে লাগিলা । যি ভগৱন্তে সকল লোকক চেতন কৰান্ত, সৱাকে জানন্ত, সৱাকে দেখন্ত, তাহাক কেও নেদেখে । সেই ভগৱন্তৰ অধীন হুয়া তাহাক সন্তে ভজা । ( শ্লোক ১—১৩ )

এই উপদেশ দেন্তে যক্ষ-ৰাক্ষসসৱ ক্ষুধাত তাহাঙ্ক খাইবাক খেদি আসিল। তাক দেখি ভগৱন্ত যজ্ঞে আপুনাৰ পুত্ৰ যাম নাম দেৱগণ লৈয়া, সকল যক্ষ-ৰাক্ষস বধিল। পাছে ইন্দ্ৰ হয়ো ত্ৰৈলোক্য পালিলা। স্বাৰোচিষ মনু দিতি নাম, ৰোচন ইন্দ্ৰ; তাত ভগৱন্তে বিভু অৱতাৰ হয়া ব্ৰহ্মচৰ্য্য ব্ৰত আচৰিলা। তৃতীয় মন্বন্তৰ উত্তম নাম, সত্যজিত ইন্দ্ৰ। তাতো সত্যসেন. অৱতাৰে যক্ষ-ৰক্ষ বধিলা। চতুৰ্থ তামস মনু, ত্ৰিশিখা ইন্দ্ৰ। তাত হৰি অৱতাৰ হয়া গ্ৰাহ হন্তে গজেন্দ্ৰক তাৰিলা। ৰাজা প্ৰশ্ন কৰন্ত: হে শুকগুৰু, যেমনে হৰি অৱতাৰে গ্ৰাহত গজেন্দ্ৰক তাৰিলা, আক মঞি জানিতে ইছা কৰো। যাতো হৰিকথায়ে পৰম পুণ্য হয়, কুশল সাধে, মোক্ষকো দেই। সূতে কহন্ত: ৰাজাৰ এই প্ৰশ্ন শুনি পৰম আনন্দে শুকমুনি কহিতে লাগিলা। (শ্লোক ১৪—৩৩)

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে প্ৰথমোঽধ্যায়ঃ।

হে সভাসদসৱ, দেখ। ভগৱন্তে প্ৰত্যেক মন্বন্তৰতে অৱতাৰ ধৰি লোকক পালন্ত। এতেকে তাহান কৃপাগুণ দেখি সততে ভক্তি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: প্ৰতি মন্বন্তৰং যেন তন্মুভিৰ্ভুবনত্ৰয়ম্।
পাল্যতে তমহং বন্দে বন্দনীয়পদাম্বুজম্॥



# দ্বিতীয় অধ্যায়

## গ্ৰাহগ্ৰস্ত গজেন্দ্ৰৰ হৰিস্তুতি

কথা : দ্বিতীয় অধ্যায়ে গ্ৰাহগ্ৰস্ত গজেন্দ্ৰৰ হৰি-স্তুতি কহিবা। শুকে কহন্ত : ক্ষীৰ সাগৰত অযুত যোজন দীৰ্ঘ-প্ৰস্থে ত্ৰিকুট নাম এক পৰ্ব্বত আছিল ; যাত ব্ৰহ্মা-বিষ্ণু-মহেশৰ নিবাস, সুৱৰ্ণ-ৰজত-লোহাৰ প্ৰসিদ্ধ তিনি শৃঙ্গ আছে ; নানাবিধ দ্ৰুম-লতায়ে মণ্ডিত, আনো শৃঙ্গসৱ আছে, যাৰ অনেক মৰকত শিলায়ে স্থানকো শ্যামবৰ্ণ দেখি। যাত প্ৰসিদ্ধ বিদ্যাধৰ-গন্ধৰ্ব্ব-অপ্সৰাসৱ ক্ৰীড়া কৰে। যাত নিৰ্ম্মল নদী-সৰোবৰসৱ প্ৰকাশে। যাত বৰুণৰ এক উদ্যান আছে। যাক অনেক বৃক্ষে অলঙ্কৃত কৰিছে। তাত দিব্য এক সৰোবৰ আছে, যাত সুৱৰ্ণৰ পদ্মসৱ আছে। যাত ভ্ৰমৰসৱে শব্দ কৰয়। নানা পক্ষীসৱো নিবাস কৰে। মৎস-কচ্ছপসৱ সঞ্চৰে। নানা পুষ্পসৱে আবৰি আছে। সেই পৰ্ব্বতত মহামত্ত এক গজেন্দ্ৰ আছে। যাৰ গন্ধত সিংহ-ব্যাঘ্ৰ-হস্তীসৱ পলায়। সেই গজেন্দ্ৰক একদিনা আপুনাৰ যূথ সমে পৰ্ব্বত কম্পায়া ৰৌদ্ৰত তৃষ্ণাত জলৰ গন্ধ পায়া গহন বনকো ভাঙ্গি সেই সৰোবৰক গৈলা। তাত নামি মহাসুখে জলপান কৰিল। পুত্ৰ-পত্নী-সৱকো স্নান-ভোজন কৰাইলা। সেইবেলা দৈৱযোগে এক বলৱন্ত গ্ৰাহে চৰণত ধৰিল। তাৰ চোট পায়া গজেন্দ্ৰ উজৰি উঠিল। বলৱন্ত গ্ৰাহে পুনু টানি নিল। তাক দেখি আনু হস্তীসৱো সহাই ভজিল। তথাপি কিছো কৰিবে নপাৰি আৰ্ত্তনাদ কৰিল। এমনে গজেন্দ্ৰ-গ্ৰাহৰে যুদ্ধতে

সহস্ৰ বৎসৰ গৈলা। পাছে মনে বোলয়ঃ মোক আউৰ জ্ঞাতিগণে ৰাখিবে নপাৰে। যাতো বিধাতাৰ পাশে গ্ৰাহ বন্দী হৈল। এতেকেসে মঞি ঈশ্বৰত শৰণ পশো। যি ভগৱন্তে কালভয়ত প্ৰপন্নজনক ৰক্ষা কৰন্ত, তাহান্ত মঞিঁ মনে শৰণ পশিলু। (শ্লোক ১—৩৪)

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে দ্বিতীয়োঽধ্যায়ঃ।

হে লোকসব, দেখ। আপুনাৰ সঙ্কট সময়ত হৰি বিনে আন ৰাখন্তা নাই। এতেকে তাহান্ত আগে শৰণ পশি সদায়ে হৰি বোল হৰি।

শ্লোকঃ সুসঙ্কটে পৰিত্ৰাতা বিনা বিষ্ণুং ন কশ্চন।
অত স এৱ শৰণং নাৰাণাং সততং স্মৃতং॥

---

# তৃতীয় অধ্যায়

## গজেন্দ্ৰৰ স্তুতিকথন

কথাঃ তৃতীয় অধ্যায়ে গজেন্দ্ৰৰ স্তুতি কহিবা। শুকে কহন্তঃ গজেন্দ্ৰ এই নিশ্চয় কৰি স্তুতি আৰম্ভিল। যাত হন্তে এই জগত চেতন হয়, সেই প্ৰকৃতি-পুৰুষৰ পৰমেশ্বৰ ভগৱন্তক নমস্কাৰ কৰি চিন্তোঞোঁ। যাৰ স্বৰূপক দেৱ-ঋষিসবো নজানয়, তাঙ্ক আন প্ৰাণী কেমনে জানিবেক। যাতো নানা অৱতাৰ ক্ৰীড়া কৰন্ত। যাৰ লীলাক কেউ জানিতে নপাৰে, সেই হৰি মোক ৰক্ষা কৰন্তোক। যাক ভজি পুৰুষে বাঞ্ছিত সিদ্ধি পাৱে, সেই ভগৱন্তে মোক ত্ৰাণ কৰন্তোক। ভক্তিসুখ নজানিসে মঞি আক প্ৰাৰ্থনা কৰো। যাতো একান্ত ভক্তসৱে কিছো প্ৰাৰ্থনা নকৰে, মহন্তৰ উপদেশ লৈয়া,

তাহান সুমঙ্গল চৰিত্ৰ গায়া আনন্দ-সাগৰে মন হয়া থাকে। সেই অক্ষৰক ব্ৰহ্ম পৰমেশ্বৰ পৰিপূৰ্ণক মঞি স্তুতি কৰো। হে ভগৱন্ত, মঞি এই গজদেহে জীৱাক ইছা নকৰো। যাৰ কালেয়ো নাশ নাই, সেই আত্মাৰ মোক্ষ কৰা। হে বিশ্বেশ্বৰ, প্ৰপন্নজনপালক ভগৱন্ত, তুমাক কোটিবাৰ প্ৰণাম কৰো।

( শ্লোক ১—২৯ )

শুকে কহন্ত : গজেন্দ্ৰৰ এহি স্তুতি শুনি সৰ্ব্বাত্মা ভগৱন্ত হৰি তাহাৰ দুঃখ জানি, চক্ৰ ধৰি গৰুড়ৰ স্কন্ধত উঠি সেই সৰোবৰক আসিলা। গ্ৰাহগ্ৰস্ত গজেন্দ্ৰো প্ৰাণ-সঙ্কট সময়ত গৰুড়ৰ স্কন্ধে হৰিক উপৰত দেখি, শুণ্ডে পদ্মগোট উপৰক তুলি বুলিবে লাগিল : হে নাৰায়ণ, অখিলগুৰু ভগৱন্ত, তোমাক প্ৰণাম কৰো। ভগৱন্তো তাৰাৰ মহাদুঃখ দেখি গৰুড়ৰো বেগক অল্প হেন মানি, তাৰ পৰা ঝাম্প দিয়া মহাবেগে আসি শুণ্ডত ধৰি গ্ৰাহেসমে গজেন্দ্ৰক উদ্ধাৰিলা। তথাপি নেড়িবাৰ দেখি চক্ৰ হানি গ্ৰাহৰ মুখ ছিড়ি গজেন্দ্ৰক মুক্ত কৰিলা। ( শ্লোক ৩০—৩৩ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে তৃতীয়োঽধ্যায়ঃ।

হে লোকসৱ, দেখ। শৰণ মাত্ৰ ভগৱন্ত গজেন্দ্ৰক আপুনি আসি তাৰিলা। এতেকে তাহাঙ্ক কৃপালু জানি সততে সুমৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যো গজং স্মৃতিমাত্ৰেন গ্ৰাহগ্ৰস্তং মুমোচহ।
তমহং শৰণং যামি হৰিমাৰ্ত্তাৰ্ত্তিনাশনম্॥

# চতুৰ্থ অধ্যায়

## গ্ৰাহৰ গন্ধৰ্ব্ব গতি, গজৰ পাৰিষদ গতি

কথা : চতুৰ্থ অধ্যায়ে গ্ৰাহৰ গন্ধৰ্ব্ব গতি, গজেন্দ্ৰৰ পাৰিষদ গতি কহিবা। শুকে কহন্ত : যেখন ভগৱন্তে গজেন্দ্ৰক দুঃখত তাৰিলা, তেখন ব্ৰহ্মা-মহেশ আদি দেৱগণ আসি পুষ্প বৰষি জয় হৰি ধ্বনি কৰিল। দুন্দুভি বজাইলা, অপ্সৰা-গন্ধৰ্ব্বে নৃত্য-গীত কৰিলা। ঋষিসৱো প্ৰশংসিলা। গ্ৰাহো দেৱল ঋষিৰ শাপ এড়াই পুনু দিব্যৰূপে হুহু গন্ধৰ্ব্ব হয়া হৰিগুণ গাইবাক লাগিলা। যাতো সি পূৰ্ব্বত স্নান কৰিতে দেৱল ঋষিৰ চৰণত ধৰি গহন জলত টানিল। তাত ক্ৰোধ কৰি ঋষি গ্ৰাহ হউ বুলি শাপ দিলা। পাছে তাৰ প্ৰাৰ্থনাত বুলিলা : গজেন্দ্ৰক ধৰিলে তোক হৰি তাৰিবন্ত। তেখনে হৰিৰ কৃপায়ে শাপ এড়াই তাহাঙ্ক প্ৰদক্ষিণ প্ৰণাম কৰি পুনু স্বৰ্গে গৈলা। গজেন্দ্ৰেয়ো ভগৱন্তৰ পৰশে অজ্ঞান-বন্ধ এড়াই, তান ৰূপ শ্যাম শৰীৰ, চতুৰ্ভুজ, পীতবাস হৈল। যাতো সি পূৰ্ব্বজন্মত হৰিপৰায়ণ ইন্দ্ৰদ্যুম্ন নাম ৰাজা আছিল। একদিনা নাম লৈয়া গিৰিত তপ কৰিয়া মৌনব্ৰত ধৰি হৰিক পূজা কৰিলা। তেখন অগস্তি ঋষি গৈলা ; তাঙ্ক দেখি উঠিয়া সতকাৰ নকৰিলা। তাক জানি ক্ৰোধ কৰি গজ হোক বুলি শাপ দিয়া ঋষি গৈলা। ( শ্লোক ১—১০ )

ইন্দ্ৰদ্যুম্নো আসি ত্ৰিকুট পৰ্ব্বতত গজেন্দ্ৰ হৈলা। তথাপি হৰিসেৱাৰ বলে স্মৃতিহত নহৈল। এমনে হৰি গ্ৰাহ-গজক মুক্তি কৰি সৱাকে শুনায়া এই বাক্য বুলিলা : যি জনে মোক, গজেন্দ্ৰক, এই স্থানক, মোৰ বিভূতি

অৱতাৰকে শেষৰাত্ৰিত উঠিয়া স্মৰে বা কীৰ্ত্তন কৰে, সি সকল পাপ এড়াই পৰম গতি পাৱে। যি এই স্তোত্ৰ পঢ়ি প্ৰভাতে মোক স্তুতি কৰে, তাৰ মৰণ সময়ত নিৰ্ম্মল মতি দিবো। এহি বুলি ভগৱন্ত শঙ্খ-ধ্বনি কৰি দেৱসৱক হৰিষ কৰাই গজেন্দ্ৰক পাৰিষদ কৰি বৈকুণ্ঠক গৈলা। ( শ্লোক ১১—২৬ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে চতুৰ্থোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। গজেন্দ্ৰে দুই জন্মৰ ভক্তিয়ে মৰণ সময়ত একাগ্ৰচিত্তে হৰিক স্তুতি কৰি যি গতি পাইল, আৱে স্মৰণ মাত্ৰে সেই গতি পাৱে। আক জানি সততে কৃষ্ণক স্মৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : সমাধিনা গজেন্দ্ৰেন স্তুত্বা বিষ্ণুং জগদ্‌গুৰুং।
লেভে গতিং যথা তদ্বৎ স্মৰণাদেৱ তাং লভেৎ॥

———

# পঞ্চম অধ্যায়

## অমৃত-মথন

কথা : এমনে তিনি অধ্যায়ে গজ মোক্ষ কহি আৱে আঠ অধ্যায়ে অমৃত-মথন কহিবা। তাত পঞ্চম অধ্যায়ে পঞ্চম ষষ্ঠ দুই মনু কহি গৃহত দেৱৰ স্তুতি কহিবা। শুকে কহন্ত : পঞ্চম মনু বৈৱত ঋভু ইন্দ্ৰ। তাত শুভ্ৰৰ ভাৰ্য্যা বিকুণ্ঠাত বৈকুণ্ঠ অৱতাৰ হৈলা। তাত লক্ষ্মীৰ প্ৰীতিৰ অৰ্থে বৈকুণ্ঠ-লোক দেখাইলা। চাক্ষুষ নাম ষষ্ঠ মনু মন্ত্ৰদ্ৰুম ইন্দ্ৰ; তাতো বৈৰাজৰ ভাৰ্য্যা সম্ভূতিত অজিত অৱতাৰ হয়া দেৱৰ অৰ্থে ক্ষীৰসাগৰ মথি অমৃত সাধিবা। তাতে কূৰ্ম্মৰূপে মন্দৰো ধৰিলা। ৰাজা পুছন্ত : হে গুৰু, যেমনে ভগৱন্তে ক্ষীৰ-সাগৰ মথিলা, আক মোত বিস্তৰ কৰি কহা। যাতো তযু মুখে হৰিকথা শুনি মোৰ মন তৃপিতি নযাই। ( শ্লোক ১—১৩ )

শুকে কহন্ত : যেখন দেৱ-দৈত্যৰ যুদ্ধ হৈল, তেখন অনেক দেৱ যুদ্ধত পৰি পুমু মুঠিল। তাত কদাচিন্তু ইন্দ্ৰদত্ত মালা লৈয়া এক বিদ্যাধৰী পথত যাই। সেই মালা খুজি লৈয়া দুৰ্ব্বাসা ঋষি, ঐৰাৱতৰ কন্ধত থাকিতে ইন্দ্ৰক আশীৰ্ব্বাদ দিলা। ইন্দ্ৰে আপুনাৰ হাতৰ মালা জানি অৱজ্ঞায়ে ঐৰাৱতৰ কন্ধত থৈলা, মত্তহস্তীয়ো মালাক ঝঙ্কাৰি পেলাই গড়কি চূৰ্ণ কৰিল। তাক দেখি দুৰ্ব্বাসা হতশ্ৰী হো বুলি শাপ দিলা। তেখনে তিনি লোকসমে দেৱগণ শ্ৰীহত হয়া চিন্তায়ে কিছো উপায় নপাইলা। পাছে ব্ৰহ্মাৰ আগত সকলে বৃতান্ত কহিলা। ব্ৰহ্মায়ো দেৱগণক শ্ৰীহত দেখি, দৈত্যক বলৱন্ত দেখি সাৱধান মনে হৰিক চিন্তিলা। হৰিত শৰণ পশিলে সকল কুশল হয় জানি, হৰিষ বদনে বুলিবে লাগিলা। মঞি মহেশ আদি দেৱগণ যাৰ অংশ-কলা, সেই ভগৱন্তত আসা আমি শৰণ পশো। তেৱে ভগৱন্তে আমাৰ কুশল কৰিবা।

( শ্লোক ১৪—২৩ )

এহি বুলি ব্ৰহ্মা দেৱগণ সমে ক্ষীৰসাগৰ গৈলা। অদৃশ্য কৃষ্ণক স্তুতি কৰিবে লাগিলা। হে দেৱবৰ, অবিকাৰ সত্য, আদ্য-অনন্ত, মন-বচনৰ অগোচৰ, তুমাক প্ৰণাম কৰো। তুমিসে সৰ্ব্বজ্ঞ, সংসাৰ চক্ৰৰো আধাৰ। যাৰ মায়াক কেউ তৰিবে নপাৰে। এনয় পৰমেশ্বৰক প্ৰণাম কৰো। তুমিসে বিশ্বৰূপ ভগৱন্ত, ব্ৰহ্মা-মহেশ বিভূতি, এতেকে আমি প্ৰপন্নত প্ৰসন্ন হৱা। হাস্য বদনে দেখা দিয়া, যেন বহিৰ্ম্মুখ জনৰ কৰ্ম্মসৱ বিফল হৈবাক নহে। যাতো সামান্য কৰ্ম্মো হৰিত অৰ্পিলে মহাফল সাধে, যেন বৃক্ষৰ মূলত জল দিলে ডাল-পত্ৰ-পুষ্প-ফলৰ হয়। তেমনে তোমাক পূজিলে, সৱাৰে তৃপিতি সমে আপুনাৰো হয়। যাতো তুমি সৱাৰে প্ৰিয় আত্মা ; সেই নিৰ্গুণ গুণৰ নিয়ন্তা অনন্তক প্ৰণাম কৰো। ( শ্লোক ২৪—৫০ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে পঞ্চমোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। হৰিপূজা কৰিলে, সৰ্ব্ব দেৱ সমে আপুনাৰো হয়। এতেকে কৃষ্ণক মাত্ৰ পূজা কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : হৰৌ পূজা কৃতে লোকে সৰ্ব্বেষামেৱ পূজনম্।
তত্ৰাপ্যেৱ যতস্তস্মাৎ সম্যগুক্তো অয়ং বিধিঃ ॥

---

# ষষ্ঠ অধ্যায়

## অমৃতৰ অৰ্থে দেৱ-দৈত্যৰ উদ্যম

কথা : ষষ্ঠ অধ্যায়ে হৰিৰ আবিৰ্ভাৱ, স্তুতি, অমৃতৰ অৰ্থে দেৱ-দৈত্যৰ উদ্যমো কহিবা। শুকে কহন্ত : দেৱগণে এই স্তুতি কৰিলে ভগৱন্ত ঈশ্বৰ সহস্ৰ আদিত্যৰ কান্তিয়ে দেখা দিলা। তান তেজে দেৱগণে প্ৰতিহত-চক্ষু হয়া কেউ দেখিতে নপাৰিলা। ব্ৰহ্মা-মহেশ মাত্ৰ দেখিলা। মৰকত শ্যাম, কমল-লোচন, পীতবসন, সৰ্ব্বাঙ্গসুন্দৰ, কিৰীটি, কেয়ূৰ, বলয় সহিত মকৰ-কুণ্ডলে প্ৰসন্ন মুখ, হাৰ-নূপুৰযুক্ত শ্ৰীবৎস-কৌস্তুভ-বনমালা ধৰিছা। অগ্ৰসৰে মূৰ্ত্তি ধৰি উপাসা কৰে, এমন ৰূপ দেখি দেৱগণসমে দণ্ডৱতে পৰি স্তুতি বোলন্ত :

( শ্লোক ১—৭ )

যাৰ জন্ম-স্থিতি-নাশ নাই, হেন মহানুভৱ, ভগৱন্তক প্ৰণাম কৰো। হে পুৰুষোত্তম, তোমাৰ এই মূৰ্ত্তি সনাতন, সত্য। তুমিসে জগতৰ আদি-অন্ত-মধ্যে থাকা, তুমি মায়া-গুণে জগতক স্ৰজি প্ৰবেশি আছা। এতেকে বিবেকীসৱে ভক্তি কৰি তুমাক জানে। হেন তুমাক দেখি সৰ্ব্বতাপ এড়াইলো। যি অৰ্থে আমি তুমাৰ পাদমূলক উপাসা কৰিলো, অন্তৰ্য্যামী আপুনি জানা। আউৰ বাহিৰত আমি কি কহিবো। এতেকে হিত উপায় কহা। ভগৱন্তে বোলন্ত : হে ব্ৰহ্মা-মহেশ, দেৱগণ, সাৱধানে মোৰ বাক্য শুনা। প্ৰথমে দৈত্যসমে প্ৰীতি কৰা, যাতো কাৰ্য্য নিমিত্তে শত্ৰুকো মিত্ৰতা কৰি, যেন পেটাত বন্ধ সৰ্পে ইন্দুৰ সমে মিত্ৰতা কৰি বঝাই তাক খাইলা।

তেমনে দৈত্যসমে প্ৰীতি কৰি অমৃত মথিতে যত্ন কৰা, যাক খাইলে মৃত্যুগ্ৰস্তো অমৰ হয়। ক্ষীৰসাগৰত তৃণ-লতা-ঔষধি পেল্লাই, মন্দৰগিৰিক মন্থন দণ্ড কৰি বাসুকিক জড়ি কৰি সাগৰ মথ। ময়ো সহায় হৈবো। পাছে তোৰা অমৃত পাবা, দৈত্যে দুঃখ মাত্ৰ পাইবো। প্ৰথমে কালকূট বিষত ভয় নকৰিবা, মথিত বস্তুতো লোভ এড়িবা। ( শ্লোক ৮—২৫ )

এহি বুলি ভগৱন্ত অন্তৰ্দ্ধান হৈলা। তাঙ্ক প্ৰণাম কৰি, ব্ৰহ্মা-মহেশো আপুনাৰ নিলয় গৈলা। দেৱসবো বলিৰ স্থান আসিলা, দৈত্যসৱে নিৰস্ত্ৰ দেৱক দেখি বন্দী কৰিবে খুজিলা। তাক বলিৰাজা নিষেধ কৰি পৰম আদৰ কৰিলা। ইন্দ্ৰো মধুৰ বাক্যে বলিক সান্ত্বনা কৰি অমৃতৰ কথা কহিলা। তাক শুনি দৈত্যসৱৰ প্ৰীতি হৈল। পাছে দুয়ো দলে মন্দৰগিৰি উভাৰি, আকাশৰ পথে, ক্ষীৰসাগৰক নিবাক লাগিল। মহাভাৰে শ্ৰান্ত পায়া নিবাক নপাৰি পন্থত পেল্লাইলা। সেই পৰ্ব্বত পৰি অনেক দেৱ-দৈত্য মৰিল। তাক জানি কৃপায়ে ভগৱন্তে গৰুড়ৰ কন্ধে দেখা দিলা; অমৃতদৃষ্টিয়ে সৱাকে জীয়াইলা। বামহস্তে গৰুড়ৰ কন্ধত পৰ্ব্বত থৈলা; দেৱ-দৈত্যসমে ক্ষীৰসাগৰ গৈলা, তথায় পৰ্ব্বত থৈয়া গৰুড়ক পঠাই দিলা; যাতো গৰুড় থাকিলে, ভয়ে বাসুকি নাসিবা। ( শ্লোক ২৬—৩৯ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে ষষ্ঠোঽধ্যায়ঃ।

হে সভাসদসৱ, দেখ। ভক্তৰ দুঃখ দেখি, ভগৱন্তে তেখনে দেখা দিলা। এমন কৃপাগুণ দেখি, তাহান্তে ভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যো ভক্তদুঃখ-মোক্ষায় সমাসীৎ গৰুড়ধ্বজঃ।
তমহং শ্ৰীহৰিং বন্দে বৃন্দাৰকগণেষ্টদম্॥

— · —

## সপ্তম অধ্যায়

### শিৱৰ কালকূট পান

কথা : সপ্তম অধ্যায়ে সাগৰ মথিতে কালকূট ভয়ে স্তুতি কৰিলে শিৱে বিষপান কৰিবা। পাছে দেৱে-দৈত্যে অমৃতৰ ভাগলয়া বাসুকিক মাতি আনি পৰ্ব্বতত পেহ্লাইলা। প্ৰথমে দেৱসমে হৰি বাসুকিৰ মুখত ধৰিলা। তাক দৈত্যগণে ভাল নমানি বুলিবে লাগিলা : আমি জন্মে কৰ্ম্মে প্ৰখ্যাত হয়া, কিসক সৰ্পৰ পুচ্ছত ধৰিবো। এহি বুলি মৌনে ৰহিল। তাক দেখি দেৱগণসমে ভগৱন্তে শিৰ এড়ি পুচ্ছত ধৰিলা। হেন দেখি দৈত্যসৱে ৰঙ্গমনে শিৰত ধৰিলা। এমনে দুয়ো দলে মথিবে লাগিলা। আধাৰ বিনে মহা পৰ্ব্বত ভাৰে, তল যাইবাক দেখি সৱে মহা দুঃখিত হৈল। তাক দেখি ভগৱন্তে লক্ষ যোজন প্ৰমাণ কূৰ্ম্মৰূপ হয়া, তুলিয়া মন্দৰ ধৰিলা। পৰ্ব্বত উঠিবাৰ দেখি পৰম আনন্দে সাগৰ মথিবে লাগিলা। কূৰ্ম্মো পৰ্ব্বতৰ ঘৰিষণত গাৱত কণ্ডুতি মাৰিল। পাছে ভগৱন্ত অসুৰত অসুৰৰূপে, দেৱত দেৱৰূপে, বাসুকিতো অবোধৰূপে, পৰ্ব্বততো দৃঢ়ৰূপে প্ৰবেশি বল-বীৰ্য্য বঢ়াইলা। উপৰতো সহস্ৰ বাহুয়ো আক্ৰমিলা। পাছে বাসুকিৰ চক্ষু-মুখ নিশ্বাসৰ অগ্নিয়ে দৈত্যগণ দাহ হয়া পোড়া গাছ হেন ৰহিলা। দেৱগণকো শ্বাসশিখায়ে কিছো কান্তিহীন দেখি হৰিৰ আজ্ঞায়ে মেঘে বৰষিল। জল-বায়ু বহিল ; তেৱে সাগৰ মথিতে দশোদিশ ব্যাপি হলাহল বিষ উঠিল। তাৰ উগ্ৰবেগ দেখি প্ৰজাসৱ মহাভয়ে কৈলাসক গৈয়া মহেশত শৰণ পশি, বিষ্ণুবোধে স্তুতি বোলন্ত : ( শ্লোক ১—২০ )

হে দেৱ দেৱ মহাদেৱ, আমি তুমাৰ শৰণ পশিলোঁ। এহি মহাবিষ হন্তে ত্ৰাণ কৰা। তুমিসে জগতৰ ঈশ্বৰ, সৱাকে স্ৰজন-পালন-সংহাৰণ কৰা। তুমি ব্ৰহ্ম, পৰম পুৰুষ, দেৱৰো কৰ্ত্তা, সৰ্ব্বদেৱময়। তুমাৰ তত্ত্বক কেঞ্ নজানে। আত্মাৰামসৱো যাক উপাসা কৰে, আমি অল্পজনে কি স্তুতি কৰিবো, তথাপি তোমাৰ দৰশনে আমাৰ কুশল হৈবেক। এহি তুতি শুনি ভগৱন্ত শিৱে তাৰাৰ দুঃখ দেখি, কৃপাযুক্ত হয়া ভৱানীক বুলিবে লাগিলা : হে ভৱানী, কালকূট বিষ হন্তে প্ৰজাৰ দুঃখ দেখা। এতেকে মঞি আৰাৰ দুঃখ গুচাইবো। যাতো সমৰ্থৰ এইমানে মাত্ৰ প্ৰয়োজন। সাধুসৱে আপুনাৰ প্ৰাণ দিয়ো প্ৰাণীক ৰক্ষা কৰে। যাতো লোকক কৃপা কৰিলে হৰি তুষ্ট হন্ত। হৰি তুষ্ট হৈলে চৰাচৰ সমে ময়ো তুষ্ট হঞো। এতেকে প্ৰজাৰ কুশলৰ অৰ্থে বিষপান কৰিবো, এই বুলি মহেশ চলি যায়া গণ্ডুষ কৰি বিষপান কৰিলা। তাৰো বীৰ্য্য দেখাই গলত নীল ৰাখিলা। ব্ৰহ্মা-বিষ্ণু প্ৰশংসিলা। ভৱানীয়ো ভাল মানিলা। গণ্ডুষৰ ছিটিকা বিষক বিছা, কোল্কা, সৰ্পসৱে ধৰিলা। ( শ্লোক ২১—৪৬ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে সপ্তমোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। লোকৰ হিতাৰ্থে ৰুদ্ৰে বিষপান কৰিলা। আক জানি যিমান পাৰা পৰক উপকাৰ কৰা। প্ৰথমে নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : শিৱোঽতীৱ বিষং পীত্বা লোক দুঃখবিনাশনঃ।
পৰোপকাৰকৰণে অন্যমপি সমাদিশেৎ॥



# অষ্টম অধ্যায়

## লক্ষ্মীৰ বিষ্ণুবৰণ

কথা: অষ্টম অধ্যায়ে সাগৰ মথিতে বিষ্ণুক লক্ষ্মী বৰিলে, অমৃতক অসুৰে হৰিলে, মোহিনী উত্তৰ কহিবা। শুকে কহন্ত: এমনে ৰুদ্রে বিষপান কৰিলে, দেৱ-দৈত্যসৱ মহাপ্ৰীতি পায়া সাগৰ মথিবে লাগিলা। প্ৰথমে কামধেনু উপজিল; তাক হোমৰ ঘৃত নিমিত্তে ঋষিগণে খুজি নিলা। শুক্ল-বৰ্ণ উচৈশ্ৰৱা নাম অশ্ব হৈলা; তাক বলি স্পৃহা কৰিলা। ঐৰাৱত আদি সৰ্ব্বশুক্ল আঠদিগ্‌গজ হস্তিনী সমে জাত হৈলা। কৌস্তুভ ৰত্নো হৈলা; তাক ভগৱন্তে বাঞ্ছা কৰিলা। সৰ্ব্বকাম বৰিষক পাৰিজাত বৃক্ষ হৈল, দিব্য অপ্‌সৰাসৱ হৈল। পাছে কান্তিয়ে দশোদিশ প্ৰকাশি লক্ষ্মী আবিৰ্ভাৱ হৈলা। তান ৰূপ-গুণ-মাধুৰ্য্যে ক্ষোভিত হয়া, সকল দেৱ-দৈত্য-মনুষ্যে বাঞ্ছা কৰিলা। (শ্লোক ১—১০)

প্ৰথমে ইন্দ্ৰে আনি সুৱৰ্ণৰ আসন দিলা। তীৰ্থনদীসৱো মূৰ্তি ধৰি সুৱৰ্ণৰ ঘটে জল আনি দিলা, পৃথিৱী অভিষেকৰ দ্ৰব্য দিলা, গন্ধৰ্ব্ব-অপেশ্বৰা-সৱো গীত-নৃত্য কৰিলা। নানা বাদ্যো বজাইলা, ব্ৰাহ্মণবাক্যে দিগ্‌গজ-সৱে শুণ্ডে সুৱৰ্ণৰ ঘট ধৰি স্নান কৰাইলা। সাগৰে আনি দুইখান পীতবস্ত্ৰ দিলা। বৰুণেয়ো বৈজয়ন্তী মালা, বিশ্বকৰ্ম্মে অলঙ্কাৰ, সৰস্বতী হাৰ, ব্ৰহ্মা পদ্ম, নাগগণে কুণ্ডল দিলা। এমনে নানা মঙ্গল কৰিলে লক্ষ্মী উৎপল মালা ধৰি আপুনাৰ যোগ্য বৰ বিচাৰিতে উঠিলা। দেৱ-দৈত্য-গন্ধৰ্ব্ব-বিদ্যাধৰ-সিদ্ধ

চাৰণাদিতো বিচাৰি নপাইলা। যাতো কাতো ক্ৰোধ, কাতো লোভ, কাতো কাম দেখিলা। কেউ পৰাশ্ৰয়, কেউ নিৰ্দ্দয়, কেউ অল্পায়ু, কাকো অমঙ্গল দেখিলা। নিৰ্দ্দোষ সৰ্ব্বগুণৱন্ত কৃষ্ণকো নিৰপেক্ষ জানিলা। তথাপি তাহাঙ্কে নিশ্চয় কৰি পুষ্পমালা দিয়া বৰিলা। প্ৰণাম কৰি বক্ষস্থল চায়া অঞ্জলি কৰি ৰহিলা। ভগৱন্তো বক্ষস্থলতে তাহাঙ্ক স্থান দিলা; যাত থাকি লক্ষ্মী সকল দেৱকে নিৰীক্ষিলা। তেখন দেৱগণে সকল গুণে সম্পন্ন হৈয়া আনন্দিত হৈলা। লক্ষ্মী উপেক্ষিলে অসুৰসৱ নিসত্ত্ব-নিৰ্ব্বল-নিলাজ হৈল। এমনে লক্ষ্মী ভগৱন্তক বৰিলে, অনেক নৃত্য-গীত-বাদ্য হৈল। ব্ৰহ্মাদিয়ো প্ৰশংসিয়া পুষ্প বৰষিয়া জয় কৃষ্ণ ধ্বনি কৰিল। তাত পাছে দেৱ-দৈত্য সাগৰ মথিতে সুৰাৰ কলস লৈয়া, বাৰুণীকন্যা জাত হৈলা। তাক হৰিৰ অনুমতিয়ে অসুৰগণে নিল। (শ্লোক ১১ ৩০)

পাছে পৰম সুন্দৰ অদ্ভুত ৰূপে সৰ্ব্ব অলঙ্কাৰে মণ্ডিত হয়া অমৃতৰ কলস ধৰি ধন্বন্তৰি উঠিলা। তাঙ্ক দেখি তেখনে অসুৰগণে অমৃতৰ কলস কাঢ়ি নিল। দেৱগণে মহা মনদুঃখে হৰিত শৰণ পশিল। ভগৱন্তো তাৰাৰ দুঃখ দেখি মধুৰ বাক্যে আশ্বাস কৰিলা। অসুৰৰ মাজত বিবাদ লগাইলা। তাৰাক মুহিবে লাগি দিব্যনাৰীৰূপে দেখা দিলা। (শ্লোক ৩১—৪৬)

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে অষ্টমোঽধ্যায়ঃ।

হে লোকসৱ, দেখ, লক্ষ্মী সৱাকে পৰিত্যাগ কৰি শ্ৰেষ্ঠ জানি ভগৱন্তক ভজিলা। আক জানি সদায়ে ভগৱন্তক ভজি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : লক্ষ্মীঃ সৰ্ব্বান্ পৰিত্যজ্য বাসুদেৱং যতোঽভজনৎ।
অতঃ স এৱ লোকানামাৰাধ্যোঽষ্টম ঈৰিতঃ॥

---

## নৱম অধ্যায়

## মোহিনী বেশ

কথা : নৱম অধ্যায়ে মোহিনী দৈত্যক বঞ্চি দেৱক অমৃত দিলা। শুকে কহন্ত : এমনে দৈত্যগণে অন্যে অন্যে বিবাদ কৰিতে এক দিব্য স্ত্ৰীক দেখিলা। তান ৰূপ-গুণভাৰে মোহিত হয়া, আগবাঢ়ি পুছিতে লাগিলা। হে কমললোচনী, কোন তুমি, কাৰ ভাৰ্য্যা, কোঠাইৰপৰা আসা, কি কৰিবে খোজা, আমি জানু তোমাক কেউ নতু পায়ে। যাতো বিধাতা আমাৰ মন ইন্দ্ৰিয়ৰ প্ৰীতিৰ নিমিত্তে কৃপায়ে পঠাই দিছা। আমি সৱে কশ্যপৰ পুত্ৰ, এই অমৃতৰ নিমিত্তে ভাই ভাই দ্বন্দ্ব কৰি। তুমি বিবাদ ভাঙ্গি বিভাগি দিয়া। দৈত্যৰ এহি বাক্য শুনি মায়াস্ত্ৰীৰূপে হৰি বুলিবে লাগিলা। হে কশ্যপ-নন্দনসৱ, কেনে মঞি বেশ্যাত বিশ্বাস কৰিলা। যাতো ত্ৰিকাল কুকুৰৰ সম বেশ্যাৰ সখীত্ব চিৰকাল নাথাকে। এতেকেসে পণ্ডিতে আমাত বিশ্বাস নকৰে। শুকে কহন্ত : মোহিনীৰ এই পৰিহাস বাক্য শুনি দৈত্যসৱো মোহিত হয়া হাস্য কৰিলা ; অমৃত কলসো দিলা ; মোহিনীয়ো কলস লৈয়া হাস্যবদনে বুলিবে লাগিলা : হে দৈত্যসৱ, মোৰ ভাল-মন্দকৰণক যদি দায় নধৰা, তেৱেসে অমৃত বিভাগি দিবে পাৰ। তাক অসুৰে অঙ্গীকাৰ কৰি উপবাস দিয়া প্ৰভাতে স্নান-দান-হোম কৰিল। ব্ৰাহ্মণসৱো আশীষ দিল। যথা-সুখে বস্ত্ৰ-অলঙ্কাৰ পিন্ধি ধূপ-দীপযুক্ত মণ্ডপত কুশাসনে পূৰ্ব্বমুখে বসিলা। পাছে সেই থানত অমৃতৰ কলস ধৰি মোহিনী প্ৰবেশিলা। ( শ্লোক ১—১৭ )

তাহান হাস্য-কটাক্ষে সকল দৈত্য মোহ গৈল। ক্রুৰ অসুৰক অমৃত দান অন্যায় মানি, দেৱ-দৈত্যৰ পৃথক পঙ্‌ক্তি কৰি বসুৱাইলা। দৈত্যক প্রিয়-বাক্যে বঞ্চি দেৱক অমৃত পিয়াইলা।. দৈত্যসৱো পূৰ্ব্ব অঙ্গীকাৰ সুমৰি স্নেহ-ভঙ্গ ভয়ে স্ত্রীবিবাদ শঙ্কায়ে, কিছো অপ্রিয় নুবুলি মৌনে ৰহিলা। তাতে চন্দ্র-সূৰ্য্যৰ মধ্যত প্রবেশি ৰাহু অমৃত পিল। তাক চন্দ্র আদিত্যক কহিলে, তেখনে ভগৱন্তে চক্র হানি শিৰ কাটিলা। অমৃত পানৰ বলে অমৰো হৈল। এতেকে ভগৱন্তে গ্রহ কৰিলা। এমতে সকল দেৱে অমৃত পান কৰিলে, অসুৰৰ আগতে মোহিনী চতুর্ভুজ হৈলা। শুকে কহন্ত: জানা ৰাজা, হৰিভক্তবেসে পুৰুষার্থ সিজে, অভক্তৰ নিসিজে। দেখ, সমান প্রয়াস কৰিয়ো অভক্ত দৈত্য অমৃত নপাইলা, ভক্ত দেৱেসে পাইলা। এতেকে জানিবা, আপুনাৰ অৰ্থে যতেক কৰি, সি পুনু জলত জলদান সম সকলে ব্যৰ্থ। ঈশ্বৰৰ অৰ্থে যি কৰি, সি সৱে মূলত জল-সেচন সদৃশ সকলে সত্য। এতেকে ঈশ্বৰক মাত্র সেৱা কৰা। ( শ্লোক ১৮—২৯ )

শ্রীভাগৱতকথায়াং অষ্টমস্কন্ধে নৱমোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। হৰিভক্তবেসে উদ্যম সাফল হয়, অভক্তৰ নহে, আক জানি হৰিভক্ত হুয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : উদ্যমাঃ সফলাঃ সৰ্ব্বে ভক্তানামেৱ কেৱলং।
সিদ্ধ্যন্তি নৈবাভক্তানামিত্যেৱং নৱমে স্থিতং

# দশম অধ্যায়

## দেৱ-দৈত্যৰ যুদ্ধকথন

কথা : দশম অধ্যায়ে দেৱ-দৈত্যৰ যুদ্ধ কহিবা। এমনে কহিলা, অভক্ত দৈত্যৰ অমৃতলাভ নহৈল। আৰে ভক্তবৎসলত প্ৰাণ হানিয়ো কহন্ত। শুকে বোলন্ত : জানা ৰাজা, এমনে হৰিবিমুখ দৈত্যগণে উদ্যম কৰি অমৃত নপাইলা। ভগৱন্তো ভক্ত দেৱক অমৃত পিয়াইয়া গৰুড়ৰ কন্ধে লড়ি গৈলা। অসুৰসৱো দেৱৰো উদয় নসহি অস্ত্ৰ-শস্ত্ৰ ধৰি যুঝিবে সাজু হৈল। দেৱগণো অমৃতপানে বৃদ্ধি হৈয়া হৰিক আশ্ৰয় বলে যুঝিবে লাগিল। পাছে সাগৰ-তীৰত ঘোৰ দেৱাসুৰৰ যুদ্ধ হৈল, নানা বাদ্যৰো শব্দ উঠিল। পাছে দৈত্যগণে অনেক বাহনত উঠি খেদি আসিল, বলিয়ো অদ্ভুত বিমানত উঠি চন্দ্ৰ হেন প্ৰকাশি খেদি আসিলা। তান লগতো সেনাপতিসৱো আসিলা। তাক দেখি, ইন্দ্ৰে ঐৰাৱত কন্ধে সূৰ্য্য হেন প্ৰকাশি দেৱগণসমে ধায়া আসিল। বলিৰ ইন্দ্ৰৰে যুদ্ধ হৈল, এমনে আনো দেৱ-দৈত্য বীৰসৱে অন্যে অন্যে যুঝিলা। অস্ত্ৰ-শস্ত্ৰসৱো বৰষিলা। শিৰ-উৰু-বাহুক কাটিল, শোণিতৰো নদী বহিল। পাছে বলিৰাজা দশ শৰ ইন্দ্ৰক, ঐৰাৱতক তিনি শৰ হানিলা।

( শ্লোক ১—৪১ )

তাক ইন্দ্ৰে পথত কাটিলা, পাছে বলি শক্তি লৈলা। তাকো ইন্দ্ৰে হাতত্তে ছেদিলা। পাছে শূল-পাশ-তোমৰ ধৰিলা, তাকো তেখনে ছেদিলা। যেই অস্ত্ৰ বলি ধৰন্ত তাক ইন্দ্ৰে হাতত্তে কাটন্ত। পাছে বলিৰাজা অনেক

আসুৰী মায়া কৰিলা। তাক দেখি দেৱসেনা মহাভয় পাইলা। ইন্দ্ৰাদিয়ো আন উপায় নজানি হৰিক স্মৰিলা। তেখনে ভগৱন্ত অষ্টভুজৰূপে গৰুড়ৰ স্কন্ধে দেখা দিলা। ভগৱন্তৰ প্ৰৱেশ মাত্ৰে অসুৰসৱৰ মায়া গুচিল। আক বিচিত্ৰ নেদেখিবা, যাতো হৰিক স্মৰণ মাত্ৰে সকল বিপদ গুচিল। পাছে কালনিমি সমে দৈত্য সিংহকন্ধে আসি গৰুড়ক প্ৰতি শূল হানিল। তাক লীলায়ে ভগৱন্তে ধৰি সেই শূলে সিংহসমে তাক বধিলা। মালী-সুমালী দুই বীৰ খেদি আসিল। ভগৱন্তে তেখনে চক্ৰহানি দুই বীৰৰো শিৰ ছেদিলা। পাছে মাল্যৱন্ত আসি গৰুড়ক গদা হানিলা, তাকো হৰি চক্ৰে শিৰ কাটিলা।

( শ্লোক ৪২—৫৭ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে দশমোঽধ্যায়ঃ।

হে সভাসদসৱ, দেখ। স্মৰণ মাত্ৰতে ভগৱন্ত দেৱৰ দুঃখ গুচাইলা। আক জানি যদি দুঃখ এড়াইতে ইচ্ছা কৰা, তেৱে সদায়ে হৰিক স্মৰি হৰি বোল হৰি।

শ্লোক : স্মৃতিমাত্ৰেন দেৱানাং যো দুঃখং সমখণ্ডয়ৎ।
অতস্তৎ স্মৰণং কাৰ্য্যমিত্যেৱং দশমে স্থিতম্॥

---

# একাদশ অধ্যায়

## নাৰদৰ যুদ্ধ নিবাৰণ

কথা : একাদশ অধ্যায়ে দৈত্যক্ষয় দেখি নাৰদে দেৱক নিবাৰিলা। শুক্ৰো মৰা দৈত্যক জীয়াইবা। শুকে কহন্ত : পাছে দেৱগণে হৰিৰ প্ৰসাদে স্মৃতি পায়া দৈত্য বধিতে লাগিল : ইন্দ্ৰো মহাক্ৰোধে বজ্ৰ ধৰি বলিক অনেক নিন্দিল : বলিয়ো তাৰ প্ৰত্যুত্তৰ দিয়া অনেক শৰ হানিল : তাক নসহি ইন্দ্ৰে বজ্ৰ মাৰিলা : বজ্ৰৰ প্ৰহাৰ পায়া বলিৰাজা বিমানে সমে ঢলি পৰিলা : সখি পৰিবাৰ দেখি তেখনে সিংহত উঠি জম্ভাসুৰে খেদি আসিলা। ক্ৰোধত ইন্দ্ৰৰ কন্ধত ঐৰাৱতৰ কুম্ভত গদা প্ৰহাৰিলা, গদাৰ প্ৰহাৰে ঐৰাৱত বিকল হয়া কৰ পাৰিলা। ( শ্লোক ১--১৫ )

তাক দেখি তেখনে মাতলি সহস্ৰ ঘোড়ায়ে ৰথখান যোগাইলা। ইন্দ্ৰে বজ্ৰ হানি হস্তীক এড়ি ৰথত চড়িলা। জম্ভেয়ো সাৰথিৰ কৰ্ম্ম প্ৰশংসি শূল হানিল, তাক মাতলি ধৈৰ্য্যক অৱলম্বি সহিলা। পাছে ইন্দ্ৰে বজ্ৰ হানি জম্ভৰ শিৰ ছেদিলা। নাৰদৰ মুখে জম্ভ হত শুনি তাৰ তিনি ভাই বল, পাক, নমুচি খেদি আসিলা। অনেক আক্ষেপি ইন্দ্ৰক শৰ হানিল। তাত বলে ইন্দ্ৰৰ সহস্ৰ ঘোড়াক সহস্ৰ শৰ হানিল। পাকে মাতুলিক দুই শত হানি নমুচিয়ো ইন্দ্ৰক স্বৰ্ণমুখীয়া পোন্ধৰ শৰ হানিল। এমনে শৰজালে ইন্দ্ৰক ছন্ন দেখি দেৱগণে আকুল হৈল। পাছে ইন্দ্ৰে শৰ পঞ্জৰৰ বঝাই, প্ৰভাতৰ সূৰ্য্য হেন প্ৰকাশ কৰিল। দেৱৰ দুঃখ দেখি তেখনে বজ্ৰ হানি বল পাকৰ শিৰ ছেদিলা।

নমুচিয়ো দুই ভাইৰ বধ দেখি ক্রোধে শোকে আকুল হুয়া ইন্দ্রক বধিতে শূল হানিল। তাক ইন্দ্রে পথত সহস্র খণ্ড কৰিলা। পাছে ক্রোধে গলত বজ্র হানিলা। বজ্রৰ প্রহাৰে তাৰ ছাল মুকুটিল। তাক দেখি ইন্দ্রে মহাভয় পাই গুণিবে লাগিল। যি বজ্রে মঞি পূর্ব্বতো বৃত্রক বধিছো, পর্ব্বতৰো পাখি ছেদিছো, সি বজ্র আৱে অল্প অসুৰ হত হৈল, এতেকে নভি সম ই বজ্রক আউৰ নধৰু। ( শ্লোক ১৬—৩৬ )

এমনে ইন্দ্রৰ খেদত আকাশী বাণী হৈল। ই দৈত্যে আমাৰ বৰে চিন্তা শুখনাত নমৰে; এতেকে তুমি আন উপায় চিন্তা। এই শুনি ইন্দ্রে মনে গুণি উপায় জানি, জলত ফেনে নমুচিৰ শিৰ ছেদিলা। তাক দেখি মুনিগণে পুষ্প-বৃষ্টি কৰি জয়ধ্বনি কৰিল, গন্ধর্ব্বে গীত গাইলা, দুন্দুভি বজাইল, আন মুখ্য মুখ্য দেৱগণো দৈত্যবীৰসৱক মৃগক সিংহে হেন বধিল। এতেকে ব্রহ্মা দৈত্যক্ষয় দেখি নাৰদক পঠাই দিলা, নাৰদে দেৱক বোলন্ত: হে দেৱগণ, তোৰা নাৰায়ণক আশ্রয় কৰি অমৃত পাইলা। শ্রীয়ে সমৃদ্ধ হৈলা, এতেকে বিফল যুদ্ধ এৰা। দেৱসৱো নাৰদৰ বাক্য শুনি যুদ্ধ এৰি পৰম আনন্দে স্বর্গক গৈলা। যুদ্ধৰ অৱশেষ দৈত্য নাৰদৰ আজ্ঞায়ে মৃতক বলিক লৈয়া অস্তগিৰি গৈলা। শুক্রো মৃত সঞ্জীৱনী কৰি মৰা দৈত্যক জীয়াইল। বলিয়ো শুক্রৰ প্রসাদে চেতন পায়া উঠিয়া বসিল। লোকৰ তত্ত্ব জানি পৰাজিত হুয়ো খেদ নকৰিলা।

( শ্লোক ৩৭—৪৮ )

শ্রীভাগৱতকথায়াং অষ্টমস্কন্ধে একাদশোঽধ্যায়ঃ ॥

হে সভাসদসৱ, দেখ। অত্যুন্নত দৈত্যৰো ঈশ্বৰ কালে দেখা কেনে অৱস্থা কৰাইল। আক জানি দম্ভ দর্প এড়ি সদায়ে হৰিসেৱা কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: অত্যুন্নতানাং দৈত্যানাং কালাদালোক্য সংক্ষয়ং।
সাক্ষাদ্বিপদাম্ভোজং ভজতাহর্নিশং নৰাঃ ॥

———

# দ্বাদশ অধ্যায়

## হৰমোহন

কথা : দ্বাদশ অধ্যায়ে হৰমোহন কহিবা। শুকে কহন্ত : মহেশে শুনিলা, ভগৱন্তে স্ত্ৰীবেশ ধৰি দৈত্যক মোহি দেৱক অমৃত পিয়াইলা। আক দেখিবাক প্ৰতি বৃষভত চড়ি পাৰ্ব্বতী সমে ভূতগণ লৈয়া, যি ঠাই ভগৱন্ত আছন্ত সি ঠাই গৈলা। ভগৱন্তো শিৱক দেখি সাদৰে আশ্বাস কৰিলা। শিৱে হৰিক প্ৰণাম কৰি সুখে বসি স্তুতি বোলন্ত : হে দেৱ দেৱ জগদীশ্বৰ, তুমিসে সৱাৰে আত্মা, সৱাৰে শ্ৰেষ্ঠ। তুমি সৱাৰে আদি-অন্ত কৰা, তুমাৰ আদি-অন্ত নাই। মুনিগণে মুক্তিকামে তুমাৰ চৰণ উপাসা কৰে, তুমি পুনু ব্ৰহ্ম, জীৱৰো ঈশ্বৰ। তুমাকেসে বৈদান্তিকে ব্ৰহ্ম বোলে, মীমাংসকে কৰ্ম্ম বোলে, সাংখ্যে পুৰুষ বোলে, পঞ্চৰাত্ৰে নৱশক্তি যুক্ত বোলে, পাতঞ্জলে মহাপুৰুষ বোলে। তুমাৰ তত্ত্বক কেঞো নজানে, তুমিতো সৱাকে জানা। মঞি তুমাৰ অনেক লীলা অৱতাৰো দেখিছো, এতেকে যি স্ত্ৰীৰূপে দৈত্যক বঞ্চি দেৱক অমৃত পিয়াইলা, তাক কৌতুকে দেখিবে আসিছো। শিৱৰ এই বাক্য শুনি ভগৱন্তে হাস্য কৰি বোলন্ত : পূৰ্ব্বত দৈত্যে অমৃত হৰিলে, মঞি তাৰাক মুহিবাক লাগি যি স্ত্ৰীবেশ ধৰিলো, যাক কামীসৱে বহুমান কৰে, যাক দেখি কাম উদয় হয়, আজি তুমাকে সেইৰূপে দেখাইবো। এই বুলি ভগৱন্তে অন্তৰ্দ্ধান হৈলা। ( শ্লোক ১—১৭ )

মহেশে দশোদিশ চায়া ৰহিলা। পাছে বিচিত্ৰ উপবনত দিব্য স্ত্ৰী

এক দেখিলা। দিব্য পাটশাৰী পিন্ধিছা, তাতে মেখলা বান্ধিছা, আয়ত কম্পিত স্তনহাৰভাৰে মধ্যত ভাগে হেন দেখি। পদপল্লৱক চলাইবে লাগিছা, ভণ্টাখেড়িৰ মত্ত চঞ্চল নয়ন হয়াছন্ত। শোভন কৰ্ণত কুণ্ডল প্ৰকাশে, একহাতে বস্ত্ৰকো সম্বৰন্ত, আউৰ হাতে ভণ্টাকো নেৰন্ত। এমনে মহেশে মোহিনীক দেখি তাহান হাস্য কটাক্ষে মোহিত হয়া, আপুনাক পাসৰিলা। যেখন মোহিনীৰ হাতৰ ভণ্টা দূৰ গৈল, তাক খেদি যাইতে বায়ু লাগি বস্ত্ৰ খসিল। তেখনে মহেশ অত্যন্ত কামবশ হুয়া ভৱানীৰ আগত তাঙ্ক খেদি গৈলা। মোহিনীয়ো মহেশক খেদি আসিবাৰ দেখি লজ্জিত হুয়া গাছৰ আৰ হৈলা। তাক দেখি মহেশ মহাৰঙ্গে খেদি যায়া আলিঙ্গি ধৰিলা। মোহিনীয়ো হাতৰ এড়াই লৰ দিলা। মহেশো পাছে পাছে খেদি গৈলা। খেদি যাইতে পথত ৰেতঃ স্ৰৱিল। সি থানসৰো সুৱৰ্ণৰ ক্ষেত্ৰ হৈল।

( শ্লোক ১৮—৩৩ )

এক্ৰমতে তাহাঙ্ক খেদিতে অনেক নদ-নদী এড়াইলা। ঋষিৰো আশ্ৰম পাইলা। পাছে ৰেতস সাঙ্গ হৈলে মহেশ আপুনাকে মায়া মুহিত জানি দুঃখত নিৰ্বৰ্ত্তিলা। পাছে ভগৱন্ত পুৰুষ ৰূপ ধৰি শিৱক বোলন্ত: হে মহাদেৱ, তুমি মোৰ মায়ায়ে মোহিত হুয়া আপুনাৰ স্বৰূপত ৰহিবাৰ দেখি মোৰ বৰ আনন্দ হৈল। আউৰ মায়ায়ে তুমাক মোহ নকৰিবো। এহি আশ্বাস শুনি মহেশ হৰিক প্ৰদক্ষিণ কৰি কৈলাসক গৈলা। ঋষিৰ মধ্যত ভৱানীৰ আগত সকল বৃত্তান্ত কহিলা। এই অমৃত-মথন কথা যি শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰে তাৰ কদাচিতো উদ্যম নষ্ট নহে। সংসাৰ পৰিশ্ৰমো গুচে।

( শ্লোক ৩৪—৪৭ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে দ্বাদশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। যাৰ মায়ায়ে মহেশো মোহ যান্ত; এতেকে তাঙ্ক পৰমেশ্বৰ জানি সৰবে ভজা। নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: যন্মায়য়া মহেশোঽপি নিৰ্জ্জিতো নিৰ্জ্জিতেন্দ্ৰিয়ঃ।
তমহং দেৱ-দেৱেশং প্ৰপদ্যে শৰণং সদা॥

---

## ত্ৰয়োদশ অধ্যায়

### সাত মন্বন্তৰ কথন

কথা : ত্ৰয়োদশ অধ্যায়ে সাত মন্বন্তৰ কহিবা। শুকে কহন্ত : জানা ৰাজা, এমনে তুমাত কহিলু ছয় মন্বন্তৰ। আৰে সপ্তম মন্বন্তৰ শুনা। ইদানিক সপ্তম মনু আদিত্যৰ পুত্ৰ শ্ৰাদ্ধদেৱ। পুৰন্দৰ ইন্দ্ৰ, বামন অৱতাৰ। আৰে ভৱিষ্যত শুনা। অষ্টম মনু সাৱৰ্ণি, বলি ইন্দ্ৰ, সাৰ্ব্বভৌম অৱতাৰ। নৱম মনু দক্ষসাৱৰ্ণি, শ্ৰুত ইন্দ্ৰ, ঋষভ অৱতাৰ। দশম মনু ব্ৰহ্মসাৱৰ্ণি, শম্ভু ইন্দ্ৰ, বিশ্বক্সেন অৱতাৰ। একাদশ মনু ধৰ্ম্মসাৱৰ্ণি, বৈধৃত ইন্দ্ৰ, ধৰ্ম্মসেতু অৱতাৰ। দ্বাদশ মনু ৰুদ্ৰসাৱৰ্ণি, ঋতধাম ইন্দ্ৰ, সুধৰ্ম্ম অৱতাৰ। ত্ৰয়োদশ মনু দেৱসাৱৰ্ণি, বৃহস্পতি ইন্দ্ৰ, যোগেশ্বৰ অৱতাৰ। চতুৰ্দ্দশ মনু ইন্দ্ৰসাৱৰ্ণি, শুচি ইন্দ্ৰ, বৃহদ্ভানু অৱতাৰ। এই চৈধ্য মন্বন্তৰ, যাত চাৰি হাজাৰ যুগ যাই।

(শ্লোক ১—৩৬)

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে ত্ৰয়োদশোঽধ্যায়ঃ।

হে শিষ্টসৱ, দেখ। প্ৰত্যেক মন্বন্তৰতে হৰি অৱতাৰ ধৰি জগতক পালন্ত। আক জানি চৰণত ভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : মন্বন্তৰেষু যো দেৱো প্ৰপাতি ভুৱনত্ৰয়ম্।
তমহং শৰণং যামি ভক্তচিন্তামণিং বিভুম্॥

---

# চতুৰ্দ্দশ অধ্যায়

## ছয়বিধ কাৰ্য্যকথন

কথা : চতুৰ্দ্দশ অধ্যায়ে মনু আদি ছয় বিধৰ কাৰ্য্য কহিবা। ৰাজা পুছন্ত : মনু আদি ছয়োবিধে যি যি কাৰ্য্য কৰন্ত তাক মোত কহা। শুকে কহন্ত : মনু, মনুপুত্ৰ, ঋষি, ইন্দ্ৰ, দেৱগণ সবাকে হৰি অৱতাৰে নিয়ম কৰন্ত। কলিযুগত বেদ নষ্ট হৈলে ঋষিগণে তপোবলে উদ্ধাৰন্ত। মনুসৱে লোকত প্ৰৱৰ্ত্তান্ত, মনু-পুত্ৰসৱে প্ৰজা পালন্ত, দেৱগণে যজ্ঞভাগ ভুঞ্জন্ত, ইন্দ্ৰে তিনি লোক পালন্ত, আনো বেলা ভগৱন্তে সিদ্ধৰূপে জ্ঞান কন্ত। ঋষিৰূপ ধৰি ধৰ্ম্ম কৰন্ত; যোগীৰূপেয়ো যোগ কহন্ত, প্ৰজাৰূপে প্ৰজা স্ৰজন্ত; কালৰূপে সৱাকে সংহৰন্ত। ( শ্লোক ১—১১ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে চতুৰ্দ্দশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। ভগৱন্তেসে নানাৰূপে জগতক পালন্ত। আক জানি সদায়ে হৰিসেৱা কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : নানাৰূপেণ যো দেৱো জগদ্‌যাত্ৰাং যুগে যুগে।
প্ৰাৱৰ্ত্তয়ত তং দেৱং নমামি করুণাৰ্ণৱম্॥

---

# পঞ্চদশ অধ্যায়

## বলিৰ স্বৰ্গগ্ৰহণ

কথা : পঞ্চদশ অধ্যায়ে বলি বিশ্বজিত কৰি স্বৰ্গ লৈলে, ভয়ে দেৱগণ পলাইবা। ৰাজা পুছন্ত : হে মহামুনি, ভগৱন্ত ঈশ্বৰ হুয়ো, কেনে বলিত তিনিপদ ভূমি খুজিলা, দান পায়ো কেনে বা বান্ধিলা, আক মঞি জানিতে ইছা কৰো। শুকে কহন্ত : বলিৰাজা ইন্দ্ৰত ৰাজ্য-শ্ৰী হাৰিবা। প্ৰাণেয়ো মাৰিলা, শুক্ৰেসে জীয়াইলা। এতেকে কায়-বাক্য-মনে তাহাঙ্কে ভজিলা। শিষ্যৰ ভক্তি দেখি তুষ্ট হয়া শুক্ৰ ঋষি বিশ্বজিত যজ্ঞ কৰাইলা। অগ্নিৰ পৰা অশ্বধ্বজসমে স্বৰ্ণমণ্ডিত ৰথখান উঠিল, দিব্য ধনু, অক্ষয় টোণ, অভেদ কৱচো পাইলা। পিতামহ প্ৰহ্লাদে অম্লান পদ্মৰ মালা দিলা, শুক্ৰে বাদ্য শঙ্খ দিলা। এমনে বিপ্ৰসৱে যুদ্ধ পৰিকৰ সাজি দিয়া স্বস্ত্যয়ন কৰিলা। বলিয়ো তাৰাক প্ৰদক্ষিণ কৰি প্ৰণাম কৰিলা। পাছে দিব্যৰথে চড়ি বস্ত্ৰ অলঙ্কাৰে মণ্ডিত হয়া অগ্নি হেন প্ৰকাশ কৰিলা। সমবল পৰাক্ৰম দৈত্যবীৰসমে আবৃত হয়া অনেক সেনা লৈয়া ইন্দ্ৰপুৰী গৈলা। যাত বিচিত্ৰ বনসৱ আছে। আকাশী গঙ্গায়ে আৱৰিছা, গড় প্ৰাচী দ্বাৰসৱো প্ৰকাশে, দিব্য গৃহসৱো শোভা কৰে, বিমানগণেয়ো কান্তি কৰে, সুন্দৰ স্ত্ৰী-পুৰুষসৱো ক্ৰীড়া কৰে। সদায় সুগন্ধ বায়ু বহে ; গীত-নৃত্য-বাদ্যেয়ো মনোহৰ হয়াছে। এমন সমৃদ্ধ পুৰীক বলিৰাজা সেনায়ে চৌভিতি বেঢ়ি শঙ্খধ্বনি কৰিলা। ( শ্লোক ১—২৩ )

তাক শুনি মহাভয়ে ইন্দ্রে দেৱগণসমে গুৰুত পুছিবে লাগিলা। হে গুৰু, মোৰ পূৰ্ব্ববৈৰী বলিৰ উত্তম দেখা। কেনে এমন প্ৰভাৱ হৈল, আক মোত কহা। বৃহস্পতি বোলন্ত: জানা ইন্দ্ৰ, বলিৰ তেজক শুক্ৰে যজ্ঞ কৰি বঢ়াইছে। ঈশ্বৰ বিনে তুমি ইদানিক যুদ্ধে নাপাৱা। এতেকে থান এড়ি কতো পলাই থাকা। আৱে বলি ব্ৰাহ্মণৰ অৱজ্ঞায়ে নষ্ট হয়। গুৰুৰ এই মন্ত্ৰণা শুনি দেৱগণে স্বৰ্গক এড়ি পলাইলা। তাক জানি বলিয়ো নগৰ উঠি ইন্দ্ৰৰ খাটত বসিলা। তিনিয়ো লোকক বশ্য কৰি অনেক ভোগ ভুঞ্জিলা। পাছে শুক্ৰ ঋষি বলিৰ ইন্দ্ৰপদ স্থিৰ কৰিবাক প্ৰতি শতেক অশ্বমেধ কৰাইলা।

( শ্লোক ২৪—৩৬ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে পঞ্চদশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। ইন্দ্ৰে এমন সম্পত্তিয়ো ক্ষণেকতে হেৰুৱাইলা; এতেকে সম্পত্তিক অথিৰ জানি সত্বৰে হৰিকৰ্ম্ম কৰা। আক জানি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : ক্ষণেনেন্দ্ৰপদস্যৈতং বিনা সমাৱলোকয়ন্।
দ্ৰুতং হৰিপদাম্ভোজং ভজত যত্নতো জনাঃ॥

———

# ষোড়শ অধ্যায়

## পয়োব্ৰত কথন

কথা : ষোড়শ অধ্যায়ত অদিতিৰ প্ৰাৰ্থনাত কশ্যপে পয়োব্ৰত কহিবা। শুকে কহন্ত : এমনে পুত্ৰসৱ থান এড়ি পলাইলে, দেৱমাতা অদিতি অনেক শোক কৰিলা। পাছে একদিনা কশ্যপ ঋষি সমাধিত বিৰক্ত হয়া তাহান আশ্ৰমক গৈলা। স্বামীক দেখি অদিতি উঠিয়া আসন দিয়া শুশ্ৰূষা কৰিলা। কশ্যপো পত্নীৰ মুখ ম্লান দেখি পুছিবে লাগিলা। হে গৃহিণী, ইদানিক বিপ্ৰধৰ্ম্ম লোকৰ কিছো কুশল নাই, তোমাৰ অথিতি শুশ্ৰূষা বা নহৈল। যাতো অথিতি বিমুখ হৈলে গৃহস্থৰ গৃহ শৃগালৰ সম হয়। বেলাত বা অগ্নি হোম নিসিঝিল। যাতো অগ্নি ব্ৰাহ্মণ হবিৰ মুখ, যাক পূজা কৰিলে গৃহস্থো পৰম গতি পাৱে। তোমাৰ পুত্ৰসৱ কি কুশলে আছে, কেনে বা তোমাৰ মনত স্বস্থ নাই, আক মোত কহা। অদিতি বোলন্ত : হে স্বামী, মোত যি পুছিলা সিসৱো তোমাৰ প্ৰসাদে অব্যাহতে সিঝে, কিন্তু আনসে চিন্তাৰ কাৰণ আছে। তাক শুনা। মোৰ পুত্ৰৰ স্থানক শত্ৰুসৱে কাঢ়ি নিল। এতেকে মঞি শোক-সাগৰত মগ্ন হৈলো। পুনু সেই সম্পত্তি মোৰ পুত্ৰগণে যেমনে পায়ে তেমনে কৰা। ( শ্লোক ১—১৭ )

এহি বাক্য শুনি কশ্যপে বিস্ময় ছলে প্ৰবোধ বোলন্ত : অহো ঈশ্বৰৰ কি মায়া ! কৈৰ দেহা, কৈৰ আত্মা, কৈৰ বা পুত্ৰসৱ মিছাত কেমনে মোহ দেখ। আত ভান সন্তোষ নেদেখি পুনু বোলন্ত : হে অদিতি, তুমি ভগৱন্তক সেৱা

কৰা। তেৱে তুমাৰ সকলে কামনা সিদ্ধি হৈবেক। যাতো হৰি দীনদয়াল, এতেকে জানিবা হৰিসেৱাৰ অল্পৰো নষ্ট নাই। অদিতি বোলন্ত: কেনে বিধে হৰিক অৰ্চ্চিবো, কেমনে বা মোত হৰি তুষ্ট হৈবন্ত, তাক কহা।

( শ্লোক ১৮—২৩ )

কশ্যপে বোলন্ত: ফাল্গুন মাসা শুক্লপক্ষত দ্বাদশ দিন পয়োব্ৰত কৰিবা। তাৱে অমাবস্যা দিনা বৰাহৰ দন্তৰ মাটি শৰীৰত ঘহি মন্ত্ৰ পঢ়ি নদীত স্নান কৰিবা। পাছে নানা মন্ত্ৰে হৰিক পূজিবা। ধ্যান-আহ্বান কৰিবা, পাদ্য-অৰ্ঘ্য-আচমন দিবা, মধুপৰ্কো নিবেদিবা, দুগ্ধে স্নান কৰাইবা, বস্ত্ৰ-অলঙ্কাৰ দিবা, গন্ধ-পুষ্প-ধুপ-দীপ নানা নৈবেদ্যে অৰ্পিবা। পৰমানো দিবা, নিত্যে দ্বাদশ আহুতি হোম কৰিবা। অষ্টোত্তৰ শত মন্ত্ৰ জপিবা, স্তুতি পাঠো কৰিবা। প্ৰদক্ষিণ কৰি দণ্ডৱতে পড়িবা, ব্ৰাহ্মণ ভোজন কৰাইবা, ব্ৰহ্মচৰ্য্যে থাকিবা, কাকো হিংসা নকৰিবা। এমনে দ্বাদশ দিন গৈলে ত্ৰয়োদশ দিনত পঞ্চামৃতে স্নান কৰাইবা। বিত্তশাঠ্য নকৰিবা, মহাপূজা কৰিবা। গুৰুকো দক্ষিণা দিবা, অভ্যাগতকো অৰ্চ্চিবা, পাছে বন্ধুগণসমে ভোজন কৰিবা। ই ব্ৰত পূৰ্ব্বত ব্ৰহ্মা আমাত কহিছা, এতেকে আক তুমি শ্ৰদ্ধায়ে কৰিবা, তেৱে তুষ্ট হুয়া হৰি সকলে বাঞ্ছা পূৰিবা। ( শ্লোক ২৪—৬২ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে ষোড়শোঽধ্যায়ঃ।

হে সভাসদসব, দেখ। কশ্যপে কহিলা, হৰিসেৱাৰ অল্পৰো ব্যৰ্থ নাই, আনো দেৱৰ সেৱা পুনু এমন নহে। আক জানি কৃষ্ণসেৱা মাত্ৰ কৰা, মুখে নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: অমোঘা ভগৱৎসেৱা নান্যসেৱা কদাচন।
ইত্যেৱং ষোড়শাধ্যায়ে কশ্যপেন নিৰূপিতম্‌॥

---

# সপ্তদশ অধ্যায়

## হৰিৰ অদিতি-গৰ্ভত প্ৰবেশ

কথা : সপ্তদশ অধ্যায়ে অদিতিৰ ব্ৰতত হৰি দেখা দিয়া তান গৰ্ভত বাসা লৈলা। শুকে কহন্ত : কশ্যপৰ এহি বাক্য শুনি একাগ্ৰ চিত্তে হৰিক চিন্তি অদিতি পয়োব্ৰত কৰিলা। পাছে ভগৱন্ত চতুৰ্ভুজৰূপে তাহাঙ্ক দেখা দিলা। অদিতিয়ো সাক্ষাতে ভগৱন্তক দেখি দণ্ডৱতে প্ৰণাম কৰিলা। প্ৰেমে বিহ্বল হয়া সজল নয়নে কতো বেলি মৌন আছিল, পুলকে আকুল হয়া গদগদ বচনে স্তুতি আৰম্ভিলা : হে যজ্ঞেশ, যজ্ঞপুৰুষ, অচ্যুত, শ্ৰৱণ-মঙ্গল, দীননাথ, ভগৱন্ত, তুমাক প্ৰণাম কৰো। তুমি তুষ্ট হৈলে পুৰুষাৰ্থ সিদ্ধি হয়, শত্ৰুজয়াদি যে হৈবেক তাক কি বুলিবোঁ। অদিতিৰ এহি স্তুতি শুনি ভগৱন্তে বোলন্ত : হে দেৱমাতৃ, তুমি পুত্ৰৰ জয় সম্পত্তিক ইচ্ছা কৰা, তাক মঞি জানু। তথাপি অসুৰক ইদানিক জিনা নযাই। যাতো ব্ৰাহ্মণসৱে ৰক্ষা কৰিছা; আত পৰাক্ৰম কৰিলেয়ো কুশল নহে। তথাপি মঞি উপায় চিন্তো। যাতো তুমাৰ ব্ৰতত তুষ্ট হয়া আছো। এতেকে আপুনাৰ অংশে তুমাৰ পুত্ৰ হয়া দেৱৰ কাৰ্য্য সাধিবো। তুমি পতিক উপাসা কৰা। এই বুলি ভগৱন্ত অন্তৰ্দ্ধান হৈলা। ( শ্লোক ১—২১ )

অদিতিয়ো দুৰ্লভ লভিয়া পৰম আনন্দে পতিক ভজিলা। কশ্যপো সমাধিত জানিলা, হৰিৰ অংশে আপুনাত প্ৰবেশ হৈলা। পাছে অদিতিত গৰ্ভাধান কৰিলা, আক জানি ব্ৰহ্মা আসি স্তুতি বোলন্ত। হে উৰুগায়, উৰুক্ৰম,

ভগৱন্ত, তুমাক প্ৰণাম কৰো। তুমিসে সৱাৰে সৃষ্টি-স্থিতিৰ কাৰণ, এতেকে অৱতৰি দেৱক প্ৰতিপাল কৰিবা। ( শ্লোক ২২—২৮ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে সপ্তদশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। অদিতিৰ শুদ্ধভাৱে দ্বাদশ দিনতে হৰি তুষ্ট হৈলা। এতেকে শুদ্ধভাৱে হৰিক ভজি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : অদিতেঃ শুদ্ধভাৱেন দিনৈৰ্দ্বাদশভিৰ্যতঃ।
সন্তুষ্টো ভগৱান্ যস্মাত্তস্মাত্তজে সসৰ্ব্বদা ॥

---

# অষ্টাদশ অধ্যায়

## বামন অৱতাৰ

কথা : অষ্টাদশ অধ্যায়ে বামন অৱতাৰ হয়া বলিৰ যজ্ঞক যজ্ঞাইবা। শুকে কহন্ত : এমনে ব্ৰহ্মা স্তুতি কৰিলে ভাদ্ৰমাসা শুক্লা দ্বাদশীত দুই পৰ বেলা ভগৱন্ত অৱতাৰ হৈলা। শ্যামতনু, পীতবাস, কমললোচন, চতুৰ্ভুজ, শঙ্খ-চক্ৰ-গদা-পদ্ম ধৰিলা। কিৰীটি-কুণ্ডল, হাৰ-অঙ্গদ-বলয়; শ্ৰীবৎস, কৌস্তুভ, বনমালা, মেখলা, নূপুৰে ৰঞ্জিত হয়াছা। যেখনে বামন অৱতাৰ ধৰিলা, তেখনে দশোদিশ প্ৰসন্ন হৈল, জলাশয়সৱো নিৰ্ম্মল পৰিল, সৰ্ব্বজনে আনন্দ লভিল। মুনিগণো প্ৰশংসিল : দেৱ-সিদ্ধ-বিদ্যাধৰসবো জয় জয় কৰি পুষ্প বৰিষিল। অপ্সৰা-গন্ধৰ্ব্বে নৃত্য-গীত কৰিল। কশ্যপ-অদিতি নিজগৰ্ভ-সম্ভৱ মহাপুৰুষক দেখি বিস্ময় হয়া জয় জয় বুলিলা। পাছে ভগৱন্ত সেইৰূপে বটু বামন হৈল। তাক দেখি ঋষিসৱে জাতকৰ্ম্ম কৰাইলা। উপনয়ন দিতে

আদিত্য আসি গায়ত্ৰী শুনাইলা। বৃহস্পতি যজ্ঞসূত্ৰ দিলা, কশ্যপ মেখলা বান্ধিলা, চন্দ্ৰে দণ্ড দিলা, অদিতি কপীন বস্ত্ৰ দিলা, স্বৰ্গে ছত্ৰ দিলা, ব্ৰহ্মা কমণ্ডলু দিলা, ঋষিগণে কুশ দিলা, সৰস্বতী জাপ্যমালা দিলা, কুবেৰে ভিক্ষা-পাত্ৰ দিলা, পাৰ্ব্বতী ভিক্ষা দিলা। এমনে বামন ব্ৰাহ্মণ হয়া ব্ৰহ্মতেজে সভাতে অধিকমতে প্ৰকাশিলা। ( শ্লোক ১—১৯ )

পাছে নৰ্ম্মদাৰ তীৰত বলিৰ অশ্বমেধ শুনি, জগতৰ ভৰ ধৰি পদে পদে পৃথিৱী কম্পাই চলি গৈলা। যজ্ঞৰ ঋষিগণে দ্বাৰোত বামনক দেখি সূৰ্য্য, অগ্নি, সনতকুমাৰ বুলি তৰ্কিলা। বামনো দণ্ড-কমণ্ডলু ধৰি যজ্ঞশালা প্ৰবেশিলা, তাঙ্ক দেখি অগ্নিসমে শুক্ৰ আদি ঋষিসৱে আগবাঢ়ি নিলা। যাতো তাহান তেজে ধৰ্ষিত হৈলা। বলিয়ো পৰম আনন্দে আপুনি উঠি আসন দিলা। চৰণ পখালি পাদোদক শিৰে ধৰি সাদৰে বুলিবে লাগিলা। হে ব্ৰাহ্মণ, কুশলে আসিলা, তোমাক প্ৰণাম কৰো, কি কাৰ্য্য কৰিবো আজ্ঞা কৰা, যাতো ঋষিৰ তপোমূৰ্ত্তি কৰি তুমাক মানো, এতেকে তুমাৰ আগমনে মোৰ কুল পৱিত্ৰ হৈল। ভূমিয়ো শুদ্ধ হৈল, পিতৃ, দেৱ, অগ্নিয়ো তৃপিতি হৈল, যজ্ঞো সফল হৈল, তুমি যি বাঞ্ছা কৰা তাকে দিবোঁ। ( শ্লোক : ২০—৩২ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে অষ্টাদশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। অদিতিৰ ভক্তিত তুষ্ট হয়া ভগৱন্তে তান কাৰ্য্য সাধিবাক লাগি বামন ৰূপ হৈলা। এতেকে তাহাঙ্ক কৃপালু জানি সততে ভক্তি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যোঽদিতেঃ উক্তিমাত্ৰেন তুষ্টো বামনতাং গতঃ।
তং প্ৰপদ্যেঽখিলাধাৰমাধাৰাধৰধাৰিণম্॥

---

## ঊনবিংশ অধ্যায়

### তিনিপদ ভূমি ভিক্ষা, শুক্রব বাৰণ

কথা : ঊনৈশ অধ্যায়ে বামনে বলিৰ তিনিপদ ভূমি বুলিলে, বলিয়ো দিবাক খুজিলে, শুক্রে নিবাৰিলা। শুকে কহন্ত : বলিৰ এহি বাক্য শুনি প্ৰীত হয়া ভগৱন্তে বোলন্ত : হে নৰদেৱ, তুমি ভাল সত্য বাক্য বুলিলা, যাত হন্তে ধৰ্ম্ম-যশ হয়। যাৰ পুৰোহিত শুক্র, পিতামহ প্ৰহ্লাদ, তাৰ কি ভালমতি সুহিবেক। তুমাৰ বংশত কৃপণ-দৰিদ্ৰ নাই, প্ৰাৰ্থকো বিমুখ নতু হয়, যাত নিৰ্ম্মল যশ প্ৰহ্লাদ চন্দ্ৰ হেন প্ৰকাশন্ত ; তুমাৰ উপৰি পুৰুষ হিৰণ্যাক্ষক দিগ্‌বিজয়তো কেঞো যুঝন্তা নহৈল। পৃথিৱী উদ্ধাৰিতে বৰাহ অৱতাৰে কথঞ্চিত বধিয়ো, তাৰ পৰাক্রম সুমৰি আপুনাক জিনিলো নোবলন্ত। পাছে হিৰণ্যকশিপু ভাতৃবধ শুনি হাতে শূল ধৰি বৈকুণ্ঠক খেদি গৈল। হৰিয়ো তাক আসিবাৰ দেখি মনত গুণিলা। মঞি যি ঠাই পলাইবো, ই দৈত্য সি ঠাইক যাইবেক। এতেকে আৰ হৃদয়ত প্ৰবেশি থাকো। এহি গুণি -মহাভয়ে ভগৱন্ত নাসিকাৰ ৰন্ধ্ৰে প্ৰৱেশি ৰহিলা। সিয়ো শূন্য নগৰক বিচাৰিয়া লাগ নপাই নাদ কৰিলা। পাছে স্বৰ্গ-মৰ্ত্ত্য-পাতালতো বিচাৰি লাগ নপাই, মোৰ ভয়ে হৰি মৰিল বুলি মনে মানিলা। তথাপি নমৰিল পৰ্য্যন্তে বৈৰ নেড়িল। তুমাৰ পিতৃ বিৰোচন ব্ৰাহ্মণৰ বেশ দেৱক জানিয়ো, আপুনাৰ আয়ু দিছা। তুমিয়ো মহাধৰ্ম্মপৰ, এতেকেসে তুমাত মোৰ পদ প্ৰমাণে তিনিপদ ভূমি খোজো। আন কিছো বাঞ্ছা নাই, যাতো যিমান

লাগে সেইমান পৰিগ্ৰহ কৰিলেসে ব্ৰাহ্মণক দোষে নপাৱে। বলি বোলন্ত : হে ব্ৰাহ্মণৰ ছয়াল, তুমাৰ বাক্যসৱ পণ্ডিতৰ সম্মত, তুমি পুনু বালক, যাতো আপুনাৰ কাৰ্য্য নজানা। মোৰ প্ৰশংসা বাক্যে বড় তুষ্ট কৰাই তিনিপদ ভূমি খোজা। মই পুনু দ্বীপকে দিবা পাৰো। পুৰুষে মোত একবাৰ প্ৰাৰ্থিলে, পুনু আৰ প্ৰাৰ্থনা নকৰে। এতেকে তুমি জীৱিকা প্ৰমাণ ভূমি লৱা। ( শ্লোক ১—২০ )

বামনে বোলন্ত : জানা ৰাজা, অজিতেন্দ্ৰিয় পুৰুষৰ ত্ৰৈলোক্য সম্পত্তিয়ো মন নুপুৰে, এতেকে মঞি তিনিপদতে তুষ্ট হৈলো। দ্বীপত কি কাৰ্য্য আছে, যাতো সপ্তদ্বীপপতি ৰাজাসৱে তৃষ্ণাৰ অন্ত নতু পায়ে। অসন্তোষত ব্ৰাহ্মণৰ তেজ হানি হৱে, সংসাৰো বাঢ়ে, সন্তোষত মুক্তি পাৱে। এতেকে মোৰ তিনিপদতে সকলে কাৰ্য্য সিঝে, অধিকত কি কাৰ্য্য। এহি শুনি বলি তুমাৰ যেমন ইচ্ছা তেমনে লৱা, বুলি জলপাত্ৰ ধৰিলা। এতেকতে শুক্ৰে বোলন্ত : হে বলি, এঞো সাক্ষাতে বিষ্ণু, দেৱকাৰ্য্য সাধিবাক প্ৰতি কশ্যপত হন্তে অদিতিত হয়াছন্ত। নজানি তই দিবাক বুলিলি, তাক মঞি ভাল নমানো। যাতো তোৰ সম্পত্তি কাঢ়ি লৈয়া ইন্দ্ৰক দিবন্ত, একপদে পৃথিৱী আক্ৰমিবন্ত, দ্বিতীয় পদে স্বৰ্গক লঙ্ঘিবন্ত, শৰীৰে আকাশ জুৰিবন্ত। এতেকে প্ৰতিশ্ৰুত তিনিপদ দিবাক নপাৰিলে তোৰ নৰকত থিতি হৈবেক। যি দানে জীৱিকা নষ্ট হয় তাক লোকেয়ো ভাল নোবোলে। যাতো পঞ্চ-ভাগৰ একভাগসে দান কৰি। বৃত্তিসঙ্কটত মিছা মাতিলেও দোষ নাই। ( শ্লোক ২১—৪৩ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে উনবিংশোঽধ্যায়ঃ।

হে সামাজিকসৱ, দেখ। বামনৰ বাক্যত অসন্তোষত সংসাৰ বাঢ়ে। এতেকে যথালাভে সন্তোষ হয়া নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : অসন্তোষেন লোকানাং সংসাৰো জায়তে যতঃ।
অতস্তুষ্টো যথালাভে ৰামনাম সদা জপেৎ॥

———

# বিংশ অধ্যায়

## বামনৰ নিজৰূপ ধাৰণ

কথা ঃ বিংশ অধ্যায়ে বলিৰ দান পায়া বামন বাঢ়িলা। শুকে কহন্ত ঃ এমনে শুক্রৰ বাক্য শুনি বলি ক্ষণেক মৌন হুয়া বুলিবে লাগিলা ঃ হে গুৰু, তুমি যি বুলিলা সত্য হয়। তথাপি বিত্তলোভে মঞি প্রহ্লাদৰ নাতি হুয়া, ব্রাহ্মণক দিবো বুলি কেমনে নেদিম। পৃথিবী কহিছা, অসত্যাত কৰি অধর্ম্ম নাই, মোৰ নৰকাদি দুঃখতো তেমন ভয় নালাগে, ব্রাহ্মণক বঞ্চিলে যেমন ভয় লাগে। পূর্ব্বে সাধুসৱে আপুনাৰ প্রাণ দিয়ো ধর্ম্ম কৰিছে, মঞি পুনু সর্ব্বস্বকে দিবো। প্রাণদানতো কৰি সর্ব্বস্ব দানত অধিক কীর্ত্তি হৈব। যাতো পুৰুষৰ মৰণত কৰি সর্ব্বস্ব ত্যাগেসে বড়। যি বিষ্ণুক তোৰা যজ্ঞ কৰি যজা, তাক মঞি সাক্ষাতে দান দিবোঁ। আতপৰ কুন লাভ আছে, যত্তপি অধর্ম্মেয়ো মোক বন্দী কৰন্ত। তথাপি মই হিংসা নকৰিবো, যদি এঞ্জু যশ নষ্ট কৰি মোক যুঝিলা হুই, তেৱে মঞি বধিলো হুই। ( শ্লোক ১—১৩ )

শুকে কহন্ত ঃ এমনে অবচনকাৰী শিষ্যক শুক্রে ক্রোধত অনেক ভৎর্সিয়া হতশ্রী হো বুলি শাপ দিলা। তথাপি বলি সত্য নেড়িলা ; কিন্তু বামনক ভূমি উছর্গি দিলা। পাদোদক শিৰে লৈলা, তেখন স্বর্গত দেৱগণে বলিক প্রশংসি পুষ্পবৃষ্টি কৰিল। দুন্দুভি বজাইলা, গন্ধর্ব্ব-বিদ্যাধৰো গীত পাইলা। পাছে বামনৰ দেহ বাঢ়িবে লাগিল, যাত পুৰোহিতসমে বলি সচৰাচৰ ত্রৈলোক্য দেখিলা, যাক দেখি অসুৰসৱো মহাদুঃখ পাইল। বামনে নানা অলঙ্কাৰে

মণ্ডিত হয়া প্ৰকাশ কৰিলা। দ্বিতীয় পদে স্বৰ্গ লঙ্ঘি সত্যলোক পাইলা, তৃতীয় পদক লাগি কিছো নৰহিল। ( শ্লোক ১৪—৩৪ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে বিংশোঽধ্যায়ঃ।

হে সামাজিকসব, দেখ। বলিৰাজা শুক্ৰে নিবাৰিলেয়ো সত্য নেৰিলা। এতেকে অসত্য সুবুদ্ধি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : নিবাৰিতোঽপি গুৰুণা ন সত্যমজহাদ্বলিঃ।
অতোঽসত্যং পৰিত্যজ্য ৰামনাম সদা জপেৎ॥

———

# একবিংশ অধ্যায়

## বলিৰ বন্ধন

কথা : একবিংশ অধ্যায়ে দৈত্যৰ যুদ্ধ, বলিৰ বন্ধন কহিবা। শুকে কহন্ত : পাছে সত্যলোকত বামনৰ চৰণ দেখি ব্ৰহ্মা, ঋষি-মুনি, সিদ্ধ-শাস্ত্ৰসবো আসি প্ৰণাম কৰিলা। চৰণৰ নখে কটাহ ফুটাইলে আবৰণ জল বহি আসিল। তাক ব্ৰহ্মা কমণ্ডলু পাতি লৈয়া সেই চৰণত অৰ্ঘ্য দিলা। সেই জলে গঙ্গা হয়া তিনিলোক পৱিত্ৰ কৰন্ত। পাছে ভগৱন্ত পুনু বামনৰূপে ৰহিলা। তাক দেখি ব্ৰহ্মাদি দেৱগণো পুষ্প-চন্দন-গন্ধ-বস্ত্ৰ-অলঙ্কাৰ-ধূপ-দীপ-নৈবেদ্য দিয়া পূজা কৰিলা। স্তুতি-নতি-ভক্তিয়ো আচৰিলা। নৃত-গীত-বাদ্য কৰি পৰম উৎসৱ কৰিলা। সেইবেলা জাম্বৱন্তো ভেৰীনাদ কৰি দশোদিশে বামনৰ বীৰ্য্যক ঘুষিলা। পাছে দৈত্যগণে স্বামীৰ সকল পৃথিৱী হৰিবাৰ দেখি

ক্ৰোধ কৰি বামনক বধিতে অস্ত্ৰ-শস্ত্ৰ ধৰি খেদি আসিল। তাক দেখি হৰিৰ পাৰিষদসৱে নিষেধিল। অস্ত্ৰসৱো বৰষিল, এমনে পাৰিষদৰ হাতত দৈত্যৰ ক্ষয় দেখি, বলিৰাজা প্ৰবোধ বুলি দৈত্যক নিবৰ্ত্তাইলা, তাৰায়ো স্বামীৰ বাক্য শুনি যুদ্ধ এৰি পলাই পাতাল পশিল। ( শ্লোক ১—২৫ )

পাছে গৰুড়ে বামনৰ ইঙ্গিত বুঝি নাগপাশ লৈয়া বলিক বান্ধিলা। তাকে দেখি সকল লোকে হাহাকাৰ কৰিলা। এমনে বলিক বন্ধাই, তাহান অহঙ্কাৰ গুচাইবাক লাগি বামনে বোলন্ত: অৰে বলি, তঞি মোক তিনি-পদভূমি দিয়াছস, দেখ, একপদে পৃথিবী জুৰিলো, আউৰ পদে স্বৰ্গ আক্ৰমিলো, আৰে তৃতীয় পদৰ স্থান দে। যদি নাপাৰস তেৱে কতো কাল নৰকত দুঃখ ভুঞ্জ। ( শ্লোক ২৬—৩৪ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে একবিংশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। ভগৱন্তৰ কেমন লীলা। বলিক পৰম অনুগ্ৰহ কৰিবাক* লাগি আগে দুঃখ দিলা। আক জানি আপদতো হৰিসেৱা নেৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : পৰমানুগ্ৰহং কৰ্ত্তুং বলিৰাজমধোক্ষজঃ।
বৱন্ধ প্ৰথমং যস্মাত্তস্মাদ্ দুঃখেন তং ত্যজেৎ॥

———

# দ্বাবিংশ অধ্যায়

## বামন প্ৰসন্ন

কথা : দ্বাবিংশ অধ্যায়ে বামন প্ৰসন্ন হৈবা। শুকে কহন্ত : বামনৰ এহি আক্ষেপ শুনি বলি বোলন্ত : হে উত্তমশ্লোক, মোৰ সত্য বাক্যকো যদি তুমি অসত্য বুলি মানা, তথাপি সত্য কহিবো। যেমনে তুমাক বঞ্চনা নহে, মোৰ শিৰত তৃতীয় পদ থৱা। তুমি আমাৰ শত্ৰুৰূপ পৰম গুৰু, যাতো দৈত্যকো বৈৰভাৱেয়ো একান্ত ভক্তৰ গতি দিছা। এতেকে মঞি লাজ-ভয় নকৰি তুমাৰ দণ্ডক অনুগ্ৰহ কৰি মানো। ই অনুগ্ৰহো তোমাৰ ভক্ত প্ৰহ্লাদৰ নাতি বুলিহে কৰিলা, মঞি পুনু তাৰ পাত্ৰ নোহো। বলি এতেক বুলিতে প্ৰহ্লাদ আসিলা। তাঙ্ক দেখি বলি উঠিতে নপাৰি নমস্কাৰ কৰি অধোমুখে ৰহিলা। প্ৰহ্লাদো পাৰিষদসমে ভগৱন্তক দেখি, দণ্ডৱতে প্ৰণাম কৰি বোলন্ত : হে ভগৱন্ত, তুমিসে বলিক ত্ৰৈলোক্য দিছা। আৱে তুমি কাঢ়ি লৈলা। আত মোৰ পৰম আনন্দ, যাতো আমাৰ শ্ৰী গুচাই পৰম অনুগ্ৰহ কৰিলা। সম্পত্তিত পুনু পুৰুষে তোমাক জানিতে নপাৰে, সেই পৰম কাৰুণিক তুমাক প্ৰণাম কৰো। ( শ্লোক ১—১৮ )

বিন্ধ্যাৱলীও পতিৰ বন্ধন দেখি ভয়ে বামনক প্ৰণাম কৰি বোলন্ত : হে পৰমেশ্বৰ, ক্ৰীড়াৰ অৰ্থে তুমি ত্ৰৈলোক্য স্ৰজিছা, তাক কুবুদ্ধিসৱে আপুনাক ঈশ্বৰ মানি কি দান কৰে। এতেকে এঞ্জু অজ্ঞানীক কৃপায়ে দোষ ক্ষমি বন্ধন মেলা। পাছে ব্ৰহ্মা বলিৰ দুঃখ দেখি উঠিয়া বোলন্ত : হে দেৱদেৱ ভগৱন্ত,

তুমাৰ চৰণত নিশ্চল মনে জল-দূৰ্ব্বা দিয়ো পুৰুষে উত্তম গতি পায়ে। ই বলি-ৰাজা পুনু অব্যাকুল মনে দেহসমে ত্ৰৈলোক্য দিয়া আছে। আউৰ কেন দুঃখ দিয়া, সম্বৰে মেলা। ভগৱন্তে বোলন্ত: হে বিধাতা, মঞি যাক অনুগ্ৰহ কৰিম, তাৰ আগে ধন হৰো, যি ধনে গৰ্ব্ব হুয়া মঞিসমে লোকক অৱজ্ঞা কৰে। এতেকে জানিবা, পুৰুষৰ জন্ম-কৰ্ম্ম-বিদ্যা-বিত্ত থাকিতেয়ো যদি- গৰ্ব্ব নহে তেৱেঁ মোৰ অনুগ্ৰহ বুঝিবা। মোৰ ভক্তৰ সম্পত্তি হৈলেয়ো মোহ নঘটে, এতেকে জানিবা, ই বলিৰাজা মোৰ মায়া জিনিল, যাতো এতেক দুঃখতো সত্য নেড়ি মোৰ ভক্ত হৈল। ই পাচে সাৱৰ্ণি মন্নুত ইন্দ্ৰ হৈবেক। ইদানিক সুতলত থাকোক, ব্ৰহ্মা এতেক বুলি বলিক বোলন্ত: হে ইন্দ্ৰসেন মহাৰাজ, তঞি সুতলক যা, যাক দেৱসৱে বাঞ্ছা কৰন্ত; তাত তোৰ কেঞো পৰাভৱ নকৰিব, যি দৈত্যে তোৰ বাক্য নকৰে, তাকো মোৰ চক্ৰে দণ্ড কৰিব। ময়ো সদায় গদা ধৰি তোক ৰক্ষা কৰিম। এতেকে মোক তঞি নিতে দেখিবি, তোৰ সঙ্গত মোৰ মহিমা দেখি অসুৰসৱৰো পূৰ্ব্ব স্বভাৱ গুচিব।

( শ্লোক ১৯--৩৬ )

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে দ্বাবিংশোঽধ্যায়ঃ।

হে নৰ-নাৰীসৱ, দেখ। ধন-নাশ হুৱে যে সিয়ো পুনু হৰিৰ অনুগ্ৰহৰ নিমিত্তেসে। আক জানি হৰিসেৱা নেৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: হৰেৰনুগ্ৰহায়ৈব ধননাশোঽপি দেহিনাং।
অতঃ আপদ্যপি হৰেঃ পাদসেৱাং ন বিস্মৰেৎ॥

———

# ত্ৰয়োবিংশ অধ্যায়

## বলিৰ সুতল গমন, বামনৰ ইন্দ্ৰসমে স্বৰ্গযাত্ৰা

কথা ঃ  তেইশ অধ্যায়ত সুতলক গৈলে বামন ইন্দ্ৰসমে স্বৰ্গ যাইবা। শুকে কহন্ত ঃ পাছে বলি বন্ধন এড়াই অঞ্জলি কৰি প্ৰেমে গদ্‌গদ্ বাক্যে ভগৱন্তক বুলিবে লাগিলা ঃ অহো, হৰি প্ৰণামৰ কি মহিমা! যাক উদ্যম মাত্ৰে মঞি নিশ্চয় অসুৰকো দেৱৰ দুৰ্লভ একান্ত ভক্তৰ প্ৰসাদ দিলা। পাছে প্ৰহ্লাদে নাতিৰ বন্ধন এড়াই প্ৰসাদ পাইবাৰ দেখি, আনন্দে বোলন্ত ঃ হে ভগৱন্ত! ই বলি তুমাৰ যি প্ৰসাদ পাইলে, আক ব্ৰহ্মা-মহেশ-লক্ষ্মী সেৱা কৰিয়ো নতু পাৰন্ত। তাক আমি অসুৰ হুয়ো কি ভাগ্যে পাইলু আক নজানো। এতেকে তুমাৰ চৰিত্ৰ পৰম বিচিত্ৰ, যাতো সৱাতো সম হুয়ো কল্পতৰু সম ভক্তৰ প্ৰিয় হবা। ভগৱন্তে বোলন্ত ঃ  হে প্ৰহ্লাদ, তঞিঁ বলিসমে মহাৰঙ্গে সুতলক চল। তথায়ে দ্বাৰত মোক নিত্য দেখিবি। শুকে কহন্ত ঃ ভগৱন্তৰ এহি আজ্ঞা মানি বলিসমে প্ৰহ্লাদ বামনক প্ৰদক্ষিণে প্ৰণাম কৰি সুতল পশিলা। পাছে ভগৱন্তে শুক্ৰক বোলন্ত ঃ  হে ঋষি, তুমি বলিৰ কৰ্ম্ম কৰা। হেন দুবুলিবা, যজমান বিনে কেমনে কৰিম। যাতো ব্ৰাহ্মণ দেখিলা মাত্ৰকে কৰ্ম্ম সাঙ্গ হয়। (শ্লোক ১—১৪)

শুক্ৰে বোলন্ত ঃ  হে ভগৱন্ত, কৈত আউৰ বলিৰ কৰ্ম্ম অসাঙ্গ আছে। যাতো তুমি যজ্ঞপতিক সৰ্ব্বভাৱে পূজা কৰিছা। যাতো মন্ত্ৰ-তন্ত্ৰ, কাল-দেশ-পাত্ৰ, দ্ৰব্য-ছিদ্ৰকো তুমাৰ নাম-কীৰ্ত্তনে অছিদ্ৰ কৰে। তথাপি তুমাৰ আজ্ঞা

কৰিম, যাতো তুমাৰ আজ্ঞাকৰণেসে পুৰুষাৰ্থ পুৰুষৰ। এহি বুলি শুক্র ঋষিগণ-সমে বলিৰ যজ্ঞ সাঙ্গ কৰিলা। বামনে অদিতিৰ প্ৰীতি সাধিতে বলিৰ ত্ৰৈলোক্য কাঢ়ি ইন্দ্ৰক দিলা। ব্ৰহ্মাদিয়ো লোকহিতাৰ্থে বামন বিষ্ণুক উপেন্দ্ৰ পাতিলা। তাক জানি সৰ্ব্বলোক আনন্দিত হৈলা। পাছে বামন ইন্দ্ৰক আগে কৰি দেৱগণসমে স্বৰ্গক গৈলা। ইন্দ্ৰে বিষ্ণুৰ প্ৰসাদে ত্ৰৈলোক্য পায়া মহাসুখে ৰহিলা। ব্ৰহ্মাদিয়ো বামনৰ অদ্ভুত কৰ্ম্ম গায়া আপুনাৰ স্থান গৈলা। শুকে কহন্ত: জানা ৰাজা, তোমাত বামনৰ চৰিত্ৰ কহিলোঁ; নিশেষে কহিবে কেঞু নপাৰে, যাতো পৃথিবীৰ ধূলিসম গণন অসংখ্য, তথাপি আকে শ্ৰৱণ-কীৰ্ত্তন কৰে, সি সৰ্ব্বপাপ এড়াই পৰম গতি পাৱে।

(শ্লোক ১৫—৩১)

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে ত্ৰয়োবিংশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। ভগৱন্ত সৱাতে সম হুয়ো কল্পতৰু হেন ভক্তৰসে প্ৰিয় হন্ত, অভক্তৰ নহন্ত। আক জানি সততে ভক্তি কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: যো দেৱঃ সৰ্ব্বভূতেষু সমোঽপি ভক্তবৎসলঃ।
তমহং পৰমানন্দং বন্দেঽত্যদ্ভুতবামনম্॥

---

# চতুৰ্বিংশ অধ্যায়

## মৎস্য অৱতাৰ চৰিত্ৰ

কথা : চবিশ অধ্যায়ে প্ৰসঙ্গত মৎস্য অৱতাৰ চৰিত্ৰ কহিবা। ৰাজা পুছন্ত : হে গুৰু, ভগৱন্ত কি নিমিত্তে নীচ মৎস্যৰূপ ধৰিলা, তাক মোত কহা। শুকে কহন্ত : গো-ব্ৰাহ্মণ, দেৱ-সাধু ৰক্ষাৰ্থে ভগৱন্ত যুগে যুগে নানা অৱতাৰ ধৰন্ত। নিৰ্গুণ পদে উচ-নীচ নহন্ত, তাত বেদহৰ্ত্তা হয়গ্ৰীৱ দৈত্যবধাৰ্থে মৎস্য-ৰূপ হৈলা। তাক প্ৰপঞ্চে শুনা : আউৰ কল্পত নাৰায়ণ পৰম সত্যব্ৰত নাম ৰাজা আছিলা। তেঞো একদিনা কৃতমালা নদীত তৰ্পণ কৰিতে আঞ্জুলিত এক পুঠি মৎস্য পায়া জলতে এড়িলা। তাত মৎস্যে বোলন্ত : হে মহাৰাজা, মঞি আন মৎস্যে খাইবাক ভয়ে তুমাত আশ্ৰয় কৰিলো, তুমি কেনে মোক জলত পেল্লাৱা। এমনে মৎস্যৰ কাৰুণ্য বাক্য শুনি ৰক্ষাৰ্থে কমণ্ডলুত থৈয়া আশ্ৰম গৈলা। মৎস্যে একৰাত্ৰে কমণ্ডলুক ব্যাপি অৱকাশ নাপাই ৰাজাক বোলন্ত : হে মহীপতি, ই কমণ্ডলুত মঞি মহাদুঃখ পাঞো, লড়িবাকো নাটে। এতেকে যেমনে সুখে থাকিম, তেমনে বহল স্থান দিয়া, যাতো মঞি তুমাত শৰণ পশিছো। পাছে ৰাজা তাৰ পৰা আনি সৰোবৰত থৈলা, তাকো একে পাকে যুড়ি মহা মৎস্য হয়া বুলিবে লাগিলা : ইয়ো স্থানে দেখো মোক নাটে, এতেকে বহল স্থান দিয়া। পাছে ৰাজা মহাহ্ৰদক নিলা, তাতো নাটিবাৰ দেখি তাতো কৰি বড় হ্ৰদক নিলা, তাতো নাটিবাৰ দেখি

শীঘ্রে সাগৰত পেহ্লাইলা। তাক দেখি মৎস্যে বোলন্ত: হে মহাৰাজা, মোক আত বড় মৎস্যসৱে খাইবেক, এতেকে মোক নেড়িবা।

( শ্লোক ১—২৪ )

এমনে মৎস্যৰ বাক্যত মোহিত হুয়া ৰাজা বোলন্ত: তুমি কুন, কেনে মোক মোহ কৰাৰা, এমন মৎস্য আমি নতো দেখি, নতো শুনি, যাতো তুমি শত যোজন সৰোবৰক একে দিনে ব্যাপিলা। নিশ্চয়ে জানিলো, তুমি নাৰায়ণ, লোকক কৃপায়ে মৎস্যৰূপ ধৰিছা। হে ভক্তবৎসল ভগৱন্ত, পুৰুষোত্তম, তুমাক প্ৰণাম কৰো। তুমি যি নিমিত্তে মৎস্যৰূপ ধৰিছা, তাক জানিব খোজো। যাতো তোমাৰ পাদসেৱা অন্য দেৱসেৱা হেন বিফল নহে। এতেকে তুমি মোক অদ্ভুত ৰূপ দেখাইলা। এহি বাক্য শুনি ভগৱন্ত মায়া-প্ৰলয় জলত বিহাৰ কৰি ভক্তৰ প্ৰিয় কৰিবাৰ ইছায়ে বোলন্ত: হে মহাৰাজা, সাত দিন অন্তৰে প্ৰলয় জলত তিনিলোক তল যাইব। যেন তুমাক প্ৰতি এক বহল নৌকা আসিব, তুমি সকল শস্যৰ বীজ লৈয়া, ঋষি-গণ সমে তাত উঠিবা, মহাবায়ু লাগি নৌকা তল-বল হৈলে মঞি আসিবো। তুমি বাসুকিক লৈয়া মোৰ শৃঙ্গত নৌকা বান্ধিবা। ময়ো ব্ৰহ্মাৰ ৰাত্ৰি পৰ্য্যন্ত প্ৰলয়-জলত বিহাৰ কৰিবো। তুমিয়ো মোৰ অনুগ্ৰহে মোৰ মহিমা জানিবা। এহি বুলি ভগৱন্ত অন্তৰ্দ্ধান হৈলা। ৰাজায়ো কুশাসনে বসি হৰিক চিন্তি প্ৰলয়ক অপেক্ষা কৰি ৰহিলা। পাছে সাতদিন অন্তৰে মহাবৃষ্টিয়ে বৃদ্ধি হুয়া সাগৰে পৃথিৱী ডুবাইলা। নৌকায়ো আসিল, ৰাজায়ো সৰ্ব্ব শস্য-বীজ লৈয়া সপ্ত ঋষি সমে নৌকাত উঠিলা। যেখনে ঋষিসৱে বুলিলা, হে ৰাজা, তুমি ঈশ্বৰক চিন্তা কৰা, তেঞ্জু আসি আমাক এই সঙ্কটত ৰাখন্তোক। এহি শুনি ৰাজা হৰিক চিন্তিলা, তেখনে লক্ষ যোজন প্ৰমাণ সুৱৰ্ণৰ বৰ্ণ এক শৃঙ্গীমৎস্য আসি ভৈলা। তাহান শৃঙ্গত ৰাজা বাসুকিয়ে নৌকা বান্ধি তুষ্ট হুয়া স্তুতি আৰম্ভিলা। ( শ্লোক ২৫—৪৫ )

যাৰ সেৱায়েসে পুৰুষে মনৰ মল গুচাই নিজ স্বৰূপক ভজে, সেই ভগৱন্ত মোৰ পৰম গুৰু হোক। যাৰ প্ৰসাদৰ অযুত লেশভাগকো সকল দেৱ-গুৰুয়ো কৰিতে নপাৰে, সেই ঈশ্বৰক মঞি শৰণ পশিলো। প্ৰাকৃত গুৰু অনৰ্থৰ হে কাৰণ। যাতো তাৰ উপদেশে পুৰুষ সংসাৰতে পৰে। তুমি গুৰু পুনু জ্ঞান দিয়া সংসাৰত পাৰ কৰা। এতেকে মঞি তুমাকে গুৰু মানি শৰণ পশিলো। হৃদয়ৰ গ্ৰন্থি ছেদ কৰি স্বৰূপ প্ৰকাশ কৰা। গুৰুকে কহন্ত:

ৰাজাৰ এহি স্তুতি শুনি, মৎস্যৰূপী ভগৱন্তে জলত বিহাৰ কৰিতে পৰম তত্ত্ব কহি ভক্তি উপদেশ দিলা। ৰাজায়ো সপ্তঋষি সমে নৌকাত বসি শুনিলা। পাছে প্ৰলয় অৱসান হৈলে ব্ৰহ্মাৰ মুখৰ পৰা হয়গ্ৰীৱ অসুৰে বেদ হৰিল। পাছে তাক বধিয়া মৎস্যে ব্ৰহ্মাক বেদ দিলা। সত্যব্ৰতো হৰিৰ প্ৰসাদে ই কল্পত শ্ৰাদ্ধদেৱ মনু হৈলা। ই কথা যি শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰে তাৰ সৰ্ব্বপাপ গুচে, মনবাঞ্ছা সিদ্ধ হয়, পৰম গতি পাৱে। (শ্লোক ৪৬—৬১)

শ্ৰীভাগৱতকথায়াং অষ্টমস্কন্ধে চতুৰ্বিংশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। ভক্তি কৰিলে ভগৱন্তে ভক্তক কৃপায়ে আপুনি দেখা দেন্ত। এতেকে তাহান্ত সদায় ভক্তি কৰা। অষ্টম স্কন্ধ এহিমানে গৈল। যাত চৈধ্য মন্বন্তৰ কহি স্বধৰ্ম্ম কহিছা। আৰ শ্ৰৱণ-কীৰ্ত্তনে জীউ শুদ্ধ হয়া পুৰুষো ভক্তিৰ পাত্ৰ হয়। এতেকে আক আদৰে শুনিবা। হে কৃষ্ণ, ভক্ত-বৎসল ভগৱন্ত, তুমাৰ চৰণত কোটিবাৰ প্ৰণাম কৰো। যেমনে তযু গুণ-নাম সদায় মোৰ মনত ৰহে তেমনে কৃপা কৰা। সামাজিকসৱ, ডাকি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যো ভক্তভক্ত্যা ভগৱান্ ভেজে ৰূপং জলৌকসঃ।
তমহং পৰমানন্দং বন্দে বৃন্দাৰকাৰ্চ্চিতম্॥
যৎকথা শ্ৰৱণাৰ্থায় কৃতঃ স্বধৰ্ম্মনিৰ্ণয়ঃ।
দ্বিসপ্তমনুব্যাখ্যানং তমহং শৰণং ব্ৰজে॥
নমামি পৰমানন্দং শ্ৰীকৃষ্ণং ভক্তবৎসলম্।
যথা তব গুণাম্ভোজে মনো মধুকৰো মম॥
ৰমতেঽহৰ্নিশং দেৱ তথা মে কুৰু তৎকৃপাং।
দামোদৰং প্ৰপদ্যেঽহং কৰুণানন্দসাগৰম্॥
যৎপদাম্বুৰুহধ্যানাৎ কবিৰপ্যোঽলসং কৃতী॥

অষ্টম স্কন্ধ সমাপ্ত

# নৱম স্কন্ধ

## প্ৰথম অধ্যায়

### শ্লোক

ভাস্বদি-দুকুলাম্ভোজবিবৃদ্ধিকাৰকাবুভৌ ।
ৰামকৃষ্ণৌ মুদা বন্দে কৌশল্যা-দেৱকীসুতৌ ॥
যয়োৰ্ব্বংশে জগন্নাথো নাথো লোকহিতাশয়া ।
উদ্ভুত স্তৌ প্ৰবক্ষামি সংক্ষেপকথয়া যথা ॥
বিষ্ণু-বৈষ্ণৱচৰিত্ৰং প্ৰখ্যাতায় প্ৰযত্নতঃ ।
সুযশো মানুষো বক্ষ্যে কবিৰত্নো অহং সুধীঃ ॥

কথা : যাৰ গুণসৰো আপুনাৰ সামৰ্থ্যৰ অৰ্থে সততে ভজে, হেনয় কৰুণানিধি ভগৱন্তত শৰণ পশিলোঁ । নৱম স্কন্ধত চবিশ অধ্যায়ে বংশাৱলী কহি ঈশানকথা দেখাইবা । তাত প্ৰথমে তেৰ অধ্যায়ে সূৰ্য্যবংশ কহিবা । এঘাৰ অধ্যায়ে চন্দ্ৰবংশ নিৰূপিবা । তাত প্ৰথমে সুদ্যুম্নৰ কথা কহিবা । (শ্ৰীধৰী টীকা)

ৰাজা প্ৰশ্ন কৰন্ত : হে গুৰু, তুমাৰ প্ৰসাদে মঞি হৰিৰ চৰিত্ৰ সমে মন্বন্তৰ শুনিলো । তাত কহিছা, সত্যব্ৰত ৰাজা সিকৰত হৰিৰ প্ৰসাদে জ্ঞান পায়া ইকৰত বৈৱস্বত মনু হৈলা । আৰে তান বংশ চৰিত্ৰ সমে কহা ।

শুকে কহন্ত: হে ৰাজা, সংক্ষেপে মনুবংশ শুনা। যাতো বিস্তৰমতে শতবৰিষতেও অন্ত নাপাই। পূৰ্ব্ব-প্ৰলয়ত নাৰায়ণ মাত্ৰ আছিলা। পাছে তান নাভিপদ্মত হন্তে লোক জাত হৈলা। তাহান সংজ্ঞা পত্নীত সত্যব্ৰত ৰাজা আসি শ্ৰাদ্ধদেৱ মনু হৈলা। তেঞ্ু পুত্ৰাৰ্থে মৰুতৰ যজ্ঞ কৰিতে শ্ৰদ্ধা পত্নী আসি হোতাক প্ৰাৰ্থিলা। যেমনে মোৰ দুহিতা হয়, তেমনে যজিবা। তান প্ৰাৰ্থনা শুনি হোতায়ো তেমনে যজিলা। এতেকে ইলা নাম কন্যা হৈলা। তাক দেখি মনু পুৰোহিত বশিষ্ঠক কষ্টমনে বুলিলা। কেমনে সংকল্প অন্যথা হৈল। বশিষ্ঠে বোলন্ত: মোৰ দোষ নাই, হোতাৰ নিমিত্তেসে এতেক হৈল। তথাপি তুমাক মঞি পুত্ৰৱন্ত কৰিবো। এহি বুলি হৰিক স্তুতি কৰিলা। হৰিৰ বলে ইলা স্ত্ৰী গুচি পুৰুষ হৈলা। (শ্লোক ১—২২)

তেঞ্ু একদিনা কতিপয় পাত্ৰ-মন্ত্ৰী সৈন্যসমে মৃগয়াক লাগি উত্তৰ দেশ যায়। সুকুমাৰ বন প্ৰবেশ হৈলা। তেখনে সসৈন্যে পুৰুষ গুচি স্ত্ৰী হৈলা। ৰাজা পুছন্ত: হে গুৰু, কেমনে সি দেহ এমন হৈলা, আক মোত কহা। শুকে বোলন্ত: একদিন মুনিগণ মহেশক দেখিবাক প্ৰতি বন গৈলা। তেখন ক্ৰীড়া সময়ত অম্বিকা মহেশৰ কোলাত বসি বিবস্ত্ৰে আছিল। তাৰাক দেখি মহালজ্জায়ে সত্বৰে উঠি বস্ত্ৰ পিন্ধিলা। মুনিসৱো তাঠৈৰ ৰতিৰস দেখি নিবৰ্ত্তি আসি নৰনাৰায়ণ আশ্ৰম গৈলা। (শ্লোক ২৩—৩১)

তেখনে প্ৰিয়াৰ প্ৰীতি সাধি মহেশে বুলিলা। ই স্থানত যি পুৰুষে প্ৰবেশ হয়, সি বনক নযাই। তাক নজানি সুদ্যুম্নে তাত পশি স্ত্ৰী হয়া লজ্জায়ে গৃহক নাসি বনতে ফুৰিলা। পাছে আপুনাৰ আশ্ৰম সমীপতে বুধে দেখি, সেই স্ত্ৰীক বাঞ্ছা কৰিলা। তেঞ্ু সোমসুত বুধক ভজমান হৈলা। এতেকে তাহান্তে পুৰুৰবা নাম পুত্ৰ হৈলা। পাছে সুদ্যুম্নে আপুনাৰ পুৰোহিত বশিষ্ঠক স্মৰিলা। বশিষ্ঠো আসি তাহাক স্ত্ৰী দেখি, কৃপায়ে প্ৰীত হয়া, মহেশক স্তুতি কৰিলা। মহেশো তুষ্ট হয়া, একমাস স্ত্ৰী, একমাস পুৰুষ হোক বুলিলা। এহিমতে সুদ্যুম্নে স্ত্ৰী-পুৰুষ হৈয়া পৃথিৱী পালিলা। তাতো তিনি পুত্ৰ হৈলা। পাছে বৃদ্ধ হৈলে পুৰুৰবাক ৰাজ্য দিয়া বনক গৈয়া হৰিক আৰাধিলা।

(শ্লোক ৩২—৪২)

শ্ৰীভাগৱতকথায়াং কবিৰত্নকৃতায়াং নৱমস্কন্ধে প্ৰথমোঽধ্যায়ঃ।

হে সাধুসভ, শ্ৰাদ্ধদেৱ মনু পুত্ৰকামে আন দেৱক ভজি প্ৰাপ্ত পুত্ৰবো

এতেক অৱস্থা দেখ। এতেকে আন দেৱ উপাসা এৰি সকামে বা নিষ্কামে বা হৰিক ভজা। তেৱেসে উত্তম ফল পাইবা। প্ৰথমে ডাক ছাড়ি জয় ৰাম বোল।

শ্লোক : নৱমে সংপুত্ৰকামেন দেৱতান্তৰভক্তিতঃ।
কামবৈষম্যমালোক্য কৃষ্ণমেৱ সদা ভজেৎ ॥

---

# দ্বিতীয় অধ্যায়

## মনুৰ পুত্ৰ বৰ্ণনা

কথা : শুকে কহন্ত : এমনে সুদ্যুম্ন বনক গৈলে, পুনু শ্ৰাদ্ধদেৱ মনু পুত্ৰ-কামে শত বৎসৰ হৰিক যজিলা। তেৱে ইক্ষ্বাকু, নৃগ, শৰ্য্যাতি, দিষ্ট, ধৃষ্ট, করূষ, নৰিষ্যন্ত, পৃষধ্ৰ, নাভাগ, কবি এহি দশ পুত্ৰ লভিলা। তাতে পৃষধ্ৰ গুৰুৰ আজ্ঞায়ে খড়্গ ধৰি ৰাত্ৰি গৰুক ৰক্ষা কৰন্ত। একদিনা ৰাত্ৰি বৃষ্টি কৰিতে, গোহালিত ব্যাঘ্ৰ পশিলা। তাক ভয়ে গৰুসৱে উঝাড়ি উঠিল। ব্যাঘ্ৰে কপিলা গাইক ধৰিলা। তাৰ শব্দ শুনি পৃষধ্ৰে খড়্গ প্ৰহাৰিলা। অন্ধকাৰত নজানি গৰুৰ শিৰ ছেদিলা। ব্যাঘ্ৰো কৰ্ণচ্ছেদ হয়া ভয়ে পলাই গৈলা। পৃষধ্ৰো ব্যাঘ্ৰ বধিলু বুলি মহাৰঙ্গে ৰহিলা। প্ৰভাতত কপিলা হত দেখি, মহা দুঃখিত হৈলা। তাক জানি বশিষ্ঠে শূদ্ৰ হোক বুলি তাক শাপ দিলা। পৃষধ্ৰো শাপক অঞ্জলি কৰি, সৰ্ব্ব সঙ্গ এৰি ব্ৰহ্মচৰ্য্য ধৰি হৰিভক্তি কৰিলা। পাছে বনাগ্নি দেহ দহিলে, পৰম গতি পাইলা।

( শ্লোক ১—১৪ )

কৱিয়ো বিষয়ত স্পৃহা এৰি, হৰিসেৱায়ে ব্ৰহ্মগতি লভিলা। করূষত হন্তে কাৰূষ নাম ক্ষত্ৰিয়গণ হয়া, উত্তৰ দেশৰ ৰাজা হৈল। ধৃষ্টৰ বংশ ব্ৰাহ্মণ হৈল। নৃগৰ অল্পমাত্ৰ বংশ বাঢ়িল। নৰিষ্যন্ত-বংশতো দশ পুৰুষ অন্তৰে ব্ৰাহ্মণ হৈল। দিষ্টৰ বংশত মৰুত্ত নাম চক্ৰৱৰ্ত্তী ৰাজা হৈলা। যাক মহাযোগী সম্বৰ্ত্তে যজাইলা। যাৰ যজ্ঞৰ পাত্ৰসৱ স্বুৱৰ্ণৰ। যাত সোম পায়া ইন্দ্ৰে হৰিষিত হৈলা। দক্ষিণা পায়া ব্ৰাহ্মণসৱো তুষ্ট হৈলা। বিশ্বদেৱগণো সভাসদ হৈল। মৰুতগণে বস্তু বিভাগিলা। ( শ্লোক ১৫—৩৬ )

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে দ্বিতীয়োঽধ্যায়ঃ।

হে লোকসৱ, বিষ্ণু-বৈষ্ণৱৰ চৰিত্ৰ সফল জানি ই কথাসৱ সাৱধানে শুনা। যি কিছো মাঝে মাঝে আন কথা দেখা, তাকো বিষ্ণু-বৈষ্ণৱৰ কথাৰ অৰ্থেসে জানিবা। কেৱল আন কথা হৈলেসে শুকেয়ো নকহিলা হৈ। আক জানি আদৰে শুনা। প্ৰথমে ডাকি হৰি বোল হৰি।

শ্লোক : বিষ্ণুবৈষ্ণৱচৰিত্ৰং তৎপ্ৰসঙ্গঞ্চ সাদৰাৎ।
শ্ৰোতব্যমেৱ সততং যস্মাৎ সমফলং স্মৃতম্॥

———

# তৃতীয় অধ্যায়

## শৰ্য্যাতিৰ বংশত সুকন্যাৰ কথা, ৰৈৱত চৰিত্ৰকথন

কথা : তৃতীয় অধ্যায়ে শৰ্য্যাতিৰ বংশত সুকন্যাৰ কথা, ৰৈৱত চৰিত্ৰ কহিবা। মনুৰ পুত্ৰ শৰ্য্যাতি বেদাৰ্থনিষ্ঠ হৈলা। এতেকেসে অঙ্গিৰাত দ্বিতীয় দিনৰ কৰ্ম্ম কহিলা। তাহান সুকন্যা নাম কন্যা হৈলা। একদিনা সেই কন্যাসমে ৰাজা বনক যায়া, চ্যৱন ঋষিৰ আশ্ৰমত প্ৰবেশিলা। তাতে সুকন্যা উইভিগুাত দুই জ্যোতি দেখি কণ্টকে বিন্ধিলা। তাৰ পৰা অনেক শোণিত স্ৰৱিল। তেখনে সৱাৰে মল-মূত্ৰ নিৰোধ হৈল। তাক জানি ৰাজা সৱাতে পুছিল : কুনে ঋষিৰ আশ্ৰম দূষিত কৰিলা? সুকন্যা কহিলা, মঞি নজানি দুই জ্যোতিক কণ্টকে বিন্ধিলু। তাক জানি ৰাজা মহাভয়ে মুনিক স্তুতি-নতি কৰি প্ৰসন্ন কৰাইলা। তান অভিপ্ৰায় বুজি কন্যাকো দিলা। সুকন্যায়ো মহাক্ৰোধী স্বামী পায়া, সাৱধানে শুশ্ৰূষা কৰিলা। একদিনা অশ্বিনীকুমাৰ সেই আশ্ৰম আসিলা। দুইকো অৰ্চ্চিয়া, ঋষি যজ্ঞৰ সোমভাগ সহিতে আপুনাৰ ৰূপ-যৌৱন প্ৰাৰ্থিলা। দুয়োজনে ঋষিৰ হাতত ধৰি সিদ্ধ হ্ৰদত বুৰ দিলা। তাত স্নান মাত্ৰে তিনিয়ো দিব্যৰূপ ধৰি উঠিলা। তিনিকো সমান ৰূপ দেখি মোৰ স্বামী কুন, চিনিবাক বুলি সুকন্যা অশ্বিনী-কুমাৰক প্ৰাৰ্থিলা। তাৰায়ো তুষ্ট হয়া, ঋষিক চিনায়া স্বৰ্গক গৈলা।

(শ্লোক ১—১৭)

কতো দিন অন্তৰে শৰ্য্যাতি চ্যৱনৰ আশ্ৰমক গৈলা। তথায় দুহিতাৰ সমীপত দিব্য পুৰুষ দেখি, ভ্ৰষ্ট হেন মানি কষ্ট কৰিলা। সুকন্যা বৃত্তান্ত কহিলে, তুষ্ট হয়া সাৱটি ধৰিলা। পাছে চ্যৱন ঋষি, ৰাজাক যজ্ঞ কৰিতে, অশ্বিনী-কুমাৰক সোমভাগ দিলা। তাক দেখি ইন্দ্ৰে ক্ৰোধত বজ্ৰ ধৰিলা। তাক চ্যৱনে হাতত‍ে তম্ভাইলা। তেৱে দেৱগণে জানিল। অশ্বিনীকুমাৰবো সোমভাগ হৈল। যাতো বৈদ্য বুলি লগত ভাগ নেদিছিল। শৰ্য্যাতিৰ পুত্ৰ আনৰ্ত্ত, আনৰ্ত্তৰ পুত্ৰ ৰৈৱত। সাগৰ মধ্যত কুশস্থলী নাম নগৰ নিৰ্ম্মিয়া ৰাজ্য কৰিলা। তাহান ককুদ্মী জ্যেষ্ঠ শতেক পুত্ৰ হৈল। ককুদ্মীতো ৰেৱতী কন্যা হৈল। তাৰ বৰ পুছিবাক প্ৰতি, কন্যা সমে ৰাজা ব্ৰহ্মলোক গৈলা। গন্ধৰ্ব্বৰ গীতত অৱসৰ নপাই ক্ষণেক ৰহিলা। পাছে ব্ৰহ্মাক নমিয়া কাৰ্য্য নিবেদিলা। তাক শুনি ব্ৰহ্মা হাসিয়া বোলন্ত: হে ৰাজা! তুমি যাক মনত কৰিছিলা, সিসৱে কালে নষ্ট হৈলা। তাৰ পুত্ৰ-পৌত্ৰ, গোত্ৰ নাই। যাতো সাতাইশ যুগ বহি গৈল। তথাপি যাৱা, বসুদেৱৰ অংশে বলভদ্ৰ অৱতৰিছা, সেই নৰ-ৰত্নক কন্যাৰত্ন দিয়া গৈয়া। এহি আদেশ শুনি ৰাজা ব্ৰহ্মাক নমিয়া পৃথিৱীক আসিয়া বলভদ্ৰক কন্যা দিয়া বদৰিকাশ্ৰম গৈল।

( শ্লোক ১৮—৩৬ )

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে তৃতীয়োঽধ্যায়ঃ।

হে কৃষ্ণ, ভক্তবৎসল ভগৱন্ত, তযু চৰণত কোটি কোটিবাৰ প্ৰণাম কৰো। যেমনে তযু গুণ-নাম হ্ৰদত মোৰ মন-মাতঙ্গ সদায় ৰঙ্গ কৰো, তেমনে কৃপা কৰা। যাতো তুমাক আশ্ৰয় কৰিছো। সাধুসৱক প্ৰাৰ্থনা কৰো। হৰি সন্তোষৰ পৰম কাৰণ জানি ডাকি সৱে হৰি বোল হৰি।

শ্লোক: নমাম্যহং কৃষ্ণপদাৰবিন্দমনন্তবাৰাম্বুৰবাৰলাভং।
যথা ভবৎ কীৰ্ত্তিহ্ৰদে মনো মে ৰমেত হে নাথ তথা কুৰুস্ব॥

---

# চতুৰ্থ অধ্যায়

## নাভাগ আৰু অম্বৰীষ চৰিত্ৰ

কথা : চতুৰ্থ অধ্যায়ে নাভাগৰ কথা, অম্বৰীষৰ চৰিত্ৰ কহিবা। শুকে কহন্ত : নভগৰ পুত্ৰ নাভাগ হৈলা। যাক চিৰকাল পঢ়িবাক দেখি, ভাতৃসৱে ব্ৰহ্মচাৰী হৈল বুলি ভাগ নথৈল। পাছে আসি ভাগ খুজিলে, পিতৃকে ভাগ বুলি দিল। পিতৃয়ো বুলিলা, মোক তঞ্ৰি ভাগ নলৈবি, তথাপি তোৰ ভাতৃসৱে মোক ভাগ বুলি দিল। উপায় কহো : অঙ্গিৰাৰ পুত্ৰসৱ স্বৰ্গকামে যজ্ঞ কৰিছে। ছয় ছয় দিন অন্তৰে দুই মন্ত্ৰ নজানি কৰ্ম্মত মোহ হয়। তঞ্ৰি তাৰাত সেই মন্ত্ৰ কহ গৈয়া। তেহে তাৰা স্বৰ্গ যাইতে তোক যজ্ঞ অৱশেষ ধন দিবেক। এহি উপদেশ পায়া নাভাগো তেনয় কৰিলা। তাৰায়ো অৱশেষ ধন দিয়া স্বৰ্গক গৈলা। সেই ধন স্বীকাৰ কৰিতে, উত্তৰৰ পৰা আহি মহেশে বোলন্ত : কেনে তুমি মোৰ ধন নিয়া? নাভাগো বোলন্ত : মোক ঋষিসৱে দিয়াছন্ত। মহেশে বোলন্ত : তেৱে তোৰ পিতৃত পুছ গৈয়া। নাভাগে গৈয়া পিতৃত পুছিলা। তেউ বোলন্ত : যজ্ঞৰ অৱশেষ বস্তু পূৰ্ব্বত ঋষিসৱে মহেশক দিয়াছন্ত। বিশেষত তেউ ঈশ্বৰৰ অধিকাৰ সৱাতে আছে। এহি কথা শুনি নাভাগ আসিয়া শিৱক প্ৰণাম কৰি তুমাৰ সৱে বস্তু বুলি পিতৃ বাক্য কহিলা। মহেশে বোলন্ত : যাতো তোৰা পিতা-পুত্ৰে ধৰ্ম্ম সত্য কহিলি, এতেকে তুষ্ট হৈয়া সকল ধন দিলো। জ্ঞানো কহো। এহি বুলি শিৱ অন্তৰ্দ্ধান হৈল। নাভাগে ধন পায়া গৃহক আসিলা। এহি কথা যি শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰে, সিয়ো পৰম জ্ঞানী হয়।

( শ্লোক ১—১২ )

নাভাগৰ পুত্ৰ পৰম ভাগৱত অম্বৰীষ হৈলা। যাক ব্ৰহ্মশাপে নুচুইল। ৰাজা পুছন্ত: হে গুৰু, মঞি অম্বৰীষৰ চৰিত্ৰ শুনিবাক ইচ্ছা কৰো। যাৰ দুৰত্যয় ব্ৰহ্মশাপেয়ো কিছো কৰিতে নপাৰিল। শুকে কহন্ত: অম্বৰীষ ৰাজা সপ্তদ্বীপৰ অধিকাৰী হৈয়া, অতুল্য সম্পত্তি কৰিলা। কিন্তু তাঙ্ক স্বপ্ন হেন মানিলা। যাতো বিষ্ণু-বৈষ্ণৱত মহাপ্ৰীতি কৰিছা। আৱে তাহান ভক্তি শুনা: মনে কৃষ্ণচৰণ চিন্তন্ত; বাক্যে হৰিগুণ বৰ্ণান্ত। হস্তেয়ো মন্দিৰাদি মাৰ্জ্জন কৰ্ম্ম কৰন্ত, কৰ্ণেয়ো কৃষ্ণকথা শুনন্ত, চক্ষুয়ে মুকুন্দৰ মূৰ্ত্তি দেখন্ত, বাহুয়ে বৈষ্ণৱক আলিঙ্গন্ত, নাসায়ো চৰণ-পদ্মৰ তুলসী শুঙ্গন্ত, জিহ্বায়ে কৃষ্ণ-নিবেদিত বস্তু আস্বাদন্ত, পদেয়ো হৰিৰ ক্ষেত্ৰত যান্ত। শিৰে হৃষীকেশক প্ৰণামন্ত। কাম-ভোগকো হৰিৰ প্ৰসাদ বুলি মানন্ত। কেৱলে ভোগক ইচ্ছা নকৰন্ত, বৈষ্ণৱত প্ৰীতি কৰন্ত। কৰ্ম্মসৱো কৰি হৰিত অৰ্পন্ত, ব্ৰাহ্মণৰ অনুমতি লৈয়া লোকক শাসন্ত। অশ্বমেধ কৰিয়ো হৰিক যজন্ত, যাত দেৱসৱো প্ৰত্যেকে আসন্ত। যাৰ প্ৰজায়ো স্বৰ্গ নোখোজন্ত। যাতো সদা হৰিযশ শুনন্ত, গাৱন্ত। এমনে ৰাজা হৰিভক্তি কৰিতে, কিছো কিছো কৰি বিষয়-ইচ্ছা এৰিলা। দেহ-গৃহাদিকো অবস্তু দেখিলা। তান একান্ত ভক্তিত তুষ্ট হৈয়া হৰিয়ো ৰক্ষাৰ্থে চক্ৰ দিলা। পাছে ৰাজা সভাৰ্য্যে হৰিক আৰাধিতে দ্বাদশী একাদশী ব্ৰত ধৰিলা। ব্ৰতৰ অন্তত কাৰ্ত্তিক মাসত ত্ৰিৰাত্ৰ উপবাস কৰি যমুনাত স্নানিয়া, মথুৰাত ভালমতে অনেক সম্ভাৰে হৰিক অৰ্চ্চিলা। ব্ৰাহ্মণসৱাকো ভোজন কৰাই যাঠি কোটি গো দান দিলা। পাছে তাৰাৰ অনুজ্ঞায়ে পাৰণক উত্থম কৰিলা। এতেকতে দুৰ্ব্বাসা আসিলা।

( শ্লোক ১৩—৩৫ )

ঋষিক দেখি উঠি, ৰাজা সাদৰি ভোজনক প্ৰাৰ্থিলা। ঋষিয়ে অভিনন্দা কৰি যমুনাত সন্ধ্যা কৰিবাক গৈলা। এতেকতে একদণ্ড মাত্ৰ দ্বাদশী দেখি, ধৰ্ম্মসঙ্কট জানি ব্ৰাহ্মণ সমে চিন্তিবে লাগিলা। ব্ৰাহ্মণক এৰি ভোজনত দোষ হয়। দ্বাদশীত পাৰণ নকৰিলেয়ো অধৰ্ম্ম হয়। আৱে কেমনে মোৰ দুয়ো ৰীতি ৰহে। এহি বুলি জল-ভোজনক নিশ্চয় কৰিলা। যাতো জল-পানক ভোজন অভোজন দুইয়ো বুলি। এমনে ৰাজা জলপান কৰি ঋষিক অপেক্ষা কৰি ৰহিলা। ঋষিয়ো সন্ধ্যা কৰি আসি, ৰাজাৰ কাৰ্য্য জানি, ক্ৰোধে কম্পমান হুয়া, অনেক নিন্দিয়া এক জটা ছিণ্ডি কৃত্যা নিৰ্ম্মিলা।

( শ্লোক ৩৬—৪৬ )

কৃত্যায়ো হাতে খড়্গ ধৰি, চৰণে পৃথিৱীক কম্পাই ৰাজাক খেদি গৈলা। তাক দেখি ৰাজা খোজকো নলৰিলা। কিন্তু হৰিৰ চক্রে খেদি আসি, কৃত্যা নাশ কৰিলা। ঋষিয়ো চক্রক দেখি, প্রাণভয়ে দশো দিশে পলাইলা। চক্রে পাছে পাছে খেদি গৈলা। তাক দেখি মুনি মেৰুৰ গহ্বৰ পশিলা। তথাতো চক্রক দেখি, সাত পৃথিৱী, সাত সাগৰ, সাত পাতাল, সাত স্বৰ্গক গৈলা। সৱাতে সুদৰ্শন দেখিলা। একো ঠাই ৰক্ষা নাই। ব্রহ্মাত শৰণ পশিলা। ব্রহ্মায়ো ঈশ্বৰক ভয়ে ৰক্ষা নকৰিলা। মহেশত শৰণ পশিলা, মহেশো হৰিৰ মহিমা জানি হৰিতে শৰণ পশিবে বুলিলা। পাছে দুৰ্ব্বাসা বৈকুণ্ঠক গৈয়া, হৰি-চৰণত শৰণ পশি প্রাৰ্থিবে লাগিলা। হে অচ্যুত, ভগৱন্ত, অনন্ত! নজানি তুমাৰ ভক্তক অপৰাধ কৰিলো। তাক ক্ষমা কৰা, যাতো তুমাৰ নাম লৈলে নাৰকীয়ো তৰে। ভগৱন্তে বোলন্ত: হে দুৰ্ব্বাসা, মঞি স্বতন্ত্র নহো। যাতো একান্ত ভক্তৰ অধীন, মোৰ ভক্ত বিনে লক্ষ্মীতো স্পৃহা নাই, দেহতো প্রীতি নকৰো। যাৰা দেহ, দেহাদিকো এৰি মোতে শৰণ পশিছে, তাৰাক কেমনে মঞি পৰিত্যাগ কৰিম। এতেকে জানিবা তাৰা ভক্তিয়ে মোক বশ্য কৰিল। যেন পতিব্রতা স্ত্রীসৱে সেৱায়ে পতিক বশ্য কৰে। কিন্তু স্ত্রীৰ সুখক ইচ্ছা আছে। মোৰ ভক্ত পুনু পাইলেয়ো সালোক্যাদিকো নলৱে। আন বিনাশী সম্পত্তিক মুখুজিব, তাক কি বুলিবো। বিস্তৰ কি কহিবো, সাধুসৱে মোৰ হৃদয়, সাধুবো মইসে হৃদয়। মোতে বিনে তাৰা কিছো নজানে। ময়ো তাৰাত পৰে কিছো নজানু। এতেকে তুমি যাক প্রতি অভিচাৰ কৰিছা, তাহান্তে শৰণ পশা গৈয়া। যাতো মোৰ ভক্তক অপকাৰ কৰিলে, আপুনাৰ কুশল নাই। সুবিনীত ব্রাহ্মণৰ তপ-বিদ্যায়ে মুক্তি সাধে। দুৰ্ব্বিনীতে পুনু অনৰ্থ কৰে। এতেকে তুমি অম্বৰীষক ক্ষমা কৰৱা।

(শ্লোক ৪৭—৭১)

শ্রীভাগৱতকথায়াং নৱমস্কন্ধে চতুৰ্থোঽধ্যায়ঃ।

হে সামাজিকসৱ, দেখ! ভক্তদ্রোহীৰ অৱস্থা, ভক্তৰো মহিমা। এতেকে যিমান পাৰা ভক্তক সেৱা কৰা। অপৰাধ পুনু কিঞ্চিতেকো নকৰিবা। যদি আপুনাৰ কুশল চাৱা, তেৱে উচ্চ কৰি হৰি বোল হৰি।

শ্লোক : ঋষেঃ প্রদৰ্শ্য সন্তাপমম্বৰীষাপৰাধতঃ।
সতাং দ্বেষং পৰিত্যজ্য সেৱামেৱমুপাদিশৎ ॥

———

## পঞ্চম অধ্যায়

### অম্বৰীষৰ স্তুতিত দুৰ্ব্বাসাৰ প্ৰাণৰক্ষা

কথা : পঞ্চম অধ্যায়ে অম্বৰীষে স্তুতি কৰি দুৰ্ব্বাসাৰ প্ৰাণ ৰাখিলা। শুকে কহন্ত : এমনে দুৰ্ব্বাসা হৰিৰ উপদেশ শুনি, চক্ৰে তাপিত হয়া, অম্বৰীষৰ চৰণত পৰিলা। ৰাজায়ো ঋষিৰ দুঃখ দেখি কৃপায়ে পীড়িত হয়া, চক্ৰক স্তুতি কৰিবে লাগিলা। হে সৰ্ব্বকাৰণ, সুদৰ্শন, অচ্যুতৰ প্ৰিয়তম, তুমাক প্ৰণাম কৰো। ব্ৰাহ্মণক তাপ এৰা। তুমি হৰিৰ আজ্ঞায়ে দৈত্য-দানৱক নাশ কৰা। সাধুক ৰক্ষা কৰা। এতেকে আমাৰ ভাগ্যৰ অৰ্থে ব্ৰাহ্মণৰ কুশল কৰা। যদি মোৰ ধৰ্ম্ম-কৰ্ম্মত হৰি তুষ্ট হয়াছন্ত, তেৱে তুমি ব্ৰাহ্মণৰ হিত কৰা। ( শ্লোক ১—১১ )

শুকে কহন্ত : ৰাজাৰ এহি স্তুতি শুনি চক্ৰে ব্ৰাহ্মণক তাপ এৰিলা। ঋষিয়ো সুস্থ হৈয়া ৰাজাক প্ৰশংসিবে লাগিলা। অহো, হৰি ভক্তৰ মহিমা আজিসে দেখিলো। মঞি হেন অপৰাধীৰো হিত চিন্তিলা। যাৰা একান্ত-মতে হৰিক ধৰি আছে তাৰাৰ কি দুস্ত্যজ আছে? যাৰ নাম মাত্ৰে পুৰুষ নিৰ্ম্মল হয়, তান আন কি অৱশেষ থাকে। এতেকে ৰাজা, তুমি মোক অনুগ্ৰহ কৰিলা। যাত অপৰাধ নগণিয়ো প্ৰাণৰক্ষা কৰিলা। শুকে কহন্ত : যাৱে ঋষি পলাই গৈয়া পুনু আসিলা, তাৱে এক বৰিষ গৈল। তাত ৰাজা জলপান কৰিছিলা। পাছে ঋষিৰ চৰণত ধৰি ভোজন কৰাইলা। ঋষিয়ো ভোজন কৰি তৃপিতি হৈয়া, ৰাজাক প্ৰশংসা কৰি ব্ৰহ্মালোক গৈলা। পাছে

অম্বৰীযে ভোজন কৰিলা। এমনে ৰাজা কৰ্ম্মপথে হৰিভক্তি কৰি পুত্ৰক ৰাজ্য দিয়া বনক গৈলা। কৃষ্ণক চিন্তি পৰম গতি পাইলা। ই কথা যাৰা শ্ৰৱণ-কীৰ্ত্তন কৰে, সিও সেই গতি পাৱে। (শ্লোক ১২—২৮)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে পঞ্চমোঽধ্যায়ঃ।

হে সাধুসৱ দেখ, মহন্তৰ মহিমা। অপৰাধীকো ক্ষমা কৰয়। কদাচিতো বৈৰভাৱ নকৰয়, আক জানি কাৰো বৈৰভাৱ নকৰি হৰিভক্তি কৰি উচ্চ কৰি হৰি বোল হৰি।

শ্লোক : দ্বিষামপ্যপৰাধান্ যে সহন্তে ভগৱৎপৰাঃ।
সংস্মৃ ৰতি পৰা যে চ তেভ্যো নিত্যং নমো নমঃ॥

---

# ষষ্ঠ অধ্যায়

## ইক্ষ্বাকুৰ বংশ, সৌভৰি চৰিত্ৰ

কথা : ষষ্ঠ অধ্যায়ে ইক্ষ্বাকুৰ বংশ, সৌভৰি চৰিত্ৰ কহিবা। শুকে কহন্ত : ইক্ষ্বাকু ৰাজাৰ শতেক পুত্ৰ হৈলা। তাত বিকুক্ষি, নিমি, দণ্ডক নাম তিনি পুত্ৰ শ্ৰেষ্ঠ হৈল। একদিনা ৰাজা শ্ৰাদ্ধৰ অৰ্থে, মাংস আনিবাক প্ৰতি বিকুক্ষিক পাঠিলা। বিকুক্ষিয়ো বনক গৈয়া, পৱিত্ৰ পশুসৱ বধিলা। পাছে ক্ষুধায়ে শ্ৰান্ত হৈয়া, একটি শহা পুৰি খাইলা। আন পশুসৱ পিতৃত যোগাইলা। তাক শান্তি কৰিবে বুলি বশিষ্ঠে বোলন্ত : সৱে অপৱিত্ৰ হৈল। পাছে শুকসমে ৰাজা আলোচি, পুত্ৰক দেশৰ বাহিৰ কৰিলা। আপুনিও বশিষ্ঠৰ উপদেশে ভকতি যোগ আচৰি পৰম গতি পাইলা। এমনে

পিতৃ পৰলোক গৈলে, বিকুক্ষি আসি ৰাজা হৈলা। এতেকে তাঙ্ক শশাদ বুলি। তান পুত্ৰ পুৰঞ্জয় হৈলা। যাক দেৱগণে দৈত্য বধিবাক প্ৰাৰ্থনা কৰিলা। তেঞ্ু বোলন্ত : ইন্দ্ৰ বাহন হৈলেসে বধিবে পাৰো। তাক ইন্দ্ৰে লজ্জা কৰন্ত। পাছে ভগৱন্তৰ বাক্যে মহাবৃষ ভৈলা। তাৰ ককুদত চড়ি, বিষ্ণুতেজে যুক্ত হয়া দেৱগণসমে দৈত্যপুৰ ভেণ্টিলা। তাত যি দৈত্যসৱ যুজিবাক খেদি আসিল, তাক শৰে হানি, সেই শৰীৰে যমক দেখাইলা। তাক দেখি কতোসব পলাই গৈল। এমনে ৰাজা দৈত্যসৱ জিনি, ধন-সৰ্ব্বস্ব আনি ইন্দ্ৰক দিলা। এতেকে পুৰক জিনিলা পদে পুৰঞ্জয় বুলি। ককুদত আছিলা নিমিত্তে ককুৎস্থ বুলি। ইন্দ্ৰ বাহন হৈলা পদে ইন্দ্ৰবাহ বুলি।

( শ্লোক ১—১৫ )

তাহান পুত্ৰ অনেনা হৈলা। অনেনাৰ পুত্ৰ পৃথু, পৃথুপুত্ৰ বিশ্বগন্ধ, তান পুত্ৰ চন্দ্ৰ, তান পুত্ৰ যুৱনাশ্ব, তান পুত্ৰ শ্ৰাৱন্ত, তান পুত্ৰ বৃহদশ্ব, বৃহদশ্বৰো পুত্ৰ কুৱলাশ্ব। যি উতঙ্ক ঋষিৰ প্ৰিয়াৰ্থে একৈশ হাজাৰ পুত্ৰসমে ধুন্ধুনাম দৈত্য বধিলা। এতেকে তান ধুন্ধুমাৰ নাম হৈলা। যুদ্ধত ধুন্ধুৰ মুখাগ্নিত সবে পুত্ৰ, নষ্ট হৈল। দৃঢ়াশ্ব, কপিলাশ্ব, ভদ্ৰাশ্ব নাম তিনিজন অৱশেষ ৰহিল। দৃঢ়াশ্বৰ পুত্ৰ হৰ্য্যশ্ব হৈল। হৰ্য্যশ্বৰো নিকুম্ভ, নিকুম্ভতো বহুলাশ্ব, তাত হন্তে কৃশাশ্ব, কৃশাশ্বৰ পুত্ৰ সেনজিৎ, সেনজিতৰ পুত্ৰ যুৱনাশ্ব, যি শতেক ভাৰ্য্যাত পুত্ৰ নহৈল, বৈৰাগ মনে বনক গৈলা। তাক দেখি কৃপালু ঋষিসৱে ইন্দ্ৰযাগ কৰাইলা। তাত ৰাজা, ৰাত্ৰি তৃষাৰ্ত্ত হয়া, যজ্ঞশালা পশি বিপ্ৰসৱক নিদ্ৰাত দেখি, নজানি পত্নীক দিবাৰ পুত্ৰোৎপতি কাৰণ মন্ত্ৰিত জলপান কৰিলা। তাক জানি ব্ৰাহ্মণসৱে ঈশ্বৰক প্ৰণাম কৰিলা। পাছে পেট ছিড়ি ছৱাল জাত হৈলা। দুগ্ধৰ নিমিত্তে তান ক্ৰন্দন শুনি, মোক পান কৰ বুলি ইন্দ্ৰে অমৃতস্ৰাৱী তৰ্জ্জনী আঙ্গুলি পিয়াইলা। এতেকে মান্ধাতা নাম হৈলা। তাহান পিতৃয়ো বিপ্ৰ-দেৱৰ প্ৰসাদে নমৰিলা। কিন্তু তপ কৰি সিদ্ধি পাইলা। পাছে মান্ধাতা সাতো দ্বীপৰ ৰাজা হয়া, যজ্ঞ কৰি হৰিক যজিলা। যাত হন্তে ৰাৱণ ত্ৰাস হৈল। যাৰ পুৰুকুৎস, মুচুকুন্দ, অম্বৰীষ নাম তিনি পুত্ৰ, পঞ্চাশ কন্যা হৈল। সৱে কন্যা সৌভৰিক বৰিলা। ( শ্লোক ১৬—৩৮ )

সৌভৰিয়ো যমুনা জলত মীনৰ মৈথুন দেখি মান্ধাতাক কন্যা প্ৰাৰ্থিলা।

ৰাজায়ো ঋষিক বৃদ্ধ দেখি, কন্যা যদি বৰে, তেৱে নিয়া বুলিলা। ঋষিয়ো ৰাজাৰ অভিপ্ৰায় বুজি দিব্যৰূপ ধৰি, দ্বাৰী সমে অন্তেষপুৰ প্ৰবেশিলা। ঋষিৰ ৰূপ দেখি পঞ্চাশ কন্যা একেলগে বৰিলা। ঋষিয়ো কন্যাগণ বিবাহ কৰি, দিব্য পঞ্চাশ গৃহ কৰি পঞ্চাশ ৰূপে অনেক আনন্দ কৰিলা। পঞ্চাশ শতো পুত্ৰ জাত কৰাইলা। যাৰ সম্পত্তি দেখি, ৰাজায়ো বিস্ময় ভৈলা। পাছে বিষয়-ভোগত বিৰাগ কৰি আপুনাক অনেক গৰিহিয়া, বনক গৈয়া হৰিক চিন্তি পৰম গতি পাইলা। পত্নীসৱো লগতে বনক যায়া তান প্ৰভাৱে সেই গতি পাইলা। (শ্লোক ৩৯—৪৫)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে ষষ্ঠোঽধ্যায়ঃ।

হে সাধুসৱ দেখ, সৌভৰি হেন ঋষিৰো বিজাতীয় মৎস্য সঙ্গতে ধৰ্ম্ম নষ্ট হৈলা। আক জানি কদাচিতো অসন্তৰ সঙ্গ নলৈবা। কিন্তু সাধুসঙ্গ লৈয়া ডাকি জয় ৰাম বোল।

শ্লোক : সৌভৰেৰপি দুঃসঙ্গাত্তপোহানিং প্ৰদৰ্শয়ন্।
দ্ৰুতং দুঃসঙ্গং সন্ত্যজ্য সৎসঙ্গং কুৰুত বুধাঃ॥



# সপ্তম অধ্যায়

## পুৰুকুৎস, হৰিশ্চন্দ্ৰৰ চৰিত্ৰ

কথা: সপ্তম অধ্যায়ে পুৰুকুৎস হৰিশ্চন্দ্ৰৰ চৰিত্ৰ কহিবা। শুকে কহন্ত: মান্ধাতাৰ পুত্ৰ পুৰুকুৎসৰ ভাতৃগণে আনি নৰ্ম্মদা নাম নাগকন্যা দিলা। সৰ্পৰাজাৰ আজ্ঞায়ে, সেই কন্যায় তাঙ্ক পাতালক নিলা। তেঞ্ তথাত দুষ্ট গন্ধৰ্ব্বসব বধি নাগত বৰ পাইলা। আক স্মৰন্তাৰ সৰ্পভয় নহে। পুৰুকুৎসৰ পুত্ৰ ত্ৰসদ্দস্যু, তান পুত্ৰ অনৰণ্য, অনৰণ্যহন্তে হৰ্য্যশ্ব, তান পুত্ৰ প্ৰাৰুণ। প্ৰাৰুণৰ পুত্ৰ ত্ৰিবন্ধন। ত্ৰিবন্ধন পুত্ৰ সত্যব্ৰত, যাক ত্ৰিশঙ্কু বুলি। যাক গোবধ হেতু গুৰু চণ্ডাল কৰিলা। তেভো বিশ্বামিত্ৰে সশৰীৰে স্বৰ্গক পঠাইলা। তাক জানি দেৱগণে অধোমুখে পেলাইলা। তথাপি ঋষি যোগবলে ৰাখিলা। ত্ৰিশঙ্কুৰ পুত্ৰ হৰিশ্চন্দ্ৰ হৈলা। যাক বিশ্বামিত্ৰে ৰাজসূয় দক্ষিণাৰ ছলে সকল সৰ্ব্বস্ব আগ্ৰহিয়া নিগ্ৰহ কৰিলা। যাৰ নিমিত্তে বশিষ্ঠ বিশ্বামিত্ৰে অন্যোন্য শাপে বক-শৰালি হুয়া বহুদিন যুদ্ধ কৰিলা। প্ৰথমে অপুত্ৰক হৰিশ্চন্দ্ৰে নাৰদৰ উপদেশে পুত্ৰাৰ্থে বৰুণত বৰ লৈলা। যদি মোৰ পুত্ৰ হৱে, তেৱে সেই পুত্ৰ তোমাক যজিবো বুলি। এতেকে বৰুণৰ বৰে ৰোহিত নাম পুত্ৰ হৈলা। তাক জানি বৰুণে যজিবে বুলিলা। ৰাজায়ো কহিলা, দশদিন হৈলে পশু শুদ্ধ হয়। দশদিন অন্তৰে বৰুণ আসিলা। দন্তজাত হৈলেসে পশু শুদ্ধ হয়, ৰাজা কহিলা। দন্তজাত হৈলেও বৰুণ

আসিলা। দন্ত ভাগিলেসে পশু শুদ্ধ হয়, ৰাজা কহন্ত। দন্ত ভাগিলেয়ো বৰুণ আসিলা। ৰাজা পূৰ্ণদন্ত গজিবাক খান্তা দিলা। তাৰ পাছে বৰুণ আসিলা। কৱচ পিন্ধিবাক সমৰ্থ হৈলেসে ক্ষত্রিয় পশু শুদ্ধ হয়, ৰাজা বুলিলা। (শ্লোক ১—১৪)

এমনে ৰাজা পুত্ৰস্নেহে কালক্ষেপ কৰিলা। বৰুণো তাক অপেক্ষা কৰি আছিলা। তাক জানি ৰোহিতো হাতে ধনু-শৰ ধৰি, প্ৰাণ ভয়ে বনক গৈলা। ৰাজাক বৰুণে ধৰি জলোদৰ কৰিলা। তাক শুনি ৰোহিত গৃহক আসন্ত। তীৰ্থ কৰণেসে উত্তম পুণ্য বুলি ইন্দ্ৰে নিবাৰিলা। এমনে বাৰম্বাৰ নিবাৰিয়া ছয় বৎসৰ ৰাখিলা। পাছে অজিগৰ্ত্তৰ মধ্যম পুত্ৰ শুনঃশেফক কিনি আনি পিতৃক দিলা। হৰিশ্চন্দ্ৰ জলোদৰ এড়াই পুৰুষ মধ্যে দেৱক যজিলা। পাছে ৰাজাক সত্যবাদী দেখি, তুষ্ট হুয়া বিশ্বামিত্ৰে পৰম জ্ঞান দিলা। যাক পায়া জীৱন মুক্ত হৈলা। (শ্লোক ১৫—২৫)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে সপ্তমোঽধ্যায়ঃ।

হে সভাসদ, দেখ। দেৱৰ আক্ৰোশ, আক জানি ঘোৰ ৰূপ দেৱক এৰি শান্তমূৰ্ত্তি হৰিক ভজি জয় ৰাম বোলা।

শ্লোক : আলোক্য দেৱতাক্ৰোশং হৰিশ্চন্দ্ৰ-চৰিত্ৰতঃ।
ঘোৰৰূপান্ পৰিত্যজ্য শান্তমূৰ্ত্তিং হৰিং ভজেৎ॥

---

# অষ্টম অধ্যায়

## সগৰ, তৎপুত্ৰগণৰ চৰিত্ৰ

কথা: অষ্টম অধ্যায়ে সপুত্ৰ সগৰ চৰিত্ৰ কহিবা। শুকে কহন্ত: ৰোহিতৰ বংশত বাহুক ৰাজা হৈলা। যাৰ শত্ৰুসৱে ৰাজ্য কাঢ়ি লৈলে, ভাৰ্য্যাসৱে বনক গৈলা। তথায় বৃদ্ধ হয়া মৰিলা। মহিষী অনুগমন কৰিতে জানি ঔৰ্ব্ব্য ঋষি নিবাৰিলা। তাক জানি সপত্নীসৱে ক্ৰোধে বিষ দিলা। তথাপি নমৰি গৰ সমে পুত্ৰজাত হৈল। এতেকে তান নাম সগৰ হৈল। তেঞ্ও চক্ৰৱৰ্ত্তী ৰাজা হয়া সকল শত্ৰু বধিলা। কাহাকো নবধি বিকৃত বেশ কৰিলা। সুমতি কেশিনী দুই কন্যা বিহা কৰিলা। সুমতি হন্তে ষাঠি হাজাৰ পুত্ৰ হৈলা। কেশিনী হন্তে অসমঞ্জ হৈলা। পাছে ৰাজা অশ্বমেধ কৰি হৰিক যজিলা। যাৰ ঘোৰাক ইন্দ্ৰে চুৰি কৰি কপিলাশ্ৰমত থৈলা, তাক বিচাৰিতে সগৰ পুত্ৰসৱে পৃথিবী খানিলা। তাত সাগৰ হৈলা। পাছে ঐশান্য দিশত কপিলাশ্ৰমত ঘোড়া দেখিলা। এহি ঘোড়া চুৰ বুলি অস্ত্ৰ-শস্ত্ৰ ধৰি, ধৰ-মাৰ বুলি চৌভিতি ভেটিলা। আপুনাৰ পাপেসে তাৰা নষ্ট হৈল।

(শ্লোক ১—১১)

অসমঞ্জসো লোকত অসমঞ্জস কৰ্ম্ম কৰিলা। যাতো পুৰ্ব্বজন্মতো সঙ্গ-দোষত যোগভ্ৰংশ হুয়াছা। তাক স্মৰি সঙ্গত যে অপ্ৰিয় আচৰিলা। সৰযূ নদীত ক্ৰীড়া কৰিতে ছৱালসৱক জলত পেলাই লোক ভয় দিলা। এতেকে পিতৃস্নেহ তেজি তাক খেদাইলা। তেঞ্ো যোগবলে ছৱালসৱক দেখাই

বনক গৈল। তাক দেখি অযোধ্যাবাসীসৱে বিস্ময় হৈলা। ৰাজায়ো অনেক খেদ কৰিলা। পাছে অসমঞ্জসৰ পুত্ৰ অংশুমন্ত পিতামহৰ আজ্ঞায়ে ঘোড়াক চাহিতে গৈল। কপিলৰ সমীপত ঘোড়াক দেখি অনেক স্তুতি-নতি কৰিলা। তুষ্ট হয়া কপিলে ঘোড়া নিবাক বুলিলা। গঙ্গাজল পাইলে মৃতকসৱৰ উদ্ধাৰ কহিলা। অংশুমন্তো তাঙ্ক প্ৰণাম কৰি, ঘোড়া আনিলা। সগৰো যজ্ঞ সাজ কৰি অংশুমন্তক ৰাজ্য দিয়া বনক গৈয়া ওৰ্ব্ব্য উপদেশে গতি পাইলা। (শ্লোক ১২—৩০)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে অষ্টমোঽধ্যায়ঃ।

হে সামাজিকসৱ, দেখ। মহন্তৰ অপৰাধে সগৰপুত্ৰসৱ ক্ষণেকতে ভস্ম হৈল। আক জানি মহন্তৰ অপৰাধ নাচৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক: বিলোক্য নাশং সগৰাত্মজানাং ক্ষণেন সাক্ষাৎ কপিলাপৰাধতঃ।
অতো বিহায় সতোঽপৰাধং ভজস্ব কৃষ্ণং পৰয়াশু ভক্ত্যা॥

---

# নৱম অধ্যায়

## অংশুমন্ত, ভগীৰথ, সোদাসৰ চৰিত্ৰ

কথা: নৱম অধ্যায়ে অংশুমন্ত, ভগীৰথৰ সোদাসৰো চৰিত্ৰ কহিবা। শুকে কহন্ত: অংশুমন্তো দিলীপ পুত্ৰক ৰাজ্য দিলা। গঙ্গা নমাইবাৰ অৰ্থে অনেক কাল তপ কৰিলা। তথাপি তাঙ্ক নমাইবাক নপাৰি, তথায় মৰিলা। তেমনে দিলীপো ভগীৰথ পুত্ৰক ৰাজ্য দিয়া, তপস্যা কৰিতে মৰিলা। পাছে ভগীৰথে তপস্যাত গঙ্গাক তুষ্ট কৰাইলা। গঙ্গায়ো বৰ লোউ বুলি দেখা

দিলা। ভগীৰথো পুৰুষ উদ্ধাৰিতে বুলিলা। গঙ্গা বোলন্ত: মঞি পৃথিৱীত পৰিলে বেগ কুনে ধৰিব। বেগ নধৰিলে পৃথিৱী ভেদি পাতাল পশিবো। আৰো লোকে মোত স্নানি পাপ এড়াইব। মঞি পাপ কাত এড়াইম তাক কহ। ভগীৰথে বোলন্ত: বিষ্ণুভক্ত সাধুসৱে তুমাৰ পাপ হৰিবন্ত। যাতো তাৰা পাপহৰ, হৃদয়ত হৰি প্ৰকটে থাকন্ত। তুমাৰ বেগক মহেশে ধৰিবন্ত। যাতো জগতৰ আত্মা। গঙ্গাক আনি পূৰ্ব্ব পুৰুষক তাৰিলা। দেহ ভস্ময়ো যি জলৰ পৰশে সগৰপুত্ৰসব স্বৰ্গে গৈলা। তান্ত যি শ্ৰদ্ধায় স্নান কৰে, তাৰ কথা কি কহিবো। যাতো বিষ্ণু-পাদোদক বুলি স্নান কৰিলে সংসাৰ দূৰ হয়। (শ্লোক ১—১৫)

ভগীৰথৰ বংশত সৌদাস ৰাজা গুৰুশাপে ৰাক্ষস হৈলা। আপুনাৰ কৰ্ম্মবশে পুত্ৰ নহৈল। ৰাজা পুছন্ত: হে গুৰু! কি নিমিত্তে বশিষ্ঠে সৌদাসক শাপিলা। আক মোত কহা। শুকে কহন্ত: সৌদাস ৰাজা মৃগয়া কৰিতে এক ৰাক্ষস বধি আউৰ গোট এড়িলা। সিয়ো তাৰ প্ৰতিকাৰ কৰো বুলি সুপকাৰ ৰূপ ধৰি ৰাজাৰ গৃহত পশিল। একদিনা বশিষ্ঠক ভোজন কৰাইতে সেই ৰাক্ষসে আনি মনুষ্যৰ মাংস দিলা। তাক দেখি বশিষ্ঠে ৰাক্ষস হো বুলি ৰাজাক শাপিলা। পাছে ৰাজাৰ দোষ নাই জানি, বাৰ বৎসৰক লাগি সীমা দিলা। ৰাজায়ো অনাদোষে শাপ পায়া, গুৰুকো শাপিবাক লাগি জল তুলি লৈলা। তাক দেখি পত্নী মদয়ন্তী নিবাৰিলা। পাছে ৰাক্ষস হয়া বনবাসী ব্ৰাহ্মণ-ব্ৰাহ্মণীক মৈথুন সময়ে দেখি ক্ষুধাতুৰ হয়া ব্ৰাহ্মণক ধৰিলা। ব্ৰাহ্মণী অনেক কাৰ্পণ্য কৰি স্বামীদান খুজিলা। তথাপি শাপে মোহিত হয়া ব্ৰাহ্মণক খাইলা। তাক দেখি ব্ৰাহ্মণী তোৰো মৈথুনত প্ৰাণ যাউক বুলি শাপ দিলা। অস্থিৰ লগতে অনুগমন কৰি পতিলোক পাইলা। (শ্লোক ১৬—৩৭)

ৰাজায়ো দ্বাদশ বৎসৰ অন্তৰে শাপ এড়াই মৈথুনত উদ্যত হৈলা। ব্ৰাহ্মণীৰ শাপ জানি মহিষী নিবাৰিলা। তাৰে পৰা স্ত্ৰীসুখ বঞ্চিত হৈলা। পাছে ৰাজাৰ বাক্যে মদয়ন্তীত বশিষ্ঠে গৰ্ভাধান কৰিলা। সিয়ো গৰ্ভ সাত বৎসৰ নুপুজিবাৰ দেখি শিলায়ে প্ৰহাৰিলা। এতেকে সি অশ্মক নামে জাত হৈলা। তান পুত্ৰ অলৰ্ক হৈলা। তান বংশত খট্টাঙ্গ নাম ৰাজা হৈলা। যাক দেৱগণে প্ৰাৰ্থি স্বৰ্গে নিলা। তেওঁ তথায়ে অনেক দৈত্য বধিলা। পাছে দেৱগণে তুষ্ট হয়া বৰ যাচিলা। ৰাজা বোলন্ত: প্ৰথমে আয়ু কহ।

দেৱে কহিলা দুই দণ্ড মাত্র আছে। তাক জানি আন বৰ নলৈয়া দেৱদত্ত বিমানে ভাৰতভূমিক আসি আপোনাৰ পূৰ্ব্ব বৃত্তান্ত সুমৰি হৰিত একাগ্ৰ চিত্ত দিয়া পৰম গতি পাইলা। (শ্লোক ৩৮—৫০)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে নৱমোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ। খট্টাঙ্গ ৰাজা স্বৰ্গ এড়ি ভাৰতভূমিক আসি হৰিক চিন্তি, দুই দণ্ডতে পৰম গতি পাইলা। আক জানি মনুষ্য শৰীৰ বিফল নকৰি, সৱে হৰিক ভজিয়া জয় ৰাম বোল।

শ্লোক : লব্ধ্বা ভাৰতভূভাগে সুকল্যং নৰবিগ্ৰহং।
ভজ যত্নেন গোবিন্দং দৃষ্ট্বা খট্টাঙ্গ সদগতিম্॥

---

# দশম অধ্যায়

## খট্টাঙ্গৰ বংশত ৰাম-চৰিত্ৰকথন

কথা : দশম অধ্যায়ে খট্টাঙ্গৰ বংশত ৰামৰ চৰিত্ৰ কহিবা। শুকে কহন্ত : খট্টাঙ্গৰ বংশ দীৰ্ঘবাহু, তান পুত্ৰ ৰঘুতো অজ হৈলা। অজৰ পুত্ৰ দশৰথ, যাত দেৱৰ প্ৰাৰ্থনাত চতুৰ্ম্মূৰ্ত্তিয়ে ভগৱন্ত জাত হৈলা—ৰাম-লক্ষ্মণ-ভৰত-শত্ৰুঘ্ন। শ্ৰীৰামচন্দ্ৰ চৰিত্ৰ ঋষিসৱে বাহুল্য মতে কহিছা। মঞি সংক্ষেপে কহো সাৱধানে শুনা। গুণৱন্ত, বলৱন্ত, ভগৱন্ত জানি বিশ্বামিত্ৰে দশৰথত খুজি শ্ৰীৰামক নিলা। পথত তাৰকা বধিলা। অহল্যাকো তাৰিলা। ঋষিৰ যজ্ঞত মাৰীচ, সুবাহু আদি অনেক ৰাক্ষস বধিলা। জনেকৰো গৃহত মহেশৰ ধনু ভাঙ্গি, ৰাজাগণ জিনি, সীতা বিহাইলা। আসিতে পথত পৰশুৰামক জিনি পৰম উৎসৱে নগৰ পশিলা। পিতৃৰ সত্যক পালি, কৈকেয়ীৰ

বাক্যে ৰাজ্য এড়ি বনক গৈলা। কামে ৰৰিবে আসি, সীতাক খাইবে সূৰ্পনখীক বিৰূপ কৰিলা। খৰ, দূষণ, ত্ৰিশিৰা সমে চৈধ্য হাজাৰ ৰাক্ষস বধিলা। সুৱৰ্ণৰ মৃগৰূপ মাৰীচ বধিতে, ৰাৱণে সীতা হৰিলা। স্ত্ৰী সঙ্গীৰ দুঃখ দেখাই অনেক বিলাপ কৰিলা। জটায়ুক দাহ কৰি কবন্ধ বধিলা। সুগ্ৰীৱসমে সখিত্ব কৰি, বালীক নিপাতিলা। সীতাক খুজিতে হনুমন্তে লঙ্কা দহিলা। সীতাৰ বাৰ্ত্তা পায়া, সাগৰতীৰ গৈয়া, পন্থ নপাই, অল্প কোপতে সাগৰ মহাভয় হুয়া পন্থ দিলা। (শ্লোক ১—১৫)

তথাপি শিলায়ে সেতু বান্ধি সসৈন্যে পাৰ হৈয়া লঙ্কা বেড়িলা। তাক দেখি ৰাৱণে বৰ বৰ বীৰ আদেশিলা। তাক সুগ্ৰীৱ, অঙ্গদ, জাম্ববন্ত, হনুমন্ত আদিয়ে বধিলা। পাছে কুম্ভকৰ্ণক জগাইল, তাক শ্ৰীৰামে বধিলা। লক্ষ্মণে ইন্দ্ৰজিতক বধিলা। পাছে ৰাৱণে পুষ্পক যানে খেদি আসিল। ৰামে ইন্দ্ৰৰ ৰথত চড়ি, বচনে আক্ষেপ কৰি শৰ হানি দশোশিৰ ছেদিলা। ৰাক্ষসৰ স্ত্ৰী-সৱো বিলাপ কৰিলা। বিভীষণকো ৰাজ্য দিয়া, সীতাকো অগ্নিপৰীক্ষা দিয়া, পুষ্পক যানত চৰি, অযোধ্যাক আসিলা। ভৰতে শুনি দণ্ড-ছত্ৰে আগবাঢ়ি আসিলা। পাছে পৰম মঙ্গলে গৃহত প্ৰবেশি ৰাজা হৈলা। ভাতৃসৱ সমে পৰম আনন্দে পিতৃবৎ প্ৰজা পালিলা। প্ৰজাসৱো তাহাঙ্কে পিতৃ মানিলা। ত্ৰেতাযুগত সত্যৰ ব্যৱস্থা হৈল। সকল লোকে মহাসুখে বঞ্চিলা। কাহাৰো কিঞ্চিতো দুঃখ নাছিল। (শ্লোক ১৬—৫৫)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে দশমোঽধ্যায়ঃ।

হে সাধুসৱ! যি ভগৱন্তে ৰাক্ষস বধাৰ্থে স্ত্ৰীসঙ্গীৰ সুখ-দুঃখ দেখাইবাৰ প্ৰতি শ্ৰীৰাম ৰূপ হৈলা, হেনয় কৃষ্ণত শৰণাপন্ন হৈলো। হেন জানি তোৰা ডাকি জয় ৰাম বোল।

শ্লোক : যো যক্ষ-ৰক্ষক্ষয়িতুং পৃথিব্যাং দধাৰ ৰামাকৃতিমপ্ৰমেয়ম্।
স্ত্ৰীসঙ্গিনাঞ্চাপি সুখং বিষাদং প্ৰদৰ্শয়ন্তং সততং প্ৰপদ্যে॥

---

# একাদশ অধ্যায়

## ৰামৰ যজ্ঞ-চৰিত্ৰ কথন

কথা : একাদশ অধ্যায়ে ৰামৰ যজ্ঞাদি চৰিত্ৰ কহিবা। শুকে কহন্ত : পাছে ৰাম ৰাজা যজ্ঞ কৰি, ঋত্বিজসৱক সকল ৰাজ্য দিয়া, বস্ত্ৰ-অলঙ্কাৰ সমে সভায়ে ৰহিলা। ব্ৰাহ্মণসৱো তান কৃপা শুনি, তুষ্ট হয়া তাহাক্তে অৰ্পি, স্তুতি-নতি কৰিলা। পাছে গূঢ়ৰূপে লোকে জিজ্ঞাসা কৰিতে, লোকৰ দুৰ্ব্বাদ শুনি, গৰ্ভৱতী সীতাক বনতে এড়িলা। সীতায়ো বাল্মীকি আশ্ৰম পাইলা। তথায়ে লৱ-কুশ নাম দুই পুত্ৰ জাত হৈল। লক্ষ্মণৰ অঙ্গদ-চিত্ৰকেতু নাম দুই পুত্ৰ। ভৰতৰ তক্ষক-পুষ্কৰ। শত্ৰুঘ্নৰ সুবাহু-শ্ৰুতসেন। ৰাম আজ্ঞায়ে ভৰতে দিগ্বিজয়ত গন্ধৰ্ব্ব কোটি বধি, ধন-মান আনি ৰাজাত যোগাইলা। শত্ৰুঘ্নে মধুবনতে লৱণ ৰাক্ষস বধি, মথুৰা নাম নগৰ পাতিলা। পাছে সীতা স্বামীত অপমানে পাতাল প্ৰবেশিলা। ৰামেয়ো অনেক শোক কৰিলা। যাতো স্ত্ৰী-পুৰুষৰ প্ৰসঙ্গে ঈশ্বৰসৱৰো সুখ নাই। আনৰ কুন কথা। পাছে অখণ্ড ব্ৰহ্মচৰ্য্য ধৰি, তেহু হাজাৰ বৎসৰ অগ্নিহোত্ৰ কৰিলা। প্ৰজাসৱতো ধৰ্ম্ম-জ্ঞান কহিলা। তৈসানি শ্ৰীৰামক দৰ্শন, স্পৰ্শন, সেৱন কৰিলে অযোধ্যা-বাসীকে বৈকুণ্ঠে নিলা। ইদানিক সেই কথা যি শ্ৰৱণ-কীৰ্ত্তন কৰে, সিয়ো সেই গতি পাৱে। ( শ্লোক ১—৩৬ )

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে একাদশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ শ্ৰীৰামৰ কৃপালু গুণ, যাতো নগৰবাসীকো বৈকুণ্ঠক নিলা। আক জানি সদায় তান পাদ-পদ্ম ভজি, জয় ৰাম বোলা।

শ্লোক: অযোধ্যাবাসিনো যেন নীতা লোকমলৌকিকং।
তমহং ৰামমমলং বন্দে সৎ করুণার্ণৱম্ ॥

---

## দ্বাদশ অধ্যায়

### ৰামৰ বংশ কথন

কথা: দ্বাদশ অধ্যায়ে ৰামৰ বংশ কহিবা। শুকে কহন্ত: ৰাম-পুত্ৰ কুশ হন্তে অথিতি নাম পুত্ৰ হৈলা। অথিতিতো নিষেধ জাত হৈলা। এমনে আঠ পুৰুষ অন্তৰে আদিত্যৰ বংশে ব্ৰজনাভ হৈলা। তাৰ পৰিনাতি হিৰণ্যনাভ যোগাচাৰ্য্য হৈলা। যাত হন্তে যাজ্ঞবল্ক্যে যোগ অভ্যাসিলা। হিৰণ্যনাভৰো পাক পুৰুষ অন্তৰে মৰু হৈলা। যি যোগসিদ্ধ হুয়া, ইদানিকো কলাপ গ্ৰামত আছা। কলিৰ অন্তত সূৰ্য্যবংশ নষ্ট হৈলে, পুনু বংশ প্ৰবৰ্ত্তাইবা। মৰু হন্তেয়ো আঠ পুৰুষ অনন্তৰে বৃহদ্বল হৈলা। যাক ভাৰত-যুদ্ধত অভিমন্যুই বধিলা। তান্ত পাছেয়ো কলিযুগত সাতাইশ পুৰুষ নামিব। পাছে সুমিত্ৰক পায়া সূৰ্য্যবংশ নষ্ট হৈব। (শ্লোক ১—১৬)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে দ্বাদশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। সূৰ্য্যবংশী বৰ বৰ ৰাজাসৱো নষ্ট হৈল। এতেকে দেহক বিনাশী জানি সত্বৰে হৰিচৰণক ভজা। নিৰন্তৰে ডাকি হৰি বোল হৰি।

শ্লোক: ৰাজ্ঞাং সূৰ্য্যপ্ৰসূতানাং নাশমালোক্য সত্বৰং।
শৰীৰমন্তৱৎ জ্ঞাত্বা যত্নতঃ প্ৰভজেদ্ধৰিম্ ॥

# ত্ৰয়োদশ অধ্যায়

## নিমিবংশ কথন

কথা : ত্ৰয়োদশ অধ্যায়ে নিমিৰ বংশ কহিবা। শুকে কহন্ত : ইক্ষ্বাকু-পুত্ৰ নিমি ৰাজা যজ্ঞ আৰম্ভি বশিষ্ঠক পুৰোহিত বৰিলা। বশিষ্ঠে বোলন্ত : মোক ইন্দ্ৰে যজ্ঞ কৰাইবাৰ পুছিলন্ত। যাৰে তাক কৰাই আসো, তাৰে অপেক্ষা কৰিবা। এহি শুনি নিমি মৌনে ৰহিলা। বশিষ্ঠো ইন্দ্ৰৰ যজ্ঞ কৰাইলা। নিমিয়ো দেহৰ চঞ্চল জানি, আন ব্ৰাহ্মণ বৰি যজ্ঞ আৰম্ভিলা। বশিষ্ঠো আসি নিমিৰ কাৰ্য্য দেখি, তোৰ দেহ পড়োক বুলি শাপ দিলা। নিমিয়ো বুলিলা তোমাৰো দেহ পড়োক। যাতো লোভত থাকি ধৰ্ম্ম নজানিলা। এহি বুলি যোগবলে দেহ এড়িলা। বশিষ্ঠো গৈয়া উৰ্ব্বশীৰ নিমিত্তে মিত্ৰাবৰুণ হন্তে জাত হৈলা। ব্ৰাহ্মণসবে নিমিৰ দেহক সুগন্ধি তৈলত থৈয়া, যজ্ঞ সাঙ্গ কৰি নিমি জীয়ন্তোক বুলি দেৱক প্ৰাৰ্থিলা। নিমি বোলন্ত : যাৰ বিয়োগ ভয়ে মুনিসৱে হৰিৰ চৰণ ভজন্ত, ই হেন দুঃখ-শোক ভয়াশ্ৰয় দেহ মোৰ নাহোক। দেৱসৱো বোলন্ত : তুমি অদেহে লোকৰ নিমিষ প্ৰবৰ্ত্তাই লোচনত থাকা। পাছে ব্ৰাহ্মণসৱে অৰাজক ভয়ে, তান দেহ মথিলা। তাত জনক নাম কুমাৰ জাত হৈলা। যাৰ বিদেহ মিথিল দুয়ো নাম বুলি। (শ্লোক ১—১৩)

তানপৰা আঠাৰ পুৰুষ অনন্তৰে শিৰধ্বজ হৈলা। যাৰ যজ্ঞাৰ্থে হাল

বাহিতে সৌবলৰ অগ্ৰত সীতা হৈলা। তানো পৰা একত্ৰিশ পুৰুষ নামিল। এমনে আৰা পঞ্চাশ ৰাজা গৃহতে থাকি মহন্তৰ প্ৰসাদে হৰি-সেৱা কৰি মুক্ত হৈল। (শ্লোক ১৪—২৭)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে ত্ৰয়োদশোঽধ্যায়ঃ।

হে নৰ-নাৰীসৱ, দেখ। জনকৰ গোষ্ঠী গৃহত থাকি মহন্তৰ প্ৰসাদে হৰি-ভক্তি কৰি পৰম গতি পাইলা। আক জানি গৃহতে থাকিয়ো মহন্তৰ উপদেশে হৰিভক্তি কৰি জয় ৰাম বোলা॥

শ্লোক : জনকানাং গৃহে যস্মাৎ সাধুসঙ্গপ্ৰসাদতঃ।
হৰিভক্ত্যাভৱন্মোক্ষঃ তস্মাত্তৎ কাৰ্য্যমাদৰাৎ॥

---

# চতুৰ্দ্দশ অধ্যায়

## চন্দ্ৰবংশ কথন

কথা : এমনে তেহ্ৰ অধ্যায়ে সূৰ্য্যবংশ কহিলো। আৰে চন্দ্ৰবংশ শুনা। প্ৰথমে নাৰায়ণৰ নাভিপদ্ম হন্তে ব্ৰহ্মা জাত হৈলা। ব্ৰহ্মাৰো পুত্ৰ অত্ৰি হৈলা। তাহান আনন্দ-লোতকত চন্দ্ৰ উপজিলা। যাক ব্ৰহ্মা বৃক্ষ, নক্ষত্ৰ, ব্ৰাহ্মণৰ ৰাজা পাতিলা। তেওঁ তিনি লোকক জিনি ৰাজসূয় কৰিলা। এতেকে গৰ্ব্বত থাকি, বৃহস্পতিৰ ভাৰ্য্যা তাৰাক হৰি নিলা। বৃহস্পতি আসি বাৰম্বাৰ প্ৰাৰ্থিলা। তথাপি গৰ্ব্বে নেদিলা। এতেকে তান নিমিত্তে দেৱাসুৰ যুদ্ধ হৈলা। শুক্ৰে বৃহস্পতিক দ্বেষী; অসুৰ সমে চন্দ্ৰৰ ভিতি হৈলা। ইন্দ্ৰো দেৱগণ সমে তান লগ লৈলা। এতেকে দেৱাসুৰ বিনাশ যুদ্ধ হৈলা। পাছে গোচৰ কৰিলে ব্ৰহ্মা চন্দ্ৰক ভৎসি

বৃহস্পতিক ভাৰাক দিলা। তাক গৰ্ভৱতী দেখি বৃহস্পতি বোলন্ত : অবে দুৰ্ব্বুদ্ধে, পৰৰ সন্তান গৰ্ভ সৰৱে এড়। এহি শুনি তাৰা গৰ্ভ এৰিলা। তাক দিব্য কুমাৰ দেখি, চন্দ্ৰ বৃহস্পতি দুয়ো বাঞ্ছা কৰিলা। দুইৰো বৰ দ্বন্দ্ব দেখি ঋষিসবে কাৰ সন্তান বুলি তাৰাত পুছিলা। তেওঁ লজ্জায়ে নকহিবাক দেখি কুমাৰে অনেক ভৰ্ৎসিলা। পাছে ব্ৰহ্মা আসি ৰহস্য স্থানত অনেক প্ৰবোধে পুছিলা। তেৱে চন্দ্ৰৰ সন্তান বুলি কহিলা। এতেকে চন্দ্ৰে কুমাৰক নিলা। এতেকে তাহাৰ সুবুদ্ধি দেখি, ব্ৰহ্মা বুধ নাম থৈলা।

( শ্লোক ১—১৪ )

বুধ হন্তে ইলাত পুৰোৰৱা হৈলা। তান ৰূপ-গুণ পৰাক্ৰম শুনি উৰ্ব্বশী কামাতুৰ হৈয়া, সমীপক আসিলা। যাতো মিত্ৰাবৰুণৰ শাপে মনুষ্য লোকক পাইবা। ৰাজায়ো উৰ্ব্বশীক দেখি পৰম আনন্দে মধুৰ বচনে আশ্বাসিলা। উৰ্ব্বশীয়ো অনেক প্ৰিয় বুলি নিবন্ধ কৰন্ত। মোৰ এই মেষ পুত্ৰ দুইকো ৰক্ষা কৰিবা। মোক ঘৃত ভক্ষ্য দিবা। তুমাকো মৈথুন বিনে যেন নগ্নে নেদেখিবো। তেৱে তুমাক নেড়িম। ৰাজায়ো আক অঙ্গীকাৰ কৰি অনেক প্ৰশংসি দিব্য স্থানত বসি দিব্য উপবনত বিহাৰ কৰিলা। পাছে ইন্দ্ৰে উৰ্ব্বশীক সুমৰি গন্ধৰ্ব্বক আনিবে পাঠাইলা। গন্ধৰ্ব্বো দোভাগ ৰাতি যায়া দুই মেষ হৰি নিল। তাৰ আটাস শুনি উৰ্ব্বশী ৰাজাক অনেক নিন্দিলা। ৰাজায়ো বাক্য-প্ৰহাৰে ক্ৰোধ হয়া, খড়্গ ধৰি খেদি গৈলা। ( শ্লোক ১৫—৩০ )

গন্ধৰ্ব্বো দশোদিশ প্ৰকাশ কৰি মেষ এৰি পলাইল। এতেকে মেষ আনিতে ৰাজাক নগ্ন দেখি নিবন্ধ ভঙ্গ জানি উৰ্ব্বশীয়ো গৈলা। ৰাজায়ো শয্যাক নেদেখি বিমন হৈয়া, কান্দিতে পৃথিবী ভ্ৰমিলা। পাছে কুৰুক্ষেত্ৰত পাঞ্চ সখীসমে উৰ্ব্বশীক দেখি কাৰ্পণ্য বুলিলা। ৰাজায়ো তাক গৰ্ভৱতী জানি গৃহত আসিলা। পাছে বৎসৰ অন্তৰে উৰ্ব্বশীক পায়া, মহা আনন্দে আছিলা। তেৱে তান খেদ দেখি গন্ধৰ্ব্বকো স্তুতি কৰিবে বুলিলা। ৰাজাৰ স্তুতিত গন্ধৰ্ব্বসবে তুষ্ট হয়া অগ্নিস্থালী দিলা। ৰাজা নজানি তাকে উৰ্ব্বশী মানি বনত থুইলা। পাছে অগ্নিস্থালী আসি বনতে থৈয়া গৃহক আসিলা। তাকে চিন্তিতে ত্ৰেতাযুগ হৈল। মনতো তিনি বেদ প্ৰকাশ পৰিল। পাছে অগ্নিস্থালী থৈলা শমীৰ মূলত অশ্বত্থ দেখি দুই কাষ্ঠ কৰি অগ্নি মথিলা। সেই অগ্নিত যজ্ঞ কৰি, উৰ্ব্বশী লোক পাইবা। এতেকে জানিবা পুৰোৰৱাৰ দ্বাৰা

মেষ কৰ্ম্ম-কাণ্ড প্ৰৱৰ্ত্তিল। যাতো পূৰ্ব্বত একদেৱ নাৰায়ণ, একে জাতি হংস মাত্ৰ ব্ৰাহ্মণ, একে ধৰ্ম্ম নাম মাত্ৰ আছিল। (শ্লোক ৩১—৪৯)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে চতুৰ্দ্দশোঽধ্যায়ঃ।

হে সাধুসব, দেখ। কামাতুৰৰ কতেক দুঃখ। আক জানি কদাচিতো কামবশ নহৈয়া সদায় কৃষ্ণ-পাদপঙ্কজ ভজা। ডাকি জয় ৰাম বোলা।

শ্লোক : কামাতুৰমনস্তাপমালোক্য অস্য বৃত্ততঃ।
তস্মিহায় সদা বিষ্ণোঃ পাদপদ্মাম্বুজং ভজেৎ ॥

---

# পঞ্চদশ অধ্যায়

## ঐলপুত্ৰ বংশত পৰশুৰামৰ কাৰ্ত্তবীৰ্য্য বধ

কথা : পঞ্চদশ অধ্যায়ে ঐল পুত্ৰ বংশত পৰশুৰামে কাৰ্ত্তবীৰ্য্য বধিবা। শুকে কহন্ত : ঐল ৰাজাৰ উৰ্ব্বশীত হন্তে ছয় পুত্ৰ হৈল। আয়ু, শ্ৰুতায়ু, সত্যায়ু, ৰয়, বিজয়, জয়। বিজয়ৰ পৌত্ৰ কাঞ্চন। কাঞ্চন হন্তে হোত্ৰক হৈলা। হোত্ৰক হন্তে জাহ্নু। তেঞ্ৰু ভক্তি যোগবলে গঙ্গাক গণ্ডুষ কৰি পান কৰিলা। তান পুত্ৰ পুৰু, পুৰুৰ পুত্ৰ বলাক। তেঞ্ৰু হন্তে অজক হৈলা। অজকতো কুশ, কুশৰো পুত্ৰ কুশাম্বু, তান পুত্ৰ গাধি। যাৰ সত্যবতী কন্যাক ঋষিকে খুজিলা। গাধিয়ো অসদৃশ বৰ দেখি বুলিলা। শ্যামকৰ্ণ, শুক্লবৰ্ণ যদি ঘোড়া সহস্ৰেক দিবাক পাৰা, তেৱেঁসে আমাৰ কন্যা পাবা। ঋষিয়ো ৰাজাৰ মত বুজি, বৰুণত খুজি ঘোড়া সহস্ৰেক আনি কন্যা বিহাইল। পাছে মাতৃ দুহিতৃ দুয়ো পুত্ৰাৰ্থে প্ৰাৰ্থিলা। ঋষিয়ো ব্ৰাহ্মণ ক্ষত্ৰিয় মন্ত্ৰে দুই চৰু পৰমান্ন পাক কৰি স্নানিবে গৈলা। সেই বেলা মাতৃয়ে খুজিলে, সত্যবতী

আপুনাক চৰু দিলা। মাতৃৰ চৰু আপুনি খাইলা। তাক জানি ঋষি পত্নীক বুলিলা। তোৰ পুত্ৰ ঘোৰ হইবেক। ভাতৃ ভাল ব্ৰাহ্মণ হৈবেক। সত্যৱতী প্ৰাৰ্থিলা এমন হোক। তেৱে বুলিলা পুত্ৰ ভাল হৈবেক, নাতি ঘোৰ হৈবেক। এতেকে জমদগ্নি পুত্ৰ হৈলা। সত্যৱতীয়ো কৌশিক নাম নদী হৈল। জমদগ্নিৰো ৰেণুকা নাম ভাৰ্য্যাত চাৰিপুত্ৰ হৈল। কনিষ্ঠ পৰশুৰাম হৈল। যাক বাসুদেৱৰ অংশ বুলি। তেওঁ একৈশবাৰ প্ৰদক্ষিণ কৰি পৃথিবী নিক্ষেত্ৰী কৰিলা। (শ্লোক ১—১৫)

পৰীক্ষিতে পুছন্ত: হে গুৰু, ক্ষত্ৰিয়সৱে পৰশুৰামৰ কি অপৰাধ কৰিলা। যাত হন্তে সকল বংশ নষ্ট হৈল? শুকে কহন্ত: হৈহেয় বংশৰ অৰ্জ্জুন ৰাজা দত্তাত্ৰেয়ক আৰাধি, সহস্ৰ বাহুবলে মহাবল পৰাক্ৰম সম্পত্তিক পায়া, সাতো দ্বীপৰ ৰাজা হৈলা। একদিনা স্ত্ৰীগণসমে জলক্ৰীড়া কৰিতে, কৌতুকে নৰ্ম্মদা নদীক বাহুয়ে বান্ধিলা। সেইবেলা ৰাৱণ দিগ্বিজয় কৰিতে উলটা নদীৰ জলে দেৱপূজাৰ স্থান ডুবাইবাৰ দেখি ক্ৰোধবলে খেদি গৈলা। অৰ্জ্জুনো তাক লীলায়ে ধৰি বন্দী কৰি থৈয়া পাছেসে মেলিলা। এতেকে তাৰ মহাগৰ্ব্ব হৈল। (শ্লোক ১৬—২২)

আৰো একদিনা মৃগয়া কৰিতে জমদগ্নিৰ আশ্ৰম গৈল। ঋষিয়ো কামধেনুৰ প্ৰসাদে সসৈন্যে ৰাজাক ভোজ্য-ভোজ্য দিলা। ৰাজায়ো আপুনাত কৰি ঋষিৰ বড় সম্পত্তি দেখি বস্তু নলৈয়া কামধেনু কাঢ়ি নিল। পাছে পৰশুৰামে ই কথা শুনি মহাক্ৰোধ কৰি ধনু-শৰ, পৰশু ধৰি অৰ্জ্জুনক খেদি গৈলা। অৰ্জ্জুনো ৰামক দেখি অনেক সেনা নিয়োজিলা। ভাৱে পৰা ৰামে একলায়ে সংহৰিলা। পাছে অৰ্জ্জুনে খেদি আসি পঞ্চশত ধনু টানি পঞ্চশত শৰ হানিল। তাক ৰামে একে ধনুয়ে কাটিলা। পুনু বৃক্ষ-পৰ্ব্বত ধৰি খেদি আসিলা। ৰামে পৰশু হানি বাহুসৰ কাটি শিৰ ছেদি পেলাইলা। তাক দেখি তাৰ অযুত পুত্ৰে ভয়তে পলাইলা। ৰামো কামধেনুক আনি পিতৃক দিলা। আপুনাৰো পৰাক্ৰম কহিলা। তাক শুনি জমদগ্নি বোলন্ত: হে ৰাম, ভঞি বৰ অন্যায় কৰিলি, যাতো ৰাজাক বধিলি। ব্ৰহ্মবধতো কৰি ৰাজবধেসে বৰ। আমি ব্ৰাহ্মণ, ক্ষমাৱন্ত হওঁ। ক্ষমাৱন্ত পুৰুষত ভগৱন্ত তুষ্ট হন্ত। তাক ভঞি কেমনে নকৰিলি। তথাপি তীৰ্থসেৱা কৰি পাপ দূৰ কৰা। (শ্লোক ২৩—৪১)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে পঞ্চদশোঽধ্যায়ঃ ।

হে সভাসদসব, দেখ। অৰ্জ্জুন ৰজা ঐশ্বৰ্য্য-গৰ্ব্বত ব্ৰাহ্মণৰ গৰু আনি সবংশে নষ্ট হৈল। আৰু জানি ধন-জন গৰ্ব্ব এৰি, ক্ষমাশীল হুয়া হৰিসেৱা কৰি হৰি বোল হৰি।

শ্লোক : অৰ্জ্জুনো মোহিতো যস্মাদ্ বীৰ্য্যৈশ্বৰ্য্যমদাৎ ক্ৰুতং।
অতো বিহায় তমন্যঃ ক্ষমী বিষ্ণুপদং ভজেৎ ॥

---

# ষোড়শ অধ্যায়

## ৰামৰ বীৰ্য্য, বিশ্বামিত্ৰৰ বংশকথন

কথা : ষোড়শ অধ্যায়ে ৰামৰ বীৰ্য্য, বিশ্বামিত্ৰৰ বংশ কহিবা। শুকে কহন্ত : পাছে ৰামে পিতৃৰ শিক্ষায়ে বৎসৰেক তীৰ্থ কৰি গৃহক আসিলা। একদিনা ৰেণুকা গঙ্গাক জল আনিবাক যায়া, অপ্সৰা সমে চিত্ৰৰথ গন্ধৰ্ব্বক দেখি কিঞ্চিতেক স্পৃহায় চায়াছিলা। পাছে বিলম্ব দেখি ঋষি শাপ-জল আনি দিল। ঋষিয়ো পত্নীৰ মন ব্যভিচাৰ জানি, ক্ৰোধে পুত্ৰসৱক বুলিলা। ই পাপিষ্ঠীক সৱে কাটা। তাৰা তাক নকৰিলা। পাছে ৰামক বুলিলা। তেঞ্চু পিতৃৰ বাক্য মানি, মাতৃসমে তিনিয়ো ভাতৃক কাটিলা। যাতো পিতৃৰ মহিমা জানা। ঋষিয়ো তুষ্ট হয়া বৰ যাচিলা। ৰামো বোলন্ত : যদি বৰ দিবা, তেৱে তাৰা জীয়োক। বধিবাৰ কথাও নজানোক। এতেকে ঋষিৰ বৰে তাৰা নিদ্ৰাৰ জাগি হেন উঠি বসিল। পাছে অৰ্জ্জুনৰ পুত্ৰসৱ পিতৃবধ সুমৰি, প্ৰতিকাৰ কৰো বুলি, ৰাম বনক গৈলে ছিদ্ৰ পায়া, জমদগ্নিক

কাটি শিৰ লৈয়া গৈল। ৰেণুকা স্বামীবধে মহা দুঃখিত হয়া, উচ্চ কৰি কান্দিলা। তাক ৰামে দূৰৰ পৰা শুনি, সত্বৰে আসি পিতৃবধ দেখি, অনেক বিলাপ কৰিলা। পিতৃৰ দেহক ভাতৃসৰক ৰক্ষা দিয়া, একেশ্বৰে মাহিষ্মতী-পুৰীক যায়া শত্ৰুসৱ বধিলা। তাৰাৰ শিৰে পৰ্ব্বত বান্ধিলা। শোণিতেয়ো নদী কৰিলা। পিতৃৰ শিৰ আনি দেহত যোড়া দিয়া, পূৰ্ব্বৱতে জীয়াইলা। পিতৃবধ হেতুয়ে একৈশবাৰ পৃথিবী প্ৰদক্ষিণ কৰি, ক্ষত্ৰিয়সৱ আনি কুৰুক্ষেত্ৰত কাটি শোণিতৰ ন-টা হ্ৰদ কৰিলা। ( শ্লোক ১—১৯ )

এমনে সকল ক্ষত্ৰিয় বধি পৃথিবীৰ ভাৰ সংহৰি, যজ্ঞ কৰি হৰিক যজিলা। পৃথিবীকো ব্ৰাহ্মণক দিয়া, ক্ৰোধ এৰি মাহেন্দ্ৰগিৰিত ৰহিলা। জমদগ্নিয়ো ৰামৰ প্ৰসাদে সপ্ত ঋষিৰ মধ্যে এক ঋষি হৈলা। প্ৰসঙ্গত ৰামৰ চৰিত্ৰ কহি, গাধিৰ বংশ কহন্ত। গাধিৰ পুত্ৰ বিশ্বামিত্ৰ তপোবনে ক্ষত্ৰিয় গুচি ব্ৰাহ্মণ হৈল। যাৰ একাধিকশত পুত্ৰ হৈল। আৰো হৰিশ্চন্দ্ৰৰ যজ্ঞত দেৱক প্ৰাৰ্থি শুনঃশেফক আনি পুত্ৰসৱকো বোলন্ত : হে পুত্ৰসৱ, তোৰা আক জ্যেষ্ঠ কৰি মানা। তাক বৰ পঞ্চাশ জনে ভাল নমানিল। ম্লেছ হৌক বুলি ঋষিয়ে শাপ দিলা। মধুচ্ছন্দ আদি পঞ্চাশ পুত্ৰে বোলন্ত, তুমি পিতৃ যি বোলা আমি তাকে কৰিম। এতেকে পণ্ডিত শুনঃশেফক জ্যেষ্ঠ ভাই মানি প্ৰণাম কৰিলা। বিশ্বামিত্ৰে বুলিলা, তোৰাসৱ পুত্ৰৱন্ত হৱা। যাতো মোৰ বাক্য মানিলা। ( শ্লোক ২০—৩৭ )

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে ষোড়শোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। গুৰু-পিতৃৰ বাক্য নমানিলে অনৰ্থ হয়। আক জানি গুৰুবাক্য পালি, হৰিসেৱা কৰি জয় ৰাম বোলা।

শ্লোক : গুৰুবাগ্‌হেলনাদস্মাদ্বিশ্বামিত্ৰস্বভাৱতঃ।
ম্লেচ্ছত্বমগমংস্তস্মাৎ কাৰ্য্যস্তৎ ত্যজ্যতাং বুধৈঃ॥



## সপ্তদশ অধ্যায়

### আয়ুৰ বংশকথন

**কথা :** সপ্তদশ অধ্যায়ে আয়ুৰ বংশ কহিবা। শুকে কহন্ত : ঐলপুত্র আয়ুৰ পঞ্চপুত্র হৈলা। নহুষ, ক্ষত্রবৃদ্ধ, ৰজী, ৰম্ভ, অনেনা। ক্ষত্রবৃদ্ধৰ বংশত ধন্বন্তৰি জাত হৈয়া আয়ুর্ব্বেদ প্রবর্ত্তাইলা। যাক বাসুদেৱৰ অংশ বুলি। তান বংশত অলর্ক ৰাজা হৈয়া, যাঠি হাজাৰ যাঠি সম্বৎসৰ ৰাজ্য কৰিলা। ৰজীৰ পাঞ্চশত পুত্র হৈলা। যাক দেৱে দৈত্য বধিবাক প্রার্থিলা। তেঞ্ দৈত্য বধি ইন্দ্রক ত্রৈলোক্য দিলা। ইন্দ্রে৷ পুনু তাঙ্ক দিয়া প্রহ্লাদাদিক শঙ্কায়ে স্বর্গৰাজ্য সমর্পিয়া তাহাস্তে দেহ অর্পিলা। পাছে ৰজী মৰিলে, পুত্রসৱে ত্রৈলোক্য লয়া যজ্ঞভাগ ভুঞ্জিল। তেৱে বৃহস্পতি অগ্নিত হুনিলে তাৰা ধর্ম্মত ভ্রষ্ট হৈল। এতেকে ইন্দ্রে বজ্রহানি সবাকে বধিলা।

(শ্লোক ১- ১৭)

শ্রীভাগৱতকথায়াং নৱমস্কন্ধে সপ্তদশোঽধ্যায়ঃ।

হে কৃষ্ণ, ভক্তবৎসল, ভগৱন্ত! তোমাৰ চৰণ-পদ্মত যেমনে মোৰ মন-মধুব্রত ৰহে, তেমনে দায়া কৰা। সামাজিকসৱ হৰি বোল হৰি।

শ্লোক : গোপাঙ্গনাস্বমুদৃষ্টে কৃষ্ণে ক্লিষ্টতমং মনঃ।
ৰমস্বাহর্ন্নিশং সাক্ষাদ্ যথা পদ্মে মধুব্রতঃ॥

# অষ্টাদশ অধ্যায়

## যযাতিৰ চৰিত্ৰ

কথা : অষ্টাদশ অধ্যায়ে যযাতিৰ চৰিত্ৰ কহিবা। শুকে কহন্ত : নহুষৰ পুত্ৰ যযাতি ৰাজা, শুক্ৰ-বৃষপৰ্ব্বাৰ বেটী বিবাহ কৰি পৃথিৱী পালিলা। ৰাজা পুছন্ত : হে শুক, ব্ৰাহ্মণৰ কন্যা ক্ষত্ৰিয় যযাতি কেমনে বিবাহ কৰাইলা, আক মোত কহা। শুকে কহন্ত : একদিনা বৃষপৰ্ব্বা দৈত্যেন্দ্ৰৰ শৰ্ম্মিষ্ঠা কন্যা সখীসঙ্গে গুৰুপুত্ৰী দেৱযানীকো মাতি, উপবনত ফুৰিলা। জলাশয় সমীপত গৈয়া তীৰত বস্ত্ৰ থৈয়া জলক্ৰীড়া কৰিলা। সেইবেলা মহেশক দেখি লজ্জিত হয়া তেখন বস্ত্ৰ পিন্ধিলা। শৰ্ম্মিষ্ঠা নজানি দেৱযানীৰ বস্ত্ৰ পিন্ধিলা। তাক দেখি দেৱযানী ক্ৰোধ কৰি বোলন্ত : অহো, দাসীৰ অন্যায় দেখ, যি ব্ৰাহ্মণে তপোবলে জগত স্ৰজিছে, বেদপন্থ প্ৰবৰ্ত্তাইছে, যাক দেৱগণে সেৱা কৰে, তাতে আমৰা ভৃগুগোষ্ঠী বিষ্ণুক পূজা কৰি। এইৰ পিতৃয়ো আমাৰ শিষ্য, তথাপি মোৰ বস্ত্ৰ পিন্ধিল। এই নিন্দা শুনি শৰ্ম্মিষ্ঠা বোলয় : অৰে ভিক্ষুকী, যদি তোৰা এমন হস, তেৱে কেনে আমাৰ গৃহত কুকুৰ হেন চুম্পি থাকস। এমনে অনেক আক্ষেপে বস্ত্ৰ কাঢ়ি লৈয়া কূপত পেলায়া গৃহক আসিল। ( শ্লোক ১—১৭ )

পাছে যযাতি ৰাজা মৃগয়া কৰিতে সেই কন্যা লাগ পায়া, বস্ত্ৰ দিয়া কূপৰ তুলিলা। তেঞ্চু ৰাজাক সম্ভাষা কৰি বিবাহ কৰিবে বুলিলা। ৰাজা বোলন্ত : ব্ৰাহ্মণক বৰা, ক্ষত্ৰিয়ত কি কাৰ্য্য। দেৱযানী বোলন্ত : পূৰ্ব্বত

বৃহস্পতিৰ পুত্ৰ কচ আসি পিতৃৰ ঠাইত মৃত্যুসঞ্জীৱনী বিদ্যা শিখিলা। ময়ো তাঙ্ক বিবাহ কৰিবে বুলিলো। তেঞ্ বোলন্ত: গুৰুপুত্ৰী গুৰুসম পূজ্যা, কেমনে বিবাহ কৰিবো। মঞি বুলিলো, তেৱে তুমাৰ বিদ্যা বিফল হৈবেক। মোক শাপিলা, তোমাৰ ব্ৰাহ্মণ পতি নহোক। এতেকে তুমি বিবাহ কৰা। যযাতি তাক দৈৱকৃত মানি বচনে স্বীকাৰ কৰি গৃহক গৈলা। দেৱযানীয়ো ক্ৰন্দন কৰি পিতৃৰ আগত সকল বৃত্তান্ত কহিলা। তাক শুনি শুক্ৰে যাজন কৰ্ম্মক নিন্দা কৰি দুহিতা সমে নগৰ বঝাই গৈল। তাক জানি বৃষপৰ্ব্বা চৰণত পৰি শান্ত্বনা কৰিলা। শুক্ৰে বোলন্ত: তেৱে দেৱযানীক প্ৰীতি কৰ। যাতো ইহাক এড়িতে মঞি নপাৰো। দেৱযানী বোলন্ত: যদি শৰ্ম্মিষ্ঠা মোৰ দাসী হয় তেৱে প্ৰীতি হয়। শৰ্ম্মিষ্ঠায়ো কাৰ্য্য গৌৰৱ জানি পিতৃৰ বাক্যে দাসী সহস্ৰ সমে দেৱযানীক সেৱা কৰিলা। (শ্লোক ১৮—২৯)

পাছে শুক্ৰ ঋষি শৰ্ম্মিষ্ঠা সমে যযাতিক কন্যা দিয়া নিবন্ধ কৰিলা, তুমি শৰ্ম্মিষ্ঠাত প্ৰবেশ নহৈবা বুলি। দেৱযানীত যদু-তুৰ্ব্বসু দুই পুত্ৰ হৈলা। তাক দেখি শৰ্ম্মিষ্ঠায়ো পুত্ৰাৰ্থে ঋতু সময়ত ৰাজাক প্ৰাৰ্থিলা। ৰাজায়ো শুক্ৰৰ বচন সুমৰি ধৰ্ম্ম দেখি দৈৱযোগে প্ৰবৰ্ত্তিলা। এতেকে দ্ৰুহ্যু, অনু, পুৰু তিনি পুত্ৰ জাত হৈলা। তাক জানি দেৱযানী ক্ৰোধে মূৰ্চ্ছিত হয়া পিতৃৰ গৃহ গৈলা। ৰাজায়ো কাৰ্পণ্য কৰি পাছে পাছে গৈলা। চৰণত ধৰিয়ো নিবৰ্ত্তাইবা নপাৰিলা। শুক্ৰে বুলিলা: তুমাক জৰা অৱস্থা পাওক, যাত্তো মোৰ বাক্য নকৰিলা। যযাতি বোলন্ত: মঞি তোমাৰ দুহিতাত হন্তে কাম ভোগ তৃপ্তি নহঞ্। কেনে এমন শাপ দিলা। শুক্ৰে বোলন্ত: আনৰ বয়সে জৰা পৰিবৰ্ত্তন কৰা। তেৱে ৰাজা পুত্ৰ যদুক জৰা লৈবে বুলিলা। যদু বোলন্ত: পুৰুষে ভোগ বিনে বিষয় এড়িতে নপাৰে। এতেকে মঞি জৰা অৱস্থাত থাকিবে নপাৰিম। এমনে তুৰ্ব্বসু, দ্ৰুহ্যু, অনুকো বুলিলা। তাৰায়ো জৰাক নলৈলা। পাছে পুৰুত পুছিলা। তেঞ্ বোলন্ত: কুন সুপুৰুষে পিতৃৰ প্ৰতিকাৰ কৰিতে পাৰে। তাতে ইঙ্গিত জানি যি জনে কৰে, তাকে উত্তম বুলি। বাক্যত কৰিলে মধ্যম বুলি, অনিচ্ছায় কৰিলে অধম বুলি। পিতৃবাক্য নকৰিলে পুত্ৰক শত্ৰু বুলি। এহি বুলি মহাৰঙ্গে পিতৃৰ জৰাক লৈলা। যযাতিয়ো পুত্ৰ বয়সে অনেক ভোগ কৰিলা। যজ্ঞ কৰি হৰিক যজিলা। (শ্লোক ৩০—৫১)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে অষ্টাদশোঽধ্যায়ঃ।

হে সাধুসৱ, দেখ স্ত্ৰীৰ ক্ৰোধ। অল্প দোষতে স্বামীক নচাৱে। আক জানি স্ত্ৰীসঙ্গ এৰি সাধুসঙ্গ ধৰি উৎসৱ কৰি হৰি বোল হৰি।

শ্লোক : স্ত্ৰীণাং দৌৰ্জ্জন্যমালোক্য যযাতি চৰিতোক্তিতঃ।

অতস্তং সমুৎসৃজ্য সাধুসঙ্গং নৰো ব্ৰজেৎ॥

---

## ঊনবিংশ অধ্যায়

### যযাতিৰ অজ সদৃশ বৃতান্ত, পৰম গতিকথন

কথা : ঊনবিংশ অধ্যায়ে যযাতি ৰাজা আপুনাৰ অজ সদৃশ বৃতান্ত কহি, পৰম গতি পাইবা। শুকে কহন্ত : পাছে যযাতি ৰাজা ভোগে বিৰক্ত হয়া, প্ৰিয়াকো বৈৰাগ্য কৰিতে বোলন্ত। হে দেৱযানী, মঞি এক কথা কহো, সাৱধানে শুনা। মোৰ সম এক অজ আপুনাৰ প্ৰিয় বস্তু বিচাৰিতে কূপত এক অজা দেখি, প্ৰবন্ধ কৰি তাৰক তুলিল। তায়ো তাকে স্বামী বৰিল। তাক দেখি আন অজাসৱে লাগ ধৰিল। অজো তাৰাৰ প্ৰীতি কৰিতে আপুনাক পাসৰিল। পাছে কূপৰ অজায়ে আন অজাৰ লগত স্বামীৰ প্ৰীতি দেখি, ক্ৰোধ মনে গুৰুৰ ঠাইক গৈল। অজো কাৰ্পণ্য কৰি পাছে পাছে যায়া নিবৰ্ত্তাইবে নপাৰিলা। গৃহস্থো ক্ৰোধত অজৰ অণ্ডকোষ ছেদিল। পাছে দুঃখ দেখি ভোগাৰ্থে যোড়া দিলা। (শ্লোক ১—১০)

অজা বহুকালে তাই সমে ভোগে তৃপিতি নহৈল। মঞো তেনমতে তোমাৰ লগত আপুনাক পাসৰিলো। এতেকে জানিবা কামুক পুৰুষৰ পৃথিৱীৰ সৰ্ব্বস্বয়ো মন নপূৰে। নানা ভোগেয়ো কামৰ শান্তি নোহে। দেহ জীৰ্ণ হৈলেও আশাৰ নাশ নাই। তেনয় দুঃখৰ কাম শ্ৰেয়াৰ্থী পুৰুষে সত্বৰে এড়োক।

স্ত্ৰীসঙ্গ পুনু কদাচিতো নকৰিব। যাতো বলৱন্ত ইন্দ্ৰিয়সমূহে বিবেকীৰো মন লড়াৱে। দেখ, সহস্ৰ বৎসৰ ভোগ কৰিতেয়ো মোৰ বিষয়-ভোগ তৃষ্ণা নিতে নিতে বাঢ়ে। এতেকে মঞি আৰু এড়ি হৰিত চিত্ত দিয়ো। নিৰহঙ্কাৰ হৈয়া সাধুসঙ্গ লৈবো। ভাৰ্য্যাক ৰাজা এহি বাক্য বুলি পুৰুক বয়স দিয়া জৰাৱস্থা লৈলা। চাৰি পুত্ৰক চাৰি দিশ দিয়া মধ্যত পুৰুক ৰাজা পাতিলা। সবাকে বশ্য কৰি বনক যায়া হৰিক চিন্তি পৰম গতি পাইবা। দেৱযানীয়ো স্বামীৰ বাক্য শুনি সৰ্ব্ব সঙ্গ এৰি কৃষ্ণতে মন দিয়া লিঙ্গদেহ দহিলা। ( শ্লোক ১১—২৯ )

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে ঊনবিংশোঽধ্যায়ঃ।

হে কৃষ্ণ, কৰুণাসাগৰ, ভক্ত-বৎসল, যেমনে তোমাৰ কথামৃতত মোৰ মন আনন্দ কৰে, তেমনে দায়া কৰা। সামাজিকসব ডাকি হৰি বোল হৰি॥

শ্লোক : যথাৰ্ভকোৰ্ভূ লীলাভিৰাক্ৰীড়ন্ ক্ৰীড়তে মুদা।
তথা মনো মে গোবিন্দে ৰমতাং তৎপাদাম্বুজে॥

---

## বিংশ অধ্যায়

### দুষ্মন্ত-ভৰত চৰিত্ৰ

কথা : বিংশ অধ্যায়ে দুষ্মন্ত-ভৰত চৰিত্ৰ কহিবা। শুকে কহন্ত : পুৰুৰ বংশত দুষ্মন্ত নাম ৰাজা মৃগয়া কৰিতে কণ্ব ঋষিৰ আশ্ৰমক গৈলা। তথায়ে দিব্য কন্যা দেখি, কামে মোহিত হয়া পুছন্ত : কুন তুমি, কাৰ দুহিতা, কি নিমিত্তে বনত আছা। শকুন্তলা বোলন্ত : মঞি বিশ্বামিত্ৰৰ দুহিতা, মেনকা অপ্সৰাত জাত। আৰু কণ্ব মুনি জানন্ত, তুমাৰ কি কৰিবো। যদি

ইচ্ছা থাকে, তেৱে ইঠাইতে ৰহা। ফল-মূল ভোজন কৰা। দুষ্মন্তে বোলন্ত: ই তুমাৰ যুক্ত হয়। যাতো ক্ষত্রিয়ৰ কন্যা, সমান বৰ পাইলে আপুনি বৰে। এহি বুলি ৰাজা দেশ-কাল জানি গন্ধৰ্ব্ব বিধানে বিবাহ কৰিলা। ৰাত্রি গৰ্ভাধান কৰি, প্রভাতে গৃহক গৈলা। শকুন্তলায়ো কালমানে পুত্র প্রসবিলা। কণ্ব ঋষি জাতকৰ্ম্ম কৰাইলা। বালকো সিংহক বান্ধি ক্রীড়া কৰিলা। এমনে মহামহিমা দেখি স্বামীৰ সমীপক গৈলা। যেখন ৰাজা পুত্রক স্বীকাৰ নকৰে, তেখন আকাশবাণী বোলয়: হে ৰাজা, তুমি পত্নীকো অৱজ্ঞা নকৰিবা। ভৰণ-পোষণ কৰা। যাতো হৰিৰ অংশে তুমাত জাত হয়াছে। এতেকে তান ভৰত নাম হৈল। ( শ্লোক ১—২২ )

হেন শুনি ৰাজায়ো স্বীকাৰ কৰিলা। পাছে তাঙ্ক ৰাজা পাতি বনক গৈলা। ভৰতৰো মহিমা ইদানীক গাৱে। যাৰ হস্তত চক্র, চৰণত পদ্ম চিহ্ন আছে। সাতো দ্বীপৰ ৰাজা হয়া, গঙ্গাত পাঞ্চ পঞ্চাশ অশ্বমেধ কৰিলা। যমুনাতো আঠাত্তৰ যজ্ঞ কৰিলা। আৰোবাৰ তেত্রিশ অধিক শতেক যজিলা। এমনে ৰাজাক বিস্ময় কৰাইলা। যাৰ দত্ত ধেনুক সহস্র ব্রাহ্মণে তেৰু হাজাৰ চৌৰাশী কৰি ভাগে লৈলা। চৈধ্য লক্ষ হস্তীকো সুৱৰ্ণমণ্ডিত কৰি দিলা। যি দিগ্বিজয় কৰি লোকৰ বিপক্ষ ক্ষয় কৰিলা। অসুৰকো জিনিলা। এমনে সাতাইশ সহস্র বৎসৰ ৰাজ্য কৰি দেৱৰ মায়া তৰি সাক্ষাতে হৰিক পাইলা। যাৰ তিনি পত্নীয়ে অনুৰূপ নেদেখি ত্যাগ ভয়ে পুত্ৰনাশ কৰিলা। পাছে পুত্রার্থে মৰুতৰো যজ্ঞ কৰিতে ভৰদ্বাজকে পুত্র পাইলা। ( শ্লোক ২৩—৩৯ )

শ্রীভাগৱতকথায়াং নৱমস্কন্ধে বিংশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ স্ত্রীৰ স্বভাৱ। আপুনাৰ কুশলৰ অৰ্থে পুত্ৰকো নাশ কৰে। এতেকে স্ত্রীসঙ্গ এৰি সাধুসঙ্গ ধৰি হৰি বোল হৰি।

শ্লোক: ভৰতস্যাপি পত্নীনামাত্মাত্মজবিনাশনম্।
বিলোক্য সঙ্গভিস্তাসাং পৰিত্যজ্য হৰিং স্মৰেৎ॥

# একবিংশ অধ্যায়

## ভৰতবংশত ৰন্তীদেৱৰ চৰিত্ৰকথন

কথা: একবিংশ অধ্যায়ে ভৰতবংশত ৰন্তীদেৱৰ চৰিত্ৰ কহিবা। শুকে কহন্ত: আনা ৰাজা, ভৰদ্বাজৰ বিতথ নাম হৈল। তান বংশত ৰন্তীদেৱ নাম ৰাজা হৈলা। যাৰ যশ সকল লোকে গায়ে। যাতো অযাচিত ভোজন কৰন্ত। তাকো ভিক্ষুকক পাইলে দেন্ত। সপৰিয়ালে উপবাসে থাকন্ত। জলপানো নকৰন্ত। এমনে আঠচল্লিশ দিন গৈলে, ঘৃত, দুগ্ধ, অন্ন, জল মিলিল। তাকো ব্ৰাহ্মণ অতিথি পাইলে ভোজন কৰায়। অন্ন বিভাগিলে শূদ্ৰেক মিলিলা। তাক আপুনাৰ ভাগ দিয়া পঠাইলা। পাছে কুকুৰগণ লগে ব্যাধ আসিল। তাকো অৱশেষ অন্ন দিয়া প্ৰণামিলা। এক জনক আটে এহি জল মাত্ৰ ৰহিল। তাক পান কৰিতে চণ্ডালে খুজিলা। তাৰ দুখ দেখি কৃপায়ে বোলন্ত: মঞি ঈশ্বৰত হন্তে কিছো বাঞ্ছা নকৰোঁ। কিন্তু সবাৰে হৃদয়ত থাকি দুখ মাত্ৰ ভুঞ্জিম, তেৱেসে লোক সুখী হৈব। মোৰ দুঃখ গুচিবেক। এহি বুলি চণ্ডালক জল দিলা। ব্ৰহ্মা, বিষ্ণু, মহেশেয়ো মায়া এড়ি দেখা দিলা। ৰাজায়ো তাৰাক প্ৰণাম কৰি বাসুদেৱত মতি দিলা। আন কিছো নুখুজিলা। এতেকে গুণময়ী মায়াত লীন হৈল। তান প্ৰভাৱে অনুৱৰ্তীসবো নাৰায়ণপৰ হৈল। (শ্লোক ১—৩৬)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে একবিংশোঽধ্যায়ঃ।

হে লোকসৱ, দেখ। ৰন্তীদেৱৰ ভূতদায়া। এতেকে যিমান পাৰা [illegible] কৰি ডাকি জয় ৰাম বোলা।

শ্লোক : সদা পৰোপকাৰায় ৰন্তীদেৱ-চৰিত্ৰতঃ।
নির্দ্দিষ্টমত্র মুনিনা বিতথান্বয়বর্ণনে॥

---

# দ্বাবিংশ অধ্যায়

## ঋক্ষবংশ, শান্তনুৰ কথা

কথা : দ্বাবিংশ অধ্যায়ে ঋক্ষবংশত শান্তনু আদিৰ কথা কহিবা। শুকে কহন্ত : হে ৰাজা, ঋক্ষবংশত প্ৰতীপ ৰাজা হৈলা। যাৰ দেৱাপি, শান্তনু বাহ্লীক পুত্ৰ হৈল। তাত দেৱাপি, পিতৃৰ ৰাজ্য নলৈয়া বনক গৈলা। এতেকে শান্তনু ৰাজা হৈলা। তান ৰাজ্যত দেৱে দ্বাদশ বৎসৰ নবৰষিল। তাক দেখি শান্তনু ব্ৰাহ্মণত পুছিলা। তাবা বুলিলা, তুমি বড় ভাই থাকতে ৰাজা হৈলা, তাতে দেৱে নবৰিষে। ইদানিক লোকৰ কুশলাৰ্থে তাঙ্ক ৰাজ্য দিয়া। হেন শুনি ৰাজা বড় ভাইক ৰাজ্য যাচিলা। দেৱাপি বোলন্ত : মঞি আৰে ৰাজা নহো, বৃষ্টি অৰ্থে ব্ৰাহ্মণক বোলা। শান্তনুৰ মন্ত্ৰীয়ো আগে ব্ৰাহ্মণক পঠাই তান আগে পাষণ্ড-বাক্য বোলাইলা। এতেকে ৰাজ্যত দেৱে বৰষিল। দেৱাপিয়ো যোগক আশ্ৰয় কৰি, কলাপগ্ৰামত ৰহিলা। কলিৰ অন্তত চন্দ্ৰবংশ নষ্ট হৈলে পুনু প্ৰবৰ্ত্তাইবা। শান্তনু হন্তে গঙ্গাত মহাভাগৱত ভীষ্ম হৈলা। ব্যাসৰ মাতৃ সত্যৱতীতো বিচিত্ৰবীৰ্য্য, চিত্ৰাঙ্গদ হৈল। চিত্ৰাঙ্গদক মৃগয়া কৰিতে গন্ধৰ্ব্বে বধিল। বিচিত্ৰবীৰ্য্যে অম্বালিকা, অম্বিকাক বিবাহ কৰি যক্ষ্মা ৰোগে মৰিল। পাছে মাতৃৰ বাক্যত ব্যাস আসি ভাতৃৰ ক্ষেত্ৰত ধৃতৰাষ্ট্ৰ, পাণ্ডু

বিদুৰকো জাত কৰাইলা। ধৃতৰাষ্ট্ৰৰো গান্ধাৰীত দুৰ্য্যোধন আদি শতপুত্ৰ হৈলা। (শ্লোক ১—২৬)

পাণ্ডুয়ো কুন্তী, মাদ্ৰী দুই কন্যা বিবাহ কৰাইলা। প্ৰমাদত মৈথুন সময়ত মৃগ বধিলা, তাৰ শাপে মৈথুন এড়ি ধৰ্ম্ম, বায়ু, ইন্দ্ৰ হন্তে কুন্তীত যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুনক জাত কৰাইলা। মাদ্ৰীত অশ্বিনীকুমাৰ হন্তে নকুল-সহদেৱ হৈলা। পাঞ্চো ভাই দ্ৰৌপদীক বিহা কৰিলা। তাত হন্তে যুধিষ্ঠিৰৰ প্ৰতিবিন্ধ্য, ভীমৰ শ্ৰুতসেন, অৰ্জ্জুনৰ শ্ৰুতকীৰ্ত্তি, নকুলৰ শতানীক, সহদেৱৰ শ্ৰুতদেৱ। আৰাৰ আন কন্যাসৱত পুত্ৰসৱ হৈল। তাত সুভদ্ৰাত অৰ্জ্জুনৰ বীৰ্য্যে অভিমন্যু হৈল। যাত হন্তে উত্তৰাত তুমি হৈলা। গৰ্ভতে দ্ৰোণীৰ ব্ৰহ্মঅস্ত্ৰে দাহ হয়াছিলা। কৃষ্ণৰ প্ৰসাদেসে বৰ্ত্তিলা। তুমাতো জন্মেজয় আদি চাৰি পুত্ৰ হয়া আছে। জন্মেজয়ে তক্ষকত তুমাৰ মৰণ শুনি যজ্ঞত সৰ্প-সৱ বধিবা। পৃথিৱী জিনি অশ্বমেধো যজিবা। তান পৰা সাতাইশ পুৰুষ নামি ক্ষেমক ৰাজাক পায়া কলিযুগত বংশ নষ্ট হৈব। (শ্লোক ২৭—৪৯)

শ্ৰীভাগৱতকথায়াং নৱমস্কন্ধে দ্বাবিংশোঽধ্যায়ঃ।

হে গোবিন্দ, তুমাৰ দিব্য বৃত মূলস্থিত পদাৰবিন্দক বন্দো। যাক দেৱগণে সেৱা কৰে। পাৰিজাত পুষ্পে আবৃত হয়া আছে। যাক বন্দিলে সৰ্ব্ব পাপ হৰে। সংসাৰো বিনাশে। সভাসদসৱো জয় গোবিন্দ বোলা।

শ্লোক: শ্ৰীগোবিন্দপদাৰবিন্দমমলং নাকন্দমূলস্থিতম্।
বন্দাৰোৰখিলাঘনাশনপৰং বৃন্দাসুমনোবৃতম্॥
বৃন্দাবন্যনিবাস কাৰণৰতং বন্দাৰু গোপৈৰিতম্।
বন্দেঽমন্দমহোদয়ায় সততং সংসাৰতাপাপহম্॥

---

# ত্রয়োবিংশ অধ্যায়

## যদুবংশ কথন

কথা : ত্রয়োবিংশ অধ্যায়ে যদুবংশ কহিবা। শুকে কহন্ত : হে ৰাজা, যযাতিৰ জ্যেষ্ঠপুত্র যদুবংশ শুনা। যাক শুনিলে সকল পাপ হৰে। যাতো ভগৱন্ত কৃষ্ণ অৱতাৰ হয়াছন্ত। যদুৰ চাৰি পুত্র হৈল। সহস্রজিৎ, ক্রোষ্টু, নল, ৰিপু। সহস্রজিতৰ বংশত সহস্রার্জ্জুন হৈলা। যি দত্তাত্রেয়ক আৰাধি যোগৰ সিদ্ধি পায়াছে। যাক কুনো ৰাজা সমান নহৈল। যাতো পঞ্চাশী হাজাৰ বৎসৰ অব্যাহতে ৰাজ্য কৰিলা। ক্রোষ্টুৰ বংশত শশবিন্দু ৰাজা মহাযোগী মহাভোগী হৈলা। যাৰ দশ হাজাৰ পত্নীত দশ লক্ষ হাজাৰ পুত্র হৈলা। তান বংশত জ্যামঘ নাম ৰাজা অপুত্রক হুয়ো শৈব্যা ভাৰ্য্যাৰ ভয়ে বিবাহ কৰিতে নপান্ত। কদাচিত স্বৰ্গৰ পৰা এক কন্যা আসিল। তাক ৰথত দেখি শৈব্যা বোলয় : হে কপটী ৰাজা, কেনে ৰথত তুমি মোৰ ঠাই কন্যা আনিলি। ৰাজা বোলয় : বোহাৰী আনিলোঁ। শৈব্যা বোলয় : মঞিঁ বন্ধ্যা, সতিনীয়ো নাই, কেমনে বোৱাৰী হৈল। মহাভয় হুয়া ৰাজা বোলয় : তুমাৰ যি পুত্র হয়, তাৰে পত্নী হুইবেক। পাছে ভাৰ্য্যাৰ ভয়ে ৰাজাৰ প্রাণ শঙ্কট দেখি, দেৱৰ প্রসাদে শৈব্যাৰ গৰ্ভ হৈল। বিদৰ্ভ নাম পুত্র হয়া সেই কন্যা বিবাহ কৰিলা। ( শ্লোক ১—৩৮ )

শ্রীভাগৱতকথায়াং নৱমস্কন্ধে ত্রয়োবিংশোঽধ্যায়ঃ।

আক জানি লোকসৱ হৰি বোল হৰি।

শ্লোক : নৰাকাৰং পৰংব্রহ্ম কৃষ্ণাখ্যম্বিশ্বভাৱনং।
বন্দে নন্দমহানন্দকৰং গোপালৰূপিণম্॥

---

# চতুৰ্বিংশ অধ্যায়

## বিদৰ্ভৰ বংশ কথন

কথা : চবিশ অধ্যায়ে বিদৰ্ভৰ বংশ কহিবা। শুকে কহন্ত : জানা ৰাজা, বিদৰ্ভৰ সেই কন্যা হন্তে তিনি পুত্ৰ হৈলা। তিনিৰো অনেক বংশ বাঢ়িল। পাছে শূৰসেনৰ মাৰিষা পত্নীত বসুদেৱ আদি দশ পুত্ৰ, পৃথাদি পাঞ্চ কন্যা হৈলা। ৰাজা পৃথাক কুন্তি ৰাজাক পুত্ৰী কৰি দিলা। তেঞ্‌ তথায়ে দুৰ্ব্বাসাক আৰাধি দেৱহুতি বিদ্যা পাইলা। পৰীক্ষাৰ্থে নদীতীৰত সূৰ্য্যক অঞ্জলি কৰিলা। সূৰ্য্যো তেখনে আসিলা। তাঙ্ক দেখি দেৱীয়ে বোলন্ত : মঞি বিদ্যা পৰীক্ষাৰ্থেসে তুমাক মাতিলো। আন কিছো কাৰ্য্য নাই। মোৰ দোষ ক্ষমা কৰি চলি যাৱা। সূৰ্য্যে বোলন্ত : দেৱৰ দৰ্শন ব্যৰ্থ নোহে, অৱশ্যে তুমাত পুত্ৰাধান কৰিম। এহি বুলি কন্যাক যুৱতী কৰি গৰ্ভাধান কৰিলা। তেখনে দিব্য কুমাৰ জাত হৈল। পৃথায়ো পুনু কন্যা হৈয়া, ভয়ে কুমাৰক সম্ফুৰাত লৈয়া নদীত অটাইলা। যাক ৰথ ৰাজা তুলিল। সেই কুমাৰ কৰ্ণ নাম মহাদানী বীৰ হৈল। পাছে সেই পৃথাক পাণ্ডু বিবাহ কৰিলা। ( শ্লোক ১—৩৬ )

বসুদেৱৰ জন্মত দেৱে দুন্দুভি বজাইলা। এতেকে তান নাম আনক দুন্দুভি হৈলা। যাৰ ত্ৰয়োদশ পত্নীত অনেক পুত্ৰ হৈল। ৰোহিণীত ৰাম আদি সাত পুত্ৰ হৈল। দৈৱকীত কীৰ্ত্তিমন্ত আদি অষ্ট পুত্ৰ হৈল। অষ্টম পুনু সাক্ষাতে ঈশ্বৰ। যাতো ধৰ্ম্মৰ ক্ষয়, অধৰ্ম্মৰ বৃদ্ধি হৈলে অৱতাৰ ধৰন্ত।

মায়া বিনে তান জন্ম-কৰ্ম্ম নঘটে, যাৰ জন্ম-কৰ্ম্ম শুনিলে জীৱৰো জন্ম গুচে। তান কৈত বাস্তৱ জন্ম আছে? ইচ্ছা মাত্রে স্রজন, পালন, ভূভাৰ হৰণ সমর্থ হুয়ো কলিৰ লোকৰ নিস্তাৰৰ অর্থে অৱতাৰ কৰ্ম্ম কৰিলা। যাৰ শ্রৱণ-কীৰ্ত্তনে অনায়াসে সংসাৰ গুচে। যাক সৰ্ব্বলোকে প্রশংসে, যাৰ মূৰ্ত্তিয়ে লোকৰ আনন্দ কৰাৱে। আৱে তান সংক্ষেপে লীলা শুনা। প্রথমে নিজৰূপে অৱতৰিলা, পাছে মনুষ্য ছৱাল হুয়া ব্রজক গৈলা, তথায় শিশুলীলা কৰি ব্রজবাসীৰ আনন্দ কৰাইলা। দ্বাৰকাতো কন্যাগণ বিহা কৰাইলা। পুত্রসৱো জাত কৰাইলা। যজ্ঞ কৰি লোকতো বেদপন্থ প্রৱৰ্ত্তাইলা। ভূভাৰো হৰিলা। অৰ্জ্জুনৰো জয় সাধিলা। পাছে উদ্ধৱত পৰম তত্ত্ব কহি বৈকুণ্ঠক গৈলা। (শ্লোক ৩৭-৬৭)

শ্রীভাগৱতকথায়াং কবিৰত্নকৃতায়াং নৱমস্কন্ধে চতুৰ্ব্বিংশোঽধ্যায়ঃ।

হে সভাসদসৱ! দেখ, যি ভগৱন্তে কলিমল বিনাশিতে যশ বিস্তাৰিলা, তাহাস্ত শৰণ পশিলো। এহিমানে নৱমৰ কথা গৈলা। যাত ঈশানু কথা কৈলা। আক জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: সমাপ্তা নৱমস্কন্ধে কথেশানুকথাশ্রিতা।
ধীমতা কৱিৰত্নেন দামোদৰদয়াৱতা॥
কলিকালমলং হন্তুং যশো যেন সুবিস্তৃতং।
তমহং শৰণং যামি পৰমানন্দদায়কম্॥

নৱম স্কন্ধ সমাপ্ত

———

# দশম স্কন্ধ

## প্ৰথম অধ্যায়

শ্লোক

শ্ৰীকৃষ্ণচন্দ্ৰ যদুবংশপয়োধিচন্দ্ৰ
সংকীৰ্ত্তিচন্দ্ৰ দনুজাম্বুজ পূৰ্ণচন্দ্ৰ।
গোপাঙ্গনা-কুচচকোৰ সুমিত্ৰচন্দ্ৰ
সংসাৰতাপহৰ চন্দ্ৰ নমো নমস্তে॥
যো ভূমিভাৰান্ প্ৰজহাৰ লীলয়া
যশো বিতত্যাপি জনান্ ততাৰ।
তং পূৰ্ণব্ৰহ্মামৰসেব্যমব্যয়ং
বন্দে পৰং প্ৰাণভৃতামধীশ্বৰম্॥

### দেৱকীৰ ছয় পুত্ৰ বধ

**কথা:** যি ভগৱন্তক নৰলক্ষণে লক্ষিত কৰে, নৰভক্তিতো লক্ষিত হয়, হেন পূৰ্ণব্ৰহ্ম শ্ৰীকৃষ্ণক মঞি কোটিবাৰ প্ৰণাম কৰো। দশম স্কন্ধত নৱতি অধ্যায়ে দুষ্ট ৰাজাসৱৰ নিবোধ কহিবা। তাত প্ৰথমে চাৰি অধ্যায়ে প্ৰসঙ্গ সমে শ্ৰীকৃষ্ণৰ জন্মকথা পঞ্চত্ৰিংশ অধ্যায়ে গোকুলৰ লীলা, এক অধ্যায়ে অক্ৰূৰৰ স্তুতি, একাদশ অধ্যায়ে মথুৰাৰ লীলা, ঊনচলিশ অধ্যায়ে

দ্বাৰকাৰ কথা, এমনে নৱতি অধ্যায়ে শ্ৰীকৃষ্ণলীলা নিৰূপিবা। তাৰ মতি অনুসাৰে কথা নিবন্ধো। ( শ্ৰীধৰস্বামীৰ টীকাৰ শ্লোক )

পৰীক্ষিত ৰাজা শুকত পুছন্ত : হে মহামুনি, তুমি মোক চন্দ্ৰ-সূৰ্য্য বংশ কহিলা। তাৰ ৰাজাসৱৰো চৰিত নিৰূপিলা। তাতে যদুবংশত অৱতৰি ভগৱন্তে যি যি কৰ্ম্ম কৰিলা, তাক বিস্তাৰ কৰি কহা। যাতো তান চৰিত্ৰক মুক্তো গাৱে, মুমুক্ষুৰো মোক্ষ সাধে, বিষয়ী জনৰো কৰ্ণ-মনৰ আনন্দ কৰাৱে। হেন কৃষ্ণলীলাত চণ্ডাল বিনে কুনে বিৰাম হৈব। বিশেষত আমাৰ ইষ্ট দেৱতা শ্ৰীকৃষ্ণ; যাতো পিতামহসৱে তাঙ্ক আশ্ৰয় কৰি দুৰ্গম কৌৰৱসৈন্য-সাগৰক অনায়াসে তৰিল। দ্ৰোণীৰ ব্ৰহ্মাস্ত্ৰে মোৰ দগ্ধ দেহকো মাতৃৰ গৰ্ভত পশি ৰক্ষা কৰিছা। এতেকে তান লীলা অৱশ্যে শুনিতে লাগে। ভগৱন্ত ঈশ্বৰ হুয়া কি নিমিত্তে পিতৃৰ গৃহ এৰি গোকুলক গৈলা, কিবা কৰ্ম্ম কৰিলা, কুন ঠাই বঞ্চিলা, কিবা নিমিত্তে মাতুল কংস বধিলা, কতেক পত্নী বিবাহ কৰিলা, কতেক বৎসৰ পৃথিবীত আছিলা, ইসৱ কথা সকলে কহিবা। যাতো তুমাৰ মুখপদ্মৰ পৰা হৰিকথামৃত পান কৰিতে দুস্সহ ক্ষুধায়ো বাধা নকৰে।

( শ্লোক ১—১৩ )

হেন শুনি শুকদেৱে কলিমলনাশন কৃষ্ণৰ চৰিত্ৰ কহিতে আৰম্ভিলা। হে মহাৰাজা, তুমি ভাল প্ৰশ্ন কৰিলা। যাতো কৃষ্ণকথা প্ৰশ্নে শ্ৰোতা-বক্তাক পৱিত্ৰাণ কৰে। আৱে কৃষ্ণৰ জন্ম প্ৰসঙ্গ শুনা। দুষ্ট দৈত্য-ৰাজাসৱৰ মহাভাৰে পৃথিবী পীড়িত হুয়া গোৰূপ ধৰি ব্ৰহ্মাত শৰণ পশি কান্দিয়া আপুনাৰ দুঃখ নিবেদিলা। ব্ৰহ্মা তান দুঃখ দেখি দেৱগণ মহেশ সমে ক্ষীৰসাগৰৰ তীৰক গৈলা। তথায়ে ঈশ্বৰক উপাসা কৰিলা। সমাধিত তান বাক্য শুনি বুলিবে লাগিলা : হে দেৱসৱ, ঈশ্বৰৰ আজ্ঞা সাৱধানে শুনি সত্বৰে কৰিবা। আহ্মাৰ সকল বাৰ্ত্তা ভগৱন্তে আপুনি জানিছা। এতেকে বসুদেৱৰ গৃহত অৱতাৰ হৈবা। তান প্ৰীতিৰ অৰ্থে দেৱস্ত্ৰীসৱ জাত হোক। তোৰাসৱো অংশে যদুবংশত উপজা। অনন্তো আসি তান আগে জাত হৈবা। কাৰ্য্যৰ অৰ্থে মায়াতো উপজিবো। শ্লোক ১৪—২৫ )

দেৱক এই আদেশ কৰি পৃথিৱীকো আশ্বাসি ব্ৰহ্মা ব্ৰহ্মলোক গৈলা। পাছে সুৰসেনৰ পুত্ৰ বসুদেৱে দৈৱকীকে বিবাহ কৰি প্ৰয়াণ সময়ত ৰথত চৰিলা। কংসো ভগিনীৰ প্ৰীতি সাধি সাৰথি হৈলা। দেৱকে অনেক

যৌতুক দিয়া নানা বাদ্য বজাই সুমঙ্গল কৰিলা। সেইবেলা পন্থত আকাশবাণী বোলয়: অৰে কংস, যাক ৰথত লৈয়া যাস, এইৰ অষ্টম গৰ্ভে তোক বধিবেক। হেন শুনি পাপী কংসে কেশত ধৰি দৈৱকীক কাটিতে উদ্যত হৈলা। তাক দেখি বসুদেৱে বোলন্ত: হে মহাবীৰ, তুমি গুণৱন্ত যশৱন্ত হুয়া কেনে বিবাহ সময়ত ভগিনীক ৰধা। যদি মৃত্যুভয়ে বধিবে খোজা, তথাপি মৃত্যু এৰাগ নযায়। যাতো দেহৰ লগতে জাত হুয়াছে। আজি বা শতবৎসৰত বা দেহৰো মৃত্যু অৱশ্যে আছে। যদি ইদেহ মৰিলে আন দেহ নহে, তেৱে অন্যায় কৰিয়ো দেহক ৰাখিবে লাগে। সি পুনু নঘটে। যাতো ইদেহ মৰিতে কৰ্ম্মবশে আন দেহ পায়াসে। জীৱে ইদেহ এৰে। যেন জোক আন তৃণ পাইলে পূৰ্ব্বতৃণ পৰিত্যাগ কৰে। এতেকে নবীন দেহ অৱশ্যে হৈবেক। জীৰ্ণদেহ ৰাখিবে লাগি অন্যায় নকৰিবা। কৰিলে পুনু পাছে ভয় আছে। বিশেষত আপুনাৰ ভগিনীক কমনে বধিবা।

( শ্লোক ২৬—৪৫ )

এমনে বোধতো কংসে দৈৱকীক নেৰিল। পুনু উপায় চিন্তি বসুদেৱে বোলন্ত: হে মহাবীৰ, আকাশবাণীৰ ইচ্ছাই তুমাৰ দৈৱকীত হন্তে কিছো ভয় নাই। তান পুত্ৰ হন্তেসে হৈব। এতেকে জাত মাত্ৰতে সকল পুত্ৰ অৰ্পিবো তোমাত। ( শ্লোক ৪৬—৫৩ )

হেন শুনি কংসে নিবৰ্ত্তিয়া গৈল। বসুদেৱো গৃহক গৈলা। পাছে অনুক্ৰমে দৈৱকীৰ আঠ পুত্ৰ, এক কন্যা হৈল। কীৰ্ত্তিমন্ত নাম প্ৰথম পুত্ৰক বসুদেৱে সত্যপালি কংসক নিয়া দিলা। কংসে তান বাক্যত প্ৰমাণ পায়া তুষ্ট হুয়া বোলয়: ইহাত মোৰ কিছো ভয় নাই। অষ্টম পুত্ৰক মাত্ৰ আনি দিবা। ( শ্লোক ৫৪—৬০ )

বসুদেৱো ভাল বুলি পুত্ৰ লৈয়া গৃহক গৈলা। কিন্তু দুষ্ট কংসৰ বাক্যত সঞ্চাত নকৰিলা। পাছে নাৰদ আসি নন্দাদি গোপক, বসুদেৱাদি যদুকুলক, দৈৱকী আদি স্ত্ৰীসৱক, জ্ঞাতি-বন্ধু সুহৃদকো কংসৰ আগত দেৱতা বুলি কহিলা। দৈত্যবধক প্ৰতি দেৱৰ উদ্যমো জনাইলা। এতেকে কংসে যদুবংশক দেৱতা মানি, দৈৱকীৰো গৰ্ভত আত্মা বধক প্ৰতি কৃষ্ণৰ উদ্ভৱ জানি বসুদেৱ-দৈৱকীক বন্দী কৰি বিষ্ণুক শঙ্কায়ে পুত্ৰসৱ

বধিলা। আপুনাক বিষ্ণুৰ বৈৰী কালনেমি অসুৰ জানি যদুবংশক বিৰোধ কৰিলা। উগ্ৰসেন পিতৃকো নিগ্ৰহ কৰি আপুনি ৰাজা হৈল।

( শ্লোক ৬১—৬৯ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে প্ৰথমোঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ মহীভাৰাৱতাৰায় যো দেৱৈৰর্থিতো বিভুঃ।
তমহং ভক্তভীতিঘ্নং পুৰুষোত্তমমাশ্ৰয়ে॥

---

## দ্বিতীয় অধ্যায়

### দেৱকীৰ গৰ্ভত কৃষ্ণস্থিতি

কথা ঃ দ্বিতীয় অধ্যায়ে দৈৱকীৰ গৰ্ভত কৃষ্ণস্থিতি, দেৱৰো স্তুতি কহিবা। শুকে কহন্ত ঃ পাছে কংসৰাজা প্ৰলম্বক, চানূৰ, তৃণাৱৰ্ত্ত, অঘ, মুষ্টিক, অৰিষ্ট, দ্বিবিদ, পূতনা, কেশী, ধেনুক, বাণ, নৰক, জৰাসন্ধাদি সমে যদুবংশক অনেক অপকাৰ কৰিলা। তাৰাও নানা পীড়া পায়া দেশক পলায়া গৈলা। কতো জ্ঞাতিসৱে কংসকে অনুৱৰ্ত্তি ৰহিল। এমনে কংসে দৈৱকীৰ ছয় পুত্ৰ মাৰিলা। বিষ্ণুৰ অংশে সপ্তম গৰ্ভ হৈল। যাক অনন্ত বুলি। ভগৱন্ত কৃষ্ণো যদুবংশৰ মহাভয় দেখি যোগমায়াক আদেশিলা ঃ হে দেৱি, তুমি গোকুলক যায়া যাত বসুদেৱৰ ভাৰ্য্যা ৰোহিণী আছা, দৈৱকীৰ গৰ্ভ আকৰষি ৰোহিণীত থবা, যাতো মঞি পৰিপূৰ্ণৰূপে দৈৱকীৰ পুত্ৰ হৈবো। তুমিয়ো যশোদাত উৎপত্তি হৈবা। তেৱে তুমাক নানা নামে, নানা ৰূপে,

নানা লোকে যজিব। দেৱীয়ো হৰিৰ আজ্ঞা মানি পৃথিৱীক গৈয়া সকলো কৰিলা। (শ্লোক ১—১৩)

এমনে যোগমায়ায়ে দৈৱকীৰ গৰ্ভ ৰোহিণীক নিলে। গৰ্ভস্ৰাৱ হৈল বুলি লোকে কহিল। তত্ত্বক পুনু কেয়ো নজানিল। ভক্ত-ভয়হাৰী ভগৱন্তো পৰিপূৰ্ণৰূপে বসুদেৱৰ মনত পশিলা, যাক ধৰি বসুদেৱ সূৰ্য্যহেন প্ৰকাশ কৰিল। পাছে জগতমঙ্গল ভগৱন্তক দৈৱকীত অৰ্পিলা। দৈৱকীয়ো মনত ধৰিলা, যেন পূৰ্ব্বদিশে চন্দ্ৰক ধৰে। ভগৱন্তক ধৰিয়ো দৈৱকী প্ৰকাশ নকৰিলা। যাতো কংসগৃহত নিৰোধ হুয়াছা। আনে দেখিবে নাপাৰে। কংসো দৈৱকীক দেখি বিস্ময় ভৈলা। যাতো গৰ্ভত কৃষ্ণক ধৰিছা। এতেকে গৃহক প্ৰকাশ কৰা। কংসে বুলিবে লাগিল: অৱশ্যে মোৰ প্ৰাণহাৰী হৰি এইৰ গৰ্ভত স্থিতি হৈলা। যাতো পূৰ্ব্বত এমন প্ৰকাশ নকৰিছে। আৰে মঞি কি কৰিবো। এইক বধিয়ো মহাপাপী হুঞ্। গৰ্ভৱতী ভগিনী বধে মোৰ যশ-শ্ৰী-আয়ু হৰিব। যি অত্যন্ত ঘাতুক কৰি বৰ্ত্তে, সি জীৱন্তে মৰা হয়, লোকেয়ো শপয়। মৰিয়ো নৰকত পৰে। এই গুণি হিংসা কৰ্ম্মত নিৱৰ্ত্তিল। বিষ্ণু জন্ম অপেক্ষা কৰি ৰহিল। আসন-ভোজন-শয়নতো বিষ্ণুক চিন্তিতে সকল জগতকে বিষ্ণুময় দেখিল।

(শ্লোক ১৪—২৪)

পাছে ব্ৰহ্মা মহেশ, দেৱ-মুনি-সিদ্ধাদি সমে সেইস্থান আসি স্তুতি আৰম্ভিলা: সত্যব্ৰত, সত্যপৰ, তিনিয়ো কালত সত্য, সত্যৰ প্ৰৱৰ্ত্তক, সত্যৰূপ, তুমাত আমি শৰণ পশিলো। সংসাৰ বৃক্ষো তুমাত উপজে। যাৰ প্ৰকৃতি আশ্ৰয়, সুখ-দুখ ফল, তিনি গুণে মূল, চাৰি অৰ্থে ৰস, সাত ধাতু চাল, আঠ প্ৰকৃতি ডাল, দশ প্ৰাণ পাত, জীৱ-ঈশ্বৰ দুই পক্ষী, তুমি লোকৰ কুশলাৰ্থে নানা অৱতাৰ ধৰা। এতেকে ভক্ত-সৱে তুমাৰ পাদপদ্ম-নৌকাক আশ্ৰয় কৰি অনায়াসে সংসাৰ তৰে, আনকো তৰাৱে। অভক্তে পুনু মুক্তিৰ দ্বাৰ উত্তম নৰদেহ পায়া সংসাৰত পৰে। তুমাৰ ভক্তক পুনু বিঘ্নে পৰাভৱ নকৰে। যাতো তুমি ৰক্ষা কৰা। এতেকে ভক্তসৱে তুমাৰ নাম ৰূপক শ্ৰৱণ-কীৰ্ত্তন-স্মৰণ কৰি অনায়াসে মুক্তি লভে। হে ভগৱন্ত, পূৰ্ব্বত যেমনে মৎস্য-কূৰ্ম্মাদি ৰূপ ধৰি আমাক প্ৰতিপাল কৰিছা, ইদানীকো তেমনে ভূভাৰ হৰা। আমিসৱে তুমাক প্ৰণাম কৰো। ইদানীক দৈৱকীক বোলন্ত: হে মাতৃ, তুমাৰ গৰ্ভত ভগৱন্ত ৰহিলা। এতেকে

আউৰ কংসক ভয় নকৰিবা। যাতো তুমাৰ পুত্ৰে যদুকুলক ৰক্ষা কৰিব। দেৱগণে ভগৱন্তক এই স্তুতি কৰি ব্ৰহ্মা-মহেশক আগ কৰি স্বৰ্গক গৈলা।

(শ্লোক ৩১—৪১)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে দ্বিতীয়োঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: দেৱকী বিলসদ্‌গৰ্ভং সংস্থিতং ব্ৰহ্মচিদ্‌ঘনং।
বন্দামহে সদানন্দং শিৱব্ৰহ্মিনবন্দিতম্॥

---

# তৃতীয় অধ্যায়

## শ্ৰীকৃষ্ণৰ জন্ম

কথা: তৃতীয় অধ্যায়ে শ্ৰীকৃষ্ণৰ জন্ম, বসুদেৱ-দৈৱকীৰ স্তুতি, গোকুল গমনো কহিবা। শুকে কহন্ত: জানা ৰাজা, যেখনে সৰ্ব্বগুণযুক্ত পৰম শোভন কাল হৈল, তেখন ভগৱন্ত দৈৱকীত আবিৰ্ভাৱ হৈলা। যেন পূৰ্ব্বদিশত চন্দ্ৰো দেখা দিল। তেখনে ৰোহিণী নক্ষত্ৰ মিলিল, গ্ৰহগণো শান্ত হৈল, দশো-দিশ প্ৰসন্ন পৰিল, নিৰ্ম্মল নক্ষত্ৰ হৈল, পৃথিৱীতো থানে থানে মঙ্গল কৰিল, নদীৰো প্ৰসন্ন জল হৈল, হ্ৰদতো পদ্ম ফুলিল, গীত সুগন্ধ বায়ু বহিল, কুণ্ডৰ অগ্নিকুণ্ড দীপ্তি কৰিল, লোকৰো মন প্ৰসন্ন পৰিল, স্বৰ্গতো গীত-নৃত্য-বাদ্য-পুষ্পবৃষ্টি কৰিল, মেঘ-সাগৰো অল্প অল্প গৰ্জ্জিল, দোভাগ ৰাত্ৰি অন্ধকাৰ সময়ত ভগৱন্ত আবিৰ্ভাৱ হৈল। বসুদেৱ দেখিলা, দেহৰ কান্তিয়ে গৃহক প্ৰকাশ কৰে। শ্যাম শৰীৰ, পীতবাস, চতুৰ্ভুজ, শঙ্খ-চক্ৰ-গদা-পদ্মধৰ, সৰ্ব্বাঙ্গে সুন্দৰ,

কমল লোচন, গলত কৌস্তুভ, বক্ষত শ্ৰীবৎস, ৰত্নময় অলঙ্কাৰে মণ্ডিত।
( শ্লোক ১—১০ )

হেন অদ্ভুত বালকক প্ৰফুল্ল নয়নে বসুদেৱে দেখি মহাবিস্ময়ে হৰ্ষযুক্ত হুয়া ব্ৰাহ্মণক প্ৰতি মনে অযুত গো উছৰ্গিলা। পাছে পুত্ৰৰ প্ৰভাৱ জানি নিৰ্ভয় হুয়া অৱনত ভাৱে অঞ্জলি ধৰি স্তুতি বোলন্ত: হে ভগৱন্ত, তুমি প্ৰকৃতিত পৰ। কেৱল অনুভৱানন্দৰূপ সবাৰে বুদ্ধি সাক্ষী।
( শ্লোক ১১—১৬ )

চক্ষুৰ গোচৰ হৈলা। মোৰ কি ভাগ্য! যদি বোলা, দৈৱকীৰ পুত্ৰক কেনে এতমান স্তুতি কৰা। তাত শুনা: জগতক স্ৰজিয়ো তুমি তাত প্ৰবেশ নহৱা, কিন্তু প্ৰবিষ্ট হেন প্ৰকাশ কৰা। এতেকে দৈৱকীৰ গৰ্ভত কেমনে প্ৰবেশিবা। তুমাত হন্তেসে জগতৰ সৃষ্টি-স্থিতি-সংহাৰ হয়। তুমি তিনিগুণে ব্ৰহ্মা-বিষ্ণু-মহেশ মূৰ্ত্তি ধৰিছা। এতেকে জগতক ৰাখিবে ইছাই মোৰ গৃহত শুদ্ধ-সত্ত্ব মূৰ্ত্তিয়ে অৱতাৰ ধৰিছা। দুষ্ট ৰাজা-সৱকো বধিবা। তথাপি সাৱধানে থাকিবা। যাতো এই দুষ্ট কংসে তুমাৰ ভাতৃসৱক বধিছে। তুমাৰ জন্ম শুনি এখনে খেদি আসিব।
( শ্লোক ১৭—২২)

পাছে দৈৱকী পুত্ৰক মহাপুৰুষ লক্ষণ দেখি কংসভয়ে স্তুতি বোলন্ত: যি ৰূপক বেদে কহে, কেয়ো নেদেখে, সৱাৰে কাৰণ, নিৰ্গুণ, নিৰ্ব্বিকাৰ, সেই বিষ্ণু তুমি মহা প্ৰলয়তো থাকা। সৰ্ব্ব সংহাৰক কালকো যাৰ লীলা কহে, হেন ঈশ্বৰত মঞি শৰণ পশিলো। মনুষ্যে মৃত্যুক ভয়ে সকল লোকক গৈয়ো নিৰ্ভয় নপায়ে, কুনো ভাগ্যোদয়ে তুমাৰ পাদ-পদ্ম পায়া মহাসুখে থাকে, যাক দেখি মৃত্যুয়ো পলাই আসে, সেই তুমি কংস হন্তে আমাক ত্ৰাণ কৰা। ভৃত্যৰো ভয় হৰা, চতুৰ্ভুজ ৰূপকো সংহাৰ কৰা। যদি বোলা, কেনে ৰূপ সংহৰিম, এমন পুত্ৰ হৈলে তুমাৰ মহা স্ফূৰ্ত্তিসে হৈব। তাত শুনা: যাৰ মূৰ্ত্তিত সকল জগত সাৱকাশে থাকে, হেন পৰম পুৰুষ মোৰ গৰ্ভত হৈলা। ই লোকৰ হাস্যাস্পদসে। ( শ্লোক ২৩—৩১ )

ভগৱন্তে বোলন্ত: তোৰা দুয়ো পূৰ্ব্বজন্মত পৃশ্নি-সুতপা আছিলা। ব্ৰহ্মাৰ আদেশে প্ৰজা স্ৰজিবাক লাগি ইন্দ্ৰিয়ক দমি, বাত-বৃষ্টি সহি, বায়ু নিৰোধি, দেৱৰ বৰিষে দ্বাদশ হাজাৰ বৎসৰ তপ কৰি মোক

আৰাধিলা। ময়ো তুষ্ট হুয়া এই ৰূপে দেখা দিয়া বৰ লৱা বুলিলো। তোমায়ো মোৰ সম পুত্ৰ বৰিলা। যাতো বিষয় ভোগ নতো কৰা। পুত্ৰ নতো হুয়ে। এতেকে মোৰ মায়ায়ে মোহিত হুয়া মোক্ষ নবৰিলা।

( শ্লোক ৩২—৩৯ )

ময়ো গুণ-ৰূপ স্বভাৱো আনক সমান নেদেখি পৃশ্নিগৰ্ভ নামে পুত্ৰ হৈলো। পাছে তোমা কাশ্যপ অদিতি হৈলা। তাতো মঞি বামন ৰূপ হৈলো। তৃতীয় জন্মতো সেইৰূপে দেখা দিলো। যাতো মোৰ বাক্য অসত্য নাই। মোৰ বাক্য স্মৰাইবাৰ অৰ্থেসে ইৰূপে দেখা দিলো। অন্যথা মনুষ্যৰূপ হৈলে মোৰ জন্ম নজানিলা হুই। আৰে তোমাৰ ইচ্ছাত বালক হৈলো। ইজন্মন্ত তোমা পুত্ৰভাৱে বা স্নেহ কৰা, ব্ৰহ্মভাৱে বা চিন্তা, অৱশ্যে মোৰ গতি পাইবা। ( শ্লোক ৪০—৪৫ )

যদি কংসত ভয় কৰা, তেৱে মোক নিয়ো ব্ৰজত থয়া। যশোদাৰ কন্যা যোগমায়াক আনা। এহি বুলি ভগৱন্তে তামাৰ আগত সামান্য শিশু হৈলা। বসুদেৱো পুত্ৰক কোলাত লৈয়া যেখনে যাইবাক খোজা, তেখনে যশোদাত যোগমায়া জাত হৈলা। তান প্ৰভাৱে দ্বাৰী-প্ৰহৰী লোক-সৱ নিদ্ৰাত পৰিল। কৃষ্ণক লৈয়া বসুদেৱ আসিতে বন্ধদ্বাৰসৱো মুক্ত হৈল। মেঘগণে বৰষিল। অনন্তো বিচিত্ৰ ফণা ধৰিলা। অগাধ যমুনা পন্থ দিলা। বসুদেৱো গোকুলক পায়া গোপগণক নিদ্ৰাত দেখি যশোদাৰ শয্যাত কৃষ্ণক থৈয়া তান কন্যা যোগমায়াক লৈয়া গৃহক আসিলা। দৈৱকীৰ শয্যাত কন্যা থৈয়া নিহল পিন্ধিল। যশোদায়ো জাত হৈবাৰ মাত্ৰ জনিলা, পুত্ৰ বা স্ত্ৰী বা আক নজানিলা। যাতো শ্ৰান্ত হৈয়া যোগমায়ায়ে প্ৰতিহত হৈলা। ( শ্লোক ৪৬—৫৩ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে তৃতীয়োঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ যো দৃশ্যঃ শৌৰিসদনে দেৱকী দেৱীনন্দনঃ।
তমহং শৰণং যামি সচ্চিদানন্দবিগ্ৰহম্॥

---

# চতুৰ্থ অধ্যায়

## কংসৰ আলোচনা

কথা: চতুৰ্থ অধ্যায়ে চণ্ডিকাৰ বাক্য, কংসৰ আলোচনা কহিবা। শুকে কহন্ত: পাছে দ্বাৰসৱ পূৰ্ব্বৱত আবৃত হৈল। পহৰীসৱো শিশুৰ ক্ৰন্দন শুনি শীঘ্ৰে কংসত জান দিল। সিয়ো সত্বৰে শয্যাত উঠি এই কাল বুলি মহা বিহ্বল হুয়া আথবেথ কৰি শিলত আফালিল। (শ্লোক ১--৮)

দেৱীয়ো তাৰ হাত এৰাই আকাশক যায়া দিব্যৰূপে অষ্টভুজ হুয়া বুলিবে লাগিলা: অৰে মহামন্দ, কিসক মোৰ মায়াক মাৰস। তোৰ অন্তকাৰী যেঠাই সেঠাই জাত হৈল। বৃথায়ে দুখিনী দৈৱকীক হিংসা নকৰিবি। ( শ্লোক ৯—১২ )

এই বুলি মায়াদেৱী বহুনাম ৰূপে নানা স্থানত ৰহিলা। দেৱীৰ বাক্য শুনি কংসো বিস্ময় হুয়া দৈৱকী-বসুদেৱৰ নিহল ছাৰি নম্ৰ ভাৱে বুলিবে লাগিল: হে ভগিনী, ভগিনীপতি, মঞি পাপিষ্ঠে তোৰাৰ পুত্ৰসৱ বধিলো। হেন নিৰ্দ্দয় দুৰ্জ্জন মঞি কুন লোকক যাইবো। ব্ৰহ্মবধী হেন জীয়ন্তে মৰা হৈলো। দেখা, দেৱো মিছা বোলে। যাত বিশ্বাস কৰি মঞি ভাগিনসৱক বধিলো। তথাপি তোৰা শোক নকৰিবা। যাতো তাৰাৰ কৰ্ম্মফলে এনয় হৈবাক লাগে। দৈৱাধীন সকল শোক একত্ৰে নাথাকে। ( শ্লোক ১৩—১৮ )

কিন্তু বিয়োগ হৱে। আত্মাৰ মাত্ৰ সংযোগ-বিয়োগ নাই। এতেকে

তোৰা আৰ শোক নকৰিবা। মোৰ দোষ ক্ষমা কৰা। এই বুলি কংসে দুইবো চৰণত ধৰিলা। (শ্লোক ১৯—২৪)

তাবায়ো শোক এৰি কংসক আশ্বাস কৰি বুলিলা। পাছে তাবাত আজ্ঞা লৈয়া কংস গৃহক গৈলা। প্ৰভাতে মন্ত্ৰীগণ মাতি সকল বৃত্তান্ত কহিল। তাবায়ো সেই কথা শুনি দেৱক কোপ কৰি বুলিবে লাগিল: হে মহাৰাজা, যদি তুমাৰ শত্ৰু জাত হুয়াছে, তেৱে আমাক আজ্ঞা কৰা। সকল ৰাজ্যৰে শিশুসব বধি। ভয়াতুৰ দেৱসৱে উদ্যম কৰি কি কৰিবে পাৰে।

(শ্লোক ২৫—৩২)

যাতো তুমাৰ ধনুৰ টঙ্কাৰতে কম্পিতমান হৱে। যুদ্ধত শৰ প্ৰহাৰিতে প্ৰাণ ৰাখি যুদ্ধ এৰি পলায়। কতোসৱ অঞ্জলি কৰি শৰণ মাগে। যাতো তুমি ভগ্নৰথ, ভয়াতুৰ, বিমুখক নামাৰা, তাতেসে দেৱগণে প্ৰাণ বৰ্ত্তে। এতেকে দেৱে উদ্যম কৰি আমাক কি কৰিতে পাৰে। অদৃশ্য হৱিয়ে বা কি কৰিব। তপস্বী ব্ৰহ্মাক কোনে ভয় কৰে। বনবাসী মহেশে কি কৰিতে পাৰে। অল্পবীৰ্য্য ইন্দ্ৰ কিসৰ পাত্ৰ। তথাপি শত্ৰু দেৱক উপেক্ষা কৰিবে নালাগে। যেন ব্যাধিক আগে ঔষধ নেদিলে পাছে দূৰ কৰা নযায়। তেমনে অল্প বুলি বৈৰী নমাৰিলে পাছে অপকাৰ কৰে।

(শ্লোক ৩৩ —৩৮)

এতেকে দেৱৰ মূল খানিতে আমাক আজ্ঞা কৰা। বিষ্ণুসে জানিবা দেৱৰ মূল। যি ঠাই ধৰ্ম্ম প্ৰবৰ্ত্তে, তাতে বিষ্ণু থাকে। ধৰ্ম্মৰো কাৰণ গো-ব্ৰাহ্মণ, তপ-জপ-যজ্ঞ। এতেকে আমি গো-ব্ৰাহ্মণক নাশ কৰো। যাতো আৰা হৱিৰ মূৰ্ত্তি। সন্তৰ হিংসাসে জানা বিষ্ণুবধ উপায়। এমনে দুষ্ট মন্ত্ৰীসমে কংসে আলোচনা কৰি ব্ৰাহ্মণৰ হিংসাক হিত কৰি মানিলা। সাধুজনক অপকাৰ কৰিতে দৈত্যক আদেশিল। সমীপতে মৃত্যু মিলিল। যাতো মহন্তক অপকাৰ কৰিতে আয়ু-শ্ৰী-যশ-ধৰ্ম্ম হৰে। (শ্লোক ৩৯—৪৬)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে চতুৰ্থোঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: মহতামপকাৰেণ সৰ্ব্বনাশো যতো ভবেৎ।

ততো বিষ্ণুজনদ্বেষং হিত্বা হৰিযশঃ স্মৰেৎ॥

---

## পঞ্চম অধ্যায়

### কৃষ্ণ-জন্ম মহোৎসৱ

কথা : পঞ্চম অধ্যায়ে কৃষ্ণৰ জন্ম মহোৎসৱ কহিবা। শুকে কহন্ত : নন্দে আপুনাৰ পুত্ৰ উৎপন্ন হৈবাৰ দেখি পৰম আনন্দে স্নান কৰি বস্ত্ৰ-অলঙ্কাৰ পিন্ধি ব্ৰাহ্মণসৱ আনি জাতকৰ্ম্ম কৰাইল। দুই লক্ষ ধেনুও ব্ৰাহ্মণক দিলা। সুৱৰ্ণ-ৰত্নমণ্ডিত কৰি সাতটা তিলৰ পৰ্ব্বত দিলা। যাতো দান কৰিলেসে দ্ৰব্যসৱ শুদ্ধি হয়। ব্ৰাহ্মণসৱো মঙ্গল কৰিল। নট-নটী-গণে প্ৰশংসা বুলিল। গীত-নৃত্য-বাদ্যো কৰিল। ব্ৰজকো সাজি-মাজি ধ্বজ-পতকা-বস্ত্ৰ-পল্লৱ-পুষ্পে মণ্ডিল। গোসৱকো হৰিদ্ৰা তৈল দিলা। গোপসৱ বস্ত্ৰ-অলঙ্কাৰে মণ্ডিত হুয়া উপায়ন বস্তু হস্তত লৈয়া নন্দগৃহক আসিল। গোপীসৱো যশোদাৰ পুত্ৰ হৈবাৰ শুনি পৰম আনন্দে নানা ভূষণে আপোনাক ভূষিত কৰি হস্তত উপায়ন লৈয়া সত্বৰে নন্দগৃহক গৈলা। শিশুকো চিৰজীৱ বুলি আশীষ দিলা। হৰিদ্ৰাচূৰ্ণ-তৈল-জল সিঞ্চি মহা আনন্দে হৰিগুণ গাইলা। ( শ্লোক ১—১২ )

গোপসৱে দধি-দুধ, ঘৃত-জল সিঞ্চি নৱনীতৰ দলি হানিয়ো বিহাৰ কৰিলা। নন্দো পুত্ৰৰ মঙ্গলাৰ্থে সকল লোকক বস্ত্ৰ-অলঙ্কাৰ-পুষ্প-চন্দনে পূজা কৰিলা। সেই দিনৰ পৰা ব্ৰজত পৰম সমৃদ্ধি মিলিল। হৰিৰ নিবাসে সৰ্ব্বগুণযুক্ত হুয়া লক্ষ্মীৰ-ক্ৰীড়া স্থান হৈল। ( শ্লোক ১৩—১৮ )

পাছে নন্দে গোপক গোকুল ৰক্ষাৰ্থে নিয়োজিয়া কংসৰ বৎসৰ কড়ি দিবাক

প্ৰতি মথুৰাক গৈলা। তথাই ৰাজাক কৰ দিয়া বাসা কৰি ৰহিলা। তাক জানি বসুদেৱো তথাক গৈলা। নন্দো বসুদেৱক দেখি সাদৰে উঠি আলিঙ্গি ধৰি সংকাৰ কৰিলা। বসুদেৱো মহাসুখে বসি কুশল পুছি বুলিবে লাগিলা: হে ভাই, তুমাৰ বৃদ্ধকালত পুত্ৰ হৈবাৰ শুনি আমাৰ বৰ আনন্দ হৈল। প্ৰিয় দৰশন পুনু পৰম দুৰ্ল্লভ। যাতো সুহৃদ-সৱ কৰ্ম্মসৱে একত্ৰে নাথাকে। ( শ্লোক ১৯—২৫ )

তুমি যি বৃহদ্বনত থাকা, সি গো-মনুষ্যক হিত হয় নহয়। আমাৰ পুত্ৰ কুশলে আছে। তুমাক যি পিতৃ বুলি মানে, যাতো তোৰা পুত্ৰৱতে স্নেহ কৰা, সুহৃদক উপকাৰ কৰিলেসে পুৰুষৰ পুৰুষাৰ্থ সাফল হয়। তাৰা দুঃখ পাইলে পুনু সৱে বিফল হৱে। এহি বুলি বসুদেৱে পুত্ৰ বিয়োগ দুঃখ কৰিলা। তাক নন্দে শান্ত কৰান্ত। অহো, দৈৱকীৰ পুত্ৰসৱ কংসে বধিল। যিবা কন্যাখানি অৱশেষ ৰহিল, সিয়ো স্বৰ্গক গৈল। এতেকে জানিবা পুৰুষৰ অদৃষ্টসে সৰ্ব্বকাৰণ। বসুদেৱে বোলন্ত: তোৰা ৰাজাৰ কৰ দিলা, আমাকো দেখিলা, আউৰ ইঠাইত বহুদিন নাথাকিবা। যাতো গোকুলত অনেক উৎপাত আছে। হেন শুনি গোপসৱে তান্ত অনুমতি লৈয়া শকটত চড়ি গোকুলক গৈল। ( শ্লোক ২৬—৩২ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে পঞ্চমোঽধ্যায়ঃ।
হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: যন্নিবাসেন সহসা ৱ্ৰজঃ সৰ্ব্বসমৃদ্ধিমান্।
তমহং পৰমানন্দং নন্দনন্দনমাশ্ৰয়ে॥

---

# ষষ্ঠ অধ্যায়

## পূতনা বধ

কথা ঃ ষষ্ঠ অধ্যায়ে পূতনা শোষণ কহিবা। শুকে কহন্ত ঃ পথত নন্দে বসুদেৱৰ বাক্য সত্য হেন জানি উৎপাত ভয়ে হৰিত শৰণ লৈলা। পূতনায়ো কংসৰ আদেশে শিশুসৱ বধি নগৰ-গ্ৰামত ভ্ৰমিবে লাগিল। যে ঠাই শ্ৰীকৃষ্ণৰ শ্ৰৱণ-কীৰ্ত্তনাদি ভক্তি নাথাকে, তথাতেসে ৰাক্ষসীসৱে প্ৰভাৱ কৰে। গোকুলত পুনু সাক্ষাতে ভগৱন্ত আছে; তাত কৈত ভয় শঙ্কা থাকে। এতেকে গোকুলক গৈয়া পূতনাসে মৰিল। আৱে তাক শুনা ঃ একদিনা পূতনা ৰাক্ষসী দিব্য নাৰীবেশ ধৰি গোকুলক গৈয়া, যাক দেখি গোপসৱ মোহ হৈল, গোপীসৱো লক্ষ্মী বুলি মানিল। এতেকে সৱাৰে অনিবাৰিত হুয়া নন্দৰ গৃহ পশিল। তথাই শিশুক বিচাৰিতে দুষ্টৰ অন্ত কৃষ্ণক দেখি সামান্য শিশু মানি কোলাত লৈয়া স্তন দিবে লাগিল। যশোদা-ৰোহিণী গৃহৰ মধ্যত দিব্য স্ত্ৰীক দেখি বিস্ময়ে ৰহিলা। ভগৱন্তো কেৱলে বিষয় অপেক্ষা মানি স্তনক দুই হাতে ধৰি প্ৰাণ সমে পান কৰিবে লাগিলা। (শ্লোক ১—১০)

তায়ো মহাপীড়া পাইয়া এৰ এৰ কৰি আৱাৱ কৰিল। যাৰ শব্দে ত্ৰৈলোক্য কম্পিল। দশোদিশে প্ৰতিধ্বনি গৈল। লোকসৱো বজ্ৰপাত শঙ্কাৱে পৃথিৱীত পৰিল। পূতনায়ো তনৰ পীড়াৱে নিজৰূপ ধৰি কেশ-পাদ-বাহু মেলি প্ৰাণ ছাড়ি ভেৰ প্ৰহৰৰ পৰ্ব্ব বুলি পৰিল। যাক দেখি

সৰ্ব্বলোকে ত্ৰাস হৈল। যাতো লাঙ্গলৰ ঈষ হেন দন্ত, পৰ্ব্বতৰ গহ্বৰ হেন নাক, গণ্ড শিলা হেন স্তন, অন্ধকূপ হেন চক্ষু, ৰাজআলি হেন ভুজ-উৰু-পাদ, শূন্য হ্ৰদ সম উদৰ। হেন দেহা দেখি গোপ-গোপীয়ো মহাভয় হৈল। যাতো আগে তাইৰ শব্দতে কৰ্ণ-মস্তক ভাঙ্গিছে। গোপীসৱে তাইৰ হৃদয়ত ছৱালক দেখি সত্বৰে নমাই আনি ৰক্ষা কৰিবে লাগিলা।

( শ্লোক ১১—১৮ )

প্ৰথমে গো-পুছ ফুৰাইল। গোমূত্ৰে ধুয়াইল। গোধূলি ঘষিল। গোময় লিপিল। প্ৰথম অনাচান্তে দ্বাদশ অঙ্গত দ্বাদশ নামে ৰক্ষা বান্ধিল। পাছে কিছু স্মৃতি পায়া আচন্ত হুয়া আপুনাৰ অঙ্গন্যাস কৰি বালকক ৰক্ষা কৰে। তুমাৰ চৰণক অজে ৰক্ষা কৰন্তোক, মণিমন্তে জানুক, যজ্ঞে উৰুক, অচ্যুতে কটিক, হয়গ্ৰীৱে উদৰক, কেশৱে হৃদয়ক, ঈশে বক্ষস্থলক, ইনে কণ্ঠক, বিষ্ণু ভুজক, উৰুক্ৰমে মুখক ঈশ্বৰে শিৰক, ৰক্ষা কৰন্তোক। হৰি চক্ৰ-গদা ধৰি তুমাৰ আগে-পাছে থাকন্তোক। মধুহা-অজনো ধনু-অসি ধৰি দুই পাশে ৰহন্তোক। শঙ্খ ধৰি উৰুগায়ে তুমাৰ চাৰিকোণ ৰাখন্তোক। উপৰত উপেন্দ্ৰে, পৃথিৱী তাৰ্ক্ষে, হলধৰে ৰক্ষা কৰন্তোক। ইন্দ্ৰিয়ক হৃষীকেশ, প্ৰাণক নাৰায়ণ, চিত্তক শ্বেতদ্বীপপতি, মনক যোগেশ্বৰ, বুদ্ধিক পৃশ্নিগৰ্ভ, অহঙ্কাৰক ভগৱন্তে ৰাখন্তোক। ক্ৰীড়াত গোবিন্দ, শয়নত মাধৱ, ফুৰন্তে বৈকুণ্ঠ, বসিতে লক্ষ্মীপতি, ভুঞ্জন্তে যজ্ঞভোক্তা ৰাখন্তোক। ভূত-প্ৰেত-পিশাচ-যক্ষ-ৰাক্ষস-উন্মাদ গ্ৰহাদিয়ো নাশ যাউক। যাতো বিষ্ণুনাম গ্ৰহণতে মহাভয় হৰে। ( শ্লোক ১৯ ২৯ )

এমনে গোপীসৱে কৃষ্ণক ৰক্ষা কৰিলা। যশোদায়ো স্তনপান কৰাই শয়ন কৰাইলা। তেৱে নন্দাদিয়ো মথুৰাৰ পৰা গোকুল পায়া পূতনাৰ দেহা দেখি মহা বিস্ময় হৈলা। বসুদেৱকো ঋষি বুলি মানিলা। যাতো তান বাক্যত প্ৰমাণ পায়া পূতনাৰ দেহাকো পাছে পৰশু কুঠাৰে খণ্ড খণ্ড কৰি দূৰক নিয়া কাষ্ঠে বেষ্টিত কৰি অগ্নি লগাইল। দগ্ধ দেহৰো মহা সুগন্ধ উঠিল। যাতো কৃষ্ণৰ স্তনপানে সৰ্ব্বপাপ গুচিল। বালকঘাতিনী পূতনা ৰাক্ষসী মৰিবাক ইছায়ে কৃষ্ণক বিষ-স্তন দিয়া যশোদাৰ গতি পাইলে। যি পুৰুষ শুদ্ধ ভক্তিয়ে কৃষ্ণক প্ৰিয়বস্তু দেই, সি যে পাইবেক তাক কি বুলিবো। ( শ্লোক ৩০—৩৬ )

এতেকে গোপীৰ মহিমা কি কহিবো। যাতো ব্ৰহ্মা গো-বৎস হৰিছে

ভগৱন্ত কৃষ্ণে এক বৎসৰ স্তন খাইলা। তাৰাৰো পুত্ৰবুদ্ধিয়ে সদায় স্নেহ কৰিল। এতেকে তাৰাৰ কদাচিতো সংসাৰ নঘটে। গোপসৱো ধূম্ৰৰ গন্ধ পায়া ইকি বুলি ব্ৰজক আসিল। তথায়ো গোপ-মুখে পূতনাৰ বধ শুনি শিশুৰো কুশল দেখি বিস্ময় হৈলা। নন্দো পুত্ৰক কোলে লৈয়া শিৰঘ্ৰাণ কৰি মহা আনন্দ পাইলা। এই পূতনাৰ কথা যি শ্ৰদ্ধায়ে শ্ৰৱণ কৰে, সি গোবিন্দৰ পৰম ভক্তি লভে। ( শ্লোক ৩৭ ৪৪ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ষষ্ঠোঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যঃ পূতনা-পয়ঃ পানাৎ প্ৰাণান্ হৃত্বা গতিন্দদৌ।
তমহং কৰুণাসিন্ধুং দীনবন্ধুমুপাশ্ৰয়ে॥

---

## সপ্তম অধ্যায়

### শকট-ভঞ্জন, তৃণাৱৰ্ত্ত বধ

কথা : সপ্তম অধ্যায়ে শকট-ভঞ্জন, তৃণাৱৰ্ত্ত বধ, বিশ্ব-দৰশন কহিবা। ৰাজা পুছন্ত : হে মহামুনি, ভগৱন্ত ঈশ্বৰে যি যি অৱতাৰে যি যি কৰ্ম্ম কৰন্ত, সিসৱে আমাৰ কৰ্ণ-মন আনন্দ কৰাৱে। তথাপি যাক শুনিতে বিষয়ত স্পৃহা ছুচে, চিত্তো শুদ্ধ হয়ে, হৰিতো ভক্তি বাঢ়ে, বৈষ্ণৱতো প্ৰীতি মিলে, হেন মনোহৰ কৃষ্ণৰ শিশুলীলা আমাত কহা। শুকে কহন্ত : কদাচিত জন্ম নক্ষত্ৰত অঙ্গ পৰিৱৰ্ত্তন কৌতুকত সকল গোপীসৱ মাতি নানা বাদ্য-গীত পৰম

উৎসৱে যশোদা কৃষ্ণৰ অভিষেক কৰাইলা। ব্ৰাহ্মণসৱো শিশুৰ স্বস্ত্যয়ন কৰিলা। তাবাকো অন্ন-বস্ত্ৰ-ধেনু দিয়া পুষ্প-চন্দনে পূজা কৰিলা। পাছে কৃষ্ণৰ চক্ষুত নিদ্ৰা দেখি যশোদা শকটৰ তলত শুৱাই থৈয়া লোক জনক সাদৰিবে লাগিল। তেখনে স্তনৰ অৰ্থে কৃষ্ণে কান্দিবে লাগিল। তাক যশোদা নুশুনিলা। এতেকে কোমল চৰণ লাগি শকট উলটি পৰিল। দধি-দুগ্ধাদিৰ কলসসৱো নষ্ট হৈল। চক্ৰাসনৰ জেঙ্খোলি ভাগিল।

( শ্লোক ১—৭ )

তাক গোপ-গোপী দেখি কেমনে শকট পৰিল মহা বিস্ময় হৈল। শিশুসৱে বোলে: কান্দিতে কৃষ্ণ-চৰণ আঘাতে উলটাই পেল্লাইলা। শিশুৰ বচন বুলি তাক কেয়ো নমানিল। যাতো কৃষ্ণৰ অপৰিমিত বলক নজানে।" যশোদায়ো পুত্ৰক কোলাত লৈয়া গ্ৰহক শঙ্কায়ে ব্ৰাহ্মণক মাতি স্বস্ত্যয়ন কৰি স্তনপান কৰাইলা। বলৱন্ত গোপসৱো পূৰ্ব্বৱতে শকট স্থাপিল। বিপ্ৰসৱো যজ্ঞ-হোম কৰি কুশ-তুলসী-জলে শিশুক শান্তি কৰাইল। নন্দো বিপ্ৰক ভোজন কৰাই পুত্ৰ কুশলাৰ্থে অনেক গো দান দিলা। তাবাসৱো সত্য আশীৰ্ব্বাদ দিলা। ( শ্লোক ৮—১৭ )

আবো একদিনা যশোদা পুত্ৰক কোলাত লৈয়া লালনা কৰি পৰ্ব্বত সম শিশুক গৰিষ্ঠ জানি সহিতে নপাৰি ভূমিত থৈয়া মহা বিস্ময়ে হৰিক চিন্তিলা। সেইবেলা তৃণাৱৰ্ত্ত দৈত্যে বামাগুলি ৰূপে গোকুলক ধূলায়ে ঢাকিয়া কৃষ্ণক হৰিলা। যশোদায়ো পুত্ৰক নপাইয়া অনেক বিলাপ কৰিলা। পাছে উপৰাম হৈলে গোপীসৱো তান বিলাপ শুনি সম্বৰে আসিয়া কৃষ্ণক নেদেখি অনেক কান্দিলা। ( শ্লোক ১৮—২৫ )

তৃণাৱৰ্ত্তো কৃষ্ণক নেন্তে বেগ থিৰ হৈল। কথঞ্চিত হুৱালে গলত ধৰিছে, এতেকে নিচেষ্ট হুয়া চক্ষু থিৰ কৰি মাতিবেক নপাৰি ব্ৰজৰ মধ্যত প্ৰাণ ছাড়িল। শিলাত পৰি সকলো অঙ্গ ভাগিল। গোপীসৱো বিলাপ কৰিতে অসুৰৰ হৃদয়ত কৃষ্ণক দেখি সত্বৰে আনিয়া যশোদাক দিলা। নন্দ-যশোদায়ো পুত্ৰ পায়া পৰমানন্দ লভিলা। গোপ-গোপীসৱো আনন্দিত হুয়া বুলিবে লাগিলা। ( শ্লোক ২৬—৩০ )

অহো কি অদ্ভুত। ই বালক মৰিও পুনৰপি আসিল। যাতো হিংসক-সৱে আপুনাৰ পাপে আপুনি নষ্ট হৱে। সাধুসৱ সমভাৱে ৰক্ষা পৱে। আমবা কিছু কৰ্ম্ম কৰি হৰিক পুঁচিছোঁ। যাতো কৃষ্ণক বাঘকো আমাক ৰাখিব

কৰাই পুনু আসিল। এমনে নন্দে ব্ৰজত বহুত অদ্ভুত দেখি বিস্ময় হয়া পুনু বসুদেৱৰ বাক্যক সত্য কৰি মানিলা। আৰো একদিন যশোদা কৃষ্ণক কোলাত লৈয়া স্তনপান কৰাইলা। পৰম স্নেহত মনোহৰ মুখক চুম্বন কৰিতে লাগিলা। সেইবেলা কৃষ্ণে হামি তুলিলা। তেখনে যশোদা কৃষ্ণৰ মুখত জগত দেখিলা। স্বৰ্গ পৃথিবী আকাশ চন্দ্ৰ সূৰ্য্য অগ্নি বায়ু জ্যোতিচক্ৰ দ্বীপ ৰবিষ পৰ্ব্বত সাগৰ বন নদী স্থাৱৰ জঙ্গম সকল প্ৰাণীসৱ যাত আছে, এমনে কৃষ্ণৰ মুখতে সকল ভুৱন দেখি মহাবিস্ময়ে কম্পমান হয়া দুইয়ো চক্ষু মুদিলা। ( শ্লোক ৩১—৩৭ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে সপ্তমোঽধ্যায়ঃ।

আক জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : শকটোচ্চাটনকক্ৰে বাত-দানৱঘাতনং।
বিশ্বসন্দৰ্শনং যেন কৃতং তমহমাশ্ৰয়ে॥

---

# অষ্টম অধ্যায়

## কৃষ্ণৰ বাল্যলীলা

কথা : অষ্টম অধ্যায়ে নামকৰণ, বালক লীলা, মৃত্তিকা ভোজন, ভুৱন দৰশন নিৰূপিবা। শুকে কহন্ত : একদিনা বসুদেৱে গৰ্গ পুৰোহিতক ব্ৰজক পঠাইলা। নন্দো গৰ্গক দেখি পৰম সন্তোষে উঠিয়া আসন দিয়া প্ৰণাম কৰি ঈশ্বৰৰ বুদ্ধিয়ে অৰ্চ্চা কৰি বুলিবে লাগিলা। হে মহাঋষি, তুমি পূৰ্ণ, আমি কি কাৰ্য্য কৰিম। যদি বোলা আমি পূৰ্ণ হৈলে ধনীৰ দুহক কিসক আনিম, জাত গণা। সজ্জনসৱে গৃহস্থৰ কুশলাৰ্থেসে আমাৰ গৃহক

যায়। আপুনাৰ পুত্ৰ কিছো কাৰ্য্য নাই। তুমি পৰম বেদজ্ঞ ; জ্যোতিষকো জানা ; এতেকে দুই ছৱালৰ সংস্কাৰ কৰা। যাতো ব্ৰাহ্মণ মাত্ৰে আমাৰ গুৰু। ( শ্লোক ১—৬ )

গৰ্গে বোলন্ত : মঞি যদুবংশৰ পুৰোহিত। এঠাই আসিবাবো সৱ লোকে জানে। এতেকে তুমাৰ পুত্ৰক মঞি সংস্কাৰ কৰাইলে পাপী কংসে তুমাৰ বসুদেৱৰ সখিত্ব জানি দৈৱকীৰ পুত্ৰ মানি যদি আসি বধে, তেৱে আমাৰ বৰ অন্যায় হয়। নন্দে বোলন্ত : তেৱে ৰহস্য স্থানত অলক্ষিত হুয়া স্বস্তি-বাচন কৰি সংস্কাৰ মাত্ৰ কৰাৱা। ( শ্লোক ৭—১০ )

হেন শুনি গৰ্গে গূঢ় হৈয়া নানা কৰ্ম্ম মাত্ৰ কৰন্ত। এই ৰোহিণীপুত্ৰে গুণে সুহৃদ কৰাইব। এতেকে আহ্ম ৰাম সবেয়ো বুলিব। বলাধিক্য পদে বলভদ্ৰ বুলিব। যদুবংশক একমতি কৰিবা পদে সঙ্কৰিষণ নামো হৈব। এই তুমাৰ পুত্ৰৰ সত্য-ত্ৰেতা-দ্বাপৰত শুক্ল-ৰক্ত-পীত বৰ্ণ আছিল। ইদানিক কৃষ্ণ-বৰ্ণ হৈলা ; এতেকে কৃষ্ণ নামো থাকক। পূৰ্ব্বত বসুদেৱৰ পুত্ৰ আছিলা পদে বাসুদেৱ নাম হৈব। আবো আন গুণ-কৰ্ম্মৰ অনুসাৰে অনেক নাম ৰূপ আছে। তাক কেয়ো নজানি। এঞু গোকুলৰ আনন্দ কৰাই তোঠৈৰ অনেক কুশল কৰিবা। এঞুৰ প্ৰসাদে তোৰাও অনায়াসে আপদ তৰিবা। পূৰ্ব্বত সাধুসৱো আন প্ৰসাদেসে দস্যুগণ জিনিছে। আস্ত যিজনে প্ৰীতি কৰে তাক কেয়ো পৰাভৱ কৰিতে নপাৰে। এতেকে আহ্ম গুণ-কীৰ্ত্তি প্ৰভাৱে নাৰায়ণ সম জানি প্ৰতিপাল কৰা। ( শ্লোক ১১—১৯ )

এই বুলি গৰ্গে গৃহক গৈলা। নন্দো মহাহৰিষ হুয়া আপুনাক কৃতাৰ্থ মানিলা। পাছে অল্পকালতে ৰাম-কৃষ্ণ আঠু কাঢ়ি ফুৰিবে লাগিলা। কিঙ্কিণীৰ শব্দ শুনি পৰম আনন্দে কৰ্দ্দমত ভ্ৰমিলা। লোকৰ লগতে খানিক চলি যায়া পাছে ভয় হুয়া মাতৃৰ সমীপ আসিলা। দুয়ো পুত্ৰক স্নেহে কোলা লৈয়া স্তন দিয়া মুখ চায়া হৰিষ লভিলা। যেখনে দুয়ো ভাই-বৎসৰ পুচ্ছত ধৰিয়া নেৰন্ত, বৎসো ইভিতি সিভিতি টানি নেই, তাক দেখি গোপীসৱে গৃহকৰ্ম্ম এৰি মহা হৰিষ লভে। যেখনে ক্ৰীড়াপৰ হুয়া গো-মহিষৰ সমীপ চাপন্ত, সৰ্পকো ধৰন্ত, জলতো নামন্ত, পক্ষীকো চোৱন্ত, কণ্টকতো হাঠন্ত, তাক দুয়ো মাতৃ নিষেধিবে নপাৰন্ত। গৃহকৰ্ম্মকো নপাৰন্ত। কেৱলে মন দুঃখ লভন্ত। ( শ্লোক ২০—২৫ )

পাছে অল্পদিনত দুয়ো ভাই জানু এৰি পায়ে ফুৰিবে ধৰিলা। সমান

বয়সি শিশুগণ সমে ক্রীড়া কৰি ব্ৰজবাসীৰ প্ৰীতি দিলা। গোপীসৱো কৃষ্ণৰ চঞ্চল ভাৱ দেখি সৱে একত্ৰ হুয়া যশোদাৰ আগত কহিবে লাগিলা: হে মাতৃ, তুমাৰ পুত্ৰে আমাৰ যি যি অপকাৰ কৰে, তাক শুনা। সময় বিনেয়ো দামুৰি মেলে, ক্ৰোধ কৰিলেয়ো হাসিয়া থাকে, চুৰি কৰিয়ো দধি-দুধ খায়, খাইবাক নুয়াৰিলে বানৰক দেই, বানৰে নখাইলে ভাণ্ডক ভাঙে, দ্ৰব্যক নপাইলে ছয়ালক কন্দুৱাই যাই, চত্বাৰ বস্তুকো পীঠ উকখল জুৰি নমাৱে, তাতো লাগ নপাইলে কলস ফুটায়ে, মধ্যৰ বস্তুকো আপুনি আনে, আন্ধাৰ গৃহতো শৰীৰে পসৰায়ে। আমি গৃহস্ত নাথাকিলে এতেক অপকাৰ কৰে। চোৰ বুলিলেয়ো উলটি চান্দে। উত্তম গৃহতো পূৰীষ এৰে। (শ্লোক ২৬—৩০)

এখন তুমাৰ কোলাত সুৱলিত হেন আছে। এমনে গোপীসৱে কৃষ্ণৰ মুখ চায়া এতেক কথা কহিলে যশোদা হাস্য কৰি কৃষ্ণক উপালম্ভ কৰিতে ইছা নকৰিলা। কদাচিতসে কৰিলা। তাতে মহা আশ্চৰ্য্য হৈল। তাৰ প্ৰসঙ্গ শুনা। একদিনা গোপবালক সমে ক্ৰীড়া কৰিতে কৃষ্ণে মৃত্তিকা ভোজন কৰিলা। তাক দেখি সকল ছৱালে যশোদাত কহিলা। তেঞোঁ কৃষ্ণৰ হাতত ধৰি পুছন্ত: হে মহাচঞ্চল, কিসক মাটি খালি। ৰামাদি সকল ছৱালে কহে। কৃষ্ণে বোলন্ত: মঞি আজি মাটি নাখাওঁ; সৱে মিছা কহে। যদি তাবাৰ বাক্য সত্য হয়ে তেৱে মোৰ মুখ চাৱা।

(শ্লোক ৩২—৩৫)

যশোদা বোলন্ত: তেৱে দেখো, মুখ মেল। হেন শুনি অখণ্ড সূৰ্য্য কৃষ্ণে মুখ মেলিলা। তাতো যশোদা সকলো জগত দেখিলা। গোকুল সমে আপুনাক দেখি মহাবিস্ময় হৈলা। পাছে মনে বিচাৰি কৃষ্ণৰ মহিমা জানি তাস্ত শৰণ লৈলা। (শ্লোক ৩৬— ২)

কৃষ্ণে যশোদাক জানিবাৰ জানি বৈষ্ণৱী মায়া প্ৰৱল কৰিলা। যাত হন্তে যশোদা স্মৃতিহৃত হুয়া পৰম স্নেহে কৃষ্ণক কোলা লৈয়া, যাৰ মহিমাক বেদে-উপনিষদে-সাঙ্খ্যযোগে কহে, ভক্তসৱো ভগৱন্ত বোলে, হেন ঈশ্বৰক যশোদা পুত্ৰ বুলি মানিলা। ৰাজা পুছন্ত: হে শুক, নন্দ-যশোদা কি পুণ্য কৰিছে, যাতো কবিসৱে ইদানিকো গায়ে, লোকৰো মন হৰে।

(শ্লোক ৪৩—৪৭)

শুকে কহন্ত: দ্ৰোণ নাম বসু ধৰা ভাৰ্য্যা সমে ব্ৰহ্মাৰ আজ্ঞা পায়া প্ৰাৰ্থনা কৰিলা। হে ব্ৰহ্মা, আমি গোৱাল হৈলে কৃষ্ণত ভকতি হৌক।

বাক্য পায়া লোকে তুক্তৰ সংসাৰ তৰে। ব্ৰহ্মায়ো তাক ভাল বুজিলা। সেই দ্ৰোণে নন্দ হৈলা। ধৰা আসি যশোদা হৈলা। কৃষ্ণো ব্ৰহ্মাৰ বাক্যক সত্য কৰিতে ৰামক সমে ব্ৰজত নিবাস কৰি তাৰাৰ প্ৰীতি দিলা। এতেকে ভগৱন্তৰ প্ৰভাৱে গোপ-গোপীৰো কৃষ্ণত ভকতি আছে। যশোদা-নন্দৰো অত্যন্ত ভকতি হৈলা। (শ্লোক ৪৮—৫২)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে অষ্টমোঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোকঃ যো বাললীলয়া নিত্যং গোপ-গোপীমুদন্দদৌ।
নমামি তমহং কৃষ্ণং গোষ্ঠেষ্টফলদায়িনম্॥

——

## নৱম অধ্যায়

### কৃষ্ণৰ বন্ধন

কথাঃ নৱম অধ্যায়ে ভাণ্ড ভাজিলে কৃষ্ণক যশোদা বান্ধিবা। শুকে কহন্তঃ একদিনা যশোদা দাসীসৱক নানা কৰ্ম্মত নিয়োজি আপুনি পুত্ৰৰ চৰিত্ৰ গায়া দধি মথিবে লাগিলা। সেইবেলা কৃষ্ণে স্তনক ইছাই আসি মন্থন দণ্ডতে ধৰি মথিবে নেদিলা। যশোদায়ো পুত্ৰক কোলা লৈয়া সুন্দৰ মুখ নিৰেখি স্তনপান কৰাইলা। এতেকতে আথাতে দুধ উতলিবাৰ দেখি কৃষ্ণক থৈয়া সত্বৰে গৈলা। কৃষ্ণো স্তন পিয়ে নপাই ক্ৰোধে দন্ত কামুৰি পটা-গো হানি দধিৰ হাণ্ডি ভাজিলা। অভ্যন্তৰ পশিয়ো নৱনীত খাইলা।

(শ্লোক ১—৬)

যশোদায়ো দুগ্ধ নমাই মথিবাৰ স্থান আসি হাণ্ডি ভগ্ন দেখি পুত্ৰৰ কৰ্ম্ম জানি সি ঠাই তাঙ্ক নেদেখি হাস্য কৰিলা। পাছে উকখলৰ উপৰত বসি বানৰক নৱনীত দিবাৰ শুনি ধীৰে ধীৰে গৈলা। কৃষ্ণো হাতত বাৰিসমে মাতৃক দেখি সত্বৰে উৰলৰ নামি ভয়ে লৰ দিলা। যশোদায়ো পাছে পাছে খেদিলা। যাক যোগীসৱে মনে লাগ নপায়ে, হেন কৃষ্ণক কেমনে লাগ পাইবা। পাছে মহাশ্ৰান্ত হুয়া বেগে গৈয়া ধৰিলা। ভগৱন্তো মাতৃক ভয়ে কান্দিবে লাগিলা। (শ্লোক ৭—১১)

পাছে যশোদা পুত্ৰৰ ভয় দেখি হাতৰ বাৰি এৰিলা। কিন্তু বান্ধিবে ইচ্ছা কৰিলা। যাৰ বাইৰ-ভিতৰ, পূৰ্ব্বাপৰ নাই, হেন সৰ্ব্বৰূপ ভগৱন্তক পুত্ৰ মানি যশোদা বান্ধিবে লাগিলা। দেখন্ত জৰি দুই অঙ্গুলে নাটে। পুনু আনি জৰি জোৰা দিলা; সিয়ো দুই অঙ্গুল নাটিল। পুনু আউৰ গাছ জোৰা দিলা; সিয়ো দুই আঙ্গুল নাটিল। এমনে যতেক গৃহৰ জৰি পাইলা সবাকো জোৰা দিলা। সৱে দুই অঙ্গুলি কৰি নাটিল। হেন দেখি সকল গোপী হাস্য কৰিলা। যশোদায়ো বিস্ময় হৈলা। (শ্লোক ১২—১৭)

পাছে কৃষ্ণ মাতৃৰ শ্ৰম দেখি কৃপায়ে আপুনি বন্ধন লৈলা। এমনে স্বতন্ত্ৰ কৃষ্ণে আপুনাৰ ভক্ত বশ্যতা দেখাইলা। এতেকে জানিবা যশোদা শ্ৰীকৃষ্ণত যি প্ৰসাদ পাইলা, আক ব্ৰহ্মা মহেশ লক্ষ্মীয়ো নতো পান্ত। ভগৱন্ত কৃষ্ণো ভক্তিমন্তৰ যেমনে সুখে লভ্য হন্ত, জ্ঞানী কৰ্ম্মীৰ তেমত নহন্ত। পাছে যশোদা গৃহকৰ্ম্মত ব্যাগ্ৰ হৈলা; শ্ৰীকৃষ্ণে যমলাৰ্জ্জুন দেখিলা; যাতো দুয়ো কুবেৰৰ পুত্ৰ নাৰদৰ শাপে বৃক্ষ হুয়াছে। (শ্লোক ১৮—২৩)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে নৱমোঽধ্যায়ঃ।

আক জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যো ভক্তবশ্যতাং গত্বা বন্ধনঞ্চাপি জগ্মিবান্।
তমহং কৰুণাপূৰ্ণং পূৰ্ণানন্দং ভজে হৰিম্॥

---

# দশম অধ্যায়

## অর্জ্জুন ভঞ্জন

কথা : দশম অধ্যায়ে অর্জ্জুন ভঞ্জন কহিবা। ৰাজা পুছন্ত : হে শুক, দুইৰো শাপৰ কাৰণ কহা, যাত হন্তে মহাভাগৱত নাৰদৰ কোপ হৈল। শুকে কহন্ত : কুবেৰৰ তনয় নলকুবেৰ-মণিগ্ৰীৱে ৰুদ্ৰৰ অনুচৰ হুয়া মহামদে মদ্যপান কৰি কৈলাসৰ উপবনত পশি স্ত্ৰীগণ সমে গঙ্গাজলত নামি বিবস্ত্ৰে জলক্ৰীড়া কৰিল। সেইবেলা দুইকো নাৰদে দেখি মত্ত বুলি জানিলা। যাতো তাঙ্ক দেখি স্ত্ৰীসৱে শাপ শঙ্কায়ে সত্বৰে বস্ত্ৰ পিন্ধিল। 'তাৰা দুয়ো' শ্ৰীমদে অন্ধ হুয়া সেইমতে ৰহিল। ( শ্লোক ১—৬ )

দুইকো অনুগ্ৰহাৰ্থে শাপ দিবাক লাগি নাৰদে বুলিলা : পুৰুষৰ শ্ৰীমদে যেমনে বুদ্ধিভ্ৰংশ কৰে আন মদে তেমনে কৰিতে নাপাৰে। যাতো শ্ৰী হৈলে স্ত্ৰী-মদ্য-দ্যূতক ইছা কৰে। নিৰ্দ্দয় হুয়া পশুহিংসা কৰে। নশ্বৰ দেহাকো অজৰামৰ মানে। যি দেহ মৰি কৃমি-ভস্ম-বিষ্ঠা হয়ে, তাৰ অৰ্থে যি ভূতদ্ৰোহ কৰে সি কি আপুনাৰ কুশল জানে। ( শ্লোক ৭—১২ )

এতেকে শ্ৰীমদ জন দৰিদ্ৰ হৈলেসে ভাল হয়। যাতো আপুনাৰ দুঃখে পৰৰ দুঃখ দেখি কাকো হিংসা নকৰে। তেৱে অতি দুঃখ পায়া সাধুসঙ্গ লভে। তেৱে মহন্তৰ প্ৰসাদে শুদ্ধ হয়। এতেকে আৰা দুই দেৱৰ বৎসৰে শতেক বৎসৰ বৃক্ষ হুয়া থাকোক। পাছে মোৰ প্ৰসাদে কৃষ্ণক লগ পায়া শাপ এৰাই হৰিত ভক্ত হুয়া স্বৰ্গক পাইব। ( শ্লোক ১৩—২২ )

এই বুলি নাৰদ নাৰায়ণ আশ্ৰমক গৈল। নলকুবেৰ-মণিগ্ৰীৱো যমলাৰ্জ্জুন হৈলা। এতেকেসে ভগৱন্ত কৃষ্ণে নাৰদৰ বাক্য সত্য কৰিবাক প্ৰতি উকল ঘষায়া ধীৰে ধীৰে গৈয়া দুই অৰ্জ্জুনৰ মধ্য পশিলা। কৃষ্ণৰ প্ৰৱেশে উৰলো পথালি হৈল। পাছে ভগৱন্তে বল দিলে দুয়ো গাছ কম্পমান হুয়া চণ্ড শব্দ কৰি উভাৰি পড়িল। ( শ্লোক ২৩—২৭ )

তাৰ পৰা দশোদিশ প্ৰকাশ কৰি দিব্যৰূপ ধৰি দুয়ো দেৱ উঠি শিৰে কৃষ্ণক প্ৰণাম কৰি অঞ্জলি ধৰি বুলিবে লাগিল: হে কৃষ্ণ, মহাযোগী, মহাপুৰুষ, প্ৰকৃতিত পৰ, তুমাক প্ৰণাম কৰোঁ। হে ভগৱন্ত, বাসুদেৱ, পৰমেশ্বৰ, আমাৰ পূৰ্ব্বস্বভাৱ নহোক। কিন্তু বাক্যে তুমাৰ গুণ বৰ্ণাউক, কৰ্ণে কথা শুনোক, হস্তেয়ো তুমাৰ কৰ্ম্ম কৰোক, মনেয়ো তুমাৰ চৰণ স্মৰোক, শিৰো তুমাক প্ৰণাম কৰোক, চক্ষুয়ো তুমাৰ মূৰ্ত্তিমন্তক দেখোক। নাৰদৰ প্ৰসাদেসে আমি তুমাক দেখিলোঁ। আৰু অনুজ্ঞা দিয়োক স্থানক যাঞ্। হেন স্তুতি শুনি ভগৱন্তো বোলন্ত: নাৰদৰ কৃপায়ে তোৰাৰ শ্ৰীমদ নাশ কৰিলা; আক মই আগে জানিছো। যাতো মোৰ ভক্তৰ দৰশন মাত্ৰে পুৰুষৰ সংসাৰ মাত্ৰ গুচে; এতেকে তোৰাৰ বাঞ্ছিত সিদ্ধি হৌক। মোৰ ভক্ত হুয়া স্থানক চলা। হেন শুনি দুয়ো কৃষ্ণক প্ৰদক্ষিণে প্ৰণাম কৰি উত্তৰ দিশ গৈলা।

( শ্লোক ২৮—৪৩ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে দশমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: ৰে ৰে কৰ্ণ শৃণুষ্ব কৃষ্ণচৰিতং ৰে বক্ত্ৰ কৃষ্ণং বদ।
ৰে নাসে হৰিপাদলগ্ন তুলসীগন্ধং মুদা স্বাদয় ॥
ৰে চিত্ত স্মৰ কৃষ্ণ-পাদযুগলং ৰে পাদ সত্ৰং ব্ৰজ।
ৰে হস্তৌ কুৰুতাং ক্ৰিয়া ভগৱতো ৰে দেহ কৃষ্ণং ভজ ॥

---

# একাদশ অধ্যায়

## বৎস-বক বধ

কথা : একাদশ অধ্যায়ে কৌমাৰ লীলা : বৎস-বক বধ কহিবা। শুকে কহন্ত : পাছে নন্দাদি গোপসৱে বৃক্ষপতনৰ মহাশব্দ শুনি নির্ঘাত শঙ্কায়ে সেই ঠাই আসি কৃষ্ণক উৰুখলে টানিবাক দেখি কেমনে বৃক্ষ পৰিল বুলি বিস্ময় হৈল। ছৱালসৱে কহিল : এই কৃষ্ণে উৰুখল টানিতে দুয়ো বৃক্ষ উভাৰি পৰিল। তাৰ পৰা দুই দিব্য পুৰুষ যাইবাৰো দেখিলো। তাক তাৰা ছৱালৰ কথা বুলি নধৰিল। (শ্লোক ১—৫)

পাছে নন্দে পুত্ৰক উৰুখলত বন্ধ দেখি হাস্য কৰি বন্ধন মেলিলা। ভগৱন্তো আপুনাক লোকে জানিবে ভয়ে অত্যন্ত বালক লীলা কৰিলা। আৱে তাক শুনা। যেখন গোপীসৱে চাপৰি বায়া নাচিবে বোলে তেখন ভগৱন্ত নাচন্ত। তাৰাৰ বুশ্য হুয়া গীতো গাৱন্ত, যুদ্ধো কৰন্ত, আজ্ঞা কৰিলে পীঠ পাহুকো ধৰন্ত। পাছে আনিবে যুৱাৰন্ত। এমনে ভগৱন্ত কৃষ্ণে আপুনাৰ ভক্তবশ্যতা দেখাই বালক-লীলায়ে ব্ৰজৰ প্ৰীতি দিলা। আৰো একদিনা কুনে ফল কিনিবি বুলি পসাৰী ডাকিল। তাক শুনি কৃষ্ণে ধান্য লৈয়া সৰবে গৈলা। পসাৰীয়ো ধান্য গুচাই দুয়ো হস্ত ভৰি ফল দিলা। এতেকে ভগৱন্তে পঞ্চৰত্নে তাইৰ পাচি পূৰিলা। (শ্লোক ৬—১১)

আৰো একদিনা ৰামো-কৃষ্ণো শিশুগণ সমে নদীৰ তীৰত অনেক বেলি ক্ৰীড়া কৰিলা। ৰোহিণী গৈয়া ভোজনৰ অৰ্থে দুইকো মাতিলা।

পাছে ৰোহিণী যশোদাক পঠাই দিলা। যশোদায়ো পুত্ৰস্নেহে মাতিবে লাগিল। হে কৃষ্ণ, কমললোচন, বাপু আস, স্তন পান কৰা। ক্ষুধায়ে শ্ৰান্ত হৈলা, এখন ক্ৰীড়া এৰি ভোজন কৰা। হে কুলনন্দন ৰাম, সত্বৰে দুয়ো ভাই আসা। যাতো প্ৰভাতে ভোজন কৰিছা, ক্ষুধায়ে দুঃখ পাইৰা। নন্দো ভোজন কৰিতে তুমাক অপেক্ষা কৰি আছন্ত। এতেকে আসিয়া আমাক প্ৰীতি কৰা। ছৱালসৱো গৃহক যাউক। দেখ, ছৱালসৱো স্নান-ভোজন কৰি অলঙ্কৃত হুয়া বিহাৰ কৰে। তঞো আসি স্নান কৰা। আৰো জন্মনক্ষত্ৰ হুয়া আছে, গোদান কৰ। পাছে ভোজন কৰি অলঙ্কাৰ পিন্ধি যথাসুখে ক্ৰীড়া কৰ। এমনে যশোদা সৰ্ব্বেশ্বৰ ভগৱন্তক পুত্ৰ মানি পৰম স্নেহে দুয়ো ভাইৰ হস্তত ধৰিয়া গৃহক নিয়া স্নান-ভোজন কৰাইলা।

( শ্লোক ১২—২০ )

পাছে গোপবৃদ্ধসৱে বৃহত বনত উৎপাত দেখি সৱে একত্ৰ হুয়া গোকুলৰ হিত চিন্তিবে লাগিল। তাতে বয়োবৃদ্ধ জ্ঞানাধিক উপানন্দ নাম গোপে বুলিলা : হে গোপসৱ, আসা আমি এঠাইৰ উঠো। যাতো আত ব্ৰজনাশক অনেক উৎপাত উঠে। দেখ, হৰিৰ কৃপায়েসে পূতনাৰ হাতন্ত ই ছৱাল এৰাইল, শকটো উপৰত নপৰিল, চক্ৰবাতৰো হাতত এৰাইল, অৰ্জ্জুন মাজতো নমৰিল, এতেকে জানিবা এভেক আপদত অচ্যুতেসে ৰাখিল। যাৱে উৎপাত অৰিষ্ট ব্ৰজক অভিভৱ নকৰে, তাৱে ছৱালসৱ লৈয়া শীঘ্ৰে সৰ্ব্বসম্পন্ন বৃন্দাবনক যাই। যদি আক তোৰা ভাল দেখা তেৱে চলা আজি। ( শ্লোক ২১—২৯ )

হেন শুনি সকল গোপে সাধু সাধু বুলি একমতি কৰিল। তেখনে শকটত সৰ্ব্বস্ব সমে বৃদ্ধ কুলস্ত্ৰীকো তুলি গোধন আগ কৰি শিঙ্গা শব্দ কৰি ধনু-শৰ ধৰি লৰি গৈল। গোপীসৱো শকটত চড়ি কৃষ্ণলীলা গায়া আনন্দে লৰিল। যশোদা-ৰোহিণীয়ো কৃষ্ণ-ৰাম সমে একে শকটত উঠি কৃষ্ণগীত শুনি উৎসুকে গৈলা। পাছে গোপীসৱ বৃন্দাবন পায়া শকটে অৰ্দ্ধচন্দ্ৰ আকাৰ কৰি নিবাস কৰিল। ৰাম-কৃষ্ণো বৃন্দাবন, গোবৰ্দ্ধন, যমুনা পুলিন দেখি মহাপ্ৰীতি পাইলা। ( শ্লোক ৩০—৩৬ )

এমনে দুয়ো ভাই বাললীলা কৰি ব্ৰজৰ প্ৰীতি কৰিতে বৎসপালক হৈলা। ব্ৰজৰ সমীপন্তে ছৱালগণ সমে বৎস চাৰিলা। অনেক ক্ৰীড়ায়ো কৰিলা। কুনো বেলা বেণু বাইলা। কুনো বেলা বিল্ব-আমলকী ফলে দলিযুদ্ধ

খেলিলা। কুনো বেলা বৃষাকাৰ হুয়া তেমনে শব্দ কৰিলা। যুদ্ধো কৰিলা। পশু-পক্ষীৰো নাদ কৰিলা। এমনে সামান্য হেন ফুৰিলা। একদিনা যমুনাৰ তীৰত গুৱালগণ সমে বৎস চাৰিতে ৰাম-কৃষ্ণক মাৰিবে ইছাই বৎসৰূপ ধৰি বৎসাসুৰ আসি বৎসৰ মধ্যত পশিল। তাক কৃষ্ণে দেখি বলভদ্রক দেখাইতে নজানা হেন তাৰা সমীপক গৈলা। নাঙ্গল সমে পাছ দুই চৰণত ধৰি আলগতে ফুৰায়া কপিথক লাগিয়া ক্ষেপিয়া পঠাইলা। সিয়ো মৰা দেহ কপিথক ভাঙ্গি পৃথিবীত পৰিল। ( শ্লোক ৩৭—৪৩ )

তাক দেখি বালকসৱ সাধু সাধু বুলি প্রশংসা কৰিলা। দেৱগণো পৰম সন্তোষে পুষ্পবৃষ্টি কৰি জয় কৃষ্ণ বুলিল। এমনে সৰ্ব্ব লোকপালক ভগৱন্তো বৎসপাল হুয়া গোবৎস চাৰিলা। পাছে বৎসক জলপান কৰাইতে গোপ-শিশু সঙ্গে যমুনাক গৈলা। তথাই বৎসক জলপান কৰাই আপুনিয়ো কৰিলা। তাতে মহা ভয়ঙ্কৰ বক এক দেখি শিশুসৱো মহাত্রাস হৈলা। সিয়ো শীঘ্রে আসি কৃষ্ণক গিলিলা। হেন দেখি বালকসৱে মৰা হেন হৈল। কৃষ্ণো তাৰ তালুক অগ্নি হেন দহিবে লাগিল। এতেকে সেচা দিয়া পেলাই ঠোঠে হানি মাৰিবে আসিল। তেখনে ভগৱন্তো দুই ঠোঠত ধৰি বিৰিণা হেন ছিৰি পেলাইলা। হেন দেখি গোপসৱ বিস্ময় হৈল। দেৱগণো পুষ্পবৃষ্টি কৰি গীত-নৃত্য-বাদ্যে স্তুতি-নতি আচৰিলা।

( শ্লোক ৪৬ ৫২ )

বালকসৱো কৃষ্ণক আলিঙ্গি পৰম আনন্দ পায়া বৎসগণ লৈয়া ব্রজক আসিয়া সেই কথা কহিলা। হেন শুনি গোপ-গোপীসৱ মহা বিস্ময় হুয়া পৰম উৎসুকে কৃষ্ণক চায়া তৃপিতি হুয়া বুলিবে লাগিল: অহো কি আশ্চৰ্য্য! ই ছুৱালৰ অনেক মৃত্যু হেতু হৈল। তথাপি তাৰাৰেসে অকুশল হুয়। যাতো পূৰ্ব্বত তাৰা পৰম অপকাৰ কৰিছে। এও বধিবে ইছাই আসিয়া পতঙ্গ হেন নাশ হৱে। এমনে গোপসৱে কৃষ্ণকথা কহি সংসাৰৰ দুঃখ নজানিল। ( শ্লোক ৫৩—৫৯ )

শ্রীভাগৱতকথায়াং দশমস্কন্ধে একাদশোঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: লীলয়া নিহতৌ যেন ক্রূৰৌ বৎস-বকাসুৰৌ।

তং গোপবালকং কৃষ্ণমিষ্টলোকহিতং ভজে ॥

# দ্বাদশ অধ্যায়

## অঘাসুৰ বধ

কথা : দ্বাদশ অধ্যায়ে অঘাসুৰ বধ কহিবা। শুকে কহন্ত : একদিনা ভগৱন্ত কৃষ্ণে বনত ভোজন কৰিবেক ইছাই প্ৰভাতে উঠি শিঙ্গা শব্দে ছৱালসৱক বুজাই বৎসসৱ আগ কৰি লৰি গৈলা। ছৱালসৱো শিকিয়াত অন্ন লৈয়া বৎসক আগ কৰি গৈলা। বনত বৎস চাৰিতে নানা ক্ৰীড়া কৰিলা। নানা অলঙ্কাৰে মণ্ডিত হুয়া ফল-পত্ৰ-পুষ্প-ময়ূৰপুচ্ছে আপুনাক ভূষিত কৰিল। আনো আনৰ শিকিয়া চুৰি কৰিলা। জানিলে দূৰ মেলি হানিল। তাৰ পৰায়ো দূৰক খেপিল। পুনু হাসিয়া তাকে দিল। ( শ্লোক ১—৫ )

কৃতু বেলা বনশোভা চাইতে কৃষ্ণ দূৰ গৈলে তাহাঙ্ক পৰশিয়ো আনন্দ লভিল। কৃতু বেলা শিঙা-বেণু বাদ্য কৰে। ভ্ৰমৰৰ লগতো গুঞ্জৰি ফুৰে। কোকিল সমেয়ো কু-কু-কু কৰে। পক্ষীৰ ছায়াতো লৰড়ে। হংসৰ লগতো বুলে। বক হেন চুম্পি থাকে। ময়ূৰৰ লগতো নৃত্য কৰে। বানৰৰ লাঙ্গুলতো ধৰে। তাৰ লগতে বৃক্ষতে চৰে। ভ্ৰুকুটিয়ো কৰে। বৃক্ষৰ পৰা আউৰ বৃক্ষকো যায়। বেঙৰ লগতে নদীকো চৰাৱে। প্ৰতিবিম্বকো হাসে। প্ৰতিধ্বনিকো শপে। যি জ্ঞানীৰ ব্ৰহ্ম, ভক্তৰ পৰম দেৱতা, সামান্য মনুষ্যৰ বালক হেন কৃষ্ণৰ লগত গোপসৱে বিহাৰ কৰে। যাতো অনেক পুণ্যৰ পুঞ্জ কৰি আছে। যাৰ পাদৰেণুক যোগীগণে অনেক জন্ম তপ কৰিয়ো নাপায়ে, হেন ভগৱন্ত যাৰ চক্ষুৰ গোচৰ হুয়া আছে। এতেকে ব্ৰজবাসীৰ ভাগ্যক মঞি কি কহিবো।

( শ্লোক ৬—১২ )

পাছে অঘাসুৰে আসি সৱাকে গিলিবে আশাই মহা অজগৰ ৰূপ ধৰি পন্থত ৰহিল। অধৰ ওষ্ঠ পৃথিৱীত থাপিল। উপৰ ওষ্ঠ মেঘত লাগিল। ৰাজ-আলি হেন জিভ মেলিল। গিৰিশৃঙ্গ হেন দন্ত প্ৰকাশিল। বনাগ্নি হেন চক্ষু তৰিল। ( শ্লোক ১৩—১৭ )

হেন দেখি গোপ-ছৱালসৱে বৃন্দাবনৰ স্ৰিজানি সৰ্প হেন অনুমানি, গিলিবে শঙ্কায়ে কৃষ্ণৰ মুখ চায়া চাপৰি বজাই তাৰ মুখত পশিল। ( শ্লোক ১৮—২৪ )

সি পন্নু কৃষ্ণক অপেক্ষা কৰি তাৰাক নিগিলিল। তথাপি বিষৰ জালে সমস্তে মৰিল। ভগৱন্তো অসুৰৰ মৰণ, সন্তৰ ৰক্ষণ চিন্তি তাৰ মুখত প্ৰৱেশিলা। তাক দেখি দেৱগণে মেঘত লুকাই ভয়ে হাহাকাৰ কৰিল।

( শ্লোক ২৫—২৯ )

হেন শুনি ভগৱন্তে সত্বৰে তাৰ গলত বাঢ়িলা। সিয়ো উন্নাস নপাই চক্ষু থিৰ কৰি মূৰ্দ্ধাস্ফোট কৰি প্ৰাণ এৰিল। পাছে কৃষ্ণে অমৃত-দৃষ্টিয়ে সৱাকে জীয়ায়া গৰ্ভহন্তে বাজ হৈলা। অসুৰৰ জ্যোতিৰূপ জীৱো কৃষ্ণ-নিৰ্গম অপেক্ষা কৰি আকাশত আছিল। পাছে কৃষ্ণক পৰশি চতুৰ্ভুজ হুয়া বৈকুণ্ঠক গৈলা। পাছে দেৱগণে মহাতুষ্ট হুয়া গীত-নৃত্য-বাদ্য কৰি নানা স্তুতি পঢ়ি পুষ্পবৃষ্টি কৰি জয়ধ্বনি কৰিল। ছৱালসৱো জয় কৃষ্ণ বুলিল। সেই অদ্ভুত স্তোত্ৰ-গীত-বাদ্য শুনি ব্ৰহ্মা আসিয়া ঈশ্বৰৰ মহিমা দেখি মহাবিস্ময় হৈলা। ( শ্লোক ৩০—৩৫ )

পাছে অজগৰৰ চৰ্ম্ম শুখাইলে বৃন্দাবনত গোপসৱৰ বহুদিন ক্ৰীড়া স্থান হৈল। ই পাঞ্চ বৎসৰৰ লীলা। ছৱালসৱে ছয় বৎসৰত আজি কৃষ্ণ অঘাসুৰ বধিলা ; গোপ-গোপীত কহিল। শুকে কহন্ত : জানা ৰাজা, অঘাসুৰেসে কৃষ্ণক পৰশি পাপ এৰাই পৰম গতি পাইলে। আকে আশ্চৰ্য্য নেদেখিবা। যাতো আৰ মনোময় প্ৰতিমাক একবাৰ চিন্তিয়ো ভাগৱতী গতি পাৱে। হেন কৃষ্ণত যাৰ হৃদয়ত আপুনি আছিলা, এতেকে তাৰ মহিমা কি কহিবো।

( শ্লোক ৩৬—৩৯ )

ৰাজা পুছন্ত : হে গুৰু, কিসক শিশুসৱে আন কালৰ কথা আন কালত কহে, আক মোত কহা। যাতো মোৰ মহা কৌতুক আছে। মুৰশ্ৰে জানিছো সি কৃষ্ণৰেসে মায়া হৈবেক। আমৰা ক্ষত্ৰিয় হুয়ো ধন্য। যাতো

এনে গুণি গোপসকলো বৎসক জল পিয়াই : কোমল তৃণত এৰি ভগৱন্তৰ সৈতে ভোজন কৰিবে বৈলা। তাত অনেক পংক্তি মণ্ডল কৰি : কৃষ্ণক মধ্যত কৰি : পথৰ কৰ্ণিকাৰ পত্ৰসম প্ৰকাশ কৰিল। পত্ৰ-পুষ্প-পল্লব-ফল অঙ্কুৰ চৰ্ম্ম : শিকিয়া শিলায়ো ভোজনৰ পাত্ৰ কৰিল। আপুনাৰ স্বাদ অন্নক অন্যে অন্যে দেখাই হাস্য কৰিতা ভোজন কৰিল। ভগৱন্তো কৃষ্ণো বেৰটিত বেণু : কাখত শিঙাবেত : বাম হস্তত অন্নগ্ৰাস : আঙুলিত ব্যঞ্জন থৈয়া : মধ্যত বহিয়া সবাকে পৰিহাস কৰি : বালক-লীলায়ে ভোজন কৰিলা। যাক দেখি দেৱসব বিস্ময় হৈল : এমনে আৰা কৃষ্ণত চিত্ত দিয়া ভোজন কৰিতে বৎসসব তৃণলোভে দূৰক যায়া : বনত পশিল।

( শ্লোক ৭—১২ )

গোপসৱো বৎসক নেদেখি মহা ভয় হৈল। তাক দেখি ভগৱন্তে বোলন্ত : হে মিত্ৰসব : তোৰা ভোজন নেৰিবা : মই এখনে বৎস আনিম। এহি বুলি বৎস বিচাৰিতে গৈলা। সেইবেলা ব্ৰহ্মা ছিদ্ৰ পায়া : কৃষ্ণৰ মহিমা দেখিবে প্ৰতি : বৎস বৎস-পালক দুয়োকো আন ঠাই থৈয়া অন্তৰ্দ্ধান হৈল। কৃষ্ণো বৎসসব নেদেখি আসিলা পুলিনক : এঠাইয়ো কাকো লগ নাপাইলা। পাছে দুইকো লগ নাপায়া : ব্ৰহ্মা নিবাৰ জানি গুণিবে লাগিল : যদি মঞি এমনে গৃহক যাওঁ তেবে গোপীসবে মহা দুখ পাইব। যদি সেই বৎস বৎসপাল আনো : তেবে ব্ৰহ্মাৰ আনন্দ নহে। এতেকে দুইৰো প্ৰীতিৰ অৰ্থে : ভগৱন্ত সকল বৎস বৎস-পালৰ বেত্ৰ বেণু : অলঙ্কাৰ ৰূপ গুণ স্বভাৱো আপুনি হৈলা। ( শ্লোক ১৩—১৯ )

এমনে আপুনি বৎসপাল হয়া আপুন বৎসক আপুনি আবৰি : আপুনি বিহাৰে ক্ৰীড়া কৰি : গোকুলত প্ৰবেশিলা। সেই সেই বৎসকে পৃথকে পৃথকে নিয়া : সেই সেই গোষ্ঠক প্ৰবেশ কৰায়া : সেই সেই গোপৰূপে সেই সেই গৃহত প্ৰবেশিলা। মাতৃসৱো বেণুৰ শব্দ শুনি : সৱকে উঠিয়া : পুত্ৰক সাৱটি ধৰি : পৰম স্নেহে স্তন পান কৰাইলা। পাছে স্নান কৰাই বস্ত্ৰ অলঙ্কাৰ পিন্ধাই পুষ্প চন্দন দিয়া আনন্দ কৰাইলা। কৃষ্ণো ছলাকলা আচাৰো হৰিষ কৰাইলা। ধেনুসৱো প্ৰথম স্নেহে স্তন পানকৰাইলা। লোকগুক জিহ্বা পান্থ কৰাই শৰীৰ লেহেকিল। ( শ্লোক ২০—২৫ )

এমনে গোপ-গোপীৰ কৃষ্ণত পুত্ৰভাৱ পূৰ্ব্বকালে হৈল : যেনেকৈ আছিল কৃষ্ণতো তাহাৰ মাতৃভাৱ পূৰ্ব্ববতে আছিল। এই মতে আচৰি বৎসপাল ৰূপে

পুত্র : এই মান মাত্র নাছিল। পূৰ্ব্বত যশোদা নন্দিনন্দনে কৃষ্ণত : ব্রজবাসী যেমন স্নেহ বাঢ়িল : এবে আপুনাৰ পুত্ৰতো এক বৎসৰ পৰ্য্যন্তে তেমন স্নেহ বাঢ়িল। ভগৱন্তো এমনে সৰ্ব্বৰূপী হৈয়া : নানা ক্ৰীড়া কৰি বৎসৰ গয়াইলা। তাতে একদিনা বৎসৰৰ ছয়দিন থাকিতে : বলভদ্ৰ সমে বৃন্দাবনত কৃষ্ণে বৎস চাৰন্ত। গোবৰ্দ্ধনৰ উপৰত : [illegible] ধেনু তাৰে : [illegible] দূৰৰ পৰা বোকঙও বৎস দেখি পৰম স্নেহে : [illegible] আপনি : [illegible] কাৰ : মহাবেগে বৎসৰ সমীপ আসি [illegible] পিয়াই : [illegible]।

( শ্লোক [illegible] )

গোপসকলো [illegible] বালকসৱ দেখি : ক্ৰোধ এৰি পৰম প্ৰেমে [illegible] : [illegible] লভিল। লোতকো [illegible]। ( শ্লোক ৩২—৩৪ )

[illegible] গো-গোপৰ আপুনাৰ পুত্ৰত [illegible] স্নেহ দেখি : পৰম বিস্ময়ে মনত বিচাৰ কৰি : জ্ঞান দৃষ্টিয়ে সবাকে ভগৱন্ত বুজি জানিল। পাছে কৃষ্ণত পুছি সকল কথা পাইলা। ( শ্লোক ৩৫—৩৯ )

এমনে ব্ৰহ্মাৰ নিমিষতে এক বৎসৰ গৈল। পাছে আসি চায়ন্ত : পূৰ্ব্বৰতে ভগৱন্ত ক্ৰীড়া কৰিবে লাগিলন্ত। হেন দেখি ব্ৰহ্মা মনত গুণন্ত : মঞি যতেক গো-গোপ চুৰি কৰি নিছো : ইদানিক দেখো : তেতেক সমে ক্ৰীড়া কৰন্ত। তেবে কুন সত্য কুন বা অসত্য আক চিৰকাল চিন্তিয়ো থিৰ কৰিবে নপাৰিলন্ত। কিন্তু মোহ মাত্ৰ হৈলা। যেন দিনত খদ্যোতৰ প্ৰকাশ নাই : তেমনে ব্ৰহ্মা মহন্ত কৃষ্ণক মোহ কৰাইতে : আপুনি মোহ গৈলা : কৃষ্ণক কিছো কৰিবে নপাৰিলা। ( শ্লোক ৪০—৪৫ )

পাছে ব্ৰহ্মাৰ আগতে সকল গো-গোপ [illegible] চতুৰ্ভুজ হৈল। সবে মেঘ-শ্যাম-পীত বসন : শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী : কীৰিটি কুণ্ডল হাৰ বনমালা শ্ৰীবৎস অঙ্গদ : কঙ্কণ বলয়া : নূপুৰ [illegible]সূত্ৰে অলঙ্কৃত, তুলসীৰ মালায়ে সৰ্ব্বাঙ্গে ব্যাপিছে। সবাকে একো ব্ৰহ্মাতেৰ লোকসবে নৃত্য গীত বাদ্যে সেৱিবে লাগিছা। অনিমাদি সিদ্ধি : মায়া আদি বিভূতি : চবিশ তত্ত্বো মূৰ্ত্তি ধৰি উপাসনা কৰে। সবে সত্য জ্ঞান : অনন্ত [illegible] মূৰ্ত্তি : [illegible] জানিলো নেদেখে। [illegible] কান্তিয়ে চৰাচৰ প্ৰকাশ কৰে : হেন [illegible] ব্ৰহ্মা দেখি : পৰম কৌতুকে নিচল [illegible] হৈয়া : [illegible] প্ৰতিমা হেন ৰহিলা। ( শ্লোক [illegible] )

তথাক যি সত্তর মনে একাগ্রমনে শ্রবণ করে। সি সহজে তুমাক বশ করে। যি তুমার ভক্তি এরি ... কেবল জ্ঞানক যত্ন করে, সি দুখ মাত্র পাবে। এতেকে পূর্ব্বত যোগীসবে তুমার ভক্তি করি অনায়াসে তুমাক পাইলে। (শ্লোক ১—৫)

নির্ম্মল মতিসবে যদি নির্গুণ ব্রহ্মক জানে: তেও তুমার গুণ জানিব নাপারে। তথাপি কায় বাক্য মনে তুমাক প্রণাম করে। সি অনায়াসে মুক্তির বাণ্টা পারে। যার লোম কূপত কোটি কোটি ব্রহ্মাণ্ড ফুরে: হেন তুমাতো মঞি মায়া করি মহিমা দেখিতে খোজো। এতেকে মঞি অজ্ঞর অপরাধ ক্ষমা করা: যেন মাতৃ পুত্রর দোষ নধরে: তেমনে আমার দোষ ক্ষমা করিবা। যাতো তুমার কুক্ষিত সকল জগত আছে। বিশেষত তুমি মূর্ত্তি নারায়ণ হন্তেসে, মই বার্ত হয়া আছো। তুমার পাদ পদ্ম প্রসাদসে পুরুষে তোমার তত্ব জানে। (শ্লোক ৬ - ৩০)

অহো ব্রজর গো গোপীর কিবা ভাগ্য: যাতো তুমি গো গোবৎস রূপে স্তন খাইয়া: কেনে কেনে তৃপিতি হৈছা। এতেকে ব্রজবাসীর ভাগ্যর মহিমা কি কহিবো। যার তুমি পরম ব্রহ্ম মিত্র হয়া আছা। আরাও সর্ব্বভাবে সেৱা করিছে। এতেকে মই বৃন্দাবনর লতা তৃণ হইয়া রহিম। তেবেসে ব্রজবাসীর পাদ-রেণু লভিম। যদি বোলা, ব্রজবাসীর কেনে এতেক মহিমা কহা। যাতো তুমি আরার ঋণী হয়া আছা। আপুনাক দিও ঋণ সুজা নাযাই। (শ্লোক ৩১—৩৪)

যাতো ভক্তি বেশ মাত্রেসে বেরা ভাবে পুতনা তোমাক পায়া আছে। আরা পুত্র ধর্ম্ম, অর্থ, সুহৃদ প্রাণ মন তুমাত নিবেদিছে। এতেকে আরাক আপুনাকে দিও ঋণ সুজা নাযাই। তাবে পুরুষর রাগাদি চোর: গৃহ বন্দীশাল: মোহ ভরির নিগল: যাবে তুমার জন নহয়ে। তুমার জন হৈলে তুমাত নিষ্ঠ রাগাদি মুক্তিসে করায়ে। এতেকে তুমাত মঞি জগত সমে দেহা অর্পিলো। হে কৃষ্ণ: বুদ্ধি কুল পরর গর্ব্ব: সবারে সুপূজা তুমাক প্রণাম করো। (শ্লোক ৩৫—৪০)

শুকে কহন্ত: এই স্তুতি করি ব্রহ্মা ব্রহ্মলোক গৈলা। ভগবন্তো বৎসগণ লৈয়া: সেই পুলিনক আসিলা। তাক দেখি ছৱালসবে বোলয়: হে কৃষ্ণ, তুমি বর সনকালে আসিলা: আমি তুমাক এরি একগ্রাসো ভোজন নকরো। আসা, আনন্দে ভোজন করো। কৃষ্ণ হাস্য করি: তারা

সমে ভোজন কৰি: 'অজগৰৰ' চৰ্ম্ম 'দেখাই' ব্ৰজক আহিলা। এতেকেসে কৃষ্ণক মায়াৰে মোহিত হয়া হৰাল সৰ্বে কহিলা। 'আজি কৃষ্ণে মহা সৰ্প বধিলা: আমাক ৰক্ষা কৰিলা।' (শ্লোক ৪১—৪৮)

ৰাজা পুছন্ত: হে গুৰো, কিসক গোপ-গোপীসবে আপুনাৰ পুত্ৰত কৰি পৰ পুত্ৰত স্নেহ কৰিল? আক মোত কহা। শুকে বোলন্ত: জানা ৰাজা, সকল জগতৰে আত্মাসে প্ৰিয়: তাৰ অৰ্থেসে পুত্ৰাদি প্ৰিয় হইছে। কৃষ্ণ পুনু আত্মাৰো আত্মা। লোক হিতাৰ্থেসে মনুষ্য হেন প্ৰকাশ কৰে। (শ্লোক ৪৯—৫৫)

এতেকেসে আপুন পুত্ৰত কৰি: কৃষ্ণত অধিক প্ৰীতি কৰিল। শ্ৰীকৃষ্ণ চৰণক যাৰা আশ্ৰয় কৰে: তাৰাৰ সংসাৰ সাগৰ বৎস-পদ মাত্ৰ হয়ে। বৈকুণ্ঠ লোকে স্থান হয়: কদাচিতো সংসাৰত নপৰয়। এই কথা যি শ্ৰদ্ধায়ে শ্ৰৱণ কীৰ্ত্তন কৰে: সি অৱশ্যে পৰম্পদ পাৱে। (শ্লোক ৫৬—৬১)

শ্ৰীভাগৱত কথায়াং দশম স্কন্ধে চতুৰ্দ্দশোঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোকে হৰি-বোল হৰি।

শ্লোক: যৎপাদ পঙ্কজ [illegible] পবিত্ৰিতং॥
তমহং সৰ্ব্বলোকেশং কেশৱং [illegible]॥



ঘোষিলা। কৃষ্ণবেলা গোপৰ নৃত্য-গীত বাদ্যক প্ৰশংসা কৰিলা। কৃষ্ণবেলা আপুনিও নিদ্ৰা কৰিলা: কতো গোপ চৰণ ঘসে, কতো পল্লৱ লৈয়া বিচে: কতো তানে চৰিত্ৰ গাৱে। (শ্লোক ১—১৮)

এমনে ভগৱন্ত ঈশ্বৰ: গোপবেশে আপুনাক ছন্ন কৰি সামান্য হেন ক্ৰীড়িলা: কৃষ্ণবেলা ঈশ্বৰ চেষ্টাক দেখাইলা। আবে তাৰ প্ৰসঙ্গ শুনা: শ্ৰীদাম আদি গোপসৱে: ৰাম কৃষ্ণক সাদৰি সম্বোধন কৰি বোলে: হে মহাবাহু ৰাম, হে দুষ্টনাশন কৃষ্ণ, সমীপতে মহাতাল বন আছে: তাৰ সুপক্ক ফলসব পৰিবে লাগিছে: কিন্তু দুষ্ট ধেনুকে ৰাখি আছে। সি মহা বলৱন্তে গৰ্দ্দভ ৰূপ: লগত সমান বল জ্ঞাতিসব আছে। মনুষ্যক পাইল মাত্ৰকে খাই: এতেকে সি ফল মনুষ্যে নতো পাৱে। (শ্লোক ১৯—২৫)

তাক তুমি আমাক দিয়া: যাতো তাৰ গন্ধে আমাৰ চিত্তক আকৰিবে: এতেকে বৰ বাঞ্ছা আছে। যদি তুমি ভাল দেখা: তেবে এখনে চলা। হেন শুনি দুয়ো ভাই হাস্য কৰি তালবন গৈলা। বলভদ্ৰে হাতে ধৰি তালক ঝকাৰি ফলসব পাৰিলা। তাৰ শব্দ শুনি পৃথিৱী কম্পাই ধেনুকে খেদি আসি পাছে দুই ভৰি বলভদ্ৰক হানিলা। তাক এবাইলে পুনুৰ্ব্বে বলে প্ৰহাৰ কৰিলা: তেখনে ৰামে তাৰ দুই চৰণত ধৰি: আকাশত ঘুৰাই মাৰি তালতে দলি হানিলা। তাৰ প্ৰহাৰে মহা তাল গাছ ভাঙ্গিল। তাৰ ঠেলায়ে আৰ গাছ ভাঙ্গিল। তাক পায়া আৰো গাছ পৰিলা। এমনে অন্তে অন্তেৰ ঠেলাত সকল তাল কম্পিল। ইটো বাৰ চিত্ৰ নেদেখিলা: যাতো অনন্ত ভগৱন্তত সকল জগত আছে। (শ্লোক ২৬—৩৫)

পাছে ৰাম কৃষ্ণক প্ৰতি ধেনুকৰ জ্ঞাতিসৱে খেদি আসি পাছ-দুই ভৰি হানিল। তাৰাকো ৰামকৃষ্ণে লীলায়ে দুই-চৰণত ধৰি আকাশতে ঘুৰাই দলি হানিলা: এমনে তালৰ অগ্ৰে ফলে দৈত্যৰ দেহেৱে পৃথিৱী শোভা কৰিল। দেৱগণো ৰাম কৃষ্ণৰ কৰ্ম্ম দেখি পৰম আনন্দে পুষ্প বৃষ্টি কৰি স্তুতি নতি কৰি: জয় ৰাম বুলিল। পাছে গোপসৱে তাল ফল খাইল। বনতো [illegible] চাৰিল: ৰামকৃষ্ণো গোপসৱে: গৰুবোৰ লৈয়া ব্ৰজক আসিলা: গোপীসবো আনন্দে আসি কৃষ্ণৰ মুখপদ্ম দেখি সকল তাপ এৰাইলা।

(শ্লোক ৩৬—৪২)

যশোদা রোহিণীয়ো পৰম স্নেহে ৰাম কৃষ্ণক স্নান পান ভোজন কৰাই [illegible] [illegible]

মহাসুখে নিদ্ৰা গৈলা। আৰ এক দিনা ৰাম বিনে কৃষ্ণ বৃন্দাবনে গৈলা: তথায়ে গো-গোপসৱ তৃষাত্ত শ্ৰান্ত হৈয়া: নজানি যমুনাৰ বিষদুষ্ট জলপান কৰিল। বিষজল-পৰশ মাত্ৰে সৱে প্ৰাণ চাৰি তীৰত পৰিল। তাক দেখি ভগৱন্ত কৃষ্ণে অমৃত-দৃষ্টিয়ে সবাকে জীয়াইলা। তাবায়ো স্মৃতি পায়া তেখনে উঠি মহা বিস্ময় হুয়া কৃষ্ণৰ প্ৰসাদ মানিল। ( শ্লোক ৪৩—৫২ )

শ্ৰীভাগৱতকথায়াং দশম স্কন্ধে পঞ্চদশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: স্বগোপালজন প্ৰীত্যৈ দিব্যতাল ফলান্তলং।
অঘাসয়জ্জনান্সৰ্ব্বান্ তং বন্দে ধেনুকান্তকম্ ॥

---

# ষোড়শ অধ্যায়

## কালি দমন

কথা: ষোড়শ অধ্যায়ে কালি দমন কহিবা। শুকে কহন্ত: পাছে কৃষ্ণে কালিয়ে বিষদূষিত যমুনাক দেখি তাৰ শুদ্ধিৰ ইচ্ছাই: সি সৰ্পক খেদাইলা। ৰাজা পুছন্ত: হে শুক: কেমনে অগাধ জলত কালি সৰ্প বহুদিন আছিল: তাক যেমনে ভগৱন্তে নিগ্ৰহ কৰিলা: আক মোত কহা। যাতো কৃষ্ণৰ চৰিত্ৰ শুনি মোৰ মন তৃপিতি নযাই। শুকে কহন্ত: কালিন্দী জলত কালিয় সৰ্পৰ মহা হ্ৰদ আছিল: যাৰ জল বিষাগ্নিয়ে উতলি থাকে। উপৰে যাইলেও পক্ষীসব পৰে। তাৰ বাউ লাগিয়ো তীৰৰ স্থাৱৰ জঙ্গম

মৰে। হেন চণ্ড-বেগ বিষ-বীৰ্য্য কালিয়ে ছুষিত নদী দেখি তাৰ নিগ্ৰহাৰ্থে: কটীত বস্ত্ৰ বান্ধি: কদম্বত চৰি: বাহু জকি মাৰি হ্ৰদত পৰিল। ভগৱন্তৰ পতন বেগে হ্ৰদৰ জল উথলি উঠি: চৌভিতি চাৰি শ হাত উবাইল। আৰু অনন্তবল ভগৱন্তত চিত্ৰ নেদেখিবা। পাছে বাহুক আফালি হ্ৰদত বিহাৰ কৰিতে: জলৰ শব্দ শুনি আপুন গৃহৰ পৰা: ভয় দেখি: তাক নসহি: সৰ্পে খেদি আসিল। শ্যাম সুন্দৰ: পীত বসন: শ্ৰীবৎস লাঞ্চন: হাস্যে সুন্দৰ মুখ: পদ্ম সম চৰণ দেখি ক্ৰোধে মৰ্ম্ম স্থানত দংশি দেহে সৰ্ব্ব শৰীৰে বেঢ়িল। (শ্লোক ১—৯)

ভগৱন্তো সৰ্পদেহে আবৃত হয়া: মনুষ্য চেষ্টা দেখাই: নিচেষ্ট হৈলা। হেন দেখি গোপসব ছুখ শোক ভয়ে মূঢ় বুদ্ধি হৈয়া: অচেতনে তীৰত পৰিল। গোসৱো মহা ছুখিত হয়া কৃষ্ণৰ মুখক চায়া কান্দিতে ৰহিল। ব্ৰজতো অনেক উৎপাত উঠিল। তাক দেখি নন্দাদি গোপসৱে: ৰামবিনে কৃষ্ণক যাইবাৰ দেখি: বিমঙ্গল দেখি: মৰণ অনুমানি: ছুখ শোক ভয়ে আতুৰ হৈয়া বাল বৃদ্ধ-স্ত্ৰীসৱো গোকুলৰ পৰা বজাই গৈলা। তাৰাসবে গৰুৰ পদ্মত ধ্বজ বজ্ৰ যৱ অঙ্কুশ চিহ্ন সমে কৃষ্ণৰ পদ সব দেখি: যমুনা তীৰক গৈলা। হ্ৰদৰ মধ্যত সৰ্প দেহে বেষ্টিত নিশ্চেষ্ট কৃষ্ণক দেখি তীৰত অচেতন গোপক দেখি: ক্ৰন্দনমান গোপসবকো দেখি মহা ছুখ পাইলা। গোপীসবো কৃষ্ণৰ হাস্য কটাক্ষ বচন সুমৰি: অতিশয়ে ছুখিত হয়া: তিনিও লোক শূন্য দেখিলা। যশোদায়ো কৃষ্ণৰ গুণ গণ সুমৰি অনেক বিলাপ কৰিলা। এমনে সৱে কৃষ্ণ কথা কহি: কৃষ্ণৰ মুখক দৃষ্টি দিয়া: মৃতক হেন ৰহিলা। নন্দাদি গোপসব কৃষ্ণৰ বিৰহে: মহা খেদ কৰি: সেই হ্ৰদত পৰিবে খোজে। হেন দেখি বলভদ্ৰে কৃষ্ণৰ প্ৰভাব দেখি নিষেধ কৰিলা। ভগৱন্ত কৃষ্ণো গোকুল বাসীক অতি ছুখিত দেখি: মনুষ্য চেষ্টাক দেখাই: ছুই দণ্ড মাত্ৰ ৰহি আস্ফোট কৰি: সৰ্প বন্ধনৰ পৰা তেখনে উঠিলা। সৰ্পো মহা পীড়া পায়া: ক্ৰোধত শ্বাস তেজি ফণাসব তুলি কৃষ্ণক চায়া ৰহিল। (শ্লোক ১০—২৪)

হেন দেখি ভগৱন্তে চৌভিতি ফুৰিবে লাগিল। সিয়ো ছিদ্ৰ চায়া ফুৰিবে ধৰিলা। এমনে ফুৰিতে তাৰ বল ক্ষীণ হৈল। হেন দেখি ভগৱন্তে শিৰত চৰিলা। তাৰ শিৰৰ বস্তুৰ কান্তি লাগি: কৃষ্ণৰ চৰণ অৰুণ বৰ্ণ হৈল। পাছে সৰ্ব্ব কলাধিত ভগৱন্ত তাৰ শিৰত নৃত্য কৰিতে উদ্যত হৈল। হেন

দেখি সিদ্ধ চাৰণ গন্ধৰ্ব্ব সবে: নানা বাদ্য গীত কৰি স্তুতি নতি কৰি উপাসনা কৰিল। এমনে ভগৱন্তৰ নৃত্যাত তাৰ শিৰ সব ভাঙিল। তাতে যি যি শিৰ নানামে: উপৰত উঠে: তাক নৃত্যৰ চলে চৰণ আঘাত কৰি: নমাইলা। তাৱে সৰ্পৰ বল টুটিল। নাকে মুখে শোণিত ছেদিল: কণাসবো ভাঙিল। এমনে মহা পীড়া পায়া: চৰাচৰ গুৰু পুৰাণ-পুৰুষ নাৰায়ণত মনে শৰণ পশিল। তাৰ পত্নী সবো: স্বামীৰ প্ৰাণ সঙ্কট দেখি: মহাভয়ে আৰ্ত্ত হৈয়া: শিশুক আগ কৰি: দণ্ডবতে পৰিল। পাছে অঞ্জলি কৰি: স্বামীক মুক্ত কৰিতে শৰণাপন্ন হয়া স্তুতি আৰম্ভিলা। (শ্লোক ২৫—৩২)

হে ভগৱন্ত: এই অপৰাধী সৰ্পক তুমি যে দণ্ড কৰিলা: ই যুক্ত হয়। যাতো দুষ্ট নিগ্ৰহাৰ্থেসে তুমাৰ অৱতাৰ। এতেকে আক বৰ অনুগ্ৰহ কৰিলা। যাতো তুমাৰ দণ্ডে আমাৰ পাপ গুচিল। ই পূৰ্ব্বত কিনু তপ ধৰ্ম্ম কৰিছে: যাত তুমি তুষ্ট হৈলা। ই কি পুণ্য ফলে তুমাৰ চৰণ ৰেণুক পাইলে: তাক আমি নজানি। যাক আশায়ে লক্ষ্মীয়ো তপ কৰে। এতেকে যি জনে তুমাৰে পাদ-ৰেণুক পায়াছে, যি স্বৰ্গ মৰ্ত্ত্য পাতালৰ ঐশ্বৰ্য্য সমে মোক্ষকো নবাঞ্ছে: তাক ই মহাক্ৰোধী সৰ্প ছুইয়ো পাইলে। যি ৰেণুক ইচ্ছা মাত্ৰে সকল বাঞ্ছিত সিজে। হে পৰম পুৰুষ, পৰমাত্মা, অচিন্ত্য ঐশ্বৰ্য্য, তুমাক প্ৰণাম কৰু। তুমি নিৰ্গুণ নিস্থিত হৈয়ো: তিনিগুণে জগতৰ সৃষ্টি স্থিতি সংহাৰ কৰা। এতেকে শান্ত, ঘোৰ, মূঢ় তুমাৰে স্ৰজা। এতেকে আমাৰ স্বামীৰ, একবাৰ অপৰাধ ক্ষমা কৰা। আমি অনাথ স্ত্ৰীকো স্বামীদান দিয়া। (শ্লোক ৩৩—৫১)

শুকে কহন্ত: হেন স্তুতি শুনি ভগৱন্তে সৰ্পক এৰিলা। সিয়ো কিছো সুস্থ হৈয়া: অঞ্জলি কৰি: বুলিবে লাগিল। হে ভগৱন্ত, আমি স্বভাৱে দুৰ্জ্জন সৰ্পজাতি: যাতো তুমি নানা ভাবে জগতক স্ৰজিছা। তাতে আমি মহাক্ৰোধী হৈয়া: কেমনে তুমাৰ মায়াক এৰাম। এতেকে তুমি আমাক অনুগ্ৰহ নিগ্ৰহ যে লাগে তাকে কৰা। (শ্লোক ৫২—৫৯)

ভগৱন্তে বোলন্ত: হে সৰ্প, তই আজিৰ ই ঠাইত নথাকিবি: জ্ঞাতি কুটুম্ব সমে ৰমণ দ্বীপকে যা। যাতো লোকে নদীৰ জল খাইবে। আৰো এই কথাক যি দুই বেলা স্মৰে তাক তোৰা ভয় নিদিবি। এই হ্ৰদত যি স্নান তৰ্পণ কৰি উপবাস দিয়া মোক পূজা কৰে সি সৰ্ব্ব পাপ হন্তে মুক্ত হৈব। যাক ভয়ে ৰমণ দ্বীপক এৰি এই হ্ৰদে আসিলি: সি গৰুড়ে মোৰ পাদ

চিহ্ন দেখি তোক নাখাইবো। হেন শুনি সর্পে নির্ভয় হুয়া দিব্য গন্ধ চন্দন বস্ত্র অলঙ্কাৰ মণি ৰত্ন দিয়া পূজা কৰিল। উৎপল মালাও দিলে। পাছে কৃষ্ণত অনুজ্ঞা লৈয়া : প্ৰদক্ষিণে প্ৰণাম কৰি : জ্ঞাতি কুটুম্ব সমে ৰমণক দ্বীপক গৈল। যমুনায়ো শ্ৰীকৃষ্ণৰ অনুগ্ৰহে নিৰ্ম্মল জল হৈলা। (শ্লোক ৬০—৬৭)

শ্ৰীভাগৱত কথায়াং দশম স্কন্ধে ষোড়শোঽধ্যায় : ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : কৃষ্ণাহি বিষসন্দুষ্টং মৃষ্টং কৃষ্ণনদী জলম্।
যশ্চক্রে কৃপয়া কৃষ্ণঃ তম্বন্দে নন্দনন্দনম্ ॥

---

## সপ্তদশ অধ্যায়

### বনাগ্নিৰ পৰা ত্ৰাণ

কথা : সপ্তদশ অধ্যায়ে কালিৰ বৃত্তান্ত : বনাগ্নিত ত্ৰাণ কহিবা। ৰাজা পুচন্ত : হে শুক, কালি নাগালয় ৰমণক দ্বীপ তেজিল। গৰুড়ৰ বা কি অকাৰ্য্য কৰিল। তাক মোত কহা। শুকে কহন্ত : ৰমণক দ্বীপত নাগসৱে গৰুড়ৰ ভয় নিবৃত্তিৰ নিমিত্তে অনেক সম্ভাৰ বস্তু, বৃক্ষৰ মূলত পৰ্ব্বে পৰ্ব্বে দিবাৰ নিবন্ধ কৰিল। তাতে সকল নাগে আপুনাৰ ভাগ দেই। কালি সৰ্পে বীৰ্য্যমদে আপুনি নেদয়। আনে দিলেও গৰুড়ক কদৰ্থি খায়। হেন শুনি কৃষ্ণৰ বাহন গৰুড়ে, মহা ক্ৰোধ কৰি, কালিক খেদি গৈলা। কালিয়ো গৰুড়ক আসিবাৰ শুনি অনেক শিৰ তুলি, গৰুড়ক দংশিবাৰ খেদিয়া

গৈলা। গৰুড়ো মহাবেগে ক্ৰোধ কৰি পাখি ছাট মাৰিল। সেই প্ৰহাৰে কালি মহা পীড়া পায়া এই হ্ৰদত প্ৰৱেশিলা। যাক গৰুড় আসিবে নপাৰে। ( শ্লোক ১—৮ )

যাতো একদিনা এক মহা মৎস্যক গৰুড়ে ধৰিতে সৌভৰি হাক দিলা। তথাপি ক্ষুধাত গৰুড়ে ধৰি খাইলা। তেবে আন মৎস্যসৱ অনাথ দেখি সৌভৰি বুলিলা: এই হ্ৰদ আসি গৰুড়ে যদি মৎস্য খাৱন্ত তেখনে তেবে মাৰিবা। মঞিও সত্য কৰি কহিলো। তাক কালি মাত্ৰ জানে, আন সৰ্পে নজানে। এতেকেসে গৰুড়ক ভয়ে তাত নিবাস কৰিল। পাছে গোপ-গোপীসৱে কৃষ্ণক লাগ পায়া, সাবটি ধৰিয়া পৰম আনন্দ লভিল। যশোদা-ৰোহিণী নন্দো কৃষ্ণক পায়া, চেতন লভি মহা আনন্দিত হৈলা। শুখান বৃক্ষসৱো পুনৰপি জীল। বলভদ্ৰো কৃষ্ণক সাবটি ধৰি প্ৰভাৱ জানি হাস্য কৰিলা। গৰুসৱো কৃষ্ণক দেখি মহা হৰিষ লভিল। ব্ৰাহ্মণসৱো আনন্দে নন্দক প্ৰশংসা বুলিলা। ( শ্লোক ৯—১৮ )

যশোদায়ো নষ্ট পুত্ৰক পুনু পায়া: সাবটি ধৰি হৰিষ লোতক তেজিলা। পাছে সকল লোকে, ক্ষুধা তৃষায়ে শ্ৰান্ত হৈয়া যমুনা তীৰত ৰহিল। তাতে জ্যেষ্ঠ মাসৰ বনাগ্নি আসি চৌভিতি ঢাকি, সৱাকে দহিবে লাগিল। হেন দেখি গোপসৱ মহা ত্ৰাস দেখি কৃষ্ণত শৰণ পশি বোলয়। হে কৃষ্ণ মহাভাগ: হে অপৰিমিত বিক্ৰম ৰাম, এই ঘোৰ অগ্নিয়ে আমাক দাহ কৰে, তাত তুমি ত্ৰাণ কৰা। আমি মৃত্যুত ভয় নকৰো, কিন্তু তোমাৰ চৰণ এৰিতে নপাৰি। হেন শুনি জগদীশ্বৰে বনাগ্নিক মুখে পান কৰিলা। ( শ্লোক ১৯—২৫ )

শ্ৰীভাগৱতকথায়াং দশম স্কন্ধে সপ্তদশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: কালীয় দমনং কৃত্বা বনাগ্নিমপি যোঽপিবৎ।
তং দেৱ দেৱমব্যক্তমনন্তমহমাশ্ৰয়ে ॥

# অষ্টাদশ অধ্যায়

## প্ৰলম্ব বধ

কথা : অষ্টাদশ অধ্যায়ে প্ৰলম্ব-বধ কহিবা। শুকে কহন্ত : পাছে ভগৱন্তক হৰিষিত মনে, জ্ঞাতিসমে আবৃত হয়া, গোকুল পশিলা। তথায়ে গোপবেশে ক্ৰীড়া কৰিতে, গ্ৰীষ্ম নাম ঋতু হৈল। যাত লোকৰ প্ৰীতি নাই : তথাপি বৃন্দাবনৰ গুণে বসন্ত হৈল, যাতো ভগৱন্তো ৰামকৃষ্ণসমে আছা। এতেকে তাত নিজৰাৰ শব্দে, ঝিঞ্‌ৰে নাদ দূৰ কৰিল। নিজৰা জলৰ কণিকা পায়া, বৃক্ষসৱ স্নিগ্ধ হয়া থাকে। শীত গন্ধ বায়ু পায়া লোকে গ্ৰীষ্মৰ তাপ নাপাৱে। অগাধ নদীৰ ঢৌ পৰশে পৃথিৱীবো ৰসৰ প্ৰচণ্ড আদিত্য নহৰে। বনসৱো ফুলিত হয়া থাকে। যাত পশু-পক্ষীসৱে শব্দ কৰে, ভ্ৰমৰসৱে গীত গাৱে, কোকিলসৱো নাদ কৰে। হেন বনত ক্ৰীড়াক ইছাই বলভদ্ৰসমে, গোপগণ লৈয়া, বেণুক বজায়া গৰুক আগ কৰি, লৰি গৈলা।

( শ্লোক ১—৮ )

গোপসৱো পত্ৰপুষ্প ধাতুৱে, আপুনাক ভূষিত কৰি, নৃত্য-গীত যুদ্ধ কৰিল। কৃষ্ণে নৃত্য কৰন্তে, কেয়ো গীত গাৱে, কেয়ো বেণু শিঙ্গা বাদ্য বাৱে, কেয়ো হাততালি বজাৱো কেয়ো তাকে প্ৰশংসা কৰে। কুমু বেলা সৱে বাহু যুদ্ধ কৰে। কুমুবেলা আনে নৃত্য কৰিতে, ৰাম কৃষ্ণ গায়ন বায়ন হন্ত। কুমুবেলা প্ৰশংসন্ত, কুমুবেলা বিল্ব আমলকী ফলে দলি যুদ্ধ কৰন্ত, কুমুবেলা পশু পক্ষীকো চেষ্টা

কৰন্ত, কুসুবেলা বাজা হয়ন্ত। তাতে পাত্র মন্ত্রী পাতন্ত, দণ্ডকলো কৰন্ত, লোকতো আজ্ঞা প্রবর্ত্তান্ত, নানা থানতো ফুৰন্ত, গৰুকো চাৰন্ত।

( শ্লোক ১—১৬ )

এমনে নানা ক্রীড়া কৰিতে ৰাম কৃষ্ণক বধিবে ইছাই, গোপ ৰূপ ধৰি, প্রলম্ব অসুৰ আসিলা। তাক জানিয়ো ভগৱন্তে, বধিবে ইছাই গোপ ৰূপ ধৰি প্রলম্ব অসুৰ আসিলা। তাক জানিয়ো ভগৱন্তে, বধিবে ইছাই লগ দিলা। এতেকে গোপসৱ মাতি এক ক্রীড়া আৰম্ভিলা। যাত হাৰন্তা কবৈ, জিনন্তা কবৈ। তাত দুয়ো ভাই নায়ক হৈলা। কতো গোপসৱ ৰামৰ ভিতি হৈল, কতো সব কৃষ্ণৰ ভিতি হৈল। এমনে অনেক বেলি ক্রীড়া কৰি ভাণ্ডিৰ বটে গৈল, যেখনে ৰাম লগৰীয়া শ্রীদামাদি গোপসৱ জিতিল। তেখনে শ্রীকৃষ্ণে শ্রীদামক, ভদ্রসেনে বৃষভক, প্রলম্ব দৈত্যে বলভদ্রক বহিল। তাত দৈত্যে কৃষ্ণ দৃষ্টি বঞ্চনার্থে নমাইবাৰ স্থানকো অতি শীঘ্রে গৈল। পাছে ৰামক পর্ব্বত হেন মানি, আপুনাৰ ঘোৰ ৰূপ ধৰি, আকাশে লৰিল। যাক দেখি বলভদ্রো কিছু ত্রাস হৈলা। পাছে স্মৃতি পায়া নির্ভয় হৈয়া, ক্রোধ কৰি শিৰত ঘোৰ মুষ্টি হানিলা। অসুৰো ভগ্নশিৰ হয়া মহা ৰাৱ তেজি ৰুধিৰ বান্তি কৰি প্রাণ ছাৰি পৃথিৱীত পৰিল। হেন দেখি গোপসৱ বিস্ময় হয়া, সাধু সাধু বুলি প্রশংসা কৰিল। দেবসৱো পৰম সন্তোষে পুষ্পবৃষ্টি কৰি জয় ৰাম বুলিলা। ( শ্লোক ১৭—৩২ )

শ্রীভাগৱতকথায়াং দশম স্কন্ধে অষ্টাদশোঽধ্যায়ঃ ॥

হেন জানি সর্ব্বলোক হৰি বোল হৰি।

শ্লোক : যন্নিবাসেন গ্রীষ্মোঽপি বসন্ত সদৃশং যযৌ।
তদ্বন্দেনন্দতনয়ং লোকলাৱণ্যকাৰণম্ ॥

———

# ঊনবিংশ অধ্যায়

## বনাগ্নিৰ পৰা গো-গোপৰ ৰক্ষা

কথা : ঊনবিংশ অধ্যায়ে মুঞ্জ বনাগ্নিত গো-গোপ ৰক্ষা কহিবা। শুকে কহন্ত : পাছে গোপগণ ক্ৰীড়া কৰিতে, গো অজ মহিষসব স্বেচ্ছাই চৰিতে দূৰ যায়া, মুঞ্জাটবীত প্ৰৱেশিয়া, বনাগ্নি পায়া মহা পীড়া পাইল। গোপসৱো গৰুক নেদেখি, আকুল হয়া বিচাৰিবে লৈলা। মুঞ্জাটবীত পন্থ হৰুৱাই গৰুসব নপাই শ্ৰান্ত হয়া নিবৰ্ত্তি আসিল। কৃষ্ণে উচ্চ বৃক্ষত উঠি, আপুনাৰ ৰূপ দেখাই, নামৰূপ ধৰি গৰুক ডাকিলা। গোসৱো কৃষ্ণৰ বাক্য শুনি, মহা হৰষিত হৈল। এতেকে বনাগ্নি আসি সবাকে বেঢ়িল। তাক দেখি গোপসব মহা ভয় হৈয়া, কৃষ্ণ ৰামত শৰণ পশি, বুলিবে লাগিলা। হে কৃষ্ণ : মহাৱীৰ্য্য, হে ৰাম মহা বিক্ৰম, বনাগ্নিত হন্তে ত্ৰাণ কৰা, যাতো আমি তোমাৰ বান্ধৱ। দুখ পাইবাক নৰি। বিশেষত আমাৰ তুমিসে নাথ, পৰমি আশ্ৰয়। ( শ্লোক ১—১০ )

হেন কাৰ্পণ্য শুনি ভগৱন্তে চক্ষু ঢাকা বুলিল। তাৰায়ো চক্ষু মুদিলা। ভগৱন্তো মুখে বনাগ্নিক পান কৰি গো-গোপকো যোগবলে ভাণ্ডিৰ কৰিলা। গোপসৱো চক্ষু মেলি কৃষ্ণৰ মহিমা দেখি তাঙ্ক দেৱতা বুলি মানিলা। পাছে গোধুল হৈলে গৰু লৈয়া বেণু বাদন কৰি, গোকুল প্ৰৱেশিলা।

গোপীসৱো গোবিন্দক দেখি পৰম আনন্দ হৈল, যাতো তাৰাৰ কৃষ্ণ বিনে ক্ষণেকে যুগসম হয়। (শ্লোক ১১—১৬)

শ্রীভাগৱতকথায়াং দশম স্কন্ধে ঊনবিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যো বনাগ্নিং মুখেনাশু পীত্বা গোপানতাৰয়ৎ।

তমহং শৰণং যামি প্রপন্ন ভয় ভঞ্জনম্ ॥

---

# বিংশ অধ্যায়

## বৰ্ষা আৰু শৰৎ বৰ্ণন

কথা : বিংশ অধ্যায়ে বাৰিষা শৰৎ বৰ্ণনা কৰিবা। শুকে কহন্ত : পাছে গোপসৱে, ৰাম কৃষ্ণৰ অদ্ভুত কৰ্ম্মক গোকুলত কহিলা। তাক শুনি তাৰায়ো বিস্ময় হয়া, ৰামকৃষ্ণকো দেবোত্তম কৰি মানিল। পাছে বাৰিষাকাল প্ৰৱৰ্ত্তিলে, যাত সৰ্ব্ব প্ৰাণীৰ উদ্ভৱ হয়। দশোদিশ প্ৰসন্ন হৈল, যেন তিনি গুণে ছন্ন হয়া জীৱ প্ৰকাশ কৰে, তেমনে মেঘছন্ন হয়া আকাশো প্ৰকাশ কৰিল। যেন ৰাজা সুখ কালত লোকৰ কৰ লয়ে, দুখ কালত দেই, তেমনে সূৰ্য্যেয়ো ভূমিৰ আঠ মাস জীয়ল শুহিছে, তাক এবিয়ে আবস্তিলা। যেন কৃপালুসৱে লোকৰ দুখ দেখি, আপুনাৰ জীৱন এৰে, তেমনে মেঘসৱে লোকক কৃপায়ে জলবৃষ্টি কৰিল। যেন সকামী তপস্বীৰ তপৰ ফল পাইলে, দেহৰ বৃদ্ধি হয়, তেমনে গ্ৰীষ্মকালৰ তাপিত ভূমিয়ো বৃষ্টি জল পায়া পুষ্ট হৈল। যেন কলিযুগত পাপে পাষণ্ড প্ৰকাশ কৰে, বিৰোধ কৰে, তেমনে বাৰিষা কালৰ

ৰাত্ৰিত খদ্যোতেসে প্ৰকাশ কৰে। যেন শিষ্যসৱ গুৰু বাক্য শুনি উচ্চ কৰি পাঠ কৰে, তেমনে বেঙ্গসৱে মেঘৰ শব্দ শুনি আটাস পাৰিল। ( শ্লোক ১—৯ )

যেন অজিতেন্দ্ৰিয় পুৰুষৰ ধনাদি সম্পত্তি নানা পন্থে যাই, তেমনে বাৰিষাতো ক্ষুদ্ৰ নদীসৱো অনেক পন্থে বহিল। যেন ৰাজাৰ লগত দণ্ডছত্ৰে সেনাসৱ বাহিৰ হয়, তেমনে পৃথিৱীতো গুৱালি পৰুৱা, বেঙ্গছটা, কোমল তৃণ দেখা দিল। যেন দৈবাধীন নজানি পুৰুষে সুখ-দুখ পাৱে, তেমনে কৃষকসবৰো শস্যৰ সম্পত্তি বিপত্তিয়ে হৰিষ বিষাদ দিল। যেন হৰি সেৱা কৰি কদৰ্য্যো সুন্দৰ হয়ে, তেমনে নবজল পায়া স্থল-জলবাসী সুন্দৰ ৰূপ হৈল। যেন কুযোগীৰ চিত্ত বিষয় সঙ্গে ক্ষোভ হয়, তেমনে নদীৰ সঙ্গ পায়া সাগৰ ক্ষোভ হৈলা। যেন হৰিভক্তসৱ নানা দুখ পায়ো তাপ নকৰন্ত, তেমনে পৰ্ব্বতসৱো বৃষ্টি ধাৰা পায়া দুখ নমানন্ত। যেন অভ্যাস এৰিলে ব্ৰাহ্মণে বেদ পাসৰে, তেমনে লোকৰ আয়াযাত বিনে পন্থসৱ তৃণে ঢাকিলে। যেন বেশ্যাসৱ গুণৱন্ত পুৰুষতো থিৰ বুদ্ধি নকৰে, তেমনে লোক বন্ধু মেঘতো বিদ্যুতসৱ চঞ্চল হৈল। যেন নিৰ্গুণ পুৰুষো গুণময় প্ৰপঞ্চত প্ৰকাশ কৰা, তেমনে নিৰ্গুণ ইন্দ্ৰধনুয়ো শব্দ গুণৱন্ত আকাশত প্ৰকাশিল। যেন অহঙ্কাৰী হৈলে, পুৰুষ প্ৰকাশ নকৰে, তেমনে মেঘাচ্ছন্ন হৈয়া চন্দ্ৰ প্ৰকাশ নকৰিলা।

( শ্লোক ১০—১৯ )

যেন সাধু গৃহস্থসৱে বৈষ্ণৱক পায়া মহা আনন্দ পায়ে তেমনে মেঘ দেখি ময়ূৰসৱে আনন্দ লভিল। যেন তপস্যাত কৃশ দেহসৱো কাম ভোগ কৰি দিব্য ৰূপ হয়ে, তেমনে বৃক্ষসৱ জল পায়া, সুন্দৰ শৰীৰ হৈলা। যেন দুৰ্ব্বুদ্ধি-সৱে বহু দুখ গৃহতো নিবাস কৰে, তেমনে পঙ্ক কণ্টকযুক্ত সৰোবৰতো, চক্ৰবাক থাকে। যেন পাষণ্ডৰ বাদে কলিত বেদ পন্থ নষ্ট কৰে, তেমনে বাৰিষাত জলৰ বেগে, আলীসৱ ভাঙ্গিল। যেন পুৰোহিতৰ বাক্যে, ৰাজাসৱে ধনাদি দান কৰে, তেমনে বায়ুৰ প্ৰেৰল মেঘে লোকক বৃষ্টি কৰিল। এমনে ভগৱন্তে নানাবিধ সুখক ফলযুক্ত বনতো, ক্ৰীড়াৰ নিমিত্তে গো-গোপালসমে প্ৰৱেশিলা। ওসাৰৰ ভৰে মন্দগামী ধেনুসৱো ভগৱন্তৰ আহ্বান শুনি, শীঘ্ৰে চলে। তাত ভগৱন্তে দেখন্ত বনবাসীসৱ হৰিষ হয়া আছে। বৃক্ষসৱৰো মদ স্ৰৱে, পৰ্ব্বতৰ জলধাৰা বহে, দেৱে বৃষ্টি কৰিতে বৃক্ষসৱ মূলত পৰ্ব্বতৰো গহ্বৰ পশি, সখিগণসমে ফলমূল খায়া, আনন্দ কৰন্ত। জলৰ সমীপতো

শিলতে থৈয়া, দধি অন্ন ভোজন কৰন্ত। গো-বৎস কৃষ্ণক চায়া থাকন্ত, বাৰিষা ঋতুকো প্ৰশংসা কৰন্ত। এমনে কৃষ্ণে বাৰিষাত ক্ৰীড়া কৰিতে শৰৎকাল হৈল। যাত মেঘ দূৰ গৈল, জলো নিৰ্ম্মল পৰিল, শীতল বায়ুয়ো বহিল।
( শ্লোক ২০—৩২ )

যেন ভ্ৰষ্ট যোগীৰ চিত্ত যোগ সেৱায়ে নিৰ্ম্মল হয়, তেমনে শৰৎকালে জলক নিৰ্ম্মল কৰিল। যেন ব্ৰহ্মচাৰীৰ গুৰু সেৱা দুঃখ, গৃহস্থৰ পুত্ৰ ভাৰ্য্যা সঙ্গ দুঃখ, বানপ্ৰস্থৰ মলধাৱনাদি দুঃখ, সন্ন্যাসীৰ কামবাসনা দুঃখ, কৃষ্ণ ভক্তি দূৰ কৰে, তেমনে শৰৎ কালেও আকাশৰ মেঘ, প্ৰাণীৰ একত্ৰ বাস, পৃথিৱীৰ পঙ্ক, জলৰ মল দূৰ কৰিল। যেন মুনি সবে সকল বাঞ্ছা এৰি, শুদ্ধ শান্ত হয়া, প্ৰকাশ কৰন্ত, তেমনে মেঘসবো জল পৰিত্যাগ কৰি, শুক্ল বৰ্ণ হয়া প্ৰকাশ কৰিল। যেন জ্ঞানী সবে জ্ঞানামৃতক কুন্থু ঠাই কহে, কুন্থু ঠাই নকহে, তেমনে পৰ্ব্বতৰ কুন্থু ঠাই নিঝৰা বহে, কুন্থু ঠাই নবহে। যেন মহা মূঢ় গৃহস্থ সবে আপুনাৰ আয়ুক্ষয় নজানে, তেমনে অল্প জলৰ মৎস্য সবো জলক্ষয় নজানিল। যেন দৰিদ্ৰ গৃহস্থে, গৃহত থাকি নানা দুঃখ পাৱে, তেমনে দোঙাৰ মৎস্যসবো, আদিত্যৰ তাপ পাইল। যেন ধীৰ সবে দেহাদিত অহঙ্কাৰ মমকাৰ কিছো কিছো কৰি এৰে, তেমনে স্থলসবো লতাসবো পঙ্কক মল পৰিত্যাগ কৰিল। যেন মুনি আত্মবোধ হৈলে শাস্ত্ৰ অভ্যাস এৰে, তেমনে শৰৎকালত সাগৰো নিশ্চল হৈল। ( শ্লোক ৩৩—৪০ )

যোগীসবে ইন্দ্ৰিয়ক নিগ্ৰহি জ্ঞানক ৰক্ষা কৰে, তেমনে কৃষকসবে দৃঢ় আলি বান্ধি জল ৰাখিল। যেন মুকুন্দে ব্ৰজ স্ত্ৰীসবৰ তাপ দূৰ কৰা, তেমনে লোকৰ আদিত্যৰ তাপক চন্দ্ৰে দূৰ কৰা। যেন সত্ত্ব গুণত চিত্তে বেদাৰ্থ ভগৱন্তক জানি শোভা কৰে, তেমনে মেঘ বিনে, নিৰ্ম্মল নক্ষত্ৰ সমে, আকাশ প্ৰকাশিল। যেন যদুবংশে আবৃত হয়া, শ্ৰীকৃষ্ণ প্ৰকাশ কৰন্ত: তেমনে নক্ষত্ৰ সমে পূৰ্ণ চন্দ্ৰ প্ৰকাশিল। যেন মুকুন্দত চিত্ত দিয়া গোপীসবে তাপ নপায়ে, তেমনে শীতল সুগন্ধ বায়ু পায়া লোকে তাপ এৰাইল। যেন ঈশ্বৰাৰ্পিত কৰ্ম্ম বাঞ্ছা নকৰিলেও ফল ধৰে, তেমনে পশুপক্ষীসব অনিচ্ছাতো গৰ্ভৱতী হৈল। ৰাজাৰ উদয়ে দস্যু বিনে লোকসব নিৰ্ভয় হয়, তেমনে সূৰ্য্যৰ উদয়ে কুমুদ বিনে পদ্মসবে প্ৰফুল্লিত হৈল। যেন ৰামকৃষ্ণ অঙ্গভাৱে গোকুল শোভা কৰে, তেমনে ধন-ধান্য হৈলেও ভূমি প্ৰকাশ কৰিল। যেন যোগীসবে দেহ এৰি যোগ

সিদ্ধি পাৱে, তেমনে বণিজ সব বাণিজ্য কৰিল, মুনিসব সুচন্দে লভিল, ৰাজা-সবো দিগ্বিজয় কৰিল। ( শ্লোক ৪১—৪৯ )

শ্ৰীভাগৱত কথায়াং দশমস্কন্ধে বিংশোঽধ্যায়ঃ ॥

হে সাধুসব, দেখ। গ্ৰাহ্য আত্ম দৃষ্টান্ত সমে কৃষ্ণ লীলাৰ অৰ্থেসে, বাবিষা শৰৎ বৰ্ণন কৰিল। এতেকে পৰম আদৰে আক শ্ৰৱণ কৰি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : কৃষ্ণ লীলা বিৰক্ষাৰ্থং গ্ৰাহ্যত্যাজ্যোপমানতঃ।
কৃতং শ্ৰীশুক দেৱেন শৰদ্বৰ্ষাণুবৰ্ণনম্ ॥

---

# একবিংশ অধ্যায়

## বেণুগীত

কথা : একবিংশ অধ্যায়ে বেণুগীত কহিবা। শুকে কহন্ত : এমন শৰৎ কালত শ্ৰীকৃষ্ণ শিৰত পুচ্ছ ময়ূৰ, কৰ্ণত কৰ্ণিকাৰ পুষ্প, কটিত পীত বসন, কণ্ঠত বৈজয়ন্তী মালা ধৰি অধৰামৃত বেণু বজ্ৰ নটবৰ বেশে, গোপগণ সমে বৃন্দাবনত প্ৰবেশিয়া মনোহৰ বাদ্য কৰিলা। তাক ব্ৰজৰ স্ত্ৰীসবে শুনি সখীৰ আগত বৰ্ণাইবে লাগিলা। ( শ্লোক ১—৬ )

তাভে কৃষ্ণ-লীলা স্মৰি কামৰ বেগে মোহিত হুয়া সমৰ্থন হৈল। তথাপি তাকে কহি ক্ষণে ক্ষণে, পৰমানন্দ লভিল। আবে সেই কথা শুনা : গোপীসবে বোলয় : হে সখি, যাৰা বেণুবাদ্য কৰিতে ৰাম কৃষ্ণৰ মুখ পদ্ম দেখে, তাৰাসে চক্ষুৰ ফল সমগ্ৰে পাৱে, যাতো কৃষ্ণৰ দৰশনে চক্ষুৰ সুখ ফল। অহো গোপসৱৰ কি ভাগ্য, যাৰাৰ মধ্যত নটবৰ বেশ ধৰি ৰামকৃষ্ণ প্ৰকাশ

কৰা। হে সখীসব, ই বেণু কি পুণ্য কৰিছে, যাতো আমাৰা ভোগ্য, কৃষ্ণৰ অধৰামৃত স্বতন্ত্রে পান কৰে। এতেকে যাৰ জলে পুষ্ট হয়াছে, হেন মাতৃ তুল্য নদীসবো পদ্মপুষ্প জলে ৰোমাঞ্চিত হয়াছে। যাৰ বংশত জাত হয়াছে, হেন তৰুসবৰ মধুধাৰা চলে অশ্রুপাত হয়, যেন আৰ্য্যসবৰ আপুনাৰ বংশত বৈষ্ণব দেখি, হৰিষিতে অশ্রুপাত হৰে। হে সখি, বৃন্দাবনে পৃথিৱীৰ কীৰ্ত্তি বিস্তাৰিত কৰে। যাতো দৈবকীৰ পুত্ৰৰ পাদ পদ্মৰ কান্তি লভিছা। যাতো গোবিন্দৰ বেণুগীতে, মত্ত ময়ূৰ নৃত্য দেখি সকল প্ৰাণী চায়া থাকে। এই মূঢ় হৰিণীসবো ধন্য, যাতো বেণুগীত শুনি আসি প্রেম অবলোকন কৰি কৃষ্ণসাৰ পতিসমে কৃষ্ণ তক পূজা কৰে। আমাৰ গোপসবসে মূঢ়, যাতো কৃষ্ণক চাহিবেক নেদে, স্বৰ্গৰ অপেশ্বৰাসবো বিমানে যাইতে কৃষ্ণৰ দিব্যৰূপ দেখি বেণুগীতো শুনি, কামে মোহ হয়া বস্ত্র সম্বৰিতে নপাৰে। গোপসবো কৃষ্ণৰ বেণুগীত শুনি মনে গোবিন্দক পৰশি পৰম আনন্দে হৰিষ লোতক এৰে। ( শ্লোক ৭—১৩ )

বৃন্দাবনৰ পক্ষীসবো, অৰণ্যে জানু মুনিগণ হৈব, যাতো বৃক্ষ শাখাৰ অগ্ৰত চড়ি, বেণুগীত শুনি থাকে। নদীসবো মুকুন্দৰ বেণুগীত শুনি, কামে ভগ্নাবেগ হয়া পদ্ম পুষ্প অৰ্পিয়া, উৰ্ম্মিভুজে কৃষ্ণৰ পাদপদ্ম ধৰে। মেঘসবো ৰৌদ্ৰত কৃষ্ণক গৰু চাৰিবাৰ দেখি প্রেমে উপৰত উদয় হয়া, দেহে ছত্র ধৰি কণিকা বৃষ্টি কৰে। কিৰাতৰ স্ত্রীসবো ধন্য, যাতো কৃষ্ণ পাদলগ্ন প্রিয়াৰ স্তনৰ কুঙ্কুম তৃণত পায়া মুখত ঘসি কাম পীড়া এড়ায়। এই গোবৰ্দ্ধন গিৰি অৰণ্যে জানো হৰি-ভক্ত, যাতো কৃষ্ণৰ চৰণ পৰশি হৰিষ লভে। আৰো গো-গোপসমে, ৰামকৃষ্ণক পত্র পুষ্প ফল জল দিয়া পূজা কৰে। যেখন ৰামকৃষ্ণ গোপগণ সমে বেণু বায়া গৰু নিয়ন্তু, তেখন জঙ্গমসবো স্থাৱৰ সৱৰো, জঙ্গমৰ ধৰ্ম্ম পুলক হয়। শুকে কহন্ত: এমনে গোপীসবো অন্যে অন্যে কৃষ্ণ লীলা বৰ্ণায়া তন্ময় হৈল।

( শ্লোক ১৪—২০ )

শ্রীভাগৱত কথায়াং দশমস্কন্ধে একবিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যদ্বেনুগীতৈঃ পশুপক্ষী দেব্যোনন্তশ্চ মোহং যযুৰান্ত ভাবাৎ
সন্তোধি বেণুং তমহং মহেশং প্রপদ্য আত্মং ভুবনৈকবন্দ্যম্ ॥

---

# দ্বাবিংশ অধ্যায়

## বস্ত্র-হৰণ

কথা : দ্বাবিংশ অধ্যায়ে বস্ত্র-হৰণ লীলা কহিবা। শুকে কহন্ত : পাছে হেমন্ত ঋতু, অগ্ৰহায়ণ মাস, গোপকুমাৰীসবে, হবিষ্য কৰি কৃষ্ণক পতি বাঞ্ছাই কাত্যায়নী ব্ৰত আৰম্ভিলা। তাৰাসবে প্ৰভাতে উঠি, অন্যে অন্যক মাতি, কৃষ্ণ লীলা গায়া যমুনাক যাই, স্নান কৰি বালুকাৰ প্ৰতিমা সাজি গন্ধ পুষ্প ধূপ দীপ নৈৱেদ্য দিয়া দেৱী-পূজা কৰিল। এমনে একমাস ব্ৰত আচৰিলা। তাতে একদিনা তাৰাসবে পূৰ্ব্ববতে তীৰত বস্ত্ৰ থৈয়া হৰিগুণ গায়া জলত বিহাৰ কৰিলা। তাক জানি যোগেশ্বৰ কৃষ্ণে তাৰাৰ কৰ্ম্মৰ সিদ্ধিৰ অৰ্থে গোপগণ সমে গৈয়া, সকলৰ বস্ত্ৰ লৈয়া, কদম্বত চড়ি পৰিহাস বুলিলা। হে সখীসৱ, তোৰা এঠাই আসি বস্ত্ৰ লৱা, মঞি সত্য কহো, পৰিহাস নকৰো, যাতো তোৰা ব্ৰতত শ্ৰান্ত হৈয়া আছা। মঞি পূৰ্ব্বতো মিছা নতো কহো। এতেকে তোৰা একুটি একুটি কৰি বস্ত্ৰ লৱা মুহি একেলগে বা আসা।

( শ্লোক ১—১১ )

গোপীসবো কৃষ্ণৰ পৰিহাস বাক্য শুনি প্ৰেমে হাস্য কৰি লজ্জাত থাকি কেয়ো উঠি নাসিল। কিন্তু জলত আকণ্ঠে মগ্নপদে, শীতে কম্পিত হয়া বোলয় : হে শ্যাম সুন্দৰ, অন্যায় নকৰিবা, যাতো তুমি নন্দৰ পুত্ৰ, ব্ৰজৰ প্ৰিয় আক আমি জানো। শীতে কম্পিত হয়া আছো, তুমাৰ আমি দাসী হৈলো। যেই বোলা তাকে কৰিম। বস্ত্ৰ দিয়া, যদি নেদা তেৱে ৰজাৰ আগত কহিম। ভগৱন্তে বোলন্ত : যদি তোৰা মোৰ দাসী হৈলা, তেবে মোৰ বাক্য

কৰিবা। এতেকে এঠাই আসি বস্ত্ৰ লৱা। নচেৎ ৰাজা ক্ৰোধ কৰিবা মোক কি কৰিবো। হেন শুনি কন্যাসবে শীতত থাকিবে নপাৰি, দুই হাতে অঙ্গ ঢাকি জলৰ পৰা উঠিল। ( শ্লোক ১২—১৭ )

হেন দেখি ভগৱন্তে স্কন্ধত বস্ত্ৰ থৈয়া বুলিবে লাগিলা। তোৰাসবো বিবস্ত্ৰ হৈয়া জলত স্নান কৰিলা। এতেকে দেৱহেলন হৈল। সেই দোষ নিবৃত্তিৰ অৰ্থে আঞ্জুলি কৰি প্ৰণাম কৰা। হেন শুনি তাৰা এক হস্তে অঙ্গ ঢাকি, এক হস্তে প্ৰণামিলা। তাক দেখি ভগৱন্তে বোলন্ত: যি এক হস্তে অচ্যুতক প্ৰণাম কৰে তাৰ কৰ ছেদ কৰিবে লাগে। এতেকে তোৰা দুই হস্তে প্ৰণাম কৰা। হেন শুনি কন্যাসবে ব্ৰত ভঙ্গ-ভয়ে দুয়ো হস্ত তুলি প্ৰণাম কৰিল। এতেকে সবে কৃষ্ণক চায়া ৰহিল। ভগৱন্তো তাৰাৰ মনোবাঞ্ছা জানি বুলিবে লাগিলা, হে সখীসব, তোৰা যি নিমিত্তে ব্ৰত কৰা তাক মঞি জানো। এতেকে সি অৱশ্যে হৈব। কিন্তু চিৰকাল নাথাকিবে। যাতো তোমৰা ভক্তৰ বিষয় বাঞ্ছায়ো পুনু ভোগ নকৰয়ো, যেন ভজা ধান নগজে। এতেকে তোৰা এখনে ব্ৰজক যাৱা। আসে শৰতত মঞিসমে ক্ৰীড়া কৰিম। ( শ্লোক ১৮—২৮ )

হেন শুনি কন্যাসব কৃষ্ণৰ চৰণ চিন্তি ব্ৰজক গৈলা। কৃষ্ণো গোপগণ সমে গৰুক চাৰিতে অনেক দূৰ গৈলা। বৃক্ষসব দেখি বুলিবে লাগিলা: হে স্তোক কৃষ্ণ, অংশ, শ্ৰীদাম, সুবল, অৰ্জ্জুন, দেৱপ্ৰস্থ, বৰূথপ, বিশাল, বৃষভ, ওজস্বি, মহা ভাগ্যৱন্ত বৃক্ষসব দেখ। আৰা পৰৰ অৰ্থেসে জন্ম হয়াছে, যাতো পত্ৰ পুষ্প ফল চায়া বাকল দাক দিয়া লোকৰ কামনা পূৰে। মধ্যত আৰাৰেসে জন্ম সাফল্য, যাতো প্ৰাণ দিয়া লোকৰ কুশল কৰে। এমনে বৃক্ষৰ ছায়া গৈয়া যমুনা পাইলা। তাত গোপসবে গৰুক পানী দিয়াই আপুনিও জল পান কৰিল। পাছে তথাই গৰু চাৰিতে গোপসবো ক্ষুধাই পীড়িত হয়া ৰাম কৃষ্ণক বুলিবে লাগিলা। যাতো বস্ত্ৰ-হৰণ ক্ৰীড়ামনে প্ৰভাতে অন্ন নৈয়া আসিছা। ( শ্লোক ২৯—৩৮ )

শ্ৰীভাগৱত কথায়াং দশমস্কন্ধে দ্বাবিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: গোধূৰধ্ পিধানানি হৃত্বা স্কন্ধে নিধায় যঃ।
প্ৰোবাচ পৰিহাসঞ্চ তস্মৈ দেৱায় মে নমঃ ॥

---

# ত্ৰয়োবিংশ অধ্যায়

## পত্নী প্ৰসাদ

কথা : ত্ৰয়োবিংশ অধ্যায়ে পত্নী প্ৰসাদ কহিবা। গোপসৱে বোলয় : হে ৰাম মহাবাহু, হে কৃষ্ণ দুষ্ট নাশন : আমাক ক্ষুধায়ে পীড়া কৰে। তাক তুমি দূৰ কৰা। হেন শুনি ভগৱন্তে বিপ্ৰ-পত্নীক প্ৰসন্ন হয়া বুলিবে লাগিলা : হে গোপসৱ, তোৰা যজ্ঞশালা গৈয়া আমাৰ কথা কহিবা। ঋষিসবত অন্ন খোজা। হেন শুনি গোপসৱে যজ্ঞশালা গৈয়া, ব্ৰাহ্মণসৱক দণ্ডৱতে প্ৰণাম কৰি, অঞ্জুলি কৰি ৰামকৃষ্ণৰ কথা কহি অন্ন খুজিল। (শ্লোক ১—৮)

তাক ঋষিসৱে শুনিও নুশুনিল। যাতো ক্ষুদ্ৰ স্বৰ্গক আশাই বিস্তৰ কৰ্ম্ম কৰিবে লাগিছে। এতেকে মূৰ্খ হৈয়ো আপোনাক পণ্ডিত হেন মানে, যাতো যজ্ঞমূৰ্ত্তি ভগৱন্তকো মনুষ্য বুলি মানিল। পাছে গোপসৱে একো সমাধান নপাই নিৰাশা হয়া, ৰামকৃষ্ণৰ আগত সকল কথা কহিলা। হেন শুনি ভগৱন্তে বোলন্ত : কোন যাচকে পৰাভব নতো পাৱে, কামাৰ্থীসৱো বৈৰাগ্য নকৰে, এতেকে তোৰা পত্নীসৱত আমাৰ কথা কহি অন্ন খোজা, তেৱে তাৰা যথেষ্ট অন্ন দিয়েক। যাতো তাৰাৰ দেহসে গৃহত আছে। মন পুনু মোত দিয়া থাকে। হেন শুনি গোপসৱ পত্নীশালা গৈয়া অলঙ্কৃত দ্বিজ ভাৰ্য্যাসৱ দেখি প্ৰণাম কৰি বুলিবে লাগিলা। হে বিপ্ৰ পত্নীসৱ, তোৰাক প্ৰণাম

কৰো। আমাৰ বাক্য শুনা। সমীপত থকা কৃষ্ণ গৰু চাৰিতে ক্ষুধাৰে পীড়িত হুইয়া অন্ন খুজি পঠাইল। যদি শ্ৰদ্ধা থাকে তেবে অন্ন দিয়া। হেন শুনি পত্নী সব নানা ব্যঞ্জন কৰি দধি দুগ্ধ ঘৃত, মধু পিষ্টক পায়স মোদক লৈয়া লড়ি গৈল। যদ্যপি পতি পুত্ৰ ভাতৃ বন্ধুৱে নিষেধ কৰিল: তথাপি আৰাক নামানি লড়ি গৈল। ( শ্লোক ৯—১৭ )

যমুনাৰ তীৰত অশোক বনত গোপ বাম সমে কৃষ্ণক দেখিলা। শ্যাম সুন্দৰ: পীত বসন: বনমালা ময়ূৰ পুচ্ছ: গৈৰিক ধাতু নৱ পত্ৰে নট বেশ ধৰিছা। গোপ স্কন্ধত এক হস্ত থৈয়া আউৰ হস্তে পদ্মলোট ঘূৰাইবে লাগিছা। কৰ্ণত উৎপল: কপোলত অলকা, মুখত হাস্য প্ৰকাশ কৰে। চিৰকাল কথা শুনি যাত মন মগ্ন হুয়াছে: হেন কৃষ্ণক চক্ষুৰে দেখি মনে আলিঙ্গি ধৰি সকল তাপ এৰাইলা। যেন মহন্তক পায়া অহঙ্কাৰী জীৱে তাপ এৰায়ে: ভগৱন্তো আৰাক সকল আশা এৰি আপুনাক দেখিবে ইচ্ছাই আসিবাৰ জানি: হাস্য বদনে বুলিবে লাগিলা। হে মহা ভাগ্যৱতীসৱ: কুশলে আসিলা। ইঠাই বসা: আমি কি কৰ্ম্ম কৰিম: তোৰা যে আমাক দেখিবে ইচ্ছাই আসিলা, ই যুক্ত হয়: যাতো নিপুণসবে আন কামনা এৰি মোতে মাত্ৰ ভক্তি কৰে। যি মোৰ নিমিত্তেসে দেহাদি প্ৰিয় হুয়াছে: হেন মোত পৰ প্ৰিয় কুন আছে। এতেকে তোৰা মোক দেখি কৃতাৰ্থ হৈলা: তথাপি পতিক অনুগ্ৰহাৰ্থে গৃহক যাৱা। যাতো তোৰাসব গৈলেসে তাৰা যজ্ঞ সমাপ্তি কৰিতে পাৰে। ব্ৰাহ্মণীসৱে বোলয়: হে ভগৱন্ত, তুমি আমাক ঘাতুক বাক্য নুবুলিবা: তুমি যি বুলিছা মোৰ ভক্ত নষ্ট নোহে: তাক সত্য কৰা: যাতো আমি সকল বন্ধু এৰি তুমাৰ পাদ সেৱা ইচ্ছাই আসি আছো। আমাৰ আউৰ পতি পুত্ৰ জ্ঞাতি সৱে স্বীকাৰ নকৰে। এতেকে আমি তুমাৰ চৰণত পৰিলো: দাসী কৰি লৱা। ( শ্লোক ২১—৩০ )

ভগৱন্তে বোলন্ত: তোৰাক কেয়ো অসূয়া নকৰিবে: যাতো মঞি অনুমতি দিলো। দেখি দেৱসবো অনুজ্ঞা দেই: সমীপতে থাকিতে প্ৰীতি নবাঢ়ে: এতেকে তোৰা দূৰতে থাকিলে মোত ভক্তি হৈব। সমীপত থাকিলেও তেমনে নহৈব। এতেকে তোৰা গৃহ যায়া মোৰ কথা শ্ৰৱণ কীৰ্ত্তন কৰা। হেন শুনি দ্বিজ-পত্নীসৱ যজ্ঞ-শালাক গৈলা, দ্বিজ সৱো তাক অসূয়া নকৰি যজ্ঞ সাজ কৰিলা। তাতে কৃষ্ণক দেখিবে আসিতে: এক স্ত্ৰীক স্বামী ধৰি বান্ধিল। তথাপিয়ো কৃষ্ণক মনে চিন্তি সি দেহ এৰি: ভগৱন্তক পাইলা। ভগৱন্ত কৃষ্ণো

সেই অন্নে গোপসকলক ভোজন কৰাই আপুনিয়ো ভোজন কৰিলা। ব্ৰাহ্মণসৱো পত্নীসৱৰ হৰি-ভক্তি দেখি: অনেক অনুতাপ কৰি আপুনাক গৰিহা কৰি বোলয়: আমাৰ জন্ম-কৰ্ম্ম বিদ্যাৰ ধিকাৰ হৌক। যাতো আমি হৰি-বিমুখ হৈলো। নিশ্চয়ে জানিলো হৰিৰ মায়ায়ে যোগীকো মোহ কৰায়। যাতো আমি লোকৰ গুৰু হইয়ো আপুনাৰ কাৰ্য্যত মোহ হৈলো। (শ্লোক ৩১—৪১)

স্ত্ৰী সবৰ শৌচ আচাৰ কৰ্ম্ম ধৰ্ম্ম বিদ্যা গুণ ব্ৰত নাই। তথাপি ভগৱন্তত দৃঢ় ভক্তি হৈল। আমি সকল গুণে যুক্ত হয়ো হৰিক নাজিনিলো: তথাপি ভগৱন্তে কৃপায়ে গোপ বাক্যে সুমৰাইলা। আত বিনে পূৰ্ণ-কাম লক্ষ্মী-পতি ভগৱন্ত আমাত অন্ন খুজিবাৰ কি কাৰ্য্য আছে: হেন সৰ্ব্বৰূপ ভগৱন্ত যদুবংশত অৱতাৰ হয়া আছা। তাক আমি শুনিছোয়ো, তথাপি মায়ায়ে মূঢ় হয়া জানিবে নপাৰিলোঁ। যাৰ মায়ায়ে আমি কৰ্ম্ম পথত ভ্ৰমো, হেন ভগৱন্ত কৃষ্ণক প্ৰণাম কৰো। আমি অজ্ঞানীৰ অপৰাধ ক্ষমা কৰা। এমনে ব্ৰাহ্মণসৱে আপুনাৰ অপৰাধ স্মৰি কৃষক দেখিবে ইচ্ছা কৰিয়ো কংস-ভয়ে লড়ি নগৈল। কিন্তু গৃহতে থাকি ভক্তি কৰিল। (শ্লোক ৪২—৫২)

শ্ৰীভাগৱত কথায়াং দশম স্কন্ধে ত্ৰয়োবিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: যদ্ভক্তি ৰহিতা বিপ্ৰা জন্ম কৰ্ম্ম গুণান্বিতা।
ভৱন্তি বিফলায়ৈৱ বন্দে তং ভক্ত বৎসলম্ ॥

———

# চতুৰ্বিংশ অধ্যায়

## ইন্দ্ৰৰ যাগ ভঙ্গ

কথা: চবিশ অধ্যায়ে ইন্দ্ৰৰ যাগ-ভঙ্গ কহিবা। শুকে কহন্ত: ভগৱন্ত কৃষ্ণ ইন্দ্ৰ-যাগক প্ৰতি নন্দাদি গোপৰ উত্তম দেখি সৰ্ব্বজ্ঞ হুয়ো নিজৰ ভাৱে পুছিবে লাগিল। হে পিতৃ, তোৰা কি নিমিত্তে উত্তম কৰা। যদি বোলা যাগ কৰিম তেবে আৰ কি ফল, কি দেৱতা, কি দ্ৰব্য লাগে: আক শুনিবে লাগি মোৰ ইছা আছে। সাধুসবৰো গোপ্য কথা নাই। লোকে জানিয়ো নজানিয়ো কৰ্ম্ম কৰে। তাতে জানন্তাৰ কৰ্ম সিদ্ধি হয়। নজানন্তাৰ নোহে। এতেকে ই কৰ্ম্ম শাস্ত্ৰত বিচাৰ কৰিছা: দুই লোক ব্যৱহাৰ কৰা।
(শ্লোক ১—৭)

নন্দে বোলন্ত: ভগৱন্ত ইন্দ্ৰৰ মেঘ সব প্ৰিয় মূৰ্ত্তি তাৰায়ো লোকৰ জীৱন জল বৃষ্টি কৰে: সেই ইন্দ্ৰক সকল লোকে পূজা কৰে। তেবে বৃষ্টি হৈলে লোকৰ কুশল হয়ে। আক যাৰা নকৰে তাৰা কুশল নপাৰে। হেন শুনি ভগৱন্তে গৰ্ব্ব পৰ্ব্বতৰ পৰা ইন্দ্ৰক নমাইতে বুলিবে লাগিলা। প্ৰাণীসবৰ কৰ্ম্মেসে জন্ম মৰণ সুখ দুখ পাৰে। ঈশ্বৰো কৰ্ম্মাকেসে ফল দেৱন্ত: অকৰ্ম্মাক নেদন্ত। এতেকে কৰ্ম্মাধীন লোকক ইন্দ্ৰে কি কৰিবন্ত: যাতো স্বভাৱ বিহিতক অন্যথা কৰিবে নপাৰন্ত। তাতে ব্ৰাহ্মণসব বেদ পঢ়ি প্ৰৱৰ্ত্তান্ত: ক্ষত্ৰিয়সবে পৃথিৱী পালন্ত: বৈশ্যসবে কৃষি বাণিজ্য গো ৰক্ষা কৰন্ত।
(শ্লোক ১৩—২০)

তাতে আমৰা গকমাত্ৰ ৰক্ষা কৰি নগৰ গ্ৰামতে নাথাকি উত্তম গৃহো নাই। সদাই বন পৰ্ব্বতত নিবাস কৰি: এতেকে আমাৰ ইন্দ্ৰ যাগত কি কৰ্ম্ম আছে। যদি বোলা দেৱপূজা নকৰিলে কেনে বৃষ্টি হৈব; তাত শুনা: পূজা বিনেয়ো সাগৰ পৰ্ব্বতত বৃষ্টি দেখি। এতেকে ইন্দ্ৰ যাগ এৰি সেই সম্ভাৰে গো ব্ৰাহ্মণ পৰ্ব্বতক পূজা কৰা। পিষ্টক পায়সাদি নানা দ্ৰব্য পাক কৰা: অগ্নিতো হোম কৰাইবা: গৰুকো তৃণ দিয়া পৰ্ব্বতকো উপহাৰ দিবা। ব্ৰাহ্মণ সবাকো ভোজন কৰাই ধেনু দক্ষিণা দিবা। পাছে তোৰায়ো ভোজন কৰি বস্ত্ৰ অলঙ্কাৰ পিন্ধি: গো ব্ৰাহ্মণ অগ্নি পৰ্ব্বতৰ প্ৰদক্ষিণ কৰিবা। এমনে কৰিলে সবাৰে প্ৰীতি হয়। আক যদি তোৰা ভাল দেখা তেবে কৰা।

( শ্লোক ২১—৩০ )

হেন শুনি গোপসব সাধু সাধু বুলি সকলখানি কৰিল: পৰ্ব্বতকো বলি দিয়া: প্ৰদক্ষিণ কৰিল। গোপীসবো শকটত উঠি কৃষ্ণ-গুণ গায়া প্ৰদক্ষিণ কৰিল। কৃষ্ণো গোপৰ বিশ্বাসাৰ্থে একৰূপ ধৰি বৃহৎ শৰীৰে: মঞি পৰ্ব্বত বুলি সকল সম্ভাৰ খাইলা। ব্ৰজবাসীসমে কৃষ্ণে সেই ৰূপক প্ৰণাম কৰি বুলিলা। দেখ এই পৰ্ব্বতে মূৰ্ত্তি ধৰি আমাক অনুগ্ৰহ কৰি দ্ৰব্য সব খাইলা। আক নজানিবাৰ পদে নানাৰূপে: আমাৰ গৰুগাই মৰে। এতেকে গৰুৰ কুশলাৰ্থে আঙ্ক প্ৰণাম কৰো। এমনে যজ্ঞ সাঙ্গ কৰি গোপসব গোকুলক আসিলা। ( শ্লোক ৩১—৩৮ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে চতুৰ্ব্বিংশোঽধ্যায়ঃ

হেন জানি সৰ্ব্বলোক হৰিবোল হৰি।

শ্লোক: হন্তং পৌৰন্দৰং দৰ্পং সৰ্ব্ব গৰ্ব্ব হৰো বিভুঃ।
যো যাগনাশমকৰোৎ তন্বন্দে নন্দবালকম্॥

# পঞ্চবিংশ অধ্যায়

## গোৱৰ্দ্ধন ধাৰণ

কথা : পঞ্চিংশ অধ্যায়ে গোৱৰ্দ্ধন ধাৰণ কহিবা। শুকে কহন্ত : পাছে ইন্দ্রে আপুনাৰ পূজা নাশ জানি গোপগণক ক্রোধ কৰি প্রলয়ৰ মেঘক বুলিবে লাগিলা। হে মেঘসৱ : দেখ। শ্রীমদ গোপৰ মহিমা : যাতো কৃষ্ণ মানুষক আশ্রয় কৰি : মঞি দেৱক অৱজ্ঞা কৰিল : যেন অজ্ঞানীসৱে আত্মবিদ্যা মহানৌকা এৰি : কৰ্ম্মময় পচা নাৱে সংসাৰ সাগৰ তৰিবে খোজে। তেমনে কৃষ্ণ মনুষ্যক আশ্রয় কৰি গোপ সৱকো মোৰ অপ্রিয় কৰিল। এতেকে তোৰা শ্রীমদ গোপৰ গৰ্ব্ব নাশ কৰা। গৰুসৱো ক্ষয় কৰা : মঞো ঐৰাৱতে উঠি বায়ুগণ সমে ব্রজক যাঞু। এতেকে তোৰা ভয় নকৰিবা। ( শ্লোক ১—৭ )

ইন্দ্রৰ এই আজ্ঞা শুনি মেঘসৱ বন্ধন এৰাই গোকুল গৈয়া মহা বৃষ্টি কৰিল। বায়ুয়ো বহিল। বড়মতে গৰ্জ্জিল : শিলায়ো পৰিল। এমনে মহা ধাৰায়ে দেৱে বৃষ্টি কৰিবতে : সকল গোকুল জল প্লাবিত হৈল। এমনে মহাবৃষ্টি বায়ুয়ে গো গোপ গোপীসৱে মহাপীড়া পায়া কম্পমান হয়া কৃষ্ণৰ সমীপ যায়া বুলিবে লাগিলা। হে কৃষ্ণ : ভক্তবৎসল : মহাযোগী : আমাৰ গোকুলৰ তুমিসে নাথ। এতেকে কুপিত ইন্দ্রত হন্তে পালন কৰা। ভগৱন্তো গোকুলৰ দুখ দেখি ইন্দ্রৰ কাৰ্য্য জানি কিঞ্চিৎ ক্রোধ কৰি ইন্দ্রৰ মদ নাশ কৰো বুলি একে হাতে গোৱৰ্দ্ধন পৰ্ব্বত তুলি লৈয়া বুলিবে লাগিলা। ( শ্লোক ৮—১৯ )

হে ব্রজবাসীসৱ : যথা সুখে আসি এই গিৰি গহ্বৰত প্রৱেশ হয়া মোৰ

হাতৰ পৰা পৰ্ব্বত পৰিবে শঙ্কা নকৰিবা। মঞি বাত বৃষ্টিত ত্ৰাণ কৰিম। হেন শুনি তাৰা সৱে পৰ্ব্বত গৰ্ভত পশিল। তথায়ে কৃষ্ণৰ মুখ চায়া ক্ষুধা তৃষ্ণাত দুখ নপাই সাত দিন আছিল। কৃষ্ণো সাতদিন ভৰিয়ো নপাৰিলা। পাছে ইন্দ্ৰে কৃষ্ণৰ মহিমা দেখি বিস্ময় হুয়া গৰ্ব্ব এৰি : মেঘগণ নিবাৰিলা। ভগৱন্তো বৃষ্টি উপশম দেখি ব্ৰজবাসীক বাহিৰ হুৱা বুলিলা। ( শ্লোক ২০—২৬ )

তাৰা গহ্বৰৰ বাইৰ হৈলে পূৰ্ব্বৱতে কৃষ্ণে পৰ্ব্বত থৈলা। গোপ গোপীসৱো কৃষ্ণক আলিঙ্গিয়া দধি দূৰ্ব্বাক্ষত সিঞ্চি আশীৰ্ব্বাদ কৰিলা। নন্দ যশোদা ৰোহিণীয়ো ৰাম কৃষ্ণক আলিঙ্গি আশীৰ্ব্বাদ দিলা। স্বৰ্গতো দুন্দুভি বাদ্য কৰি : পুষ্প বৰষিয়া দেৱ মুনি সিদ্ধ সৱে স্তুতি নতি কৰি জয় কৃষ্ণ বুলিলা। পাছে গোপ গোপীসমে শ্ৰীকৃষ্ণ গোষ্ঠক আসিলা। গোপীসৱো কৃষ্ণৰ লীলা গাইলা। ( শ্লোক ২৭—৩০ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে পঞ্চবিংশোঽধ্যায়ঃ।
হেন জানি সৰ্ব্বলোক হৰিবোল হৰি।

শ্লোক : যো লীলয়া গিৰিৱৰং দধাৰৈকেন পাণিনা।
ভীত গোকুল ত্ৰাণাৰ্থং তমহং শৰণং ব্ৰজে॥



# ষড়্‌বিংশ অধ্যায়

## নন্দ আৰু গোপগণৰ কথোপকথন

কথা : ষড়বিংশ অধ্যায়ে গোৰ বিস্ময়ন্ত নন্দে গৰ্গবাক্য কহিবা। শুকে কহন্ত : এমনে গোপসবে কৃষ্ণৰ অদ্ভুত কৰ্ম্ম দেখি তান প্ৰভাৱ নজানি সবে একত্ৰ হুয়া বুলিবে লাগিলা। হে নন্দ : দেখ বালক কৃষ্ণৰ এতেক অদ্ভুত কৰ্ম্ম, এতেকে কেমনেয়ো গ্ৰাম্য গোপত জন্ম হৈবাক অৰিহন্ত। দেখ সাত বৎসৰৰ ছাৱালে একে হাতে গোবৰ্দ্ধন ধৰি সাত দিন আছিল। শিশুকালত পূতনা ৰাক্ষসীৰ প্ৰাণসমে স্তন পান কৰিল। তিনি মাসতে চৰণ আঘাতে শকট উলটাইলা। এক বৎসৰতে তৃণাৱৰ্ত্ত দৈত্য আকাশক নিলা। তাকে গলত চিপি ধৰিল : নৱনীত চুৰি কৰিলে : যশোদা উকখলে বান্ধি থৈলা। তেখনে আঠুকাঢ়ি যায়া যমলাৰ্জ্জুন উভাৰিলা। (শ্লোক ১—৭)

গৰু চাৰিতেয়ো বৎসাসুৰক মাৰিলা। দুই হাতে ধৰি বককো ছিড়িলা, ধেনুকক বধিয়ো গোপক তাল ফল ভুঞ্জাইলা। প্ৰলম্বকো মৰাই বলাগ্নি হন্তে গো-গোপক ৰক্ষা কৰিলা। কালিক দমিয়ো যমুনাক নিৰ্ম্মল কৰিলা। আৰো দেখ আন্ত স্নেহ এৰিবে নপাৰি এঞ্ছ আমাক দেখোঁ সদায় স্নেহ কৰন্ত। এতেকে তুমাৰ পুত্ৰত আমাৰ শঙ্কা কিবা। এঞ্ছ সন্নাবো আত্মা।

(শ্লোক ৮—১৪)

নন্দে বোলন্ত : হে গোপসব : তোৰা কিছো আমাৰ পুত্ৰত শঙ্কা নকৰিবা : যাতো এই ছৱালক গৰ্গঋষি নাৰায়ণ সম বুলিলা। আন প্ৰসাদে

আমাক আপদ ভৰিবে বুলিহাঁ। এতেকে মই আজি নাৰায়ণ বুলি মানিছোঁ ঃ যাতো অনায়াসে মহা কৰ্ম্মসব কৰা। হেন শুনি গোপসব আনন্দিত হুয়া নন্দক প্ৰশংসিলা ঃ কৃষ্ণকো পূজা কৰিল। ( শ্লোক ১৫— ২৫ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ষড়্‌বিংশোধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ গোপালেভ্যো যন্মহিত্বং সদানন্দেন বৰ্ণিতম্ ॥
তমহং প্ৰণমাম্যাত্মাং নাৰায়ণমনাময়ম্ ॥

---

# সপ্তবিংশ অধ্যায়

## ইন্দ্ৰৰ স্তুতি

কথা ঃ সাতাইশ অধ্যায়ে ইন্দ্ৰৰ স্তুতি কহিবা। শুকে কহন্ত ঃ পাছে ইন্দ্ৰে মহাভয়ে ঃ সুৰভিসমে গোকুলক আসি ঃ নিৰ্জ্জন স্থানত কৃষ্ণক লাগ ধৰি ঃ প্ৰণাম কৰি কৃতাঞ্জলি হুয়া বুলিবে লাগিলা। হে ভগৱন্ত ঃ বিশুদ্ধ সত্বমূৰ্ত্তি ঃ যাত মায়াময় সংসাৰ নাই। তাত ৰাগ লোভাদি কেমনে হৈব ঃ তথাপি ধৰ্ম্ম ৰক্ষাৰ্থে দুষ্টক দণ্ড কৰা। ( শ্লোক ১—৫ )

যাতো তুমি গুৰু জগতৰ পিতৃ ঈশ্বৰ। এতেকে নানা অৱতাৰ ধৰিয়ো জগতৰ হিত কৰা। ঈশ্বৰ মানিবো, গৰ্ব্ব দূৰ কৰা। এতেকে মঞি অজ্ঞানীৰ অপৰাধ ক্ষমা কৰা, যেন পুনৰপি মোৰ এমন মতি নহে। হে ভগৱন্ত ঃ মহাপুৰুষ বাসুদেৱ কৃষ্ণ ঃ তুমাক প্ৰণাম কৰো। যজ্ঞ নাশ হৈলে বায়ু বৃষ্টিয়ে ঃ গোকুল নাশ কৰিবে এতেকে চেষ্টা কৰিলো। তথাপি তুমি অনুগ্ৰহ কৰিলা। এতেকে গৰ্ব্ব এৰি তুমাত শৰণ পশিলো। ( শ্লোক ৬—১৩ )

# অষ্টাবিংশ অধ্যায়

## বৰুণালয়ৰ পৰা নন্দক আনয়ন

কথা : অঠাইশ অধ্যায়ে নন্দানয়ন বৈকুণ্ঠ দৰ্শন কহিবা। শুকে কহন্ত : এক দিনা নন্দে একাদশীত উপবাসে হৰিক পূজা কৰি আছিল দিনা অল্প মাত্ৰ দ্বাদশী দেখি : পাৰণক আদৰে ৰাত্ৰিতে যমুনাক স্নানিবে নামিলা। তেখনে বৰুণৰ দূতে নন্দক ধৰি নিলা। গোপ সবে নন্দক নেদেখি আৰ্ত্তনাদ কৰি ৰাম কৃষ্ণত কহিলা। হেন শুনি কৃষ্ণে জলত নামিয়া বৰুণৰ স্থান গৈলা। বৰুণো কৃষ্ণক দেখি পৰম আদৰে মহা পূজা কৰি স্তুতি আৰম্ভিলা। হে পৰমেশ্বৰ : আজিসে জন্ম মোৰ সাফল্য ভৈল। মহা অৰ্থলাভ ভৈল : মোক্ষ মিলিল : যাতো তোমাক দেখিলো : যাত মায়াৰ প্ৰকাশ নাই : হেন ব্ৰহ্ম পৰমাত্মা ভগৱন্ত তুমাক প্ৰণাম কৰো। নজানি মোৰ দূতে তুমাৰ পিতৃক আনিল : তাক তুমি ক্ষমা কৰা। এহি বুলি বৰুণে নন্দক এৰি দিলা। ( শ্লোক ১—৮ )

কৃষ্ণো পিতৃক লৈয়া গৃহক আসিলা। নন্দো বৰুণৰ মহিমা দেখি কৃষ্ণতো ভক্তি দেখি : বিস্ময় হয়া জ্ঞাতি সৱক কহিলা। তাৰাও পৰম উৎসুক হৈয়া ঈশ্বৰ মানি বৈকুণ্ঠক দেখিবে ইচ্ছা কৰিল। তাক জানি ভগৱন্তে তাৰাক দেহত পৰ ব্ৰহ্মজ্ঞানত মগ্ন কৰাইলা। পাছে তাৰ পৰা তুলি : আপুনাৰ লোক বৈকুণ্ঠ দেখাইলা। গোপসবে বৈকুণ্ঠক দেখি পৰম আনন্দ পাইল। তাতে শ্ৰীকৃষ্ণক দেখি পৰম বিস্ময় ভৈল। ( শ্লোক ৯—১৭ )

বিলাসে বুলিবে লাগিল। হে মহাভাগ্যৱতীসব [illegible] আহিলা: মই কি কৰ্ম্ম কৰিম। ব্ৰজৰো কুশল, তোৰা কি নিমিত্তে আহিলা?

(শ্লোক ১৩—১৮)

তাক মোত কহা। এই ঘোৰ ৰাত্ৰিত ব্যাঘ্ৰ সিংহ সব ফুৰে: এতেকে তোৰা স্ত্ৰীসব এঠাই নাথাকিবা। আৰো পিতৃ মাতৃ ভাতৃ পুত্ৰ পতিসৰে: তোৰাক বিচাৰ কৰি ফুৰে। এতেকে আৰাক দুখ নেদিবা: গৃহক যাৱা: পতি শুশ্ৰূষা কৰা: ধেনুকো দোহন কৰা। শিশুকো স্তন পান কৰাৱা। যদি মোৰ স্নেহে আসিছা সি যুক্ত হয়, তথাপি স্ত্ৰীৰ স্বামী শুশ্ৰূষাসে পৰম ধৰ্ম্ম: যাতো কুৎচিত বৃদ্ধ ৰোগী নিৰ্ধনী পতিকো স্ত্ৰীসৱে এৰিবে নপাৰে। উপপতি কৰিলে স্বৰ্গ নপাই: যশো নষ্ট হয়: ভয়ো ঘুগুছে, লোকৰো নিন্দিত হয়। মোকে শ্ৰৱণ কীৰ্ত্তন কৰিলে যেমনে ভক্তি হৈব: সমীপত নাথাকিলেও তেমনে ভক্তি হৈব। এতেকে তোৰা গৃহক যাৱা। (শ্লোক ১৯—২৭)

শুকে কহন্ত: গোপীসৱে কৃষ্ণৰ অপ্ৰিয় বাক্য শুনি: মহা দুখ চিন্তা লভিল। অসুখ হৈয়া শোকৰ লোতকে কুচৰ কুঙ্কুম ধুটাইল। পাছে নেত্ৰৰ লোতক মলচি গদ্ গদ্ বাক্যে বুলিবে লাগিল: হে বিভু: তুমি এমন ঘাতুক বাক্য নবুলিবা: যাতো আমি সৰ্ব্ব বিষয় এৰি তুমাৰ পাদ মূল ভজিলো। এতেকে আমাক নেৰিবা। যি পতি-শুশ্ৰূষা স্ত্ৰীৰ ধৰ্ম্ম কহিলা সিয়ো ধৰ্ম্ম তুমি ঈশ্বৰতে থাকোক। যাতো তুমি সবাৰে আত্মা বন্ধু: বিবেকীসৱে তুমাত মাত্ৰ ভক্তি কৰে। এতেকে আমাৰ দুষ্ট পতি পুত্ৰত কি কাৰ্য্য: তুমি মাত্ৰ প্ৰসন্ন হৈয়া: আশাচ্ছেদ নকৰিবা। যাতো তুমাক এৰি আমাৰ মন গৃহত নপশে: হস্তো কৰ্ম্মক নপৰে: চৰণে একখোজ নাযায়। কেমনে গৃহক যাইম। এতেকে তুমি অধৰামৃত দিয়া আমাৰ কামাগ্নি দূৰ কৰা। যদি নকৰা তেবে আমি তুমাক চিন্তি কামাগ্নি বিৰহাগ্নিত দেহ দাহ কৰি: তুমাৰ চৰণ মূল যাইম। যেখনে বনত [illegible] কৰাইলা সেইদিনাৰে পৰা আমাৰ সমীপত থাকিবে নোৱাৰি। এতেকে আমি তুমাৰ সুন্দৰ ৰূপ দেখি দাসী হৈলো। হে দীনবন্ধু: তুমাৰ হস্ত পদ্মক আমাৰ স্তনত শিৰত অৰ্পা। (শ্লোক ২৮—৪১)

শুকে কহন্ত: এমনে শ্ৰীকৃষ্ণ গোপীৰ [illegible] আত্মাৰাম হয়ো প্ৰীতি কৰিলা। [illegible] বেঢ়া [illegible] [illegible] পৰিবৃত [illegible]

াক তপ কৰিছা : যাতো কৃষ্ণৰ চৰণ পৰশে : পুলকিত হৈয়াছা। ভূমাত হে আনিল বৃন্দাবনত কৃষ্ণৰ চৰণ পৰশে হৈলা নিকি। বামনৰ আক্ৰমণে বা বৰাহৰ আলিঙ্গনে হয়াছে। তাক আমাত কহা। ( শ্লোক ১—১০ )

হে হৰিণীসব : তোমাৰ দৃষ্টিৰ প্ৰীতি কৰি : প্ৰিয়াসমে শ্ৰীকৃষ্ণ এই পথে গৈলা : যাতো কুঙ্কুম যুক্ত কুন্দ পুষ্প মালাৰ গন্ধ বহে। কেয়ো বোলে : হে সখী সব, লতাত শ্ৰীকৃষ্ণৰ বাৰ্ত্তা পুছা : যাতো তান নখ পৰশে পুলক ধৰিছে। এমনে গোপী সব উন্মত্ত হৈয়া কৃষ্ণাজ্ঞত পুছি : কৃষ্ণলীলা সব কৰিবে লাগিলা। কেয়ো পূতনা হয়া : কেয়ো কৃষ্ণ হয়া : স্তন পান কৰে। কেয়ো শকট হয়ে : কেয়ো শকটক লাঠি মাৰি উল্টাৱে : কেয়ো কৃষ্ণ হৰে : কেয়ো আবৰ্ত্ত হৈয়া হৰি নেই। কেয়ো কৃষ্ণ হেন আঠু কাঢ়ি ফুৰে, কেয়ো বৎস হয়ে : কয়ো তাকে ধৰে : কেয়ো বক হয়া গিলে, কেয়ো তাকে ছিৰি মাৰে। কেয়ো বস্ত্ৰক তুলি বোলয় : হে গোপগোপী সব : বাত বৃষ্টিও ভয় নকৰিবা : যাতো মঞি গোবৰ্দ্ধন ধৰিলো। কেয়ো কালি দমে : কেয়ো বনাগ্নি হৰৈ। এমনে গোপীসবে কৃষ্ণলীলা কৰিতে : শ্ৰীকৃষ্ণৰ খোজ দেখিল। সেই খোজ নিৰখনে কতো দূৰ যাইতে লগত স্ত্ৰীৰ খোজ দেখি অনেক খেদ কৰিল। কেয়ো বোলে ধন্য গোৱিন্দৰ পাদ ৰেণু : যাক ব্ৰহ্মা মহেশো ধৰে। আমা অমিয়ো ধৰোঁ : তেবে কৃষ্ণক লাগ পাইম। কেয়ো বোলে যেবে সতিনীৰ খোজ মাজত নাথাকে : তবে কি বোলা এই হয় : তাইৰ পদ ৰেণুয়ে পুনু আমাক মহা দুখ দিব। যাতো তাই সবাৰো ভাগ্য কৃষ্ণৰ অধৰামৃতক আপুনি পান কৰে। ( শ্লোক ১১—৩০ )

এঠাই দেখো তাইৰ খোজ নেদেখি : এতেকে জানু তাইৰ চৰণ কুশ কণ্টকে বিন্ধিল, আজগাই ধৰি নিলা। যাতো ধৰমতে খোজ বাঢ়িছে। এঠাই কৃষ্ণ পুষ্প পৰিলা : যাতো আদখন মাত্ৰ খোজ বাঢ়ি আছে। এঠাই দেখা কেশ বান্ধি পুষ্প পিন্ধাইলা। তবে কহন্ত : জানা বাৰা : আত্মাৰাম ভগৱন্ত কামুকৰ দুখ : স্ত্ৰীৰো দুৰ্বুদ্ধি দেখাই : এতেক কৰিলা। তাই পুনু সৱাতে শ্ৰেষ্ঠ মানিল : যাতো সবাকে এৰি : কৃষ্ণে মোক ভজিছা

( শ্লোক ৩১—৩৬ )

এতেকে কতো দূৰ গৈয়া মহ্যদপে কৃষ্ণক বোলয় : মঞি আজিল হাটিতে নপাৰো। [illegible] বোলয় : তেবে কান্ধত উঠা। হেন জানি উঠিয়ো : [illegible] হৈলা : এতেকে কৃষ্ণ অন্তৰ্দ্ধান হৈলা : তেবে তাই অনেক তাপ কৰিল।

# দ্বাত্রিংশ অধ্যায়

## গোপীগণৰ প্ৰতি কৃষ্ণৰ সান্ত্বনা

কথা : বত্রিশ অধ্যায়ে দেখা দিয়া ভগৱন্তো গোপীক শান্ত কৰিবা। শুকে কহন্ত : এমনে গোপীসবে কৃষ্ণগীত গায়া উচ্চ কৰি বিলাপ কৰিল। ভগৱন্তো তাৰাৰ প্ৰেম-গীতে আকুল হয়া মদনমোহন বেশে দেখা দিলা। গোপীসবে শ্ৰীকৃষ্ণক দেখি পৰম উৎসুকে একেলগে উঠিল। কেয়ো অঞ্জুলি কৰি কৃষ্ণৰ হস্তপদ্মত ধৰিল : কেয়ো বাহু আনি কন্ধত থৈল : কেয়ো অঞ্জুলি কৰি চবা লৈল : কেয়ো চৰণ পদ্মক স্তনত থাপিল : কেয়ো কটাক্ষ কৰি ৰহিল। কেয়ো অনিমিষ নেত্ৰে মুখপদ্মক চায়া থাকিল। কেযো নেত্ৰদ্বাৰে হৃদয়ত থৈয়া আনন্দত মগ্ন হৈল। এমনে সকল গোপী কৃষ্ণৰ অবলোকনে পৰম আনন্দিত হয়া বিৰহ তাপ এৰাইল। ভগৱন্তো তাৰায়ে আবৃত হয়া প্ৰকাশ কৰিলা। ( শ্লোক ১—১০ )

পাছে তাৰাসমে মনোহৰ যমুনা পুলিনে গৈল। গোপীসবো ভগৱন্তৰ দৰশন সুখে কৃতাৰ্থ হৈয়া : আপুনাৰ উপৰি আন বস্ত্ৰে আসন কৰি দিলা। ভগৱন্তো তাতে বসি ত্ৰৈলোক্য মোহন মূৰ্ত্তি ধৰি গোপীৰ সভাত প্ৰকাশ কৰিল। গোপীসবো হাস্য কটাক্ষ কৰি কৃষ্ণৰ হস্তপদ পৰশি আনন্দ কৰাই তান বাক্যে তান আজ্ঞা কৰিতে অল্প কোপ কৰি বুলিবে লাগিল। হে কৃষ্ণ, কতোলোকে ভজন্তাক ভজে, কেয়ো ভজন্তাক নভজে, আক আমাত ভালমতে কহা। ( শ্লোক ১১—১৬ )

তাৰ অভিপ্ৰায় বুজি ভগৱন্তে বোলন্ত : হে সখীসব : যি ভজন্তাক মাত্ৰ ভজে তাত কিছো সুহৃদ ধৰ্ম্ম নাই : যাতো সি গো মহিষত জনৰ সদৃশ আপুনাকসে ভজে। যি নভজন্তাক ভজে, সি পিতৃ সম দয়ালু, যাতো তাত ধৰ্ম্ম সুহৃদ হয়া থাকে। যি ভজন্তা নভজন্তা দুইকো নভজে সি চাৰিবিধ : কতো আত্মাৰাম, কতো পূৰ্ণকাম, কেয়ো অকৃতজ্ঞ, কেয়ো গুৰুদ্ৰোহী। হেন শুনি গোপীসবে অন্যে অন্যে চায়া গূঢ় হাস্য কৰিল। তাক বুজি ভগৱন্তে বোলন্ত : জানা সখীসব, মঞি পুনু সবাতে বাহিৰ পৰম সুহৃদ, পৰম দয়ালু, এতেকেসে সদায় প্ৰীতিৰ অৰ্থে ভজন্তাকো নভজে। তোৰা পুণু মোৰ অৰ্থে লৌকিক বৈদিক জ্ঞাতিকো এৰিলা। ময়ো তোৰাৰ প্ৰেম আলাপ শুনিয়ো দেখা নিদিলো। এতেকে দেৱৰ আয়ুয়ো তোৰাৰ প্ৰত্যুপকাৰ কৰণ নযায়। যাত্ৰে সবাকে এৰি মোক ভজিলা : এতেকে তোৰা আপুনাৰ গুণে তুষ্ট হৱা। ( শ্লোক ১৭—২২ )

শ্ৰীভাগৱত কথায়াং দশমস্কন্ধে দ্বাত্ৰিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যো গোপজায়া জনিতানুতাপ মালাপনেনাশুমুদাজহাৰ।
তমীশ্বৰং সাশ্ৰয়মপ্ৰতৰ্ক্যং বন্দে মহানন্দকৰং পৰেশম্ ॥

———

# ত্ৰয়স্ত্ৰিংশ অধ্যায়

## ৰাস লীলা

কথা : তেতিশ অধ্যায়ে মহাৰাস কহিবা। শুকে কহন্ত : এমনে ভগৱন্তৰ বাক্য শুনি গোপীসব বিৰহ তাপ এৰাইলা। গোৱিন্দো তাৰাসমে ৰাসক্ৰীড়া আৰম্ভিলা। দুহু দুহু গোপীৰ মধ্যে এহু কৃষ্ণ প্ৰবেশিল। এতেকেসে সবে কৃষ্ণক আপুনাৰ নিকটত থাকিবে মানিল। দেৱ-দেৱীৰ বিমানে আকাশ ঢাকিল : স্বৰ্গত দেৱে দুন্দুভি বজাইল, পুষ্পবৃষ্টি কৰিল, গন্ধৰ্ব্বে গীত গাইল। এঠায়ো কৃষ্ণৰ গোপীৰ বলয়া নূপুৰ কিঙ্কিণীৰো মহা শব্দ হৈল। ভগৱন্তো গোপীগণসমে সুবৰ্ণ মণিৰ মধ্যত মৰকত মণিহেন প্ৰকাশ কৰিলা। গোপীসবো কৃষ্ণসমে নানা গতি বিলাসে মেঘত বিদ্যুতিকা হেন প্ৰকাশিলা। এমনে ৰাস মণ্ডলত গোপীগণসমে শ্ৰীকৃষ্ণ নানাভাৱে গীত নৃত্য কৰিলা। তাতে কতো গোপী ক্ৰীড়াত শ্ৰান্ত হৈয়া বাহুমেলি কৃষ্ণৰ স্কন্ধত ধৰে, কেয়ো কৃষ্ণৰ সুগন্ধ বাহু সুঙি ৰোমাঞ্চিত হয়। ( শ্লোক ১—১১ )

কাকো কৃষ্ণে নৃত্যৰ ভঙ্গীত চৰা দেয়ন্ত, কেয়ো গোপী কৃষ্ণৰ হস্তক স্তনত আৰোপে। এমনে গোপীসবে লক্ষ্মীপতি ভগৱন্তক পতি পায়া তান বাহুয়ে গৃহীত কণ্ঠ হুয়া, গীত নৃত্য বিহাৰ কৰিল। ভগৱন্তৰ বিলাসে তাৰাসবো মোহিত হৈল। এতেকেসে বস্ত্ৰসব অলঙ্কাৰ সম্বৰিবে নপাৰিল। তাৰাৰ বিলাসে ভগৱন্তৰ কিছো নহৈল : যাতো তাৰাত আপুনাৰ কুশল অৰ্পিসে

বিহাৰ কৰিলা। যাক দেখি দেৱবো স্ত্ৰীসৱে মোহিত হৈল, চন্দ্ৰো কামে পীড়িত হুয়া গ্ৰহগণসমে বিস্ময়ে ৰহিলা। এতেকে দীৰ্ঘৰাত্ৰি পায়া বিহাৰ কৰিল।

( শ্লোক ১২—১৮ )

যতেক গোপী ততেক কৃষ্ণ হুয়া আত্মাৰামো ক্ৰীড়া কৰিলা। পাছে গোপীসবে ৰতি-শ্ৰান্ত হৈলে তাৰাৰ মুখক কৃষ্ণে শীতল হস্তে মাৰ্জ্জন কৰিলা। গোপীসবো হাস্য কটাক্ষে কৃষ্ণক আনন্দ কৰাই তান পৰশে আনন্দিত হুয়া তান চৰিত্ৰ গাইলা। পাছে শ্ৰীকৃষ্ণে শ্ৰম এৰাইবাক প্ৰতি তাৰাসমে জলত প্ৰৱেশি নানামতে জলকেলি কৰিলা। গোপীসবো কৃষ্ণক জল সিঞ্চিল: তেখনে দেৱগণে পুষ্পবৃষ্টি কৰি স্তুতি নতি আচৰিলা। পাছে তাৰ পৰা উঠি মনোহৰ বৃন্দাবনত ফুৰিল। পাছে ৰাতি হৈলে প্ৰবোধি তাৰাক পঠাইল। এমনে শৰত কালৰ ৰাত্ৰি সবাত নিতে নিতে কৃষ্ণে ক্ৰীড়া কৰিলা।

( শ্লোক ১৯—২৫ )

পৰীক্ষিতে পুছন্ত: হে গুৰো, ধৰ্ম্ম ৰক্ষাৰ্থে অধৰ্ম্ম নাশাৰ্থে, শ্ৰীকৃষ্ণ অৱতাৰ হুয়া আছে। তেঞ্ছ কিয় পৰদাৰ-গমন পাপ কৰিলা। পূৰ্ণকাম হৈয়ো কি নিমিত্তে নিন্দিত আচৰিলা। তাক মোত কহা। শুকে কহন্ত: জানা ৰাজা, শ্ৰীকৃষ্ণৰ কথা থাকোক। আন ঈশ্বৰ সবৰ অন্যায় দেখিছি: যাতো তেজস্বীক একো দোষে নপাৱে। যেন অগ্নি সবাকে দাহ কৰে। অনিশ্বৰে পুনু মনেও অন্যায় নকৰিবেক, কৰিলে পুনু অৱশ্যে নাশ হৈবে। যেনয় ৰুদ্ৰে বিষ খায়া নমৰে। ( শ্লোক ২৬—৩০ )

এতেকে ঈশ্বৰ সবৰ বাক্য সত্য, কাৰ্য্য পুনু কতো সত্য কতো অসত্য। এতেকে সুবুদ্ধি সৱে বাক্যে আচাৰে, সম দেখিলেসে কৰিবেক, বিৰুদ্ধ নকৰিবেক। ঈশ্বৰ সৱক পুনু নিৰহঙ্কাৰ পদে পাপ পুণ্যে লাগ নপাৱে। শ্ৰীকৃষ্ণ পুনু ঈশ্বৰৰো ঈশ্বৰ: এতেকে তাস্ত কৈত পাপ পুণ্য সম্বন্ধ আছে। যাৰ চৰণসেৱা কৰি সৰ্ব্বপাপ এৰাই তেন্ত কৈত পাপ বন্ধ হৈবেক। বিশেষত কৃষ্ণ সবাৰে আত্মা: লোকৰ অনুগ্ৰহাৰ্থেসে মনুষ্য অৱতাৰ ধৰিছা। এতেকেসে তাস্ত কৈত পৰদাৰ আছে: তথাপি মনুষ্য হেন লীলা কৰা। যাক শুনি লোকে সংসাৰ তৰিবেক। গোপসবো কৃষ্ণক অসূয়া নকৰিলা, যাতো তান মায়ায়ে মোহিত হুয়া আপুনাৰ সমীপতে ভাৰ্য্যাক দেখিলা। এমন ঐশ্বৰ্য্য যাত নাথাকে: তথাপি পৰদাৰ কৰে সি অৱশ্যে পাতকী হৈবেক। এই কথাক যি

শ্ৰদ্ধায়ে শ্ৰৱণ কীৰ্ত্তন কৰে সি অৱশ্যে কৃষ্ণত ভক্তিমন্ত হয়া কাম পীড়া এৰাইবেক। (শ্লোক ৩১—৩৯)

শ্ৰীভাগৱত কথায়াং দশমস্কন্ধে ত্ৰয়স্ত্ৰিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰিবোল হৰি।

শ্লোক : মহাৰাস বিহাৰেণ যো ব্ৰজস্ত্ৰী মুদং দদৌ।
নমামি তমহং দেৱং কামকেলি কুতূহলম্ ॥

---

# চতুস্ত্ৰিংশ অধ্যায়

## নন্দমোচন আৰু শঙ্খচুৰ বধ

কথা : চতিশ অধ্যায়ে নন্দমোচন শঙ্খচুৰ বধ কহিবা। শুকে কহন্ত : একদিনা দেৱ যাত্ৰা হৈল। গোপসবো কৌতুকে শকটত চৰি অম্বিকা-গৃহক গৈল। তথায়ে সৰস্বতীত স্নান কৰি শিৱ দুৰ্গাক অৰ্চ্চা কৰিল। ব্ৰাহ্মণকো গে' সুবৰ্ণ দান কৰিল। জল মাত্ৰ খায়া নদীৰ তীৰত সবে নিদ্ৰা গৈলা। তাতে এক মহা অজগৰ আসি নন্দক ধৰিল। নন্দো কৃষ্ণ কৃষ্ণ বুলি আতাস পাৰিল। তাক শুনি গোপসৱ তেখনে উঠি নন্দক গিলিবাৰ দেখি আধড়া লয়া : সৰ্পক কোবাইল। তথাপি সৰ্পে নন্দক নেৰিল। পাছে ভগৱন্ত আসি চৰণে পৰশিলা। তেবে সি তেখনে সৰ্পদেহ এৰি দিব্য বিদ্যাধৰ হয়া কৃষ্ণক প্ৰমাণ কৰিলা। (শ্লোক ১—৯)

তাক দেখি ভগৱন্তে পুছন্ত : কুন তয়ি, কেনে বা এনে অৱস্থা পাই আছিলি, আৰু আমাত কহ। সৰ্পে বোলয় : মঞি সুদৰ্শন নাম বিদ্যাধৰ :

আপুনাৰ ৰূপ দৰ্পে বিৰূপ অঙ্গিৰস ঋষিক দেখি হাস্য কৰিলো। তেৱে তাবায়ো মোক এই অৱস্থা কৰিল। শাপে মোৰ অনুগ্ৰহ হৈল, যাতো তুমি শ্ৰীচৰণে পৰশিলা। হে মহাপুৰুষ, প্ৰপন্ন ভয় ভঞ্জন: ভগৱন্ত সৰ্ব্বেশ্বৰ: তুমাক প্ৰণাম কৰো। অনুজ্ঞা দিয়া স্বৰ্গক যাঞ্। যাৰ নাম মাত্ৰে পুৰুষ পৱিত্ৰ হয়ে হেন তুমাৰ চৰণ পৰশিলো। এতেকে মোৰ কি ভাগ্য কহিম। (শ্লোক ১০—১৭)

এই বুলি কৃষ্ণক প্ৰদক্ষিণে প্ৰণাম কৰি স্বৰ্গক গৈলা। গোপসবো কৃষ্ণৰ মহিমা দেখি বিস্ময় হয়া গোকুলক আসিলা। একদিনা ৰামকৃষ্ণ গোপগণ সমে বৃন্দাবন গৈয়া: বিহাৰ কৰিতে মনোহৰ গীত গাঞিল। তাতে গোপীসৱ মগ্ন হৈয়া আপুনাকো পাহৰিল। (শ্লোক ১৮—২৪)

সেইবেলা শঙ্খচূৰ যক্ষ আসি গোপীগণ লৈয়া গৈল। তাবায়ো ৰামকৃষ্ণ বুলি আটাস পাৰিল। তাক শুনি দুয়ো ভাই শালবৃক্ষ ধৰি খেদি গৈলা। যক্ষো ৰাম কৃষ্ণক দেখি মহাভয়ে গোপীসৱক এৰি লৰ দিল। কৃষ্ণো তাৰ পাছে পাছে খেদি গৈল, স্ত্ৰীসৱ ৰাখি বলভদ্ৰ ৰহিলা। কৃষ্ণো যক্ষক লাগ পায়া মুষ্টি হানি শিৰ ভাঙ্গিলা। এমনে শঙ্খচূৰ বধি তাৰ শিৰৰ দিব্য মণি বলভদ্ৰক দিলা। (শ্লোক ২৫—৩২)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে চতুস্ত্ৰিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : শঙ্খচূৰ-বধেনাশু ব্ৰজবালাঃ মুমোচ যঃ।
তং প্ৰপদ্যে মহাবাহুমহিতাচ্চ বিমোচকম্ ॥

---

## পঞ্চত্ৰিংশ অধ্যায়

## গোপীগণৰ সন্তাপ

কথা ঃ পঞ্চত্ৰিশ অধ্যায়ে গোপীৰ গীত কহিবা। শুকে কহন্ত ঃ দিনত কৃষ্ণ বৃন্দাবন গৈলে গোপীসবে তান লীলা গায়া মহাদুখে দিন গোঞাইল। আবে তাক শুনা। গোপীসবে বোলয় ঃ হে সখীসব, যেখন কৃষ্ণ বাম বাহু মূলত বাম কপোল থৈয়া ঃ ভ্রূৰ চলায়া ঃ অধৰত বেণু দিয়া ঃ আঙ্গুলিসৱ ৰন্ধ্ৰত অপিয়া ঃ যেখন গীত গায়ন্ত ঃ তেখন বিমানত যাইতে দেৱস্ত্ৰী সব লগত পতি থাকন্তো কামে বিহ্বল হয়া মহা মোহ হয়া বস্ত্ৰ সম্বৰিবেয়ো নপাৰে। আমি কেমনে তান বিৰহ সহিবো। যেখন নন্দপুত্ৰ অধোবদনে সুন্দৰ বেণু বাদন কৰা, তেখন ব্ৰজৰ বৃষ মৃগ গোসৱো মুখত গ্ৰাস লৈয়া কৰ্ণতুলি শুনি থাকে। যেখন ময়ূৰৰ পুচ্ছ গৌৰিক ধাতু বৃক্ষৰ পত্ৰেও মল্লবেশ ধৰি, কৃষ্ণো বেণুবাদ্য কৰি গৰুক আহ্বান কৰন্ত। তেখন নদীসবৰো ভগ্নবেশ হয়া ঃ উৰ্মিভুজ চালি ঃ তান পাদৰেণুক বাঞ্ছা কৰে। ( শ্লোক ১— ৭ )

যেখন পৰ্ব্বত সমীপত গোপগণ সমে শ্ৰীকৃষ্ণ বেণু বায়ন্ত তেখন বনৰ তৰুলতা সবো ঃ পুষ্প-ফল ভাৰে নম্ৰ হয়া ঃ ৰোমাঞ্চিত হয়া মধু-ধাৰা চলে ঃ অশ্ৰুপাত কৰে। যেখন গোবিন্দৰ মালাৰ দিব্য তুলসীৰ গন্ধত মত্ত মধুকৰৰ গীতক আদৰ কৰি বেণু বায়ন্ত ঃ তেখন সৰোবৰৰ পক্ষীসবো আসি মৌন হয়া উপাসা কৰন্ত। যেখন শ্ৰীকৃষ্ণ বেণুবাদ্য কৰি জগতক হৰিষ কৰন্ত ঃ তেখন মেঘ সবো ছায়াছত্ৰ ধৰি ঃ অল্প অল্প কৰি গৰ্জ্জি কণিকা বৃষ্টি কৰন্ত। যেখন

ভগৱন্তে নানা সুৰে গীত গায়ন্ত তাক ব্ৰহ্মা মহেশাদি দেবগণো এমনে শুনিয়ো, তত্ত্ব নজানি মোহ যায়ন্ত। যেখনে ধ্বজ বজ্র যৱ অঙ্কুশ পদ্মযুক্ত চৰণ কমলে ব্ৰজ ভূমিত গতি কৰন্ত: তেখন তান বিলাস হাস্য কটাক্ষে আসি মোহিত হয়া: বস্ত্ৰকেশ সম্বৰিবে নপাৰি। (শ্লোক ৮—১৭)

যেখন মণি লৈয়া গৰুক গণিতে সখিৰ স্কন্ধত বাহু থৈয়া বেণুনাদ কৰন্ত, তেখন হৰিণীসবো গৃহৰ আশা এৰি কৃষ্ণক উপাসা কৰে। যেখন কুন্দ পুষ্পৰ মালা ধৰি কৃষ্ণে যমুনাত বিহাৰ কৰন্ত: তেখনে মলয় সমে গন্ধৰ্ব্ব বিদ্যাধৰ গীত-নৃত্য-বাদ্য কৰিয়া থাকে। যেখন গৰুক লৈয়া ব্ৰজক আসন্ত: তেখন ব্ৰহ্মাদি দেৱগণো পথত প্ৰণাম কৰে। কতো সবে বোলে: হে সখি সব, দৈবকীৰ পুত্ৰ চন্দ্ৰ আমাৰ দিন তাপ দূৰ কৰিবাক লাগি হেৰ আসন্ত। শুকে কহন্ত: এমনে ব্ৰজ স্ত্ৰীসবে কৃষ্ণলীলা গায়া দিনতো কৃষ্ণতে চিত্ত দিয়া আনন্দ কৰিল।

(শ্লোক ১৮—২৬)

শ্ৰীভাগৱত কথায়াং দশম স্কন্ধে পঞ্চত্ৰিংশোঽধ্যায়ঃ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: যল্লীলা বৰ্ণনেনাপি জহুস্তাপং ব্ৰজাঙ্গনাঃ।
তদ্বন্দে পৰমানন্দং কীৰ্ত্তন্যযশসং প্ৰভুম্॥

---

# ষট্‌ত্ৰিংশ অধ্যায়

## বৃষভাসুৰ বধ

কথা ঃ ছত্ৰিশ অধ্যায়ে বৃষভাসুৰ বধ ঃ নাৰদ বাক্য ঃ অক্ৰূৰক আদেশ কৰিবা। শুকে কহন্ত ঃ এমনে ব্ৰজত পৰম উৎসৱ হৈল। পাছে তাৰ বিৰুদ্ধকৰ অৰিষ্ট বৃষভাসুৰ পৃথিৱী কম্পাই গোকুলক আসিল। যাৰ চুটত মেঘসবে পৰ্ব্বত বুলি বাস ক'ৰ। শৃঙ্গৰ আগত মাখি দোহাৰ হয়। যাৰ শব্দত গো মনুষ্যৰ গৰ্ভস্ৰাৱ হয়। হেন অসুৰক দেখি গোপ গোপীসব মহা ত্ৰাস হৈয়া কৃষ্ণ কৃষ্ণ বুলি গোৱিন্দত শৰণ পশিল। ভগৱন্তো গোকুলৰ মহাভয় দেখি নিৰ্ভয় দিয়া বৃষভাসুৰক খেদি গৈয়া বুলিবে লাগিলা ঃ অৰে দুষ্ট অৰিষ্ট, তোৰ অন্তক মঞি থাকিতে কেনে গো-গোকুলক ত্ৰাস দেহ। এহিবুলি বাহু টানি মাৰি সখিৰ কন্ধত বাহু মেলি ৰহিলা। দৈত্য মহাক্ৰোধ কৰি খুৰায়ে পৃথিৱী বিদাৰি পুচ্ছৰ ছাটিত মেঘ ফুৰায়া ঃ দুই শিঙ তুলি খেদি গৈলা। ( শ্লোক ১—১০ )

ভগৱন্তো তাৰ দুই শিঙত ধৰি আঠাৰ ভৰি পৰ্য্যন্তে পাছক ঠেলি পেহ্‌-লাইলা। সিয়ো পৰিয়া তেখনে উঠি পুনু খেদি গৈলা। কৃষ্ণো শৃঙ্গত ধৰি চৰণে আক্ৰমি ঃ পৃথিৱীত পেহলাই ঃ ঘাৰ মোচাৰি ঃ শৃঙ্গ উভাৰি প্ৰহাৰিলা। সিয়ো মলমূত্ৰ এৰি শোণিত বান্তি কৰি প্ৰাণ চাড়িলা। দেৱগণো পুষ্পবৃষ্টি কৰি জয় কৃষ্ণ বুলিলা। এমনে কৃষ্ণে অৰিষ্ট বধি ঃ গোষ্টত প্ৰবিষ্ট হৈল।

( শ্লোক ১১—১৫ )

নাৰদে আসি কংসৰ আগত বুলিবে লাগিল। আৰে কংস, গোকুলত কি কৃষ্ণ আছন্ত ঃ তেঞ দৈবকীৰ অষ্টম পুত্ৰ বলভদ্ৰ ৰোহিণীৰ পুত্ৰ ঃ যি

কন্যাক মাৰিবে চাহিলি, তেঞ্ৰু যশোদাৰ পুত্ৰী, যাতো ভয়ত বসুদেৱে পলাই আনিছে। ৰামকৃষ্ণেসে তোৰ দৈত্যসব বধিছে। হেন শুনি কংসে মহাক্ৰোধে খান্দা ধৰি বসুদেৱক বধিবে উদ্যম হৈল। হেন দেখি নাৰদে বোলন্ত: এখনে বসুদেৱক বধিলে তোৰ মৃত্যু ৰামকৃষ্ণ পলাইব। এতেকে এখন নবধিৱি। এহি বুলি নাৰদ চলি গৈল। কংসো ৰাম কৃষ্ণক বধিবে লাগি কেশীক পাঠিল। (শ্লোক ১৬—২৩)

পাছে পাত্ৰ মন্ত্ৰী মাল মতাই বোলয়: হে বীৰসব, মোৰ মৃত্যু বসুদেৱৰ দুই পুত্ৰ আছে গোকুলত। তাক মঞি এঠাই আনিম। তোৰা মল্লযুদ্ধ কৰি বধিবা। ৰঙ্গশালাৰ চৌপাশে মঞ্চ সব বান্ধা, যেন সকললোকে যুদ্ধ চাহিবাক পাৰে। দ্বাৰতো কুবলয়াপীড় হস্তীক থৈয়া: ৰাম কৃষ্ণ আসিলে পন্থতে মাৰিবা। চতুৰ্দ্দশীতো ধনু যাগ আৰম্ভি পশুসব বধি: মহেশক পূজা কৰা। পাছে অক্ৰুৰক মাতি আনি হাতত ধৰি বোলয়: হে দানপতি, মোৰ তুমাত পৰ আন প্ৰিয় নাই। যেন ইন্দ্ৰো বিষ্ণুক সহায় কৰি আপুনাৰ কাৰ্য্য সাধন্ত, তেমনে মঞো তুমাক আশ্ৰয় কৰিলো। গোকুলক যায়া ৰাম কৃষ্ণক আনা। (শ্লোক ২৪—৩০)

যাতো তাৰা দুয়ো মোৰ মৃত্যু, এতেকে গোপগণসমে আনি হস্তী ফেন্টাই মাৰিম। যদি তাত এৰা তেবে বজ্ৰসম মল্লৰ হাতে মৰাইম। তেবে বসুদেব আদি তাৰ বন্ধুগণ বধিম: উগ্ৰসেন পিতৃকো নষ্ট কৰিম। এমনে সৰ্ব্বশত্ৰু সংহাৰি অকণ্টকা পৃথিৱী ভোগ কৰিম। যাতো মোৰ বৰ বৰ দৈত্য সৱ সহায় আছে। এতেকে তুমি ধনুৰ্যাগ চলে শীঘ্ৰে ৰাম কৃষ্ণক আনা। অক্ৰুৰে বোলন্ত: হে ৰাজা, তুমি মহা ভাল বুদ্ধি কৰিছা, যাতো আপুনাৰ মৃত্যু দূৰ কৰিবে খোজা। কিন্তু সিদ্ধি অসিদ্ধিৰ দৈবেসে কাৰণ। তথাপি তুমাৰ আজ্ঞা কৰিম। শুকে কহন্ত: এমনে কংস মন্ত্ৰীগণক আদেশ কৰি গৃহত প্ৰবেশ হৈল। অক্ৰুৰো আপুনাৰ গৃহক আসিলা। (শ্লোক ৩১—৪০)

শ্ৰীভাগৱত কথায়াং দশম স্কন্ধে ষট্‌ত্ৰিংশোঽধ্যায়ঃ ॥

আক জানি সৰ্ব্বজন হৰি বোল হৰি।

শ্লোক: দুষ্টাৰিষ্টহৰং কৃষ্ণমিষ্টং শিষ্টজনপ্ৰিয়ম্।
প্ৰণমামি হৃদানিত্যং গোষ্ঠেতুষ্টি বিবৰ্দ্ধনম্ ॥

———

# সপ্তত্ৰিংশ অধ্যায়

## কেশী আৰু ব্যোমাসুৰ বধ

কথা : সাতত্ৰিশ অধ্যায়ে কেশীবধ, নাৰদস্তুতি, ব্যোঁমনাশ কহিবা। শুকে কহন্ত : কংসৰ আজ্ঞায়ে কেশী অসুৰ মহা হয় হয়া কেশৰ ছাটিয়ে বিমান উৰুৱাই চৰণে পৃথিৱী বিদাৰি : শব্দতে জগতৰ ভয় কৰি : গোকুলক আসিল। ভগৱন্তো দৈত্যক দেখি যুদ্ধক আহ্বান কৰিল। সিয়ো মহানাদ কৰি সমুখে খেদি গৈল। পাচ দুই চৰণে প্ৰহাৰ কৰিল। তাক এৰাই ভগৱন্তে দুই হাতে তাৰ দুই পদত ধৰি আলগতে ফুৰায় চাৰি হাতত আচাৰি পেলাইলা। সিয়ো ক্ষণেকে চেতন পায়া : সত্বৰে উঠি মুখ মেলি : গিলিবে খেদি গৈল। ভগৱন্তো হাসিয়া বামবাহু প্ৰৱেশাইলা। তাৰ পৰশে কেশীৰ দন্তসব সৰিল। বাহুয়ো বাঢ়িবে লাগিল। তেবে কেশী বায়ু নিৰুদ্ধ হৈয়া ভৰি আচৰি : চক্ষু থিৰ কৰি প্ৰাণ ছাৰিল। শৰীৰো বালিয়া ছিনাল হেন ফাটিল। তেবে ভগৱন্তে বাহু বাঝ কৰিলা। দেৱসবো পুষ্পবৃষ্টি কৰি স্তুতি নতি কৰিলা।

( শ্লোক ১—৮ )

পাছে ভাগৱত নাৰদ ঋষি ৰহস্য থানত কৃষ্ণক লাগ ধৰি বুলিবে লাগিলা। হে কৃষ্ণ, হে যোগেশ্বৰ, জগদীশ্বৰ, বাসুদেৱ, অখিলবাস, তুমি সবাৰে আত্মা। তুমিসে জগতক স্ৰজন পালন সংহাৰ কৰা। হেন ঈশ্বৰো দৈত্য বধাৰ্থে সাধুৰ ৰক্ষাৰ্থে অৱতাৰ হয়া আছা। ই কেশী দৈত্যক মাৰিলা : মোৰ মহা আনন্দ হৈল : যাৰ শব্দতে দেৱতা স্বৰ্গ এড়য়। পৰশ্ব দিনা চানুৰ মুষ্টিক

মল্ল কুবলয় কংস বধিবা। তাত পাছে কংস যৱন মুৰ নৰক সংহৰিবা। কন্যাসবো বিহাইবা: ইন্দ্ৰকো জিনি পাৰিজাত হৰিবা। জাম্বুৱতীসমে স্যমন্তক আনিবা ঃ নৃগক মোচন কৰিবা : পৌণ্ড্ৰক বধিবা ঃ বাৰানসী দহিবা : ৰাজসূইতো শিশুপাল বধিবা ঃ দণ্ড চক্ৰ নিপাতিবা। ব্ৰাহ্মণৰো মৃত পুত্ৰক দিবা। অৰ্জ্জুনৰ সাৰথি হুয়ো ভূভাৰ হৰিবা : দ্বাৰকাত আনো যি যি কৰ্ম্ম তুমি কৰিবা তাক মঞি দেখিবো। এইবুলি নাৰদ কৃষ্ণক প্ৰদক্ষিণ কৰি অনুজ্ঞা লৈয়া লড়ি গৈলা। ( শ্লোক ৯—২৪ )

ভগৱন্ত কৃষ্ণো গৰুক চাৰিতে চোৰ ক্ৰীড়া কৰিলা। তাতো কতোসব চোৰ হৈলা : কতোসৱ গিৰী হৈল : কতোসবো মেঘ হৈল। তাতে ময়ৰ পুত্ৰ ব্যোম নাম দানব : গোপাল ৰূপ ধৰি মেষ চোৰ কৰি নিয়া পৰ্ব্বত গহ্বৰত থৈয়া : উপৰত শিলায়ে ঢাকিলে। পাছে পাছে গিৰীকো নিবে লাগিল। তাক জানি ভগৱন্তে হাতত ধৰিলা। পৰ্ব্বত সম সিয়ো নিজ দেহ ধৰি এৰাইবে খুজিয়ো সমৰ্থ নহৈল। ভগৱন্তো তাক পৃথিৱীত পেলাই ঘাৰ মোচাৰি প্ৰাণ লৈলা। পাছে গভৰৰ শিলা দূৰ কৰি গোপসৱক দুখত তাৰিলা। দেৱসবো স্তুতি নতি কৰিলা। তেবে গো গোপসমে ব্ৰজত প্ৰবেশিলা।

( শ্লোক ২৪—৩৩ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে সপ্তত্ৰিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰিবোল হৰি।

শ্লোক : লীলয়া নিহতো যেন ব্যোম দানৱ পুঙ্গৱঃ।
নমামি তমহং দেৱং কেশৱং কেশীসূদনম্ ॥

———

# অষ্টত্ৰিংশ অধ্যায়

## অক্ৰূৰৰ গোকুল আগমন

কথা : আঠত্ৰিশ অধ্যায়ে অক্ৰুৰ যান কহিবা। শুকে কহন্ত : অক্ৰুৰে সেই ৰাত্ৰিতে মথুৰাত নিবাস কৰি : প্ৰভাতে ৰথত উঠি গোকুলক গৈলা। যাই পন্থত ভগৱন্তত ভক্তিমন্ত হুয়া চিন্তিবে লাগিলা। মঞি কি তপ ধৰ্ম্ম দান কৰিছো, যাতো আজি কেশৱক দেখিম। মঞি বিষয়ীৰ কৃষ্ণ দৰশন দুৰ্লভ মানো। তথাপি দেখো দৰশন ঘটিবে। যাতো দুৰ্জ্জন কংসো কৃষ্ণক আনিবে আজ্ঞা কৰিল। মোৰ জানো অমঙ্গল গুচি জন্ম সাফল হৈল, যাতো কৃষ্ণ পাদপদ্মক প্ৰণাম কৰিম। যাক যোগী সবে চিন্তে, যাৰ নখ মণ্ডল কান্তিয়ে অম্বৰীষাদি ৰাজাসৱে সংসাৰ তৰিছে, যাক ব্ৰহ্মা মহেশ লক্ষ্মীয়ো অৰ্চ্চা কৰে, যি ভক্তি মাত্ৰতে সুলভ হন্ত, হেন মুকুন্দৰ মুখ পদ্ম মঞি সাক্ষাতে দেখিম আজি। যাতো পৱিত্ৰ পশুসবে মোক প্ৰদক্ষিণ কৰে। ( শ্লোক ১—৯ )

যাৰ গুণ কৰ্ম্মে নিস্থত সামান্য বচনে জগতক পবিত্ৰ সুন্দৰ কৰে। হেন ভগৱন্ত যদুবংশে অৱতৰি যশ বিস্তাৰিয়া ব্ৰজত আছন্ত। তান্ক মঞি আজি অৱশ্যে দেখিম। তেখনে ৰথৰ নামিয়া চৰণত প্ৰণাম কৰিম। ভগৱন্তো মোৰ শিৰত অভয় হস্ত দিবা : মোক কংসৰ দূত বুলি পৰ বুদ্ধি নকৰিবা। যাতো মঞি বাধ্যেসে কংসক অনুবৰ্ত্তী : মনে বুলো কৃষ্ণকেসে চিন্তো। আক অন্তৰ্যামী ভগৱন্ত আপুনি জানা। এতেকে মোক সদয় দৃষ্টিয়ে চায়া আলিঙ্গি ধৰিবা। অক্ৰুৰ খুড়াই বুলি হাতত ধৰি গৃহক নিয়া সৎকাৰ কৰিবা। বাৰ্ত্তা

পুছিবা ঃ বলভদ্ৰো তেমনে সংকাৰ কৰিবা। তেবে মঞি মহা হৰিষ পায়া সৰ্ব্বপাপ এৰাই কৃতাৰ্থ হৈবো। ( শ্লোক ১০—২৩ )

শুকে কহন্ত ঃ এমনে অক্ৰুৰে পথত কৃষ্ণক চিন্তিতে গোকুল পাইলা। এতেকে সূৰ্য্য অস্ত গৈলা। পাছে গোকুলত ধ্বজবজ্ৰ যব অঙ্কুশ চিহ্ন যুক্ত খোজ সব দেখি পৰম আকুলে, প্ৰেম পুলক নয়ন সলোতক হয়া, শীঘ্ৰ ৰথৰ নামি প্ৰভুৰ পদৰেণু বুলি খোজত বাগৰিলা, যাতো দেহীৰ এইমানে ফল। দম্ভ দৰ্প শোক বিনে হৰিৰ চিহ্ন দৰশনে অক্ৰুৰৰ যি ভক্তি কহিলো পাছে ৰথত উঠি যায়া গো দহন থানত ৰাম কৃষ্ণক দেখিলা। শ্যাম শুক্ল পীত নীল বস্ত্ৰ ঃ কিশোৰ বয়ন ঃ কমল নয়ন ঃ মহাবাহু সুন্দৰ মুখ ঃ বনমালা ধৰিছা ঃ দিব্য গন্ধ চন্দনে লিপ্ত হয়া আছা, দশোদিশ প্ৰকাশ কৰিবে লাগিছা। সুবৰ্ণ মণ্ডিত অলঙ্কাৰে মণ্ডিত হুয়া আছা। হেন পৰম সুন্দৰ ৰাম কৃষ্ণক দেখি শীঘ্ৰে ৰথৰ নামি দণ্ডৱতে দুই চৰণত পৰিলা। ( শ্লোক ২৪—৩৪ )

হৰিষ লোতকে চক্ষু ঢাকিল, লোম পুলকেয়ো শৰীৰ ঢাকিল। এতেকে প্ৰেমে বিহ্বল হয়া ঃ আপুনাৰ নাম কহিবে নপাৰিলা। ভগৱন্তো তান অভিপ্ৰায় বুজি সাৱটি ধৰিলা। বলভদ্ৰো তেমনে সংকাৰ কৰি দুয়ো ভাই হাতত ধৰি গৃহক নিলা। আসন দিয়া কুশল পুছিলা। চৰণ প্ৰক্ষালন কৰি ঃ মধুপৰ্ক দিলা। দিব্য পৰমান্নে ভোজন কৰাই গন্ধ পুষ্প তাম্বুল দিয়া পৰম প্ৰীতি কৰাইলা। পাছে নন্দো আসি কথা বাৰ্ত্তা কহিলা। এমনে অক্ৰুৰো পন্থ শ্ৰম পাসৰিলা। ( শ্লোক ৩৫—৪৩ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে অষ্টত্ৰিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ অক্ৰুৰঃ ক্ৰুৰ কংসেন সমাদিষ্টো মুদা পথি।
চিন্তয়ামাস যং দেৱং বন্দে তং ভক্তবৎসলম্ ॥

# ঊনচত্বাৰিংশ অধ্যায়

## অক্ৰূৰৰ মথুৰা যাত্ৰা

কথা : ঊনচল্লিশ অধ্যায়ে কৃষ্ণৰ পয়ানে : গোপীৰ বিলাপ : বিষ্ণুলোকৰ দৰশন কহিবা। শুকে কহন্ত : জানা ৰাজা, পথত অক্ৰূৰে যিমান মনোবাঞ্ছা কৰিলা, ভগৱন্তো সকলোখিনি পূৰিল। যাতো ভগৱন্ত প্ৰসন্ন হৈলে কিছো অলভ্য নাই। তথাপি বিষ্ণুভক্ত সবে কিছো বাঞ্ছা নকৰে। কৃষ্ণো ভোজন কৰি সুহৃদৰ বাৰ্ত্তা পুছিবে লাগিলা। হে খুড়া, তুমি কুশলে আসিলা, আমাৰ জ্ঞাতি সবৰো কুশল। অহো আমাৰ নিমিত্তে পিতৃ মাতৃক কংসে অনেক দুখ দিল : পুত্ৰ সবো বধিল : তুমাক দেখিয়া আমাৰ মহানন্দ হৈল। এতেকে আগমন কাম কহা। হেন শুনি অক্ৰূৰে সকল বৃত্তান্ত কহিল। কৃষ্ণো নন্দৰ আগত কংসৰ আদেশ জনাইল। নন্দো নানা দ্ৰব্য লৈয়া প্ৰভাতে যাইবাক গোপীসবক আদেশিলা। তাক শুনি গোপীসব আকুল হৈয়া নিশ্বাস কৰিতে মুখ ম্লান পৰিল। কেশ বস্ত্ৰ অলঙ্কাৰো খসিল : দেহকো পাসৰিল। কৃষ্ণৰ হাস্য কটাক্ষ সুমৰি : বিৰহাকুল মনে একত্ৰ হয়া কান্দিয়া বুলিবে লাগিল। ( শ্লোক ১—১৮ )

হে বিধাতা, তুমাৰ কদাচিতো দয়া নাই, যাতো আগে প্ৰাণী সবক স্নেহে একত্ৰ কৰি কৃতাৰ্থ নতো হন্তে বিয়োগ। এতেকে তুমাৰ চেষ্টা বালকৰ হেন দেখি। তুমাৰ কৰ্ম্মে নিন্দিত, যাতো মুকুন্দৰ সুন্দৰ মুখ পদ্ম দেখাই অদৃশ্য কৰৱা। এতেকে তুমি মহাক্ৰূৰ : যাতো আমাৰ চক্ষু কৃষ্ণক কাঢ়ি

নিয়া। নন্দ পুত্ৰৰো স্থিৰ সৌহাৰ্দ্য নাই : যাতো আমি পতি পুত্ৰাদিক এৰি তাহান দাসী হৈলো। তথাপি আমাক অপেক্ষা নকৰন্ত। আজি পুৰ স্ত্ৰী সবৰ মনোবাঞ্ছা সিদ্ধি হৈব : যাতো ব্ৰজনাথ কৃষ্ণৰ মুখ পদ্ম দেখিব। কৃষ্ণো তাৰাৰ হাস্য কটাক্ষ মধুৰ বাক্যে মোহিত হয়া : কৈত আউৰ আমাক প্ৰতি আসিবা। আজি পথত যি লোকে শ্ৰীকৃষ্ণক দেখে, তাৰ অৱশ্যে চক্ষুৰ মহোৎসৱ হৈব। অহো এমন কপটী জনৰো কেনে অক্ৰূৰ হেন লোভন নাম, যাতো আমাৰ প্ৰাণ প্ৰিয় কৃষ্ণক নেই। দেখ কেন কঠিন চিত্ত, কৃষ্ণ আমাক কেন আশ্বাস নকৰি প্ৰভাতে ৰথত উঠিলা। দুষ্ট গোৱাল সবো আথবেথ কৰি লড়িল : বৃদ্ধসবো বাধা নেদে : আমাৰ দৈৱো অনুকুল নহে। যাতো এখন বিঘ্ন নপৰে। আসা আমি সবে কৃষ্ণক নিবাৰো। কুলবৃদ্ধ বন্ধুসবে কি কৰিবে : কৃষ্ণ বিয়োগত কৰি আন কুন টান আছে : যাৰ লগোত ৰাস ক্ৰীড়া সময়ত অনেক ৰাত্ৰিকো ক্ষণসম মানিলো। আৰে তেঞ্ বিনে কেমনে দুৰন্ত মোহ তৰিম। ( শ্লোক ১৯—৩০ )

এই বুলি গোপীসব কৃষ্ণ বিৰহে আকুল হয়া লজ্জা এৰি গোৱিন্দ দামোদৰ মাধৱ বুলি বিলাপ কৰিল। অক্ৰূৰ এতেক স্নানাদি কৰি ৰথ ডাকিল। গোপী সবো দধি দুগ্ধ ঘৃত লৈয়া শকটত চড়ি পাচতে লড়িল। গোপী সবো কৃষ্ণৰ নিৰীক্ষণে : কিছো তুষ্ট হয়া আশ্বাস অপেক্ষা কৰি তথায়ে ৰহিল। ভগৱন্ত তাৰাৰ দুখ দেখি আসিম বুলি দূত পঠাই শান্ত কৰিলা। তাৰায়ো যাবে ৰথৰ ধ্বজ ৰেণুক দেখিল : তাবে চায়া আছিল। পাছে নিৰাশ হৈয়া নিবৰ্ত্তি আসি কৃষ্ণ লীলা গায়া : শোক নকৰি দিন গয়াইল। ভগৱন্তো ৰাম অক্ৰূৰ সমে বায়ুবেগে ৰথে যমুনা পাইল। তথায়ে স্নান কৰিয়া জলপান কৰি বৃক্ষমুল চাপি ৰথতে বসিল। অক্ৰূৰ দুয়ো ভাইক মাতি যমুনাত স্নান কৰি ডুব দিয়া গায়ত্ৰী জপিতে দুইকো দেখিয়া : সত্তৰে উঠিয়া ৰথক চাহিলা।

( শ্লোক ৩১—৪২ )

তাত পূৰ্ব্বতে ৰাম কৃষ্ণক দেখি পুনু ডুব দিলা। তেবে কৈলাস সম সৰ্ব্ব শুক্ল সহস্ৰ শিৰ নীল বস্ত্ৰ অনন্তক দেখিলা। তান কোলাত মেঘশ্যাম : পীত বসন : চতুৰ্ভুৰ্জ : কমললোচন : প্ৰসন্ন বদন : সৰ্ব্বাঙ্গ সুন্দৰ : মনোহৰ হাস্যে : নানা অলঙ্কাৰ মণ্ডিত : শঙ্খ চক্ৰ গদা পদ্ম ধৰিছা। শ্ৰীবৎস কৌস্তুভ বনমালা আছে : তাতে সুনন্দ নন্দাদি পাৰিষদ সবে স্বামী বুলি উপাসা কৰে। সনকাদি সিদ্ধ সবে ব্ৰহ্ম বুলি মানে : ব্ৰহ্মাদি দেৱগণে মহেশ্বৰ বুলি মানে।

মৰীচি আদি প্ৰজাপতি সবে শ্ৰেষ্ঠ প্ৰজাপতি বোলে। প্ৰহ্লাদ নাৰদাদিয়ে পৰম দেবতা বুলি ভক্তি কৰে। লক্ষ্মী সৰস্বতী: পুষ্টি: কান্তি: কীৰ্ত্তি: তুষ্টি: ইলা: লজ্জা: বিদ্যা: অবিদ্যা: মায়া সেৱা কৰিবে লাগিছে। হেন দেখি অক্ৰূৰে মহা প্ৰীতি পায়া পৰম ভক্তিয়ে ৰোমাঞ্চিত হয়া দণ্ডৱতে পৰি অঞ্জুলি ধৰি সজল নয়নে গদ্ গদ্ বচনে সাৱধানে স্তুতি আৰম্ভিলা।

(শ্লোক ৪৩—৫৭)

শ্ৰীভাগৱত কথায়াং দশম স্কন্ধে ঊনচত্বাৰিংশোঽধ্যায়ঃ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: স্ববাল শঙ্কাপোহাৰ্থমক্ৰূৰায় মহেশ্বৰঃ।
দৰ্শয়ামাস ৰূপং স্বমদ্ভুতং সৰ্ব্বসংস্কৃতম্॥

---

# চত্বাৰিংশ অধ্যায়

## অক্ৰূৰৰ স্তুতি

কথা: চলিশ অধ্যায়ে অক্ৰূৰৰ স্তুতি কহিবা। অক্ৰুৰে স্তুতি বোলন্ত: হে ভগৱন্ত, সৰ্ব্বকাৰণ, নাৰায়ণ, অনাদি অনন্ত, তুমাক প্ৰণাম কৰো। তুমাৰ নাভি-পদ্মত ব্ৰহ্মা জাত হয়া আছা। তান্ত হন্তে জগত প্ৰৱৰ্ত্তিছে। তুমি পৃথিৱী, জল: তেজ: বায়ু: আকাশ: অহঙ্কাৰ মহত্তত্ব: প্ৰকৃতি: পুৰুষ: ইন্দ্ৰিয়: বিষয়। দেবগণো তুমাৰ মূৰ্ত্তিতে জাত হয়াছে। যোগ সাঙ্খ্য বৈষ্ণৱ শৈৱ মাৰ্গে তুমাক ভজে। যাতো তুমি সৰ্ব্বমূৰ্ত্তি: এতেকে অগ্নি তুমাৰ মুখ, পৃথিৱী চৰণ, সূৰ্য চক্ষু, আকাশ নাভি, দিশে কৰ্ণ, স্বৰ্গে শিৰ: দিকপালগণে বাহু, সাগৰ কুক্ষি, বায়ু প্ৰাণ, বৃক্ষে লোম, মেঘে

কেশ, পৰ্ব্বতে অস্থি, দিন ৰাত্ৰি নিমেষ, যেন ডুমৰু বৃক্ষত অনেক মশক ভিতৰত ধৰি অনেক ফল থাকে, কাৰো বাৰ্ত্তা কেয়ো নজানে। তেমনে তুমাৰ শৰীৰত অনেক লোক সমে অনেক ব্ৰহ্মাণ্ড কল্পি। ( শ্লোক ১—১৫ )

এতেকে তুমাৰ স্বৰূপক কেয়ো জানিবে নপাৰি। তথাপি তুমাৰ অৱতাৰ কথা কহি : লোকো সংসাৰ তৰে। মৎস্য, কূৰ্ম্ম, বৰাহ, নৰসিংহ, বামন, পৰশুৰাম, শ্ৰীৰাম, হলিৰাম, বুদ্ধ, কল্কি, হয়গ্ৰীৱ, বাসুদেৱ, সঙ্কৰ্ষণ, প্ৰদ্যুম্ন, অনিৰুদ্ধ, তুমাক প্ৰণাম কৰো। হে ভগৱন্ত, সকলোৱে তুমাৰ মায়ায়ে মোহিত হয়া : কৰ্ম্ম পন্থত ভ্ৰমে। ময়ো স্বপ্নসম অনিত্য অসুখ পুত্ৰ ভাৰ্য্যা ধন-জন বিষয়ত আসক্তি হৈয়া তুমাক পাসৰিলো। মনক নিগ্ৰহ কৰিবে নপাৰো। তথাপি তুমাৰ কৃপায়ে তযু পাদ-মূল পাইলো : লোকসবো যেখন তুমাৰ কৃপায়ে সাধুসঙ্গ লভে : তেবে তুমাত দৃঢ় মতি হৱে।

( শ্লোক ১৬—৩০ )

শ্ৰীভাগৱতকথায়াং দশম স্কন্ধে চত্বাৰিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যস্যাৱতাৰ লীলাভিঃ মনঃ শ্ৰৱণ মঙ্গলৈঃ।
প্ৰমুচ্যন্তে জনা সৰ্ব্বে তমক্ৰুৰমহং ভজে ॥

———

# একচত্বাৰিংশ অধ্যায়

## কৃষ্ণৰ মথুৰা প্ৰৱেশ

কথা : একচলিশ অধ্যায়ে মথুৰা প্ৰৱেশ : ৰজক বধ : বেশকাৰ সুদামাকো অনুগ্ৰহ কৰিবা। শুকে কহন্ত : এমনে অক্ৰুৰে স্তুতি কৰিতে শ্ৰীকৃষ্ণ সি ৰূপ সংহৰিলা। অক্ৰুৰো জলৰ উঠি : বিস্ময় মুখে ৰথত উঠিলা। তাঙ্ক দেখি ভগৱন্তে পুছন্ত : খুৰা, তুমি কি অদ্ভুত দেখিলা। অক্ৰুৰে বোলন্ত : লোকত যি অদ্ভুত আছে সি সব তুমাত দেখি। ( শ্লোক ১—৫ )

এইবুলি অক্ৰুৰে ৰথ ডাকিয়া গোধূলি বেলা মথুৰা ঠেকাইলা। গোপসবো ৰাম কৃষ্ণক অপেক্ষা কৰি বাহ্য বনতে ৰহিছে। তাক পায়া শ্ৰীকৃষ্ণে অক্ৰুৰৰ গৃহক যাইবে বুলিলা। ( শ্লোক ৬—১০ )

অক্ৰুৰে বোলন্ত : হে ভক্ত বৎসল ভগৱন্ত, মঞি স্বভক্তক নেৰিবা। এতেকে আমাৰ গৃহক আসি পৱিত্ৰ কৰা। যাৰ পাদ শৌচে পিতৃদেৱ অগ্নি তুষ্ট হয়। তুমাৰ চৰণ প্ৰক্ষালন কৰি বলি ৰাজা যশ ঐশ্বৰ্য্য সমে একান্ত ভক্তৰ গতি পাইছা। তযু পাদোদক গঙ্গায়ে তিনিয়ো লোকক পৱিত্ৰ কৰে। যাক মহেশে ধৰিছা : সাগৰৰ পুত্ৰসবো স্বৰ্গ পায়াছা : হেন দেৱ দেৱ যদুত্তম উত্তম শ্লোক নাৰায়ণ তুমাক প্ৰণাম কৰো। ( শ্লোক ১১—১৬ )

ভগৱন্তে বোলন্ত : হে খুৰা, মঞি অৱশ্যে কংসক বধি তুমাৰ ঠাইক যাইম। এখন তুমি গৃহক লাগি যাৱা। হেন শুনি অক্ৰুৰ বিমন হয়া :

নগৰ প্ৰৱেশি কংসৰ আগত ৰাম কৃষ্ণক আসিবাৰ বাৰ্ত্তা কহি : গৃহক গৈলা। পাছে ৰাম কৃষ্ণে দণ্ডছয় থাকিতে গোপগণ সমে : নগৰ দেখিবে প্ৰৱেশিলা। যাত ফটিকৰ দ্বাৰ : সুৱৰ্ণৰ দ্বাৰ : তাম্ৰৰ ধান্য ভাণ্ডাৰ : পিতলৰ অশ্বশালা : দুৰ্গম গৰখাই, ৰম্য উদ্যান উপৱন : সুৱৰ্ণৰ চৌপন্থা : ৰত্নসম গৃহ। প্ৰত্যেক দ্বাৰতে ফল পল্লব সমে পূৰ্ণ কুম্ভ দীপ পাতি : সফল কদলী তাম্বুল ৰুইছে। ধ্বজ তোৰণ পুতিছে। হাটবাজাৰ পন্থকো লিপিছে : পুষ্প অক্ষত অঙ্কুৰ সিঞ্চিছে। পাছে ৰাজ-পন্থত ৰাম কৃষ্ণ যাইবাৰ শুনি পুৰস্ত্ৰীসবে দেখিবে ইচ্ছাই গৃহত চড়ি পুষ্প বৰষিল। কতোসব ভালমতে বস্ত্ৰ অলঙ্কাৰ নসম্বৰি দেখিবে আসিল। কেয়ো স্নান ভোজন শয়নকো এৰি গৈল। কেয়ো শিশুক স্তন পান কৰাই কৃষ্ণক দেখিবে গৈলা। কৃষ্ণো তাৰাৰ চক্ষুৰ মহোৎসৱ দিয়া হাস্য অৱলোকনে মন হৰিলা। ( শ্লোক ১৭—২৭ )

তাৰাসবো যাৰ কথা বহুদিন শুনিছিল : হেন আনন্দ মূৰ্ত্তিক সাক্ষাতে দেখি : চক্ষুদ্বাৰে মনত ধৰি সকল তাপ এৰাই ঠাই ঠাই পুষ্প চন্দন দধি অক্ষত নৈবেদ্য দিয়া ৰামকৃষ্ণক পূজা কৰিল। পাছে শ্ৰীকৃষ্ণে ৰাজ পন্থত ৰজকক দেখি বস্ত্ৰ খুজিলা। ৰজকে বোলয় : হে বনচৰ সব, ৰাজাৰ বস্ত্ৰেসে তোৰ পিন্ধন। সত্বৰে অন্তৰ। আউৰ এমন প্ৰাৰ্থনা নকৰিব, যদি জীৱাক ইচ্ছা কৰস। যাতো ৰাজাৰ দূতে পাইলে বান্ধি মাৰি সৰ্ব্বস্ব নিবেক।

( শ্লোক ২৮—৩৬ )

হেন শুনি ভগৱন্তে ক্ৰোধ কৰি চৰৰ মাৰি শিৰ ছিন্দিলা। হেন দেখি তাৰ লগৰীয়া ৰজকসৱ বস্ত্ৰ এৰি পলাইলা। কৃষ্ণৰামো উত্তম বস্ত্ৰ পৰিধান কৰিল। গোপসৱকো দিল : কতো শুলাক পন্থতে এৰিলা। পাছে বেশকাৰে আসি দুইৰো বস্ত্ৰে উত্তম বেশ কৰাইলা। তাত তুষ্ট হয়া ভগৱন্তে আপুনাৰ সাৰূপ্য বল ঐশ্বৰ্য্যসমে অচলা লক্ষ্মীকো দিলা। পাছে দুয়ো ভাই সুদামা মালীৰ গৃহক গৈলা। সিয়ো দূৰবে পৰা ৰাম কৃষ্ণক দেখি দণ্ডৱতে প্ৰণাম কৰি আসন দিলা। পাদ্য অৰ্ঘ্য আচমনী মধুপৰ্ক পুষ্প তাম্বুল দিয়া পূজা কৰি বুলিবে লাগিলা। আজি মোৰ জন্ম সাফল হৈল : কুলকো পবিত্ৰ কৰিলো। দেৱঋষি পিতৃগণো মোত তুষ্ট হৈলা। যাতো জগদীশ্বৰ মোৰ গৃহক আসিলা। মঞি ভৃত্যক আজ্ঞা কৰা, কি কৰ্ম্ম কৰিম। ( শ্লোক ৩৭—৪৭ )

পাছে সুদামা অভিপ্ৰায় বুজি দুয়ো ভাইক সুগন্ধ পুষ্প মালা দিলা। তাৰায়ো মালায়ে অলঙ্কৃত হয়া পৰম সন্তোষে ৰৰ যাচিলা। সিয়ো কৃষ্ণত

ভকতি সুহৃদ ভূত দায়া প্ৰাৰ্থিল। কৃষ্ণে তাক অঙ্গীকাৰ কৰি বল আমুসমে অচলা লক্ষ্মীক দিয়া, গোপ ৰামসমে লাৰি গৈলা। (শ্লোক ৪৮—৫৩)

শ্ৰীভাগৱতকথায়াং দশম স্কন্ধে একচত্বাৰিংশোঽধ্যায়ঃ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: প্ৰৱিশ্য মথুৰাং যেন ৰজকো বিনিপাতিতঃ।
সুদামা বেশকৃৎ শ্লাঘ্যঃ কৃতস্তমহমাশ্ৰয়ে॥

---

# দ্বিচত্বাৰিংশ অধ্যায়

## কুজাৰ ঋজুতা আৰু ধনুৰ ভঙ্গ

কথা: বিয়াল্লিশ অধ্যায়ে কুজাৰ ঋজু: ধনুৰ ভঙ্গ কহিবা। শুকে কহন্ত: পাছে শ্ৰীকৃষ্ণে ৰাজ পন্থে যাইতে চন্দন পাত্ৰ সমে কুজীক দেখি পুছন্ত: হে সুন্দৰী, কুন তঞি, কাহাক লাগি চন্দন নেস। তোৰ কি নাম, আৰু মোত কহা। চন্দন দেহ, তেবে তোৰ এখনে কুশল হৈব। কুজী বোল: হে সুৰবৰ, মোৰ ত্ৰিবক্ৰা নাম: কংসৰ দাসী: ভালমতে চন্দন কৰ্ম্মক পাৰো। যি চন্দন তোৰা বিনে আনৰ যোগ্য নহে। এইবুলি কৃষ্ণৰ ৰূপ গুণ হাস্য কুট আলাপে মোহিত হয়া: দুইকো ভালমতে চন্দন পিন্ধাইলা। ৰাম কৃষ্ণ চন্দনে মণ্ডিত হয়া: শোভা কৰিলা। এতেকে শ্ৰীকৃষ্ণ তুষ্ট হৈয়া: তাইৰ দুই চৰণত

ভৰি দিয়া হস্তৰ আগ্রে চিবুকত ধৰি ঋজু কৰিলা। তাইয়ো কৃষ্ণৰ পৰশে: তেখনে সমান অঙ্গ হৈয়া: দিব্য স্ত্রী হৈলা। তেবে ৰূপে গুণে সম্পন্ন হৈয়া উত্তৰী বস্ত্রত ধৰি কাম পীড়ায়ে বুলিবে লাগিলা। হে পুৰুষ শ্রেষ্ঠ, মোত প্রসন্ন হয়া আসা: গৃহক যাঞু: তুমাক এৰিবে নপাৰো। যাতো তুমি মোৰ মন মুহিলা। (শ্লোক ১—১০)

হেন শুনি কৃষ্ণে সবাৰে মুখ চায়া বুলিবে লাগিল। হে সুন্দৰী, মঞিং কংসক বধি তুমাৰ গৃহক অৱশ্যে যাইম। যাতো আমি প্রৱাসীৰ তুমিসে আশ্রয়। এইবুলি পন্থত যাইতে বনিজ সবে নানা উপায়ন দিয়া পুষ্প চন্দনে দুয়ো ভাইক পূজা কৰিলা। পাছে নগৰীয়াত পুছি ধনুর্যাগশালা গৈয়া মহাধেনু দেখি: ৰখীয়াসবে বাধা কৰিলেয়ো: হঠাত বামহস্তে ধেনু ধৰি তেখনে গুণ দিয়া: মধ্যাতে ভাঙ্গিলা, যেন মত্ত হস্তীয়ে ইক্ষু ভাঙ্গে। ধনুভঙ্গ শব্দে দশোদিশে ব্যাপিল: কংসো মহা ত্রাস হৈল। পাছে ৰক্ষক সব ক্রোধ কৰি অস্ত্রে শস্ত্রে চৌভিতি বেঢ়িল। তাক দেখি ৰাম কৃষ্ণয়ো মহা ক্রোধ কৰি: ধনুৰ অর্দ্ধখণ্ড ধৰি সবাকে বধিলা। তেখনে কংসে শব্দ শুনি যি সেনা পাঞ্চিল: তাক বধিয়া বাহিৰ হয়া নগৰ চায়া ফুৰিলা। পুৰবাসী সবৰো ৰাম কৃষ্ণৰ ৰূপ গুণ প্রভাব অদ্ভুত কর্ম্ম দেখি: দুইকো উত্তম দেবতা বুলি মানিলা। এমনে ৰাম কৃষ্ণ বিহাৰ কৰিতে আদিত্য অস্ত গৈলা। তেবে দুইয়ো ভাই শকট স্থান আসি চৰণ পখালি: ভোজন কৰিয়া মহা সুখে নিদ্রা গৈলা। (শ্লোক ১১—২৫)

কংসো ধনুভঙ্গ, ৰখীয়া সেনাৰ বধ শুনি ভয়ত ৰাত্রি নিদ্রা নগৈল। প্রতিবিম্বতো আপুনাৰ শিৰ নেদেখিল: চন্দ্রাদিকা দুইগোটা দেখিল: ছায়াতো ছিদ্র লখিল: বৃক্ষতো সুবর্ণ প্রতিবিম্ব দেখিল। কর্দ্দমতো আপুনাৰ খোজ নেদেখিল: স্বপ্নতো প্রেতৰ লগত থাকে: তৈল লৈয়া দিগম্বৰে গর্দ্দভত চৰে। বিষ খাই ওৰ ফুলৰ মালা পিন্ধে। এমনে অনেক বিমঙ্গল দেখি মৰণক ভয়ে নিদ্রা নগৈল। (শ্লোক ২৬—৩১)

প্রভাত হৈলে: মল্ল ক্রীড়াত উৎসৱ কৰাইল। মঞ্চসব ধ্বজ পতাকা তোৰণ মালায়ে অলঙ্কৃত কৰিল। তাত লোকসবে যথা সুখে বসিল। ৰাজাসবো আসন কৰিল: কংসো অমাত্যগণসমে উচ্চ মঞ্চত বসিল। নানা বাদ্য বজাইল। মল্লসবো অলঙ্কৃত হয়া: ৰঙ্গশালা পশিল। নন্দাদি গোপসবো ৰাজাত উপায়ন দ্রব্য নিবেদিয়া এক মঞ্চত বসিলা।

শ্ৰীভাগৱত কথায়াং দশম স্কন্ধে দ্বিচত্বাৰিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি ।

শ্লোক : যঃ ত্ৰিবক্ৰামৃজুং কৃত্বা ধনুৰ্দ্দণ্ডমপাতয়ৎ ।
তমহং প্ৰভজে বিষ্ণুং বনিগ্‌ভিঃ পথি পূজিতম্ ॥

---

# ত্ৰিচত্বাৰিংশ অধ্যায়

## মল্লৰঙ্গ প্ৰৱেশ

কথা : তিনিচল্লিশ অধ্যায়ে কুবলয় বধ : ৰঙ্গ প্ৰৱেশ : চাম্বুৰৰ বাক্য কহিবা । শুকে কহন্ত : পাছে ৰাম কৃষ্ণে মল্ল দুন্দুভি শব্দ শুনি : ৰঙ্গশালা গৈলা । তাৰ দ্বাৰতে অম্বষ্ঠ মাউত সমে কুবলয়পীড় হস্তী দেখি বস্ত্ৰ সম্বৰি বুলিবে লাগিলা । অবে অম্বষ্ঠ : আমাক সত্বৰে পন্থ দে । যদি নেদস তেবে কুঞ্জৰ সমে তোক যমঘৰে পঠাইম । হেন শুনি অম্বষ্ঠে মহা ক্ৰোধ কৰি : হস্তীক খেন্টাই দিলা । হস্তীয়ো তেখনে শুণ্ডে মেৰাই ধৰিল । কৃষ্ণো তাক এৰাই চাপৰ মাৰি ভৰিতে আৰ হৈলা । সিয়ো কৃষ্ণক নেদেখি ক্ৰোধ কৰি আণ দ্বাৰে লাগ পায়া শুণ্ডে ধৰিল । কৃষ্ণে তাক এৰাই পুচ্ছত ধৰি : দুয়ো পাশে ফুৰাই শতেক হস্ত টানি নিলা । (শ্লোক ১—৮)

পাছে সমুখ হৈয়া চাপৰ মাৰি : লড় দিয়া : কতো দূৰত পৰি তেখনে উঠিলা। তেখনে হস্তীয়ে পাছে পাছে খেদি পৰিবাৰ জানি : দুই দণ্ড পৃথিৱীত ভিড়িল। এমনে হস্তীৰ পৰাক্ৰম নষ্ট হৈলে : মহা ক্ৰোধ কৰি বেগে খেদি গৈল। তাক দেখি শ্ৰীকৃষ্ণে শুণ্ডত ধৰি পৃথিৱীত পেহলাইলা। চৰণেও আক্ৰমি : দন্ত উভাৰি লৈয়া সেই দন্তে হাথী হাথীয়াৰ দুইকো মাৰিলা। পাছে দুয়ো ভাই দুই দন্ত কান্ধত লৈয়া : গোপগণ সমে ৰঙ্গশালা পশিল। তেখনে সৰ্ব্বৰস মূৰ্ত্তি ভগৱন্ত লোকৰ মতি অনুসাৰে প্ৰকাশ কৰিল। তাতে মল্লত বজ্ৰ সম : লোকত নৰশ্ৰেষ্ঠ : স্ত্ৰীসবত মূৰ্ত্তিমন্ত কাম : গোপসবত জ্ঞাতি : দুষ্ট ৰাজাসবত শাস্তা : দেৱকী বসুদেৱৰ পুত্ৰ : কংসত মৃত্যু : অজ্ঞানীত বালক : জ্ঞানীত ব্ৰহ্ম : ভক্তত পৰম দেৱতা : এমনে দশ প্ৰকাৰে প্ৰকাশ কৰি : ৰঙ্গশালা প্ৰৱেশিলা। ( শ্লোক ৯—১৭ )

কংসো কুবলয়া পীড় মাৰিবাৰ দেখি ৰাম কৃষ্ণক দুৰ্জ্জয় মানি মহাভয় লভিলা। ৰামকৃষ্ণো ৰঙ্গশালা পশি বিচিত্ৰ বেশ অলঙ্কাৰে বস্ত্ৰ সমে প্ৰকাশ কৰিল। লোকসবো নেত্ৰদ্বাৰে দুয়ো মুখপদ্ম পান কৰি : তৃপিতি নগৈল। এতেকে চক্ষুয়ে পান হেন কৰিল : জিহ্বায়ে চেলেকিল : নাসায়ে যেন শুঙিল : বাহুয়ে যেন আলিঙ্গিল। ( শ্লোক ১৮—২২ )

পাছে অন্যে অন্যে বুলিবে লাগিল। আৰা দুয়ো জগত ঈশ্বৰ বসুদেৱৰ গৃহত অৱতাৰ ধৰিছা। বসুদেৱো নন্দৰ গৃহত পলুৱাই থৈলা : এতকাল গুঢ়ে তথাই বাঢ়িলা : পুতনাকো বধিলা : চক্ৰবাতকো নিপাতিলা। অৰ্জ্জুনকো উভাৰিলা : বৎস বক বৃষভ কেশী শঙ্খচূৰকো মাৰিলা। কালিকো দমিলা : বনাগ্নিকো পান কৰিলা : ইন্দ্ৰৰো মদ নাশ কৰিলা : গোবৰ্দ্ধনো ধৰিলা। গোকুলকো তাৰিলা। গোপীসৱো আন মুখপদ্ম দেখি তাপসৱ তেজিলা। যদুবংশকো বিখ্যাত কৰিলা : শ্ৰীযশ মহত্বকো দিলা। আন বৰ ভাই বলভদ্ৰ প্ৰলম্ব ধেনুকো বধিছা। ( শ্লোক ২৩—৩০ )

এমনে লোকে ৰামকৃষ্ণৰ মহিমা কহিন্তে তাক নসহি চানূৰে বোলয় : হে নন্দ পুত্ৰ, হে ৰাম, তোৰা দুয়ো বাহু যুদ্ধত কুশল তাক দেখিবে ইচ্ছাই ৰাজা আনাইছে। ৰাজাৰ প্ৰীতি কৰিলেসে প্ৰজাৰ কুশল হয়। এতেকে তুমি আমি যুদ্ধ কৰো। ভগৱন্তে বোলয় : ভাল আক মোৰ মন আছে : ৰাজাৰো প্ৰীতি কৰিবে লাগে। এতেকে তুমি আমি যুদ্ধ কৰো। কিন্তু আমি বালক সমান সমে যুদ্ধ কৰিম। তেবেসে সভাসদক অধৰ্ম্মে নপাইব। চানূৰে

বোলয়: তুমি বালক নহা, যাতো লীলায়ো সহস্র হস্তীৰ বল কুৱলয়া পীড় বধিছা। এতেকে তুমাৰ আমাৰ যুদ্ধত কিছো অন্যায় নাই।

( শ্লোক ৩১—৪০ )

শ্রীভাগৱত কথায়াং দশম স্কন্ধে ত্রিচত্বাৰিংশোঽধ্যায়: ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: গজং কুৱলয়াপীড়ং লীলয়া মোহ্য পীড়য়ৎ।

তং বীৰপ্রৱৰং বন্দে নানাৰস প্রকাশকম ॥

---

# চতুশ্চত্বাৰিংশ অধ্যায়

## কংস বধ

কথা: চাৰিচল্লিশ অধ্যায়ে মল্ল কংস বধ কহিবা। শুকে কহন্ত: এমনে কৃষ্ণে চানূৰে, ৰামে মুষ্টিকে, যুদ্ধক নিশ্চয় কৰি, দুয়ো দুয়োকো আহ্বান কৰিলা। হস্তক হস্তে বান্ধিলা: পদে পদেও জড়াজড়ি কৰিলা: মুষ্টিক মুষ্টি হানিলা: জানুক জানুয়ে প্রহাৰিলা: শিৰক শিৰে তাৰিলা: বক্ষস্থলক বক্ষস্থলে ঠেলিলা: হাতে ধৰিয়ো ফুৰাইলা: বাহুয়ো পীড়া কৰিলা: তলতো পেহলাইলা: উপৰতো উঠিলা: আগে পাছেও গৈলা: পৰিয়ো উঠিলা: উঠিয়ো পৰিলা: ধৰিয়ো জকাৰিলা: একপি হৈলা। এমনে অনেক যুদ্ধ কৰিলা। এমনে বলী অবলীৰ যুদ্ধ দেখি স্ত্রীসবে বোলয়: এই সভাসদৰ মহা অধৰ্ম্ম হৈল। যাতো বালক বলবন্তৰ যুদ্ধ চায়া থাকে। বজ্রসম দুই মাল কৈত, সুকুমাৰ দুই বালক কৈত। এতেকে ই সভাৰ অৱশ্যে অধৰ্ম্ম

হৈল। আসা আমি আত নথাকো: যাতো সমুচিত নুবুলিলে অধৰ্ম্ম হৈব। এতেকে পণ্ডিতসবে সভাত প্ৰৱেশ নহৈব। ( শ্লোক ১—১০ )

তাতে কতো সবে বোলয়: হে সখী সব, ৰাম-কৃষ্ণৰ শ্ৰম জল যুক্ত মুখ-পদ্ম দেখ, চানূৰ মুষ্টিকক প্ৰহাৰিবে লাগিছা। ধন্য গোকুল, যাত ৰাম কৃষ্ণে মহাসুখে ভ্ৰমন্ত। আমি সবেসে অভাগী, যাতো যুদ্ধ সময়ত ৰাম-কৃষ্ণক দেখি। গোপীসবে কি তপস্যা কৰিছে: যাতো ভগৱন্ত কৃষ্ণক নিত্য দেখে, নানা কৰ্ম্ম কৰিয়ো অনুৰাগে কৃষ্ণক গাৱে। ( শ্লোক ১১—১৬ )

পাছে কৃষ্ণে স্ত্ৰীসবৰ সভয় বাক্য শুনি পিতৃ মাতৃৰো অনুতাপ দেখি শত্ৰু বধিবে মন কৰিলা। তেবে কৃষ্ণ-ৰামৰ বজ্ৰসম প্ৰহাৰ পায়া চানূৰ মুষ্টিকৰ অঙ্গসব ভাঙ্গিলা। তথাপি চানূৰে মহাবেগে আসি দুই হাতে মুষ্টি কৰি কৃষ্ণৰ বক্ষস্থলত হানিলা। তাক পায়া ভগৱন্তে কিঞ্চিতো নলৰিলা। পাছে তাৰ দুই হাতত ধৰি আলগতে ফুৰাই প্ৰাণ চৰাই পৃথিৱীত আফলিলা। তেমনে মুষ্টিকে ৰাম-কৃষ্ণক প্ৰহাৰিলা। ৰামো এক চাপৰ মাৰিলা। এতেকে ৰুধিৰ বাস্তি কৰি: কম্পিয়া মৰিল। পাছে কূট মাল খেদি আসিল। তাক লীলায়ে মুষ্টি হানি বধিল। পাছে মল্ল ভূষণ খেদি আসিল। দুইকো কৃষ্ণে লাঠি হানি মাৰিলা। ( শ্লোক ১৭—২৭ )

এমনে পাঞ্চজন মাৰিলে। আন মল্লসৱে প্ৰাণভয়ে পলাইল। তেবে ৰামকৃষ্ণ সমান বয়স গোপগণ সমে বিহাৰ কৰিবে লাগিলা। তাক দেখি কংস বিনে সকল লোক হৰষিত হুয়া: সাধু সাধু বুলি প্ৰশংসিলা। পাছে কংসে বাদ্য ভাণ্ড নিবাৰি বুলিবে লাগিলা: এই দুষ্ট ৰাম কৃষ্ণক নগৰৰ বাজ কৰ। নন্দক বন্দী কৰি গোপৰ সৰ্ব্বস্ব লউ। বসুদেৱ উগ্ৰসেনক বধ।

( শ্লোক ২৮—৩৩ )

হেন শুনি কৃষ্ণে মহা ক্ৰোধ কৰি: দেও দিয়া উচ্চ মঞ্চত বসিলা। কংসো আপুনাৰ মৃত্যুক সাক্ষাতে দেখি তেখনে উঠি খৰ্গ চৰ্ম্ম ধৰি ফুৰিবে লাগিল। ভগৱন্তো তাক আলগতে কেশত ধৰি: মঞ্চৰ পেহ্লাই: জগতৰ ভৰে উপৰত পৰিলা। মৃতক কংসকো কেশত ধৰি ঘষাইলা। হেন দেখি লোকে হাহাকাৰ কৰিল। সি শয়ন ভোজন কৰিতেও ভয়ত সদাই কৃষ্ণময় দেখিছে। এতেকে তানে ৰূপ পাইলা। ( শ্লোক ৩৪—৩৯ )

পাছে কঙ্ক আদি তাৰ আঠ ভাই খেদি আসিল। তাক দেখি বলভদ্ৰে পৰিঘ ধৰি সবাকে মাৰিল। তেবে স্বৰ্গত দুন্দুভি বজাইল। ব্ৰহ্মা মহেশাদি

স্তুতি নতি কৰি ঃ পুষ্প বৃষ্টি কৰি প্ৰশংসিলা। গন্ধৰ্ব্ব অপেশ্বৰাসবো নৃত্য গীত কৰিলা। পাছে কংসৰ ভাৰ্য্যাসৱে আসি অনেক বিলাপ কৰিলা। কৃষ্ণে আবাক আশ্বাস কৰি মৃতকৰ কাৰ্য্য কৰাইলা। মাতৃ পিতৃকো বন্ধন মেলিল ঃ শিৰে প্ৰণাম কৰিলা। তাবায়ো ৰাম কৃষ্ণক ঈশ্বৰ বুলি শঙ্কায়ে সাবটি নধৰিলা। ( শ্লোক ৪০—৫১ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে চতুঃচত্বাৰিংশোঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোক হৰিবোল হৰি।

শ্লোক ঃ ৰঙ্গ প্ৰসঙ্গেঽসৎ কংস-ধ্বংসকং বংশ মোচকং।

মল্লং মল্ল কৰং কৃষ্ণং দৰ্পিষ্ঠহৰমাশ্ৰয়ে॥

## পঞ্চচত্বাৰিংশ অধ্যায়

### উগ্ৰসেনৰ অভিষেক

কথা ঃ পঞ্চচল্লিশ অধ্যায়ে পিতৃ নন্দ সান্ত্বনা, উগ্ৰসেনৰ অভিষেক, গুৰুকুল বাস কহিবা। শুকে কহন্ত ঃ পাছে ভগৱন্তে পিতৃ-মাতৃৰ এমন ঈশ্বৰ জ্ঞান নহোক বুলি মায়াক বেঢ়িয়া নম্ৰভাবে বুলিবে লাগিলা। হে পিতৃ মাতৃ, আমাত হন্তে তোৰা কিছো আনন্দ নপাইলা। যাতো দৈৱবসে সমীপত আমি ৰহিবে নপাইলোঁ। তোৰাত হন্তেয়ো আমাৰ আনন্দ নহৈল। শতেক বৎসৰ সেৱা কৰিয়ো পুত্ৰে পিতৃমাতৃৰ ধাৰ সুজিবে নপাৰে। তথাপি যিজন তাৰাক ভৰণ পোষণ নকৰে, যমদূতে তাক আপুনাৰ মাংস খুৱাইবেক। এতেকে যি পিতৃ-মাতৃ গুৰু ব্ৰাহ্মণ সমৰ্থ হুইয়ো প্ৰতি পালন নকৰে, সি জীয়ন্তে মৰা। আমাৰ কংসক ভয়ত তোৰাৰ সেৱা বিনে এতেক দিন গৈল ব্যৰ্থে। সি দোষ তোৰা ক্ষমা কৰিবা। ( শ্লোক ১—৯ )

শুকে কহন্ত: হেন বাক্যে তাৰা মোহিত হৈয়া সাবটি ধৰি কোলাত লৈয়া নয়নৰ জলে শৰীৰ তিয়াইলা। পৰম স্নেহে কিছো বুলিবে নপাৰিল। ভগৱন্তো এমনে পিতৃ মাতৃক আশ্বাস কৰি মাতামহ উগ্ৰসেনক ৰাজা পাতি বুলিবে লাগিলা। হে মহাৰাজা, আমি তুমাৰ প্ৰজা হৈলো, আজ্ঞা কৰিবা। মঞি উপাসা কৰিলে, তুমাক দেৱসৱে কৰ দিব। আন ৰাজায়ো দিব। . তাক কি বুলিবো। কংসক ভয়ে কি জ্ঞাতিসৱ নানা দেশ গইছে: দূত পঠাই আনায়া অনেক বিত্ত দিয়া পূৰ্ব্বৱতে থাপিলা। তাৰায়ো কৃষ্ণৰ প্ৰসাদে নিচিন্ত হয়া পৰম আনন্দে গৃহত ৰহিলা। (শ্লোক ১০—১৮)

তাতে কৃষ্ণৰ মুখপদ্ম দেখি বৃদ্ধসবো যুবা হৈল। পাছে ৰাম-কৃষ্ণ নন্দৰ সমীপ যায়া পৰম প্ৰেমে বুলিবে লাগিলা। হে পিতৃ, তোৰা আমাক পুত্ৰৱতে ভৰণ-পোষণ কৰিছা। যাতো পিতৃ মাতৃৰ দেহতো পুত্ৰত অধিক স্নেহ। তাকেসে বুলি পিতৃ মাতৃ: যি পুত্ৰৱতে প্ৰতিপালন কৰে। তোৰা এখন গৃহক যৱা। মঞো জ্ঞাতি সৱৰ প্ৰীতি সাধি দেখিতে ইচ্ছা কৰিম। এমনে শ্ৰীকৃষ্ণে নন্দক আশ্বাস কৰি, বস্ত্ৰ অলঙ্কাৰ সমে অনেক তাম-পিতলৰ কলহ দিলা। নন্দো ৰাম কৃষ্ণক সাবটি ধৰি প্ৰেমে আকুল হৈয়া নেত্ৰজলে ভিজাই, গোপগণসমে ব্ৰজক গৈলা। (শ্লোক ১৯—২৫)

পাছে বসুদেৱে গৰ্গ পুৰোহিত সমে ৰাম কৃষ্ণক যজ্ঞ সূত্ৰ দিলা। ব্ৰাহ্মণ সৱকো বস্ত্ৰ অলঙ্কাৰে মণ্ডি, অনেক গো-দান কৰিলা। কৃষ্ণৰ জন্মতো যি গোসৱ মনে উচৰ্গিছা: তাকে সুমৰি দিলা। পাছে ৰাম কৃষ্ণ সৰ্ব্বজ্ঞ হুয়ো মনুষ্য চেষ্টা দেখাই: কাশী দেশত অৱন্তি নগৰত: সান্দীপানি গুৰুৰ ঠাই পঢ়িবে গৈলা। ইন্দ্ৰিয়ক দমিয়া অনেকো শিখিয়া: পৰম আনন্দে গুৰুক শুশ্ৰূষা কৰিলা। গুৰুয়ো সেৱাতে তুষ্ট হৈয়া ব্যাকৰণ কল্প জ্যোতিষ: ছন্দ শ্ৰুতি ন্যায় সমে চাৰি বেদ পঢ়াইলা। মন্ত্ৰ দেৱতাসমে ধনুৰ্ব্বেদ জনাই দিলা। ধৰ্ম্ম শাস্ত্ৰসৱো শিখাইলা। ছয় তৰ্কসমে ৰাজনীতিকো দেখাইলা। ৰামকৃষ্ণ একবাৰ মাত্ৰ কহিতে ধৰিলা। যাতো আবাসে সৰ্ব্ববিদ্যা প্ৰৱৰ্ত্তাইছা। এমনে চৌষষ্টি দিন পঢ়ি লগতে চৌষষ্টি কলা শিখিল। (শ্লোক ২৬—৩৫)

পাছে সৰ্ব্ব শাস্ত্ৰ জানি: গুৰুক দক্ষিণা যাচিলা। ব্ৰাহ্মণো তাৰাৰ অদ্ভুত মহিমা জানি: পত্নীসমে আলচি সাগৰ জলত সি পুত্ৰ মৰিছে তাকে ধৰিলা। ৰাম কৃষ্ণো ভাল বুলি ৰথত চৰি যায়া: সাগৰৰ তীৰত ক্ষণেক ৰহিলা। তাক জানি সাগৰে আসি দুইকো পূজা কৰিলা। ভগৱন্তে বোলন্ত: তুমি

শীঘ্রে গুৰু পুত্র আনি দিয়া, যাতো মহা উর্মিয়ে ছৱালক গ্রাস কৰিছা। সাগৰে বোলন্ত : হে ভগৱন্ত, মঞি তুমাৰ গুৰু পুত্র নমাৰো। কিন্তু পাঞ্চজন্য দৈত্যাসে বধিছে। সি মহা শঙ্খৰূপে, মোৰ জলত থাকে। হেন শুনি ভগৱন্তে সত্বৰে জলত নামি অসুৰক বধিয়া ছৱালক নপাইলা। কিন্তু তাৰ দেহৰ শঙ্খগোট লয়া : ৰথত উঠিলা, যমপুৰ গৈয়া শঙ্খধ্বনি কৰিলা। তাক শুনি যমৰাজা সত্বৰে আসি ভালমতে অৰ্চ্চা কৰি অবনত ভাবে বোলন্ত : হে ভগৱন্ত, মঞি কি কৰ্ম্ম কৰিম আজ্ঞা কৰা। ( শ্লোক ৩৬--৪৪ )

হেন শুনি কৃষ্ণে বোলন্ত : গুৰু পুত্রক আনি দিয়া। যমে তেখনে আনি দিলা। তাক আনি ৰাম কৃষ্ণে গুৰুক দিয়া বোলন্ত : আৰ কি দিবো আক বোলা। হেন শুনি মহাৰঙ্গে সান্দীপাণি বোলন্ত : হে বাপু, তোমাৰ যি গুৰু হৈলে, তাৰ আউৰ কি বাঞ্ছা অবশেষ ৰৈল। তুইৰো জগত পাৱন কীৰ্ত্তি ৰহোক : গৃহক চলা। এমনে তুয়ো গুৰু আজ্ঞা পায়া বায়ুবেগ ৰথে নগৰক আসিলা। প্রজাসবো ৰাম-কৃষ্ণক দেখি পৰম আনন্দ লভিলা।

( শ্লোক ৪৫—৫০ )

শ্রীভাগৱত কথায়াং দশম স্কন্ধে পঞ্চচত্বাৰিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যমলোকাদুপানীয় গুৰবে যঃ সুতন্দদৌ।
প্রপদ্যে তমহং ভক্ত্যা সুহৃদঃ প্রীতিবৰ্দ্ধনম্ ॥

———

# ষট্ চত্বাৰিংশ অধ্যায়

## উদ্ধৱৰ ব্ৰজ গমন

কথা: ছয়চল্লিশ অধ্যায়ে শ্ৰীকৃষ্ণে উদ্ধৱক পঠাই নন্দ যশোদাক সান্ত্বনা কৰিবা। শুকে কহন্ত: পাছে শ্ৰীকৃষ্ণ বৃষ্ণি বংশত শ্ৰেষ্ঠ পৰম বুদ্ধিমন্ত বৃহস্পতিৰ শিষ্য, আপুনাৰো প্ৰিয়তম ভক্ত উদ্ধৱক হস্তত ধৰি বোলন্ত: হে সখী, তুমি গোকুলক যাৱা। পিতৃ মাতৃৰ প্ৰীতি কৰা, গোপীসবৰো বিয়োগ দুখ গুছৱা। যাতো তাৰা মোত প্ৰাণ মন দিছে। মোৰ অৰ্থে পতি পুত্ৰাদিকো এৰিছে। মঞি দূৰক আসিলে মোকে স্মৰি বিৰহ বিকুলে মোহ পাৱে। যাতো তাৰা সদাই মোত মন দিয়া থাকে। এতেকে বিৰহ তাপে নতো মৰে। দেহত মন থাকিলে পুনু প্ৰাণ এৰিল হয়। এতেকে তুমি গৈয়া প্ৰবোধ দিয়া, শান্ত কৰা। যিজনে মোৰ অৰ্থে লৌকিক বৈদিক এৰিছে তাক অৱশ্যে মঞি সুখী কৰো। (শ্লোক ১—৬)

হেন শুনি উদ্ধৱে কৃষ্ণক প্ৰণাম কৰি ৰথত চৰি গোকুলক গৈলা। গোধূলা বেলা গোপীসবে মণ্ডিত সৰ্ব্ব সম্পন্ন গোকুলত পশি গৰুৰ ধূলিৰে চূৰ্ণৰথ হৈয়া: নন্দৰ গৃহক পাইলা। নন্দো কৃষ্ণ ভক্ত উদ্ধৱক দেখি পৰম সন্তোষে বাসুদেৱ বুদ্ধিয়ে অৰ্চ্চা কৰিলা। (শ্লোক ৭—১৪)

পৰমাম্নে ভোজন কৰাই বিচিত্ৰ খাটত বসুৱাই পাদ ঘৰিষণে শ্ৰম দূৰ কৰি পুছিবে লাগিলা। হে মহাভাগ, আমাৰ সখি বসুদেৱ পুত্ৰ মিত্ৰ সমে কুশলে আছন্ত। আপুনাৰ পাপে পাপী কংস মৰিল। আত আমাৰ

পৰম আনন্দ, যাতো ধৰ্ম্মশীল যদু বংশকো সদাই ৰেষ কৰিল। শ্ৰীকৃষ্ণে আমাক সুমৰন্ত কি নুসুমৰন্ত। আমাক দেখিবে লাগি একবাৰ এঠাই আসিবন্ত। তেবে তাহান সুন্দৰ মুখ পদ্ম দেখিম। আমাক অনেক আপদত ৰক্ষা কৰিছন্ত। এতেকে তান হাস্য অবলোকন, বচন সুমৰি আমাৰ সকলো কৰ্ম্ম শিথিল পৰিল। আউৰ কৃষ্ণৰ ক্ৰীড়া স্থান সব দেখি মনো ভদাকাৰ হুয়া থাকে। মঞি গৰ্গৰ বচনে ৰাম-কৃষ্ণক পৰমেশ্বৰ বুলি মানিলো। কৰ্ম্মসব দেখিয়ো প্ৰমাণ পাইলো। যাতো সহস্ৰ হস্তীৰ বল মল্ল, কংস, কুৱলয়ক লীলায়ে বধিলা। মহা ধনুকো অনায়াসে ভাঙ্গিলা। সাতদিন একহস্তে গোবৰ্দ্ধন ধৰিছা: আৰো সুৰাসুৰ অজয় প্ৰলম্ব ধেনুক অৰিষ্ট তৃণাবৰ্ত্ত অঘ বক বৎসকো বধিছা। (শ্লোক ১৫—২৬)

শুকে কহন্ত: এমনে নন্দে অনুৰাগে কৃষ্ণলীলা সুমৰি অশ্ৰু কণ্ঠ হুয়া প্ৰেমে আকুল হৈলা। যশোদায়ো পুত্ৰৰ চৰিত্ৰ সুমৰি প্ৰেমতে মগ্ন হৈলা। চক্ষুৰ লোতক জুৰিল, দুয়ো স্তন স্ৰৱিল। এমনে নন্দ যশোদাৰ কৃষ্ণত পৰম ভকতি দেখি মহা হৰিষে উদ্ধৱে বোলন্ত: হে নন্দ যশোদা, তোৰা দুইয়ো লোকৰ শ্লাঘ্য হৈলা। যাতো কৃষ্ণত এমন মতি দিলা। এই ৰাম কৃষ্ণ জগতৰ কাৰণ, পুৰাণ পুৰুষ, যাত মৰণ সময়ত ক্ষণেক মন দিয়া কৰ্ম্মবন্ধ এৰাই শুদ্ধ সত্ব তনু হৈয়া পৰম গতি পাৱে। হেন ভগৱন্ত কৃষ্ণত তোৰা সদায় ভক্তি কৰা, তেৱে তোঠৈৰ কিছো অৱশেষ নাথাকে।

(শ্লোক ২৭—৩৩)

কৃষ্ণ অল্পকালতে ব্ৰজক আসি তোৰাৰ প্ৰিয় কৰিবা, কংসক বধি তুমাৰ আগত যি বুলিছা, তাক অৱশ্যে কৰিবা। এতেকে খেদ নকৰিবা। যাতো সমীপতে কৃষ্ণক দেখিবা, যেন অগ্নি সকল কাষ্ঠতে আছা। তথাপি নজানিলে লাগ নাপায়। তেমনে কৃষ্ণ সবাৰে হৃদয়তে আছা। ভকতি কৰিলেসে লাগ পায়। কদাচিতো তান প্ৰিয় অপ্ৰিয় উত্তম অধম নাই। মাতৃ-পিতৃ ভাৰ্য্যা-পুত্ৰো নঘটে: আপুন পৰ নেদেখে। জন্ম কৰ্ম্মো নাই। তথাপি সাধুৰ ৰক্ষাৰ্থে লীলায়ে নানা অৱতাৰ ধৰন্ত। কৰ্ম্মসবো কৰন্ত। নিৰ্গুণ হুয়ো গুণক ভজন্ত। ভগৱন্ত কৃষ্ণো তুমাৰ মাত্ৰ পুত্ৰ হেন নহে, কিন্তু সবাৰো পুত্ৰ, আত্মা, ঈশ্বৰ, পিতৃ-মাতৃয়ো। এতেকে কৃষ্ণ বিনে কিছু বস্তু নাই। যাতো তেঞুসে সৰ্ব্বৰূপে প্ৰকাশন্ত। (শ্লোক ৩৪—৪৩)

শুকে কহন্ত: শুনা ৰাজা, এমনে নন্দ উদ্ধৱৰ সংৱাদত ৰাত্ৰি অৱশেষ

ভৈল। গোপীসবো উঠিয়া প্ৰদীপ লগাই গৃহ আৰতাই কৃষ্ণ গুণ গায়া দধি মথিবে লাগিল। যাৰ দশোদিশৰ অমঙ্গল গুচিল: পাছে সূৰ্য্য উদয় হৈলে গোপীসবে নন্দৰ দ্বাৰত সুবৰ্ণৰ ৰথ দেখি বুলিবে লাগিল। পুনু অক্ৰুৰ আসিল নিকি। যি আমাৰ বন্ধু কৃষ্ণক মথুৰাক নিছে। কিবা ইবাৰ আমাৰ মাংস কাটি মৃতক কংসৰ পিণ্ড দেই। এতেকতে যমুনাত স্নানাদি কৰি উদ্ধৱ আসি ভৈলা। (শ্লোক ৪৪—৪৯)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ষট্‌চত্বাৰিংশোঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: উদ্ধৱং প্ৰেষ্য পিতুৰ্যশ্চক্ৰে শোকাপনোদনং।

তমহং ভৱভীতিঘ্নং ভগৱন্তমুপাশ্ৰয়ে॥

---

# সপ্তচত্বাৰিংশ অধ্যায়

## গোপী উদ্ধৱ-সংৱাদ

কথা: সাতচল্লিশ অধ্যায়ে গোপী উদ্ধৱ সংৱাদ কহিবা। শুকে কহন্ত: পাছে গোপীসৱে প্ৰলম্ব বাহু: কমল লোচন: সুন্দৰ মুখ: পীত বসন: উজ্বল কুণ্ডল: পদ্ম মালা ধৰিছা, হেন কৃষ্ণৰ বেশ ভূষণে উদ্ধৱক দেখি মহা বিস্ময় হৈয়া এঞ্ৰ কুন: কৈৰ পৰা আসিছা বুলি পৰম উৎসুকে বেঢ়িল। পাছে শোভন বাক্য বুলি বিনয় ভাবে ৰহস্য স্থানক নিয়া, আসন দিয়া, সৎকাৰ কৰিয়া কৃষ্ণৰ দূত জানি পুছিবে লাগিলা। তুমাক আমি কৃষ্ণৰ পাৰিষদ বুলি জানিলো, যাতো কৃষ্ণে পিতৃ-মাতৃৰ প্ৰীতিৰ অৰ্থে পঠাই দিছা। আন বিনে তান গোকুলত স্মৰণি নাই, যাতো বন্ধুৰ স্নেহ মুনিবো দুস্ত্যজ। কাৰ্য্যৰ অৰ্থেসে

তাৰ আনৰ মৈত্ৰী নিয়ো কাৰ্য্য নহয়ে পৰ্য্যন্তেসে। যেন পুৰুষে স্ত্ৰীত মৈত্ৰী কৰে: পুষ্পত ভ্ৰমৰ থাকে: দাৰিদ্ৰ্যক যেন বেশ্যাসৱে এৰে: অসমৰ্থ ৰজাক প্ৰজাসৱে তেজে। শিষ্যসৱো বিদ্যা জানি গুৰুক নোলোয়ে: পুৰোহিতো দক্ষিণা নপাইলে যজমানক নুপুছে: পক্ষীসৱো নিষ্ফল বৃক্ষত নথাকে: অতিথিয়ো ভোজন কৰি গৃহৰ আশা এৰে: পুৰা বনতো মৃগ নাথাকে। উপপতিয়ো অনুৰক্ত স্ত্ৰীক তেজে: তেমনে কৃষ্ণ কাৰ্য্য সিদ্ধিলে: পৰিত্যাগ কৰন্ত।

( শ্লোক ১—৮ )

এমনে গোপীসৱ কায়-বাক্য-মন কৃষ্ণক অৰ্পিয়া: লোক ব্যৱহাৰ এৰি: লজ্জাকো তেজি: উদ্ধৱৰ আগত কৃষ্ণগুণ গাইল। তাতে কেয়ো কৃষ্ণক চিন্তিতে: ভ্ৰমৰক দেখি কৃষ্ণদূত মানি বুলিবে লাগিলা। হে মধুকৰ: তঞি ধূৰ্ত্তৰ বন্ধু: আমাক নমস্কাৰ কৰি প্ৰাৰ্থনা নকৰিবি। যাতো সতিনীৰ কুঁচৰ কুঙ্কুম কৃষ্ণৰ মানতে লাগিছে। তাতে তঞি চোৰ লোটাইছস: কৃষ্ণে সেই স্ত্ৰীক প্ৰসন্ন কৰন্তোক: আমাত কি কাৰ্য্য: যাৰ তঞি হেন দূত হৈছি তাৰ যদুসভাত হস্যৰাইলি। যদি বোলা কৃষ্ণে তোবাৰ কি অপকাৰ কৰিছে তাক শুনা: তঞি যেন পুষ্পক চুম্বি ক্ষেণেকে এড়স: তেমনে আমাক একবাৰ অধৰামৃত পান কৰাই এৰিলা। তান পাদপদ্মক: লক্ষ্মী বা কেমনে সেৱা কৰন্ত। জানিলো তান মিছা কথায়ো চিত্তক আকৰষিলে। ( শ্লোক ৯—১৩ )

হে ভ্ৰমৰ: কিসক গুঞ্জ গুঞ্জ কৰি গুণ গাস: তাক আমি নুশুনো। যাক্তো বিস্তৰ অনুভৱ কৰিছে। ইদানিকো তান প্ৰিয় সখিৰ আগত তান গুণ গাঞ্ও তেৱে তাৰা তোক যোগ্য প্ৰসাদ দিব যাক্তো তাঠৈৰ কামপীড়া দূৰ হয়া আছে। যদি বোলস কৃষ্ণে তোবাক সুমৰি কামে ব্যাকুল হয়া মোক পঠাইছে তাক শুন। স্বৰ্গ পৃথিৱী পাতালৰ যতেক স্ত্ৰী আছে: তাক কুল তান দুৰ্ল্লভ আছে। যাৰ চৰণক লক্ষ্মী উপাসা কৰন্ত: তাক আমি কুন্ন: তথাপি দুখীক দয়া কৰিলেসে উত্তম শ্লোক বুলি। হেন কথা তঞি কহিবি: ক্ষেনে আমাৰ চৰণত শিৰ থৈয়া বস্ত্ৰ লবে এৰ। যাক্তো তঞি পৰম চটয়া। এতেকে আমাৰ তোক বিশ্বাস নাই। যাৰ অৰ্থে আমি পতি-পুত্ৰাদিকো এৰিলো: তথাপি আমাক তেজিলা। তান লগত আউৰ কি মিত্ৰতা কৰয়। তান পূৰ্ব্বকথা শুনিয়ো আমাৰ মহাভয় লাগে। যাতো ৰাম অৱতাৰে ব্যাধ হেন বিমুখে বালিক বধিছা। বনৰ মধ্যত শূৰ্পনখাৰ কৰ্ণ-নাসিকা ছেদিলা। বামন অৱতাৰে বলিৰ পূজা লৈয়া পাতালক পঠাইলা। যাৰ কথায়ে দুৰ্জ্জ

অর্থ কাম দূৰ কৰায়ে। তথাপি তাঙ্ক আমি এৰিবে নপাৰি। আৱে কি কৰিম যেন হৰিণীসৱে ব্যাধৰ শব্দ শুনি আসি শৰৰ প্ৰহাৰে মহাপীড়া পায়ে: তেমনে আমিয়ো তান কপট বাক্যত বিশ্বাস কৰি। নখৰ ঘায়ে কামপীড়া এড়াইলো। এতেকে তান কথা থাকোক: আন কথা কহ। পাছে ভ্ৰমৰ কত দূৰ গৈয়া উলটি আসিবাৰ দেখি বোলয়। হে প্ৰিয় সখি: পুনু দেখো আসিলি নিকি। কৃষ্ণে পঠাই দিলা নিকি: কি তোক লাগে তাকে কহ। যাতো তঞি আমাৰ পূজনী হৈলি: আমাক কেমনে কৃষ্ণৰ সমীপ নিবি: যাতো তান হৃদয়ত সততে লক্ষ্মী থাকে। আৱে মথুৰাত শ্ৰীকৃষ্ণ কুশলে আছন্ত: পিতৃৰ গৃহক সুমৰন্ত: গোৱালসৱক স্মৰন্ত: কুনু বেলা আমাৰ কথা কহন্ত: কৈসানিকো আগৰু সুগন্ধ ভুজক আমাৰ শিৰত দিবন্ত। (শ্লোক ১৪—২১)

এমনে কৃষ্ণৰ দৰশন উৎসুক গোপীসৱ দেখি: কৃষ্ণ-বাৰ্ত্তায়ে সান্ত্বনা কৰিতে: উদ্ধৱে বোলন্ত: হে গোপীসৱ: তোৰা কৃতাৰ্থ হৈলা: লোকতো পূজিত হৈলা যাতো ভগৱন্ত কৃষ্ণত মন অৰ্পিলা। দান-ব্ৰত-তপ-হোমাদি কৰিলে কৃষ্ণত ভকতি সাধে। হেন দুৰ্ল্লভ ভকতি তোৰা পাইলা। পতি-পুত্ৰাদিকো এৰি কৃষ্ণক ভজিলা: বিৰহ ভাৱেয়ো ভকতি কৰিলা। এতেকে তোৰা মোক মহা অনুগ্ৰহ কৰিলা। (শ্লোক ২২—২৭)

এৱে কৃষ্ণৰ বাৰ্ত্তা কহো সাৱধানে শুনা। যাক লৈয়া মঞি দূত আসিছো। ভগৱন্তে বোলন্ত: তোৰাসৱে মোৰ কদাচিতো বিয়োগ নাই। যাতো মঞি সৱাৰে আত্মা: সৱাকে ব্যাপিছো: যেন পঞ্চ মহাভূত চৰাচৰ জগতৰ কাৰণ। তেমনে মোকেসে সৰ্ব্ব কাৰণ বুজিবা। এতেকে মঞিসে সৱাকে স্ৰজন-পালন-সংহাৰণ কৰো। যদি বোলা কেনে আত্মজ্ঞান কহি আমাকে লোভ লগায়া: আমি পুনু সৰ্ব্ব সুন্দৰ গুণযুক্ত: তোমাৰ বিৰহ সহিতে নাপাৰো তাত শুনা। সদায় চিন্তিবাৰ অৰ্থেসে মঞি তোৰাত আছো। যাতো স্ত্ৰীৰ দূৰত স্বামী থাকন্তে যেমনে মনৰ প্ৰীতি ৰহে: সমীপত থাকিলে তেমনে নহে। এতেকে তোৰা সদায় মোত মন দিয়া: তেৱে অল্প কালতে মোক পাইবা। আত প্ৰমাণ লয়া: ৰাসক্ৰীড়া সময়ত যি স্ত্ৰীসৱে মোক সাক্ষাতে নপায়া মোৰ লীলা চিন্তিয়ো মোকে পাইলে।

(শ্লোক ২৮—৩৭)

শুকে কহন্ত: এমনে গোপীসৱে কৃষ্ণৰ বচন শুনি পৰম প্ৰীতি পায়া উদ্ধৱক বুলিবে লাগিলা। পাপী কংসো মৰিল। আত আমাৰ মহা

আনন্দ হৈল। জ্ঞাতি-কুটুম্বসমে কৃষ্ণো সুখে ৰহিল। আকো শুনি মহাৰঙ্গ মিলিল। আৰে কৃষ্ণে পুৰস্ত্ৰীসৱত আমাত কৰি বৰ প্ৰীতি কৰন্ত, নকৰন্ত, আমাক কুন্নু বেলা স্মৰন্ত, নস্মৰন্ত। ( শ্লোক ৩৮—৪৩ )

ইঠাই ভগৱন্ত আসি আমাক জীয়াইবন্ত। কতোসৱে বোলয় : ভৈসানি একো ঠাইত পুৰী নাছিল পদে আমাত প্ৰীতি কৰিলা। আৰে শত্ৰু মাৰিল : ৰাজকন্যা বিবাহ কৰিলা : সুহৃদ সমেও একঠাই হৈলা : আৰে কি নিমিত্তে এঠাই আসিবা। কতোসৱে বোলয় : আম্মি বা ৰাজকন্যাই বা লক্ষ্মীপতি ভগৱন্তৰ কি প্ৰীতি সাধিব। যাতো আপুনি পূৰ্ণকাম : এতেকেসে পিঙ্গলা কহিছে : আশা পৰম দুঃখ : নিৰাশা পৰম সুখ। তাক আমি জানো তথাপি কৃষ্ণৰ আশা এৰণ নযাই : যাতো ইচ্ছা নকৰন্তেয়ো লক্ষ্মী এৰিবে নপাৰন্ত। এতেকে আমি কৃষ্ণৰ আশা কেমনে এৰিম : যাতো ক্ৰীড়াস্থান সৱে পুন্নু পুন্নু স্মৰে আৰো তান হাস্য কটাক্ষ আলাপে আমাৰ মন হৰিছে। এতেকে কেন কৰি পাসৰিম। হেন কৃষ্ণ : লক্ষ্মীপতি : ব্ৰজনাথ : দুঃখনাশন : দুঃখ-সাগৰত গোকুলত মগ্ন হৈলো : উদ্ধাৰ কৰা।
( শ্লোক ৪৪—৫২ )

শুকে কহন্ত : এমনে গোপীসৱে কৃষ্ণৰ বাৰ্ত্তায়ে : বিৰহ তাপ এৰাই উদ্ধৱক পূজা কৰিলা। উদ্ধৱো কৃষ্ণলীলা গায়া : গোপীৰ শোক দূৰ কৰি গোপীক আনন্দ কৰাই কতোদিন গোকুলত আছিলা। তাৱে ব্ৰজবাসীৰ কৃষ্ণকথাত ক্ষণেক হেন গৈল। এমনে গোপীসৱৰ কৃষ্ণত পৰম ভকতি দেখি : নমস্কাৰ কৰিবাৰ অৰ্থেসে তাৰাৰ মহিমা গায়ন্ত। এই গোপীসৱৰসে পৃথিৱীত সাফল জন্ম হৈল। যাতো গোবিন্দত পৰম প্ৰেম লভিলা : যাক মুক্ত মুমুক্ষু ভক্তেয়ো বাঞ্ছা কৰে। হৰিকথা ৰস বিনে ব্ৰাহ্মণ জন্মো বা কি কাৰ্য্য সাধিল। এতেকে জানিবা হৰিভক্তিসে মহত্তৰ কাৰণ : জাতি-আচাৰাদি নহে। যাতো অজ্ঞানী নৰ ব্যভিচাৰী গোপীসৱো ভজন মাত্ৰে কৃষ্ণক লভিছে। যাতো বস্তুৰ শকতি জ্ঞান অপেক্ষা নকৰে। যেন নজানি অমৃত খাইলেয়ো অজৰ-অমৰ হয়ে। গোপীসৱে ৰাসমণ্ডলত কৃষ্ণবাহুয়ে গৃহীতকণ্ঠ হয়া যি প্ৰসাদ পাইলে : আক বক্ষস্থলত থাকিয়ো লক্ষ্মী নতো পান্ত। অপেশ্বৰা-সৱো নতো পাৱে। আনে পাইব তাক কি কহিবো। এতেকে মঞি বৃন্দাবনৰ লতা-তৃণ হৈয়ো : আৰাৰ চৰণ-ৰেণুক আশা কৰো। যাতো আৰাৰ দুস্ত্যজ বন্ধু-বান্ধৱ এৰি কৃষ্ণৰ চৰণ ভজিল : যাক ব্ৰহ্মাদিয়ো মনত

চিত্তে: লক্ষ্মীয়ো অৰ্চ্চন্ত, যোগেও বিচাৰ কৰে: যেন চৰণ আমাৰ স্তনত অৰ্পিয়া কামপীড়া এৰাইলা। এতেকে মই তাসম্বাৰ পাদ-ৰেণুক সততে বন্দো। আৰাৰ হৰিকথা গীতে তিনিও ভুৱন পৱিত্ৰ কৰে। ( শ্লোক ৫৩—৬৩ )

পাছে উদ্ধৱে নন্দ-যশোদা গোপ-গোপীতো অনুমতি লৈয়া: যাইবাক লাগি ৰথত উঠিলা। নন্দাদিয়ো অনেক উপায়ন দিয়া: পৰম প্ৰেমে সজল নয়ন হয়া বুলিবে লাগিলা। আমাৰ মনৰ বৃত্তি সদায় কৃষ্ণ-পাদপদ্মত ৰতি কৰোক। বাক্যেও তান নাম লওক: দেহেয়ো তান কৰ্ম্ম কৰোক: আপুনাৰ কৰ্ম্মে নানা যোনিত ফুৰিতেও কৃষ্ণত মতি হৌক। এমনে হৰিভক্ত গোপীসৱে সৎকাৰ কৰিল। উদ্ধৱ মথুৰাক আসিলা। কৃষ্ণৰ আগত প্ৰণাম কৰি: ব্ৰজবাসীৰ ভকতি কহিলা। ৰাম-কৃষ্ণ-উগ্ৰসেনকো উপায়নসৱ দিলা।
( শ্লোক ৬৪—৬৯ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে সপ্তচত্বাৰিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: ভক্তানুদ্ধৱবাক্যেন যো গোপানন্বশাস্তয়ৎ।
তমহং ভৱ-তাপঘ্নং কৰুণাৰ্ণৱমাশ্ৰয়ে ॥

———

# অষ্টচত্বাৰিংশ অধ্যায়

## কুব্জাৰ ৰমণ, অক্রূৰৰ গৃহক গমন

কথা : আঠচল্লিশ অধ্যায়ে ভগৱন্ত কুব্জাক ৰমিবা : অক্রূৰৰো গৃহক যাইবা। শুকে কহন্ত : পাছে ভগৱন্তো সৈৰিন্ধ্রীৰ কাম-তাপ জানি : উদ্ধৱসমে তান বিচিত্র গৃহক গৈলা। য়াত অনেক কাম প্রকাশক বস্তু আছে : শয্যা-আসন-চন্দ্ৰতাপো শোভা কৰে। ধূপ-দীপ-মালা গন্ধ-চন্দনসৱে মণ্ডিত হয়া আছে। সৈৰিন্ধ্রীয়ো কৃষ্ণক আসিবাৰ দেখি : তেখনে উঠিয়া সখীগণ সমে আগবাঢ়ি আনি : আসন দিয়া চৰণ পখালিয়া : নানা দ্রব্যে পূজা কৰিলা। উদ্ধৱকো আসন দিয়া সৎকাৰ কৰিলা। তেঞ্হ হস্তে আসন পৰশি মাটিত বসিলা। কৃষ্ণো লোকাচাৰ অনুসৰি : বিচিত্র খট্টাত বসিলা; সৈৰিন্ধ্রীয়ো স্নান-পান কৰি বস্ত্র-অলঙ্কাৰ পিন্ধি : পুষ্প-চন্দন-গন্ধে মণ্ডিত হয়া তাম্বুল-কর্পূৰ ভুঞ্জি : কৃষ্ণৰ সমীপ গৈলা। কৃষ্ণো তাইৰ হাতত ধৰি শয্যাক নিয়া ৰমণ কৰিলা। সৈৰিন্ধ্রীয়ো কৃষ্ণক সাৱটি কুচাদিতো চৰণ ঘসি কাম-তাপ এৰাইলা। (শ্লোক ১—৭)

এমনে কুব্জা মুক্তি-দাতা ভগৱন্তক চন্দন দানে পায়া : গহীন পদে কাম প্রার্থনা কৰিলা। ভগৱন্তে বোলন্ত : তুমি এঠাই কত্যোদিন থাকি আনন্দ কৰা। যাতো মঞি তুমাক এৰিতে নপাৰো। ভগৱন্ত তাইৰো কামনা পূৰি বস্ত্র-অলঙ্কাৰ দিয়া উদ্ধৱসমে গৃহক আসিলা। পাছে একদিনা বলভদ্র সমে উদ্ধৱ শ্রীকৃষ্ণ অক্রূৰৰ গৃহক গৈলা। (শ্লোক ৮—১২)

অক্রূৰে তাৰাক দূৰতে দেখি তেখনে উঠিয়া সাৱটি ধৰিয়া ৰাম-কৃষ্ণক প্রণাম কৰিলা। তিনিও অক্রূৰক নমিয়া আসন দিয়া চৰণ পখালিয়া

পাদোদক শিৰত লৈয়া : বস্ত্র-অলঙ্কাৰে গন্ধ-চন্দন-পুষ্পে পূজা কৰিলা। পাছে কৃষ্ণৰ দুই চৰণ কোলাত লৈয়া ঘসিতে নম্রভাৱে বুলিবে লাগিলা। পাপী কংসো মৰিল : আত আমাৰ পৰম আনন্দ ভৈলা। তোৰা দুইয়ো মহা দুঃখত হন্তে আমাৰ কুলক তাৰিলা। সমৃদ্ধো কৰাইলা। ( শ্লোক ১৩—১৬ )

তোৰাসে জগতকাৰণ : পৰম পুৰুষ : এতেকে তোৰাত বিনে কাৰ্য্য-কাৰণ বস্তু কিছো নাই। তিনি গুণে জগতক সৃষ্টি-স্থিতি-সংহাৰ কৰা। তথাপি তুমাক গুণ-দোষে লাগ নপায়ে। ( শ্লোক ১৭—২২ )

সেই পৰমেশ্বৰ তুমি : ভূভাৰ হৰণ কৰিতে : বসুদেৱৰ গৃহত অৱতাৰ ধৰিছা। আজি আমাৰ গৃহ তপোবনতো কৰি পুণ্যৱন্ত হৈল। যাত তুমি পৰমেশ্বৰ প্রবিষ্ট হৈলা : কুননো পণ্ডিতে তুমাত বিনে আনত শৰণ পশিব। যাতো তুমি ভজন্তা জনক সকল সিদ্ধি সমে আপুনাক দিয়া। হেন ভগৱন্ত তুমি মোৰ ঠাই আসিলা। মোৰ কি ভাগ্য : এতেকে তুমাৰ মায়াৰূপ দেহ-গেহাদিৰ মোহ দূৰ কৰা। ( শ্লোক ২৩—২৭ )

এই অক্রূৰৰ স্তুতি শুনি ভগৱন্তে বোলন্ত : তুমি আমাৰ খুড়া, গুৰু বন্ধু : আমি তুমাৰ প্রজা : পুষিবা : পালিবা : স্নেহো কৰিবা। তোৰাসম মহন্তকসে শ্রেয়ার্থী পুৰুষে সেৱা কৰিবে লাগে। যাতো দেৱসৱ স্বাৰ্থপৰ : সাধুসৱ দীনদয়াল : এতেকে মৃন্ময় শিলাসম দেৱসৱ, জলময় তীৰ্থসৱ চিৰকাল সেৱিলেহে পৱিত্র কৰে। সাধুসৱ পুনু দৰ্শন মাত্রকে পৱিত্র কৰে। সেই তুমি আমাৰ সকল সুহৃদতো শ্রেষ্ঠ। এতেকে পাণ্ডৱৰ জিজ্ঞাৰ্থে হস্তিনাপুৰক যায়া : পাণ্ডু মৰিলে মাতৃসমে ছৱালসৱক ধৃতৰাষ্ট্র নগৰক আনিছে। তাতে শুনু আপুনাৰ পুত্রত ভাতৃৰ পুত্রত সমভাৱে ন প্রবৰ্ত্তে : যাতো অন্ধক দুষ্ট পুত্রৰ অধীন। এতেকে তুমি তাসাৰ বাৰ্ত্তা জানি আসা। তেৱে মঞি যেমনে সুহৃদৰ সুখ হয় তেমনে কৰিম। এহি বুলি ভগৱন্ত উদ্ধৱ ৰাম সমে গৃহকে আসিলা। ( শ্লোক ২৮—৩৬ )

শ্রীভাগৱতকথায়াং দশমস্কন্ধে অষ্টচত্বাৰিংশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যো জহাৰাশু সৈৰিন্ধ্র্যাঃ কামতাপং স্বকেলিনা।

তং প্রপদ্যে সমাৰাধ্যমক্রূৰপ্রিয়কাৰণম্ ॥

———

# ঊনপঞ্চাশৎ অধ্যায়

## অক্রূৰৰ হস্তিনাপুৰ গমন

কথা: ঊনপঞ্চাশ অধ্যায়ে অক্রূৰ হস্তিনাপুৰক যায়া বৃত্তান্ত বুজি আসিলা। শুকে কহন্ত: পাছে অক্রূৰে হস্তিনাপুৰক যায়া: ভীষ্ম-দ্রোণাদি সমে ধৃতৰাষ্ট্র ৰাজাক দেখিলা। অন্যে অন্যে কুশল পুছিলা। ৰাজাৰ অভিপ্ৰায় বুজিতে তথাই কতোদিন আসিলা। এমনে দুৰ্য্যোধনাদিয়ে পাণ্ডৱক নসহি যি যি অপকাৰ কৰিলা তাক কুন্তী-বিদুৰে কহিলা।

( শ্লোক ১—৬ )

প্ৰথম কুন্তীয়ে ভাই অক্রূৰক দেখি: পিতৃগৃহ সুমৰি: কান্দিয়া বোলন্ত: হে অক্রূৰ, আমাক পিতৃ-মাতৃ-ভ্ৰাতৃসৱে স্মৰন্ত: নস্মৰন্ত। ভাইৰ পো ভক্তবৎসল ভগৱন্ত ৰামকৃষ্ণে মোৰ পুত্ৰসৱক স্মৰন্ত। আমাক প্ৰিয়বাক্য বুলি শান্ত কৰিবন্ত। হে কৃষ্ণ: মহাযোগী: বিশ্বাত্মা: বিশ্বপালক: গোবিন্দ: পুত্ৰসমে মঞি চৰণাগতক প্ৰতিপালন কৰা। তুমাৰ পাদ-পদ্মবিনে সংসাৰী লোকৰ আন প্ৰিয় নেদেখো। এতেকে মঞি তুমাত শৰণ পশিলো। ( শ্লোক ৭—১৩ )

এই বুলি কুন্তী কৃষ্ণক সুমৰি কান্দিবে লাগিলা। অক্রূৰ-বিদুৰো লগত কান্দিলা। পাছে নৰকক যাইবা: এতেকে সৱাত সমভাৱে প্ৰবৰ্ত্তিবা। যাতো পুৰুষৰ দেহ পুত্ৰাদিৰ সমেয়ো একস্থিতি নাই: পুত্ৰাদিৰ লগত থুহিবেক তাক কি বুলিবো। একেশ্বৰেহে জন্ম-মৰণ লভে: একায়েসে পাপ-পুণ্য

ভোগ কৰে। অধৰ্ম্মৰ বিত্তক অনেকে খায়। কৰ্ত্তা মাত্ৰ নৰকক যায়ঃ এতেকে বন্ধু-বান্ধৱ সমাগমক স্বপ্নসম দেখি মনক নিয়ম কৰি সমভাৱ হৈবা।

( শ্লোক ১৪—২৫ )

ধৃতৰাষ্ট্ৰে বোলয়ঃ হে দানপতি! তুমি কি কথা কহা। আক শুনি মোৰ তৃপিতি নাই। তথাপি চঞ্চল হৃদয় স্থিৰ নহেঃ যাতো পুত্ৰস্নেহে বিষম কৰাইছে। ঈশ্বৰে যি কৰিব তাক কুনে অন্যথা কৰিবে পাৰে। যি ভুভাৰ হৰিবে যদুৰ বংশত অৱতাৰ ধৰিছে, সেই পৰমেশ্বৰক মঞি প্ৰণাম কৰো। শুকে কহন্ত: এমনে অক্ৰূৰে ৰাজাৰ অভিপ্ৰায় বুজি: সৱাতে অনুজ্ঞা লৈয়া মথুৰাক আসিয়া ৰামকৃষ্ণৰ আগত সকল কথা কহিলা।

( শ্লোক ২৬—৩৬ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে উনপঞ্চাশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোকঃ যতো ভূতানি বৰ্ত্তন্তে চতুৰ্ব্বিধানি নিত্যশঃ।
তং প্ৰপদ্যেঽখিলাবাসং স্বভক্তজনসৌখ্যদম্ ॥

———

# পঞ্চাশৎ অধ্যায়

## জৰাসন্ধৰ সৈন্যবধ

কথা : পঞ্চাশ অধ্যায়ে জৰাসন্ধৰ সৈন্যবধ কহিবা। শুকে কহন্ত : পাছে অস্তি প্ৰাপ্তি নাম কংসৰ দুই মহিষী : স্বামী নাশ হৈলে মহাদুঃখ পায়া পিতৃ জৰাসন্ধৰ গৃহক যায়া আপুনাৰ বিধৱাৰ কাৰণ কহিলা। হেন শুনি জৰাসন্ধে শোকে ক্ৰোধযুক্ত হুয়া পৃথিৱীক অযাদৱ কৰিবাক প্ৰতি উত্তম কৰি তেইশ অক্ষৌহিণী সেনা লৈয়া : চৌভিতি মথুৰাক বেঢ়িল। কৃষ্ণো সাগৰ সমান সৈন্য দেখি মনত গুণিলা। ( শ্লোক ১—১০ )

এতেকে আকাশৰ পৰা অস্ত্ৰ সাৰথি সমে সূৰ্য্যসম দুই ৰথ আসিল। তাক দেখি বলভদ্ৰ সমে আলোচনা কৰি কৱচ পিন্ধিয়া : ৰথত উঠিয়া : সেনাসৱ লৈয়া : নগৰ বাইৰায়া : শঙ্খধ্বনি কৰিলা। যাক শুনি শত্ৰুসেনাৰ হৃদয়ত কম্প হৈলা। পাছে জৰাসন্ধে ৰাম-কৃষ্ণক বোলয়। হে কৃষ্ণ : তুমি মাতুল-বধী বালকসমে মই যুদ্ধ নকৰো। যদি ৰাম তুমাৰ শ্ৰদ্ধা থাকে : তেৱে থিৰ হুৱা। মোৰ শৰত পৰি স্বৰ্গ চলা। নচেৎ মোকে মাৰা।

( শ্লোক ১১—১৮ )

ভগৱন্তে বোলন্ত : হে ৰাজা, বীৰসৱে যুদ্ধত আপুনাক প্ৰশংসা নকৰে : পৰাক্ৰম দেখাৱে। এতেকে তোৰ বাক্যক মঞি নধৰো। শুকে কহন্ত : এতেকতে জৰাসন্ধে মহাসৈন্য সমূহে সেনাসমে ৰাম-কৃষ্ণক বেঢ়িল। তেঁখনে পুৰস্ত্ৰীসৱে ৰাৰ-গৃহত চৰি : গৰুড় তালধ্বজসমে কৃষ্ণ-ৰামৰ ৰথ নেদেখি

শোকে আকুল হৈল। ভগৱন্তো আপুনাৰ সেনাক পৰ সৈন্যৰ শৰে পীড়িত দেখি শাৰঙ্গ ধনু টঙ্কাৰ কৰি: শীঘ্ৰবেগে অনেক শৰ হানিলা। তাৰ প্ৰহাৰে অনেক ৰথ-হস্তী-অশ্ব-পদাদিক কাটিলা। ( শ্লোক ১৯—২৪ )

তাৰ শোণিতেয়ো মহানদী বহিল। যাতো বাহুয়ে সৰ্প: মনুষ্য শিৰে কচ্ছপ: হস্তীসৱ দ্বীপ অশ্বসৱ গ্ৰাহ: কৰ উৰু মৎস্য: কেশে শেৱাল: ধনুৱে ঢৌ: অস্ত্ৰ-শস্ত্ৰে জাখি: চৰ্ম্মচক্ৰে পাক: মণিসৱে শিলা: অলঙ্কাৰে খোলা: যাক দেখি বীৰসৱে হৰিষ কৰে। সামান্যৰ ভয় জন্মে। বলভদ্ৰো মুষলৰ কোবে অনেক সেনা মাৰিলা। এমনে ৰাম-কৃষ্ণ সকল সৈন্য ক্ষয় কৰিলা। আক ৰাজা আশ্চৰ্য্য নেদেখিবা: যাতো জগতক তাৰা স্ৰজন-পালন-সংহাৰ কৰন্ত। ( শ্লোক ২৫ – ২৯ )

পাঁছে ৰামে জৰাসন্ধক ৰথভঙ্গ কৰি বৰুণৰ পাশে বান্ধিবে খোজন্ত। তাক দেখি কৃষ্ণে নিবাৰিয়া এৰি পঠাইলা। সিয়ো মহালজ্জা পায়া: তপকে মন কৰিল। পথত ৰাজাসৱে প্ৰবোধি নিবাৰিলা। তেৱে মহান বিমন হুয়া নগৰ গৈল। ( শ্লোক ৩০—৩৪ )

ভগৱন্তো কৃষ্ণো শত্ৰুসেনা জিনি আপুনাৰ সৈন্যৰ অমৃত-দৃষ্টিয়ে ক্ষত দুৰ কৰি: নগৰ পশিলা। দেৱসৱো পুষ্পবৃষ্টি কৰি: স্তুতি-নতি আচৰিলা। মথুৰাবাসীয়ো আগবাঢ়ি আসি: জয় কৃষ্ণ বুলি নানা বাদ্য বজাই পৰম উৎসৱ কৰাইল। যুদ্ধত কৃষ্ণো বীৰসৱৰ ভূষণ: যি ধন পাইলা: তাক উগ্ৰসেন ৰাজাৰ আগত দিয়া গৃহত প্ৰবেশিলা। ( শ্লোক ৩৫—৪০ )

এমনে জৰাসন্ধে তেইশ অক্ষৌহিণী সেনা লৈয়া সতৰ বাৰ যুদ্ধ কৰিল। সমাজে যদুবংশে প্ৰাগাৰশেষ কৰি পঠাইল। পাছে অষ্টাদশবাৰ যুদ্ধ সময়ত: নাৰদৰ বাক্যে তিন কোটি ম্লেছ সেনা লৈয়া কালযৱনে মথুৰাক বেঢ়িল। যাত তাক লোকত কেয়ো যুজন্তা নাই। বৃষ্ণি বংশক আপুনাৰ সমান শুনিছে। তাক দেখি ভগৱন্ত বলভদ্ৰসমে আলোচনা কৰন্ত। দেখ, যদুবংশৰ দুয়োমতে মহাদুঃখ মিলিল। এখন যৱনে নগৰ নিৰোধি আছে। জৰাসন্ধো আজি বা কালি বা অৱশ্যে আসিব। যৱনে সমে আমি যুদ্ধ কৰিতে: যদি জৰাসন্ধ আসে: তেৱে সকল বন্ধুক বধিব। নুহি আপুনাৰ নগৰক নিব। এতেকে মনুষ্যৰ দুৰ্গম আজি এটা দুৰ্গ কৰি: তাত জ্ঞাতিসৱ থৈয়া যৱনক বধো।

( শ্লোক ৪১— ৪৮ )

এই বুলি ভগৱন্তে সাগৰ মধ্যত দ্বাদশ যোজন নগৰ কৰিলা। যাত বিশ্বকৰ্ম্মাৰ অনেক শিল্প নৈপুণ্য আছে। হাটী-বাটী মাৰালি: চৌপন্থা সব শোভা কৰে: তাত সুৱৰ্ণৰ ৰজতৰ গৃহসৱ প্ৰকাশ কৰে। ৰাজগৃহেয়ো শোভা কৰে: উপবন আৰামসৱ আছে। যাতো চাৰি জাতি মহাসুখে আছে। সেইবেলা ইন্দ্ৰো সুধৰ্ম্মা সভাক পঠাইলা যাত থাকি মনুষ্য অজৰামৰ হয়। বৰুণে শ্যাম এককৰ্ণ: সৰ্ব্ব শুক্লবৰ্ণ মনোজয় অশ্বসৱ দিলা। কুবেৰো অষ্টনিধি দিলা। আনো দিকপালসৱে আপুনাৰ ঐশ্বৰ্য্য দিলা। সেহি নগৰক লাগি যোগবলে ভগৱন্তে সকল প্ৰজা নিয়া মথুৰাক গৈয়া ৰাম-কৃষ্ণ বুলিলা। তুমি এঠাই থাকি প্ৰজা পালন কৰা: মঞি পলাঞো। এহি বুলি পদ্মৰ মালা পিন্ধি নিৰায়ুধ হৈয়া: নগৰৰ বাইৰাই যৱনক খেদি লৰি গৈলা। (শ্লোক ৪৯—৫৭)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে পঞ্চাশদধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: জৰাসিন্ধুসমিতবলমলং যেন নিপাতিতং।

লীলয়া তমহং বন্দে সদা স্বজনবৎসলম্ ॥

———

# একপঞ্চাশৎ অধ্যায়

## মুচুকুন্দৰ স্তুতি

কথা : এক পঞ্চাশ অধ্যায়ে যৱন বধ : মুচুকুন্দৰ স্তুতি কহিবা। শুকে কহন্ত : শ্যামসুন্দৰ : পীতবসন : কমললোচন, চতুৰ্ভুজ : সৰ্বাঙ্গ সুন্দৰ : মকৰ-কুণ্ডল : শ্ৰীবৎস-কৌস্তুভ : বনমালা ধৰিছা। আনো অলঙ্কাৰে শোভা কৰে। হেন মূৰ্ত্তি দেখি কালযৱনে বোলয় : নাৰদে যি কহিছা : সি ই লক্ষণে জানিলো : এই গোট বাসুদেৱ। ই দেখো অস্ত্ৰ নধৰি ভূমিপাৱে যাই : মঞো আৰ লগত নিৰায়ুধে যুজিবো। ( শ্লোক ১—৫ )

এই নিশ্চয় কৰি পাছে পাছে খেদি গৈলা। যাক যোগীয়ো লাগ নপাৱে। ভগৱন্তো তাক পাইল : হেন দেখাই আতি দুৰক নিলা : সিয়ো অনেক আক্ষেপ কৰি পাছে পাছে খেদি গৈয়ো লাগ নপাইল। যাতো অশুভ নতো নষ্ট হৱে। পাছে ভগৱন্ত পৰ্ব্বত গহ্বৰত প্ৰবেশিলা : সিয়ো লগতে প্ৰবিষ্ট হুয়া সুপ্ত একজন দেখি কৃষ্ণ হেন মানি চৰণে প্ৰহাৰিলা। তেঞো জাগি ধীৰে ধীৰে চক্ষু মেলি সমীপতে যৱনক দেখিল। সি তেখনে ক্ৰোধ-দৃষ্টিপাতে : দেহাগ্নিয়ে ভস্ম হৈল। পৰীক্ষিতে পুছন্ত : সি জনৰ কি নাম : কাৰ বংশ : কিসক গভৱত শয়ন কৰিছা। কি তেজে যৱনক ভস্ম কৰিল : আক মোত কহা। ( শ্লোক ৬—১২ )

শুকে কহন্ত : তেঞ্ৰ ইক্ষ্বাকু বংশত মান্ধাতাৰ পুত্ৰ : মুচুকুন্দ নাম মহাবীৰ। যাক দেৱগণে অসুৰ বধাৰ্থে প্ৰাৰ্থনা কৰিলা। তেঞ্ৰ চিৰকালে

দেৱক ৰক্ষা কৰিলা। পাছে দেৱে কাৰ্ত্তিকক সেনাপতি পায়া মুচুকুন্দক বুলিল। হে মহাৰাজা: তুমি ৰাজ্যভোগ এৰি আমাক প্ৰতিপাল কৰিতে মহাদুঃখ পাইলা: আৰে তাক এৰা। তুমাৰ পুত্ৰ-ভাৰ্য্যাসৱো কালে মাৰিল। যাতো ভগৱন্ত কাল্ সৱাতে কৰি বলৱন্ত। তুমি মোক্ষ বিনে আমাত সকল বৰ লৱা। যাতো মোক্ষৰ বিষ্ণুসে অধিকাৰী। ( শ্লোক ১৩—২০ )

হেন শুনি মুচুকুন্দ দেৱদত্ত নিদ্ৰায়ে গভৰত পশি নিদ্ৰা গৈলা। দেৱে বোলয়: তুমি নিদ্ৰা কৰিতে যিজনে জগাৱে: সি তুমাৰ দৃষ্টিপাতে তেখনে ভস্ম হৈবেক। এমনে কালযৱন নষ্ট হৈল। ভগৱন্তে মুচুকুন্দক দেখা দিল। তেঞ্ৰো সাক্ষাতে ভগৱন্তক দেখি শঙ্কিত মনে পুছিবে লাগিল। কুন তুমি: কেনে পদ্মসম চৰণে সঙ্কট বনত ফুৰা। কিবা তুমি চন্দ্ৰ-সূৰ্য্য বহ্নি-ইন্দ্ৰ: মঞি জানো তুমি ভগৱন্ত পুৰুষোত্তম। যাতো গভৰৰ অন্ধকাৰ শৰীৰৰ কান্তিয়ে দূৰ কৰিবে লাগিছা। এতেকে যদি ভাল দেখা: তেৱে আপুনাৰ জন্ম-কৰ্ম্ম-গোত্ৰ কহা। ( শ্লোক ২১—৩০ )

মঞি ইক্ষ্বাকু বংশৰ মান্ধাতাৰ পুত্ৰ মুচুকুন্দ নাম। চিৰকালে উজাগৰে শ্ৰান্ত হুয়া: এই গভৰত পশি নিদ্ৰা গৈলো। কুন গোট এখনে মোক জগাই দেহৰ অগ্নিয়ে ভস্ম হৈল। পাছে দেখো তুমি দেখা দিলা। তুমাৰ তেজে মঞি কান্তিহীন হৈলোঁ: আউৰ বিস্তৰ পুছিবে ন পাৰো। ( শ্লোক ৩১—৩৫ )

হেন শুনি ভগৱন্তে গম্ভীৰ বচনে বুলিবে লাগিলা। জানা ৰাজা: মোৰ জন্ম-কৰ্ম্ম নাম অনেক আছে। অনন্ত পদে মঞো তাক কহিবে নপাৰো। যদি কোনো জনে অনেক জন্মে পৃথিবীৰ ধূলাক গণিবে পাৰে: তথাপি মোৰ গুণ-কৰ্ম্মৰ অন্ত নপাৰে। ইদানিক কিছো কহোঁ সাৱধানে শুনা। ভূভাৰ হৰিতে ব্ৰহ্মাৰ প্ৰাৰ্থনাত: বসুদেৱৰ গৃহত অৱতাৰ হৈলো। এতেকে লোকে বাসুদেৱ বোলে। কংস-বকাদি অনেক দৈত্য বধিছো। ইৱো যৱনক তুমাৰ দৃষ্টিয়ে দাহ কৰিলো: তুমাক অনুগ্ৰহাৰ্থে এই গভৰক আসিলো। যাতো তুমি পূৰ্ব্বজন্মত মোক আৰাধিছা। এতেকে যেই লাগে তাকে বৰা। মঞি সকল বাঞ্ছা পূৰিবো। যাতো মঞি প্ৰসন্ন হৈলে অপূৰ্ণ বুলি শোক কৰিতে নৰহে। ( শ্লোক ৩৩—৪৩ )

হেন শুনি মুচুকুন্দে গৰ্গৰ বাক্য স্মৰি: ভগৱন্ত মানি প্ৰণাম কৰি বোলন্ত: হে পৰমেশ্বৰ: তুমাৰ মায়ায়ে সকল লোকে মোহিত হুয়া আছে। যাতো বিষয়ত দৃষ্টি কৰি তুমাক নভজে। আৰো সুখৰ অৰ্থে দুঃখ মূল গৃহতো

আসক্তি কৰে। এতেকে যি মনুষ্য-শৰীৰ পায়া: যত্ন কৰি তুমাৰ পাদ-পদ্মক নভজে: সি গৃহ-অন্ধকূপত পৰি: পশু হেন নষ্ট হয়। মোৰ ৰাজ্য শ্ৰীমদে দেহ-গেহাদিত আসক্তি কৰিতে ইকাল বিফলে গৈল। ৰাতো মহাৰাজ বোলাই: চতুৰঙ্গ সেনাই আবৃত হৈয়া: তুমাক নগণিলো। তথাপি তুমি কালৰূপে ইন্দুৰক সৰ্প যেন সংহৰা। যি শৰীৰে পূৰ্ব্বত মহাৰাজা বোলাই: সিয়ো দেহ মৰি কৃমি-কীট ভস্ম হয়। ( শ্লোক ৪৪—৫০ )

জীয়াস্তয়ো দিগ্বিজয়ী মহাৰাজাসৱো স্ত্ৰীৰো বানৰ প্ৰায় অধীন হয়। আৰো তাতে মহা তৃষ্ণায়ে: ইন্দ্ৰপদ আশায়ে কায়ক্লেশ কৰি নানা কৰ্ম্ম কৰে। কদাচিতো সুখ নপাৱে। পুৰুষৰ যেখনে তুমাৰ কৃপায়ে সংসাৰৰ সীমা পৰে: তেৱে সাধুসঙ্গ হয়। তেৱেসে তুমাত দৃঢ়মতি হৱে। এতেকে মোৰ সৎসঙ্গৰ পূৰ্ব্বে যে ৰাজ্যভাৱ গুচিল: আক তুমাৰ অনুগ্ৰহ মানো। ৰাক মহাৰাজাসৱো: একাই বনক যাইবাৰ আশাই প্ৰাৰ্থনা কৰে। এতেকে মঞি তুমাৰ পাদ-পদ্ম সেৱা বিনে: আন বৰ বাঞ্ছা নকৰো। কোনোনু পুৰুষে: মুক্তিদাতা তুমাক আৰাধনা নকৰি আত্মবন্ধন বৰ কৰিব। এতেকে মঞি সকল কামনা এৰি: তুমাত শৰণাপন্ন হৈলো। চিৰকাল কৰ্ম্মফলে দুঃখ পাইলো। তাৰ বাসনায়ে তাপিত হৈলো। তথাপি ছয় ইন্দ্ৰিয়ৰ তৃপিতি নহৈল। এতেকে কুনু ঠাই শান্তি নপাইলো। আৱে তুমাৰ অভয় চৰণ পায়া শৰণ পশিলো। প্ৰতিপালন কৰা। ভগৱন্তে বোলন্ত: হে মহাৰাজা: তুমাৰ ভাল নিৰ্ম্মল মতি: যাতো মঞি বৰে লোভ লগাইলেয়ো থিৰ হৈলা। একান্ত ভক্তৰ ঐশ্বৰ্য্য পাইলেয়ো মতি ভেদ নহৈ। ভক্তি বিনে কেৱল যোগীৰ: কদাচিতো মন থিৰ নাই। এতেকে তুমাৰ মোত সদায় একান্ত মতি হোক। তথাপি লোক সংগ্ৰহাৰ্থে মোত চিত্ত দিয়া পৃথিৱী ফুৰা। ক্ষত্ৰিয় ধৰ্ম্মে যি পশুসৱ বধিছা: তাৰ পাপক তপস্যা কৰি: মোক চিন্তি এৰাৱা। আউৰ জন্মত ব্ৰাহ্মণ হবা। সৰ্ব্বভূততে পায়া কৰি সাক্ষাতে মোক পাইবা। ( শ্লোক ৫১—৬৩ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে একপঞ্চাশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: নিহতো যৱনো যেন মুচুকুন্দ দৃশা স্বয়ং।
নমামি তমহং দেৱং বাঞ্ছাভূতনয়াত্তকম্ ॥

# দ্বিপঞ্চাশৎ অধ্যায়

## কৃষ্ণৰ ওচৰলৈ ৰুক্মিণীৰ দূত প্ৰেৰণ

কথা ঃ দ্বিপঞ্চাশ অধ্যায়েঃ কৃষ্ণে পলাই দ্বাৰকাক যাইবা। ৰুক্মিণীৰ বাৰ্ত্তাকো অনুমোদন কৰিবা। শুকে কহন্ত ঃ এমনে মুচুকুন্দে কৃষ্ণৰ অনুগ্ৰহ পায়া প্ৰদক্ষিণে প্ৰণাম কৰি গতৰৰ বাইৰাইলা। দেখন্ত ঃ মনুষ্য-পশু-পক্ষী-বৃক্ষাদি অল্প হৈলা। এতেকে কলিযুগ হৈল জানি উত্তৰ দিশ যায়া ঃ বদৰিকাশ্ৰম পায়া ঃ হৰিকথা আৰাধিল। ভগৱন্ত কৃষ্ণো মথুৰাক আসি ম্লেছ সেনা মাৰি ঃ তাৰ ধনক দ্বাৰকাক নিলা। এতেকতে তেইশ অক্ষৌহিণী সেনা লৈয়া জৰাসন্ধ আসিলা। তাৰ মহাবেগ দেখি ঈশ্বৰ হুয়ো মনুষ্য-চেষ্টা দেখাই ঃ অনেক ধন এৰি পলাইলা।

( শ্লোক ১—৮ )

তাক দেখি জৰাসন্ধে হাস্য কৰি সসৈন্যে পাছে পাছে খেদি গৈল। ৰাম-কৃষ্ণ বহু দূৰ গৈলা। মহাশ্ৰান্ত হৈয়া ঃ প্ৰবৰ্ষণ গিৰিত উঠিলা। জৰাসন্ধো পৰ্ব্বতত লুকাইল জানি পজাবন পায়া পৰ্ব্বত বেঢ়ি অগ্নি লগাইল। তাক দেখি ৰাম-কৃষ্ণ একাদশ যোজনৰ পৰা পৃথিৱীত পৰিলা। তাত কেয়ো নজানিলে দ্বাৰকাত পশিল। জৰাসন্ধো ৰাম-কৃষ্ণ মৰিল জানি সসৈন্যে নগৰক গৈল। পাছে আনৰ্ত্ত দেশৰ ৰেৱত ৰাজা ব্ৰহ্মাৰ বচনেঃ ৰেৱতী কন্যাক আনি বলভদ্ৰক দিলা। আক নৱম স্কন্ধত কহিছো। ( শ্লোক ৯—১৭ )

ভগৱন্ত কৃষ্ণো ভীষ্মক দুহিতা ঃ লক্ষ্মীৰ অংশ ৰুক্মিণীক স্বয়ম্বৰত ৰাজাসৱ জিনিয়া বিবাহ কৰিলা। ৰাজা পুছন্ত ঃ হে শুক ঃ যেমনে শ্ৰীকৃষ্ণে ৰুক্মিণীক

বিবাহ কৰিলা, তাক মোত কহা। যাতো কৃষ্ণকথায়ে মহাপুণ্য সাধে, সকল পাপ হৰে: নিত্য নৱ হয়: তাৰ ৰস জানি কুমুমু পুৰুষে তৃপিতি নপাৱে। শুকে কহন্ত: বিদৰ্ভ দেশত ভীষ্মক নাম মহাৰাজা আছিল। তান পাঞ্চ পুত্ৰ: এক কন্যা হৈল। ৰুক্মী: ৰুক্মৰথ: ৰুক্মবাহু: ৰুক্মকেশ: ৰুক্মমালী। আৰাৰ কনিষ্ঠা ভগিনী ৰুক্মিণী। তেঞ্চ লোকৰ মুখে শ্ৰীকৃষ্ণৰ ৰূপ-গুণ-বীৰ্য-সম্পত্তি শুনি মনে পতিভাবে বৰিলা। শ্ৰীকৃষ্ণো ৰুক্মিণীৰ গুণ-ৰূপ-বুদ্ধি-লক্ষণ শুনি বিবাহ কৰিবাক মন কৰিলা। (শ্লোক ১৮—২৪)

পাছে ভীষ্মকে বন্ধুগণ সমে আলোচি: কৃষ্ণক ৰুক্মিণীক দিবা ইচ্ছা কৰিলা। ৰুক্মী তাক নিবাৰি শিশুপালক বৰ মানিলা। তাক জানি ৰুক্মিণী মন দুঃখে শুনিয়া কৃষ্ণক আনিবা বেদনিধি ব্ৰাহ্মণক পঠাইলা। ব্ৰাহ্মণো দ্বাৰকাক যায়া: দ্বাৰীত জনায়া অভ্যন্তৰ পশি স্বৰ্ণ আসনত শ্ৰীকৃষ্ণক দেখিলা। কৃষ্ণে ব্ৰাহ্মণক দেখি আগবাঢ়ি আনি সেই আসন বসাই পূজা কৰিলা। ভোজন কৰাই শ্ৰম দূৰ কৰি চৰণ ঘষিয়া পুছিবে লাগিলা। হে দ্বিজবৰ: তুমাৰ অনায়াসে ধৰ্ম্ম প্ৰবৰ্ত্তে: সদায় মন সন্তোষে থাকে: স্বধৰ্ম্ম সেৱি যদি ব্ৰাহ্মণ যথালাভে সন্তোষ হয় তেৱে সেই বিপ্ৰে জগতৰ কামনা পূৰণ কৰে। অসন্তোষী হলে ইন্দ্ৰলোক পাৱে: মনত সুখ নপাৱে। সন্তোষী হৈলে দৰিদ্ৰো সুখে থাকে। এতেকে যথালাভে তুষ্ট লোকৰ সুহৃদ: নিৰহঙ্কাৰী সন্ত ভক্ত ব্ৰাহ্মণক মঞি সততে প্ৰণাম কৰো। তুমাৰ ৰাজাহন্তে কুশল। যি ৰাজাৰ ৰাজ্যত প্ৰজাসৱ সুখে থাকে সেই মোৰ প্ৰিয়। তুমি কি নিমিত্তে সাগৰ তৰি এঠাই আসিছা: তাক কহা। মঞি কি কাৰ্য্য কৰিম। হেন শুনি ব্ৰাহ্মণে সকল কথা কহি ৰুক্মিণীৰ প্ৰেমপত্ৰ দিলা। তাক কৃষ্ণৰ আজ্ঞায়ে ব্ৰাহ্মণে পঢ়ন্ত। (শ্লোক ২৫—৩৬)

ৰুক্মিণী বোলন্ত: হে ভুৱন-সুন্দৰ: অচ্যুত: তোমাৰ এমন ৰূপ শুনি মোৰ চিত্ত লজ্জা এৰি: তুমাতে বৰিল। হে পুৰুষ উত্তম: মকুন্দ: কুন কুলৱতী কন্যা বিবাহ সময়ত তুমাক নবৰিব। এতেকে মঞি তুমাক বৰিলো: দেহো অৰ্পিলো: তুমিয়ে এঠাই আসি: মোক বিবাহ কৰি: যেন সিংহৰ ভাগক শৃগালে নপাৱে: তেমনে তুমাৰ ভাগক শিশুপালে নপাউক। মঞি যদি নানা পুণ্য কৰি পৰমেশ্বৰক ভজিছো: তেৱে সেই পুণ্যে তুমি আসি মোক বিবাহ কৰা। বিবাহৰ আগদিনে তুমি আগে আসিবা। পাছেসে সেনাপতিসৱে লাগ ধৰিব আসি। তেৱে শিশুপাল জৰাসন্ধ আদি ৰাজাসৱ

বিবাহৰ [illegible] জানি : শীঘ্ৰে ৰথ সাজ যুলি দাৰুকক কহিলা। [illegible] সুগ্ৰীৱ-মেঘপুষ্প-বলাহক চাৰিঘোৰা সমে ৰথ যুৰি আনি অঞ্জুলি [illegible] কহিলা।
([illegible] ১—[illegible])

কৃষ্ণো তেখনে ৰথত চঢ়ি ব্ৰাহ্মণকো তুলি শীঘ্ৰবেগে একেৰাতিয়ে বিদৰ্ভ দেশ পাইলা। ভীষ্মক ৰজায়ো পুত্ৰস্নেহত থাকি শিশুপালক কন্যা দিবাক প্ৰতি নগৰক অলঙ্কৃত কৰিলা। পিতৃ-দেৱ-ব্ৰাহ্মণক অৰ্চিলা।
(শ্লোক ৬—১০)

কন্যাক স্নান কৰাই অলঙ্কাৰ-বস্ত্ৰ পিন্ধাইলা। ব্ৰাহ্মণৰ হস্তে ৰক্ষা বান্ধিলা। গো-স্বৰ্ণাদি দান কৰিলা। তেমনে দমঘোষ ৰাজায়ো পুত্ৰ শিশুপালৰ বিবাহৰ নিমিত্তে : অনেক মাঙ্গল্য কৰি চতুৰঙ্গ সেনাসমে কুণ্ডিল নগৰ আসিলা। আৰো মত্ত ৰাজাসৱ আসিলা। (শ্লোক ১১—১৫)

তাবাক ভীষ্মক ৰাজায়ো যথোচিত সৎকাৰ কৰিবে দিলা। পাছে বলভদ্ৰ শত্ৰুৰাজাসৱৰ উত্তম শুনি কৃষ্ণে কন্যা হৰিতে একলাই যাইবাৰ জানি : বিপদ শঙ্কাযে ভাতৃৰ স্নেহত থাকি অনেক সেনা লৈয়া শীঘ্ৰে কুণ্ডিলক গৈলা। (শ্লোক ১৬—২১)

ৰুক্মিণী কৃষ্ণক অপেক্ষা কৰি ব্ৰাহ্মণ আসিবাৰ নেদেখি : মনত গুণন্ত। অহো, মঞি অভাগিনীৰ বিবাহক লাগি : ৰাত্ৰি এক আছে : তাত কৃষ্ণৰ বাৰ্ত্তা নপাইলো। ব্ৰাহ্মণো নাসিল। জানিলো আগে আসিবাৰ উত্তম কৰিয়ো : পাছে মোৰ দোষ দেখি নাসিলা। এতেকে লাজত ব্ৰাহ্মণ নাসে। মুই আসিতেও মোৰ দৈৱবলে কিছু বিঘ্ন পৰিল। এমনে ৰুক্মিণী চিন্তা কৰিতে : মাঙ্গল্য সূচায়া বামউৰু-ভুজ-নেত্ৰ ফন্দিল। এতেকে কৃষ্ণে কুণ্ডিলৰ উপবন পায়া ব্ৰাহ্মণক পঠাই দিলা। (শ্লোক ২২—২৮)

ৰুক্মিণীযো হৰিষ বদনে ব্ৰাহ্মণক দেখি কাৰ্য্যসিদ্ধি জানি আনন্দে পুছিলা : ব্ৰাহ্মণো কৃষ্ণ আসিবা[illegible]কহিলা। হেন শুনি ৰুক্মিণী মহা আনন্দতে ব্ৰাহ্মণক দিবাৰ বস্তু নেদেখি : কেৱল প্ৰণাম কৰিলা। মনত বোলন্ত : মঞি [illegible] পায়ো, মঞি [illegible] নৰিয়ো আৰ। সম্পত্তি [illegible] [illegible] ৰুক্মিণীৰ বিবাহ [illegible] [illegible] কৰি পূজা [illegible] আসবাটি [illegible] ৰুক্মিণীক [illegible] [illegible]।

অলঙ্কাৰ দিয়া অনেক দ্ৰব্যে সন্তোষ কৰাই : দিব্যগৃহত স্থান দিলা। পাছে নগৰীয়া নৰ-নাৰীসৱ কৃষ্ণ আসিবাৰ কথা শুনি সত্বৰে আসি : তান মুখ-পদ্মক নেত্ৰ-ভ্ৰমৰে পান কৰি বোলয়। ৰুক্মিণীসে তান ভাৰ্য্যা হৈবাক অৰিহন্ত : আন নহে। যদি আমি কিছো পুণ্য কৰি, তাৰ ফলক আস্বাদিবো :, তেৱে ভগৱন্ত আমাত তুষ্ট হৈলা। ( শ্লোক [illegible]—৩৮ )

এতেকতে ৰুক্মিণী নানা বাদ্যে সখীগণ সমে : সেনাসৱে আবৃত হয়া : ভৱানীক পূজা কৰিতে : মনে কৃষ্ণ চৰণে চিন্তি ভূমিপাৱে চলি গৈলা। পাছে দেৱীৰ গৃহ পায়া : ভৰি-হাত পখালি আচমন হৈয়া গৃহ প্ৰৱেশিলা। বৃদ্ধ ব্ৰাহ্মণীসৱে পূজা নমস্কাৰ কৰাইলা। ৰুক্মিণীয়ো কৃষ্ণ স্বামী হোক বুলি বৰ প্ৰাৰ্থিলা। ব্ৰাহ্মণীসৱো নানা দ্ৰব্য দিয়া দেৱীক পূজিলা। পাছে ৰুক্মিণীক দেৱীৰ নিৰ্ম্মাল্য দিলা। ৰুক্মিণীয়ো তাসৱাক প্ৰণাম কৰি আশীৰ্ব্বাদ লৈলা। পাছে সখীৰ হাতত ধৰি : দেৱীৰ গৃহৰ বাজ হৈলা। ( শ্লোক ৩৯—৫০ )

যাৰ পৰম সুন্দৰ ৰূপ দেখি ৰজাগণ মোহ হৈলা। অস্ত্ৰ-শস্ত্ৰ এৰি ৰথৰ গজৰ অশ্বৰ পৰায়ো পৰিল। তেও যাত্ৰা ছলে ধীৰে ধীৰে যায়া ভগৱন্তৰ প্ৰাপ্তিক অপেক্ষা কৰি : কেশ বলাইবাৰ ছলে ৰজাসৱক চায়া কৃষ্ণক দেখিলা। কৃষ্ণো ৰুক্মিণীক দেখি শত্ৰুৰ আগতে শীঘ্ৰে আসি ৰথত তুলিলা। তেৱেসে যাদৱাদি বীৰসৱে একত্ৰ হৈয়া চলি গৈলা। তাক সহিব নোৱাৰি জৰাসন্ধ আদি ৰজাসৱে বোলয়। অহো, আমাৰ ধিক্কাৰ হোক : যেন সিংহৰ যশক মৃগে হৰে : তেখনে গোপসৱে আমাৰ যশক হৰিলে। ( শ্লোক ৫১—৫৭ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ত্ৰিপঞ্চাশোঽধ্যায়ঃ॥

হেন জানি হৰি বোল হৰি।

শ্লোক ॥ যো বীৰদৰ্পমপসৰ্পয়িতুং সমক্ষং
[illegible]
[illegible]
[illegible]॥

# চতুঃপঞ্চাশৎ অধ্যায়

## ৰুক্মিণী বিবাহ

কথা : চাৰি পঞ্চাশ অধ্যায়ত কৃষ্ণে ৰাজাসৱক জিনি ৰুক্মক মুণ্ডি ৰুক্মিণীক বিবাহ কৰিবা। শুকে কহন্ত : এমনে ৰাজাসৱ মহাক্ৰোধ কৰি কৱচ পিন্ধি অশ্ব-গজ-ৰথত চৰি : আপুনাৰ বলে আবৃত হয়া : ধনু-শৰ ধৰি খেদি গৈলা। যদুবীৰসবো তাৰাক দেখি : ধনুক টঙ্কাৰি সমুখে ৰহিল। পাছে পৰদলৰ শৰবৃষ্টিয়ে আপুনাৰ সৈন্য ছন্ন দেখি : ৰুক্মিণী ভয়ে বিহ্বল হয়া : ঈষৎ লজ্জা কৰিয়া স্বামীৰ মুখ চাইল। তাক দেখি ভগৱন্তে বোলন্ত : হে সুন্দৰী : তুমি ভয় নকৰিবা। এখনে তুমাৰ সেনায়ে শত্ৰুবল নাশ কৰিব। যদুবীৰসবো শত্ৰুৰ পৰাক্ৰম নসহি অনেক তীক্ষ্ণ শৰ হানি : হয়-ৰথ-গজ-পদাতি মাৰিল। (শ্লোক ১—৮)

তাক দেখি ৰাজাসবো বিমুখ হৈয়া গৈলা। জৰাসন্ধাই শিশুপালো আতুৰ হৈল। তাক নানা যুক্তিবাক্যে প্ৰবোধ কৰি [illegible] ৰাজাসবে আপুনাৰ গৃহক গৈলা। পাছে ৰুক্মী ভগিনীক কৃষ্ণে হৰিবাক জানি মহাক্ৰোধে অঙ্গীকাৰ কৰে। আজি যদি কৃষ্ণক নমাৰি ৰুক্মিণীক নানি : সত্য কৰি কহিলো : কুণ্ডিনত নপশিম। (শ্লোক ৯—২০)

এই বুলি ৰথত চৰি কৱচ পিন্ধি ধনু-শৰ ধৰি পাছে পাছে খেদি গৈল। কৃষ্ণক অনেক আক্ষেপ কৰি [illegible] চাৰি তিনি শৰ হানিল। কৃষ্ণো হাস্য কৰি : তাৰ ধনু কাটি : ছয় শৰে ৰথীক বিন্ধিলা। আঠ শৰে চাৰি ঘোৰাক

হানিল। দুই শৰে [illegible] ভাবিলা। তেৱে কুমী আন ধনু ধৰি কৃষ্ণক পাঁচ শৰ হানিলা। হানিয়া কৃষ্ণে সিয়ো ধনু কাটিলা। পুনু আন ধনু ধৰিল: তাকো অচ্যুতে ছেদিলা। পাছে পৰিঘ: পট্টিশ: শূল: শক্তি ধৰিল। তাকো ভগৱন্তে সংহাৰিলা। কিমান কি কহিব। যেই যেই অস্ত্র ধৰে: তাকে ভগৱন্তে কাটিলা। পাছে কুমী ৰথৰ নামি: খড়্গ-চৰ্ম ধৰি খেদি গৈলা। কৃষ্ণো খড়্গ-চৰ্মক তিল প্ৰমাণ কৰি কুমীক বধিবলৈ খড়্গ ধৰিলা। ৰুক্মিণীয়ো ভাতৃবধৰ উদ্যম দেখি: [illegible] পৰি: অতি বিহ্বল হয়া: প্ৰাৰ্থনা কৰি প্ৰাণ ৰক্ষা কৰিলা। ( শ্লোক ২১—৩৩ )

বধত নিবৰ্ত্তিয়া: বস্ত্ৰে বান্ধি বিৰূপ কৰি দাড়ি-মুণ্ড চাঁছিলা। তাৰে যদুবীৰসৱে শত্ৰুসেনাক নাশ কৰিল। পাছে ৰাম কৃষ্ণৰ সমীপ আসি ৰুক্মীক দেখি কৃপায়ে বন্ধন মেলি: কৃষ্ণক বোলন্ত: তুমি বৰ অন্যায় কৰিলা: যাতো সুহৃদৰ শ্মশ্ৰু-কেশ বপনকে বধ বুলি। ৰুক্মিণীক বোলন্ত: তুমিয়ো ভাতৃৰ বিৰূপকৰণত আমাক অসূয়া নকৰিবা: যাতো স্বকৰ্ম্ম বিনে পুৰুষৰ সুখ-দুঃখ দাতা আন নাই। পুনু কৃষ্ণক বোলন্ত: বধৰ দোষতো বন্ধুৰ বধ নিৰিছে: যাতো সি আপুনাৰ দোষে আপুনি ত্যাজ্য হৈল। এতেকে মৰাক নমাৰি দেৱীকো বোলন্ত। ক্ষত্ৰিয়ৰ এনয় ধৰ্ম্ম ব্ৰহ্মা নিৰ্ম্মাণ কৰিছা। যাতো ভাতৃয়ো ভাতৃক বধে: এতেকে আক ঘোৰ আতুৰ বুলি।

( শ্লোক ৩৪—৪০ )

কৃষ্ণক বোলন্ত: ৰাজ্য-ভূমি-বিত্তৰ অৰ্থে শ্ৰীমদান্ধসৱক অজ্ঞানীসৱে আক্ষেপ কৰে। তথাপি আমাৰ ই উচিত নহে। দেৱীকো বোলন্ত: তুমাৰ ই বিষম বুদ্ধি: যাতো অজ্ঞ হেন সুহৃদৰ কল্যাণ: শত্ৰুৰ অকল্যাণ বাঞ্ছা কৰা। যাতো হৰিৰ মায়ায়ে অজ্ঞানী লোকৰ শত্ৰু-মিত্ৰ মোহ হৱে। সমস্তে আত্মা একে সৰ্ব্বদেহৰ: মূঢ়সৱে নানা কৰি দেখে। যেন একে সূৰ্য্যক প্ৰতিবিম্ব ৰূপে নানা দেখি। এতেকেসে দেহৰেসে জন্ম-মৰণ: আত্মাৰ নাই। যেন [illegible] নাশে নষ্ট চন্দ্ৰ বুলি: তেমনে আত্মাৰ দেহ নাশে মৰণ [illegible] [illegible]। একে তুমি অজ্ঞানী-জাত [illegible] তত্ত্বজ্ঞানে নাশ কৰি সুস্থ হুয়া। ( শ্লোক ৪১—[illegible] )

[illegible] ভৈল বুলি বাতো [illegible]
[illegible]
[illegible]

শ্রীভাগবতকথায়াং দশমস্কন্ধে পঞ্চপঞ্চাশত্তমোঽধ্যায়ঃ ॥ ৫৫ ॥

হেন জানি সর্ব্বলোক হরি বোল হরি ॥

শ্লোক : স্বপুত্রলাভ-হানিভ্যাং সুখং দুঃখঞ্চ দর্শয়ন্ ।

নৃণাং স্নেহপরিষক্তং যো দিশত্বমুপাস্মহে ॥

---

# ষট্‌পঞ্চাশৎ অধ্যায়

## স্যমন্তক হরণ

কথা : ষট্‌পঞ্চাশ অধ্যায়ে স্যমন্ত হৰণ কহিবা । শুকে কহন্ত : সত্রাজিতে কৃষ্ণৰ অপৰাধ আচৰি স্যমন্তক মণিসমে আপুনাৰ দুহিতা দিলা । ৰাজা পুছন্ত : হে শুক : সত্রাজিতে কৃষ্ণৰ কি অপৰাধ কৰিল । কেমনে বা স্যমন্তক পাইল । কিসক বা কন্যা দিলা : আক শ্লোক কহা । শুকে কহন্ত : জানা ৰাজা : সত্রাজিতে সূর্য্যক উপাসনা কৰি স্যমন্তক মণি পায়া; কণ্ঠত পিন্ধি, সূর্য্য হেন প্ৰকাশ কৰি দ্বাৰকাক আসিল । তাক দেখি লোকসব সম্ভ্ৰমি হয়া : প্ৰণাম কৰি সূৰ্য্য আসন্ত বুলি কৃষ্ণক কহিলা ।

(শ্লোক ১-[illegible])

কৃষ্ণো বুলিল : সূৰ্য্য নাহন্ত : কিন্তু সত্রাজিতে স্যমন্তক পিন্ধি আছে । সত্রাজিতো আপুনাৰ গৃহক পায়া মাঙ্গল্য কৰি ব্ৰাহ্মণৰ দ্বাৰাতে দেৱগৃহত মণি থৈল । ৰাত দিনে দিনে, অষ্টভাৰ সুবৰ্ণ উপজে : আৰু [illegible] আদি লোকৰ একো দুখ নহে । পাছে সেই মণি একদিনা উগ্ৰসেন ৰাজাক

মহা আনন্দিত হৈল। পাছে সত্ৰাজিতক ৰাজসভাক মাতি আনি সকল কথা কহি মণি দিলা। সিয়ো মহালজ্জা হৈয়া মণি লৈয়া অধোমুখে অনেক খেদ কৰি গৃহক গৈলা। পাছে অনেক চিন্তা কৰি কৃষ্ণৰ বিৰোধে আকুল হয়া তান শান্তিৰ অৰ্থে মণি লৈয়া সত্যভামাক যাচিয়া দিলা। কৃষ্ণো কন্যাক বিবাহ কৰি মণিক লৈয় বোলন্ত: মণি তুমাতে থাকোক: আমাৰ ফলভাগী হৈব। ( শ্লোক ৩৬—৪৫ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ষট্‌পঞ্চাশোহধ্যায়ঃ ॥
হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: অৰ্থস্যানৰ্থকাৰিত্বং মণিনা যেন দৰ্শিতং।
বিৰূপায় স্বনিষ্ঠানাং তমহং কৃষ্ণমাশ্ৰয়ে ॥

---

## সপ্তপঞ্চাশৎ অধ্যায়

### স্যমন্তক আখ্যান

কথা: সাত পঞ্চাশ অধ্যায়ে শতধনু বধ: অক্ৰূৰত মণিৰ প্ৰকাশ কহিবা। শুকে কহন্ত: পাছে ভগৱন্ত সৰ্ব্বজ্ঞ হয়া জতুৰ গৃহত পাণ্ডৱৰ দাহ-কথা শুনি ৰাম সমে হস্তিনাপুৰক গৈলা। তথায়ে বন্ধুগণ সমে একত্ৰ হয়া: পাণ্ডৱক সুমৰি খেদ কৰিলা। এতেকতে ছিদ্ৰ পায়া: অক্ৰূৰ-কৃতবৰ্ম্মা শত ধনুক বোলে। কেনে তই সত্ৰাজিতৰ মণি নানস। যাতো পিঁ আমাৰ কন্যা দিবো বুলি কৃষ্ণক দিল। এতেকে তেনে ভাইৰ পথ নলয়ে। হেন শুনি দুষ্ট শতধনু নিদ্ৰান্ত সত্ৰাজিতক বধি মণি লৈয়া গৈল। সত্যভামায়ো পিতৃবধ

দেখি অনেক বিলাপ কৰিলা। পাছে তৈলদ্ৰোণীত শবক থৈয়া: হস্তিনাপুৰ যায়া কান্দিয়া কৃষ্ণৰ আগত পিতৃবধ কহিল। তাক শুনি ৰাম-কৃষ্ণো লোকক অনুসৰি বিলাপ কৰিলা। (শ্লোক ১—৯)

পাছে শীঘ্ৰে নগৰক আসি শতধনুক বধিতে উদ্যত হৈলা। নিজো কৃষ্ণক উত্তম জানি প্ৰাণভয়ে কৃতবৰ্ম্মাক সহায় হৈবে বুলিলা। তেওঁ বোলন্ত: মঞি ৰাম-কৃষ্ণক বিৰোধ কৰিতে নাপাৰো। তাৰবাৰ অপৰাধ কৰি কুনে কুশল হয়া আছে। যাৰ দ্বেষত ভ্ৰাতৃগণ সমে কংস নষ্ট হৈল। জৰাসন্ধো সতৰবাৰ যুদ্ধত বিমুখ হৈ গৈল। হেন শুনি শতধনু অক্ৰূৰক সহায় খুজিল। তেওঁয়ো বোলন্ত: ৰাম-কৃষ্ণক কুনে বিৰোধ কৰিবেক। যি লীলায়ে জগতক সংহৰণ, সৃজন, পালন কৰন্ত: যি সাত বৎসৰতে গোবৰ্দ্ধন ধৰিলা, সেই অদ্ভুত কৃষ্ণক মঞি প্ৰণাম কৰো। (শ্লোক ১০—১৯)

হেন শুনি শতধনু কৃষ্ণৰ ইচ্ছায়ে তাহাতে মণি থৈয়া: শত যোজন-গামী অশ্বত চৰি পলাইল। ৰাম-কৃষ্ণো ৰথত চৰি পাছে পাছে খেদি গৈলা। পাছে মিথিলাৰ উপবনত অশ্ব পৰি মৰিল। ভূমিপাৱে পলাইল। হেন দেখি কৃষ্ণো ভূমিপাৱে খেদি গৈয়া চক্ৰে শিৰ ছেদি বস্ত্ৰত মণি বিচাৰিলা। মণি নপাই বলভদ্ৰত কহিলা। বৃথায়ে শতধনুক বধিলো। তাত পুনু মণি নপাইলো। বলভদ্ৰ বোলন্ত: তেৱে শতধনু কৈত বা মণি থৈয়াছে তাক বিচাৰিতে তুমি দ্বাৰকাক যাৱা। মঞি মহামিত্ৰ বিদেহৰ ঠাই যাইম। মনত বোলন্ত: সৰ্ব্বজ্ঞ হুয়ো এওঁ মোক ভাণ্ডিলা। এতেকে আন লগ মোৰ কি কাৰ্য্য। এই বুলি শীঘ্ৰে মিথিলা প্ৰবেশিলা। মিথিলাৰ ৰাজায়ো ৰামক দেখি মহাৰঙ্গ মনে সংকাৰ কৰিলা। ৰামো কতদিন তথায়ে আছিলা। সেইবেলা দুৰ্য্যোধন আসি ৰামত গদাযুদ্ধ শিখিল। কৃষ্ণো দ্বাৰকাক যায়া সত্যভামাৰ আগত শতধনুৰ বধ, মণিৰ অপ্ৰাপ্তি কহি শশুৰৰ প্ৰেতকাৰ্য্য কৰাইলা। অক্ৰূৰ-কৃতবৰ্ম্মায়ো শতধনু বধ শুনি মহাভয়ে পলাইলা।

(শ্লোক ২০—২৯)

যাতো সত্ৰাজিতক বাধিতে শতধনুক অনুমতি দিছা, তেৱে দ্বাৰকাবাসীৰ অনেক দুঃখ হৈল। তাত লোকে বুলিল: অক্ৰূৰ নাইবন্ত পদে আমাৰ এতেক দুঃখ মিলিল। হেন শুনি কৃষ্ণে দূত পঠাই অক্ৰূৰক মাতি আনি সভা-মধ্যতে সংকাৰ কৰি প্ৰিয় কথা কহি পুছন্ত। হে খুৰা: তুমাত শতধনু স্যমন্তক মণি থৈয়াছে। সত্যভামাৰ পুত্ৰসবে মাতামহৰ কাৰ্য্য কৰি তাক নিবে।

তথাপি ই মণি আনে ধৰিবে নপাৰে: তুমাতে থাকোক। কিন্তু লোকৰ প্ৰতীতিৰ অৰ্থে দেখুৱা। যাতো মণিৰ নিমিত্তে দাদায়ো মোত অপতিয়াস্তি ; নাহিকে সুবুলিবা। যাতো স্বৰ্ণৰ বেদী কৰি আৰম্ভিছয় যজ্ঞ কৰিবে লাগিছা। হেন শুনি অক্ৰুৰে বস্ত্ৰ মেলি সুৰ্বণৰ সম মণি দিলা। কৃষ্ণে লোকত মণি দেখাই আপুনাৰ কলঙ্ক দূৰ কৰি পুনু অক্ৰুৰতে থৈলা। যি লোকে ই কথাক শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন-স্মৰণ কৰে সিসকলৰ কলঙ্ক এৰাই পৰম শান্তি পাৱে। (শ্লোক ৩০—৪২)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে সপ্তপঞ্চাশোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: স্বাপবাদং যো জহাৰ স্বভক্তাপহৃতাম্মণেঃ।
তমহং সততং বন্দে সদা স্বজনবৎসলম্ ॥

---

# অষ্টপঞ্চাশৎ অধ্যায়

## পঞ্চকন্যাৰ বিবাহ

কথা: অষ্টপঞ্চাশ অধ্যায়ে পঞ্চকন্যাৰ বিবাহ কহিবা। শুকে কহন্ত: একদিনা শ্ৰীকৃষ্ণ পাণ্ডৱক দেখিবাক প্ৰতি ইন্দ্ৰপ্ৰস্থত গৈল। পাণ্ডৱসবো শ্ৰীকৃষ্ণক দেখি তেখনে উঠিয়া আলিঙ্গি ধৰিয়া নিষ্পাপ হয়া: মুখপদ্ম চায়া মহা আনন্দ হৈলা। শ্ৰীকৃষ্ণে যুধিষ্ঠিৰ-ভীমক প্ৰণাম কৰিলা। অৰ্জ্জুনক সাৱটি ধৰিলা। নকুল-সহদেৱে তাঙ্ক প্ৰণামিলা: দ্ৰৌপদীয়ো আসি কৃষ্ণক নমিলা। পাছে কৃষ্ণে কুন্তীক প্ৰণামিলা। তেৱো কৃষ্ণক সাৱটি ধৰিলা। তেৱেঁ অঙ্গে অঙ্গে কুশল পুছিলা। কুন্তী বোলন্ত: হে ভগৱন্ত! যেবেকে আমাক মনত কৰি ভাই অক্ৰুৰক পঠাইলা, তেখন আমাৰ কুশল হৈল

সনাথো কৰিলাঃ যদ্যপি সৰ্ব্ব সুহৃদ তুমাৰ আত্মপৰ বুদ্ধি নাইঃ তথাপি ভক্তবেসে হৈছা হুৱা। (শ্লোক ১—১০)

যুধিষ্ঠিৰে বোলন্ত : হে পৰমেশ্বৰ : আমি কি পুণ্য কৰিছো তাক নজানো। যাতো যোগীৰ দুৰ্দ্দৰ্শ তুমাকে দেখিলো। এথনে শ্ৰীকৃষ্ণ ইন্দ্ৰপ্ৰস্থবাসীৰ প্ৰীতি কৰাইতে : তথাই থাকিবা চতুৰ্মাস থাকিলা। তাতে একদিনা অৰ্জ্জুনে কৃষ্ণক লগত লৈয়া ৰথত চৰি ধনু-শৰ ধৰি মৃগয়া কৰিবে গৈলা। তাত অৰ্জ্জুনে অনেক পশু বধিলা। পবিত্ৰ পশু চায়া কিঙ্কৰসৱে যজ্ঞাৰ্থে যুধিষ্ঠিৰক আনিল। পাছে তৃষাৰে শ্ৰান্ত হয়া যমুনাক যায়া দুয়ো জলপান কৰিলা : দিব্য কন্যা দেখিলা। তাত কৃষ্ণৰ বাক্যে অৰ্জ্জুনে পুছন্ত : কুন তুমি : কাৰ দুহিতা : কি কৰিবে খোজা। মঞি জানো পতিক ইচ্ছা কৰা। এতেকে সত্য কথা কহিবা। (শ্লোক ১১—১৯)

কালিন্দী বোলন্ত : মঞি সূৰ্য্যৰ দুহিতা : কালিন্দী নাম। শ্ৰীকৃষ্ণ পতিক বাঞ্ছা কৰি এই যমুনা জলত তপস্যা কৰো। কৃষ্ণক বিনে আনক নবৰো। হেন শুনি অৰ্জ্জুনে কৃষ্ণক দেখাইলা। কৃষ্ণো তাক ৰথত তুলি ইন্দ্ৰপ্ৰস্থ আসিলা। যেখনে পাণ্ডৱসৱে প্ৰাৰ্থনা কৰিল : তেখন বিশ্বকৰ্ম্মাৰ হাতাই বিচিত্ৰ নগৰ নিৰ্ম্মিয়া দিলা। আৰো সেই ঠাই থাকিতে অগ্নি আসি অৰ্জ্জুনত ইন্দ্ৰৰ বন খাণ্ডৱক দাহ কৰিতে খুজিলা। অৰ্জ্জুন তাক দিলা। তেৱে বনক দাহ কৰিতে ইন্দ্ৰে জানি মহাবৃষ্টি কৰিলা। তাত অগ্নি নিৰ্ব্বাণ হন্তে : অৰ্জ্জুনক অনেক কাৰ্পণ্য বুলিলা। অৰ্জ্জুনো শৰৰ পাঞ্জৰ কৰি বন দাহ কৰাইলা। তেৱে দেৱগণ সমে ইন্দ্ৰে যোদি আসিলা। অৰ্জ্জুনো কৃষ্ণক সাৰথি কৰি যুদ্ধত ইন্দ্ৰক জিনিলা। তেৱে অগ্নি তুষ্ট হয়া : অৰ্জ্জুনক গাণ্ডীৱ ধনু দিলা। শুক্ল চাৰি ঘোৰা সমে দিব্য ৰথখান দিলা। অক্ষয় তূণ, অভেদ কৱচ দিলা। অগ্নি হন্তে ময়দানৱৰ মোচন কৰি তাৰ হাতাই কৃষ্ণে দিব্য সভা কৰাইলা। যাতো দুৰ্য্যোধনৰ জল-স্থল ভ্ৰম হৈল। পাছে শ্ৰীকৃষ্ণ সৱাতে অনুজ্ঞা লৈয়া : দ্বাৰকাক যায়া : শুভলগ্ন চায়া কালিন্দীক বিবাহ কৰাইল। আৰো পিতৃৰ ভগিনী ৰাজাধি দেৱীৰ দুহিতা মিত্ৰবিন্দা স্বয়ম্বৰত কৃষ্ণক বৰিলা। তাক বিন্দ-অনুবিন্দ দুই ভাই নিষেধ কৰিল। তাক্ত উপৰতে ৰাজাসৱৰ আগত হৰি আনিলা। (শ্লোক ২০—৩১)

আৰো কৌশল দেশত পৰম ধাৰ্ম্মিক নগ্নজিত ৰাজা আছিল। তান সত্যা নাম কন্যাৰত্ন হৈলা। তাৰ স্বয়ম্বৰ নিমিত্তে বলৱন্ত তীক্ষ্ণশৃঙ্গ সাত

বৃষভ বঢ়াইল। তাঙ্ক নিজিনি কুনো ৰাজা তাঙ্ক বিবাহ কৰিতে নপাৰে। এই কথা শুনি কৃষ্ণে সেনাগণ সমে অযোধ্যাক গৈলা। ৰাজায়ো কৃষ্ণক দেখি ঃ পৰম আদৰে উঠিয়া পূজা কৰিলা। কন্যায়ো বাঞ্ছিত বৰ দেখি বোলন্ত ঃ এহি মোৰ পতি হন্তোক। যদি মঞি ব্ৰত ধৰিছো ঃ তেৱে অগ্নিয়ো আশীৰ্ব্বাদ কৰন্তোক। ৰাজায়ো কৃষ্ণক পূজা কৰি বোলন্ত ঃ হে পৰিপূৰ্ণ ভগৱন্ত ঃ মঞি কি কৰ্ম্ম কৰিম। আজ্ঞা কৰা। যাৰ পাদপদ্ম-ৰজক ব্ৰহ্মা-লক্ষ্মী মহেশো শিৰে ধৰা ঃ হেন ভগৱন্ত মোত কিমতে তুষ্ট হৈবা। ভগৱন্তে বোলন্ত ঃ জানা ৰাজা ঃ ক্ষত্ৰিয়ৰ যাচ্না গৰ্হিত ঃ তথাপি মই তুমাৰ সুহৃদক ইছাই কন্যাখানি খোজো ঃ শুল্ক দিবে নাপাৰিবো। ( শ্লোক ৩১—৪০ )

ৰাজা বোলন্ত ঃ হে ভগৱন্ত ঃ তুমি বিনে কন্যাৰ আন কুন বাঞ্ছিত বৰ আছে। যাতো তুমি সকল গুণৰ আশ্ৰয় ঃ লক্ষ্মীৰ নিবাস ঃ কিন্তু আমি পূৰ্ব্বত পুৰুষৰ বল পৰীক্ষাৰ্থে সাতোটা বৃষভ বঢ়াইছো ঃ আৰায়ে অনেক ৰাজাৰ গাত্ৰ ভঙ্গ কৰিছে। তাক যদি তুমি নিগ্ৰহ কৰিব পাৰা ঃ তেৱে দুহিতাৰ বাঞ্ছিত বৰ হবা। হেন শুনি কৃষ্ণে তেখনে বস্ত্ৰ সম্বৰি সত্যাক সাপত্ন দেখাইবাৰ অৰ্থে আপুনাক সাতৰূপ কৰি লীলায়ে সৱাকে নিগ্ৰহ কৰিলা। বান্ধিয়ো ঘৰাইলা। পাছে ৰাজা মহা বিস্ময় হুয়া পৰম সন্তোষে কন্যা বিহা দিলা। ৰাজপত্নীসৱে দুহিতাৰ যোগ্যপতি দেখি পৰমানন্দ লভিল। ( শ্লোক ৪১—৪৮ )

নানা বাদ্য বজাইলা ঃ নৰ-নাৰীসৱো হৰ্ষিত হৈল। পাছে ৰাজাৰ দশ সহস্ৰ ধেনু ঃ দুই সহস্ৰ অলঙ্কৃত দাসী, নৱ সহস্ৰ হস্তী ঃ নৱ লাখ ৰথ, নৱ কৌটি অশ্ব ঃ নৱ পদ্ম পদাতি ঃ যৌতক দিলা। বৰ-কন্যাক ৰথত তুলি অনেক সেনায়ে আবৃত কৰি ঃ মহাস্নেহে পঠাইলা। হেন শুনি ৰাজাসৱ পথত নিৰোধ কৰিল। তেখন অৰ্জ্জুনে সখিৰ প্ৰিয় কৰি গাণ্ডীৱ ধৰি সিংহে মৃগক হেন খেদাইল। কৃষ্ণো সকল যৌতুক লৈয়া দ্বাৰকাক আসিল। পাছে পিতৃৰ ভগিনী শ্ৰুতকীৰ্ত্তিৰ দুহিতা ভদ্ৰা কন্যাক সন্তৰ্দ্দন আদি ভাতৃসৱে যাচিয়া দিল ঃ কৃষ্ণে বিবাহ কৰিলা। আৰো মদ্ৰ দেশৰ ৰাজা বৃহৎসেনৰ দুহিতা লক্ষ্মণা কন্যাক স্বয়ম্বৰ হন্তে গৰুড়ে অমৃত হেন হৰি আনিলা। আৰো কৃষ্ণ নৰকক বধি ঃ তাৰ গৃহৰ পৰা অনেক কন্যা বিবাহ কৰিলা।

( শ্লোক ৪৯—৫৮ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে অষ্টপঞ্চাশৎ অধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : কালিন্দী লক্ষণা সত্যা শৈব্যা ভদ্ৰা বৰাননাঃ।

পাৰিণীতা মুদা যেন তমীশ্বৰমহং ভজে ॥

---

## ঊনষষ্টিতম অধ্যায়

### নৰকাসুৰ বধ, পাৰিজাত হৰণ

কথা : ঊনষষ্টি অধ্যায়ে : নৰকাসুৰ বধ : পাৰিজাত হৰণ : কন্যাগণো বিবাহ কৰিবা। ৰাজা পুছন্ত : হে শুক : যেমনে শ্ৰীকৃষ্ণে নৰকাসুৰ বধি কন্যাগণ বিবাহ কৰিলা আক মোত কহা। শুকে কহন্ত : যেখন নৰকাসুৰে : বৰুণৰ ছত্ৰ : অদিতিৰ কুণ্ডল : মণি পৰ্ব্বতকো হৰি আনিল তেখন ইন্দ্ৰ সত্যভামাৰ গৃহ আসি নৰকৰ চেষ্টা কহি : যথাৰ্থে প্ৰাৰ্থনা কৰিলা। কৃষ্ণো ইন্দ্ৰক অভয় দিয়া পঠাইলা। এতেকতে নাৰদ আসি : ৰুক্মিণীৰ গৃহত কৃষ্ণক আশীৰ্ব্বাদ কৰি পাৰিজাত পুষ্প দিলা। তাক ৰুক্মিণী কৃষ্ণক খুজি লৈলা। হেন শুনি সত্যভামা ৰোষ কৰিলা। তাঙ্ক শান্তনা কৰিতে শ্ৰীকৃষ্ণে পাৰিজাত গাছ দিবাক অঙ্গীকাৰ কৰিলা। এতেকেসে সত্যভামাসমে গৰুড়ত চৰি প্ৰাগ্‌জ্যোতিষপুৰক আসিলা। যি গিৰি দুৰ্গ অস্ত্ৰ দুৰ্গ জল অগ্নি বায়ু মুৰ পাশেয়ো আবৃত হয়া আছে। তাত ভগৱন্তে গদাৰ প্ৰহাৰে পৰ্ব্বত ভাজিলা। অস্ত্ৰ দুৰ্গক শৰে কাটিলা। চক্ৰমাৰি জল-বায়ু-অগ্নিক নাশিলা। খড়্গ পাশে মুৰপাশ ছেদিলা। শঙ্খক ধ্বনিয়ে যন্ত্ৰকো ভেদিলা। গদাৰ প্ৰহাৰে গড়কো ভাজিলা। পাছে শঙ্খনাদ শুনি থাইৰ জলৰ পৰা পঞ্চশিৰ মুৰদানৱ উঠিয়া :

মহা ক্রোধ করি : গরুড়ক ত্রিশূল হানি : পাঞ্চজন্যে নাদ করিলা। যাৰ শব্দে ব্রহ্মাণ্ড ব্যাপিল। (শ্লোক ১—৭)

কৃষ্ণে শূলক তিনিখণ্ড করি : মুখত শৰসৰ হানিলা। পিয়ো ক্রোধ করি গদা প্রহাৰিলা। কৃষ্ণো আপুনাৰ গদায়ে তাক সহস্ৰ খণ্ড কৰিলা। তেৱে মুৰ দানৱে দশ বাহু তুলি খেদি আসিলা। তেখনে শ্রীকৃষ্ণে চক্রহানি পাঞ্চ শিৰ কাটিলা। পাছে তাৰ সাত পুত্র পিতৃবধে আতুৰ হয়া : নৰকৰ আজ্ঞায়ে তাক সেনাপতি কৰি বাহিৰাই আসি : অনেক অস্ত্ৰ-শস্ত্ৰ বৰষিল। তাক কৃষ্ণে পন্থতে কাটি সৱাকে বধিলা। পাছে নৰকাসুৰে আপুনাৰ সেনা নাশ দেখি : সাগৰত উত্তৰ প্ৰমত্ত হস্তীগণসমে খেদি আসিল। (শ্লোক ৮—১৪)

ভার্য্যাসমে শ্রীকৃষ্ণক গরুড় কন্ধত দেখি : মহা শকতি হানিল। বীৰসৱো একেলগে অস্ত্ৰ-শস্ত্ৰ বৰষিল। ভগৱন্তো শীঘ্রবেগে শৰসৱ হানি : প্রথমে সৱ সেনা বধি : পাছেসে তাবাৰ অস্ত্ৰক প্ৰত্যেককে তিনিশৰে কাটিলা। গৰুড়ো দন্ত-পক্ষ-নখঘায়ে : হস্তীসৱক তাৰিলা। এতেকে তাৰা মহাপীড়া পায়া নগৰ পশিল। পাছে নৰকে গৰুড়ক মহাশক্তি হানিলা। তাৰা প্ৰহাৰত গৰুড় নকম্পিলা। পাছে শ্রীকৃষ্ণক মাৰিতে ত্রিশূল লৈলা। তেৱে ভগৱন্তে চক্র হানি শিৰ ছেদিলা। হেন দেখি দেৱগণে পুষ্পবৃষ্টি কৰি জয় কৃষ্ণ বুলিল। পাছে তাৰ মাতৃ পৃথিৱী : অদিতিৰ কুণ্ডল : বৈজয়ন্তী মালা : বৰুণৰ ছত্র : মণি পৰ্ব্বত অৰ্পিয়া : অঞ্জলি কৰি স্তুতি বোলন্ত। (শ্লোক ১৫—২৪)

হে দেৱ দেৱ : শঙ্খ-চক্র-গদাধৰ : তুমাক প্ৰণাম কৰো। পঙ্কজ-নাভ : পঙ্কজমালী : পঙ্কজনেত্ৰ : পঙ্কজচৰণ : ভগৱন্ত : বাসুদেৱ : বিষ্ণু পূৰ্ণবোধ মহাপুৰুষ : তুমাক নমস্কাৰ কৰো। তুমি যে জগতৰ সৃষ্টি-স্থিতি-সংহাৰ কৰিতে ৰজ-সত্ব-তমোগুণ ধৰা। এতেকে তুমি প্ৰকৃতি পুৰুষ হুইতো পৰ। হে পৰমেশ্বৰ : ই নৰকৰ পুত্ৰ ভগদত্তে পিতৃবধ দেখি মহাভয় হৈল। মঞি আসি তুমাৰ চৰণত ভেটাইলো। আক প্ৰতিপাল কৰা। হস্ত-পদ্মকো আৰ শিৰত ধৰা। (শ্লোক ২৫—৩১)

শুকে কহন্ত : হেন স্তুতি শুনি ভগৱন্তে তাক অভয় দিয়া : অন্তেঃপুৰত পশিলা। তাত শতাধিক ষোল্ল হাজাৰ ৰাজকন্যা দেখিলা। কন্যাসৱো কৃষ্ণক দেখি মনে পতিভাৱে বৰিলা। কৃষ্ণো তাবাক চতুৰ্দোলত তুলি দ্বাৰকাক পঠাইলা। আৰো বিস্তৰ ধনমান ঐৰাৱত বংশৰ চতুৰ্দন্ত চৌষষ্টি হস্তীয়ো পঠাই দিলা। (শ্লোক ৩২—৩৭)

পাছে স্বৰ্গক যায়া অদিতিৰ কুণ্ডল দিলা। ইন্দ্ৰো কৃষ্ণক পূজা কৰিলা। শচীয়ে সত্যভামাক সাদৰিলা। পাছে তৈৰপৰা আসিতে সত্যভামা কৃষ্ণক বোলন্ত ঃ ভাল তুমি মোক পাৰিজাত দিলা। হেন শুনি কৃষ্ণে পাৰিজাত উভাৰি ঃ গৰুড়কন্ধত থৈলা। তাক শুনি ইন্দ্ৰে শচীৰ বাক্যত দেৱগণসমে খেদি আসিলা। তাক অযত্নে জিনি পাৰিজাত আনি সত্যভামাৰ গৃহৰ সমীপত ৰুইলা। লগতে স্বৰ্গৰ পৰা তাৰ গন্ধলোভে ভ্ৰমৰসৱো আসিলা। পাছে শ্ৰীকৃষ্ণে একে লগ্নতে অনেক গৃহত অনেক ৰূপে সকল কন্যা বিহা কৰিলা। বন্ধুগণৰ সমাগমো তেতেকে কৰাইলা। তাৰাৰ গৃহত থাকি ঈশ্বৰো সামান্য হেন আনন্দ কৰিলা। তাৰাসৱো প্ৰত্যেকৰে দাসী শত থাকি-তেয়ো ঃ আপুনিসে স্বামীক সততে সেৱা কৰিলা। ( শ্লোক ৩৮—৪৫ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে উনষষ্টিতমোঽধ্যায়ঃ।

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ নিহত্য নৰকং ঘোৰং পাৰিজাতং দিবোঽহৰৎ।
উদৱহদ্ৰাজকন্যাঃ তমহং পৰমাশ্ৰয়ে॥

---

# ষষ্টিতম অধ্যায়

## প্ৰেম-কলহ

কথা ঃ ষষ্টি অধ্যায়ত প্ৰেম-কলহ কহিবা। শুকে কহন্ত একদিনা ভগৱন্তে আপুনাৰ বিচিত্ৰ গৃহত দিব্য খাটত বসিছা ঃ তাত ৰুক্মিণী সখীৰ হস্তৰ পৰা শুক্ল চামৰ ধৰি ঃ বিঞ্চিবে লাগিলা। তাঙ্ক দেখি ভগৱন্তে হাস্য কৰি বোলন্ত ঃ হে ৰাজপুত্ৰী ঃ তুমাক শ্ৰীমন্ত গুণৱন্ত বলৱন্ত যশোৱন্ত ৰাজাসৱে বাঞ্ছা কৰিছে। পিতৃ-মাতৃয়ো দিবাক চায়াছে ঃ তাৰাক পায়ো কেনে অযোগ্য আমাক বৰিলা। আৰো আমি ৰাজাসৱক ভয়ে সাগৰত শৰণ পশিছো। বলৱন্তসৱে দ্বেষ কৰে ঃ ৰাজ-আসন এৰিছে ঃ আমাৰ আচাৰক লোকে নজানে। আমাক ভজিয়া স্ত্ৰী-সৱো দুঃখ পাৱে। আৰো আমৰা আকিঞ্চন ঃ আকিঞ্চনৰ প্ৰিয়। এতেকতে আমাক আঢ্যে নভজে ঃ যাৰাসৱে সমান হয় ঃ তাৰাসমেসে বিবাহ মৈত্ৰী কৰি ঃ উত্তমে অধমে নকৰি। আকে তুমি নাজানিসে আমাক বৰিলা। যাতো আমাত কিছো গুণ নাই। বৃথায়েসে ভিক্ষুকসৱে শ্লাঘা কৰে। ইদানিকো আপুনাৰ যোগ্য বৰ চায়া বৰা৷ যাত হন্তে ইহ-পৰলোকে সুখে থাকিবা। যদি বোলা তেৱে কিয় হৰি আনিলা। তাত শুনা। মোক শিশুপাল জৰাসন্ধ দন্তবক্ৰ আদি ৰাজাসৱে দ্বেষ কৰে। তুমাৰ ভাই ৰুক্ময়ো। তাৰাক বল-দৰ্প সংহাৰিবাৰ নিমিত্তে তুমাক হৰি আনিলো। আৰো দেহ-গৃহত উদাসীন ভাৰ্য্যা-পুত্ৰ-অৰ্থত প্ৰীতি নকৰে। (শ্লোক ১—২০)

শুকে কহন্ত ঃ এই বুলি ভগৱন্ত মৌন হৈলা। ৰুক্মিণীয়ো অপ্রিয় বাক্য শুনি মহাভয়ে কম্পমান হৈয়া দুৰন্ত চিন্তায়ে অধোমুখে বিলাপ কৰি পৃথিৱীত পৰিলা। কেশ-বস্ত্র-অলঙ্কাৰো খসিল। তাক দেখি ভগৱন্তে কৃপায়ে আকুল হৈয়া সত্বৰে খাটৰ নামি ঃ চতুৰ্ভুজ ৰূপে তুলি ধৰিলা ঃ কেশকো বান্ধিলা ঃ মুখকো মাৰ্জিলা ঃ আলিঙ্গিয়ো সান্ত্বনা কৰিলা। ( শ্লোক ২১—২৮ )

হে ৰুক্মিণী ঃ মোক অসূয়া নকৰিবা। তুমাক মৎপৰ বুলি জানিলো। ক্রোধমুখে তুমাৰ বাক্য শুনিবাৰ অৰ্থেসে পৰিহাস কৰিলো। স্বৰূপ নহে ঃ প্রিয়াসমে পৰিহাস কথায়ে কাল গয়াইলো। এই মনেসে গৃহস্থ লোকৰ লাভ। হেন শুনি ৰুক্মিণী পৰিহাস বাক্য জানি ত্যাগ ভয় এৰি মনোহৰ হাস্য কটাক্ষে কৃষ্ণৰ মুখ চায়া তান বাক্যসৱ উলটায়া বুলিবে লাগিলা। ( শ্লোক ২৯—৩৩ )

হে কমললোচন ঃ ভগৱন্ত ঃ যি বুলিছা তুমাৰ আমি যোগ্য নহো ঃ সি এনসে ঃ যাতো তুমি পৰমেশ্বৰ কৈত ঃ মঞি গুণময় প্রকৃতি কৈত। এতেকে তুমাৰেসে মঞি যোগ্য নহো। আৰো বুলিছা মঞি ৰাজাসৱক ভয়ে সাগৰত শৰণ পশিছো। হে উৰুক্রম ঃ তুমাতে কিছো ভয় নাই। যি বুলিছা মঞি ৰাজাসৱ এৰিছো ঃ তাত শুনা। তুমাৰ ভক্তৰে আচাৰক নৰ-পশুসৱে নজানে। তুমাক নজানিব তাক কি বুলিবো। আৰো বুলিছা মোক ভজি স্ত্রীসৱে দুঃখ পাৱে। তাত শুনা। যাক বাঞ্ছায়ে মহাৰাজাসৱো বনক যায়া ভক্তি কৰে, হেন তুমাক যি এঠাই ভজে সি নেকি দুঃখ পাৱে। কদাচিতো নপাৱে। যি বুলিছা আমি আকিঞ্চন ঃ আকিঞ্চনৰ প্রিয় ঃ তাৰ এনসে অৰ্থ ঃ যাত বিনে কিছো নাই ঃ তাকেসে আকিঞ্চন বুলি। দৰিদ্র লক্ষণ আকিঞ্চন তুমাত নঘটে। যাতো সৱাৰে পূজ্য ঃ ব্রহ্মাদিৰো তুমি প্রিয়। তাৰায়ো তুমাৰে প্রিয়। আৰো বুলিছা আমাকে আঢ্যে নভজে। তাত শুনা ঃ যি প্রাণক অৰ্পিয়া আঢ্য বোলাৱে সি তুমি ঈশ্বৰক নজানে। এতেকে কেমনে ভজিব। আৰো বুলিছা যাৰাসৱে সমান হৱে তাৰ লগতেসে বিবাহ মৈত্রী কৰি। তাত শুনা ঃ যাক বাঞ্ছায়ে সুবুদ্ধিসৱে সৱাকে এৰে তাৰাৰ লগেসে তুমাৰ সেৱ্য-সেৱক সম্বন্ধ ঘটে ঃ গৃহাসক্ত জনৰ নঘটে। আৰো বুলিছা, মোক বৃথায়ে ভিক্ষুকসৱে শ্লাঘা কৰে। তাক তুমি জানিসে মোক বৰিলা। তাত শুনা ঃ পৰম যোগীসৱো তোমাৰ মহিমা গায়ে। ভক্তজনক আপুনাকে দিয়া জগতৰে আত্মা হেন জানিসে মঞি বৰিলো। যি ৰাজাসৱকো ধনুৰ টঙ্কাৰে জিনি মোক হৰি আনিলা ঃ তাৰাক ভয়েসে সাগৰত শৰণ

পশিবে বুলিলা। ই তুমাৰ বাক্য জড়ৰ হেন। আৰো বুলিছা আমাত কিছো গুণ নাইঃ তাত শুনা। তুমিসে সকল গুণৰ আশ্ৰয়। যি বুলিছা ইদানিকো আনক বৰাঃ তাত শুনা। মহন্তৰ মুখে তুমাৰ গুণ শুনিঃ কুমুনু স্ত্ৰী আনক ভজিবে। এতেকেসে মঞি তুমাৰ চৰণ-পদ্মক ভজিলো। যাতো তুমি ভজন্তা জনক সংসাৰ মোক্ষ কৰা। যিজনে তুমাৰ কথাক কুন বেলা নতো শুনে সি অভাগী স্ত্ৰীসৱ সম্বন্ধি শিষ্ট ৰাজাসৱ পতি হৌক। যাতো তাই তুমাৰ পাদপদ্মক ঘ্ৰাণ নতো কৰে। এতেকে জীয়ন্তাসৱক ভজে। যাতো তাৰ দেহক বাহিৰত ছালঃ দাঁৰি নখ লোম কেশ ঢাকিছে। ভিতৰত মাংস অস্থি শোণিত মল মূত্ৰ কফ বাত পিত্তে ভৰিছে। যদ্যপি তুমি উদাসীন কতো প্ৰীতি নকৰা তথাপি তুমাৰ চৰণ সেৱাত মোৰ অনুৰাগ হৌক। যেখনে সৃষ্টি সময়ত মঞি প্ৰকৃতিক পুৰুষৰূপে কটাক্ষ কৰি চায়া তেখন তুমাৰ দয়া হৈবে। তুমি যেঁ মোক আনক ভজিতে বুলিলাঃ ইয়ো বাক্য মিছা নহে। যাতো কাশীৰাজাৰ দুহিতা অম্বা কন্যাক শিশুকালতে শাল্বত প্ৰীতি কৰি আছে। বেশ্যা স্ত্ৰীৰ পুনু বিবাহ হৈলেয়ো নব নব পুৰুষক মন যাই। এতেকে বিবেকী-সৱে দুষ্টা নাৰীক নৰাখোক। তাইক ৰাখিলে দুয়ো কুল ভ্ৰষ্ট হয়।

( শ্লোক ৩৪—৪৮ )

ভগৱন্তে বোলন্তঃ হে সাধ্বীঃ এই কথা শুনিবেতো তুমাক পৰিহাস কৰিলো। মোৰ বাক্যক তুমি যি কৈ কহিলা সিসৱে সত্য হয়। মোত তুমি যি বাঞ্ছা কৰা সি তুমাৰ সৱে সিদ্ধি হৌকঃ যাতো তুমি মোৰ একান্ত ভক্ত। মোৰ বাক্যতো মতি নলৰিলা। এতেকে জানিবা যি মোক বিষয়-কামে ভক্তি কৰেঃ সি মোৰ মায়ায়ে মোহ হৈল। যাতো বিষয়-সুখক নাৰকীয়ো নিতে পাই। তুমি যে মোত একান্ত ভক্তি কৰিলাঃ আক দেখি মহা আনন্দ হৈলো। ( শ্লোক ৪৯—৫৪ )

তুমাৰ সম ভক্ত গৃহিণীক একো ঠাই নেদেখো। যাতো বিবাহৰ অৰ্থেঃ ব্ৰাহ্মণক পঠাইঃ মোক আসিবাৰ নেদেখি দেহকো এৰিবে খুজিলা। আৰো ভাইক বিৰূপ কৰি অক্ষয়শালাতো প্ৰাণে বধিল। তথাপি শোকতো আমাক কিছু নুবুলিলাঃ তাতেসে আমাক জিনি নিলা। এতেকে তুমাৰ উপকাৰ তুমাতে ৰহৌক। মঞি আনন্দ মাত্ৰ কৰাঞু। হে লোকসৱঃ দেখঃ ৰুক্মিণী সৱাতে কৰি বল্লভা মানিবাৰ পদেঃ পৰিহাস্য ছলেয়োঃ অহঙ্কাৰ হৰিলা। হেন জানি মঞি হৰিভক্তক হেন অহঙ্কাৰ নকৰিব।

শুকে কহন্ত: এমনে ভগৱন্তে ৰুক্মিণীসমে সুৰত আলাপে আনন্দ কৰিলা। আনো ভাৰ্য্যাৰ গৃহত গৃহস্থ হেন নানা ধৰ্ম্ম কৰি আনন্দে প্ৰৱৰ্ত্তিলা।

( শ্লোক ৫৫—৫৯ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ষষ্টিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : পৰিহাসেন ৰুক্মিণ্যা যোঽহৰম্ভাৰমপানুদৎ।
তমহং সততং বন্দে মহানন্দবিবৰ্দ্ধনম্ ॥

---

# একষষ্টিতম অধ্যায়

## কৃষ্ণৰ বংশ, অনিৰুদ্ধৰ বিবাহ

কথা: একষষ্টি অধ্যায়ে কৃষ্ণৰ বংশ: অনিৰুদ্ধৰ বিবাহ কহিবা শুকে কহন্ত: এমনে শ্ৰীকৃষ্ণৰ অষ্টাধিক শতেক ষোড়শ সহস্ৰ পত্নী হৈল সৱাতে পিতৃৰ সদৃশ দশ দশ পুত্ৰ হৈল। পত্নীসৱো সদাই কৃষ্ণক গৃহত থাকিবাৰ দেখি: সৱে আপুনাক প্ৰিয়তম মানিল। ভগৱন্তৰ বিলাসে তাৰা মোহ গৈল। তাৰাৰ বিলাসে কৃষ্ণক কিছো কৰিবে নপাৰিল। কিন্তু নিৰন্তৰে সেৱা কৰিল। তাতে ৰুক্মিণীৰ পুত্ৰ প্ৰদ্যুম্ন মহাৰথী হৈল। যাক ৰুক্মৰ দুহিতা ৰুক্মৱতী কন্যা: স্বয়ম্বৰত আপুনি বৰিল। প্ৰদ্যুম্নো ৰাজাগণ জিনি হৰি আনিল। যদ্যপি ৰুক্মে কৃষ্ণসমে বৈৰক স্মৰে: তথাপি ভগিনীৰ প্ৰীতি কৰি তাক অনুমোদন কৰিল। তাত হন্তে মহাবীৰ অনিৰুদ্ধ হৈল'

তাঙ্কো ৰুক্মে আপুনাৰ নাতিনীৰো ছয় কন্যাক দিলা। সেই উৎসৱত ৰুক্মিণী ৰামকৃষ্ণ যদুবীৰসবো ভোজকট নগৰক গৈলা। তাত পৰম উৎসৱে বিবাহ হৈল। দন্তবক্র আদি ৰাজাসবো ৰুক্মক বোলন্ত : তুমি বলভদ্রক পাশা খেলি জিন। যাতো তেওঁ পাশা নজানে। ( শ্লোক ১—২৭ )

হেন শুনি ৰুক্মে বলভদ্রক মাতি পাশা খেলি খেলাইবে লাগিলা। তাত শত সহস্র অযুত টকা ৰামে দিল। ৰুক্মে জিনিল : তাত দন্তবক্র দন্ত দেখাই হাসিল। তাক বলভদ্র নসহি ক্ষণেকো আড়িলা। তাকো ৰামে জিনিলা। ৰুক্মে বোলে : সভাসদক পুছ : মঞিসে জিনিছো। তাতে আকাশবাণী হৈল। ধৰ্ম্মত ৰামে জিনিলা বচনত ৰুক্মে মিছা কহে : তাক ৰুক্মে নসহিয়া দুষ্ট ৰাজাৰ বোলে ৰামক হাস্য কৰি অনেক নিন্দা কৰিল। তাক শুনি : ৰামে মহাক্রোধ কৰি : পৰিঘ ধৰি : সভাতে ৰুক্মক বধিলা। দন্তবক্রৰো দান্ত সাৰিলা। যাতো দান্ত দেখায়া হাস্য কৰিছে। অন্য ৰাজাৰ বাহু উৰু শিৰ ভাঙ্গিলে : প্রাণভয়ে পলাই গৈল। এমনে ৰুক্ম শ্যাল নষ্ট হৈলে কৃষ্ণৰাম ৰুক্মিণীৰ স্নেহভঙ্গ ভয়ে কিছো নুবুলিলা। যদুবীৰসবো পৰমানন্দে বৰ কন্যাক লৈয়া দ্বাৰকাক আসিলা। কৃষ্ণৰ সকল পত্নীতে একু একু কন্যা হৈল। তাতে ৰুক্মিণীৰ দুহিতা চাৰুমতি কন্যা কৃতব্রহ্মাৰ পুত্র বিশালাক্ষে বিবাহ কৰিলা ( শ্লোক ২৮—৪০ )

শ্রীভাগৱতকথায়াং দশমস্কন্ধে একষষ্টিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : অষ্টাধিকশতদ্ব্যষ্টসহস্র স্ত্রীষু যো বিভুঃ।
পুত্রান্দশদশাকার্ষীৎ কন্যৈকৈকাং তমাশ্রয়ে ॥

———

# দ্বিষষ্টিতম অধ্যায়

## অনিৰুদ্ধৰ বন্ধন

কথা ঃ  বাষষ্ঠি অধ্যায়ে উষাসমে অনিৰুদ্ধক দেখি বাণে বন্দী কৰিব। বলি ৰাজাৰ শতেক পুত্ৰত কৰি শ্ৰেষ্ঠ বাণ হৈল। সি সহস্ৰ বাহুৰ বাদ্যে নৃত্যত শিৱক সন্তুষ্ট কৰাই ঃ পুৰ পালন কৰ লভিল। পাছে একদিনা কিৰীটিৰ অগ্ৰে শিৱক প্ৰণাম কৰি বোলয়। তুমি মোক বাহু সহস্ৰ দিছা ঃ সি কেৱল মহাভাৰ হৈল যাতো তিনিয়ো লোকত তুমি বিনে যুজন্তা নাপাঞো। কুম্মবেলা হস্তে পৰ্ব্বত চূৰ্ণ কৰি দিগ্‌গজক যুজিবে যাঞো ঃ তাৰায়ো মহাভয়ে পলাই যায়। ( শ্লোক ১—৭ )

হেন শুনি মহেশে ক্ৰোধ কৰি বোলন্ত ঃ যেখনে তোৰ ধ্বজগোট ভাগে তেখনে তোৰ দৰ্পহৰ যদ্ধ হৈবে। তাক শুনি ঃ কুবুদ্ধি বাণ হৰিষ হয়া গৃহত পশি ধ্বজভঙ্গক অপেক্ষা কৰি ৰহিল। তাৰ উষা নাম দুহিতা স্বপ্নত অনিৰুদ্ধ সমে ৰতিক লভিল। পাছে জাগিয়া তাঙ্ক নেদেখি ঃ আকুল হৈয়া লজ্জিত হৈল। বাণৰ মন্ত্ৰী কুম্ভাণ্ড ঃ তাৰ দুহিতা চিত্ৰলেখা সখী পুছিলা। হে সখী ঃ তুমি কাক বিচাৰ কৰা ঃ কি তুমাৰ মনোবাঞ্ছা ইদানিকো দেখো ঃ তুমাৰ পতি নতো হৰে। উষা বোলয় ঃ আজি স্বপ্নত ঃ শ্যাম সুন্দৰ ঃ কমল-লোচন ঃ পীতবসন ঃ স্ত্ৰীৰ প্ৰিয়তম এক পুৰুষ দেখিলো। তাঙ্ক বিচাৰ কৰো ঃ যাতো মোক অধৰামৃত পান কৰায়া কুন ঠাই বা গৈলা।

( শ্লোক ৮—১৫ )

চিত্ৰলেখা বোলয়ঃ হে সখীঃ সেইজন আনি তুমাৰ দুখ গুচাইবোঃ যদি ত্ৰৈলোক্যত থাকে। এইবুলি চিত্ৰলেখাঃ দেৱ, গন্ধৰ্ব্ব, সিদ্ধ, চাৰণ, পন্নগ, দৈত্য, বিদ্যাধৰ, যক্ষঃ মনুষ্য সবাকে লেখিলা। মনুষ্যৰ মধ্যত বৃষ্ণি বংশ লেখিঃ সুৰসেন বসুদেৱঃ ৰামকৃষ্ণকো লেখিল। প্ৰদ্যুম্নক লেখিবাৰ দেখিঃ উষাই শহুৰ বুলিয়া লজ্জা কৰিল। পাছে অনিৰুদ্ধক লেখিবাৰ দেখি লজ্জায়ে অধোমুখ হয়া হাস্য কৰি এই বুলি কহিলা। চিত্ৰলেখায়ো তাঙ্ক কৃষ্ণৰ নাতি জানিঃ আকাশ পন্থে দ্বাৰকাক গৈয়া মায়াবলে অনিৰুদ্ধক আনি উষাক দিলা। উষায়ো পৰম সুন্দৰ পতিক পায়া পৰম হৰিষে বস্ত্ৰ-অলঙ্কাৰ গন্ধ পুষ্প চন্দন দিয়াঃ স্নান ভোজন কৰাইঃ শোভন বচনে শুশ্ৰূষা কৰিয়া তুষ্ট কৰাইলা। অনিৰুদ্ধো উষাৰ স্নেহ-সেৱায়ে বশ্য হয়া দিনৰ সংখ্যায়ো নজানিলা। এমনে গূঢ় হৈয়াঃ অনিৰুদ্ধো উষাক ভোগ কৰিতেঃ ৰখীয়া-সৱে হেতুদ্বাৰে লক্ষ্য কৰিঃ ৰাজাৰ আগত কহিল। ( শ্লোক ১৬—২৭ )

বাণো দুহিতাৰ দূষণ শুনি মহাদুঃখ পায়া সত্বৰে কন্যাপুৰ গৈয়া পৰম সুন্দৰ কামৰ তনয়ক উষাসমে দেখি বিস্ময় হৈলা। অনিৰুদ্ধো সসৈন্যে বাণক দেখিঃ লৌহময় পৰিঘ ধৰি স্থিত হৈল। সেনাসৱো ধৰ ধৰ বুলি অস্ত্ৰ-শস্ত্ৰ ধৰি চৌভিতি বেঢ়িল। তাক অনিৰুদ্ধে দেখি পৰিঘৰ কোবে বিস্তৰ বধিলা। কতো গুলাক পলাই গৈলা। হেন দেখি বাণে নাগপাশ হানি অনিৰুদ্ধক বন্দী কৰিল। উষায়ো স্বামীৰ বন্ধন দেখি শোকে বিহ্বল হয়া অনেক কান্দিলা। ( শ্লোক ২৮—৩৩ )।

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে দ্বিষষ্টিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোকঃ কৃষ্ণপৌত্ৰোঽপি স্ত্ৰী-সঙ্গাদ্বন্ধনং জগ্মিবান্ যতঃ।
অতস্তদ্ব্যক্তমুদ্দিষ্টং দ্বিষষ্টিতম ইষ্টদৈঃ।

———

# ত্ৰিষষ্টিতম অধ্যায়

## বাণ-যাদৱৰ যুদ্ধ

কথা ঃ তেষষ্টি অধ্যায়ে বাণ-যাদৱ যুদ্ধ ঃ জ্বৰৰ শিৱৰো স্তুতি কহিবা। শুকে কহন্ত ঃ এমনে বন্ধুসৱে অনিৰুদ্ধক নেদেখি ঃ শোক কৰিতে বাৰিষাৰ চতুৰ্মাস গৈল। পাছে নাৰদৰ মুখে অনিৰুদ্ধৰ যুদ্ধ-বন্ধন শুনি ঃ ৰাম-কৃষ্ণ প্ৰমুখ্যে যদুবীৰসৱো বাৰ অক্ষৌহিণী সেনা লৈয়া সত্বৰে শোণিতপুৰ যায়া ঃ চতুৰ্ভিতি বেঢ়িল। গড়ৰ প্ৰাক্ষিদ্বাৰকো ভাঙ্গিল। তাক দেখি বাণে তুল্য সেনা লৈয়া মহাক্ৰোধে খেদি আসিল। বাণৰ অৰ্থে ভগৱন্ত মহেশ কাৰ্ত্তিক-পুত্ৰ প্ৰমথ সেনা লৈয়া বৃষভত চড়ি ৰাম-কৃষ্ণক যুজিবে আসিলা। তেৱে উভয় সেনাৰ মহাযুদ্ধ হৈল। তাত কৃষ্ণ শঙ্কৰে ঃ প্ৰদ্যুম্ন কাৰ্ত্তিকে, কুম্ভাণ্ড কূপকৰ্ণ সমে বলভদ্ৰ ঃ সাম্বে বাণৰ পুত্ৰে ঃ বাণে সাত্যকি ঃ ঘোৰ যুদ্ধ কৰিলা।

( শ্লোক ১—৮ )

ব্ৰহ্মাদি দেৱগণো যুদ্ধ চাহিতে আসিলা। শ্ৰীকৃষ্ণে মহেশৰ গণ, ভূত, প্ৰেত, পিশাচাদিক ঃ তীক্ষ্ণ শৰৰ প্ৰহাৰে খেদাইলা। তাক দেখি মহেশে ব্ৰহ্মাস্ত্ৰ হানিলা। কৃষ্ণে ব্ৰহ্মাস্ত্ৰে তাক সংহাৰিলা। তেৱে বায়ুশৰ মাৰিলা। কৃষ্ণো পৰ্ব্বত শৰে ঢাকিলা। পাছে অগ্নিশৰ যুৰিলা। তাক জলশৰে দূৰ কৰিলা। তেৱে পাশুপত্ৰ প্ৰহাৰিলা। তাক সুদৰ্শন হানি সংহাৰিলা। পাছে মোহন অস্ত্ৰে মহেশক মোহিত জৃম্ভিত কৰায়া ঃ বাণৰ সেনাসৱ বধিবে লাগিলা। প্ৰদ্যুম্নৰ শৰে কাৰ্ত্তিক পীড়িত হয়া ঃ ময়ূৰসমে পলাইলা।

( শ্লোক ৯—১৫ )

ৰামৰ মুষলৰ ঘায়ে কুম্ভাণ্ড কূপকৰ্ণে প্ৰাণ ছাৰিল। সেনাসৱো ভাগি পলাইলা। হেন দেখি বাণাসুৰে সাত্যকিক এৰি: কৃষ্ণক খেদি আসিল। একেলগে পাঞ্চশত ধনু টানি: একে ধনুত দুই শৰ জুৰিল। তেখনে ভগৱন্তে সকল ধনুক ছেদি: ৰথ-সাৰথি-অশ্বকো মাৰি শঙ্খধ্বনি কৰিলা। তেখনে তাৰ কোটৰী মাতৃ পুত্ৰ প্ৰাণৰক্ষাৰ্থে নগ্ন হয়া: কেশ মুক্ত কৰি কৃষ্ণৰ আগত থিয় হৈল। কৃষ্ণো তাইক নচায়া মুখ কাতি কৰিলা। বাণো বিৰথ হয়া: নগৰত পশিল। এতেকে মহেশৰ ত্ৰিশিৰা জ্বৰ খেদি আসিল। তাক দেখি কৃষ্ণো জ্বৰ স্ৰজিলা। তেৱে দুয়ো জ্বৰ একত্ৰ হয়া ঘোৰ যুদ্ধ কৰিল। পাছে বিষ্ণুৰ জ্বৰ হস্তে: মহেশৰ জ্বৰ মহাপীড়া পায়া আন ঠাই ৰক্ষা নেদেখি কৃষ্ণক স্তুতি কৰিবে লাগিল। (শ্লোক ১৬—২৪)

হেঁ অনন্তশক্তি পৰমেশ্বৰ: সৰ্ব্বাত্মা: জ্ঞানময়: তুমাক প্ৰণাম কৰো। জগতৰ কাৰণ নিৰুপাধি যি ব্ৰহ্ম সিও তুমি। যেমনে লীলায়ে নানা অৱতাৰ ধৰি, দেৱ-সাধুধৰ্ম্মক প্ৰতিপাল কৰা: দুষ্টকো সংহৰা: তেমনে ইয়ো অৱতাৰ ভূভাৰ হৰিতে ধৰিছা। তুমাৰ জ্বৰৰ তাপে মঞি মহাপীড়িত হৈলো: আৱে মোক ৰক্ষা কৰা। পুৰুষে যাৱে আনক আশা কৰি তুমাৰ চৰণক সেৱা নকৰে: তেৱে তাৰ তাপ হৈবে লাগে। সেৱাত প্ৰবৰ্ত্তিলে তাপ পাইবে নৰি। ভগৱন্তে বোলন্ত: হে ত্ৰিশিৰা: তোত মঞি তুষ্ট হৈলো। মোৰ জ্বৰ হস্তে ভয় নহোক। এই তোৰ-মোৰ সম্বাদক যি স্মৰে: তাকো তঞি ভয় নেদিবি। হেন শুনি জ্বৰে কৃষ্ণক প্ৰণাম কৰি লৰি গৈল। (শ্লোক ২৫—৩০)

বাণো ৰথত চৰি যুজিবে আসিল। সহস্ৰ বাহুয়ে নানা অস্ত্ৰসমে বৃক্ষসৱ হানিল। কৃষ্ণো চক্ৰ হানি: বাহুসৱ ছেদিলা। তাক দেখি মহেশে ভক্তক কৃপায়ে স্তুতি বোলন্ত। হে ভগৱন্ত: তুমাক নজানি অসুৰে যে যুদ্ধ কৰে ই চিত্ৰ নহে। যাতো তুমি বেদতো গূঢ়: তথাপি নিৰ্ম্মল মতিত আপুনি প্ৰকাশ কৰা। আকাশ তুমাৰ নাভি: অগ্নি মুখ: জলে ৰেতস: স্বৰ্গে শিৰ: দিশে কৰ্ণ: পৃথিৱী চৰণ: চন্দ্ৰে মন: আদিত্য চক্ষু: মঞি অহঙ্কাৰ: সাগৰে উদৰ: ইন্দ্ৰে ভুজ: ঔষধিসৱ ৰোম: মেঘে কেশ: ব্ৰহ্মায়ে বুদ্ধি: ধৰ্ম্মে হৃদয়। সেই তুমি লোকময় পুৰুষ। তুমি ই অৱতাৰ ধৰ্ম্ম ৰক্ষাৰ্থে অধৰ্ম্ম নাশাৰ্থে ধৰিছা। আমি পুনু তুমাৰ অনুগ্ৰহেসে আপুনাৰ কাৰ্য্য কৰিবে পাৰি।

(শ্লোক ৩১—৩৭)

তুমাৰ মায়ায়ে লোকসৱ মোহিত হয়া পুত্ৰ ভাৰ্য্যা ধনাদিত আশক্তি

কৰি : দুঃখময় সংসাৰত ফুৰে। যি মনুষ্যে দেহ পায়া তুমাৰ চৰণক আদৰ নকৰে সি আত্মাঘাতকী সৱাৰে শোচ্য হৈল। এতেকে তুমাক এৰি যি বিষয়-সেৱা কৰে : সি জানিবা অমৃত এৰি বিষ হে ভোজন কৰে। হেন জানি আমি কায়-বাক্য-মনে তুমাৰ পাদ-পদ্মক আশ্রয় কৰিছো। এই বাণাসুৰ মোৰ প্রিয়ভক্ত :ময়ো তাক অভয় দিছো। তুমাৰ প্রসাদ লভোক।

( শ্লোক ৩৮—৪৫ )

ভগৱন্তে বোলন্ত : হে মহেশ : তুমি যি বোলা : তাক মঞি অৱশ্যে কৰিম। ই বলিৰ পুত্র মোৰ অবধ্য। যাতো প্রহ্লাদক বৰ দিছো : তোৰ বংশ মোৰ বধ্য নহে। দৰ্প নাশাৰ্থেসে আৰ বাহুসৱ ছেদিলো। ভূভাৰ পদে সেনাসৱ বধিলো। এখন আৰ চাৰিখান বাহু ৰহোক। অৱশ্যে অজৰ-অমৰ হয়া : কাহাতো ভয় নাপায়া : তুমাৰ মুখ্য পাৰিষদ হৌক। হেন শুনি বাণ নিৰ্ভয় হয়া কৃষ্ণক প্ৰণাম কৰি : উষাসমে অনিৰুদ্ধক ৰথত তুলি : আগকৰি দিল। কৃষ্ণো বধূসমে অনিৰুদ্ধক আগকৰি : আপুনাৰ নগৰক গৈলা। পুৰবাসীসৱো পৰম আনন্দে আগবাঢ়ি আসিল। এই কথাক যি প্রভাতে উঠি স্মৰণ কৰে তাৰ কদাচিতো পৰাজয় নহে। ( শ্লোক ৪৬—৫২ )

শ্রীভাগৱতকথায়াং দশমস্কন্ধে ত্রিষষ্টিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : শঙ্কৰো শঙ্কৰো যেন লীলয়ৈব বিনিৰ্জ্জিতঃ।
তং প্রপদ্যে যদুনন্দং বাণবাহুনিকৃন্তনম্ ॥

— ———

# চতুঃষষ্টিতম অধ্যায়

## নৃগোপাখ্যান

কঁথা : চৌষষ্টি অধ্যায়ে নৃগোপাখ্যান কহিবা। শুকে কহন্ত : একদিনা যদুকুমাৰসৱ বিহাৰ কৰিতে উপবনক গৈয়া অনেক ক্রীড়া কৰি তৃষ্ণায়ে শ্রান্ত হয়া : জল বিচাৰিতে অন্ধকূপত অদ্ভুত কঙ্কনাস* দেখি বিস্ময় হুয়া : কূপায়ে তুলিবে যত্ন কৰিল। অনেক জৰি বান্ধিয়ো সমর্থ নহৈল। পাছে মহা উৎসুকে কৃষ্ণত কহিল। কৃষ্ণো তেখনে গৈয়া : লীলায়ে বামহস্তে উদ্ধাৰিলা। সিয়ো ভগৱন্তৰ কৰ-পৰশ পায়া কঙ্কনাস ৰূপ এৰি দেৱৰূপ হৈল। তাক জানিয়ো ভগৱন্তে লোকত জানাইবাৰ অর্থে পুছন্ত। কুন তুমি : কেনে ই অৱস্থা পাইছিলা। আক মোত কহা। ( শ্লোক ১—৮ )

হেন শুনি নৃগৰাজা প্রণামি বোলন্ত : মঞি ইক্ষাকু বংশত নৃগ নাম মহাদানী ৰাজা আছিলো। আক আপুনিয়ো জানা। তথাপি তুমাৰ আজ্ঞায়ে কহো যিমান পৃথিবীৰ ধূলা : বৃষ্টিৰো ধাৰা : স্বর্গৰো তাৰা : সেইমানে মঞি বিশিষ্ট বিপ্রক ৰত্নসমে হৃষ্ট-পুষ্ট অলঙ্কৃত কপিলী দান কৰিছো। আৰো ভূমি : সুৱর্ণ : ঘোৰা : দাস-দাসী : তিল-শস্য-বস্ত্র-ৰত্ন দিছো। যজ্ঞ যজিছো। শক্র মণ্ডপ পুষ্কর্ণি অন্নশালায়ো কৰিছো। ( শ্লোক ৯—১৫ )

তাতে এক ব্রাহ্মণৰ গৰু আসি : মোৰ পালত মিসল হৈল। তাক নজানি মঞি আন ব্রাহ্মণক দিলো। তাক পন্থত নেয়ন্তে : গৃহস্থে মোৰ গৰু বুলি ধৰিল। প্রতিগ্রাহী কহিল : মোক নৃগৰাজাই দিছে। এমনে দুয়ো ব্রাহ্মণে বিবাদ কৰি : মোত জনাইল। মঞো লক্ষকে গৰু লৈয়া দুইকো

* কঙ্কনাস—কৃকলাস সংভাগৱত।

পৃথকে পৃথকে কাৰ্পণ্য কৰিলো। তথাপি ছুয়ো গৰু এৰি গৈল। এতেকতেসে যমে নিয়া মোত পুছিল। তঞি আগে পাপ ভোগ কৰিবি, না পুণ্য ভোগ কৰিবি। মঞি পুনু পুণ্যৰ অন্ত নাই: আগে পাপ ভোগ কৰোঁ। এতেকতে কঙ্কনাস হৈয়া অন্ধকূপত পৰিলো। (শ্লোক ১৬—২৪)

তথাপি তুমাৰ ভক্তিৰ বলে: শ্ৰুতি নষ্ট নহৈল। যাক যোগেশ্বৰসৱো মনত চিন্তে। হেন তুমি, মোৰ কি ভাগ্য: চক্ষুৰ গোচৰ হৈলা। হে গোবিন্দ: পুৰুষোত্তম: নাৰায়ণ: অনন্ত: অচ্যুত: তুমাক প্ৰণাম কৰো। মোক অনুজ্ঞা দিয়া: স্বৰ্গক যাঞু। তথাপি মোৰ চিত্ত তুমাৰ চৰণত ৰহৌক। (শ্লোক ২৫—২৯)

এই বুলি নৃগৰাজা কৃষ্ণক প্ৰদক্ষিণে প্ৰণাম কৰি: বিমানত চৰি স্বৰ্গক গৈলা। কৃষ্ণো জ্ঞাতিসৱক বোলন্ত: হে মোৰ লোকসৱ: দেখ তেজস্বী-সৱৰো ব্ৰহ্মস্ব ছুৰুহ। আনৰ কি বুলিবো। মঞি হলাহলকো বিষ নুবুলো: যাতো তাৰ প্ৰতিক্ৰিয়া আছে। ব্ৰহ্মস্বকেহে বিষ বুলি: যাতো তাৰ প্ৰতিক্ৰিয়া নাই। আৰো বিষক যি খাই সেই মাত্ৰ মৰে। অগ্নিয়ো জল পাইলে সাম্য হয়: মূলকো নোপোৰে: ব্ৰহ্মস্ব অগ্নি পুনু মূল সমে কুলকো নাশ কৰে। এতেকে অনিছাত ব্ৰাহ্মণৰ বস্তু খাইলে: তিনি পুৰুষ নাশ কৰে: বলে খাইলে ইভিতি দশ পুৰুষ, সিভিতি দশ পুৰুষ নাশ কৰে। (শ্লোক ৩০—৩৫)

যাৰা নৰকক ভাল বুলি মানে: তাৰাসে ব্ৰহ্মস্বক বাঞ্ছা কৰে। ব্ৰাহ্মণৰ জীৱিকাক যি হৰে: সি ষাঠি হাজাৰ বৎসৰ বিষ্ঠাৰ কীট হয়া থাকে। এতেকে মোৰ ভক্তসৱে অপকাৰ কৰিলেয়ো ব্ৰাহ্মণক দ্ৰোহ নকৰিবা। যদি শপে: মাৰে: তথাপি নমস্কাৰ কৰিবা। যি আত অন্যথা কৰে তাতে মঞি দণ্ড কৰিম। যাতো অজ্ঞানত ব্ৰাহ্মণৰ বস্তু হৰিলে নৰকক যাইবে লাগে। আক নৃগৰ গৰুতে প্ৰমাণ লৈবা। এমনে লোকক শিক্ষা দিয়া ভগৱন্ত গৃহত প্ৰবেশিলা। (শ্লোক ৩৬—৪৪)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে চতুঃষষ্ঠিতমোঽধ্যায়ঃ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: কৰ্ম্মমাৰ্গস্থিতস্যাপি স্বভক্তস্য জনাৰ্দ্দনঃ।
কৃপয়া মোচয়দ্ দুঃখং তমহং দেৱমাশ্ৰয়ে॥

# পঞ্চষষ্টিতম অধ্যায়

## বলভদ্রৰ যমুনা কৰ্ষণ

কথা : পঞ্চষষ্টি অধ্যায়ে গোকুলক যায়া : বলভদ্রে যমুনা কৰ্ষণ কৰিবা। শুকে কহন্ত : একদিনা বলভদ্র সুহৃদ দেখিবে ইছাই গোকুলক গৈলা। তাত পিতৃ-মাতৃক প্ৰণাম কৰি : গোপ-গোপীকো যথাযোগ্য আনন্দ কৰাই : বাৰ্ত্তা পুছিলা। তাৰায়ো যথোচিতে আনন্দ কৰাই বাৰ্ত্তা পুছিলা। (শ্লোক ১—৮)

গোপীসবো ৰাম দৰশনে আনন্দিত হয়া : হাস্যমুখে কৃষ্ণৰ বাৰ্ত্তা পুছিল। কৃষ্ণৰ হাস্য কটাক্ষে আলাপ আলিঙ্গন সুমৰি : বিলাপ কৰিল। ৰামো তাৰাক সান্ত্বনা কৰি : চৈত্র-বৈহাগ দুই মাস তথায়ে বঞ্চিলা।
(শ্লোক ৯—১৭)

গোপীসবে কৃষ্ণসমে পূৰ্বত ক্ৰীড়া নতো কৰে : তাৰা সমে সুন্দৰ বৃন্দাবনত ৰাত্রি আনন্দ কৰিলা। তাতে বাৰুণী সুৰা পান কৰি : মদ্যে বিহ্বল হয়া : মত্ত হেন ফুৰিলা। জলক্ৰীড়াৰ অৰ্থে যমুনাক মাতিলা। তেঞ্ঃ মত্ত বুলি নাসিলা। তাক দেখি অনেক আক্ষেপি নাঙ্গল দিয়া টানি আনিলা। তাত যমুনা মহাভয় হয়া : চৰণত পৰি : অনেক স্তুতি-নতি কৰিলা। তেৱে ৰামে যমুনাক এৰি স্ত্রীগণ সমে জলক্ৰীড়া কৰিলা। পাছে তীৰক উঠিলে লক্ষ্মী আসি নীলবস্ত্র পদ্মৰ মালা দিব্যকুণ্ডল অলঙ্কাৰ দিলা। ৰামো বস্ত্র-অলঙ্কাৰ

পিন্ধি ইন্দ্ৰৰ ঐৰাৱত হেন প্ৰকাশ কৰিলা। এমনে ৰাম দুয়ো মাস ৰাত্ৰি ক্ৰীড়া কৰিলা। যমুনায়ো ৰামৰ বিক্ৰম সুচাই ইদানিকো বক্ৰভাৱে আছা।

( শ্লোক ১৮—৩২ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে পঞ্চষষ্টিতমোঽধ্যায়ঃ ॥

আক জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোকঃ বাৰুণী ৰসতৃষ্ণেণ যেন কৃষ্ণা নিকৃষ্টতা।
কৃতা কৃষ্ণানুজং কৃষ্ণৰাম সন্ততমুপাশ্ৰয়ে ॥

---

# ষট্‌ষষ্টিতম অধ্যায়

## পৌণ্ড্ৰক আৰু কাশীৰাজ বধ

কথাঃ ছয়ষষ্টি অধ্যায়েঃ পৌণ্ড্ৰক বধঃ কাশীদাহ কহিবা। শুকে কহন্তঃ এমনে বলভদ্ৰ গোকুলত থাকিতে করূষ দেশৰ পৌণ্ড্ৰক আপুনাক বাসুদেৱ মানি কৃষ্ণক লাগি দূত পঠাইলা। যাতো অজ্ঞসৱে ভগৱন্ত বাসুদেৱ বুলি স্তুতি কৰিল। এতেকে তাৰ মহাগৰ্ব্ব বাঢ়িল। দূতো দ্বাৰকাক যায়া সভাৰ মধ্যত তাৰ বাৰ্ত্তা বোলয়। হে কৃষ্ণঃ মঞি পৰমেশ্বৰঃ বাসুদেৱ। লোকক কৃপায়ে অৱতাৰ ধৰিছোঃ তুমি মিথ্যা নাম এৰা। আৰো মূঢ়ভাৱে চিহ্নসৱ ধৰিছাঃ তাক এৰি মোত শৰণ পশাঃ নচেৎ যুদ্ধং দিয়া।

( শ্লোক ১—৬ )

শুকে কহন্ত: দূতৰ বাক্য শুনি: উগ্ৰসেন আদি সভাসদসৱে উচ্চৰূপে হাস্য কৰিল। ভগৱন্তো বোলন্ত: হে মূঢ়! যি চিহ্ন লৈয়া তঞি আপুনাক শ্লাঘ্য কৰস: সেই সমে তোত মোৰ চিহ্নসৱ এৰিম। তোক কুকুৰৰ শৰণ কৰিম। তেৱেঁসে শগুণসমে আবৃত হয়া: মহাসুখে থাকিবি। হেন শুনি দূতে স্বামীৰ আগত সকল কথা কহিল। কৃষ্ণো সেনাসৱ লৈয়া: ৰথে চবি কাশীপুৰ গৈয়া: যাতো পৌণ্ড্ৰকৰ সহায়ৰ অৰ্থে মিত্ৰৰ নগৰ আসিছে। কৃষ্ণ আসিবাৰ জানি: পৌণ্ড্ৰকে দুই অক্ষৌহিণী সেনা লৈয়া তেখনে খেদি গৈল। কাশী ৰাজায়ো: মিত্ৰৰ সহায় ভজি: তিনি অক্ষৌহিণী সেনা লৈয়া: পাছতে বাইৰাইল। ভগৱন্তো: পৌণ্ড্ৰকৰ আত্মসম কৃত্ৰিম ৰূপ বেশ ভূষণ দেখি হাস্য কৰিলা। ( শ্লোক ৭—১৫ )

দুয়ো ৰাজাৰ সৈন্যে: কৃষ্ণক অনেক অস্ত্ৰ-শস্ত্ৰ বৰষিল। ভগৱন্তো দুয়ো সৈন্যক চক্ৰ গদা শৰ খড়্গ হানি: সংহাৰিলা। পৌণ্ড্ৰককো অনেক আক্ষেপি: শৰ প্ৰহাৰি বিৰথ কৰি: চক্ৰ হানি শিৰ ছেদিলা। কাশীৰাজাৰো শৰৰ প্ৰহাৰে শিৰচ্ছেদ কৰি: উৰুৱাই নিয়া কাশীপুৰত পেলাইলা।

( শ্লোক ১৬—২২ )

এমনে ভগৱন্তে শত্ৰু সংহৰি পৰম আনন্দে দ্বাৰকাক গৈল। পৌণ্ড্ৰকো নিত্য ভগৱন্তো ৰূপ ধৰি: তাঙ্কে ধ্যান কৰি: সৰ্ব্বপাপ এৰাই তান সাৰূপ্য লভিল। কাশীপুৰতো লোকসৱে ৰাজদ্বাৰত কুণ্ডলসমে শিৰগোট দেখি: কি বুলি বিস্ময় হৈল। পাছে তাৰ পুত্ৰ-ভাৰ্য্যাসৱে: কাশীৰাজাৰ শিৰ জানি: অনেক বিলাপ কৰিল। তাৰ পুত্ৰ সুদক্ষিণে পিতৃৰ কাৰ্য্য কৰি: পিতৃৰ বৈৰ বধিতে: পুৰোহিত সমে মহেশক অৰ্চ্চা কৰিল। ( শ্লোক ২৩—২৭ )

তাত তুষ্ট হৈয়া: মহেশো বৰ যাচিলা। সিয়ো পিতৃবৈৰী বধৰ উপায় প্ৰাৰ্থিলা। মহেশে বোলন্ত: অভিচাৰ মন্ত্ৰে পৰিচৰ্য্যা কৰা। তেৱে সেই অগ্নি ভূতগণ সমে অব্ৰহ্মণ্যত প্ৰয়োজিলে তোৰ কাৰ্য্য কৰিব। সিয়ো শিৱৰ বাক্যে তেমনে কৰিল। তেৱে কুণ্ডৰ পৰা মহাভয়ঙ্কৰ মূৰ্ত্তিমন্ত অগ্নি উঠিল। যাৰ ৰক্তবৰ্ণ কেশ-দাঢ়ি: অগ্নিসম লোচন: দিগম্বৰ: তাল বৃক্ষসম চৰণে পৃথিৱী কম্পায়া: ভূতগণে আবৃত হয়া: দশোদিশ দহিতে দ্বাৰকাক খেদি গৈল। তাক দেখি সকল লোক মহাভয় হৈয়া: কৃষ্ণত কহিলা। কৃষ্ণো লোকৰ দুঃখ দেখি কৃপায়ে নিৰ্ভয় দিয়া মহেশৰ কৃত্যা জানি: তাৰ নাশাৰ্থে চক্ৰক আদেশিলা। ( শ্লোক ২৮—৩৮ )

সুদৰ্শনো সূৰ্য্য কোটিৰ প্ৰকাশ কৰি : আপুনাৰ তেজে দশোদিশ জুৰি খেদি গৈয়া : কৃত্যাগ্নিক পীড়া কৰিলা। অগ্নিয়ো চক্ৰৰে তেজে তাপিত হুয়া : পাছ মুখে নিবৰ্ত্তি আসি : বাৰাণসীত পশি : পুৰোহিত সমে সুদক্ষিণক দাহ কৰিল। চক্ৰো পাছতে প্ৰবিষ্ট হুয়া : সকল নগৰকে দাহ কৰি : পুনু কৃষ্ণৰ সমীপ আসিলা। এই কথাক যি শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰে সি সৰ্ব্বপাপ এৰাই পৰম গতি পাৱে। ( শ্লোক ৩৯—৪৩ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ষট্-ষষ্টিতমোঽধ্যায়ঃ ॥

আক জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : সদা মৎসৰভাৱেন যং স্মৰণ্ পৌণ্ড্ৰকো গতিং।
লেভে ভাৱেন তং দেৱং দীনবন্ধুমুপাস্মহে ॥

---

# সপ্তষষ্টিতম অধ্যায়

## দ্বিবিদ বধ

কথা : সপ্তষষ্টি অধ্যায়ে দ্বিবিদ বধ কহিবা। শুকে কহন্ত : পাছে দ্বিবিদ বানৰে : সখি নৰকৰ বধ শুনি মহাক্ৰোধে কৃষ্ণৰ ৰাজ্য নষ্ট কৰিবে লাগিল। অগ্নি দিয়া নগৰ গ্ৰাম দহিল। পৰ্ব্বত উভাৰি পেহলাইয়া : অনেক দেশ নাশ কৰিল। কুমুবেলা সাগৰৰ মধ্যত থাকি : বাহুয়ে জল উদ্ধাৰি : অনেক সেনা নাশ কৰিল : যাতো তাৰ শৰীৰত : অযুত হস্তীৰ বল আছে। ঋষিৰ আশ্ৰম ভাঙ্গিল। কুলস্ত্ৰীসৱকো দূষিত কৰিল। স্ত্ৰী-পুৰুষক ধৰি নিয়া : পৰ্ব্বত গহ্বৰত থৈয়া : উপৰত শিলা দিয়া ঢাকিল। ( শ্লোক ১—৭ )

এমনে দেশ নাশ কৰিতে : ৰৈৱত গিৰিত সুললিত গীত শুনি খেদি যায়া

সৰ্ব্বাঙ্গসুন্দৰ ৰামক দেখিল। পদ্মৰ মালা ধৰিছা। বাৰুণী সুৰা পান কৰি : স্ত্ৰীগণ সমে গীত গাইবে লাগিছা। বানৰো শাখাত উঠি : বৃক্ষ কম্পায়া : কিল কিল ধ্বনি কৰিল। তৰুণীসৱো বানৰৰ চেষ্টা দেখি হাস্য কৰিল। দ্বিবিদো ভ্ৰূকুটি ভাবুকি কৰি : গুদক দেখায়া : তাৰাক অৱজ্ঞা কৰিল। তাক দেখি বলভদ্ৰে শিলাখণ্ডক হানিল। তাকে বানৰে পেহ্লাই : মদিৰা কলস নিয়া : আফালি ভাঙ্গিল। নাৰীসৱৰো বস্ত্ৰ কাঢ়ি আনি ছিৰি ফালি ফেলাইল।

( শ্লোক ৮—১৫ )

তাক দেখি বলভদ্ৰে মহাক্ৰোধ কৰি লাঙ্গল মুষল তুলি লৈলা। দ্বিবিদো একহস্তে শালবৃক্ষ তুলি : খেদি গৈয়া ৰামৰ শিৰত প্ৰহাৰিল। বলভদ্ৰো বামহস্তে শালক ধৰি : তাৰ মাথাত মুষল প্ৰহাৰিলা। তাক পায়া বানৰৰ মাথা ভাঙ্গিল। ৰুধিৰো বহিল। তথাপি তাক নগণি : শালবৃক্ষ ধৰি নিষ্পত্ৰ কৰি : ৰামক হানিল। ৰামো মুষল প্ৰহাৰে তাক শত খণ্ড কৰিল। পুনু বানৰে আন গাছ হানিল। তাকো ৰামে চূৰ্ণ কৰিলা। এমনে দুইৰ যুদ্ধত : বনখান নিৰ্বৃক্ষ হৈল। পাছে বানৰে শিলাবৃষ্টি কৰিল। তাকো বলভদ্ৰ মুষল প্ৰহাৰে চূৰ্ণ কৰিলা। পাছে তাল সম দুইবাহু সৃষ্টি কৰি ৰামৰ বক্ষস্থলত প্ৰহাৰিলা। ৰামো লাঙ্গল মুষল এৰি কন্ধৰ সমীপত হস্তে প্ৰহাৰিলা। তাক পায়া : দ্বিবিদ ৰুধিৰ বান্তি কৰি পৰ্ব্বতক পায়া : পৰিয়া মৰিল। দেৱসৱো পুষ্পবৃষ্টি কৰি জয় ৰাম বুলিল। বলভদ্ৰো পৰম আনন্দে নগৰ পশিলা। ( শ্লোক ১৬—২৮ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে সপ্তষষ্টিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যো লীলয়া মহাসত্বং দ্বিবিদং সমপাতয়ৎ।
তমহং ৰামমমলমাশ্ৰয়ে সুৰ-সংকৃতম্ ॥



## অষ্টষষ্টিতম অধ্যায়

### বলদেৱ বিজয়

কথা ঃ অষ্টষষ্টি অধ্যায়ে কৌৰৱে সাম্বক নিৰোধিলে ঃ তান মোক্ষাৰ্থে ঃ ৰাম হস্তিনাপুৰ উলটাইবা। শুকে কহন্ত ঃ দুৰ্য্যোধনৰ দুহিতা লক্ষ্মণা কন্যাক ঃ সয়ম্বৰশালাত জাম্বৱতীৰ পুত্ৰ সাম্বে হৰিলা। তাক দেখি ঃ কৌৰৱসবে ক্ৰোধ কৰি বোলয়। দেখ কেন দুৰ্বিনীত বালক। যাতো আমাক কদৰ্থিয়া ঃ নববিলেয়ো বলে কন্যা হৰিল। আক আসা বন্দী কৰি থঞ্চ। তাক শুনি যদি যদুবংশ খেদি আসে তেমনে আপুনি বশৱৰ্ত্তী হৈব। যাতো তাৰা আমাৰ প্ৰসাদেসে ৰাজ্যভোগ কৰে। এই বুলি কৰ্ণ ঃ দুৰ্য্যোধন ঃ শল্য ঃ ভুবিশ্ৰৱা ঃ যজ্ঞকেতু ঃ ভীষ্ম এই ছয় বীৰে সাম্বক খেদি গৈল। কৃষ্ণৰ পুত্ৰ তাৰাক আসিবাৰ দেখি ঃ সমুখ হুয়া ঃ ধনু টঙ্কাৰি ঃ সিংহ হেন ৰহিল। তাৰায়ো কৰ্ণক আগ কৰি ঃ শৰসব হানিল। ( শ্লোক ১—৭ )

তাৰ প্ৰহাৰে সাম্ব মহাক্ৰোধ কৰি ঃ সবাকে শৰ হানিলা। তাৰায়ো চাৰি বীৰ চাৰি ঘোৰা মাৰিল। এক সাৰথিক পাৰিল। আউৰ গোটে ধনু কাটিল। এমনে তাৰা ঃ বিৰথ কৰি ঃ সাম্বক বান্ধিয়া কন্যাক লৈয়া ঃ গৃহক আসিল। পাছে নাৰদৰ মুখে যদুবংশে এই কথা শুনি মহাক্ৰোধ কৰিলা। এইকথা উগ্ৰসেন ৰাজাৰ আজ্ঞায়ে কৌৰৱক যুজিতে উদ্যম কৰিল। তাত বলভদ্ৰ বিবাদক ইচ্ছা নকৰি তাৰা সান্ত্বনা কৰি ঃ ব্ৰাহ্মণ কুলবৃদ্ধকো লগতে লৈয়া ঃ ৰথত চড়ি ঃ হস্তিনাপুৰক গৈল। ( শ্লোক ৮—১৫ )

গড়ৰ বাহিৰে উপবনত ৰহি ঃ তাৰাৰ অভিপ্ৰায় বুজিতে উদ্ধৱক পঠাই

দিলা। উদ্ধৱো ৰাজসভাত গৈয়া ঃ প্ৰণাম কৰি ৰামৰ আগমন জনাইলা। তাৰায়ো ৰামৰ আগমন শুনি ঃ মহাপ্ৰীতি হুয়া ঃ উদ্ধৱক অৰ্চ্চিয়া ঃ অনেক উপায়ন লৈয়া ঃ আগবাঢ়ি গৈলা। তথায় অতিথিৰ ব্যৱহাৰে সংকাৰ কৰি প্ৰণামিয়া অন্যে অন্যে কুশল পুছিলা। পাছে বলভদ্ৰ পুছন্ত ঃ হে কৌৰৱসৱ ঃ মহাৰাজ উগ্ৰসেনে তোৰাক যি আজ্ঞা কৰিছে ঃ তাক সাৱধানে শুনি ঃ সত্বৰে কৰিবা। আমাৰ ধাৰ্ম্মিক পুত্ৰক তোৰা বিস্তৰ অন্যায় কৰি বন্দী কৰিলা। তাক আমৰা কুটুম্ব অপেক্ষাই ক্ষমা কৰিলো। ইদানিকো পুত্ৰক আনিয়া এমনে উগ্ৰসেনৰ আজ্ঞা বাক্য। ( শ্লোক ১৬—২২ )

কুৰুবংশে শুনি মহাক্ৰোধে বুলিবে লাগিলা। অহো কি আশ্চৰ্য্য ঃ পাতুকো শিৰত চৰিবে খোজে। এই বৃষ্ণিবংশক কুনে সুধিছিল ঃ আমাৰ কুন্তীক বিহা কৰি একেলগে শয়ন-ভোজন কৰি পাদ দণ্ড ছত্ৰ চামৰ সিংহাসন দিয়া ৰাজা কৰিল। ব্যৰ্থ যতুবংশক ৰাজচিহ্ন দিল ঃ যাতো আমাৰ প্ৰসাদে বাঢ়ি আমাক আজ্ঞা কৰে। যেন সিংহৰ হাতৰ বস্তুক মৃগে নপাৱে, তেমনে আমি নেদিলে ঃ ইন্দ্ৰে বা কেমনে নিবা। ( শ্লোক ২৩—২৮ )

এমনে কুৰুবংশে মহামদে ৰামক অনেক তুৰ্ব্বাক্য বুলি নগৰ পশিল। ৰামো কৌৰৱৰ তুৰ্ব্বচন শুনি পৰম ক্ৰোধে বুলিবে লাগিলা। মদান্ধ অসাধুসৱক যাৱে দণ্ড নকৰি ঃ তাৱে তাৰা শান্ত নহৱে। এতেকে দণ্ডেসে তাৰাব শান্তিৰ কাৰণ। দেখ ক্ৰোধাবিষ্ট যতুবংশক মঞি সান্ত্বনা কৰি ঃ বিবাদ ভাঙ্গিতে এঠাই আসিলো। তথাপি মন্দমতিসৱে ঃ বিবাদত ৰতি কৰে। যাতো মোক অৱজ্ঞা কৰি ঃ তুৰ্ব্বাক্যসৱ বুলিল। উগ্ৰসেন কি মহাৰাজা নহন্ত। যাৰ আজ্ঞাক ইন্দ্ৰাদিয়ো কৰে। যি সুধৰ্ম্মা সভাত থাকা, পাৰিজাতকো ভোগ কৰা ঃ তেৱে কি ৰাজ-আসনক যোগ্য নহবা। যাৰ পদৰেণুক মহেশ-লক্ষ্মীয়ো ধৰা ঃ হেন কৃষ্ণক আৰা অৱজ্ঞা কৰিল। হেন তুৰ্জ্জনসৱৰ কঠোৰ বাক্যক আপুনি দণ্ড কৰিবে পাৰি। কুনে সহিবেক ঃ আজি মঞি পৃথিবীক নিকৌৰৱ কৰিম। এই বুলি লাঙ্গল ধৰিলা। নগৰৰ দক্ষিণ গৰখাইত ঃ লাঙ্গল ভেজাই ঃ গঙ্গাত উলটাই পেলাইবাক বল দিলা। তেখনে সকল নগৰ কম্পিতে লাগিল। তাক দেখি কৌৰৱসৱে মহাভয়ে ঃ লক্ষ্মণা সাম্বক আগ কৰি প্ৰণাম কৰি ঃ শৰণ পশি ঃ অঞ্জুলি ধৰি স্তুতি আৰম্ভিলা। হে ৰাম ঃ জগতৰ আধাৰ ঃ তুমাৰ প্ৰভাৱক আমি নজানো।

( শ্লোক ২৯—৪৩ )

এতেকে আমি কুবুদ্ধিৰ অপৰাধ ক্ষমা কৰিবা। তুমিসে জগতক সৃষ্টি: স্থিতি: সংহাৰ কৰা। অনন্ত ৰূপেয়ো: পৃথিবী ধৰিছা। তুমি দুষ্টক শিক্ষার্থেসে ক্রোধ কৰা। দ্বেষ-মৎসৰত নহে। হে সৰ্ব্বাত্মা: সৰ্ব্বশক্তিধৰ: অব্যয়: অনন্ত: তুমাক প্রণাম কৰো। শুকে কহন্ত: এই স্তুতি শুনি বলভদ্র প্ৰসন্ন হয়া: তাৰাক অভয় দিলা। দুৰ্য্যোধনো বৰ-কন্যাৰ যৌতুক দ্বাদশ শত হস্তী: বাহু অযুত অশ্ব: সুৱৰ্ণমণ্ডিত ছয় হাজাৰ ৰথ: অলঙ্কৃত দাসীয়ো এক সহস্ৰ দিলা। বলভদ্ৰো যৌতুকসৱ লৈয়া: বধূসমে পুত্ৰক আগ কৰি: নগৰক চলি গৈলা। যদুসভাতো সকল কথা কহিলা। জানা ৰাজা: ইদানিকো তাঠেৰ নগৰ ৰামৰ বিক্ৰম কহি দক্ষিণ উন্নত হৈয়াছে।

( শ্লোক ৪৪—৫৪ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে অষ্টষষ্টিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: কৌৰৱানাং মদং হন্তং গজসাহ্বয় কৰ্ষণং।
দৰ্শিতং লীলয়া যেন তমহং ৰামমাশ্রয়ে ॥

—০—

# ঊনসপ্ততিতম অধ্যায়

## নাৰদ-মোহন

কথা ঃ  ঊনসত্তৰি অধ্যায়ে নাৰদ-মোহন কহিবা।  শুকে কহন্ত ঃ পাছে নাৰদ ঋষি ঃ কৃষ্ণৰ অনেক কন্যা বিবাহ শুনি ঃ কেমনে একলাই এতেক স্ত্রীত প্রবর্ত্তন্ত বুলি ঃ দেখিবে ইচ্ছাই দ্বাৰকাক গৈলা। তাতে কৃষ্ণৰ বিচিত্র অন্তেষপুৰত প্রবেশি দিব্য এক গৃহত প্রবেশিলা। তাত দেখন্ত ঃ সুন্দৰ দাসীগণ সমে ঃ গৃহিণী শুক্ল চামৰ ধৰি ঃ কৃষ্ণক বিচিবে লাগিছা। কৃষ্ণে ব্রাহ্মণক দেখি ঃ তেখনে উঠি প্রণাম কৰি ঃ পৰম আদৰে আপুনাৰ খাটত বসুৱাইলা। চৰণক পখালি ঃ পাদোদক শিৰত লৈলা। পুষ্প-চন্দন-নৈবেদ্য পূজা কৰি ঃ মঞি কি কৰিম বুলিলা।  ( শ্লোক ১—১৬ )

নাৰদে বোলন্ত ঃ হে ভগৱন্ত ঃ তুমিসে সকল লোকত মৈত্রী কৰা। দুর্জ্জনক দণ্ড কৰা। ই অদ্ভুত নহে। যাতো জগতক প্রতিপাল কৰি ঃ মুক্তি দিবাক ই অৱতাৰ ধৰিছা। মঞি তুমাৰ চৰণক দেখিলো। যাক ব্রহ্মাদিয়ো মনত চিন্তে ঃ জগতৰো মুক্তি দেই। এতেকে মঞি কৃতার্থ হৈলো। তথাপি আৰ যেমনে স্মৰণ ৰহে ঃ তেমনে দায়া কৰিবা। এই বুলি নাৰদে যোগেশ্বৰ কৃষ্ণৰো যোগমায়া দেখিবে ইচ্ছাই ঃ আউৰ গৃহত প্রবেশিলা। দেখন্ত তথাতো কৃষ্ণে প্রিয়াসমে পাশা খেলিবে লাগিছা। তাতো ভগৱন্তে ঋষিক দেখি সত্বৰে উঠি সংকাৰ কৰি নজানা হেন বোলন্ত। হে ঋষি ঃ কেতিক্ষণে আসিলা ঃ তুমি পূর্ণৰ আমি অপূর্ণে কি কাম কৰিম। তথাপি আমাৰ জন্ম সাফল্য কৰি ঃ আজ্ঞা কৰা। হেন শুনি নাৰদ বিস্ময় হয়া ঃ মৌনে আন গৃহক গৈলা। তথায়ে কৃষ্ণক দেখন্ত শিশুক পালন কৰিবে লাগিছা।  ( শ্লোক ১৭—২৩ )

তাৰ পৰায়ো আন গৃহক গৈলা। তথাতো দেখন্ত : কৃষ্ণে যজ্ঞত উত্তম কৰিছন্ত। পাছে তাৰো পৰা গৈয়া দেখন্ত : অগ্নিহোম কৰিবে লাগিছন্ত। এমনে নাৰদে দেখন্ত : কুন্থু ঠাই পঞ্চযজ্ঞ কৰন্ত : কুন্থু ঠাই ব্ৰহ্মভোজন কৰন্ত। কুন্থু ঠাই অন্নশেষ ভুঞ্জন্ত : কুন্থু ঠাই সন্ধ্যা কৰন্ত : কুন্থু ঠাই গায়ত্ৰী জপন্ত : কুন্থু ঠাই খড়্গ চৰ্ম্ম চাৰন্ত : কুন্থু ঠাই অশ্বত ফুৰন্ত : কুন্থু ঠাই হস্তী স্কন্ধে যাৱন্ত : কুন্থু ঠাই ৰথত ভ্ৰমন্ত : কুন্থু ঠাই খট্টাত শুতি থাকন্ত : কুন্থু ঠাই নট-ভাটে স্তুতি কৰন্ত। কুন্থু ঠাই মন্ত্ৰীগণ সমে আলোচন্ত : কুন্থু ঠাই জলক্ৰীড়া কৰন্ত : কুন্থু ঠাই বেশ্যাসৱে আবৰি থাকে। কুন্থু ঠাই গোদান কৰন্ত : কুন্থু ঠাই ভাৰত শুনন্ত : কুন্থু ঠাই পুৰাণ শুনন্ত। কুন্থু ঠাই প্ৰিয়া সমে হাস্য-পৰিহাস্য কৰন্ত। কুন্থু ঠাই ধৰ্ম্ম আচৰন্ত : কুন্থু ঠাই আপুনাক চিন্তন্ত। কুন্থু ঠাই গুৰুশুশ্ৰূষা কৰন্ত। কুন্থু ঠাই মিত্ৰ বান্ধন্ত। কুন্থু ঠাই ৰামসমে সন্তৰ হিত চিন্তন্ত। কুন্থু ঠাই পুত্ৰক বিবাহ কৰন্ত। কুন্থু ঠাই দুহিতা বিবাহ দেয়ন্ত। কুন্থু ঠাই জীউক পঠান্ত। কুন্থু ঠাই বহাৰী আনন্ত। এমনে মহামহোৎসৱ কৰন্ত। কুন্থু ঠাই যজ্ঞ যজন্ত : কুন্থু ঠাই মন্ত্ৰ দেয়ন্ত : কুন্থু ঠাই মণ্ডপ সাজন্ত : কুন্থু ঠাই কূপ সাজন্ত : কুন্থু ঠাই পুষ্কৰিণি দেয়ন্ত : কুন্থু ঠাই মৃগয়া কৰন্ত। কুন্থু ঠাই গুপ্ত-ৰূপে ফুৰন্ত। ( শ্লোক ২৪—৩৬ )

এমনে নাৰদে কৃষ্ণৰ যোগমায়া বৈভৱ দেখি বুলিবে লাগিলা। হে ভগৱন্ত : তযু পাদ-সেৱায়ে তুমাৰ যোগমায়াক মঞি জানিলো। যাক যোগীসৱে দেখিবে নপাৰে। আৰে আজ্ঞা দিয়া : তুমাৰ আজ্ঞায়ে : লীলা গায়া পৃথিবী প্ৰকট কৰো। ভগৱন্তে বোলন্ত : হে ঋষি : মঞি কৰ্ম্মৰ কৰ্ত্তা : বক্তা : অনুমোদিতা : এতেকে লোকক ধৰ্ম্ম শিখায়া মঞি আচৰো। তাত তুমি খেদ নকৰিবা। হেন শুনি ঋষি : তাহান কৃপায়ে তাহাঙ্ক সকল ঠাইতে একে দেখিলা। পাছে পৰম আনন্দে কৃষ্ণক প্ৰণাম কৰি লৰি গৈলা। ভগৱন্তো মনুষ্য-নাট্যত থাকি ষোড়শ সহস্ৰ পত্নীৰ গৃহত নানা ধৰ্ম্ম আচৰি আনন্দে ৰতি কৰিলা। ( শ্লোক ৩৭—৪৫ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ঊনসপ্ততিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : নানা গৃহেষু যো দেৱো নানা কৰ্ম্মপ্ৰবৰ্ত্তকঃ।
তমহং জনশিক্ষাৰ্থং প্ৰভজে মুক্ত-মোহনম্ ॥

# সপ্ততিতম অধ্যায়

## কৃষ্ণৰ সমীপক ৰাজদূতৰ আগমন

কথা ঃ সত্তৰি অধ্যায়ে কৃষ্ণৰ গৃহধৰ্ম্ম কহি ঃ ৰাজদূত নাৰদৰ বাৰ্ত্তা কহিবা। শুকে কহন্ত ঃ এমনে ভগৱন্তে গৃহধৰ্ম্মত থাকি ঃ ৰাত্রিত পত্নীসৱক আলিঙ্গি লীলা কৰন্ত। তাত উষা হৈলে ঃ ভ্রমৰসৱে মধুকুটাদি চটকসৱে ৰাৱ কৰে। তাত পত্নীসৱে কৃষ্ণৰ আলিঙ্গন বিয়োগ ভয়ে নসহিয়া শপয়। ভগৱন্তো ঃ দুই দণ্ড ৰাত্রি থাকিতে উঠি ঃ শৌচ-আচমন কৰি ঃ আপুনাকে চিন্তি থাকন্ত। পাছে অৰুণ উদয় হৈলে ঃ স্নান কৰি ধৌতবস্ত্র পিন্ধি সন্ধ্যা কৰন্ত। পাছে অগ্নিত হোম কৰি গায়ত্রী জপন্ত। (শ্লোক ১ ৬)

আদিত্যকো আৱাহন কৰি ঃ অৰ্ঘ্য দেয়ন্ত। পাছে দেৱ-ঋষি-পিতৃক তৰ্পন্ত। পাছে বৃদ্ধ-ব্রাহ্মণ-বৈষ্ণৱক অৰ্চ্চন্ত। অলঙ্কৃত কৰি চৌৰাশী তেত্ৰ হাজাৰ গোদানো কৰন্ত। পাছে কিছো ভোজন কৰি ঃ বস্ত্র-অলঙ্কাৰ পিন্ধি ঃ আপুনাৰ চৌৰাত বহি তথাই সকল সভাক পুষ্প-চন্দন-তাম্বুল দিয়া আনন্দ কৰন্ত। তাতে যি যি গোচৰ কৰে তাৰো পৰিছেদ দেয়ন্ত। (শ্লোক ৭ ১৩)

তাৱে দাৰুকে ৰথ আনি প্রণামি ৰহন্ত। কৃষ্ণো সাৰথিৰ হাতত ধৰি ঃ উদ্ধৱ-সাত্যকি সমে ৰথত চৰন্ত। অন্তেষপুৰৰ স্ত্রীসৱো ঃ আনন্দে চায়া থাকন্ত। কৃষ্ণো ক্ষণেক থাকি সৱাৰো মন হৰি ঃ লাৰি যাৱন্ত। এমনে অনেক গৃহৰ পৰা ঃ অনেক ৰূপে বাইৰাইয়া পাছে একে ৰূপ হয়া যদুবীৰ সমে আবৃত হয়া ৰাজসভা সুধৰ্ম্মাত প্রবেশিলা। যাত থাকন্তাৰ ছয় উৰ্ম্মি

নষ্ট হয়ে। তাত দিব্য আসনত বহি তাবাৱ মধ্যত চন্দ্র হেন প্রকাশ কৰিলা। তাত উপমন্ত্রীসবে নানা হাস্যৰসে কৃষ্ণক উপাসনা কৰে। গায়নসবে গীত গায়ে। বায়নসবে বাদ্য বজায়ে। নৰ্ত্তকসবে নৃত্য কৰে ঃ ভাটসবে স্তুতি কৰে ঃ ব্রাহ্মণসবে বেদ ব্যাখ্যান কৰে। কতো পূৰ্ব্ব ৰাজাসবৰ কথা কহে।

( শ্লোক ১৪—২১ )

তাতে অপূৰ্ব্ব এক পুৰুষ আসি দাৱিমুখে সভাত প্রবেশি ঃ শ্রীকৃষ্ণক প্রণাম কৰি জৰাসন্ধ বধ ঃ ৰাজাসবৰ দুঃখ নিবেদয়। যি ৰাজাসবে তাক দিগ্বিজয়ত কৰভাৰ নেদিল ঃ সেই আঠশ দুই অযুত ৰাজাক বন্দী কৰি থৈয়াছে। তাবাৰ বাৰ্ত্তাক অঞ্জলি কৰি কহয়। হে কৃষ্ণ ঃ অপৰিচ্ছিন্ন স্বৰূপ ঃ প্রপন্ন-ভয়ভঞ্জন ঃ আমি সংসাৰ-ভয়ে ঃ তুমাত শৰণাপন্ন হৈলো। ই লোকসব তুমাৰ ভকতি বিনে যায়ে কাম্য নিষিদ্ধ কৰ্ম্মত প্রবর্ত্তে ঃ তাৱে তাৰ জীৱন-আশাক যি তুমি সদ্যে নাশ কৰা ঃ হেন কালমূৰ্ত্তি তুমাক প্রণাম কৰো। তুমি সাধুৰ ৰক্ষাৰ্থে অৱতাৰ হৈছা। কেনে দুষ্টসবে তুমাৰ আজ্ঞা অতিক্রমে ঃ তুমাৰ ভক্ত বা কেনে দুঃখ পায়ে ঃ ই হুয়ো যোগ্য নহে। আমি পূৰ্ব্বত তুচ্ছ বিষয়-আশায় নিষ্কামে তুমাৰ পাদ-পদ্মক নভজিলো। এতেকে তযু মায়ায়ে মোহিত হয়া ঃ মহাদুঃখ পাঞু। আৱে আমাক জৰাসন্ধ নাম কৰ্ম্মবন্ধনত মোচন কৰা। যাতো তুমি প্রণত জনৰ শোক হৰা। যি তুমাক অঠৰবাৰ যুদ্ধ কৰিছে ঃ তাত শতবাৰ পৰাজয় হৈল। পাছে একবাৰ তোমাক জিনি ঃ মহাগৰ্ব্ব বাঢ়িল। যাতো তুমি মনুষ্যলীলা দেখাইলা। এতেকে তোমাৰ ভকত বুলি ঃ আমাক অধিক পীড়া কৰে। দূতে বোলন্ত ঃ এমনে জৰাসন্ধ নিৰুদ্ধ ৰাজাসবে তুমাক দেখিবে আশাই মহাদুঃখে তযু পাদমূলত প্রপন্ন হৈল। তাৱাক কুশল কৰা।

( শ্লোক ২২—৩১ )

এতেকে পিঙ্গল জটা ধৰি হৰি-গুণ গায়া ঃ লোকক আনন্দ কৰাই নাৰদ ঋষি সূৰ্য্য হেন আসি ভৈলা। তাঙ্ক দেখি সকল সভাসমে শ্রীকৃষ্ণ উঠিয়া প্রণামি সংকাৰ কৰি পুছন্ত। হে ঋষি ঃ তুমি সকল লোকত প্রকটা। এতেকে তুমাৰ কিছো অবিদিত নাই। মোৰ মহালাভ হৈল ঃ যাতো সবাৰ বাৰ্ত্তা পাইলো। এতেকে পুছো ঃ পাণ্ডৱে কি কৰিবে খোজে।

( শ্লোক ৩২—৩৬ )

নাৰদে কহন্ত ঃ হে ভগৱন্ত ঃ তুমাৰ মঞি বিস্তৰ মায়া দেখিছো। একে জৰাসন্ধ বধাৰ্থে পাণ্ডৱৰ কাৰ্য্য নোপোছা। কিন্তু মায়াসে দেখুৱা।

এতেকে মোৰ ই অদ্ভুত নোহে। যাতো মিথ্যা প্রপঞ্চ সত্য হেন প্রকাশে ঃ তুমাৰ অভিপ্রায় কুনে জানিবেক পাৰে। যাতো তুমি সংসাৰী জীৱক মুক্তি দিবাক লাগি ঃ অৱতৰি যশ বিস্তাৰিবে লাগিছা। হেন তুমাক মঞি প্রণাম কৰো। অদ্যাপি তুমি আপুনি জানা ঃ তথাপি তুমাৰ আজ্ঞায়ে ভক্ত যুধিষ্ঠিৰৰ কাৰ্য্য কহো। তেঞ্‌ৰ ৰাজসূয় যজ্ঞ কৰি ঃ তুমাক যজিবে ইচ্ছা কৰন্ত। তাক তুমি তথাক গৈয়া অনুমতি দিয়া। যাতো সেই যজ্ঞত দেৱ-ঋষি ৰাজাগণ ঃ তুমাক দেখিবে আসি ঃ পৰম পৱিত্র হৈব। যাতো তযু যশ শ্রৱণ-কীৰ্ত্তন-স্মৰণতে চণ্ডালসৱে পবিত্র হৱে ঃ দৰ্শন-পৰ্শনত হৈব তাক কি বুলিবো। যাতো তুমাৰ পাদোদক তীৰ্থে ঃ তিনিয়ো লোকক পৱিত্র কৰে। তাক কতোসৱে বোলয় ঃ আগে জৰাসন্ধ বধাৰ্থে উদ্যম কৰো ঃ যাতো তাৰ দূত আগে আসিছে ঃ বিশেষতঃ তাৰা দুঃখ পায়ে। পাছে যুধিষ্ঠিৰৰ ৰাজসূই কৰাঞ্‌ৰ। তাত হাস্য কৰি ভগৱন্তে উদ্ধৱক বোলয়। তুমিসে আমাৰ চক্ষু ঃ যাতো অনেক উপায় জানা। এতেকে এখন কি কৰিম তাক কৰা। তুমি যি বোলা ঃ তাক আমি শ্রদ্ধায়ে কৰিম। (শ্লোক ৩৭—৪৭)

শ্রীভাগৱতকথায়াং দশমস্কন্ধে সপ্ততিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ যোঽদৰ্শৎ জনশিক্ষাৰ্থমৰ্থধৰ্ম্মক্রিয়াদিষু।
প্রাৱৰ্ত্তত সদা স্বস্থস্তমহং শৰণং ব্রজে ॥



# একসপ্ততিতম অধ্যায়

## কৃষ্ণৰ ইন্দ্ৰপ্ৰস্থ গমন

কথা ঃ একসত্তৰি অধ্যায়েঃ ভগৱন্তে উদ্ধৱ বাক্যেঃ ইন্দ্ৰপ্ৰস্থে গৈলে পাণ্ডৱৰ উৎসৱ কহিবা। শুকে কহন্তঃ এমনে উদ্ধৱঃ শ্ৰীকৃষ্ণৰ বচন শুনিঃ দূত নাৰদ সমাজৰো মত বুজি বুলিবে লাগিলা। হে ভগৱন্তঃ আমাৰ অৱশ্যে যুধিষ্ঠিৰৰ ৰাজসূয় শৰণাগত ৰাজাক ৰক্ষা কৰিবে লাগে। তাত ৰাজাগণ জিনিসে যুধিষ্ঠিৰে ৰাজসূই কৰিবা। এতেকে জৰাসন্ধ বধে দুয়ো কাৰ্য্য সিজে। তেৱে আমাৰো শিশুপাল বধাদি সুলভ হৱেঃ যশস্যা বাঢ়েঃ এতেকে আমি পূৰ্ব্বে ইন্দ্ৰপ্ৰস্থ যাঞু। পাছে তাঠৈত অনুজ্ঞা লৈয়াঃ তাঠৈৰ নিমিত্তে জৰাসন্ধ বধি। যাতো সি দুমহ ৰাজা অযুত হস্তীৰ বলঃ তাক দ্বন্দ্ব যুদ্ধত ভীম বিনে আনে বধন্তা নাই। এতেকে ব্ৰাহ্মণ বেশে গৈয়াঃ যুদ্ধাৰ্থে ভীমে প্ৰাৰ্থন্তোক। যাতো সি ব্ৰাহ্মণে প্ৰাৰ্থনা কৰিলেঃ কদাচিতো বিমুখ নকৰিবেক। তেৱে তুমাৰ সন্নিধানত অৱশ্যে ভীমে বধিবে। যাতো জৰাসন্ধ ৰুদ্ধ ৰাজাৰ পত্নীসৱে গৃহকৰ্ম্ম কৰিতেঃ তুমাৰ কৰ্ম্ম শক্ৰ জৰাসন্ধ বধঃ স্বামীসৱৰ মোক্ষ গাৱেঃ বসুদেৱ-দেৱকীৰো শক্ৰ কংস-বধ তাৰ হস্তে মোক্ষ। ৰাম অৱতাৰেয়ো ৰাৱণ বধঃ সীতাৰ মোক্ষ। হৰি অৱতাৰৰো গ্ৰাহ বধঃ গজেন্দ্ৰৰ মোক্ষ পাৱে। যেন গোপী মুনি ভক্তসৱে কীৰ্ত্তন কৰে। এতেকে আৰাক আমাৰ অৱশ্যে মুক্ত কৰিবে লাগে। (শ্লোক ১—১০)

শুকে কহন্ত : এমনে উদ্ধৱৰ বিশেষ বচন শুনি দেৱ-ঋষি-যদুবৃদ্ধসৱে প্ৰশংসিলা। কৃষ্ণো ইন্দ্ৰপ্ৰস্থ যাইবাক প্ৰতি উত্তম কৰিতে : দাৰুকাদি ভৃত্যসৱক আজ্ঞা কৰিলা। ৰাজাত অনুজ্ঞা লৈয়া গুৰুজনতো পুছি : বলভদ্ৰকো মাতি : পত্নীসৱ ছলায়া : ৰথত উঠিলা। পাছে চতুৰঙ্গ সেনাই আবৃত হয়া : নানা বাদ্য বজাই লৰি গৈলা। পত্নীসৱো পুত্ৰসমে : অশ্ব-গজ-চতুৰ্দ্দোলত চড়ি সেনাৰ মধ্যত : কৃষ্ণৰ সমীপত লৰিলা। লগতে বেশ্যা স্ত্ৰীসৱো নানা বাহনত চৰি : লগতে লৰিল। সেনাসৱো অস্ত্ৰ-শস্ত্ৰ : বস্ত্ৰ-ছত্ৰ : অলঙ্কাৰে মণ্ডিত হয়া : সাগৰ হেন প্ৰকাশিলা। পাছে ভগৱন্তে নাৰদক সাদৰি পঠাইলা। তেওঁ৷ কৃষ্ণকে চিন্তি লৰি গৈলা। ( শ্লোক ১১—১৮ )

ৰাজদূতকো নিৰ্ভয় দিয়া পঠাইলা। দূতো গৈয়া ৰাজাসৱৰ আগত কৃষ্ণৰ আশ্বাস কহিল। তাৰাসৱো কৃষ্ণ-দৰশন অপেক্ষা কৰি ৰহিল। কৃষ্ণো নানা দেশ এৰাই ইন্দ্ৰপ্ৰস্থৰ সমীপ পাইলা। পাণ্ডৱসৱো কৃষ্ণ আসিবাৰ কথা শুনি : পৰম উৎসৱে নানা বাদ্য বাই : পাত্ৰ-মন্ত্ৰী-পুৰোহিত সমে : আগবাঢ়ি আসি কৃষ্ণক দেখি পৰম প্ৰেমে সাৱটি ধৰি : পৰম আনন্দ পাইলা। আনো লোকসৱো : যথাযোগ্য স্তুতি-নতি আশীৰ্ব্বাদ : গীত-নৃত্য-বাদ্যে প্ৰশংসা কৰি : কৃষ্ণক উপাসা কৰিল। পাছে সুহৃদসৱে আবৃত হয়া অলঙ্কৃত নগৰত প্ৰবেশিলা। নগৰৰ স্ত্ৰীসৱো কৃষ্ণ আসিবাৰ কথা শুনি : বস্ত্ৰ-কেশ-অলঙ্কাৰ নসম্বৰি : কৰ্ম্মসৱো এৰি পতিকো উপেক্ষা কৰি : লৰি গৈল। ৰাজপন্থত : অশ্ব-গজ-সেনাৰ নিমিত্তে : কৃষ্ণক সমুখে নেদেখি : গৃহত চৰিল। সাদৰে কৃষ্ণক দেখি : আনন্দে পুষ্পবৃষ্টি কৰি : কৃষ্ণপত্নীসৱক দেখি বোলয় : আৰা কি পুণ্য কৰিছে : যাতো পুৰুষোত্তম কৃষ্ণে হাস্য অৱলোকন লীলায়ে নিত্যে আনন্দ কৰান্ত।

( শ্লোক ১৯—৩৫ )

ঠাই ঠাই নগৰীয়াসৱো নানা দ্ৰব্য দিয়া কৃষ্ণক পূজা কৰিল। অন্তেষপুৰৰ লোকসৱো উৎসৱে আগবাঢ়ি আসিল। পাছে গোবিন্দ আনন্দে ৰাজমন্দিৰত প্ৰবেশিলা। তাত কুন্তী ত্ৰৈলোক্যপতি কৃষ্ণক দেখি আনন্দে উঠিয়া সাৱটি ধৰিলা। কৃষ্ণো তাঙ্ক প্ৰণাম কৰিলা। কৃষ্ণকো দ্ৰৌপদী-সুভদ্ৰা প্ৰণামিলা। পাছে কুন্তীৰ আজ্ঞায়ে দ্ৰৌপদী কৃষ্ণপত্নীসৱক বস্ত্ৰ-অলঙ্কাৰ-পুষ্প-চন্দন দিয়া সাদৰিলা। যুধিষ্ঠিৰ ৰাজায়ো কৃষ্ণক নানা দ্ৰব্যে সন্তোষ কৰাই : মহাসুখে নিবাস কৰাইলা। পাত্ৰ-মন্ত্ৰী-সেনাসৱকো বাসা ঘৰ দিয়া ভক্ষ্য-ভোজ্য-বস্ত্ৰ অলঙ্কাৰ দিলা। ( শ্লোক ৩৬—৪৫ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে একসপ্ততিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি ।

শ্লোক ঃ যঃ পাণ্ডৱ-মুদং কৰ্ত্তুমিন্দ্ৰপ্ৰস্থং সমাযযৌ ।

তম্বন্দে দেৱ-দেৱেশং স্বভক্তজনজীৱনম্ ॥

---

# দ্বিসপ্ততিতম অধ্যায়

## জৰাসন্ধ বধ

কথা ঃ বাসত্তৰি অধ্যায়ে জৰাসন্ধ বধ কহিবা । শুকে কহন্ত ঃ একদিনা যুধিষ্ঠিৰ ৰাজা সভাৰ মধ্যত জ্ঞাতি-কুটুম্ব ঃ ব্ৰাহ্মণ-ক্ষত্ৰিয়-বৈশ্য-আচাৰ্য্য ঃ কুলবৃদ্ধ সমে আবৃত হয়া ঃ সৱাকে শুনায়া শ্ৰীকৃষ্ণক বোলন্ত ঃ হে গোবিন্দ ঃ মহাযজ্ঞ ৰাজসূই কৰি তুমাক যজিবে খোজো । তাক তুমি সম্পুৰ্ণ কৰৱা । যদি বোলা ই চক্ৰৱৰ্ত্তীৰ কাৰ্য্য ঃ তুমি কেন কৰা তাত শুনা । যি তুমাৰ পাদুকাকো কায়ে পৰিচৰ্য্যা কৰে ঃ বচনো তাকে কীৰ্ত্তন কৰে ঃ তাৰাসে সংসাৰৰ মোক্ষ পাৱে । যদি বাঞ্চা কৰে তেৱে সকল কামনায়ো সিদ্ধ হৱ । ভক্তি বিনে চক্ৰৱৰ্ত্তীও নাপাৱে । এতেকে তুমাৰ পাদ-সেৱাৰ মহিমা লোকে দেখোক । যাৰা তুমাক ভজে ঃ যাৰা নভজে ঃ দুয়ো লোকত নিষ্ঠা দেখৱা । যদ্যপি সৰ্ব্বাত্মা তুমাৰ স্ব-পৰ ভেদ নাই ঃ তথাপি কল্পতৰু সম ঃ সেৱাৰ অনুৰূপে ফল দিয়া । (শ্লোক ১—৬)

ভগৱন্তে বোলন্ত ঃ হে ৰাজা ঃ তুমি ভাল বুদ্ধি কৰিলা । যাতো তুমাৰ সুকীৰ্ত্তি সকল লোকে ব্যাপিব । ই যজ্ঞ দেৱ-ঋষি-পিতৃ-সুহৃদবো বাঞ্ছিত ।

এতেকে সকল ৰাজাক জিনি পৃথিবীক বশ্য কৰি : সম্ভাৰসৱ একত্ৰ কৰি : মহাযজ্ঞ কৰা। যদি বোলা ৰাজাসৱ কেমনে জিনিম : তাত শুনা : তুমাৰ ভাতৃসৱ লোকপালৰ সদৃশ। তুমিয়ো ভক্তিৰ বলে : মোক বশ্য কৰিছা। এতেকে তুমাৰ : ৰাজাগণ জিনিতে কি প্ৰয়াস আছে। যাতো মোৰ ভকতক দেৱো পৰাভৱ কৰিবে নাপাৰে। আনে নাপাৰিবে তাত কি বুলিবো।

( শ্লোক ৭—১১ )

হেন শুনি যুধিষ্ঠিৰে ভাতৃসৱক দিগ্বিজয়ক পাঠিলা। শৃঞ্জয় সেনাসমে দক্ষিণ দিশক সহদেৱক পঠাইলা। মৎস্য সেনাসমে পশ্চিমক নকুলক পঠাইলা। কেকয় সেনাসমে উত্তৰ দিশক অৰ্জ্জুনক পঠাইলা, মদ্ৰক সেনাসমে পূৰ্ব্ব দিশক ভীমক পঠাইলা। তাৰাসৱো ৰাজাগণ জিনি বিস্তৰ ধন আনি যুধিষ্ঠিৰক দিলা। পাছে জৰাসন্ধক নিৰ্জ্জিনিবাৰ শুনি : ৰাজা চিন্তাৱিষ্ট হৈলা। তাক দেখি শ্ৰীকৃষ্ণে : সেই উদ্ধৱ কথিত উপায় কহিলা। তেৱে ভীম-অৰ্জ্জুন-শ্ৰীকৃষ্ণ ব্ৰাহ্মণ বেশ ধৰি জৰাসন্ধৰ নগৰ গিৰিব্ৰজত যায়া : মধ্যাহ্ন সময়ত ৰাজাক আশীৰ্ব্বাদ কৰি বুলিবে লাগিলা। হে ৰাজা! আমি অনেক দূৰৰ পৰা : দানক আশাই তোৰ ঠাই আসিছো। আমি যাক খুজিম তাক তঞি দেৱ। যাতো দাতাজনৰ অদেয় নাই। এতেকে বিশেষ কহিবাৰ কি কাৰ্য্য আছে। যি সমৰ্থ হুয়ো সি অনিত্য শৰীৰে নিত্য যশস্যা নাৰ্জ্জে : সি স্থাৱৰসৱৰো শোচ্য হয়। যাতো হৰিশ্চন্দ্ৰ ৰাজা : ব্ৰাহ্মণক সকল সৰ্ব্বস্ব দিয়া : আপুনিয়ো চাণ্ডাল হয়া : পৰম্পদ পাই আছা। ৰন্তীদেৱ ৰাজায়ো অযাচিত বৃত্তিয়ে আঠচল্লিশ দিন উপবাসে থাকিয়া : কিছো অন্ন-জল পায়া : তাকো অতিথিক দিয়া পৰমগতি পাইলা। উঞ্চবৃত্তি ব্ৰাহ্মণো : অতিথি শুশ্ৰূষায় : আপুনি উপবাসে থাকিয়া : ব্ৰহ্মলোক লভিছা। শিৱি ৰাজায়ো : আপুনি মাংস কাটি শেনক দিয়া : শৰণাগত কপোতিক ৰক্ষা কৰি : সশৰীৰে স্বৰ্গ পাইলা। বলি ৰাজায়ো জানিয়া বিষ্ণুক ত্ৰৈলোক্য দান দিয়া : তাঙ্ক বশ্য কৰিলা। কপোত-কপোতীয়ো অতিথি ব্যাধক : আপুনাৰ দেহ দিয়া : স্বৰ্গক চলিল। ব্যাধো তাৰ ধৰ্ম্ম দেখি বিৰক্ত হয়া গতি লভিল। এমনে অনেক লোক অনিত্য দেহে : নিত্য লোক পাই আছে। ( শ্লোক ১২—২১ )

শুকে কহন্ত : জৰাসন্ধো তাৰাৰ বাহু আকাৰে ক্ষত্ৰিয় হেন জানি : মনত গুণয়। আৰাসৱো ক্ষত্ৰিয়। ব্ৰাহ্মণ বেশে আমাত দান খুজে; তথাপি দিবো : যদি প্ৰাণ খোজে : যাতো বলি ৰাজাৰ বামন ৰূপে বিষ্ণু আসি ত্ৰিপদ

ছলে ঃ ত্রৈলোক্য কাঢ়ি লৈলা। তথাপি তান কীৰ্ত্তি ইদানিকো শুনি। এতেকে জীয়ন্তা পুৰুষে ঃ ব্ৰাহ্মণৰ অৰ্থে ঃ দেহ দিয়া যশস্যা নাৰ্জিব নিকি। এই শুণি বোলয় ঃ হে বিপ্রসৱ ঃ যি লাগে খোজা। মঞি আপুনাৰ শিৰ দিবো। ভগৱন্তে বোলন্ত ঃ হে মহাৰাজা! আমাক দ্বন্দ্ব যুদ্ধ দিয়া। যাতো যুদ্ধৰ অৰ্থে ঃ আমি ক্ষত্রিয়সৱ আসিছো। এঞ্‌ কুন্তীৰ পুত্র ভীম ঃ তান ভাই এঞ্‌ অৰ্জ্জুন। দুইবো মাতুলৰ পুত্ৰ ঃ তোৰ শত্রু মঞি শ্রীকৃষ্ণ। হেন শুনি জৰাসন্ধে উচ্চ হাস্য কৰি বোলয় ঃ হে মন্দসৱ ঃ ভাল ঃ যুদ্ধ দিবো কিন্তু তঞি ভয়াতুৰ সমে যুদ্ধ নকৰিম। যাতো আপুনাৰ পুৰী ঃ মথুৰাক এৰি ঃ সাগৰত শৰণ পশিছ। অৰ্জ্জুনো মোৰ সম নহে ঃ যাতো অল্প বয়স ঃ অল্প বল। ভীম মাত্র মোৰ তুল্য বল। ( শ্লোক ২২—৩২ )

এই বুলি ভীমক এক গদা দিয়া ঃ আউৰ গোট আপুনি লৈয়া ঃ নগৰৰ বজাই সমান স্থানত যুদ্ধ আৰম্ভিলা। বজ্র সম গদায়ে দুয়োকো দুয়ো প্রহাৰ কৰিল। তাত মহা শব্দ উঠিল। এমনে সমবল পৰাক্রম দুয়োৰো ঘোৰ যুদ্ধ হৈল। পাছে শ্রীকৃষ্ণে ভীমক আপুনাৰ তেজ দিয়া ঃ তাঙ্ক দেখায়া ঃ সঙ্কেতে একডালি তৃণ মধ্যত ছিৰিলা। তাক জানি মহাবল ভীমে ঃ তাৰ চৰণত ধৰি ঃ পৃথিবীত পেল্লাই মধ্যতে ছিৰিলা। ( শ্লোক ৩৩—৪২ )

যাতো সি পূৰ্ব্বত অৰ্দ্ধখণ্ডে জাত হয়া আছে। জৰা ৰাক্ষসীসে একত্র কৰিছা। এতেকতে পুনু সেই ভাৱ কৰিলে ঃ তেখনে মৰিল। তাক দেখি সকল লোকে হাহাকাৰ কৰিল। কৃষ্ণ-অৰ্জ্জুনো ভীমক সাবটি ধৰি ঃ প্রশংসা কৰিলা। পাছে তাৰ পুত্র সহদেৱক ৰাজা পাতি ঃ জৰাসন্ধ ৰুদ্ধ ৰাজাসৱৰ বন্ধন চুৰিলা। ( শ্লোক ৪৩ – ৪৬ )

শ্রীভাগৱতকথায়াং দশমস্কন্ধে দ্বিসপ্ততিতমোঽধ্যায়ঃ ॥

আক জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ যো ভীমেন মহাশত্রুং জৰাসন্ধমপাতয়ৎ।
স্বভক্তজনৰক্ষাৰ্থং তমহং কৃষ্ণমাশ্রয়ে ॥

# ত্রিসপ্ততিতম অধ্যায়

## ৰাজাগণৰ মুক্তি

কথা : তিনি সত্তৰি অধ্যায়ত : কৃষ্ণে ৰাজাসৱক নিজৰূপ দেখাই কৃপা কৰিবা। শুকে কহন্ত : পাছে দুই অযুত আঠ শ ৰাজাসৱে মহাদুঃখৰ মুক্ত হয়া : শ্ৰীকৃষ্ণক দেখিল। মেঘ-শ্যাম : পীতবসন : চতুৰ্ভুজ : কমললোচন : সুন্দৰ মুখ : শঙ্খ-চক্ৰ-গদা-পদ্ম হস্তত : শ্ৰীবৎস-কৌস্তুভ ধৰিছা। বনমালায়ে আবৃত হয়া আছে। কিৰীটি-কুণ্ডল হাৰ : কটক বলয় : অঙ্গুৰী মেখলা নূপুৰে অলঙ্কৃত হই আছা। হেন কৃষ্ণক দেখি : চক্ষুৱে যেন পান কৰা। জিহ্বায়ে যেন আস্বাদন্ত : নাসায়ে যেন ঘ্ৰাণন্ত : বাহুয়ে যেন আলিঙ্গন কৰন্ত। দণ্ডৱতে চৰণত শিৰ দিয়া প্ৰণাম কৰিলা। কৃষ্ণ দৰশনে বন্ধন দুঃখ এৰাই প্ৰশংসা কৰি : অঞ্জলি ধৰি স্তুতি আৰম্ভিলা। ( শ্লোক ১—৬ )

হে শ্ৰীকৃষ্ণ : দেৱ-দেৱেশ : হৰ : আমি শৰণাগতক সংসাৰ হন্তে ত্ৰাণ কৰা। আউৰ আমি জৰাসন্ধক অসূয়া নকৰি। যাতো ৰাজাৰ ৰাজ্যনাশক তুমাৰ অনুগ্ৰহ মানি : ৰাজ্য-শ্ৰী হৈল : পুৰুষে আপুনাৰ কুশল পন্থ নজানে। যাতো তুমাৰ মায়ায়ে মোহিত হয়া : অনিত্য সম্পত্তিকো নিত্য কৰি মানে। যেন মৃগতৃষ্ণাক বালকসৱে জলবুদ্ধি কৰে : তেমনে অজ্ঞানীসৱে মিথ্যা বিষয়কো সত্য কৰি মানে। আমি ৰাজ্যৰ সংযোগ-বিয়োগত সুখ-দুঃখক যতেক লাগে অনুভৱ কৰিলো। এতেকে ইহ-পৰলোক সুখক বাঞ্ছা নকৰি যেমনে তুমাৰ চৰণাৰবিন্দত আমাৰ স্থিতি ৰহে : তেমনে অনুগ্ৰহ কৰা।

( শ্লোক ৭—১৬ )

শুকে কহন্ত : ৰাজাসৱৰ এই স্তুতি শুনি : মধুৰ বচনে ভগৱন্তে বোলন্ত : হে ৰাজাসৱ : আজিৰে পৰা তোৰাৰ মোত সুদৃঢ় ভকতি জাত হৌক। তোৰা যে মোত নিশ্চয় কৰিলা : আত মোৰ মহা আনন্দ হৈল। যাতো মঞি শ্ৰীমদ-যশক উন্মত্ত দেখো। হৈহয় : নহুষ : বেণ : ৰাৱণ : নৰক আদি মহাৰাজাসৱো : শ্ৰীমদে নষ্ট হই আছে। এতেকে তোৰা দেহাদিক বিনাশী জানি : যথা ধৰ্ম্মে প্ৰজা পালন কৰি : গৃহধৰ্ম্মত প্ৰবৰ্ত্তিয়া সুখ-দুঃখত সম হয়া : মোত ভক্তি কৰা। পাছে দেহাদিত আসক্তি এৰি : মোত চিত্ত দিয়া : ই দেহ এৰি : মোকে পাইবা। ( শ্লোক ১৭—২৩ )

শুকে কহন্ত : ভগৱন্তে ৰাজাসৱক এই আদেশ কৰি : তাৰাৰ শুশ্ৰূষাৰ অৰ্থে : স্ত্ৰী-পুৰুষসৱক নিয়োজিলা। তাৰায়ো পূজা পায়া : সকল শ্ৰম এৰাই : পৰম আনন্দ পাইলা। ভগৱন্তো তাৰাক প্ৰিয়বাক্যে আশ্বাস কৰি : দিব্য ৰথত তোলাই : দেশক পঠাই দিলা। তাৰায়ো কৃষ্ণ চিন্তি : গৃহক যায়া জ্ঞাতি-কুটুম্বসৱত কৃষ্ণৰ মহিমা কহিলা। যেমনে শ্ৰীকৃষ্ণ আজ্ঞা কৰিছা : তেমনে প্ৰবৰ্ত্তিলা। ভগৱন্তো ভীম-অৰ্জ্জুন সৱক প্ৰণাম কৰি সকল কথা কহিলা। তাক শুনি : ৰাজা পৰম আনন্দ পায়া প্ৰেমে কিছো বুলিবে নপাৰিলা। ( শ্লোক ২৪—৩৬ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ত্ৰিসপ্ততিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : জৰাসন্ধাভিসংৰুদ্ধং স্বং সম্বদ্ধং নৃপকুলম্।
বন্ধনাদ্ যঃ প্ৰবন্ধেন মুমোচ তমহং ভজে ॥

———

# চতুঃসপ্ততিতম অধ্যায়

## শিশুপাল বধ

কথা ঃ চৌসত্তৰি অধ্যায়ে ঃ ৰাজসূই যজ্ঞত শিশুপাল বধ কহিবা। শুকে কহন্ত ঃ এমনে যুধিষ্ঠিৰ ৰাজা ঃ জৰাসন্ধ বধ ঃ কৃষ্ণৰ মহিমা শুনি ঃ পৰম প্ৰীতি হয়া ঃ বুলিবে লাগিলা। যাৰ আজ্ঞাক ব্ৰহ্মা-মহেশাদি দেৱগণে ঃ দুৰ্লভ মানি শিৰে বহন্ত ঃ হেন ভগৱন্তো আমি অল্পজনৰ আজ্ঞা ধৰা ঃ ই অত্যন্ত বিৰম্বন। যদি বোলা ঃ আমি ঈশ্বৰ হৈলে ঃ আপুনাৰ তেজ হানিকৰ পৰৰ আজ্ঞা কেনে কৰিম ঃ তাত শুনা। তুমি অদ্বিতীয় ব্ৰহ্মৰ আজ্ঞা দিলেয়ো ঃ কৰিলেয়ো ঃ তেজৰ হানি-বৃদ্ধি নাই। যেন সূৰ্য্যৰ উদয়াস্ত কৰ্ম্মে তেজৰ হানি-বৃদ্ধি নঘটে। তুমাৰ ভক্তৰো পশুৰ হেন অহঙ্কাৰ মমকাৰ নাই ঃ তুমাৰ মুহিবেক তাক কি বুলিবো। এই বুলি যজ্ঞকালত শ্ৰীকৃষ্ণৰ আজ্ঞায়ে ঃ ভাল ভাল ব্ৰাহ্মণসৱ বৰিলা। ( শ্লোক ১– ৬ )

তাৰ নাম শুনা ঃ ব্যাস ঃ ভৰদ্বাজ ঃ সুমন্ত ঃ গৌতম ঃ বশিষ্ঠ ঃ চ্যৱন ঃ কণ্ব ঃ মৈত্ৰেয় ঃ কৌশিক ঃ বিশ্বামিত্ৰ ঃ বামদেৱ ঃ সুমন্ত ঃ জৈমিনী ঃ ক্ৰতু ঃ পৈল ঃ পৰাশৰ ঃ গৰ্গ ঃ বৈশম্পায়ন ঃ অথৰ্ব্ব ঃ কাশ্যপ ঃ ধৌম্য ঃ পৰশুৰাম ঃ আসুৰি ঃ বীতিহোত্ৰ ঃ মধুছন্দ ঃ বীৰসেন ঃ অকৃতব্ৰণ ঃ আন আহুত মুনিসৱ তথাক আসিল। দ্ৰোণ ঃ ভীষ্ম ঃ ধৃতৰাষ্ট্ৰ ঃ বিদুৰ ঃ দুৰ্য্যোধনাদিয়ো আসিলা। ব্ৰাহ্মণ ঃ ক্ষত্ৰিয় ঃ বৈশ্য ঃ শূদ্ৰসৱো যজ্ঞ দেখিবাক আসিলা। পাত্ৰ-মন্ত্ৰী-পুৰোহিত ঃ পত্নীসমে ৰাজাসৱো আসিলা। ( শ্লোক ৭—১২ )

ব্ৰহ্মা মহেশ ইন্দ্ৰ প্ৰমুখ্য দেৱ : সিদ্ধ : গন্ধৰ্ব্ব : কিন্নৰ : চাৰণ : নাগগণো আসিল। পাছে ব্ৰাহ্মণসৱে সুৱৰ্ণ লাঙ্গলে পৃথিৱী শোধন কৰি : ৰাজাক দীক্ষিত কৰাই যজ্ঞ আৰম্ভিলা। যাত উপকৰণ পাত্ৰ সুৱৰ্ণ হৈল। ৰাজসূই বিধিয়ে যাজকসৱে ৰাজাক যজাইলা। ৰাজায়ো তাৰাক পূজিতে উদ্যত হৈলা। তাত অগ্ৰপূজা পাত্ৰ বিচাৰিতে : অনেকক শ্ৰেষ্ঠ দেখি : একেক নিশ্চয় কৰিতে কেয়ো নাপাৰিলা। তাত সহদেৱে বোলন্ত : শ্ৰীকৃষ্ণ শ্ৰেষ্ঠ-ভাগক যোগ্য হৱন্ত। যাতো জগত-ব্যাপক আহানে ৰূপ। এতেকে কাল-দেশ-পাত্ৰ-দেৱতা-দ্ৰব্যসৱো এঞু এক : অদ্বিতীয় : আপুনি জগতক সৃজন-পালন-সংহাৰণ কৰন্ত। এঞুৰ প্ৰসাদেসে লোকে কৰ্ম্ম কৰি : পুৰুষাৰ্থ সাধে। এতেকে দানৰ অন্তত ইচ্ছায়ে পৰিছিন্ন কৃষ্ণক অগ্ৰপূজা দিবাক লাগে। তেৱে আত্মাসমে : সকল জগতৰ পূজা হৱে। ( শ্লোক : ১৩—২৪ )

এহিবুলি সহদেৱ মৌন হৈলা। সভাসদসৱো সাধু সাধু বুলি প্ৰশংসা কৰিলা। যুধিষ্ঠিৰো ব্ৰাহ্মণৰ বাক্য শুনি : সভাসদৰো অভিপ্ৰায় বুজি শ্ৰীকৃষ্ণক অগ্ৰপূজা কৰিলা। চৰণ পখালি : সপৰিয়ালে পাদোদক শিৰত লৈলা। পীতবস্ত্ৰ : দিব্য অলঙ্কাৰ দিয়া পুষ্প-চন্দনে পূজা কৰি : পৰম প্ৰেমে আকুল হৈলা। এমনে শ্ৰীকৃষ্ণৰ পূজা দেখি : সকললোকে অঞ্জলি কৰি : জয় কৃষ্ণ বুলি প্ৰণাম কৰি : আকাশৰ পৰায়ো পুষ্পবৃষ্টি হৈল। ( শ্লোক ১৫—২৯ )

তাক শিশুপাল ৰাজা দেখি : কৃষ্ণগুণ বৰ্ণনা শুনি : মহাক্ৰোধে আসনৰ উঠি : বাহু তুলি সভাৰ মধ্যত নিৰ্ভয়ে কৃষ্ণক অনেক নিন্দা বুলিলা। যেন শৃগালৰ ৰাৱ শুনি সিংহে কিছো নোবোলে : তেমনে তাৰ নিন্দা শুনি : কৃষ্ণো কিছু নুবুলিল। কিন্তু সভাসদসৱ কৰ্ণত আঙ্গুলি দিয়া আন্তৰি গৈলা। যাতো বিষ্ণু-বৈষ্ণৱৰ নিন্দা শুনি যি আন্তৰ নহে সি সকল পুণ্যত ভ্ৰষ্ট হুয়া নৰকত পৰে। তাত পাণ্ডৱ সৃঞ্জয় : কৈকেয় সৈন্যসৱে : অস্ত্ৰ-শস্ত্ৰ ধৰি : শিশুপাল বধিতে উদ্যম কৰিলা। সিয়ো তাক ভৎসিয়া খড়্গ-চৰ্ম্ম ধৰি : প্ৰমুখ হৈল। ভগৱন্তে বোলন্ত : ই মোৰ পাৰিষদ : এখনে আবাসৱক বধিব। এতেকে তাক আপুনি নিবাৰি : চক্ৰে হানি শিশুপালৰ দেহ-জ্যোতি আসি : শ্ৰীকৃষ্ণক পৰশি পাৰিষদ হুয়া : সবাৰে আগত বৈকুণ্ঠক গৈলা।

( শ্লোক ৩০—৪৫ )

যাতো তিনি জন্ম বৈৰভাৱে চিন্তি: তাৰ সাৰূপ্য লভিল। যুধিষ্ঠিৰে ব্ৰাহ্মণসৱক বিস্তৰ দক্ষিণা দিলা। আন সৱকো পূজা কৰিলা।

( শ্লোক ৪৬—৫৪ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে চতুঃসপ্ততিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: যোঽযাজয়দ্ৰাজসূয়ং ধৰ্ম্মৰাজং জনাৰ্দ্দনঃ।
শিশুপালঞ্চ হতৱান্ তম্বন্দে জন-পূজিতম্ ॥

---

## পঞ্চসপ্ততিতম অধ্যায়

### দুৰ্য্যোধনৰ মানভঙ্গ

কথা: পঞ্চসত্তৰি অধ্যায়ত অৱভৃথ উৎসৱ: দুৰ্য্যোধনৰ মানভঙ্গ কহিবা। শুকে কহন্ত: জানা ৰাজা: তুমাৰ পিতামহৰ যজ্ঞত বান্ধৱসৱ নানা কৰ্ম্মত প্ৰৱৰ্ত্তিলা। তাত ভীমে ৰন্ধনশালাৰ অধিকাৰী হৈল। দুৰ্য্যোধনক ধনৰ অধিপতি পাতিলা, সহদেৱে পূজা কৰ্ম্মত ৰহিলা। নকুলে নানা দ্ৰব্য আনিলা। অৰ্জ্জুনে সন্তক শুশ্ৰূষা কৰিলা। কৃষ্ণে ব্ৰাহ্মণৰ চৰণ পখালিলা। দ্ৰৌপদী পৰিবেশন কৰিলা। কৰ্ণে দান দিলা। সাত্যকি: বিৰাট: হাৰ্দ্দিক্য: বিদুৰ: বাহ্লীক: ভূৰিশ্ৰৱা: সন্তৰ্দ্দন আদি সুহৃদসৱো: ৰাজাৰ প্ৰীতি কৰি: নানা কৰ্ম্মত প্ৰৱৰ্ত্তিলা। ( শ্লোক ১—৭ )

এমনে আচাৰ্য্য: ঋত্বিজ: সদস্য: সুহৃদ ৰাজাগণ বস্ত্ৰ-অলঙ্কাৰে-পুষ্প-চন্দন-গন্ধে: পূজিত হৈলে ৰাজা অৱভৃথ স্নানক প্ৰতি পত্নীসমে ৰথত চৰি: গঙ্গাক লৰিলা। তেখনে নানাবিধ গীত-নৃত্য-বাদ্য কৰিল। ৰাজাসৱো চতুৰঙ্গ সেনায়ে পৃথিৱী কম্পাই: দণ্ড-ছত্ৰ অস্ত্ৰ-শস্ত্ৰে শোভিত হয়া লৰি গৈলা। ৰাজ-

পত্নীসৱো নৱ-বিমানে চৰিলা। নৱ-নাৰীসৱো বস্ত্ৰ-অলঙ্কাৰে মণ্ডিত হয়া: তৈল: গোৰস: গন্ধজল: হৰিদ্ৰা: কুঙ্কুম অন্যে অন্যে লেপন কৰি বিহাৰ কৰিলা। ৰাজপত্নীসৱে দেৱৰ সখীগণ সমে: জলাদি সেচন কৰি আনন্দ কৰিলা। পাছে ব্ৰাহ্মণসৱে ৰাজাক দ্ৰৌপদীসমে মন্ত্ৰ পঢ়ি গঙ্গাৰ জলত স্নান কৰাইলা। স্বৰ্গত দেৱসৱো দুন্দুভি বাদ্য কৰি পুষ্পবৃষ্টি কৰিল।

( শ্লোক ৮—২০ )

তেখন সকল লোকে গঙ্গাত স্নানিল। যাতো তাত স্নানি মহাপাপীসৱো পাতক এৰায়। পাছে ৰাজা নবীন বস্ত্ৰ পৰিধান কৰি: অলঙ্কাৰে মণ্ডিত হয়া: গন্ধ-পুষ্প-চন্দনে দেৱসম প্ৰকাশ কৰিলা। পাছে দেৱ-ঋষি-ৰাজাগণ: ৰাজাত অনুজ্ঞা লৈয়া যজ্ঞক প্ৰশংসি পৰম আনন্দে গৃহক গৈলা। পাছে যুধিষ্ঠিৰ ৰাজা জ্ঞাতি-কুটুম্ব শ্ৰীকৃষ্ণক স্নেহত থাকি কতোদিন ৰাখিলা। কৃষ্ণো সাত্যকি আদি যদুবীৰসৱক পঠাই আপুনি ৰহিলা। যুধিষ্ঠিৰ ৰাজায়ো কৃষ্ণৰ প্ৰসাদে মনোবাঞ্ছা সাগৰ তৰি নিশ্চিন্ত হৈলা। ( শ্লোক ২১—৩০ )

তাত একদিনা দুৰ্য্যোধন ৰাজা যুধিষ্ঠিৰৰ ৰাজসূইৰ মহিমা: অন্তেষ-পুৰবো শ্ৰী দেখি তাপিত হয়া: যাতো ময়দানৱে তাত দেৱেন্দ্ৰ: অসুৰেন্দ্ৰ: নৰেন্দ্ৰৰ শ্ৰীক নিৰ্ম্মি আছে। আৰো সভাত ভাতৃ বন্ধু কৃষ্ণ সমে: সিংহাসনত বসি ৰাজা আছন্ত। নট-ভাটসৱে স্তুতি কৰিবে লাগিছে। তাত মহামানী দুৰ্য্যোধন ভাতৃগণ সমে সেই সভাত প্ৰবেশিল। তাত নজানি স্থলকো জল বুলি বস্ত্ৰ তুলিল। জলকো স্থল বুলি সছেলে পৰিল। যাতো কৃষ্ণৰ ইছায়ে ময়ৰ মায়ায়ে মোহিত হৈল। তাক দেখি ৰাজাসৱ স্ত্ৰীগণসমে ভীমে হাস্য কৰিলা। যদ্যপি যুধিষ্ঠিৰে নিবাৰিলা: তথাপি তাক নগণিলা। যাতো কৃষ্ণৰ অনুমতি আছে। দুৰ্য্যোধনো মহালজ্জা পায়া: অধোমুখে মহাক্ৰোধে নগৰক গৈলা। ভগৱন্তো কলহৰ বীজ তুলি মৌনে ৰহিলা।

( শ্লোক ৩১—৪১ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে পঞ্চসপ্ততিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: যঃ কৌৰৱকুলং হন্তং কলিবীজসমুদ্ভৱং।
দুৰ্য্যোধনমতিং ভ্ৰান্তাং তমহং বিভুমাশ্ৰয়ে ॥

# ষট্‌সপ্ততিতম অধ্যায়

## শাল্ব-যাদৱ যুদ্ধ

কথা : ছয় সত্তৰি অধ্যায়ত শাল্ব-যাদৱ যুদ্ধ কহিবা। শুকে কহন্ত : শিশুপালৰ সখি : শাল্ব ৰাজাক ৰুক্মিণীৰ বিবাহত যদুবংশে জিনিল। সি পৃথিৱীক অযাদৱ কৰিতে : ৰাজাসৱৰ আগত প্ৰতিজ্ঞা কৰি : নিতে এক মুষ্টি ধূলা খায়া : মহেশক আৰাধনা কৰিলা। আশুতোষ মহেশো আপুনাৰ বৰ বৈফল্য জানি দেখা নেদন্ত। তথাপি তাৰ আক্ৰোশ দেখি সম্বৎসৰৰ অন্তত বৰ লো বুলিলা। সিয়ো দেৱাদিৰ অভেদ্য কামগামী যদুভীষক বিমান এক বৰিলা। তেৱে শিৱৰ আজ্ঞায়ে ময়দানৱে সোভ নাম লৌহময় নগৰ নিৰ্ম্মিয়া শাল্বক দিলা। শাল্বয়ো কামগামী বিমান পায়া দ্বাৰকাক যায়া : মহাসেনায়ে নগৰ বেঢ়ি : গড়-প্ৰাকাৰ-দ্বাৰ-উপবন ভাঙ্গিল। মায়াবলে অস্ত্ৰ-শস্ত্ৰ, শিলা, সৰ্প, বজ্ৰ, বৃক্ষো বৰষিল। প্ৰচণ্ড বায়ুয়ো ধূলায়ে দশোদিশ ঢাকিল।

( শ্লোক ১—১১ )

এমনে সোভ নিমিত্তে নগৰৰ দুঃখ দেখি : মহাৰথী প্ৰদ্যুম্ন : প্ৰজাক নিৰ্ভয় দিয়া বাহিৰাই আসিলা। সাত্যকি : চাৰুদেষ্ণ : শাম্ব : অক্ৰূৰ : হাৰ্দ্দিক : ভানুবিন্দ : গদ : শুক : সাৰণ আদি মহাবীৰসৱৰ : ধনু ধৰি কৱচ পিন্ধি : চতুৰঙ্গ সেনায়ে আবৃত হয়া যুদ্ধক আসিলা। তেৱে দেৱাসুৰ যুদ্ধসম শাল্ব-যাদৱৰ মহাযুদ্ধ হৈল। প্ৰদ্যুম্নে দিব্যাস্ত্ৰ হানি সোভৰ মায়া বিনাশি : শাল্বৰ সেনাপতিক স্বৰ্ণ পাখিয়া পচিশ শৰ হানিলা। শাল্বকো শতেক শৰে

ভাবিলা। সেনাসৱকো এক এক শৰে প্ৰহাৰিলা : সেনাপতিসৱকো দশ শৰ প্ৰহাৰিলা। বাহনসৱকো তিনি শৰে বিন্ধিলা। প্ৰত্যুম্নৰ হেন অদ্ভুত কৰ্ম্ম দেখি সকল স্ব-পৰ সেনায়ে প্ৰশংসিলা। পাছে মায়াময় সোভ নগৰ বহুৰূপ, একৰূপ, দৃশ্য, অদৃশ্যো হয়া জল-স্থল, আকাশ-পৃথিবীত ভ্ৰমিবে লাগিলা।

( শ্লোক ১২—২২ )

যদুবীৰসৱো যেঠাই যেঠাই সেনা সমে শাল্বক দেখে : সেই ঠাইকে প্ৰতি সূৰ্য্য-অগ্নি-সৰ্প সম শৰ প্ৰহাৰিলা। তাৰ চোটে শাল্বৰ সেনাসৱ মহাপীড়া পাইল। শাল্বসেনাৰো শৰৰ প্ৰহাৰে যদুবীৰসৱ দুঃখ পাৱন্তেয়ো যুদ্ধভূমিক নেৰিলা। যাতো ইহ-পৰলোকক জিনিবে ইচ্ছা কৰে। তাতো শাল্বৰ সেনাপতি দ্যুমন্তে আসি : প্ৰদ্যুম্নক মহাগদা প্ৰহাৰি : আটাসেক দিল। তাক পায়া প্ৰদ্যুম্ন অচেতন ভৈলা। হেন দেখি সাৰথি ৰথক পলুৱাইলা। পাছে প্ৰদ্যুম্নে দুই দণ্ড অনন্তৰে : চেতন পায়া সাৰথিক বুলিলা। তয়ি বৰ অন্যায় কৰিলি। যাতো যুদ্ধৰ পৰা ৰথ পলুৱাইলি। মোত বিনে কুনো যদুবীৰ যুদ্ধৰ নতো পলাই। মঞি পিতৃৰ আগত গৈয়া কি কথা কহিবো। মোক ভাতৃবধূসৱে : কেমনে যুদ্ধৰ পৰা পলাইলা বুলি কদৰ্থিব। সাৰথি বোলয় : হে বীৰ : মঞি ধৰ্ম্ম জানিসে তুমাক পলুৱাইলু। যাতো সাৰথিৰ দুঃখ হৈলে : ৰথীৰ ৰাখিবে লাগে। ৰথীৰ সঙ্কট হৈলে : সাৰথিৰ ৰাখিবে লাগে। এতেকে শত্ৰুৰ গদা প্ৰহাৰে তুমাক মূৰ্চ্ছিত দেখিসে ৰথ অন্তৰাইলো।

( শ্লোক ২৩—৩৩ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ষট্‌সপ্ততিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : সৰ্ব্বলোকাশ্ৰয়ং সৰ্ব্বসিদ্ধি-বৃদ্ধিবিধায়কং।
সৰ্ব্বকামপ্ৰদং দেৱং কৃষ্ণং কল্পতৰুং ভজে ॥

---

# সপ্তসপ্ততিতম অধ্যায়

## শাল্ব বধ

কথা ঃ সাত সত্তৰি অধ্যায়ে শ্ৰীকৃষ্ণে শাল্বক বধিবন্ত। শুকে কহন্ত ঃ পাছে প্ৰদ্যুম্নে কৱচ পিন্ধি ঃ ধনু ধৰি ঃ দ্যুমন্তক খেদি যায়া চাৰি শৰে চাৰি ঘোৰা মাৰিলা। এক শৰে সাৰথিক ছেদিলা। আউৰ দুই শৰে ধনু-ধ্বজ কাটিলা। আউৰ দুই শৰে দ্যুমন্তৰ শিৰ ছেদিলা। যদুবীৰসৱো ঃ শাল্বৰ সেনাসৱক বধিল। এমনে দুয়ো দলে কটা-কটি কৰিতে সাতাইশ দিন যুদ্ধ হৈল। ভগৱন্ত কৃষ্ণো যুধিষ্ঠিৰ ৰাজাৰ ৰাজসূই কৰাই ঃ বিমঙ্গল দেখি ঃ দাৰুকত কহি ঃ সৱাতে অনুমতি লৈয়া ঃ সত্বৰে দ্বাৰকাক আসি যুদ্ধক লাগি খেদি গৈল। (শ্লোক ১—৬)

শাল্বো কৃষ্ণক দেখি ঃ দাৰুকক প্ৰতি ঃ ঘোৰ শকতি হানিল। তাক ভগৱন্তে শৰে শতখণ্ড কৰিলা। শাল্বকো ষোড়শ শৰে হানি সোভকো শৰ-সমূহ হানি কাটিলা। শাল্ব কৃষ্ণৰ বামবাহুক শৰে বিন্ধিলা। তাত কৃষ্ণৰ হাতৰ শাৰঙ্গ পৰিল। তাক দেখি লোকৰ হাহাকাৰ হৈল। শাল্বো নাদ কৰি কৃষ্ণক নিন্দিলা। কৃষ্ণো তাৰ উত্তৰ দিয়া গদা প্ৰহাৰিলা। তাক পায়া শাল্বে ৰুধিৰ বান্তি কৰি ঃ কম্পিত হয়া অন্তৰ্দ্ধান হৈল। পাছে দুই দণ্ড অনন্তৰে একজন পুৰুষ আসি ঃ দৈৱকী পঠাই দিছা বুলি কৃষ্ণক প্ৰণামি কান্দিয়া কহে। (শ্লোক ৭—২১)

হে কৃষ্ণ ঃ মহাবাহু ঃ তুমাৰ পিতৃক শাল্বে পশুক হেন বান্ধি আনিছে।

তাক শুনি কৃষ্ণে মনুষ্য চেষ্টায়ে স্নেহত থাকি বিমন হৈলা। এতেকতে শাল্ব ৰাজা বসুদেৱ হেন একজন আনি বুলিবে লাগিলা। হে কৃষ্ণ: যাৰ প্ৰসাদে তুমি বৰ্ত্তা: সেই তুমাৰ পিতৃক আগতে কাটো। যদি শক্তি থাকে ৰক্ষা কৰা। এই বুলি বসুদেৱৰ শিৰছেদি সোভত উঠিল। ভগৱন্তো দুই দণ্ডমানে মনুষ্য ভাৱে শোক কৰি: সৱাকে মায়াময় জানি: শৰসৱ হানি শাল্বৰ কৱচ-ধনু শিৰোমণি কাটি গদাৰ প্ৰহাৰে সোভকো ভাঙ্গিলা। পাছে শাল্ব মহাক্ৰোধে গদা ধৰি খেদি আসিল। ভগৱন্তো শৰৰ প্ৰহাৰে: গদাসমে তাৰ বাহু ছেদি: চক্ৰ হানি শিৰ ছেদিলা। এই কথা দন্তবক্ৰে শুনি: সখিৰ উপকাৰ কৰো বুলি খেদি আসিল। ( শ্লোক ২২ ৩৭ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে সপ্তসপ্ততিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: যো দদাৰ গদাঘাতাৎ সোভং শাল্বং সুচক্ৰভৃৎ।
জঘান তমহং দেৱং ভজে জনবিড়ম্বনম্ ॥

---

# অষ্টসপ্ততিতম অধ্যায়

## সূত্ত বধ

কথা: আঠসত্তৰি অধ্যায়ে: কৃষ্ণে দন্তবক্ৰ-বিদূৰথ বধিলে: ৰামে তীৰ্থ কৰিতে সূতহত্যা কৰিবা। শুকে কহন্ত: এমনে দন্তবক্ৰ ৰাজা: মহা-ক্ৰোধে গদাগোট ধৰি: চৰণে পৃথিৱী কম্পাই: দেখা দিল আসি। ভগৱন্তো তাক আসিবাৰ দেখি হাতে গদা ধৰি সত্বৰে ৰথৰ নামি: ৰহ বুলি নিবাৰিলা। দন্তবক্ৰো কৃষ্ণক দেখি অনেক কৰ্ক্ক বাক্যে: আক্ষেপে শিৰত গদা হানিলা।

তাক পায়া শ্রীকৃষ্ণ কিঞ্চিত নটলিলা। কিন্তু আপুনাৰ গদায়ে তাৰ বক্ষস্থলত তাৰিলা। তাৰ প্ৰহাৰে সি হৃদয় ভগ্ন হয়া শোণিত বান্তি কৰি ঃ কেশ-পাদ-বাহু মেলি পৃথিৱীত পৰি প্ৰাণ ছাৰিলা। ( শ্লোক ১—৯ )

তাৰ জীৱৰূপ জ্যোতি আসি কৃষ্ণক পৰশি পাৰিষদ হয়া ঃ বৈকুণ্ঠ গৈল। পাছে তাৰ ভাই বিদূৰথ খড়্গ-চৰ্ম্ম ধৰি ঃ কৃষ্ণক খেদি আসিল। কৃষ্ণো লীলায়ে তাৰ শিৰ ছেদিলা। তাক দেখি ঃ দেৱগণে ঃ গীত-নৃত্য-বাদ্যে স্তুতি-নতি কৰি পুষ্পবৃষ্টি কৰিলা। তেৱে যদুবীৰসৱে আবৃত হয়া ঃ পৰম আনন্দে আপুনাৰ নগৰ প্ৰৱেশিলা। এমনে শ্ৰীকৃষ্ণে লীলায়ে মহাবলৱন্তসৱকো জিনিলন্ত। তথাপি অজ্ঞানীসৱে ঃ তাঙ্ক ঈশ্বৰ বুলিয়া চিনিতে নাপাৰে।

( শ্লোক ১০—১৬ )

কৃষ্ণে পূতনা আদি বিদূৰথ অন্তে দৈত্যকুল সংহৰি অস্ত্ৰ এৰিলা। বলভদ্ৰে সূত বল্বল বধিলা। তাৰ প্ৰসঙ্গ শুনা ঃ পাছে ৰামে কুৰু-পাণ্ডৱৰ যুদ্ধৰ উত্তম শুনি মধ্যস্থ হয়া তীৰ্থযাত্ৰা ছলে ঃ ঠাই ঠাই গৈলা। প্ৰথমে প্ৰভাসক যায়া ঃ দেৱ-ঋষি-পিতৃক তৰ্পিয়া ঃ ব্ৰাহ্মণসমে সৰস্বতীক গৈলা। পাছে পৃথুদক ঃ বিন্দুৰস ঃ ত্ৰিতকূপ ঃ সুদৰ্শন ঃ বিশালা ঃ ব্ৰহ্মতীৰ্থ ঃ চক্ৰতীৰ্থ কৰিলা। গঙ্গা-যমুনাক লক্ষ্য কৰি ঃ কতো তীৰ্থ যায়া ঃ নৈমিষাৰণ্য পাইলা। যাত ঋষিসৱে সত্ৰ পাতি আছে। তাত দীৰ্ঘসত্ৰী ঋষিসৱে ৰামক দেখি ঃ উঠিয়া প্ৰণামি পূজা কৰিলা। ( শ্লোক ১৭—২১ )

ব্যাসৰ শিষ্য ৰোমহৰ্ষণে মাত্ৰ নাদৰিলা। যাতো পুৰাণ বক্তা হয়া সৱাতো কৰি উচ্চ আসনত বসিছা। তাক দেখি ৰামে ক্ৰোধ কৰি ঃ বুলিবে লাগিলা। কেনে ই সূত জাতি হয়া ঃ ধৰ্ম্মিষ্ঠ ব্ৰাহ্মণৰ মধ্যত বসিছে। এতেকে ই বধ্যক অৰিহে। যাতো ব্যাসৰ শিষ্য হয়া ঃ অনেক শাস্ত্ৰ পঢ়ি অবিনীত হৈল। এহ্ন ধৰ্ম্ম বুজি বধাৰ্থেসে মোৰ অৱতাৰ। এই বুলি হাতৰ কুশ প্ৰহাৰি ঃ তান প্ৰাণ লৈলা। তাক দেখি মুনিসৱে হাহাকাৰ কৰি ৰামক বোলয়। হে ৰাম ঃ তুমি বৰ অধৰ্ম্ম কৰিলা। যাতো আমি আহ্ম শাস্ত্ৰ পঢ়িবাৰ অৰ্থে ঃ আয়ু-আৰোগ্য সমে ঃ ব্ৰহ্মাসন দিছো। যদ্যপি তুমি ঈশ্বৰ ঃ বেদো প্ৰায়শ্চিত্ত বিধায়ক নহে ঃ তথাপি লোক সংগ্ৰহাৰ্থে প্ৰায়শ্চিত্ত কৰিবাক লাগে। ( শ্লোক ২২—৩২ )

ৰামো বোলন্ত ঃ হে ঋষিসৱ ঃ মঞি অৱশ্যে প্ৰায়শ্চিত্ত কৰিম। তাক তোৰা মুখ্য পক্ষে বিধান কৰা। যদি তোৰা আহ্ম জীয়াইবে বোলা ঃ তেৱে

তাকো কহা। ঋষিসবে বোলয় ঃ হে ৰাম ঃ অস্ত্ৰৰ ঃ তুমাৰ বীৰ্য্যৰ ঃ মৃত্যুৰ ঃ আমাৰ বচনৰো যেমনে সত্য হয় তেমনে বিধান কৰা। ৰামে বোলন্ত ঃ যাতো পুৰুষ আপুনি পুত্ৰৰূপে জাত হয়া। এতেকে আন পুত্ৰ উগ্ৰশ্ৰৱা বল-আয়ু-ইন্দ্ৰিয়ে যুক্ত হয়া ঃ তোৰাৰ বক্তা হৌক। আৰো তাঠৈৰ ধৰ্ম্মদণ্ডাৰ্থে কি কৰ্ম্ম কৰিম ঃ তাক আজ্ঞা কৰা ঃ প্ৰায়শ্চিত্তো বিহা। ঋষিলয়ে বোলয় ঃ ইল্বলৰ পুত্ৰ বল্বল দানৱ পৰ্ব্বে পৰ্ব্বে আসি ঃ আমাৰ সত্ৰত পূৰীষ-শোণিত ঃ মল-মূত্ৰ-মাংস বৃষ্টি কৰে। এতেকে আমাৰ ধৰ্ম্মদণ্ডাৰ্থে সেই পাপীক বধা। পাছে এক বৎসৰ তপাদি কৰি ঃ ভাৰতবৰিষৰ তীৰ্থ কৰি শুদ্ধ হৈবা।

( শ্লোক ৩৩—৪০ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে অষ্টসপ্ততিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ দৃষ্ট্বা মহান্তমুৰ্দ্ধোঞ্চমনাদৰণকাৰণাৎ।
সত্যঃ প্ৰাণবিপত্তিঃ স্যাদিতি বিজ্ঞৈ র্নিৰূপিতম্ ॥

---

# ঊনঅশীতিতম অধ্যায়

## বল্বল দানৱ বধ

কথা ঃ ঊনআশী অধ্যায়ত বল্বল দানৱ বধ কহিবা। শুকে কহন্ত ঃ পাছে পৰ্ব্ব হৈলে ঃ বল্বল দানৱ আসি সত্ৰৰ মধ্যত প্ৰচণ্ড বায়ু বহি ঃ ধূলায়ে অন্ধকাৰ কৰি ঃ দুৰ্গন্ধ অপৱিত্ৰ বৰষিয়া ঃ ত্ৰিশূল ধৰি আকাশত দেখা দিল। ৰামো উগ্ৰৰূপ অসুৰক দেখি ঃ লাঙ্গল-মুষল স্মৰিলা ঃ তাৰায়ো তেখনে আসিলা। পাছে তেখনে লাঙ্গল দিয়া আকাশৰ পৰা ঃ অসুৰক নমাই মুষল প্ৰহাৰিলা। তাৰ প্ৰহাৰে সি ভিন্ন ললাট হয়া ঃ শোণিত বান্তি কৰি ঃ মহানাদ তেজি প্ৰাণ ছাৰিল। ( শ্লোক ১—৬ )

তাক দেখি ঋষিসৱ ৰামক আশংসি স্তুতি কৰি ঃ অভিষেক কৰি ঃ অম্লান পদ্মৰ বৈজয়ন্তী মালা-দিব্যবস্ত্র-অলঙ্কাৰ দিলা। পাছে ৰামে তাৰাত অনুজ্ঞা লৈয়া ঃ কৌশিকী ঃ সৰযূ ঃ প্ৰয়াগ ঃ পুলহাশ্রম ঃ গোমতী ঃ গণ্ডকী গৈলা। গয়াকো গৈয়া পিতৃক যজিলা। মহেন্দ্ৰগিৰিতো পৰশুৰামক দেখি প্ৰণাম কৰিলা। তাৰো পৰা অনেক তীৰ্থ কৰি সেতুবন্ধত অযুত গো দিলা। আৰো অনেক তীৰ্থ কৰি ঃ পুনু প্ৰভাসক আসিলা। ( শ্লোক ৭—২১ )

তথাই ব্ৰাহ্মণৰ মুখে ঃ কুৰু-পাণ্ডৱৰ যুদ্ধত সকল ৰাজা মৰিবাৰ শুনি ঃ পৃথিবীৰ ভাৰ গুচিল বুলি মানিলা। পাছে ভীম-দুৰ্য্যোধনৰ গদাযুদ্ধ নিবাৰিতে হস্তিনাপুৰ আসিলা। তাঙ্ক দেখি শ্ৰীকৃষ্ণ-যুধিষ্ঠিৰে প্ৰণাম কৰিলা। ৰামো ভীম-দুৰ্য্যোধনক গদাযুদ্ধ কৰিতে দেখি ঃ বুলিবে লাগিলা। হে ৰাজা ঃ হে বৃকোদৰ ঃ তোৰা দুয়ো সমবল ঃ যাত এক জনৰ জয়-পৰাজয় নেদেখি ঃ এতেকে নিষ্ফল যুদ্ধ দুয়ো এৰা। তাক তাৰা দুয়ো নধৰিলা। যাতো দুইৰো দুই অপকাৰ স্মৰিছে। ৰামো বাক্য নকৰিবাৰ দেখি ঃ দৈৱক মানি ঃ দ্বাৰকাক গৈলা। উগ্ৰসেনাদি জ্ঞাতিসৱো আগবাঢ়ি আসিয়া আদৰ কৰিলা। পুনু নৈমিষাৰণ্যক গৈলা। ঋষিসৱো তাঙ্ক যজ্ঞে যজাইলা। তেঞুয়ো তাৰাক জ্ঞান দিয়া অৱভৃথ স্নান কৰি ঃ চন্দ্ৰ হেন প্ৰকাশিলা। ( শ্লোক ২২—৩৪ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ঊনঅশীতিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি ॥

শ্লোক ঃ বল্বলো নিহতো যেন লীলয়া দ্বিজপ্ৰীতয়ে।

তং প্ৰপদ্যে মহাবীৰ্য্যং ৰামং তীৰ্থ পুনানকম্ ॥

———

# অশীতিতম অধ্যায়

## শ্ৰীদাম ব্ৰাহ্মণৰ আখ্যান

কথা ঃ আশী অধ্যায়ত শ্ৰীকৃষ্ণে শ্ৰীদাম সখিক সৎকাৰ কৰি ঃ গুৰুকুল-বাস কথা কহিবা। ৰাজা পুছন্ত ঃ হে গুৰু ঃ মঞি আৰো শ্ৰীকৃষ্ণৰ চৰিত্ৰ শুনিবে ইচ্ছা কৰো। কোনোমু পুৰুষে কৃষ্ণকথা শুনি ঃ ভাব ৰসক জানি বিৰাম হৈব। যদি বিষয়-সেৱায়ে দুঃখ পায়া থাকে ঃ এতেকে তাকেসে বুলি বাক্য মন কৰ্ণ চক্ষু ঘ্ৰাণ হস্তে অঙ্গ যদি সৰ্ব্বভাৱে বিষ্ণু-বৈষ্ণৱৰ সেৱাত প্ৰবৰ্ত্তে। অন্যথা পুষ্ট সৱে বিফল। এতেকে মোত কৃষ্ণকথা কহা। ( শ্লোক ১—৫ )

শুকে কহন্ত ঃ এমনে ৰাজাৰ প্ৰশ্ন শুনি মহামুনি শুকদেৱে কৃষ্ণত চিত্ত দিয়া ঃ কহিবে লাগিলা। শ্ৰীকৃষ্ণৰ সখি ঃ পৰম পণ্ডিত এক ব্ৰাহ্মণ আছিলা। তেঞ্ৰ বিষয়ত বিৰক্ত হয়াছা ঃ যাতো ইন্দ্ৰিয়ক জিনিছা। যদৃচ্ছা লাভে প্ৰাণ প্ৰবৰ্ত্তান্ত। তান ভাৰ্য্যা মহা পতিব্ৰতা ঃ যি অন্ন মিলে তাক স্বামীক দিয়া ঃ আপুনি উপৱাসে ৰহন্ত ঃ তথাপি স্বামীৰ ভোগ ইচ্ছা কৰন্ত। এতেকে একদিনা ম্লানমুখে কম্পমান হয়া অঞ্জলি কৰি স্বামীক বোলন্ত ঃ হে স্বামী ঃ তুমাৰ সখি সাক্ষাতে লক্ষ্মীপতি শ্ৰীকৃষ্ণ ঃ ভক্তবৎসল ঃ ব্ৰাহ্মণপ্ৰিয়, দ্বাৰকাত আছন্ত। ভোজ ঃ বৃষ্ণি ঃ অন্ধক বংশৰ অধিপতি ঃ সাধুলোকৰো আশ্ৰয় ঃ এতেকে তুমি তান ঠাই যাৱা। তেৱে তুমাৰ দুঃখ দেখি বিস্তৰ ধন দিব। যাতো তান পাদপদ্ম স্মৰন্তা জনক আপুনাকো দেন্ত। অৰ্থ কাম দিবো ঃ তাক কি বুলিবো। হেন শুনি ব্ৰাহ্মণে কৃষ্ণ-দৰশনক ভাল মানি ঃ যাইবাক মন কৰি.

বোলন্ত : হে কল্যাণী : গৃহত কি উপায়ন আছে, তাক বিচাৰ কৰি দিয়া। হেন শুনি ব্ৰাহ্মণী চাৰি ঘৰ ব্ৰাহ্মণত চাৰি মুষ্টি চাউল-চিড়া ভিক্ষা কৰি আনি : কানিৰ টোপালি বান্ধি : কৃষ্ণক প্ৰতি স্বামীৰ হস্তত উপায়ন দিলা। ব্ৰাহ্মণো তাক লৈয়া দ্বাৰকাক লৰি গৈলা। কেমনে মোৰ কৃষ্ণ-দৰশন হৈব বুলি মনত চিন্তিলা। ( শ্লোক ৬—১৫ )

তাত তিনিখন ৰক্ষাৰ্থ সৈন্য থান এৰাই : তিনিদ্বাৰ পদূলিকো অতিক্ৰমি : কৃষ্ণৰ এক বিচিত্ৰ গৃহত প্ৰবেশিলা। কৃষ্ণো দ্বাৰৰ পৰা ব্ৰাহ্মণক দেখি : তেখনে উঠিয়া আগবাঢ়ি গৈয়া সাবটি ধৰি : হৰিষ লোতক তেজিলা। পাছে খাটত বসুৱাই : চৰণ ধুৱাই : পাদোদক শিৰত লৈলা। দিব্যগন্ধ-চন্দন দিয়া : ধূপ-দীপ-তাম্বুল নিবেদি কুশল পুছিলা। শৈব্যা দেবীয়ো শুক্ল চামৰে-বিঞ্চিলা। অন্তেষপুৰৰ লোকসৱে মগনীয়া কুৎসিত ব্ৰাহ্মণক কৃষ্ণৰ সৎকাৰ দেখি : বিস্ময় হৈলা। ( শ্লোক—১৬—২৬ )

পাছে শ্ৰীকৃষ্ণে : সখিৰ হস্তত ধৰি : পূৰ্ব্বকথা কহন্ত। হে সখি : তুমি শাস্ত্ৰ জানি গুৰুদক্ষিণা দিয়া সদৃশী কন্যা বিবাহ কৰিলা। তুমি জানো ধনৰ প্ৰীতি নকৰা : যাতো কামে চিত্তক বিঘাত নকৰে : তথাপি সাধুসৱে বিষয়-বাসনা এৰি : লোক সংগ্ৰহৰ অৰ্থে : কৰ্ম্ম কৰে। আমাৰ গুৰুকুলত নিবাসক তুমি স্মৰা : যাত হন্তে পুৰুষে জ্ঞান পায়া সংসাৰৰ পাৰ পাৱে। এতেকে জন্মদাতা পিতৃক আদ্যগুৰু বুলি : যাত হন্তে ব্ৰাহ্মণৰ উপনয়ন বেদাধ্যয়ন হৱে : তাক দ্বিতীয় গুৰু বুলি। যাত হন্তে ভক্তিজ্ঞান পাৱে তাক তৃতীয় গুৰু বুলি পূজা কৰিবে লাগে। যাতো ইজন সাক্ষাতে মঞি। এতেকে যি ভক্ত গুৰুৰ উপদেশ লৈয়া : সংসাৰৰ পাৰ হয়ে : তাক অৰ্থকোবিদ বুলি। ময়ো গুৰু-শুশ্ৰূষাত যেমনে তুষ্ট হঞু চাৰি আশ্ৰম ধৰ্ম্মেয়ো তেমনে তুষ্ট নহো। আমাৰ যে অযত্নে গুৰুসেৱা হৈল : তাক তুমি সুমৰা। কদাচিত্ত গুৰুপত্নী আমাক খৰি আনিবে নিয়োজিলা : আমিয়ো মহাঅৰণ্য গৈয়া খৰিৰ বোজা লৈয়া : গৃহকু আসিতে : সেই বেলা মহাবাত-বৃষ্টি হৈল। ( শ্লোক ২৭—৩৬ )

আমিয়ো মাথাত খৰিৰ বোজা ধৰি : বাত-বৃষ্টিয়ে মহাপীড়া পায়া : দিশ-বিদিশ নজানি : অন্যে অন্যে হন্তে ধৰি : সেইমতে আছিলো। পাছে প্ৰভাত হৈলে : গুৰু আক্ষেপে বিচাৰিবে যায়া : আতুৰ দেখি কৃপায়ে বুলিলা। হে পুত্ৰসৱ : তোৰা আমাৰ অৰ্থে : মহা দুঃখ পাইলা। যাতো দেহক অনাদৰিয়ো মোৰ কৰ্ম্ম কৰিলা। শিষ্যসৱৰো গুৰুসেৱা এইমানে মাত্ৰ।

যেন তোৰা দেহক নচাইলা ঃ তেমনে সৰ্ব্বসাধন দেহকো অৰ্পিব। তোৰাত মঞি তুষ্ট হৈলো। মনোবাঞ্ছায়ো তুষ্ট হৌক। সকল শাস্ত্ৰো জানা। এমন অনেক কৰ্ম্ম গুৰুগৃহত থাকিতে আমাৰ তুমি সুমৰা। যাতো গুৰুৰ কৃপায়ে পুৰুষৰ অল্পকালতে সিদ্ধি হয়। ব্ৰাহ্মণে বোলন্ত ঃ হে দেৱ দেৱ ঃ জগৎপতি ঃ আমাৰ কুনোখানি নতো সিজে ঃ যাতো তুমি সত্যকাম সমে ঃ গুৰুগৃহত নিবাস হয়া আছিল। যাৰ বেদময় দেহ সকল পুৰুষাৰ্থৰ কাৰণ। হেন তুমিয়ো গুৰুগৃহত নিবাস কৰিলা। ই অত্যন্ত বিড়ম্বন।

( শ্লোক ৩৭ — ৪৫ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে অশীতিতমোঽধ্যায়ঃ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ যো দৰিদ্ৰং মহামিত্ৰং বিপ্ৰং ক্ষিপ্ৰং সমৰ্চ্চয়ৎ।
তং ব্ৰহ্মণ্যং শৰণ্যঞ্চ কৰুণং কৃষ্ণমাশ্ৰয়ে॥

---

# একঅশীতিতম অধ্যায়

## ব্ৰাহ্মণৰ সমৃদ্ধি

কথা ঃ একআশী অধ্যায়ে ভগৱন্ত ব্ৰাহ্মণৰ চাউল-চিৰা খায়া মহা সম্পত্তি পাইবা। শুকে কহন্ত ঃ এমনে শ্ৰীকৃষ্ণ ব্ৰাহ্মণসমে কথা কহি ঃ হাস্য-বদনে বুলিবে লাগিলা। হে সখি ঃ তুমি গৃহৰ পৰা মোক লাগি কি সন্দেশ আনিছা। ভক্তৰ দিয়া অল্প বস্তুয়ো মোৰ বিস্তৰ হয়। অভক্তৰ দিয়া বিস্তৰ দ্ৰব্যয়ো মোৰ প্ৰীতি নহৰে। এতেকে ভক্তে দত্ত পত্ৰ ঃ পুষ্প ঃ ফল ঃ জলকো মঞি ভোজন কৰো। এতেকে বুলিলেয়ো ব্ৰাহ্মণে লজ্জায়ে অধোমুখ হয়া ঃ

লক্ষ্মীপতি ভগৱন্তক ঃ চাউল-চিৰা নেদিলা। তাক সৰ্ব্বসাক্ষী ভগৱন্তে মনত গুণন্ত। ই ব্ৰাহ্মণ সম্পত্তি ইছাই পূৰ্ব্বত মোক নতো ভজে। কিন্তু পতিব্ৰতা ভাৰ্য্যাৰ প্ৰীতি কৰিতেসে মোৰ ঠাই আসিছা। এতেকে আক দেৱৰ দুৰ্ল্লভ সম্পত্তি দিবো। এই চিন্তি ব্ৰাহ্মণৰ কানিৰ টোপলাৰ পৰা ইকি বুলি চাউল-চিৰা আনি বোলন্ত ঃ হে সখি ঃ মোৰ পৰম প্ৰিয়তম বস্তু আনিছা। যাতো এই চাউল-চিবায়ে বিশ্বাত্মা মোক তৃপিতি কৰাইবেক। এই বুলি এক মুষ্টি খাইলা। আউৰ মুষ্টিকো হাতে ধৰিলা ঃ তাৰে লক্ষ্মী হাতত ধৰি বোলন্ত ঃ হে প্ৰভু ঃ এক মুষ্টি ভোজনে ব্ৰাহ্মণৰ ইহ-পৰলোকৰ সৰ্ব্ব সম্পত্তি হৈব। যাক দেখি তুমি তুষ্ট হৈবা। দুই মুষ্টি ভোজন কৰিলে পুনু ব্ৰাহ্মণে মোক অধীন কৰিব। ( শ্লোক ১—১১ )

ব্ৰাহ্মণো ভগৱন্তৰ গৃহত ভোজন কৰি মহাসুখে ৰাত্ৰি বঞ্চি ঃ প্ৰভাত হৈলে আপুনি কৃষ্ণত কিছো নুখুজিলা। তথাপি কৃষ্ণ-দৰশনে আনন্দিত হয়া ঃ অনুজ্ঞা লৈয়া লৰি গৈলা। পথত মনত গুণন্ত ঃ অহো ব্ৰহ্মণ্যদেৱ ভগৱন্তৰ ব্ৰাহ্মণত ভক্তি মঞি আজিসে দেখিলো। যাতো লক্ষ্মীধৰ ভগৱন্তো মঞি মহা-দৰিদ্ৰকো আলিঙ্গি ধৰিলা। লক্ষ্মীৰ খাটত বসুৱাইলা। মহিষীৰ হস্তেয়ো চামৰে বিঞ্চাইলা। আপুনিয়ো শুশ্ৰূষা কৰিলা। তথাপি ধন নেদিবাৰ কাৰণ আপুনি গুণন্ত। যদি তান চৰণ-সেৱায়ে সৰ্ব্ব পুৰুষাৰ্থৰ কাৰণ ঃ তথাপি দৰিদ্ৰে ধন পাইলে ঃ মহামদে মত্ত হয়া মোক পাসৰিব বুলি ঃ অল্প ধনো নেদিলা। ( শ্লোক ১২—২০ )

এই চিন্তিতে ব্ৰাহ্মণ আপুনাৰ গৃহৰ সমীপ পাইলা। দেখন্ত ঃ চন্দ্ৰ-সূৰ্য্য সম বিমানসৱে আৱৰি আছে। বিচিত্ৰ উপবন-উদ্যান-পুষ্কৰিণিসৱ প্ৰকাশ কৰে। অলঙ্কৃত স্ত্ৰী-পুৰুষসৱো শোভা কৰে। হেন দেখি ব্ৰাহ্মণে গুণন্ত ঃ ই কি ঃ কাৰ স্থান ঃ কিসক বা এমন হৈলা। এতেকতে দেৱ সম নৰ-নাৰীসৱ গীত-নৃত্য-বাদ্যে আগবাঢ়ি আসিল। ব্ৰাহ্মণীয়ো স্বামী আসিবাৰ কথা শুনি ঃ পৰম আনন্দে লক্ষ্মী হেন বাহিৰাই আসি ঃ পৰম প্ৰেমে পতিক প্ৰণাম কৰিলা। তেৱে দুয়োজন নিজগৃহত প্ৰৱেশিলা। যাত মণিময় সাত স্তম্ভ আছে ঃ হস্তী-দন্তৰ খট্টাসৱ হংসতুলি সমে প্ৰকাশ কৰে। ৰত্ন দণ্ডযুক্ত শুক্ল চামৰসৱ আছে। সুৱৰ্ণৰ আসন ঃ বিচিত্ৰ চন্দ্ৰতাপ ঃ স্ফটিকৰ বাৰসৱো শোভা কৰে।

( শ্লোক ২১—৩১ )

হেন অদ্ভুত সম্পত্তি দেখি ব্ৰাহ্মণে মনে গুণন্ত : শ্ৰীকৃষ্ণৰ অৱলোকন বিনে : মঞি দৰিদ্ৰৰ ই সম্পত্তি নঘটে। যাতো মহা লক্ষ্মীপতি ভগৱন্ত আপুনাৰ দিয়া : বিস্তৰ সম্পত্তিকো অল্প দেখন্ত। ভকতৰ অল্প ভোজনকো বিস্তৰ মানন্ত। এতেকে লজ্জায়ে হেন আগে কিছো নেদিলন্ত। পাছে মহন্ত সম্পত্তি কৰাইলা। এতেকে মোৰ জন্মে জন্মে তান ভকতি নছাৰোক। বৈষ্ণৱত প্ৰীতি ৰহোক। এমনে ব্ৰাহ্মণ পত্নীসমে : বিষয়-ভোগত হৰিভক্তি নেৰি : কৃষ্ণক চিন্তি দেহ এৰি পৰম গতি পাইলা। এই কথা যি শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰে : সি ভগৱন্তৰ ভক্ত হয়া : কৰ্ম্মবদ্ধ এৰাই পৰম গতি লভিব। ( শ্লোক ৩২—৪১ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে একাশীতিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যো মুদা বুভুজে সখ্যুঃ সাক্ষাৎ পৃথুক-তণ্ডুলং।
তমহং শৰণং যামি ভক্তকামপ্ৰপূৰকম্ ॥

---

# দ্বিঅশীতিতম অধ্যায়

## কুৰুক্ষেত্ৰ যাত্ৰা

কথা : বিৰাশী অধ্যায়ে কুৰুক্ষেত্ৰ যাত্ৰা কহিবা। শুকে কহন্ত : পাছে ৰাম-কৃষ্ণৰ আগত একদিনা দৈৱভক্তসৰে : সৰ্ব্বগ্ৰাস গ্ৰহণৰ কথা কহিবা। তাক শুনি সুচন্দ্ৰ : শুক : সাৰণসমে : অনিৰুদ্ধক নগৰ ৰক্ষাৰ্থে থৈয়া : সকল যদুবংশে কুৰুক্ষেত্ৰক গৈলা : যাত পৰশুৰামে পৃথিবীক নিঃক্ষত্ৰিয় কৰিতে ৰাজাসৱৰ শোণিতে নটা হ্ৰদ কৰি : স্নান-দান-যজ্ঞ কৰিছা। এতেকে ক্ষত্ৰিয়ৰ সি স্থানে সকল পাপ হৰে। সেই মহাতীৰ্থ যাত্ৰাত ভাৰতবৰিষবাসী প্ৰজাসৱ আসিল। চতুৰঙ্গ সেনাসমে ৰাজাসৱো আসিলা। ( শ্লোক ১—৮ )

সকল লোকে ৰামৰ হ্রদত স্নান কৰি ঃ তীর্থ-উপবাস দিয়া ঃ কৃষ্ণত ভকতি হৌক বুলি ব্রাহ্মণক অনেক দান দিলা। ব্রহ্মভোজ কৰাইলা। পাছে তাৰাত অনুজ্ঞা লৈয়া ঃ ভোজন কৰি ঃ বৃক্ষৰ ছায়াত বসিলা। তাতে অন্যে অন্যে সুহৃদ ৰাজাসৱ দেখিলা। তাৰ নাম শুনা ঃ কৌৰৱ ঃ পাণ্ডৱ ঃ পুৰুজিত ঃ নগ্নজিত ঃ দ্রুপদ ঃ শৈব্য ঃ ধৃষ্টকেতু ঃ কাশীৰাজ ঃ দমঘোষ ঃ বিশালাক্ষ ঃ মৈথিল ঃ যুধামন্যু ঃ সুশর্ম্মা ঃ মৎস্য ঃ উশীনৰ ঃ কৌশল্য ঃ বিদর্ভ ঃ কুৰু ঃ সৃঞ্জয় ঃ কম্বোজ ঃ কৈকয় ঃ মদ্র ঃ কুন্তি ঃ অৱন্তি ঃ কেৰল। আনো আত্মপক্ষ-পৰপক্ষ অনেক দেখি ঃ পৰম আনন্দে আলিঙ্গি ধৰিল। কনিষ্ঠসৱে বৃদ্ধক প্রণাম কৰি ঃ সৱাৰে সৱে কুশল পুছিলা। অনন্তৰে সৱে কৃষ্ণকথা কহিবে লাগিলা। প্রথমে কুন্তী ভাতৃ ভাতৃ-পত্নী ভগিনীসৱ শ্রীকৃষ্ণক দেখি ঃ কান্দিয়া বসুদেৱক বোলন্ত। ( শ্লোক ৯—১৭ )

হে ভাতৃ ঃ মঞি আপুনাক অভাগী কৰি মানো। যাতো আমাৰ এতেক আপদতো বার্ত্তা নলৱা। যাৰ দেৱ প্রতিকূল হৈল তাক সুহৃদ সম্বন্ধিসৱো নুসুমৰে। এতেকে তুমাৰ আমি কি দোষ দিবো। বসুদেৱে বোলন্ত ঃ হে মাতৃ ঃ তুমি আমাক অসূয়া নকৰিবা। যাতো সকললোক ঈশ্বৰৰ অধীন। এতেকে আমি কংসভয়ে নানা থানক গৈছিলো। আৱেসে এক হৈয়াছি। ৰাম-কৃষ্ণ প্রমুখ্যে সকল যদুবংশে কৌৰৱ-পাণ্ডৱ ৰাজাসৱকো পুষ্প-চন্দন-বস্ত্র-অলঙ্কাৰে অর্চ্চা কৰিলা। তাৰায়ো কৃষ্ণদৰশনে আনন্দিত হয়া ঃ যদুবংশক প্রশংসিবে লাগিল। হে যাদৱসৱ ঃ মনুষ্যৰ মধ্যত তোৰাৰেসে জন্ম সফল ঃ যাতো শ্রীকৃষ্ণক নিতে দেখা। যাক যোগীসৱে দেখিবে নপাৱে। যাৰ কীর্ত্তিয়ে জগতক পৱিত্র কৰে ঃ পাদোদকে সর্ব্বপাপ হৰে। বাক্যৰূপ বেদেয়ো সৱাকে শুদ্ধি কৰে। যাৰ পাদপদ্মৰ পৰশে ঃ পৃথিবীয়ো আমাৰ সকল কাম পূৰে। তান লগত তোৰা নিত্যে দৰশন-পৰশন-শয়ন-ভোজন কৰা। এতেকে তোৰাৰ নৰকৰ দ্বাৰক গৃহতে থাকিতেয়ো পৰম সুখ পাইলা।

( শ্লোক ১৮—৩০ )

পাছে গোপগণ সমে নন্দ ঃ যদুবংশ আসিবাৰ শুনি ঃ শকটত চৰি ঃ তথাকে গৈলা। যদুবংশো নন্দক দেখি পৰম আনন্দে উঠিয়া সাবটি ধৰি ঃ সাদৰ কৰিলা। বসুদেৱো নন্দক আলিঙ্গি ধৰি ঃ কংসকৃত দুঃখক সুমৰি ঃ প্রেমে বিহ্বল হৈলা। ৰাম-কৃষ্ণো নন্দ-যশোদাক প্রণাম কৰি ঃ প্রেমাকুল হয়া ঃ কিছো বুলিবে নপাৰিলা। তাৰায়ো দুয়ো ভাইক সাবটি ধৰি শোক

তেজিলা। দৈৱকীয়ো অতি স্নেহত যশোদাক সাবটি ধৰি: তান উপকাৰসৱ সুমৰি: গদ গদ বাক্যে বুলিবে লাগিলা। হে ব্ৰজেশ্বৰী: তুমাৰ মৈত্ৰীক কুনেহু পাসৰিব। ইন্দ্ৰৰ ঐশ্বৰ্য্য পায়ো যাৰ প্ৰত্যুপকাৰ কৰিতে নপাৰি। যাতো আমাৰ দুই পুত্ৰক: ভৰণ-পোষণ কৰি প্ৰতিপালন কৰিছিলা। ই যুক্তো হয়। যাতো সন্তৰ স্ব-পৰ ভেদ নাই। ( শ্লোক ৩১—৩৮ )

শুকে কহন্ত: গোপীসৱো চিৰকালে: প্ৰিয়তম কৃষ্ণক লাগ পায়া চক্ষুদ্বাৰে হৃদয়ত ধৰিলা। ভগৱন্তো তাৰাৰ ভকতি দেখি: ৰহস্য স্থানত আলিঙ্গি ধৰি: কুশল পুছিবে লাগিলা। হে সখিসৱ: আমাৰ জ্ঞাতি-কুটুম্বৰ অৰ্থে শত্ৰুসৱ বধিতে বিলম্ব হৈল। তাত তোৰা অকৃতজ্ঞ বুলি অৱজ্ঞা কৰা নিকি। যেন বায়ু মেঘাদিক একত্ৰ কৰে: বিয়োগ কৰে: তেমনে প্ৰাণীসৱক ভগৱন্তে সংযোগ-বিয়োগ কৰন্ত। মোৰ সামান্য ভক্তিয়ো: লোকৰ মোক্ষ সাধে। তোৰা যে প্ৰেম-ভকতি কৰিলা: আত মোৰ বৰ আনন্দ হৈল। যাতো সি ভক্তি মোক সাক্ষাতে পাৱে। মঞিসে সকল লোকৰে আদি: অন্ত: মধ্য। এতেকে তোৰা ব্যাপক মোক ভজি কৃতাৰ্থ হৱা। শুকে কহন্ত: এমনে গোপীসৱে শ্ৰীকৃষ্ণৰ শিক্ষা শুনি তান স্মৰণে লিঙ্গদেহ দহি: তাহাঙ্কে পায়া বুলিবে লাগিল। হে কমলনাভ: তুমাৰ পাদপদ্ম আমি বিষয়ীৰো: সদায় মনত উদয় হৌক। যাক অগাধবোধ যোগীসৱো সদায় মনত চিন্তে। সংসাৰ-কূপপতিত জনৰো অৱলম্বন স্থান। ( শ্লোক ৩৯—৪৮ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে দ্বিঅশীতিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক: যঃ কুৰুক্ষেত্ৰযাত্ৰায়াং ননন্দ সুহৃদো বহূন্।
তং প্ৰপদ্যে কৃপাপূৰ্ণং গোপিকাবিৰহাপহম্ ॥

---

# ত্ৰিঅশীতিতম অধ্যায়

## কৃষ্ণপত্নীসৱৰ আত্মবিবাহ-বৰ্ণন

কথা ঃ তেৰাশী অধ্যায়ে পত্নীসৱে দ্ৰৌপদীৰ লগত আপুনাৰ বিবাহ-কথা কহিবা। শুকে কহন্ত ঃ এমনে শ্ৰীকৃষ্ণে গোপীসৱক অনুগ্ৰহ কৰি ঃ যুধিষ্ঠিৰ আদি সুহৃদসৱৰ কুশল পুছিলা। তাৰসৱো কৃষ্ণৰ প্ৰশ্নে সৎকাৰ আনন্দিত হয়া বুলিবে লাগিল। হে ভগৱন্ত ঃ যাৰা মহন্তৰ মুখে তুমাৰ কথা শুনি ঃ তাৰ কৈত অমঙ্গল আছে। যাতো সেই কথায়ে অবিদ্যা দূৰ কৰে। এতেকে আমি দেহ-দৈহিক সম্বন্ধ এৰি ঃ তুমাক প্ৰণাম কৰো। শুকে কহন্ত ঃ এমনে সকল লোকে ঃ কৃষ্ণক স্তুতি-নতি কৰিতে স্ত্ৰীসৱো একত্ৰ হয়া ঃ কৃষ্ণ-কথা কহিবে লাগিল। ( শ্লোক ১—৫ )

তাতে দ্ৰৌপদী পুছন্ত ঃ হে কৃষ্ণপত্নীসৱ ঃ তোৰাক যেমনে শ্ৰীকৃষ্ণে বিবাহ কৰিলা ঃ তাক আমাত কহা। ৰুক্মিণী বোলন্ত ঃ মোক শিশুপালক বিবাহ কৰাইতে ঃ জৰাসন্ধ আদি ৰাজাসৱে ধনু-শৰ ধৰি আছিল। তাত ভগৱন্ত সৱাৰে শিৰত চৰণৰেণু খেপিয়া ঃ যেন সিংহে মেষযূথৰ পৰা আপুনাৰ ভাগ হৰে ঃ তেমনে মোক আনি বিবাহ কৰিলা। হেন লক্ষ্মীনিবাস কৃষ্ণৰ চৰণ মোৰ পূজাৰ অৰ্থে ৰহোক। সত্যভামা বোলন্ত ঃ ভাতৃবধে তাপিত হয়া ঃ মোৰ পিতৃ শ্ৰীকৃষ্ণক কলঙ্ক দিলা। তাক দূৰ কৰিতে ভগৱন্ত জাম্বৱন্তক জিনি মণি আনি দিলা। তাত পিতৃ মহাভয়ে মোক যাচিয়া ঃ শ্ৰীকৃষ্ণক দিলা। জাম্বৱতী বোলন্ত ঃ মোৰ পিতৃ নিজনাথ শ্ৰীৰামক নজানি ঃ সাতাইশ দিন

কৃষ্ণসমে যুজিলা। পাছে পৰীক্ষা পায়া ঃ ঈশ্বৰ জানি চৰণত ধৰি ঃ মণিসমে মোক দাসী কৰি সমৰ্পিলা। ( শ্লোক ৬—১০ )

কালিন্দী বোলন্ত ঃ মঞি তান পদ-ৰসক ইচ্ছাই তপ কৰিবাৰ জানি ঃ অৰ্জ্জুনসমে গৈয়া ঃ ৰথত তুলি আনিলা। সেই মঞি তান গৃহমাৰ্জ্জনী। ভদ্ৰা বোলন্ত ঃ যি ভগৱন্তে মোৰ স্বয়ম্বৰ যায়া ভাতৃসমে ৰাজাগণ জিনি মোক আপুনাৰ পুৰক নিলা। সেই মঞি তান পাদ প্ৰক্ষালন কৰিম। সত্যা বোলন্ত ঃ মহাবলৱন্ত তীক্ষ্ণশৃঙ্গ সাত বৃষভক নিগ্ৰহ কৰি ঃ ৰাজাসৱকো জিনি ঃ বহু যৌতুকসমে ঃ মোক গৃহক নিলা। হেন ভগৱন্তক মঞি সদায়ে সেৱা কৰিম। মিত্ৰবিন্দা বোলন্ত ঃ মোৰ পিতৃ মাতুল-পুত্ৰ শ্ৰীকৃষ্ণক ঃ তান্ত মোৰ চিত্ত জানি যাচিয়া দিলা। হেন মোৰ জন্মে তান পাদ পৰশ হৌক।

( শ্লোক ১১—১৬ )

লক্ষ্মণা বোলন্ত ঃ ময়ো নাৰদ মুখে ঃ অচ্যুতৰ জন্ম-কৰ্ম্ম-গুণ শুনি ঃ লক্ষ্মীয়ো আনক এৰি বৰিবাৰ জানি ঃ তাহান্তে চিত্ত দিলো। তাক জানি মোৰ পিতৃ বৃহৎসেনে ঃ কৃষ্ণক পাইবাক লাগি উপায় কৰিলা। জানা দ্ৰৌপদী ঃ যেন তুমাৰ স্বয়ম্বৰত অৰ্জ্জুনক আশাই মৎস্য কৰিলে ঃ তেমনে মৎস্য কৰিলা। তোঠৈৰ মৎস্য পুনু বাহিৰতেসে ছন্ন ঃ ভিতৰত দেখি ঃ আমাৰ মৎস্য পুনু বাহিৰে ভিতৰে নেদেখি। কিন্তু স্তম্ভৰ মূলত কলসব জলত ছায়া মাত্ৰ দেখি। এতেকে অধক দৃষ্টি উৰ্দ্ধক লক্ষ্য কৰিবে লাগে। তাক শ্ৰীকৃষ্ণত বিনে আনে নাপাৰে। হেন স্বয়ম্বৰ শুনি বৰ বৰ ৰাজাসৱ পিতৃৰ পুৰ আসিল। পিতৃয়ো যথাযোগ্য সৱাকে সাদৰিলা। পাছে তাৰা মৎস্য ছেদিতে ধনু-শৰ ধৰিল। কেয়ো ধৰি এৰিল। কেয়ো গুণ দিবাক নাপাৰিল। কেয়ো কটি পৰ্য্যন্ত টানি পৰিল। কেয়ো গুণ দিল। কতোসৱে শৰ প্ৰহাৰিল। কিন্তু মৎস্যৰ স্থিতি নজানিল। ( শ্লোক ১৭—২৩ )

অৰ্জ্জুনৰ শৰেয়ো চুইল মাত্ৰ ঃ ছেদিবে নাপাৰিল। এমনে ৰাজাসৱে নিবৰ্ত্তিল ঃ ভগৱন্তে লীলায়ে ধনু ধৰি গুণ দিয়া ঃ জলত ছায়া দেখি ঃ শৰ হানি মৎস্য কাটিলা। তেখনে দেৱগণে দুন্দুভি বজাই ঃ পুষ্প বৰষি জয় কৃষ্ণ বুলিলা। মহা আনন্দে ৰঙ্গশালা পশি ঃ কণ্ঠত সুবৰ্ণৰ মালা দিয়া ঃ প্ৰণামি বৰিলো। ( শ্লোক ২৪—২৯ )

তেখনে নানাবিধ বাদ্য-গীত-নৃত্য হৈল। তাক ৰাজাসৱে নসহিল ঃ তাৱে ভগৱন্ত মোক ৰথত তুলি চতুৰ্ভুজ হৈয়া ঃ দুই হস্তে আলিঙ্গি ঃ দুই হস্তে

ধনু-শৰ ধৰি ৰহিলা। দাৰুকো ৰথ ডাকিলা। ৰাজাসৱো পাছতে খেদি গৈল। কতোসৱ আগবাঢ়ি গৈয়া ঃ পন্থত বেঢ়িল। ভগৱন্তে শাৰঙ্গ ধনু টঙ্কাৰি ঃ শৰসৱ হানি ঃ শিৰ-উৰু-বাহু ছেদিলা। ( শ্লোক ৩০—৩৫ )

পাছে আপুনাৰ অলঙ্কৃত নগৰত প্ৰবেশিলা। পিতৃ চতুৰঙ্গ সেনা দাস-দাসী-বস্ত্ৰ-অলঙ্কাৰ আদি নানা দ্ৰব্যসমে অস্ত্ৰসৱ দিলা। আমিসৱে তপস্যা কৰিসে ঃ আত্মাৰাম ভগৱন্তৰ গৃহদাসী হই আছিলো। ষোড়শ সহস্ৰ মহিষীসৱে বোলয় ঃ নৰকাসুৰে দিগ্বিজয়ত ৰাজাসৱ জিনি ঃ আমৰাসৱক এক এক কৰি থৈ আছিল। আমিয়ো সংসাৰ-মোচন কৃষ্ণ-পাদপদ্ম স্মৰিছিলো। তাক জানি ভগৱন্তে নৰকক বধি ঃ পূৰ্ণকাম হুয়ো আমাক বিবাহ কৰিলা। আমি স্বৰ্গ-মৰ্ত্ত্য-পাতালৰ সম্পত্তিক বাঞ্ছা নকৰো। ইহ-পৰলোকৰ সুখক ইচ্ছা নুকৰো। অণিমাদি সিদ্ধি সমে ব্ৰহ্মলোকতো কাম নাই। ব্ৰহ্মালয় মোক্ষসমে বৈকুণ্ঠৰ সালোক্যাদিয়ো নোখোজো। কিন্তু লক্ষ্মীৰ কুচ-কুঙ্কুম গন্ধযুক্ত কৃষ্ণ-পাদৰেণুক মাত্ৰ শিৰে ধৰিবে বাঞ্ছা কৰি। যাক ভক্তিৰ বলে গোপ-গোপীসৱে পায়াছে। ( শ্লোক ৩৬—৪৩ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ত্ৰিঅশীতিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ স্ত্ৰীভ্যঃ স্ত্ৰিয়োঽনুৰাগেন মুদা যস্য যশো জগুঃ।
তং জগদ্বন্দ্যামীশানং বন্দে নন্দপ্ৰিয়ঙ্কৰম্ ॥

---

# চতুৰশীতিতম অধ্যায়

## বসুদেৱৰ যজ্ঞানুষ্ঠান

কথা : চৌৰাশী অধ্যায়ে মুনিগণৰ আগমন : বসুদেৱৰ যজ্ঞ : সুহৃদৰ প্ৰস্থাপন কহিবা। শুকে কহন্ত : এমনে কুন্তী : গান্ধাৰী : দ্ৰৌপদী : সুভদ্ৰা : ৰাজপত্নী : গোপীসৱো : কৃষ্ণপত্নীসৱৰ কৃষ্ণত প্ৰেম-ভকতি শুনি : মহা বিস্ময়ে সজল নয়ন হৈলে। এমনে স্ত্ৰীত স্ত্ৰীয়ে : পুৰুষত পুৰুষে : কৃষ্ণকথা কহিতে : ৰাম-কৃষ্ণক দেখিবে ইচ্ছাই মুনিসৱ আসিলা। তাৰ নাম শুনা। ব্যাস : নাৰদ : চ্যৱন : দেৱল : অসিত : বিশ্বামিত্ৰ : শতানন্দ : ভৰদ্বাজ : গৌতম : পৰশুৰাম : বশিষ্ঠ : গালৱ : ভৃগু : পুলস্তি : কাশ্যপ : অত্ৰি : মাৰ্কণ্ডেয় : বৃহস্পতি : দ্বিত : ত্ৰিত : একত্ৰ : অঙ্গিৰা : অগস্ত্য : যাজ্ঞবল্ক্য : বামদেৱ আদি অনেক মুনিসৱ শিঘ্ৰসমে আসিলা। তাৰাক দেখি : যাদৱ-পাণ্ডৱ : ৰাজাসৱ উঠি প্ৰণাম কৰি অৰ্চ্চা কৰিল। ৰাম-কৃষ্ণো নমস্কাৰ কৰি পাদ্য-অৰ্ঘ্য-আচমনী দিয়া : পুষ্প-চন্দন : ধূপ-দীপ : নৈবেদ্য দিয়া পূজা কৰি : সকল সভাৰ আগতে বুলিবে লাগিলা। ( শ্লোক ১—৮ )

অহো আজিসে আমাৰ সফল জন্ম হৈল। যাতো দেৱৰ দুৰ্লভ তোৰাক দেখিলো। আমি অল্প পুণ্যৰ : তোৰাৰ দৰশন-পৰশন-অৰ্চ্চন-বন্দন-আলাপ কেমনে ঘটিল। দেৱৰ প্ৰতিমা তীৰ্থসৱ চিৰকালে সেৱিলেসে পাপ হৰে। সাধুসৱ পুনু দৰ্শনমাত্ৰ পবিত্ৰ কৰে। ভেদ দৰশি পুৰুষৰ উপাসা কৰিলেয়ো দেৱাদি সকল পাপ নহৰে। সাধুসৱ পুনু দুই দণ্ড সেৱিলে সকল পাপ হৰন্ত। যিজনে দেহত আত্মাবুদ্ধি কৰে : পুত্ৰ-ভাৰ্য্যাক আত্মীয় মানে : প্ৰতিমাক

দেৱতা বোলে : জলকেসে তীৰ্থ দেখে : মহন্তত এতেক বুদ্ধি নকৰে : তাক গৰুতো কৰি অধম জানিবা। (শ্লোক ৯—১৩)

শুকে কহন্ত : হেন শুনি ব্ৰাহ্মণসৱে মোহিত বুদ্ধি হয়া ক্ষণেক মৌনে ৰহিল। পাছে বিচাৰ কৰি : কৃষ্ণৰ বাক্যে লোক সংগ্ৰহ জানি বুলিবে লাগিলা। হে ভগৱন্ত : তুমাৰ মায়ায়ে আমি তত্ত্ববেত্তাসৱো মোহ হৈলো। আপুনি ঈশ্বৰ হুয়ো : নৰ-চেষ্টায়ে গূঢ় হয়া : অনীশ্বৰ হেন আচৰা। অনীশ্বৰ হুয়ো জগতক স্ৰজন-পালন-সংহৰণ কৰা। তথাপি বন্ধ নহৱা। এতেকে তুমাৰ চেষ্টাক কুনে জানিব। বেদ তুমাৰ হৃদয় : যাত ব্ৰাহ্মণসৱে কাৰ্য্য-কাৰণ জগতসমে পৰমেশ্বৰক প্ৰকাশ কৰে। এতেকে ব্ৰাহ্মণকুল তোমাৰ প্ৰকাশৰ স্থান : তুমিয়ো এই নিমিত্তে আপুনাক ব্ৰহ্মণ্যতা দেখাই লোক সংগ্ৰহাৰ্থে : ব্ৰাহ্মণক সৎকাৰ কৰা। আজিসে আমাৰ জন্ম-কৰ্ম্ম-বিদ্যা ব্ৰত-তপস্যা সাফল্য হৈল। যাতো সন্তৰ গতি তুমাক লগ পাইলো। সেই ভগৱন্ত কৃষ্ণ : অকুণ্ঠ মেধা : পৰমাত্মা : তুমাক প্ৰণাম কৰো। যাক কেয়ো জানিবে নাপাৰে। হেন তুমাৰ পাদ-পদ্মক দেখি আমি কৃতাৰ্থ হৈলো। তথাপি আৰ যেমনে স্মৃতি ৰহে তেমনে অনুগ্ৰহ কৰা। যাতো ভক্তিৰ বলে : লিঙ্গদেহ দহি তুমাৰ স্বৰূপ পায়ে : তপাদি কৰি নপায়ে। (শ্লোক ১৪—২৬)

এমনে মুনিসৱে কৃষ্ণত অনুজ্ঞা লৈয়া : আশ্ৰমক যাইবাক মন কৰিলা। তাক বসুদেৱে : প্ৰণাম কৰি চৰণত ধৰি পুছিতে লাগিলা। হে মুনিসৱ : যেমনে কৰ্ম্মে কৰ্ম্মনাশ কৰিব : তাক মোত কহা। হেন শুনি মুনিসৱ মহা বিস্ময় হৈলা। তাত নাৰদে বোলন্ত : হে ঋষিসৱ : বসুদেৱে কৃষ্ণক পুত্ৰ বুলি : আমাত পুছিলা। আত তোৰা আশ্চৰ্য্য নেদেখিবা। যেন তীৰবাসীসৱ : গঙ্গাজল এৰি শুদ্ধিৰ অৰ্থে আন ঠাই যাই : তেমনে সন্নিত হৈলে অনাদৰ কৰি নজানিবা। যাৰ জ্ঞানৰ কুনোমতে নাশ নাই : হেন পৰমেশ্বৰ কৃষ্ণকো সামান্য-সৱে মনুষ্য বুলি মানে। (শ্লোক ২৭—৩৩)

হেন শুনি : মুনিসৱে বসুদেৱক বোলন্ত। হে বসুদেৱ : ন্যায়-অৰ্জ্জিত বিত্তে বিষ্ণুক শ্ৰদ্ধায়ে ভজিব। এই কৰ্ম্মে সকল কৰ্ম্মক নাশ কৰে। চিত্তক শান্ত কৰাৱে। মোক্ষৰো এই সুগম পন্থ : এতেকে বিষ্ণুক যজনেসে পুৰুষৰ কৰ্ত্তব্য। কবিসৱে শাস্ত্ৰ চক্ষুয়ে দেখাইছে। তুমি পুনু সহজে কৃতাৰ্থ : যাতো পৰম ভক্তিয়ে ঈশ্বৰক ভজিছা : এতেকেসে সাক্ষাতে তুমাৰ পুত্ৰ হয়াছন্ত।

(শ্লোক ৩৪—৪১)

হেন শুনি বসুদেৱে ঋত্বিক যজিতে তাৰাকে প্ৰণাম কৰি ঋত্বিজ কৰিলা। তাৰাৱো যজ্ঞে বিধুক যজাইলা। তাত যদুবংশ বস্ত্ৰ-অলঙ্কাৰে মণ্ডিত হুয়া: শোভা কৰিল। তাহান সকল পত্নীসৱো অলকৃত হুয়া: দিব্যবস্ত্ৰ পৰিধান কৰি: যজ্ঞশালা পশিলা। তেখন নানা বাদ্য বজাই: নট-নটীসৱো নৃত্য কৰিল। ভাটসৱে স্তুতি পঢ়িল: গায়কসৱে গীত গাইল। ঋষিসৱো পত্নীসমে: বসুদেৱক অভিষেক কৰিলা। তেঞ্চু তাৰাৰ মধ্যত চন্দ্ৰ হেন প্ৰকাশিলা। ঋত্বিজসৱো বস্ত্ৰ-অলঙ্কাৰে মণ্ডিত হুয়া: প্ৰকাশ কৰিলা। ৰাম-কৃষ্ণো পত্নী-পুত্ৰ-জ্ঞাতিগণ সমে শোভা কৰিলা। ( শ্লোক ৪২—৫১ )

বসুদেৱো যজ্ঞ সাঙ্গ কৰি: ঋত্বিজসৱক দক্ষিণা দিয়া: পত্নীসমে অৱভৃথ স্নান কৰিলা। পাছে সকল লোকক ভোজন কৰাই যথাযোগ্য বস্ত্ৰ-অলঙ্কাৰ দিলা। তাৰাসৱো যজ্ঞক প্ৰশংসা কৰি: গৃহক গৈলা। ঋষিসৱো কৃষ্ণত অনুজ্ঞা লৈয়া: আশ্ৰমক গৈলা। নন্দাদি গোপসৱো: যদুবংশৰ মহাপূজা পায়া স্নেহত তথায়ে ৰহিলা। ( শ্লোক ৫২—৫৯ )

বসুদেৱো মনোবাঞ্ছা সাগৰ তৰি পৰম আনন্দে নন্দক হাতত ধৰি: বুলিবে লাগিলা। হে ভাই নন্দ: মনুষ্যৰ স্নেহ-পাশ ঈশ্বৰে কৰিছা। তাক মঞিও দুস্ত্যজ মানো। আমৰাসৱত তুমি যি বিফল মৈত্ৰী কৰিলা: সি কদাচিতো নুগুচে। আমি পূৰ্ব্বত অসমৰ্থ পদে: তুমাৰ হিত নকৰিলো। আৱে শ্ৰীমদে অন্ধ হুয়া: আগতে নেদেখো। এতেকে শ্ৰেয়াৰ্থী পুৰুষৰ ৰাজ্যশ্ৰী নহৌক। যাতো সম্পত্তিয়ে অন্ধ হুয়া জ্ঞাতি-কুটুম্বক নেদেখো। এমনে বসুদেৱে নন্দৰ উপকাৰ সুমৰি কান্দিবে লাগিলা। নন্দো ৰাম-কৃষ্ণৰ প্ৰীতি কৰিতে কতোদিন ৰহিলা। আজি-কালি কৰি তিনিমাস গয়াইলা। পাছে বসুদেৱ: উগ্ৰসেন: ৰাম-কৃষ্ণ: অক্ৰূৰ-উদ্ধৱাদি সৱো: প্ৰত্যেকে অনেক অমূল্য বস্ত্ৰ-অলঙ্কাৰসৱো গাৱে গাৱে দিলা। তাক লৈয়া কৃষ্ণ-চৰণ চিন্তিয়া গৃহক গৈলা। পাছে যদুবংশে বাৰিষা কাল হুইবাৰ দেখি: দ্বাৰকাক আসিলা। লোকসৱতো উধাৰ মহোৎসৱ কহিলা। ( শ্লোক ৬৮—৭১ )

॥ শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে চতুৰশীতিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোকে হৰি বোল হৰি।

শ্লোক: যো [illegible] সতো বিপ্ৰানমানিৎ।
[illegible] সততং তস্মৈ শ্ৰীহৰয়ে নমঃ ॥

# পঞ্চঅশীতিতম অধ্যায়

## ৰাম-কৃষ্ণৰ দ্বাৰা দেৱকীৰ মৃতপুত্ৰ আনয়ন

কথা : পঞ্চাশী অধ্যায়ে শ্ৰীকৃষ্ণে স্তুতি শুনি পিতৃক জ্ঞান : মাতৃক মৃত-পুত্ৰ দিব। শুকে কহন্ত : পাছে একদিনা ৰাম-কৃষ্ণে আসি : বসুদেৱক প্ৰণাম কৰিলা। তেঞ্ও অভিনন্দা কৰি : ঋষিসৱক বচন সুমৰি দুইকো ঈশ্বৰ জানি : স্তুতি আৰম্ভিলা। হে কৃষ্ণ : মহাযোগী : হে শঙ্কৰ্ষণ : সনাতন : জগত-কাৰণ : যি প্ৰকৃতি-পুৰুষ তাৰো ঈশ্বৰ বুলি তোৰাক জানিলো। এতেকে সমস্ত কাৰ্য্য-কাৰণ জগত তুমাত কল্পি। পৰমাৰ্থত নঘটে। তাক নজানিসে লোকসৱ সংসাৰত ফুৰে। এতেকে দুৰ্লভ মনুষ্য শৰীৰ পায়া : যি তুমাক নভজে : তাৰ জন্ম বিফলে গৈল। তোৰা দুয়ো মোৰ পুত্ৰ নহৱা। কিন্তু প্ৰকৃতি-পুৰুষৰ ঈশ্বৰ ভূভাৰ হৰিবেসে গৃহত জাত হয়াছা। হেন তুমাৰ পাদ-পদ্মত মঞি শৰণ পশিলো। যাত প্ৰসন্ন হৈলে সংসাৰৰ ভয় দূৰ হয়ে। এইমানে বিষয়-ভোগে মোৰ সীমা পৰিল। যাত হন্তে মৰ্ত্ত্য-দেহতো আত্মবুদ্ধি হৈল। তুমি পৰমেশ্বৰতো পুত্ৰবুদ্ধি কৰিলা। (শ্লোক ১—২০)

শুকে কহন্ত : এমনে পিতৃৰ বাক্য শুনি জগতৰ ঈশ্বৰে হাস্য কৰি মধুৰ বচনে বুলিবে লাগিলা। হে পিতৃ তুমি ভাল বাক্য বুলিলা। যাক পুত্ৰক উদ্দেশ্যে পৰম তত্ত্ব কহিলা। এমনে চৰাচৰ জগতকো আমি বুলি জানিবা। যাতো একে আত্মা : কাষ্ঠত অগ্নি যেন নানাৰূপে প্ৰকাশ হয়া। (শ্লোক ২১—২৫)

শুকে কহন্ত : এমনে বসুদেৱে কৃষ্ণৰ বাক্য শুনি : নানা বুদ্ধি এৰি প্ৰীতি

একদিনা ৰামে অৰ্জ্জুনক নিমন্ত্ৰণ কৰি গৃহক আনি ভোজন কৰাইলা। [illegible] অৰ্জ্জুনে দিব্য কন্যা দেখি প্ৰফুল্ল নয়নে চাইলা; কামভাৱে মন [illegible]। সুভদ্ৰায়ো [illegible]পুৰুষ পৰম সুন্দৰ ৰূপ দেখি হাস্য অৱলোকনে [illegible] কৰিলা। অৰ্জ্জুনো তাকে [illegible] কৰি মনে মোহিত [illegible] সংকাৰেয়ো আনন্দ নপাইলা। (শ্লোক ১—৮)

পাছে বন্ধুৰ-দৈৱকীয়ো শ্ৰীকৃষ্ণতো অনুমতি লৈয়া দেৱযাত্ৰাতো দুৰ্গৰ পৰা বাহিৰ হৈলে [illegible] হৰি নিলা। পাছে আপুনাৰ ৰথত চৰি ধনু-শৰ ধৰি [illegible] বেড়ি [illegible] পৈলা। তাক দেখি জ্ঞাতিসৱে [illegible] অৰ্জ্জুনে কন্যা নেই বুলি আহ্বান কৰিলা। তাক শুনি ৰামে মহাক্ৰোধ কৰি লাঙ্গল ধৰিলা। কৃষ্ণে চৰণত ধৰি ৰাখিলা। সুহৃদসৱে সান্ত্বনা কৰিলা। তেৱে বলভদ্ৰে বৰ-কন্যাক অনেক যৌতুক দিলা। (শ্লোক [illegible]—১২)

শ্ৰীকৃষ্ণৰ ভক্ত শ্ৰুতদেৱ নাম ব্ৰাহ্মণ মৈথিলৰ নগৰত থাকন্ত। তেওঁ কৃষ্ণৰ ভক্তিয়ে পূৰ্ণ হয়া বিষয়-লম্পট নহন্ত। গৃহাশ্ৰমী হয়ো অৰ্থক [illegible] নকৰন্ত। তথাপি দেহনিৰ্ব্বাহ পৰ্য্যন্ত আপুনি মিলে। তাত তুষ্ট হয়া নিজ ধৰ্ম্মত প্ৰবৰ্ত্তন্ত। সি ৰাজ্যৰ ৰাজায়ো জনকৰ গোষ্ঠী বহুলাশ্ব নাম নিৰহঙ্কাৰী বিষ্ণুভক্ত দুইয়ো শ্ৰীকৃষ্ণৰ প্ৰিয়। এতেকে দুইতো প্ৰসন্ন হয়া ভগৱন্ত ঋষিগণ সমে ৰথত চৰি বিদেহ নগৰক পৈলা। (শ্লোক ১৩—২১)

পন্থত দেশবাসী লোকসৱে নানা উপায়ন বস্তু দিয়া উপাসা কৰিল। কৃষ্ণৰ মুখপদ্মক চক্ষুদ্বাৰে পান কৰিয়ো তৃপিতি নহৈল। ভগৱন্তে তাৰাক তত্ত্বজ্ঞান সমে অভয় দিলা। তাৰাৰ মুখে নিজযশ শুনি বিদেহ নগৰ পাইলা। সি নগৰীয়াসৱে কৃষ্ণ আসিবাৰ কথা শুনি অনেক উপায়ন লৈয়া পৰম হৰিষে আগবাঢ়ি আসি মুনিগণ সমে শ্ৰীকৃষ্ণ গৃহক আসিলে দুয়ো একেলগে নিমন্ত্ৰণ কৰিলা। ভগৱন্তো দুইৰ প্ৰীতিৰ অৰ্থে দুইৰূপে দুইৰো গৃহত প্ৰবেশিলা। (শ্লোক ২২—[illegible])

জনক ৰাজা মুনিসকলকে মধুৰ বচনে সন্তোষ কৰাইলা। পাছে শ্ৰীকৃষ্ণৰ চৰণ ৰাজা কোলাত ধৰি মৰ্দ্দন কৰিতে বুলিবে লাগিলা। হে ভগৱন্ত, তুমি সকল [illegible] সাক্ষী; এতেকে তুমাৰ চৰণ আমাৰ চক্ষুৰ গোচৰ হৈল। [illegible] বুলিছা মোৰ একান্ত ভক্ত [illegible] তাই [illegible] ভাৰ্য্যা, ব্ৰহ্মা, পুত্ৰো প্ৰিয়তৰ নহে। তাকে [illegible] এতেকে তুমাৰ [illegible] [illegible] কৰিব [illegible]

শ্রুতদেৱে কৃষ্ণসমে ব্রাহ্মণসৱক একান্ত ভক্তিয়ে আৰাধন কৰি : পৰম গতি পাইলা। মৈথিল ৰাজায়ো কৃষ্ণ উপদেশ পায়া : বৈষ্ণৱ বিপ্ৰক আৰাধিয়া পৰম গতি পাইবা। ভগৱন্তো আপুনাৰ দুই ভক্তক : বেদশাস্ত্ৰ ব্ৰহ্মজ্ঞান বুজি : পুনু দ্বাৰকাক আসিলা। (শ্লোক ৫০—৫৯)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে ষড়শীতিতমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : স্বভক্ত বিজভক্তা সৰ্ব্বধৰ্ম্মাধিকা শুভা।
যেনোক্তা ব্ৰহ্মৰূপা যা বোৰ্ম্মাৰ্গত্বমাশ্ৰয়ে ॥

---

## সপ্তঅশীতিতম অধ্যায়

### বেদ-স্তুতি

কথা : সাতাশী অধ্যায়ে বেদ-স্তুতি কহিবা। ৰাজা পুছন্ত : হে শুক : নিৰ্গুণ ব্ৰহ্মত সগুণ বেদ কেমনে প্ৰবৰ্ত্তে : আক মোত কহা। শুকে কহন্ত : ঈশ্বৰ ভগৱন্তে প্ৰলয়ত লীনোপাধি জীৱসৱৰ ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষাৰ্থে বুদ্ধি-ইন্দ্ৰিয় মন-প্ৰাণ সৃজন্ত। এতেকে বেদে সগুণ ভগৱন্তকে নিৰ্গুণ সৰ্ব্বজ্ঞ : সৰ্ব্বশক্তিধৰ : সৰ্ব্বোপাস্য : সৰ্ব্বনিয়ন্তা : সৰ্ব্বময় কৰ্ম্মফলদাতা : সকল কল্যাণ গুণাশ্ৰয় : সচ্চিদানন্দ কৰি স্তুতি কৰে। তেৱে জীৱে উপাধি এৰি : চিদংশে একত্ৰ হয়। আক যি শ্ৰদ্ধায়ে ধৰে : সি মহাফল পাৱে। আত নাৰায়ণ-নাৰদৰ সম্বাদ কহো : তাক শুনা। একদিনা নাৰদ ঋষি : নাৰায়ণক দেখিবে বদৰিকাশ্ৰমে গৈলা। যি লোকহিতাৰ্থে কল্পপৰ্য্যন্তে তপ কৰিবে আছিলা।

তাত কলাপগ্ৰামবাসী মুনিসৱে আবৃত হুয়া নাৰায়ণৰ শিষ্য ঃ নাৰদো প্ৰণাম কৰি তুমি যি পুছিলা ঃ তাকে পুছিলন্ত। নাৰায়ণো চাৰি সিদ্ধৰ সংবাদ তুলি কহন্ত। ( শ্লোক ১—৮ )

হে নাৰদ ঃ পূৰ্ব্বত জনলোকত ঃ ব্ৰহ্মাৰ সভাত সনকাদি চাৰি সিদ্ধৰ সম্বাদ হৈল। যদি বোলা ঃ তেৱে মঞি কিয় নজানিলো তাত শুনা। তুমি শ্বেতদ্বীপত মোৰ মূৰ্ত্তি অনিৰুদ্ধক দেখিবে গৈছিলা। তাৰায়ো এই প্ৰশ্ন কৰিলা। যদ্যপি তাৰাসৱে সমানে জ্ঞানী হয় ঃ তথাপি কৌতুকে একজনক বক্তা কৰি ঃ তিনিজন শ্ৰোতা হৈলা। তাত সনন্দনে কহন্ত ঃ প্ৰলয়ত ভগৱন্তে ঃ স্বসৃষ্টি জগতক সংহৰি শক্তিগণ সমে শয়ন কৰন্ত। আৰ অন্তত প্ৰথম নিশ্বাসত জাত হুয়া ঃ শ্ৰুতিগণে তান মহিমা কহি বোধ কৰান্ত। যেন মহাৰাজা নিদ্ৰা গৈলে স্তাৱকসৱে উষা সময়ত আসি পৰাক্ৰম কহি বোধ কৰন্ত। ( শ্লোক ৯—১৩ )

তেমনে শ্ৰুতিসৱে বোলয় ঃ হে অজিত জয় জয় ঃ আপুনাৰ মহিমা প্ৰকাশ কৰি সকল জীৱৰে অবিদ্যা হৰা। যদি বোলা ঃ কিসক গুণৱতীক নাশ কৰিম ঃ তাত শুনা ঃ যেন বেশ্যা পুৰুষৰ ধন হৰিতে গুণক ধৰে, তেমনে জীৱৰ আনন্দ দিয়া বৰিবাৰ অৰ্থে ঃ সকল ঐশ্বৰ্য্য পায়াছা। মায়াকো বশ্য কৰিছা। যদি বোলা ঃ তেৱে জীৱেবা ঃ কিসক জ্ঞান-বৈৰাগ্য বলে নাশ নকৰে। তাত শুনা ঃ তুমিসে সকল জীৱৰ জ্ঞানাদি শক্তি বোধ কৰায়া। এতেকে তাৰা স্বতন্ত্ৰ নহে ঃ আত আমাকে প্ৰমাণ লৱা। যেখন তুমি ঃ অখণ্ড ঐশ্বৰ্য্য হুয়ো মায়াসমে ঃ সৃষ্টি আদি কাৰ্য্যত প্ৰবৰ্ত্তা ঃ তেখনে আমি সকল বেদগণে তুমাক প্ৰতিপাদন কৰো। ( শ্লোক ১৪ )

যদি বোলা ঃ কৈত মোক প্ৰতিপাদন কৰি ঃ ইন্দ্ৰ-চন্দ্ৰ-দেৱগণকেসে ঈশ্বৰ বুলি কহা ঃ তাত শুনা। ইন্দ্ৰাদি সকল জগত তুমি ব্ৰহ্ম হন্তে উৎপত্তি হয়। তুমাতে প্ৰলয়ো যায় ঃ তথাপি তোমাৰ নাহি। যেন মৃত্তিকা হন্তে ঃ ঘটাদি উদ্ভৱ নাশ হয় ঃ তেমনে তোমাতো বেদে কহে। এতেকে ঋষিসৱে বাক্যে-মনে তোমাতে প্ৰবৰ্ত্তে ঃ আত দৃষ্টান্ত শুনা। যেন ভূচৰ প্ৰাণীসৱে ঃ শিলা-বৃক্ষ-পৰ্ব্বততো ভৰি দিলেয়ো ঃ পৃথিবীক এৰি নাযায় ঃ তেমনে বেদে আন দেৱতা কহন্তেয়ো সৰ্ব্বকাৰণ তুমাকেসে প্ৰতিপাদন কৰে। ( শ্লোক ১৫ )

আত সৰ্ব্ব আচাৰ্যে প্ৰমাণ দেখাওঁ। এই ত্ৰিগুণ মায়াৰ আকৃতি ঃ বিবেকীসৱে তুমাক সৰ্ব্বকাৰণ জানি তুমাৰ কথামৃত সাগৰক সেৱা কৰি সকল

পাপ-তাপ পৰিত্যাগ কৰে। এই দুই প্ৰকাৰে যি মনুষ্যে তুমাক নভজে: সি অৱশ্যে আত্মঘাতকী হয়া অসূৰ্যা নাম নৰকত পৰে। যদি তুমাক ভজে: তেৱে সফল জীৱন হয়। অন্যথা পুনু ভাতীৰ হেন নিশ্বাস কাঢ়ে। যদি বোলা: অভক্ত জনৰো কামাদি সুখ দেখি, তাত শুনা: তুমি কাৰ্য্য-কাৰণ সকল জগতকে অনুগ্ৰহ কৰিছা। এতেকে জীৱন হেতু: তুমাৰ অনাদৰে বিষয়-ভোগ নঘটে। আৰো অন্নময়: প্ৰাণময়: মনোময়: জ্ঞানময়: ব্ৰহ্মপুচ্ছ এই পাঞ্চকোষতো প্ৰবেশ হয়া: সেই সেই ৰূপে প্ৰকাশ কৰা। তথাপি সেই সেই সমে তুমাৰ সঙ্গ নাঞি। যাতো সৱাতেসে পৰব্ৰহ্ম পুছতেসে স্থিতি হৱা। যেন শাখাক লক্ষ্য কৰি চন্দ্ৰক দেখাৱে। তেমনে শুদ্ধ বুদ্ধ স্বৰূপ জানাইতেসে: পঞ্চকোষত প্ৰবেশ কহে। (শ্লোক ১৬—১৭)

এতেকে কতো যোগীসৱে ঋষিৰ উপদেশে উদৰক অৱলম্বি: মণিপুৰ চক্ৰত তুমাক উপাসা কৰে। কতোসৱে হৃদয়ক অৱলম্বি সূক্ষ্মৰূপকে চিন্তে। তেৱে সুষুম্নাদ্বাৰে তুমাৰ স্বৰূপ পাৱে। যাক পায়া পুনু মৃত্যুৰ মুখ সংসাৰত নপৰে। (শ্লোক ১৮)

যদি বোলা মোৰ উদৰ হৃদয় সম্বন্ধ হৈলে: তেৱে জীৱন কৰি কি বিশেষ হৈলো তাত শুনা: যেন অগ্নি নানা কাষ্ঠত নানাৰূপে প্ৰকাশ কৰা। তুমিয়ো তেমনে স্বসৃষ্ট নানা দেহত প্ৰবেশি নানা ৰূপে প্ৰকাশ কৰা। এতেকে বিনাশী দেহত তুমাৰ স্বৰূপ সত্যসম এক কৰা। তাক নিৰ্ম্মলমতিসৱে জানে: এই হেতু তুমাৰ উপাধিকৃত তাৰতম্য নাই। অখণ্ড ঐশ্বৰ্য্য জীৱৰ উপাস্য হৱা। এতেকে আমি চৰণ ভজনক উপদেশ বোলো। আপুনাৰ কৰ্ম্মে উপাৰ্জ্জিত নানা দেহত প্ৰবৰ্ত্তমান জীৱক সৰ্ব্বশক্তিধৰ তুমাৰ অংশ বুলি কহে। এমনে জীৱৰ স্বৰূপক বিবেকীসৱে বিচাৰ কৰি: অৰ্চ্চন-বন্দন কৰি: পৰম বিশ্বাসে তুমাৰ চৰণ উপাসা কৰে। (শ্লোক ১৯—২০)

যাত হন্তে সংসাৰ দূৰ হৱে। কতোসৱে বোলয়: ভক্তি অল্প সাধন তাক অনুচিত মানি ভক্তিক গৰিষ্ঠ কৰো। হে ভগৱন্ত: বিৰলসৱে তুমাৰ চৰিত্ৰ-অমৃতক শ্ৰৱণ-কীৰ্ত্তন কৰি সকল শ্ৰম দূৰ কৰে। মোক্ষকো ইচ্ছা নকৰে। আনক নকৰিব তাক কি বুলিবো। যাতো সাধুসঙ্গত: তয় কথা মুখে: সৰ্ব্বসিদ্ধ গৃহাদি সুখকো উপেক্ষা কৰিছে। এতেকে তোমাৰ কথামৃত-সাগৰত বিহাৰ কৰিতে ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষকো তৃণ হেন দেখো। (শ্লোক ২১)

হে ভগৱন্ত: ই মনুষ্য শৰীৰ তুমাৰ সেৱাৰ যোগ্য। মৰি পৃথিৱীত লয়

যাই ঃ যি আত্মো প্ৰিয় সুহৃদ হেন প্ৰৱৰ্ত্তে। তুমিয়ো প্ৰিয়আত্মহিত হয়া সম্মুখ হয়াছা। তথাপি অখণ্ড বিষয়-সেৱায়ে তুমাত ৰতি নকৰে। এতেকে আত্মঘাতী হয়া ঃ কুৎচিত শৰীৰ পায়া ঃ মহাভয়ে সংসাৰ ভ্ৰমে। এতেকে লোকে শ্ৰীকৃষ্ণক শ্ৰৱণ-কীৰ্ত্তন-স্মৰণ কৰিব। ( শ্লোক ২২ )

যাতো যোগীসৱে প্ৰাণ-মন-ইন্দ্ৰিয়ক দমি ঃ যোগাভ্যাসে যাক পাৱে ঃ তাক শত্ৰুসৱে বৈৰভাৱে স্মৰণতে পায়া আছে। গোপীসৱো কামভাৱে লভিছে। আমি বেদসৱো সমভাৱে তুমাৰ চৰণ চিন্তি ঃ তাকে পায়া আছি। তুমাৰ স্মৰণৰ এমনে মহিমা। যোগী ঃ কামী ঃ বৈৰী ঃ সমদৰ্শী সৱেয়ো তুমাকে পাৱে। ( শ্লোক ২৩ )

হে পৰমেশ্বৰ ঃ তুমাক জানন পৰম দুষ্কৰ ঃ যাতো তুমি পূৰ্ব্ব সিদ্ধক ঃ ইদানিঁক লোকে কেমনে জানিব। তুমাত হন্তেসে ব্ৰহ্মা জাত হয়াছে। ব্ৰহ্মাৰ পাছতেসে দেৱগণ হয়াছে। এতেকে তুমাৰ লোকৰে অনেক অন্তৰ। প্ৰলয়ত যদি বিস্তৰ অন্তৰ নহয় ঃ তথাপি তাত জ্ঞানসাধন কাৰ্য্য-কাৰণ ঃ দেশ-কাল ঃ শাস্ত্ৰ কিছো নেদেখি। এতেকে তুমাত এক শৰণ লৈয়া ঃ শ্ৰৱণাদি ভক্তিসে সুকৰ। ( শ্লোক ২৪ )

এমন জ্ঞানো সুকৰ নহে। যাতো উপদেশদাতাতো বিস্তৰ ভ্ৰম দেখি। তাক শুনা ঃ বৈশেষিকসৱে অখণ্ড জগতৰ উৎপত্তি কহে। পাতঞ্জলসৱে সন্ত ব্ৰহ্মাৰে জন্ম বোলে। নৈয়ায়িকসৱে সন্ত দুঃখৰে বিনাশ কহে। সাঙ্খ্যমতে আত্মাৰ ভেদ কহে। মীমাংসকসৱে কৰ্ম্মফলক নিত্য বোলে। যদি ত্ৰিগুণময় পুৰুষ হয় ঃ তেৱেসে ঘটে। সি পুনু অজ্ঞানতসে বোলে। তুমি পৰমেশ্বৰত অজ্ঞান নঘটে। ( শ্লোক ২৫ )

এতেকে আমি তুমাৰ নাম লৈয়া ঃ কৈসানিনো মুক্ত হৈবু। যদি বোলা ঃ যেৱে মিথ্যা জগৎ উৎপত্তি নহে ঃ তেৱে পুৰুষৰো ত্ৰিগুণময় নঘটে। জগৎ সত্য হৈলে কেমনে ঘটিব। তাত শুনা ঃ তুমি সত্যৰ প্ৰকাশত পুৰুষৰ পৰা মিথ্যা প্ৰপঞ্চ প্ৰকাশ কৰে ঃ তুমাৰে ৰূপ বুলিসে জ্ঞানীসৱে প্ৰপঞ্চক কহে ঃ পৃথক নকহে। যেন সুৱৰ্ণৰ বিকাৰ কুণ্ডলাদিক লোকে সুৱৰ্ণ বুলি ধৰে। তেমনে তয্ কাৰ্য্য বিশ্বকো তুমি বুলি কহে। ( শ্লোক ২৬ )

যদ্যপি আমি বেদে তুমাৰ জ্ঞানক সাক্ষাতে কহিছো ঃ তথাপি যি তুমাকে সেৱা কৰে ঃ সেইহে মৃত্যুযুক্ত সংসাৰ তৰে। অভক্ত পুনু বেদজৰীয়ে পশুক হেন বন্ধন কৰা। এতেকে তুমাত যি প্ৰীতি কৰিছে সি পুনু আপুনাক পৱিত্ৰ

কৰে। বিমুখসৱে আপুনাকো নাপায়। এতেকে জানিবা হৰিভক্তি বিনে: তপ-জপ-তীর্থ-ব্রত-যাগ-যোগাদিতো মোক্ষ নঘটে। ( শ্লোক ২৭ )

হে ভগৱন্ত: তুমি ইন্দ্রিয়-সম্বন্ধৰহিত হৈলেয়ো: সকল লোকৰে ইন্দ্রিয়ৰ শক্তি ধৰা। এতেকে ব্রহ্মাদি আনৰ পূজ্য হন্তেয়ো: তুমাক সেৱা কৰে, যেন খণ্ড-মণ্ডলপতিসৱে মহাৰাজাক কৰ যোগাৱে। স্থাৱৰ-জঙ্গম জীৱসব জাত হয়। কর্ম্ম অনুসৰ বিনে সম ঈশ্বৰত বিষম ঘটে। ( শ্লোক ২৮—২৯ )

হে নিত্য: যদি অনন্ত নিত্য সর্ব্বগত জীৱসৱ হয়: তেৱে তুমাৰ নিয়ম নঘটে। যদি তুমাত হন্তে জাত হয়: তেৱে ঘটে। যদি বোলা: সেই মক্রি কুন: তাক কহিতেয়ো নপাৰি। যাতো তুমি বচনৰো অগোচৰ: মনৰো অগোচৰ। ( শ্লোক ৩০ )

প্রকৃতি-পুৰুষ দুইৰো উদ্ভৱ নঘটে: যাতো দুইকো বেদে অজ বুলি কহিছে। যেন জল বুদবুদ কেৱল জলে নোহে: কেৱল বাখুয়ো নহে: কিন্তু দুইৰো সংযোগে হৱে: তেমনে কেৱল প্রকৃতি-পুৰুষ হন্তে: জীৱসৱ নহে: কিন্তু দুইৰো সংযোগেসে হৱে। যেন নানা পুষ্পৰ অনেক ৰসে মধুত লীন হয়া থাকে: পৃথক কৰিতে নপাৰি। তথাপি তাৰ ভেদ আছে। তেমনে প্রলয়ত জীৱসৱ: তুমাত লয় যান্তেয়ো অবিদ্যাসমে অন্তৰ আছে। যেৱে গুৰুৰ কৃপায়ে মুক্তি পাৱে। তেৱে জলত জলহেন তুমাতে অত্যন্ত লয় হৱে। ( শ্লোক ৩১ )

এমনে জীৱসৱ মুক্তিবিনে ঈশ্বৰ হন্তে: সৃষ্টি প্রলয় পায়া: সংসাৰত ফুৰে। আক জানি সুবুদ্ধিসৱে তুমাত ভক্তি কৰে। যাত হন্তে সংসাৰৰ ভ্রম দূৰ হৱে। ভক্তজনক কালো ভয় নকৰাৱে: অভক্ত জনৰেসে সংসাৰ কৰাৱে। সিয়ো হৰিভক্তি মনে নিয়মিলেসে হৱে। তাক গুৰুসেৱায়েসে পাৰি। এতেকে পুৰুষে সন্তোক উপাসা কৰোক। আতবিনে আনমতে মনক নিয়া নযায়। যেন বণিজসৱে কর্ণধাৰ বিনে সাগৰৰ পাৰ নপাৱে: তেমনে গুৰুসেৱা বিনে সংসাৰ-তৰণ নযায়। গুৰু-উপদেশে অনায়াসে তৰে। ( শ্লোক ৩২—৩৩ )

এমনে গুৰু-সেৱা কৰি সর্ব্বানন্দময় তুমাক পাইলে: তুচ্ছ বিষয়ত কি কার্য্য আছে। আক নজানি যি স্ত্রীসমে মৈথুন-সুখত প্রবর্ত্তে তাক বিনাশী বিষয়-সুখে কি আনন্দ কৰাইবো। এমনে বিবেকীসৱে বিষয়ত বিৰক্তি কৰি গুৰু-উপদেশে তত্ত্বক জানি সৎসঙ্গ আশায়ে তীর্থক্ষেত্র কৰি ফুৰে: কদাচিতো

বিষয়-সেৱা নকৰে। এমনে উত্তম জনে নকৰিব তাক কি বুলিবো। একবাৰ যি তুমাত মন দিয়াছে ঃ সিয়ো পুৰুষৰ সাৰ হয় ঃ গৃহৰ সেৱা নকৰে।

( শ্লোক ৩৪—৩৫ )

যদি বোলা বেদ কৰ্ম্মপৰ হৈলে ঃ যি উপনিষদসৱে কৰ্ম্ম নকহে ঃ সি বিফল হৈল। যাতো জৈমিনী আচাৰ্য্যে ঃ বেদ কৰ্ম্মপৰ কৰি কহিছে। এতেকে উপনিষদসৱৰো ঃ সেই সেই যুক্ত হয়। বৃত্তিকাৰো যজ্ঞফলকো প্ৰতিপাদনে উপনিষদৰ নিৰাকাৰকো কহিছা। ই মত কদাচিতো নহে। যাতো বেদে কহে ঃ এক অদ্বিতীয় ব্ৰহ্ম বিজ্ঞান আনন্দময় ঃ এতেকে অদ্বিতীয় পৰমানন্দৰ কৰ্ম্মাঙ্গ যুক্ত নহে। এই হেতু তাৰাৰো ই মত নহে। তাতে যদি প্ৰপঞ্চ সত্য হয় ঃ তেৱে ঘটে। এতেকে প্ৰপঞ্চৰ সত্যতা প্ৰশ্ন-উত্তৰে দেখাম্ত ই জগৰ্ত সত্য ঃ যাতো সত্য ব্ৰহ্মত জাত হয়াছে। যেন সুবৰ্ণত জাত কুণ্ডলাদিক সুবৰ্ণ বুলি। যদি ই মনে অভেদ সাধে ঃ তেৱে জাত হয়াছে পদতে ভেদ হৈল। যদি বোলা অভেদ নাসাধো ঃ কিন্তু ভেদকেসে সাধো ঃ তেৱে অভেদ হৈব ইয়ো নঘটে। কুন ঠাই জাত হয়া বস্তু পিতৃ-পুত্ৰাদিত ভেদ দেখিছি। যদি বোলা উৎপন্ন পদে মঞি উপাদানকেসে কহিলো নিমিত্তে নকহো ঃ তাত শুনা ঃ কুসুবাই গুণ উপাদান হন্তেয়ো সপক মিথ্যা দেখি। তাতো যদি বোলা কেৱল গুণমাত্ৰে সৰ্পৰ উপাদান নহে ঃ কিন্তু অজ্ঞানতেসে হয়াছে ঃ তাত শুনা। তেমনে আতো অজ্ঞান বুজিবা। তেৱে একোমতে প্ৰপঞ্চ সত্য নহে। তথাপি যদি বোলা মিথ্যা হৈলে কেমনে কাৰ্য্য কৰে ঃ আৰো উত্তৰ শুনা। কুসু ঠাই তামচকীয়া টকায়ো ক্ৰয়-বিক্ৰয় কৰে। আৰো যদি বোলা ঃ কুনো ঠাই থাকিলেসে ঃ আউৰ ঠাই আৰোপ ভ্ৰম ঘটে ঃ সাঙ্গে নথাকিলে কেমন ঘটেসে হৈবে। তাত শুনা ঃ অণু পৰম্পৰায়ে মিথ্যা ভ্ৰমো প্ৰবৰ্ত্তে ঃ পৰমাৰ্থত নঘটে। যদি বোলা সৱে মিথ্যা হৈলে কিসক বেদে কৰ্ম্মফল কহে ঃ তাত শুনা। কৰ্ম্মজড়সৱক বেদো ভ্ৰম মাত্ৰ কৰাৱে। পৰমাৰ্থত সত্য কৰি নকহে। এতেকে প্ৰপঞ্চক সত্য কৰিতে কিছো সাধক নাই। অসত্যক লাগি ঃ অনেক কহো।

( শ্লোক ৩৬ )

ই বিশ্ব সৃষ্টিৰ পূৰ্ব্বত নাছিল। প্ৰলয়ৰ অন্ততো নুহিবেক ঃ এতেকে মধ্যত মিথ্যা হুয়ো ঃ তুমাত প্ৰকাশ কৰে। আক যি সত্য কৰি কহে ঃ তাক অজ্ঞানী বুলি। যদি বোলা মিথ্যা প্ৰপঞ্চ সমে ঃ জীৱৰ সম্বন্ধ গন্ধো নাই ঃ তেৱে কিয় সংসাৰত ফুৰে। কেনে বা ঈশ্বৰ নিত্য মুক্ত ঃ জীৱ বা কেনে নিত্য

বন্ধ ঃ তেৱে কিসক লাগি বা কৰ্ম্মকাণ্ড বিহিলা ঃ আৰ উত্তৰ শুনা। জীৱ পুৰুষে মায়ায়ে অবিদ্যাক বস্তু কৰি নামানে এতেকে পৰমেশ্বৰত প্ৰকাশ কৰা। ( শ্লোক ৩৭—৩৮ )

হে ভগৱন্ত ঃ যি সন্ন্যাসীসৱে ঃ পুত্ৰ-ভাৰ্য্যা সঙ্গ এৰি মনৰ কাম-বাসনা নেৰে ঃ সি কদাচিতো তুমাক নপাৱে। যেন কণ্ঠত মণি থাকন্তেয়ো পাসৰিলে অপ্ৰাপ্ত হয়। তেমনে হৃদয়ত থাকন্তেয়ো তুমাক নপাৱে। কিন্তু ইহ-পৰলোকে দুঃখ মাত্ৰ পাৱে। যদি বোলা সন্ন্যাসীৰ কিছো কৃত্য নাই ঃ তাত কেনে বৃথা তাপ কৰা। দুয়ো লোকত ভ্ৰষ্ট হৈলে বুলি ঃ তাত শুনা ঃ যি তুমাকে সাক্ষাতে জানে ঃ সি পাপ-পুণ্যৰ ফল সুখ-দুঃখক অনুসন্ধান নকৰে। তেৱে বিধি-নিষেধৰো অধিকাৰ গুচে। মুহি সন্তৰ উপদেশে অনুৱৰ্ত্তে ঃ তুমাৰ কথা শ্ৰৱণ কৰে ঃ সিয়ো গুণ-দোষৰ হাত এৰাৱে। যি যোগৰ ছলে ঃ ইন্দ্ৰিয়ৰ মাত্ৰ প্ৰীতি কৰে ঃ তাৰেসে দুয়ো লোকত দুঃখ নুগুচে। ( শ্লোক ৩৯—৪০ )

হে পৰমেশ্বৰ ভগৱন্ত ঃ তুমাৰ অন্তক ব্ৰহ্মাদিয়ো নপাৱে। তুমিয়ো নপাৱা। যদি বোলা ঃ তেৱে মোৰ কেমনে সৰ্ব্বজ্ঞ সৰ্ব্বশক্তিধৰ ঘটে ঃ তাত শুনা। যাতো তুমাৰ অন্ত নাই ঃ যেন মৎস্য সিংহ নজানিলে সৰ্ব্বজ্ঞ নুগুচে, তেমনে অনন্ত পদে তুমাৰ অন্ত নাই। যেন আকাশত ধূলা উৰায় ঃ তেমনে তুমাতে সপ্তাৱৰণ সমে ঃ কোটি কোটি ব্ৰহ্মাণ্ড একেলগে ফুৰে। এতেকে বেদ-সৱ তাৎপৰ্য্য তুমাত সীমা পৰে ঃ সাক্ষাতে কহিতে নপাৰে। যাতো সগুণৰ গুণৰ অন্ত নাই ঃ নিৰ্গুণকো মনে-বাক্যে নজানে। এতেকে অত নিৰসণ সুখে তুমাত পৰ্য্যৱসান হয়। এতেকে আমৰা জয় জয় কৰি ঃ তুমাৰ পাদপদ্মক ভজো। ( শ্লোক ৪১ )

নাৰায়ণে বোলন্ত ঃ জানা নাৰদ ঃ এমনে ব্ৰহ্মৰ পুত্ৰসৱে বেদস্তুতি কথা শুনি ঃ তিনিয়ো সনন্দক অৰ্চ্চা কৰিলা। ই কথা নিঃশেষে বেদ-পুৰাণৰ তাৎপৰ্য্য ৰহস্য ঃ মহামুনিসৱে উদ্ধাৰ কৰিছে। তুমি আকে শ্ৰদ্ধায়ে ধৰা। শুকে কহন্ত ঃ হেন শুনি নাৰদে কৃতাৰ্থ হৈয়া ঃ শ্ৰুত অৰ্থক মনত চিন্তিলা। কৃষ্ণৰ অৱতাৰ মানি ঃ নাৰায়ণক প্ৰণাম কৰিলা। তান শিষ্যসৱকো নমস্কাৰ কৰি ঃ মোৰ সাক্ষাত পিতৃ ব্যাসৰ ঠাই গৈলা। যাতো মঞি যোনি ব্যৱধান বিনে অগ্নিমথন সময়ত কাষ্ঠত ব্যাসৰ ৰেতঃ পৰিল। তাত হন্তে মঞি জাত হয়াছো। ব্যাসো নাৰদক দেখি ঃ উঠিয়া সৎকাৰ কৰিলা। নাৰদো এই কথা তান্ত কহিলা। ময়ো তুমাৰ প্ৰশ্নত যেমনে নিৰ্গুণ ব্ৰহ্মত মন প্ৰবৰ্ত্তে তাক

কহিলো। সকল বেদৰ স্তুতিৰ অৰ্থক সংক্ষেপে কহন্ত। যি ভগৱন্তৰ জগতৰ সৃষ্টি-স্থিতি-সংহাৰক আলোচনা কৰন্ত। আদি মধ্যতো প্ৰবৰ্ত্তন্ত: প্ৰকৃতি-পুৰুষকো নিয়ম কৰন্ত: বিশ্বক স্ৰজিয়ো প্ৰবেশ হৱন্ত: প্ৰতিপালো কৰন্ত: জীৱকো ভোগ ভুঞ্জান্ত: উপাসক জনকো মোক্ষ দেন্ত: হেন হৰিক সততে ভজা। যাত হন্তে সকল ভয় দূৰ হৱে। যাতো তেঞ্জু স্বৰূপ স্থিতিয়ে মায়াক দূৰ কৰিছা। যাৰ পাদপদ্ম সকল বেদ-শিৰোৰত্নত প্ৰকাশ কৰে। যি কৰ্ম্মীক ভোগ দেন্ত: ভক্তক মোক্ষ কৰান্ত: হেন মাধৱক মঞি প্ৰণাম কৰো।

( শ্লোক ৪২—৫০ )

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে সপ্তঅশীতিতমোঽধ্যায়ঃ ॥

হে সাধুসৱ: ই বেদস্তুতি কথা পৰম গহন। তাত মঞি অল্পমতি: তথাপি শ্ৰীদামোদৰৰ আজ্ঞায়ে: টীকা-ভাষ্য মিশ্ৰ কৰি: সংক্ষেপে কিছো নিবন্ধিলো। সামান্যৰ দুৰ্ব্বোধক ভয়ে বিস্তৰ নেদেখিলো। তোবা পুনু তাক আপুনি জানা। এতেকে আত নিন্দা নুবুলি অনুমোদন কৰিবা। যাতো সাধুসৱৰ এহুয় স্বভাৱ। বিশেষত কৃষ্ণকথা বিনে সংসাৰ তৰিতে আন উপায় নাই। এতেকেসে সাধুসৱে একে কথাকে লোক অনুগ্ৰহাৰ্থে: নানা ৰূপে শ্ৰৱণ-কীৰ্ত্তন কৰে। যাতো পুৰুষৰ এই মানেসে কৰ্ত্তব্য। হে কৃষ্ণ: ভক্তবৎসল ভগৱন্ত: মঞি অধমক দয়া কৰি তুমাৰ কথাৰস দিয়া: যাতো তযু চৰণত শৰণ পশিছো। এতেকে তুমাৰ কথাৰস দিবাক লাগে। বিস্তৰ কি বুলিবো। তুমি আপুনি জানা। তথাপি কাৰ্পণ্য কৰো কৃপা কৰা।

সামাজিকসৱ ডাকি হৰি বোল হৰি।

শ্লোক: যন্নিৰ্গুণং গুণময়াঃ শ্ৰুতয়ঃ স্তুৱন্তি
যস্যাবধিং দিবিসদোঽপি সদা নমন্তি।
তং সৰ্ব্বশক্তিময়মচ্যুতমাদিদেৱং
বন্দে পৰং গুণগণাৰ্ণৱমপ্ৰতৰ্ক্যম্ ॥

---

# অষ্টঅশীতিতম অধ্যায়

## বৃকাসুৰ বধ

কথা ঃ অষ্টাশী অধ্যায়ে বৃকাসুৰ বধ কহিবা। ৰাজা পুছন্ত ঃ হে গুৰুদেৱ ঃ অসুৰ মনুষ্যৰ মধ্যত যি ভোগবৰ্জ্জিত মহেশক ভজে ঃ সি মহাধনৱন্ত হয়। যি সৰ্ব্বভোগযুক্ত লক্ষ্মীপতিক ভজে ঃ সি কিয় অতিআঢ্য নহে। আক মোত কহা। শুকে কহন্ত ঃ জানা ৰাজা ঃ শক্তিযুক্ত মহেশ্বৰ সত্ব ঃ ৰজ ঃ তম ঃ তিনি গুণ আছে। এতেকে তাঙ্ক ভজিয়া গুণময় সম্পত্তিক পাৱে। হৰি সাক্ষাতে নিৰ্গুণ ঃ প্ৰকৃতিত পৰ ঃ সৱাৰে সাক্ষী ঃ এতেকে তাঙ্ক ভজি পুৰুষ নিৰ্গুণ হয়। এই কথা পূৰ্ব্বতে তুমাৰ পিতামহ যুধিষ্ঠিৰে ঃ অশ্বমেধ কৰি ভাগৱত ধৰ্ম্ম শুনিতে শ্ৰীকৃষ্ণত পুছিছা। তেঞুয়ো তুষ্ট হয়া কহিছা ঃ যাতো লোকৰ মোক্ষাৰ্থে যতুকুলত অৱতাৰ ধৰিছা। ( শ্লোক ১—৭ )

ভগৱন্তে বোলন্ত ঃ জানা ৰাজা ঃ যিজনে ধনত আসক্তি কৰে তাৰ নিমিত্তে দুঃখ পাৱে। এতেকে তাৰ অনুগ্ৰহাৰ্থে ধনক হৰো ঃ তেৱে তাক নিৰ্গুণ দেখি ঃ কুটুম্বসৱে পৰিত্যাগ কৰে। সিয়ো ধনৰ উদ্যমত বিৰক্ত হয়া ঃ বিষ্ণুভক্তসমে মিত্ৰ কৰে। তেৱে তাক মঞি ঃ অনুগ্ৰহ কৰো। এতেকে মোক দুৰাৰাধ্য দেখি ঃ আনক ভজে। তেৱে আশুতোষ দেৱ ঃ যাত হন্তে ঃ ৰাজ্যশ্ৰী পায়া মহামদে মত্ত হয়া ঃ দেৱকো পাসৰে। ( শ্লোক ৮—১১ )

শুকে কহন্ত ঃ হৰি-হৰ-ব্ৰহ্মা তিনিয়ো শাপ-বৰ দিবা পাৰা। তাতে ব্ৰহ্মামহেশে সদ্যে শাপ-বৰ দেন্ত। অচ্যুত প্ৰভু তেমন নহন্ত। আত পুৰাতন এক

কথা শুনা ঃ যেমনে মহেশে বৃকাসুৰক বৰ দিয়া আপুনি সঙ্কট পাইলা। শকুনিৰ পুত্ৰ বৃকাসুৰে পন্থত নাৰদক দেখি ঃ ব্ৰহ্মা-বিষ্ণু-মহেশৰ মধ্যত আশুতোষ পুছিলা। নাৰদে বোলন্ত ঃ মহেশক ভজ ঃ তেৱে অল্পতে কাৰ্য্য সিদ্ধ হৈব। যাতো তেঞ্‌ও অল্প গুণতে তুষ্ট হন্ত। অল্প দোষতে ক্ৰোধ কৰন্ত। পূৰ্ব্বত ৰাৱণৰ স্তুতিত তুষ্ট হয়া ঃ অতুল ঐশ্বৰ্য্য দিয়া ঃ কৈলাসক উৎপাতন শঙ্কটো পাইলা। বাণাসুৰকো বৰ দিয়া পুৰ পালন শঙ্কট পাইলা।

( শ্লোক ১২—১৬ )

হেন শুনি অসুৰে কেদাৰতীৰ্থক যায়া ঃ আপুনাৰ মাংসে ঃ অগ্নিমুখ হৰকো হোম কৰি ঃ উপাসা কৰিল। সাতদিন অন্তৰে দেৱক লাগ নাপাই বৈৰাগ্য কৰি শিৰ ছেদিতে উদ্যম হৈলা। হেন দেখি কৃপালু মহেশে হাতত ধৰি বুলিবে লাগিলা। হে বৃক ঃ তঞি বাঞ্ছিত বৰ লো। মঞি জল জল মাত্ৰে তুষ্ট হঞ্‌ও। তঞি কেনে বৃথায়ে দেহক দুঃখ দেহ। হেন শুনি পাপী অসুৰে বোলে ঃ মঞি যাৰ শিৰত হস্ত দেঞ্‌ও ঃ সি তেমনে মৰোক।

( শ্লোক ১৭—২১ )

হেন শুনি মহেশে বিমন হুয়া সৰ্পক দুগ্ধ হেন বৰ দিলা। সিয়ো বৰৰ পৰীক্ষাৰ্থে ঃ মহেশৰ শিৰত হস্ত দিবে খুজিলা। তাক দেখি মহেশে ভয় হয়া লৰ দিলা। সিয়ো পাছে পাছে খেদি গৈল। এমনে স্বৰ্গ ঃ পৃথিবী ঃ পাতালৰ অন্তক পাইলা। তথাপি তাৰ হাত নেৰাই শ্বেতদ্বীপ গৈলা ঃ যাত সাক্ষাতে নাৰায়ণ আছা। তাত ভগৱন্তে মহেশৰ দুঃখ দেখি ঃ ব্ৰহ্মচাৰী বেশ ধৰি ঃ আগবাঢ়ি আসিলা। বৃকাসুৰো তাঙ্ক দেখি প্ৰণাম কৰিল। ভগৱন্তো মধুৰ বচনে বুলিবে লাগিলা। হে শকুনিৰ পুত্ৰ ঃ তঞি অনেক দূৰ আসি মহাশ্ৰান্ত হৈলি ঃ ক্ষণেক বিশ্ৰাম কৰ। যাতো ই দেহ সৰ্ব্ব কাৰ্য্য সাধে। এতেকে আক দুঃখ নেদিবি। যদি তোৰ নিশ্চয় শুনিতে আমি যোগ্য হঞ্‌ও ঃ তেৱে কহ। যাতো লোকে প্ৰিয়জনসমে আলোচিসে কাৰ্য্য কৰে।

( শ্লোক ২২—৩০ )

শুকে কহন্ত ঃ ভগৱন্তৰ মধুৰ বাক্যে সি শ্ৰম এৰি ঃ কহিবে লাগিল। হে ব্ৰহ্মচাৰী ঃ দেখ ঃ মহেশে মোক বৰ দিয়া পলাই ফুৰে। ময়ো বৰ পৰীক্ষাৰ্থে পাছে পাছে খেদো। হেন শুনি ভগৱন্তে বোলয় ঃ হে ৰাজেন্দ্ৰ, আমি মহেশৰ কথাত সঞ্জাত নকৰো ঃ যাতো তেঞ্‌ও দক্ষৰ শাপত পিশাচৰ বৃত্তি হয়াছে। ভূত-প্ৰেতৰ ৰাজা বোলন্ত ঃ তথাপি জগতৰ গুৰু বুলি তান

বাক্যক বিশ্বাস কৰা। তেবে আপুনাৰ শিৰত হাত দিয়া পৰীক্ষা চায়া। তেবে দেখা যদি মহেশৰ বাক্য সত্য নহে ঃ তেবে তাঙ্ক খেদি বধা। এমন পুনু শিক্ষা বাক্য নোবোলা। হেন ভগৱন্তৰ বাক্যে ঃ সি ভিন্ন বুদ্ধি হয়া ঃ আপুনাৰ শিৰত হস্ত দিলা। তেখনে ভগ্ন শিৰ হয়া প্ৰাণ ছাড়ি পৰিল। হেন দেখি দেবগণে জয় জয় বুলি প্ৰশংসিয়া পুষ্প বৃষ্টি কৰিল। ভগৱন্তে বোলন্ত ঃ হে মহাদেব ঃ ই পাপী অসুৰ আপুনাৰ পাপে নষ্ট হৈল। কুসুমু পুৰুষে মহন্তক অপৰাধ কৰি ঃ সুখী হয়া আছে। তুমি জগতৰ গুৰুকে অপকাৰ কৰিতে সুখী হইবেক তাক কি বুলিবো। এই মহেশ মোক্ষ কথাক যি শ্ৰদ্ধায়ে শ্ৰবণ কীৰ্ত্তন কৰে ঃ সি অনায়ায়ে সংসাৰৰ মোক্ষ পায়ে। ( শ্লোক ৩১ – ৪০ )

শ্ৰীভাগৱত কথায়াং দশমস্কন্ধে অষ্টাশীতিতমোঽধ্যায়ঃ।
হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ যং নিসেব্যাতি সামান্য ভবন্তি কিল নিৰ্গুণাঃ।
তং ভক্তমোদং সংৱন্দে সঙ্কটাচ্ছিৰ মোঢকম্ ॥

---

# উননবশীতিতম অধ্যায়

## ভগৱানৰ মহিমা বৰ্ণন

কথা : উননবৈ অধ্যায়ত সত্ব পৰীক্ষা : অৰ্জ্জুনৰ প্ৰতিজ্ঞা ভঙ্গ : ব্ৰাহ্মণৰ পুত্ৰসব আনি দিবা। শুকে কহন্ত : একদিনা সৰস্বতী তীৰত সত্ৰ কৰিতে ঋষিসবৰ মধ্যত : ব্ৰহ্মা বিষ্ণু মহেশৰ মাজত কুন দেব বৰ বুলি বিচাৰ হৈল। তাক জানিতে ব্ৰহ্মাৰ পুত্ৰ ভৃগুক পঠাই দিলা। তেওঁ ব্ৰহ্মাৰ তাক গৈয়া সত্ব পৰীক্ষাৰ অৰ্থে : স্তুতি নতি নকৰিলা। হেন দেখি ব্ৰহ্মা মহাক্ৰোধ কৰিলা। পাছে পুত্ৰ বুলি ক্ষমা কৰিলা। ( শ্লোক ১—৪ )

হেন দেখি ভৃগু কৈলাসক গৈলা। তাক দেখি মহেশে ভাই বুলি : উঠিয়া সাবটি ধৰিতে গৈলা। তাঙ্ক ভৃগু উৎপথগামী বুলি ইচ্ছা নকৰিলা। হেন শুনি মহেশে ত্ৰিশূল ধৰি বধিতে উদ্যম হৈলা। হেন দেখি পাৰ্ব্বতী চৰণত পৰি : সান্ত্বনা কৰিলা। পাছে ভৃগু বৈকুণ্ঠক গৈলা। যাত ভগৱন্ত লক্ষ্মীৰ কোলাত শিথান দিয়া : শয়ন কৰিছন্ত। হেন দেখি ভৃগু বক্ষস্থলত চৰণে প্ৰহাৰিলা। ভগৱন্তো তেখনে উঠি : খাট্টাৰ উঠি প্ৰণাম কৰি বুলিবে লাগিলা। হে ব্ৰাহ্মণ : কুশলে আসিলা। ই ঠাইত খানিক বসা। মঞি তুমাক আসিবাৰ নজানিলো। তাক ক্ষমা কৰিবা। তুমাৰ পাদোদকে লোক লোকপাল সমে মোক পবিত্ৰ কৰা। তুমাৰ পদজলে তীৰ্থকো পবিত্ৰ কৰে। আজিসে মঞি লক্ষ্মীৰ একান্ত ভাজন হৈলো। যাতো তুমাৰ চৰণে সকল পাপক দূৰ কৰিল। ( শ্লোক ৫—১১ )

হেন শুনি ভৃগু পৰম সন্তোষে : প্ৰেমাকুলে মৌন হৈলা। পুনু সেই আশ্ৰমক আসি : ঋষিসবৰ আগত সকল কথা কহিলা। ঋষিসবো সেই কথা শুনি মহা বিস্ময় হয়া : সংশয় এৰি : বিষ্ণুক শ্ৰেষ্ঠ মানিলা। যাত হুন্তে অভয় হয় : যাত জ্ঞান বৈৰাগ্য : ঐশ্বৰ্য্য যশস্যা আছে। যাক মুনিসবৰ পৰম আশ্ৰয় কহি। যাৰ সত্ব গুণ প্ৰিয় মূৰ্ত্তি : ব্ৰাহ্মণ সব ইষ্ট দেৱতা : যাক নিষ্কামে নিপুণ বুদ্ধিসবে ভজে। যদ্যপি তিনিয়ো গুণ তাহান মূৰ্ত্তি : তথাপি সত্বগুণেসে পুৰুষাৰ্থ সাধন বুজিবা। এমনে ঋষিসব লোকৰ : সংশয় দূৰ কৰিতে : পৰীক্ষা কৰি : পৰমেশ্বৰৰ চৰণ ভজি : পৰম গতি লভিল। আৰু যি শ্ৰৱণ কীৰ্ত্তন কৰে : সিয়ো সংসাৰৰ শ্ৰম পৰিত্যাগ কৰে। সেই ভক্ত লক্ষণ ভগৱন্ত : শ্ৰীকৃষ্ণক বুজিবা। তাৰ প্ৰসঙ্গ শুনা। ( শ্লোক ১২—২০ )

এক দিনা দ্বাৰকা নগৰত এক ব্ৰাহ্মণীৰ পুত্ৰ উপজি মৰিল। ব্ৰাহ্মণ মৃত ছাৱালক নিয়া : ৰাজাৰ দ্বাৰত পেলাই বিলাপ কৰিয়া বোলয়। মোৰ কিছো দোষ নাই। এই দুৰ্জ্জন ৰাজাৰ দোষে মোৰ পুত্ৰ নষ্ট হৈল। যাতো ই ব্ৰাহ্মণক দ্বেষ কৰে। মহা লোভী হয়া : নিৰন্তৰে বিষয় নেৰে। হেন অজিতেন্দ্ৰিয় ৰজাক যি প্ৰজাসবে ভজে : সি দৰিদ্ৰ হয়া : মহা দুখ পাৱে। এমনে যথাক্ৰমে মৃতক নব ছাৱাল পেলাই সেই নিন্দা কৰে। তাক একদিনা অৰ্জ্জুনে শুনি বোলন্ত : হে ব্ৰাহ্মণ তুমাৰ ৰাজ্যত ছুইবে ক্ষত্ৰিয় ধনুৰ্দ্ধৰ নাই। আৰ সব ব্ৰাহ্মণ ছুইবে সত্ৰ পাতিছে। যাৰ ৰাজ্যত পুত্ৰ ভাৰ্য্যা : ধনৰ নিমিত্তে ব্ৰাহ্মণ সব দুখ পাৱে : সি ৰাজ বেশ ধৰি : নট হেন জীৱিকা কৰে। এতেকে তুমাৰ পুত্ৰক মঞি ৰক্ষা কৰিম। যদি নাপাৰো : তেবে অগ্নিত প্ৰবেশি ব্ৰাহ্মণৰ বিলাপ শ্ৰবণ এৰাইম। ( শ্লোক ২১—২৯ )

ব্ৰাহ্মণে বোলন্ত : যাক জগদীশ্বৰ : বাসুদেৱ : সঙ্কৰ্ষণ প্ৰদ্যুম্ন : অনিৰুদ্ধে ৰাখিবে নপাৰিছা। তাক তুমি কেনে ৰাখিবা। আত আমি বিশ্বাস নকৰো। অৰ্জ্জুনে বোলন্ত : মঞি বাসুদেৱ সঙ্কৰ্ষণ প্ৰদ্যুম্ন : অনিৰুদ্ধ নহো। মোৰ অৰ্জ্জুনসে নাম : যাৰ গাণ্ডীৱ ধনু : যাৰ বলে মহেশকো তুষ্ট কৰাইছো। এতেকে মোক তুমি অৱজ্ঞা নকৰিবা। মঞি মৃত্যুক জিনিয়া তুমাৰ পুত্ৰক আনি দিবো। এই অৰ্জ্জুনৰ প্ৰতিজ্ঞা বাক্যে ব্ৰাহ্মণ বিশ্বাস যায়া প্ৰীতিমনে গৃহক গৈলা। পাছে ভাৰ্য্যাৰ প্ৰসূতি কাল হৈলে : পাছি পাছি বুলি অৰ্জ্জুনক প্ৰাৰ্থিলা। অৰ্জ্জুনো আচান্ত হয়া : ব্ৰাহ্মণক নমাস্কৰি পৰে শ্ৰীকৃষ্ণ এৰি

মাতৃগণক প্ৰণামি দিব্য অস্ত্ৰ সুমৰি : গাণ্ডীৱ ধনু সুমৰি : নানা অস্ত্ৰসমে : সূতিকা গৃহক শৰে আৱৰি : শৰ-পঞ্জৰ কৰিলা। ( শ্লোক ৩০—৩৭ )

তেৱে ব্ৰাহ্মণীৰ ছাৱাল জাত হয়া : কান্দিয়া শৰীৰসমে অদৃশ্য হৈল। তেখনে ব্ৰাহ্মণে কৃষ্ণৰ আগতে অৰ্জ্জুনক ধিক্কাৰ কৰি অনেক নিন্দিলা। অৰ্জ্জুনো বিদ্যাক আশ্ৰয় কৰি : যমৰো পুৰী বিচাৰিলা। তাত ব্ৰাহ্মণৰ পুত্ৰ নাপায়াঁ : ইন্দ্ৰ অগ্নি : বায়ু বৰুণৰো নগৰি বিচাৰিলা। স্বৰ্গ : পৃথিৱী পাতালতো ফুৰিলা। একো ঠাই ব্ৰাহ্মণৰ পুত্ৰ নপাই : অঙ্গীকাৰ ভঙ্গ জানি : অগ্নিত প্ৰৱেশিবে উত্তম হৈলা। হেন দেখি কৃষ্ণে নিষেধ কৰি : বুলিবে লাগিলা। হে সখী : ব্ৰাহ্মণৰ পুত্ৰক মঞি দেখাইম। তুমি আপুনাক আপুনি অবজ্ঞা নকৰিবা। এখন যে ই নিন্দে : সেই তুমাৰ কীৰ্তি বিস্তাৰ কৰিবে।

( শ্লোক ৩৮—৪৫ )

এইবুলি আপুনাৰ দিব্য ৰথত চৰি : অৰ্জ্জুন সমে পশ্চিম দিশক প্ৰতি শ্ৰীকৃষ্ণ চলিলা। সাত দ্বীপ সাত সাগৰ এৰাই লোকালোক অতিক্ৰমি : মহা অন্ধকাৰত প্ৰৱেশিলা। তাত ঘোৰা পন্থ নপাইবাৰ দেখি : সহস্ৰ আদিত্যসম : সুদৰ্শন চক্ৰ ক্ষেপিলা। চক্ৰৰ প্ৰকাশে অন্ধকাৰ এৰাই : ব্যাপক জ্যোতি পাইলা। যাক দেখি : অৰ্জ্জুনে দুয়ো চক্ষু মুজিলা। পাছে মহা ভয়ঙ্কৰ জলত প্ৰৱেশি অদ্ভুত দিব্য এক গৃহ দেখিলা। যাক সহস্ৰ স্তম্ভে শোভা কৰে।

( শ্লোক ৪৬—৫২ )

তাৰ মধ্যত অদ্ভুত অনন্ত আছন্ত। যি সহস্ৰ শীৰ্ষ ফনা মনিয়ে প্ৰকাশিবে লাগিছা। দুই সহস্ৰ চক্ষু : কৈলাশ সম শুক্ল বৰ্ণ তান দেহ আসনত পুৰুষোত্তমক দেখিলা। মেঘশ্যাম: পীত বসন : প্ৰসন্ন মুখ : ৰুচিৰ নয়ন : মণিময় কিৰিটী কুণ্ডল : লম্বিত অষ্ট ভুজ : শ্ৰীবৎস কৌস্তুভ : বনমালা ধৰিছা। সুনন্দ নন্দাদি পাৰিষদ সবে উপাসিবে লাগিছা। অস্ত্ৰসবো মূৰ্ত্তি ধৰি সেৱা কৰে। হেন ভগৱন্তক দেখি : কৃষ্ণ অৰ্জ্জুনে প্ৰণাম কৰিলা। তেঞ্ছ হাস্য বদনে বুলিবে লাগিলা। হে কৃষ্ণ অৰ্জ্জুন : তৰাক দেখিবে ইছাই মঞি ব্ৰাহ্মণৰ পুত্ৰসব আনিছোঁ। তাক তোৰা লৈয়া যা। হেন শুনি কৃষ্ণ অৰ্জ্জুনে তান্ত প্ৰণাম কৰি : পুত্ৰগণ লৈয়া দ্বাৰকাক আসি ব্ৰাহ্মণক দিলা। অৰ্জ্জুনে এমনে কৃষ্ণৰ মহিমা দেখি : পৰম বিস্ময় হয়া : পুৰুষৰ পুৰুষাৰ্থ : কৃষ্ণৰ কৃপায়েসে হৈ বুলি মানিলা। শুকে কহন্ত : এমনে শ্ৰীকৃষ্ণে অনেক বীৰ্য্য দেখাই : অনেক বিষয় ভোগো কৰিলা। লোকতো কামনা ৰবষিলা। কৃষ্ণ

পাণ্ডৱৰ যুদ্ধত অর্জ্জুনৰ হতাই ঃ দুষ্ট ৰাজাসব বধি ঃ যুধিষ্ঠিৰাদিৰ হতাই ধৰ্ম্ম প্রবৰ্ত্তাইলা। (শ্লোক ৫৩—৬৫)

শ্রীভাগৱত কথায়াং দশমস্কন্ধে উননবতিতমোঽধ্যায়ঃ ॥

হেন জানি সর্ব্বলোক হৰি বোল হৰি।

শ্লোক ঃ যঃ শ্রেষ্ঠঃ কথিতঃ কৃষ্ণো দ্বিজসত্ব পৰীক্ষয়া।
তং শুদ্ধ সত্ব সমুৰ্ত্তিমাশ্রয়েঽৰ্জ্জুন মোক্ষদং ॥

---

# নবতিতম অধ্যায়

## কৃষ্ণ লীলা

কথা ঃ নবৈ অধ্যায়ত সংক্ষেপে কৃষ্ণলীলা কহিবা। শুকে কহন্ত ঃ এমনে লক্ষ্মীপতি ভগৱন্তঃ দ্বাৰকা নগৰত মহাসুখে বধিলা। যাত সকল সমৃদ্ধি হয়াছে। বৃষ্ণি বংশ সব নিবাস কৰে। অলঙ্কৃত নৰ নাৰী সৱ অশ্বৰথ পদাতি সমে ঃ মত্ত ঃ হস্তীসৱো অলঙ্কৃত হয়াছে। পুষ্পিত উপবন উদ্যান সমে মণ্ডিত হয়াছে। হেন বিচিত্র নগৰত ষোড়শ সহস্র স্ত্রীৰ এক পতি হয়া ঃ তাৰাৰ দিব্য গৃহত ঃ এতেক ৰূপে বিহাৰ কৰিলা। নদী সৱতো পত্নীগণ সমে জল কেলি কৰিলা। পত্নীসৱো কৃষ্ণক যত্নে জল সিঞ্চিলা। গন্ধর্ব ঃ বিদ্যাধৰ গীত বাদ্য কৰি উপাসনা কৰিলা। ভাটসৱো স্তুতি আৰম্ভিলা। পাছে ভগৱন্তে পত্নীগণসমে জল ক্রীড়াৰ উঠি ঃ উপাসক জনক ক্রীড়াৰ বস্ত্র অলঙ্কাৰ দিলা। এমনে কৃষ্ণৰ বিহাৰ গতি আলাপে ঃ হাস্য কটাক্ষে ঃ

কেলি পৰিহাস আলিঙ্গনে নাৰীসৱে মোহিত বুদ্ধি হৈল। এতেকে কৃষ্ণত চিত্ত দিয়া : জড় উন্মত্ত হেন বুলিবে লাগিলা। ( শ্লোক ১—১৪ )

হে কুৰৰী : ভগৱন্ত ৰাত্ৰিত নিদ্ৰাকৰন্ত তেঞ্ছ নিদ্ৰা নযাই : তান নিদ্ৰা ভঙ্গ কৰি বিলাপ কৰা : ই তোৰ যুক্ত নহে। সুহিবা আমি সম তান হাস্য কটাক্ষে ভিন্ন চিত্ত হয়াছস। হে চক্ৰ বাকী : তঞি ৰাত্ৰিত বন্ধুক নেদেখি : চক্ষুক মুমুজি আটাস পাঁৰস। কিবা আমি তান হেন চৰণ লগ্ন মালাক কেশত ধৰিবে বাঞ্ছা কৰস। হে সাগৰ : তুমি দেখো নিদ্ৰা নযাই নিশ্বাস কাঢ়া। কিম্বা মুকুন্দে তুমাৰ শ্ৰীকৌস্তভ চিহ্ন হৰিছা। এতেকে জানো আমাৰ অৱস্থাক তুমিয়ো পায়াছা। হে চন্দ্ৰ : তুমি বলৱন্ত যক্ষ্মা ৰোগে ক্ষীণ হৈলা। এতেকে আপুনাৰ কান্তিয়ে অন্ধকাৰ দূৰ কৰিতে নপাৰা। কিবা কৃষ্ণ বাক্য সুমৰি : মৌনে ৰহিছা। হে মলয় বায়ু : তোৰ আমি কিছো অপ্ৰিয় নতো কৰো, তথাপি গোবিন্দৰ কটাক্ষে ভিন্ন হৃদয়ত কেনে কাম জ্বলাস। হে শ্ৰীমন্ত মেঘ : তঞি জানো অৱশ্যে কৃষ্ণৰ প্ৰিয় হৈবি : যাতো আমি হেন প্ৰেমে ধ্যান কৰস। এতেকে তাহাঙ্ক সুমৰি লোভক এৰস। যদি এহুয় হস : তেবে তয়ো আমাৰ সম দুখ পাইবি। ( শ্লোক ১৫—২০ )

হে কোকিল : তঞি কৃষ্ণৰ সম বাক্যসৱ বোলস : এতেকে কহ তোৰ মঞি প্ৰিয় কৰিম। যাতো তোৰ ৰমণীয় কণ্ঠ হে। পৰ্ব্বত : তঞি দেখো : নচলস : ন মাতস : এতেকে জানো কৃষ্ণৰ চৰণ চিন্তস। যাতো আমি হেন শৃঙ্গে তাহান চৰণ ধৰিবে খোজস। হে সিন্ধু পত্নী নদীসৱ : তোৰা দেখো সুখাইলা : পদ্মো গুচিল। যাতো ইদানিক সাগৰে বৃষ্টি কৰি : তোৰাক আনন্দ নকৰন্ত। আমি যেন যদুপতি কৃষ্ণৰ : প্ৰেমাৱলোকন নাপায়া কৃশ হৈলো : তোৰাকো তেমনে দেখো। সেই বেলা দৈব যোগে হংস এক দেখি : বুলিবে লাগিল। হে, হংস : তঞি কুশলে আসিলি। এই ঠাই বস : দুধ পান কৰ : কৃষ্ণৰ কথা কহ : তোক আমি দূত কৰি জানিলো। শ্ৰীকৃষ্ণ কুশলে আছন্ত। আমাক পূৰ্ব্বত যি বুলিছন্ত : যদি বোলস : সুমৰিতো মোক পঠাই দিছন্ত। তেবে কিয়হু তাহাঙ্ক ভজিব। যদি বোলস : কামৰ অৰ্থে আজ্ঞা নকৰন্ত : তেবে তাহাঙ্কে এঠাই আন। যদি যাস : তেবে লক্ষ্মী বিনে তাহাঙ্ক আনিবি : যাতো তেঞ্ছ আমাক ৰাখি একলে ৰমন কৰে। যদি বোলস : তেঞ্ছক একনিষ্ঠা কৰি থা কেমনে এৰিবে পাৰিবা : তাত শুনা। আমাৰ ৰধ্যত একনিষ্ঠা আমি নহো নিকি ? ( শ্লোক ২১—২৪ )

শুকে কহন্ত : এমনে পত্নীসৱে শ্ৰীকৃষ্ণত ভক্তি কৰি : বৈষ্ণৱী গতি পাইলা। আৰু তুমি আশ্চৰ্য্য নেদেখিবা : যাতো তান কথা শুনিলে কহিলে : স্ত্ৰী ৰমণ আৰু ৰবিসে। দেখন্তা সৱৰ আকৰ্ষ কৰিব তাক কি বুলিব। যাৰা জগৎ গুৰু ভগৱন্তক স্বামীভাৱে সততে সেৱা কৰিল তাৰাৰ ভাগ্যক মঞি কি কহিম। ভগৱন্তো এমনে গৃহ ধৰ্ম্মত থাকি : ধৰ্ম্ম অৰ্থ কামক সম্পাদন কৰিলা। যাৰ অষ্টোত্তৰ শতাধিক ষোড়শ সহস্ৰ পত্নীসৱ আছিল। সৱাতে দশ দশ পুত্ৰ জাত কৰাইলা। এতেকে একলক্ষ একষষ্টি হাজাৰ এক আশী পুত্ৰ হৈলা। তাৰ মধ্যত আঠাৰ জন মহাৰথী হৈলা। তাৰ নাম শুনা : প্ৰদ্যুম্ন : অনিৰুদ্ধ : দিপ্তীমন্ত : ভানু : শাম্ব : মধু : বৃহদ্ভানু : ভানুবৃন্দ : বৃক : অৰুণ : পুষ্কৰ : দেববাহু : শ্ৰুতদেৱ : সুনন্দন : চিত্ৰবৰ্হি : বৰুথ : কবি : ন্যাগ্ৰোধ। আৰাৰে মধ্যত ৰুক্মিণীৰ পুত্ৰ প্ৰদ্যুম্ন শ্ৰেষ্ঠ হৈলা। তান পুত্ৰ মহাবলৱন্ত অনিৰুদ্ধ হৈলা। তান তনয় বজ্ৰ হৈলা : যি মুষল যুদ্ধত অৱশেষ ৰহিলা। তান পুত্ৰ প্ৰতি বাহু হৈলা : প্ৰতিবাহুতো সুবাহু হৈলা : সুবাহুৰ পুত্ৰ উপসেন : তান পুত্ৰ ভদ্ৰসেন হৈল। এই যদুকুলত দৰিদ্ৰ অল্পায়ু অল্পবীৰ্য্য : অব্ৰাহ্মণ্য : অবহুশ্ৰুত : কুনজন নাই। ( শ্লোক ২৫—৩৯ )

যদুকুলৰ অযুত বৎসৰেয়ো সংখ্যা কৰিতে নপৰে। যাতো তিনি কৌটি আঠ আছিল। এতেকে মোক্ষ যাদৱ সবৰ সংখ্যা কুনে কৰিব। যাতো অযুতৰ অযুত লক্ষ সমেসে উগ্ৰসেন বসি থাকা। দেবাসুৰৰ যুদ্ধত যি দৈত্যসব মৰিছে : তাৰাসবে মনুষ্যত বহুৰূপে জাত হয়া : প্ৰজাসবক বধ কৰে। তাৰাৰ বধাৰ্থে : হৰিৰ আজ্ঞায়ে : দেবসবো যদুকুলত জাত হয়াছে। যাৰ একাধিক শত বংশ বাঢ়িতে সবাৰে ঈশ্বৰ কৃষ্ণ আছিলা। যাৰাসবে তাঙ্ক সেৱা কৰিল : তাৰাসবে মহা সমৃদ্ধ হৈল। যাতো বিশিষ্টসে কৃষ্ণত চিত্ত দিয়া : শয়ণ : ভোজন : ভ্ৰমণ আলাপ : ক্ৰীড়াদি কৰন্তেয়ো আপুনাক নজানিল। এতেকে জানিবা শ্ৰীকৃষ্ণৰ কীৰ্ত্তি সকল তীৰ্থত কৰি শ্ৰেষ্ঠ। শ্ৰীকৃষ্ণো সৰ্ব্ব দৈবতাত শ্ৰেষ্ঠ : আৰু চিত্ৰ নেদেখিবা। পূৰ্ব্বত সবাতে অধিক গঙ্গা মহাতীৰ্থ আছিলা। ইদানিক কৃষ্ণ কীৰ্ত্তিয়ে তাক ন্যূন্য কৰি : আপুনি সৰ্ব্বতীৰ্থ উপৰত প্ৰকাশ কৰিলা। যাক দ্বেষ কৰি : স্নেহ কৰিয়ো তান সাৰূপ্য পাইলা। যাতো পুনৰে কৃপাগুণ দেখাইলা। লক্ষ্মীয়ো আনক এৰি ভজিছা। ই চিত্ৰ নহে। যাতো তান নামৰ শ্ৰবণ কীৰ্ত্তনে : সকল অমঙ্গল দূৰ কৰে। ঋষি বংশতো ধৰ্ম্ম প্ৰবৰ্ত্তাইছা। কালমূৰ্ত্তি ভগবন্তেয়ো লীলায়ে ভূভাৰ হৰিছা। ইয়ো চিত্ৰ

নহে। যাতো দুৰন্ত প্ৰভাব সুদৰ্শন হাতত আছে। হেন জন নিবাস দৈবকী নন্দন কৃষ্ণ সবাতো কৰি শ্ৰেষ্ঠ : যাৰ যদু শ্ৰেষ্ঠ সব সেবক হয়াছে। লীলায়ে ভূভাৰ হৰিছা। বৃন্দাবনৰ তৰুলতাদিৰো সংসাৰ গুচাইছা। ব্ৰজনাৰী পুৰনাৰী সবৰো : কাম ভোগ দ্বাৰায়ে মোক্ষ দিছা। হেন কৃষ্ণৰ চৰণত যাৰা ভক্তি বাঞ্ছা কৰে : তেবে তান চৰিত্ৰসব শুনোক। তেবে ভক্তিৰ বলে : তান লোক বৈকুণ্ঠ পাৱে। যাক কালো কিছো কৰিতে নপাৰে। যাক আশাই মহা মহা ৰাজাসবো বনক যায়া আছে। (শ্লোক ৪০—৫০)

শ্ৰীভাগৱতকথায়াং দশমস্কন্ধে নবতিতমোঽধ্যায়ঃ ॥

হে সভাসদ সব : পূৰ্ব্বত সন্ত মহন্ত মহাগুণবন্ত শ্ৰীশঙ্কৰে শ্ৰীভাগবত শাস্ত্ৰৰ পয়াড় কৰিলা : কত ভক্তি পন্থ প্ৰবৰ্ত্তাইল। যাক পাই অন্ত্য জাতিয়ো সংসাৰ তৰিল। পাছে তাৰ অৱশেষ কথা অনন্ত কন্দলী পদ ৰচিলা। তাক দেখি : মোৰ কৃষ্ণগুণ বৰ্ণাইতে মনত ইচ্ছা হৈল, তাক জানি : শ্ৰীকৃষ্ণে শ্ৰীদামোদৰ ৰূপে আজ্ঞা দিলা। এতেকে মঞি টীকা ভাষ্য অনুসৰি : মতিৰ অনুসাৰে সংক্ষেপে কথা নিবন্ধিলো। কিন্তু ভাগৱত অমৃত সাগৰ, গহন অৰ্থ : মঞি অল্প মতি : এতেকে কতো অৰ্থ ব্যক্ত হৈল, কতো নহৈল। তথাপি আক শ্ৰবণ কীৰ্ত্তন কৰিলে : মহাফল সিজে। যেন ঘটত উদ্ধৰা গঙ্গা জলো সৰ্ব্বপাপ হৰে : তেমনে মোৰ বাক্য ঘটত উদ্ধৃত কৃষ্ণ কথায়ে সৰ্ব্বকাৰ্য্য সিজিব। হেন জানি আদৰে : আক শ্ৰবণ কীৰ্ত্তন কৰা। আক কি বুলিবো। হে কৃষ্ণ : মোৰ ইষ্টদেব তুমাৰ প্ৰসাদে মঞি কথা কৰি তুমাৰ চৰণত সমৰ্পণ কৰিলো। আত তুষ্ট হয়া মোক ভক্তিদান দিয়া। হে দামোদৰ : মহাপুৰুষ : তুমাৰ আজ্ঞা পালিলো। কৃপা কৰা। কৃষ্ণত ভকতি হৌক : তান গুণত জগতৰ ৰতি নচাৰোক। বৈষ্ণৱত প্ৰীতি ৰহৌক। মঞি তুমাৰ চৰণত কোটিবাৰ প্ৰণাম কৰো। সভাসদসব উচ্চ কৰি হৰি বোল হৰি।

শ্লোক : কৃষ্ণমিষ্টগুৰুম্বন্দে স্বভক্তজন কামদং।
যৎপ্ৰসাদাৎ কথাহ্যেষা কৃতালোক হিতাময়া ॥
দামোদৰং দীনবন্ধুং কৃপাসিন্ধুং নমাম্যহং।
যদাজ্ঞয়া ভাগবতী কথাবদ্ধাময়া মুদা ॥
নমঃ শ্ৰীকৃষ্ণায়, ওঁ দামোদৰায় নমঃ

দশম স্কন্ধ সমাপ্ত।

# একাদশ স্কন্ধ

## প্ৰথম অধ্যায়

শ্লোক

যেনা হৰি মহীভৰঃ সুৰনৰানাৰক্ষ্যৰক্ষোগণা
ন্থেনাকাৰি সুবিস্তৃতং নিজ যশো পুণ্যং জগন্মঙ্গলং।
যেনাত্ম পৰাত্মতত্ব মমলং চখ্যো মুদা মুক্তয়ে
তস্মৈ শ্ৰীযদু নন্দনায় হৰয়ে কৃষ্ণায় নিত্যং নমঃ॥

### যদুবংশ-ধ্বংসৰ উপক্ৰম

কথা : যি ভগৱন্তে ভূমি ভাৰ হৰিলা : যশ বিস্তাৰিলা : পৰম তত্বো কহিলা : তেন যদুনন্দন কৃষ্ণক সহস্ৰবাৰ প্ৰণাম কৰোঁ। একাদশ স্কন্ধত একত্ৰিশ অধ্যায়ে মুক্তি কহিবা। অবিদ্যা এৰাই : স্বৰূপ স্থিতিকে মুক্তি বলি। প্ৰথম অধ্যায়ে বৈৰাগ্যৰ অৰ্থে : ব্ৰহ্মশাপ কহি : মহা বিভৱবো অনিত্য দেখাইবা। পাছে চাৰি অধ্যায়ে নিমিনব সিদ্ধ সংবাদ পৰম তত্ব নিৰূপিবা। ষষ্ঠ অধ্যায়ত বেদস্তুতি : উদ্ধৱৰ প্ৰাৰ্থনা। পাছে তেইশ অধ্যায়ে কৃষ্ণ উদ্ধৱৰ সম্বাদ : পাছে দুই অধ্যায়ে মুষলক্ৰীড়া। এমনে একত্ৰিশ অধ্যায়ে : একাদশ স্কন্ধ কহিবা। তাৰ মতি অনুসাৰে সংক্ষেপে কথা নিবন্ধোঁ।

('শ্ৰীধৰ স্বামীৰ টীকা')

শ্রীশুকে কহন্ত : জানা ৰাজা : এমনে শ্রীকৃষ্ণ দৈত্য বধ কৰি : ভূভাৰ হৰিলা। যাদৱ পাণ্ডৱক নিমিত্ত কৰি : ৰাজাগণ বধি মনত গুণন্ত : মঞি অল্পসে ভূভাৰ হৰিছো। যাতো মোৰ সঙ্গে মহাভাৱ যদুকুল আছে : যাৰাক দেবাদিয়ো পৰাভৱ কৰিতে নপাৰে : স্বহস্ত বধেয়ো যুক্ত নহে : যাতো আপুনাৰ বংশ। এতেকে আৰাৰ মাজতো বিবাদ লগাই : সবাকে সংহৰি : বৈকুণ্ঠে যাইবো। এই নিশ্চয় কৰি : বিপ্রশাপ ছলে : যদুকুল সংহাৰিলা।

( শ্লোক ১—৫ )

অৱতাৰৰ প্রয়োজন সাধিলা : যাতো তৈষানিৰ লোকক দর্শন স্পর্শন, আলাপো, আতমানিষ্ঠ কৰি, কলিৰ লোকক প্রতি যশ বিস্তাৰিলা। যাৰ শ্রৱণ কীর্ত্তনে অনায়াসে সংসাৰ তৰে, পাছে সেই শৰীৰে বৈকুণ্ঠক গৈলা। ৰাজা পৰিক্ষীতে প্রশ্ন কৰন্ত : হে গুৰু সকল যদুবংশে দাতাবন্ত, সন্ত, ব্রাহ্মণতো ভক্তি কৰন্ত, কৃষ্ণতো চিত্ত দিয়া থাকন্ত, তথাপি কিয় ব্রাহ্মণে শপন্ত।

( শ্লোক ৬—৯ )

শ্রীশুকে কহন্ত : জানা ৰাজা, ঈশ্বৰৰ ইচ্ছাতেসে শাপ হৈল। তাৰ প্রসঙ্গ শুনা : ভগৱন্ত কৃষ্ণ পৰম সুন্দৰ শৰীৰ ধৰি দ্বাৰকা নগৰত লোক শিক্ষার্থে ঋষি সৱ আনি কর্ম্ম কৰিলা, যি কর্ম্মে কালমল বিনাশে : মহা পুন্য সাধে : পৰম সুখ দেহ। ঋষি সবো কৃষ্ণত অনুজ্ঞা লৈয়া পিণ্ডৰিক তীর্থ যায়া অহাঙ্কে চিন্তিলা। সেইবেলা যদুকুমাৰসৱে ক্রীড়া কৰিতে মুনিগণ দেখি শাম্বক স্ত্রীবেশে—কচাই, প্রণাম কৰি পুছয়। হে মহাঋষি সৱ : এই গর্ভৱতী প্রশ্ন কৰে : কি জাত হৈব তাক কহ। ( শ্লোক ১০—১৫ )

হেন উপলন্ত শুনি, মুনিসৱে বোলয় : হে দুষ্টসৱ : তোৰাৰ কুল নাশক মুষলেক জাত হৈবেক। হেন শাপ শুনি, তাৰা মহাভয় হয়া : উদৰ মেলি, মুষল দেখি, অনেক খেদ কৰি, সবাৰ মধ্যত ৰাজাৰ আগত মুষল নিয়া দিলা। তাক দেখি সকল লোকে মহা ত্রাস হৈল। উগ্রসেন ৰাজা কৃষ্ণত নুপুছি, মুষল চূর্ণ কৰি, অবশেষ লৌহ সমে সাগৰত পেল্লাইলা। ঢৌৰ বেগত চূর্ণ সৱ তীৰক আসি, এৰকা হয়া গাজিলা। অৱশেষ লৌহকো মস্যে গিলিল, তাকো কৈৱৰ্ত্তে জালত ধৰিল। তাৰ উদৰৰ লৌহক ব্যাধে নিয়া শৰৰ আগত লগাইলা। ভগৱন্ত কৃষ্ণো আক জানি, সমর্থ হয়ো শাপক নাশ কৰিতে ইচ্ছা নকৰিলা। কিন্তু অনুমোদন কৰিলা। যাতো আপুনি কৰাইছা। ( শ্লোক ১৬—২৪ )

শ্ৰীভাগৱত কথায়াং কবিৰত্ন কৃতায়াং একাদশ স্কন্ধে প্ৰথমোঽধ্যায়ঃ ॥

হে লোক সব দেখ। ভগৱন্ত কৃষ্ণে লোক বৈৰাগ্যাৰ্থে, আপুনাৰ কুলকো নাশ কৰিতে ইচ্ছা। আক জানি ধন জন দেহাদি অনিত্য জানি সম্বৰে কৃষ্ণ চৰণত শৰণ পশি হৰি বোল হৰি।

শ্লোক ঃ বিবেকিনো বিৰাগায় স্বকুলং যাদবৰ্ষভঃ।
বিপ্ৰশাপামিষং কুৰ্ব্বন্ হৰ্ত্তুমাৰভতেস্বয়ং ॥

---

# দ্বিতীয় অধ্যায়

## নিমি-সিদ্ধ-সংৱাদ, ভাগৱত ধৰ্ম্ম

কথা ঃ দ্বিতীয় অধ্যায়ে বসুদেবত নাৰদে নিমি-সিদ্ধ-সংবাদে ভাগৱত ধৰ্ম্ম কহিবা। শুকে কহন্ত ঃ কৃষ্ণে বাৰম্বাঁৰ পঠাইলেও নাৰদ ঋষি, তান সেৱা লোভে দ্বাৰকাত থাকন্ত। যাৰ সেৱাৰ মুক্তো অভিলাষ কৰে তাঙ্ক কুনে নভজিব। যাতো কৰ্ণমন সুখ হৈলে যোগ্য হয়। একদিনা সেই নাৰদ ঃ বসুদেবৰ গৃহক গৈলা। বসুদেবো ঋষিক অৰ্চ্চিয়া, প্ৰণামি পুছন্ত। হে মহামুনি, তুমাৰ আগমনে, সকল লোকৰে কুশল হৱে, যাতো তোৰা দীনদয়াল। দেবতা পুন্ন সেবাৰ অনুৰূপেসে ফল দেই। এতেকে পুছোঁ তুমাৰ যি ধৰ্ম্মে ভগৱন্ত তুষ্ট হৈলা, তাক মোত কহা। যাক শুনি লোকে সকল ভয় এৰায়।

(শ্লোক ১—৯)

নাৰদে বোলন্ত ঃ হে মহাভাগ, তুমি ভাল নিশ্চয় কৰিলা যাতো ভুবন পাবন ভাগৱত ধৰ্ম্ম পুছিলা। যাৰ শ্ৰৱণ কীৰ্ত্তন স্মৰণে বিশ্বদ্ৰোহীয়ো তৰে।

তুমি মহা উপকাৰ কৰিলা, যাতো প্ৰশ্নদ্বাৰায়ে নাৰায়ণক স্মৰাইলা। আত পুৰাতন কথা, নিমি সিদ্ধ সংবাদে শুনা। ঋষভ দেবৰ পুত্ৰ কবি, হৰি, অন্তৰীক্ষ, প্ৰবুদ্ধ, পিপ্পলায়ন, অবিৰ্হোত্ৰ, দ্ৰুমিল, চমস, কৰ-ভাজন এই নবজন মহাভাগৱত মহামুনি, দিগম্বৰ জ্ঞান সিদ্ধ হয়া, সকল লোকতে ফুৰন্ত। কুনো ঠাই আসক্তি নকৰন্ত। একদিনা যদৃচ্ছায়ে নিমি যজ্ঞ গৈলন্ত। তাৰাক দেখি, সকল সমাজে উঠিয়া সাদৰিলন্ত। নিমিয়ো সাদৰে অৰ্চ্চিয়া প্ৰণামি পুছন্তঃ হে মুনিসব, তোৰাসবে হৰিৰ পাৰিষদ। যাতো বৈষ্ণব সবলোকক পবিত্ৰ কৰি ফুৰন্ত। মোৰ কি দুৰ্ল্লভ লাভ হৈল, যাতো বিষ্ণু ভক্তক দেখিলোঁ। ক্ষনেক সাধু সঙ্গো পুৰুষক মহাফল দেই। এতেকে তোৰাত আত্যন্তিক কথা মোক্ষ পুছঞ্‌। তাৰ অৰ্থে ভাগৱত ধৰ্ম্ম কহা। যাত তুষ্ট হয়া ভগৱন্তে আপুনাক দেন্ত।

( শ্লোক ১০—৩১ )

আহাৰ সিদ্ধান্ত কবি সিদ্ধ কহন্ত। জানা ৰাজা, বিষয় বিৰক্ত পুৰুষৰ কৃষ্ণ সেবাকে আত্যন্তিক মোক্ষ বুলি। যাত সকল ভয় দূৰ হয়। ভগৱন্তে নিজ মুখে আপুনাক পাইবাক লাগি যাক কহিছা তাকে ভাগৱত ধৰ্ম্ম বুলি, যাক বিঘ্নেয়ো নষ্ট নকৰে, নজানি কৰিলেয়ো ভ্ৰষ্ট নহে। যদি বোলা তেবে কুন ভাগৱত ধৰ্ম্ম, তাক শুনা। কায় বাক্য মনে যতেক কৰ্ম্ম কৰি, তাকে ঈশ্বৰত অৰ্পিলে ভাগৱত ধৰ্ম্ম বুলি। যাৰ মায়ায়ে ভয় হয়াছে, পুৰুষে তাহাঙ্ক ভজোক। গুৰুকো ঈশ্বৰ মানোক, মনকো নিয়ম কৰোক। আক যদি দুষ্কৰ দেখা, তেবে সুগম উপায় শুনা। লজ্জা এৰি নিষ্কামে হৰিগুণ গাউক, শুনোক। এমন কৰিতে হৰি প্ৰীতি হৈব, হৃদয়ো দ্ৰবিবো, বাতুল হেন হাস্য গীত নৃত্য কৰিব। সকল প্ৰাণীকে হৰিৰ শৰীৰ মানি, প্ৰণাম কৰিব। যদি বোলা আৰুঢ় যোগী যাক বহুজন্মে নপাৱে, তাক কেনে এক জন্মে নাম কীৰ্ত্তন মাত্ৰে পাইব। তাত শুনা। যেখন পুৰুষে শুদ্ধ ভাবে, হৰিক ভজে, তেখনে ভক্তি বিৰক্তি ঈশ্বৰ জ্ঞান হয়। তথাপি প্ৰমাণ নাপাৱে, যেন একগ্ৰাস ভোজন কৰিলেয়ো, কিছো তুষ্টি পুষ্টি উদৰ-ভৰণ হয়, তথাপি তাক নজানে, বহুগ্ৰাস ভোজনেসে জানে। তেমনে অল্প ভজনে অল্প প্ৰেমাদি হয়। বিস্তৰ ভজনে বিস্তৰ হয়। তেবেসে প্ৰমাণ পাৱে। এমনে নিত্য হৰি ভক্তি কৰিতে জ্ঞান বৈৰাগ্য, ভগৱন্ত দৰ্শন, অন্তত পৰম শান্তি পাৱে। ( শ্লোক ৩২—৪৩ )

নিমি পুছন্ত, হে মুনিসব ! আবে ভক্তৰ লক্ষণ কহা। হৰি সিদ্ধে কহন্তঃ যি জনে সৰ্ব্বভূততে ভগবন্ত দেখে, তাক উত্তম ভাগৱত বুলি। যি জনে ঈশ্বৰত

প্ৰীতি, ভক্তত মৈত্ৰী, অজ্ঞানীত দয়া, শত্ৰুত উপেক্ষা কৰে তাক মধ্যম ভাগৱত বুলি। যি জনে প্ৰতিমাত মাত্ৰ হৰিক পূজে, ভক্তকো নাদৰে, আনকো নোসোধে তাক প্ৰাকৃত ভক্ত বুলি। পুনু উত্তম ভাগৱতৰ লক্ষণ কহোঁ। বিষয় ভোগতো হৰিত চিত্ত থাকে, জগতক মায়াময় দেখে, দেহৰ জন্মাদিতো মোহ নহয়ে, কামাদিয়ো মনত নুপুজে, ধন জন বিদ্যাতো গৰ্ব্ব নকৰে। আত্ম পৰ ভেদ নেদেখে, সবাতে সম হয়া থাকে, ত্ৰৈলোক্যৰ সম্পত্তিৰ অৰ্থেও ক্ষণেক হৰিপদ নেৰে, যাতো হৰিপদ নখচন্দ্ৰ কান্তিয়ে মনৰ কাম সন্তাপ দূৰ কৰিছে, নিৰন্তৰে নাম লয়ে। আৰে সবাৰে সাৰ লক্ষণ শুনা : যাৰ নামক অনিচ্ছায়ে উচ্চাৰিয়ো পাপ সমূহ নাশ কৰে, হেন হৰি যাৰ হৃদয়ৰ পৰা আপুনি নুগুচা, যাতো প্ৰেম জৰীয়ে চৰণত বান্ধি আছে, ইহাক বৈষ্ণৱতে শ্ৰেষ্ঠ বুলি।

( শ্লোক ৪৪—৫৫ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে দ্বিতীয়োঽধ্যায়ঃ ॥

হে সভাসদ সব, যাৰাৰ হৃদয়ত হৰি চৰণ প্ৰকাশে, তাৰাক মঞি নিত্যে প্ৰণাম কৰোঁ। তোৰা সবে ডাকি হৰি বোল হৰি।

শ্লোক : যেষাং হৃৎ পঙ্কজে বিষ্ণোঃ পাদপদ্মং বিৰাজতে।
প্ৰেমে ৰক্তো অহং তেভ্যোনমামিনিতৰাং বুধাঃ ॥

———

# তৃতীয় অধ্যায়

## মায়াতৰণ, ব্ৰহ্মকৰ্ম্মপ্ৰশ্ন

কথা: তৃতীয় অধ্যায়ে মায়া, তাৰ তৰণ ব্ৰহ্মা কৰ্ম্মপ্ৰশ্ন উত্তৰ কহিবা। নিমি পুছন্ত: হে সিদ্ধসৱ, আবে মোত ভগৱন্তৰ মায়া কহা। যাতো তয় মুখে হৰি কথামৃত শুনি তৃপিতি নপাই। অন্তৰীক্ষে কহন্ত: জানা ৰাজা, মায়াৰ স্বৰূপ সাক্ষাতে কহা নযাই, কাৰ্য্য দ্বাৰে শুনা। ঈশ্বৰ কৃষ্ণে মায়ায়ে জীৱৰ ভোগ নিমিত্তে পঞ্চ মহাভূতে জগত স্ৰজন্ত, জীৱকো ভোগ কৰান্ত। সেই ভোগে জীৱ বদ্ধ হয়া: নানা কৰ্ম্ম কৰি দুঃখ সুখ ভুঞ্জি উপজে, মৰে। আৱে প্ৰলয়ৰ কথা শুনা। (১—৮) শতেক বৎসৰ ভূমিত দেৱে নবৰিষে, প্ৰচণ্ড আদিত্যে তাপ কৰে। অনন্তৰ মুখাগ্নি উঠিয়ে ত্ৰৈলোক্য দহে। পাছে প্ৰলয়ৰ মেঘে শতেক বৎসৰ বৰিষে, তেবে পৃথিৱী জলত পশে। জল জ্যোতিক যাই, জ্যোতিয়ো বায়ুত লাগে। বায়ু আকাশত পশে, আকাশো অহঙ্কাৰক যাই অহঙ্কাৰো মহতত্ত্বত পশে, মহতত্ত্বো প্ৰকৃতিত লয় যাই। আক ভগৱন্তৰ মায়া বুলি। নিমি পুছন্ত: হে মুনিসব! যেমনে অজ্ঞানি পুৰুষো মায়াক তৰিব, আৱে তাক কহা। (৯—১৭) প্ৰবুদ্ধে কহন্ত: যি জনে উত্তম সুখক ইচ্ছা কৰে, সি ইহলোক পৰলোক ভোগক অনিত্য অসুখ জানি বিশিষ্ট, গুৰুক উপাসা কৰিব। তথাই ভাগৱত ধৰ্ম্ম শিখিব, সকল কৰ্ম্ম হৰিত অৰ্পিব, ভাগৱত কথা শুনিব, আন শাস্ত্ৰকো নিন্দা নকৰিব। হৰি ভকতত প্ৰীতি কৰিব। মহন্তকো সেৱা কৰিব। হৰিগুণ শ্ৰৱণ কীৰ্ত্তন কৰিব। এই সাধনে

হৰিত প্ৰেম ভকতি হৈব। তেবে লোক পুলক হয়, হৃদয় দ্ৰবয়, হাসয়, কান্দয়, আনন্দে নাচয়, অলৌকিক বোলয়, মৌনেয়ো ৰহয়। তেবে অনায়াসে মায়া তৰয়। ( শ্লোক ১৮—৩৩ )

নিমি পুছন্ত : হে সিদ্ধসৱ আৱে নাৰায়ণ ব্ৰহ্ম পৰমাত্মাৰ স্বৰূপ কহা। পিপ্পলায়নে কহন্ত : জানা ৰাজা ! নাৰায়ণে জগতক স্ৰজন, পালন, সংহৰণ কৰন্ত। ব্ৰহ্মেজাগ্ৰত স্বপ্ন সুষুপ্তিত প্ৰৱৰ্ত্তন্ত, পৰমাত্মা দেহ ইন্দ্ৰিয় মন প্ৰাণ চলান্ত। এমন লক্ষণ ভেদেও একে ভগৱন্ত জানিবা, যাক বাক্যে মনে নপাৱে, যাৰ জন্ম বৃদ্ধি বিনাশ নাই। ই কেৱলে জ্ঞানময়, পৰমানন্দ। যেখন পুৰুষে আন আশা এৰি কেৱল হৰি কথাত প্ৰৱৰ্ত্তিল, তেৱে তাঙ্ক সাক্ষাতে পায়ে।

( শ্লোক ৩৪—৪০ )

নিমি পুছন্ত : হে মুনিসৱ ! আৱে মোত কৰ্ম্মযোগ কহা। পূৰ্ব্বত এই কথা সনকাদিত পুছিছোঁ। তাৰা বা কিয় নকহিলা ? আৰো কাৰণ কহা। আবিৰ্হোত্ৰে কহন্ত : জানা ৰাজা, বেদবিহিত কৰ্ম্ম, তাক নকৰিলে অকৰ্ম্ম, নিষেধ কাৰণে বিকৰ্ম্ম, আক বেদে কহিছে। বেদো ঈশ্বৰত হন্তে হয়াছে, যাত সুৰি সৱো মোহ যাই। এতেকে তুমি ছৱাল পদে তাৰা তৈসানি নকহিল। যি অজ্ঞ অজিতেন্দ্ৰিয় হুয়া বেদবিহিত নকৰে, সি অকৰ্ম্ম পাতকে নৰকত পৰে। এতেকে ঈশ্বৰত অৰ্পিয়া বেদোক্ত কৰ্ম্ম আচৰিব। প্ৰতিমা থাপিয়া হৰিক পূজিব, তেবে অনায়াসে মোক্ষ লভিব। ( শ্লোক ৪১—৫৫ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে তৃতীয়োঽধ্যায়ঃ ॥

হে সাধুসৱ যি ভগৱন্ত কাৰ্য্যভেদে ব্ৰহ্মপৰমাত্মা নাম ধৰিছা সেই কৃষ্ণত মঞি শৰণ পশিলোঁ। তোৰা সৱো ডাকি হৰি বোল হৰি।

শ্লোক : যো ব্ৰহ্মপৰমাত্মেতি তথানাৰায়নেতিচ।
ধত্তে ত্ৰিধা ক্ৰিয়া ভেদেস কৃষ্ণঃ শৰনং মম ॥

———

# চতুৰ্থ অধ্যায়

## অৱতাৰ চৰিত্ৰ

কথা : চতুৰ্থ অধ্যায়ে অৱতাৰ চৰিত্ৰ কহিবা। নিমি পুছন্ত : হে গুৰুসৱ! আৱে মোত হৰিৰ অৱতাৰ লীলা কহ। দ্ৰুমিলে বোলন্ত : জানা ৰাজা, হৰিৰ অৱতাৰৰ অন্ত নপাই। তথাপি কতো সৱ কহো, সাৱধানে শুনা। ভগৱন্ত ঈশ্বৰ পঞ্চ মহা ভূততে বিৰাট স্ৰজিয়া, পুৰুষ অৱতাৰে তাত প্ৰৱেশিলা, যাৰ দেহত ত্ৰৈলোক্য প্ৰকাশে যাৰ তিনিগুণে ব্ৰহ্মা, বিষ্ণু মহেশ হয়া, জগতৰ সৃষ্টি স্থিতি সংহাৰ কৰে। ( শ্লোক ১ — ৫ )

ধৰ্ম্মৰ ভাৰ্য্যা মূৰ্ত্তি কন্যাতো নৰনাৰায়ণ অৱতাৰ হয়া, তপ আচৰিলা। যাক দেখি ইন্দ্ৰো মোৰ স্থান লৈবে বুলি অপ্সৰা বসন্ত-মলয়-সমে, কামদেৱক পঠাইলা। তাৰা সৱো তান আশ্ৰমে গৈয়া স্ত্ৰীৰ কটাক্ষশৰে প্ৰহাৰিলা। তথাপি কিছো কৰিতে নপাৰি ভয়ে কম্পমান হৈলা। তাক দেখি নাৰায়ণে বলিলা, হে দেৱসৱ! ভয় নকৰিবা আমাৰ কিছো দ্ৰব্য লৱা। যাতো অতিথি শুশ্ৰূষণ বিনে আশ্ৰম শূন্য হয়। হেন অভয় শুনি তাৰা প্ৰণামি বোলয় : হে ভগৱন্ত। তুমি যে আমাক দয়া কৰা ই চিত্ৰ নহে। আমি যে তুমাৰ ভক্তক দ্ৰোহ কৰি ইয়ো আশ্চৰ্য্য নহে। তথাপি তাৰা বিঘ্নিৰ মাথাত ভৰি দিয়া বৈকুণ্ঠক পাৱে। অভক্তে পুনু সংসাৰত ফুৰে।

( শ্লোক ৬—১১ )

দেৱসৱে এই স্তুতি কৰিতে ভগৱন্তে যোগমায়া বলে দিব্য স্ত্ৰীসৱ দেখাইলা।

সৱে তাঙ্ক সেৱা কৰিতে লাগিছে। যাক দেখি তাৰা কান্তিহীন হুয়া মোহ গৈলা। হেন দেখি ভগৱন্তে বোলন্ত : হে দেৱসৱ! আৰ একজন তোৰা নিয়া। তাৰা বোলয় : আমি অধম হুয়া কেনে উত্তম নিম? ভগৱন্তে বোলন্ত : তেৱে সম চাই নিয়া। তাৰা বোলে, জনেকো আমাৰ সম নহে। ভগৱন্তে বোলন্ত : তেৱে স্বৰ্গ শোভাৰ্থে নিয়া। এতেকে দেৱগণে ভগৱন্তৰ আজ্ঞা মানি, উৰ্ব্বশীক লৈয়া স্বৰ্গক যায়া, ইন্দ্ৰৰ আগত সকল কথা কহিলা, যাক শুনি ইন্দ্ৰে বিস্ময় হৈলা। আৰো ভগৱন্তে দত্ত, কুমাৰ, হংস, ঋষভ অৱতাৰে আত্মজ্ঞান কহিলা। হয়গ্ৰীৱ অৱতাৰে মধুকৈটভ বধিলা, মৎস্যৰূপে সত্যব্ৰত তাৰিলা। বৰাহৰূপে পৃথিৱী উদ্ধাৰিলা, কূৰ্ম্ম অৱতাৰে মন্দৰ ধৰিলা। হৰি অৱতাৰে গজেন্দ্ৰক তাৰিলা। নৰসিংহৰূপে দৈত্যক বধিলা। বামনৰূপে বলিক ছলিলা। পৰশুৰাম অৱতাৰে ক্ষত্ৰিয় সংহাৰিলা। ৰামচন্দ্ৰৰূপে ৰাৱণ বধিলা। শ্ৰীকৃষ্ণ অৱতাৰে ভূভাৰ হৰি, যশ বিস্তাৰি লোকক তাৰিলা। বুদ্ধ অৱতাৰে পাষণ্ডবাদে অসুৰ মুহিবা। কল্কি অৱতাৰে দুৰ্জ্জনক দণ্ডিবা। এমনে ভগৱন্তে অনেক অৱতাৰ ধৰি লোকক ৰাখিছা। (শ্লোক ১২—২৩)

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে চতুৰ্থোঽধ্যায়ঃ ॥

হে বৈষ্ণৱসৱ। যি ভগৱন্তে লোকহিতাৰ্থে নানা অৱতাৰ ধৰন্ত, হেন কৃপাময় কৃষ্ণত শৰণ পশিলোঁ। তোৰাসৱে হৰি বোল হৰি।

শ্লোক : যো লীলয়া জনান্ পাতুং ধত্তে ৰূপাণ্যনেকশঃ।
তন্দেৱমৱহস্বন্দে দেৱদৈত্যাহিতাহিতম্ ॥

---

# পঞ্চম অধ্যায়

## অভক্তৰ গতি, যুগধৰ্ম্ম

কথা : পঞ্চম অধ্যায়ে অভক্তৰ গতি যুগধৰ্ম্ম কহিবা। নিমি পুছন্ত : হে জ্ঞানীসৱ! যাৰা হৰিক নভজে, তাৰা কি ফল পাৱে, তাক মোত কহা। চমসে কহন্ত : জানা ৰাজা! ভগৱন্তৰ মুখ-বাহু-উৰু-পাদ হন্তে চাৰি জাতি জীৱিকা সমে জাত হয়াছে, তাৰ মাঝত যিজনে ঈশ্বৰ নিজ পিতৃক নভজে, সি অৱশ্যে নৰকত পৰে। তাত অজ্ঞানী স্ত্রী-শূদ্ৰক তোৰা হৰিভক্তি উপদেশ দিবা। ব্ৰাহ্মণ-ক্ষত্রিয়ৰ সমীপে নযাইবা। যাতো তাৰা জন্ম-কৰ্ম্ম-বিদ্যায়ে উত্তম অধিকাৰী হৈ আছে। তথাপি বেদৰ কাম্য কৰ্ম্মে মোহ হয়া, ঈশ্বৰাৰ্পিত কৰ্ম্ম নজানে, মহন্ততো নুপুছে। মূৰ্খ হুয়ো আপুনাক পণ্ডিত মানে, দম্ভ-দৰ্প-অহঙ্কাৰ নেৰে বৈষ্ণৱকো নিন্দা বোলে। ( শ্লোক ১—৭ )

স্ত্রীক মাত্র উপাসা কৰে, গৃহসুখকে পুৰুষাৰ্থ মানে। পশুহিংসা কৰিও নানা দেৱতা পূজে। ধন-জন-বিদ্যামদে অন্ধ হয়া, সাধুকো অৱজ্ঞা কৰে। এতেকে বেদাৰ্থ ভগৱন্তক নজানে। আপুনাক মহন্ত মানে, হৰিক নভজিয়া আত্মাঘাত কৰে, পুত্র-ভাৰ্য্যা মাত্র পোহে, পাছে মৰি নৰকত পৰে। যি পশু-হিংসা কৰিছে, সেই পশুৱে বেঢ়ি খাই, কদাচিতো তাৰ নিস্তাৰ নাই। নিমি পুছন্ত : হে মুনিসৱ! ভগৱন্তৰ কুন যুগত কি বৰ্ণ, কি নাম, কি বিধিয়ে যজে আক মোত কহা। ( শ্লোক ৮—১৯ )

কৰভাজনে কহন্ত : সত্যযুগত ভগৱন্ত শুক্লবৰ্ণ ব্ৰহ্মচাৰী বেশ, দশনাম জপি ধ্যানপথে যজে। ত্রেতাযুগত ৰক্তবৰ্ণ, যজ্ঞমূৰ্ত্তি, আঠ নাম লৈয়া নানা যজ্ঞে যজে। দ্বাপৰত, পীতবৰ্ণ, মহাৰাজ বিভূষিত ভগৱন্তৰ দ্বাদশ নাম লৈয়া

পূজা কৰি যজে। কলিযুগত কৃষ্ণবৰ্ণ, শ্ৰীকৃষ্ণক নাম-কীৰ্ত্তন প্ৰধান কৰি পূজা কৰে, স্তুতি কৰে। হে প্ৰণতপালন মহাপুৰুষ, তুমাৰ চৰণাৰবিন্দক বন্দো, যাক চিন্তিলে সকল পৰাভৱ গুচে, বাঞ্ছিত সিজে মোক্ষ সাধে। আপুনি নিৰপেক্ষ হুয়ো ভক্তাৰ্থে সাপেক্ষ হেন। ৰাম অৱতাৰে সীতাৰ নিমিত্তে মায়া-মৃগক খেদি গৈলা। ( শ্লোক ২০—৩৪ )

এমন নামৰূপে চাৰিয়ো যুগত ভগৱন্তক পূজা কৰে। তথাপি সাধুসৱে, কলিকেসে প্ৰশংসে, যাত নাম-কীৰ্ত্তন মাত্ৰে চাৰিয়ো যুগৰ ফল পাৱে। কীৰ্ত্তন বিনে আন পৰম লাভ নাই, যাত অনায়াসে সংসাৰ গুচে। এতেকেসে তিনিও যুগৰ লোক, কলিত জন্মিবাক বাঞ্ছা কৰে। যাতো কলিত লোক ঠাই ঠাই নাৰায়ণপৰায়ণ হৈব। দ্ৰাবিড় দেশত বিস্তৰ হৈব। যে ঠাইত তাম্ৰপৰ্ণী, কৃতমলা, পয়স্বিনী কাবেৰী, প্ৰতীচী মহানদী থাকে, আৰাৰ জলক যাৰা পান কৰে, তাৰা অৱশ্যে নিৰ্ম্মল মতি হয়া হৰিত ভক্তি হৈব। পুৰুষ হৰিত ভক্তি হৈব। পুৰুষ হৰিত ভক্ত হৈলে, বিধি-নিষেধৰ হাত এৰাই কৃতাৰ্থ হয়। যাতো কায়-বাক্য-মনে হৰিত শৰণ পশিছে।

( শ্লোক ৩৫—৪২ )

নাৰদে কহন্ত: জানা বসুদেৱ! এহি কথাক কহি নৱসিদ্ধ লাৰি গৈলা। নিমিও হৰিত ভক্তি কৰি পৰম গতি পাইলা। তুমিও কৃষ্ণ ভকতি কৰা। যাৰ স্নেহত তোৰা কৃতাৰ্থ হৈলা। যাতো বৈৰভাৱে ৰাজাগণ সাৰূপ্য পায়াছে, স্নেহভাৱে পাইবো, তাক কি বুলিবো। তথাপি কৃষ্ণত পুত্ৰবুদ্ধি নকৰিবা, যাতো পৰমেশ্বৰৰ অৱতাৰ হয়াছন্ত। শুকে কহন্ত: জানা ৰাজা, এই কথা শুনি বসুদেৱ-দৈৱকী বিস্ময় হয়া, কৃষ্ণত পুত্ৰবুদ্ধি এৰিলা। এই কথা যি শ্ৰৱণ কৰে, সিয়ো সৰ্ব্ব পাপ এৰাই পৰম গতি পাৱে। ( শ্লোক ৪৩—৫২ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে পঞ্চমোঽধ্যায়: ॥

হে সাধুসৱ, দেখ, যাক নভজি সুবুদ্ধিসৱো নৰকত পৰে, যাৰ সেৱায়ে অজ্ঞো সংসাৰ তৰে, হেন কৃষ্ণগুণ-কীৰ্ত্তনাদিক মঞি প্ৰাৰ্থনা কৰো। তোৰা-সৱে ডাকি হৰি বোল হৰি।

শ্লোক: যন্নাধিগম্য সুধিয়ো নৰকং ৱ্ৰজন্তি,
যৎ সেৱয়া কুমতয়োঽপি ভৱন্তি সন্ত:।
তং কৃষ্ণমূৰ্ত্তিমমলং কলিলোকনাথং
যাচে যশ: শ্ৰৱণকীৰ্ত্তনমঙ্গলানি ॥

# ষষ্ঠ অধ্যায়

## দেৱৰ স্তুতি, উদ্ধৱৰ প্ৰাৰ্থনা

কথা : ষষ্ঠ অধ্যায়ে দেৱৰ স্তুতি উদ্ধৱৰ প্ৰাৰ্থনা কহিবা। শুকে কহন্ত : আত পাছে দ্বাৰকা নগৰত ব্ৰহ্মা পুত্ৰগণ সমে, মহেশো ভূতগণ সমে, ইন্দ্ৰো দেৱ গণ সমে আসি. কৃষ্ণক সাক্ষাতে দেখি পুষ্পবৃষ্টি কৰি জয়কৃষ্ণ বুলি স্তুতি আৰম্ভিলা। হে ভগৱন্ত কৃষ্ণ! তুমাৰ চৰণত আমি দণ্ডৱতে প্ৰণাম কৰোঁ। তযু যশ শুনি লোক যেমান শুদ্ধি হয়, যজ্ঞ-দান-পুণ্যেও তেমনে নহে। এতেকে তুমাৰ চৰণে আমাৰ বিষয়-বাসনা নাশ কৰোক। যাক মুনি সাত্বত জ্ঞানী, কামী, যোগীসৱে নানা কামে সেৱা কৰে। একান্ত ভকতে সততে পুজে, তুমি ভকতক প্ৰীতি কৰা। (শ্লোক ১—১১)

যাতো লক্ষ্মীক অনাদৰি তাৰা প্ৰিয়া বাসিমালাকো নেছ, যশপ্ৰিয় পদে কীৰ্ত্তিময়ী মালাক সৰ্ব্বাঙ্গে ধৰা। তুমি পুৰুষোত্তমেসে প্ৰকৃতি-পুৰুষক প্ৰবৰ্ত্তয়া। তুমাৰেসে পাদোদক তীৰ্থক, কীৰ্ত্তি তীৰ্থক সাধুসৱে সেৱা কৰে। এই স্তুতি কৰি ব্ৰহ্মা আকাশতে থাকি বুলিবে লাগিলা : হে ভগৱন্ত! পূৰ্ব্বত আমি ভূভাৰ হৰিতে তুমাক গোচৰ কৰিলোঁ। তুমিও তাক সকলে কৰিলা, ধৰ্ম্মকো থাপিলা, কীৰ্ত্তিকো বিস্তাৰিলা, যাক শ্ৰৱণ-কীৰ্ত্তন কৰি কলিৰ লোকে সংসাৰ তৰিব। তুমাৰ পচিশ অধিক শতেক বৎসৰ গৈল। আৱে বৈকুণ্ঠে আসা। (শ্লোক ১২—২৭)

ভগৱন্তে বোলন্ত : হে বিধাতা! তুমি যি বোলা তাক আমি জানিছোঁ।

যাতো ভূভাৰ হৰি, তোবাৰ সৰ্ব্ব-কাৰ্য্য সাধিলো, কেৱল যদুকুল মাত্ৰ আছে। আক সংহৰি নগৈলে, সকল লোকক নষ্ট কৰিব। এতেকে বিপ্ৰশাপছলে আবাক সংহৰি বৈকুণ্ঠক যাইতে তোবাৰ লোকক যাইবো। ( শ্লোক ২৮—৩১ )

হেন শুনি ব্ৰহ্মাদি দেৱগণ আপুনাৰ স্থান গৈলা। ভগৱন্তো দ্বাৰকাত অনেক উৎপাত দেখি যদুবৃদ্ধসৱক বোলন্ত: হে বৃদ্ধসৱ, দেখ! আমাৰ নগৰত অনেক উৎপাত হয়, কুলৰো বিপ্ৰশাপ হুয়াছে। এতেকে ইঠাই নাথাকি, আসা প্ৰভাসক যাঞোঁ, যাত স্নান কৰি চন্দ্ৰে ক্ষয়ৰোগ এড়াই কলা বৃদ্ধি লভিলা। আমিও স্নান-তৰ্পণ-দেৱাৰ্চ্চন কৰি, ব্ৰাহ্মণক ভোজন কৰাই, নানা দান কৰি আপদ তৰিম। ( শ্লোক ৩২—৩৮ )

কৃষ্ণৰ এই আদেশ শুনি, সৰ্ব্ব যাদৱসৱ চলিবাক সাজু হৈল। তাক দেখি উদ্ধৱ ৰহস্যস্থানত কৃষ্ণক প্ৰণাম কৰি অঞ্জলি ধৰি বুলিবে লাগিলা: হে দেৱ দেৱ যোগেশ্বৰ! তুমি অৱশ্যে কুলক সংহৰি বৈকুণ্ঠে যাইবা, যাতো সমৰ্থ হুইয়ো বিপ্ৰশাপ নষ্ট নকৰিলা। মঞি তযু পাদপদ্মক ক্ষণেকো এৰিতে নপাৰো। এতেকে মোকো লগতে নিয়া। তুমাৰ কথা-শ্ৰৱণতে লোকে আন স্পৃহা এৰে। মঞি সৰ্ব্বভাৱে সেৱা কৰিম, কেমনে তুমাক এৰিম। সন্ন্যাসীসৱো মহাদুঃখে সংসাৰ তৰে। আমি পুনু সাধুসঙ্গত তুমাৰ কথা শুনি অনায়াসে তৰিম। এতেকে মোৰ আন ভয় নাই, এৰিবে নপাৰিলে, প্ৰাৰ্থনা কৰো। ( শ্লোক ৩৯—৫০ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে ষষ্ঠোঽধ্যায়ঃ ॥

হে লোকসৱ, দেখ! যাক সন্ন্যাসীসৱো যোগাভ্যাসে, মহাদুঃখে কথঞ্চিত পায়ে, তাক সাধুসঙ্গতে সৰ্ব্বজনে, যশকীৰ্ত্তন মাত্ৰে, অনায়াসে পায়ে। আক জানি সাধুসঙ্গ লৈয়া হৰি বোল হৰি।

শ্লোক: যোগেন যতয়ো যান্তি যং যান্তি যশসা জনাঃ।
তমনায়াসতঃ সৰ্ব্বে সাধুসঙ্গাদুদাগমন্ ॥



## সপ্তম অধ্যায়

### যদু-অৱধূত সংবাদ

কথা: সপ্তম অধ্যায়ে যদু-অৱধূত সংবাদত আঠ গুৰুৰ কথা কহিবা। ভগৱন্তে বোলন্ত: জানা উদ্ধৱ! তুমি মোক যি বোলা, ই সৱে হয়। যাতো মোক দেৱগণে বৈকুণ্ঠে যাইবাক প্ৰাৰ্থনা কৰে। ময়ো যি নিমিত্তে অৱতৰিছো, তাক সকলে কৰিছো। যদুকুলো বিপ্ৰপাশে অন্যে অন্যে বিৰোধে নাশ হৈবেক। নগৰকো সাতদিন অন্তৰে সাগৰে তল কৰিবেক। মঞি পৃথিৱী এৰিলে লোকৰ মঙ্গল গুচিবেক, কলিয়ো উপদ্ৰৱ কৰিবে। তুমিও এঠাই নাথাকিবা। যাতো লোকৰ অধৰ্ম্মে ৰুচি হৈব। এতেকে তুমি সৱাৰে সঙ্গ এৰি মোত চিত্ত দিয়া সমদৃষ্টি হুয়া পৃথিৱীত ফুৰা। দৃষ্ট-শ্ৰুত বিষয়কো অনিত্য অসুখ জানিবা। (শ্লোক ১—১২)

উদ্ধৱে পুছন্ত: হে ভগৱন্ত! তুমি যি উপদেশ দিলা, আক মঞি দুষ্কৰ দেখোঁ। যাতো সৰ্ব্ব বিষয় এৰিবে বুলিলা। তথাপি যেমনে বুঝিবো, তেমনে শিখৱা। এতেকে নানা তাপে তাপিত হুয়া, তুমাৰ শৰণ পশিলোঁ। (শ্লোক ১৩—১৮)

ভগৱন্তে বোলন্ত: জানা উদ্ধৱ! বিচক্ষণসৱে আপুনাক আপুনি সংসাৰত তাৰে। যাতো মনুষ্য শৰীৰে সকল কাৰ্য্য সাধে, ভগৱন্তকো জানে। আত পূৰ্ব্বকথা যদু-অৱধূত সম্বাদ কহো, সাৱধানে শুনা। এক অৱধূত ব্ৰাহ্মণক, যদুৰাজা দেখি প্ৰণাম কৰি সাদৰে পুছন্ত: হে ব্ৰাহ্মণ! কেমনে

তুমাৰ বুদ্ধি নিপুণ হৈল। যাক পায়া সৰ্ব্বজ্ঞ হুয়ো অজ্ঞ হেন ফুৰা। অসমৰ্থ লোকো নানা কামে নানা কৰ্ম্মত প্ৰবৰ্ত্তে, নানা তাপো পায়। তুমি সমৰ্থ হুয়ো কেনে কৰ্ম্ম নকৰা? কিছোকো নবাঞ্ছা, তাপো নাপাৱা, ভোগো নকৰা, তথাপি কিয় আনন্দ পাৱা আক মোত কহা। ( শ্লোক ১৯—৩০ )

ব্ৰাহ্মণে বোলন্ত: জানা ৰাজা! মঞি অনেক গুৰুক বুদ্ধিয়ে ধৰিছোঁ। তাতেসে আনন্দে ফুৰো। তাৰ নাম শুনা: পৃথিৱী, বায়ু, আকাশ, অপ, অগ্নি, চন্দ্ৰ, সূৰ্য্য, কপোত, অজগৰ, সিন্ধু, পতঙ্গ, মধুকৰ, গজ, মধুহা, হৰিণ, মীন, পিঙ্গলা, কুৰৰা, ছৱাল, কুমাৰী, শৰসজা, বাঘশকৰা, সৰ্প, প্ৰজাপতি-পতঙ্গ। এই চৱিবশ গুৰু। আৱে আৰ শিক্ষা শুনা: যেন পৃথিৱী লোকৰ নানা উপদ্ৰৱ সহে, যোগীয়ো তেমনে সহিবেক। যেন বায়ু কাতো আসক্তি নকৰে, তেমনে যোগীয়ো বিষয়াসক্তি নহৈব। যেন ব্যাপক আকাশৰ পৰিচ্ছেদ নাই, তেমনে আত্মাৰো অনুমান কৰিব। যেন জল স্বভাৱে নিৰ্ম্মল, পবিত্ৰ, যোগীয়ো তেমনে হৈব। যেন অগ্নি কাষ্ঠৰ অনুসাৰে উচ্চ-নীচ হয়, তেমনে আত্মাৰো দেহ সম্বন্ধি স্থূল-সূক্ষ্ম দেখি। যেন কলাসে ক্ষয়-বৃদ্ধি হয়, চন্দ্ৰৰ নাই, তেমনে দেহৰেসে জন্ম-মৰণ, আত্মাৰ নঘটে। যেন সূৰ্য্যৰ ৰশ্মিয়ে জলৰ আদান-প্ৰদান কৰন্ত, আনিলো, দিলো নমানন্ত, তেমনে মহন্তো প্ৰবৰ্ত্তন্ত। যেনে কপোতক-কপোতী অৰণ্যত বাসা কৰি, মহাস্নেহে পুত্ৰসৱ পুষিল, পাছে ব্যাধে পুত্ৰক বধিলে, স্নেহপাশে হুয়ো নষ্ট হৈল, তেমনে নৰ-নাৰীসৱ গৃহত থাকি পুত্ৰাদিৰ স্নেহে নষ্ট হয়। এতেকে মুক্তিৰ দ্বাৰ নৰদেহ পায়া, যি গৃহত আসক্তি কৰে, সি অৱশ্যে সংসাৰত পৰে। ( শ্লোক ৩১—৭৪ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে সপ্তমোঽধ্যায়ঃ ॥

হে লোকসৱ, দেখ! কপোত-কপোতীয়ো পুত্ৰস্নেহে নষ্ট হৈল। আক জানি কতো স্নেহ নকৰি, হৰিভক্তি কৰি ডাকি হৰি বোল হৰি।

শ্লোক: কপোতোঽপি গৃহাসক্ত্যা মৃতঃ সুতসুখাশয়া।
অতঃ কেৱাপি ন প্ৰীতিং কৃত্বা হৰিপদং ভজেৎ ॥

---

# অষ্টম অধ্যায়

## নৱগুৰুৰ কথা

কথা : অষ্টম অধ্যায়ে নৱগুৰুৰ কথা কহিবা। ব্ৰাহ্মণে বোলন্ত : জানা ৰাজা! যেন দুঃখক যত্ন নকৰিলেয়ো পায়, তেমনে সুখো মিলিব। এতেকে উত্তম এৰি অজগৰ হেন বসি থাকিব। অযাচিতে যি মিলে, তাতে তুষ্ট হৈব। নপাইলেও ব্যাপাৰ নকৰিব। যেন সাগৰ স্বভাৱে গম্ভীৰ, নিশ্চল, যোগীয়ো স্বভাৱে তেমনে ৰহিব। যেন পতঙ্গ অগ্নিৰ প্ৰকাশ দেখি পৰিয়া মৰে, তেমনে যোগীয়ো স্ত্ৰীৰূপে মোহ হুয়া নাশ হয়। ( শ্লোক ১—৮ )

যেন মধুকৰসকলে পুষ্পৰ অল্প অল্প মধু খায়া ফুৰে, যোগীয়ো তেমনে ভিক্ষা কৰিব। সি যেন মধু সঞ্চি নষ্ট হয়, যোগীয়ো তেমনে অৰ্থ সঞ্চি নষ্ট হয়। যেন হস্তী হস্তিনীৰ সঙ্গত বন্দি পৰে, যোগীয়ো স্ত্ৰীৰ সঙ্গ লৈয়া বন্ধ হয়। যেন মধুহা পৰসঞ্চিত মধু খায়, যোগীয়ো তেমনে পৰৰ অন্ন ভিক্ষা কৰি খাইব। যেন হৰিণ ব্যাধৰ শব্দ শুনি আসিতে প্ৰাণ এৰে, যোগীয়ো গ্ৰাম্য-কথা শুনি সংসাৰত পৰে। ( শ্লোক ৯—১৮ )

যেন মীন ৰস লোভে বৰশী গিলি মৰে, তেমনে যোগীয়ো ৰসাসক্ত হৈলে নষ্ট হয়। এতেকে আন ইন্দ্ৰিয় জিনিয়ো জিতেন্দ্ৰিয় নহে, যাৰে ৰসনা নিজিনে। তাক জিনিলে, পুনু সৱে জিনা যাই। আক জানি যোগী স্বাদ নচায়া, উদৰ মাত্ৰ ভৰিব। একদিনা বিদেহ নগৰত পিঙ্গলা বেশ্যাৰ উপপতি আশাই, তাহাৰ গৃহত আয়াযাত কৰিতে দুই প্ৰহৰ ৰাত্ৰি গৈল। পাছে

চিন্তা-দুঃখতো মহা বিৰক্ত হয়া, আশা এৰি হৰিত শৰণ পশিল। এতেকে জানিবা আশা পৰম দুঃখ, নিৰাশা পৰম সুখ। ( শ্লোক ১৯ ৪৪ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে অষ্টমোঽধ্যায়ঃ ॥

হে সাধুসব দেখ! আশা-নিৰাশাৰ দুঃখ, সুখ। হেন জানি কাতো আশা নকৰি সদায় কৃষ্ণসেৱা কৰিব। প্ৰথমে ডাকি হৰি বোল হৰি।

শ্লোক : বিলোক্য পিঙ্গলা গীতামাশানাশাং ফলং বুধঃ।
জনাৰ্দ্দনপদাম্ভোজং ভজেদ্ যত্নেন সজ্জনঃ ॥

---

# নৱম অধ্যায়

## সাত গুৰুৰ কথা

কথা : নৱম অধ্যায়ে সাত গুৰুৰ কথা কহিবা। ব্ৰাহ্মণে বোলন্ত : যেন মৎস্যযুক্ত কুকুৰাক অন্য কুকুৰাসবে উপদ্ৰৱ কৰিলে, মৎস্য এৰিয়েসে সুখী হৈল, যোগীও তেমনে অৰ্থ পৰিগ্ৰহ এৰি মহাসুখী হয়। যেন ছৱালৰ মনে অপমান নাই, যোগীও তেমনে মান-অপমান এৰি আত্মাৰাম হৈব। যেন কুমাৰী অভ্যাগতৰ অৰ্থে, ধান্য বানিতে, হাতৰ শাখাৰ মহা শব্দ শুনি, এক এক কৰি খসাই থৈল, দুই পাতিতো কিছো শব্দ শুনি এক পাতি মাত্ৰ ৰাখিল, তেমনে যোগীৰো বিস্তৰ সঙ্গে বিবাদ হয়। দুই জনতো কিছো বহয়। এতেকে একেশ্বৰে ফুৰিব। যেন কাণ্ডসেকা সমীপতে ৰাজা যাইবাৰ নেদেখিল, যোগীয়ো ব্ৰতত মন দিয়া তেমনে ৰহিব। যেন সৰ্পে পৰৰ গৃহত পশি সুখে

থাকে, তেমনে যোগীয়ো অনিত্য দেহৰ গৃহাৰম্ভৰ দুঃখ মানি পৰৰ গৃহত নিবাস কৰিব। ( শ্লোক ১—১৫ )

যেন মকৰা জাল স্ৰজি ক্ৰীড়া কৰে, সংহৰিয়ো একলাই থাকে, তেমনে জানিবা, ঈশ্বৰো জগত স্ৰজন্ত, তাত লীলা কৰন্ত, সৱাকো সংহৰি একাই থাকন্ত। ( শ্লোক ১৬—২১ )

যেন কীটে ভয়ত বাঘপকৱাকে চিন্তি, তাৰ ৰূপ হয়, যোগীয়ো হৰিক চিন্তি তান সাৰূপ্য পায়ে। এমনে এতেক গুৰুত এতেক শিক্ষা পাইলোঁ। আৰে দেহৰ শিক্ষা শুনা। মোৰ দেহ গুৰু যাতো জন্ম-মৰণৰ দুঃখ ধৰি, বৈৰাগ্যৰ হেতু হয়, পৰমেশ্বৰক ভজি জ্ঞানকো জানয়। তথাপি বিনাশী মানি, আত আসক্তি নকৰো। যাৰ প্ৰীতিৰ অৰ্থে পুত্ৰাদিক পুষি, সি পুনু আপুনাৰ আয়ু টুটিলে, পুৰুষৰ আন দেহ স্ৰজি দুঃখ দিয়া এৰে। জীয়ন্তে একাদশ ইন্দ্ৰিয়ে একাদশ ভিতি টানে। ভক্তিসাধন পদে ভগৱন্তো মনুষ্য দেহ স্ৰজি আনন্দ কৰিছা। এতেকে বিচক্ষণ পুৰুষে দুৰ্ল্লভ নৰদেহা পায়া ভক্তিক যত্ন কৰোক। যাতো দেহ কেতিক্ষণে পৰে তাৰ স্থিতি নাই। বিষয়-ভোগ পুনু পশুশৰীৰতো পায়। মঞি এই জ্ঞান পায়া, দেহত অহঙ্কাৰ এৰি সাৱধান হয়া, পৃথিবী পৰ্য্যটো। এহি বুলি দত্তাত্ৰেয় লড়ি গৈলা। যদুৰাজায়ো এই কথা শুনি কৃতাৰ্থ হৈলা। ( শ্লোক ২২—৩৩ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে নৱমোঽধ্যায়ঃ ॥

হে লোকসৱ! দুৰ্ল্লভ নৰদেহ পায়া, ধন, জন, স্নেহ এৰি হৰিপদ ভজি, ভৱনদী তৰা। প্ৰথমে ডাকি হৰি বোল হৰি।

শ্লোক : লব্ধ্বা দুৰ্ল্লভং মানুষদেহং ত্যক্ত্বা ধন-জন-মন্দিৰস্নেহং।
ভজ হৰিপদযুগলমুদাৰং উত্তৰ বহুভয়ভৱনদীপাৰম্ ॥

---

## দশম অধ্যায়

### মোক্ষ সাধন

কথা : দশম অধ্যায়ে পৰম মোক্ষ সাধন কহিবা। ভগৱন্তে বোলন্ত : পুৰুষে মোত শৰণ লৈয়া, নিষ্কামে মোত অৰ্পি সকল কৰ্ম্ম কৰিব। সকাম কৰ্ম্ম এড়িব, নিত্য-নৈমিত্তিক মাত্ৰ আচৰিব। সদা শ্ৰৱণপৰ হৈলে সিয়ো কৰ্ম্ম নাদৰিব। কিন্তু হিংসা-পৈশুন্য নকৰিব। গুৰুক মাত্ৰ সেৱা কৰিব। মদ-মৎসৰ এৰিব, গুৰুত দোষ নেদেখিব, বৃথা কথা নকহিব। পুত্ৰাদিতো আসক্তি এৰিব। উদাসীনভাৱে থাকিব, হৰিক মাত্ৰ চিন্তিব। তেৱে গুৰুৰ প্ৰসাদে পৰম জ্ঞান পায়া, সংসাৰ এৰাই পৰম আনন্দ লভিব। কতো বাদীসৱে, কৰ্ম্ম-ফলক নিত্য কহে, সৰ্ব্বকাৰণ ঈশ্বৰকো নমানে। তাঙ্ক কদাচিতো নমানিবা। যাতো অছিদ্ৰে কৰ্ম্ম কৰিতে নপাৰে। যদি পাৰিলে তথাপি পুণ্যক্ষয় হৈলে, অৱশ্যে পৰিব। অবিধিয়ে পশু বধিলে, নৰকতো পৰিব। লোকপালসৱো কালক ভয় মুগুচে। আনৰ কি কহিবো। ব্ৰহ্মায়ো মোত ভয় কৰে। এতেকে সৰ্ব্বেশ্বৰ মোক জানি সততে ভজা। ( শ্লোক ১—৩৪ )

উদ্ধৱে পুছন্ত : হে ভগৱন্ত! আৰে বদ্ধমুক্তৰ লক্ষণ কহা।

( শ্লোক ৩৫—৩৭ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে দশমোঽধ্যায়ঃ ॥

হে লোকসব, দেখ কৰ্ম্মীৰ অৱস্থা ! এতেকে একান্ত শৰণে পৰমেশ্বৰক ভজি নিৰন্তৰে হৰি বোল হৰি ॥

শ্লোক : বিলোক্য কৰ্ম্মীণাং নাশং সদা কৰ্ম্মফলক্ষয়াৎ ।
সৰ্ব্বেশ্বৰপদাম্ভোজমভয়ং ভজ যত্নতঃ ॥

---

## একাদশ অধ্যায়

### বন্ধমুক্ত ভক্ত, ভক্তিৰ লক্ষণ

কথা : একাদশ অধ্যায়ে বন্ধমুক্ত ভক্ত, ভক্তিৰ লক্ষণ কহিবা । ভগৱন্তে বোলন্ত : জানা উদ্ধৱ, মায়া গুণতেসে বন্ধমুক্ত ব্যৱস্থা, পৰমাৰ্থত নঘটে । গুণকাৰ্য্য সংসাৰকো মায়াময় জানিবা । যাৰে অবিদ্যা প্ৰবৰ্ত্তায়ে আৰে বন্ধ । যেখন জ্ঞান দেঞ্চু, তেখন মোক্ষ । সিয়ো মোৰে অংশ জীৱৰেসে যাতো কৰ্ম্মফল ভোগ কৰে । এতেকে জানিবা জীৱ নিত্যবদ্ধ, মঞি নিত্যমুক্ত । মোৰ ভক্তিসে জীৱ মুক্ত হয় । তেৱে দেহত থাকিতেয়ো দেহ-ধৰ্ম্মে নুছুৱে । যাতো তাত অহঙ্কাৰ নকৰে । অভক্ত পুৰুষ দেহৰ অহঙ্কাৰে বদ্ধ হয়। শাস্ত্ৰ জানিয়ো যদি হৰিভক্ত নোহে, তেৱে শাস্ত্ৰ পঢ়ি শ্ৰম মাত্ৰ পাৱে । এতেকে যি হৰিযশ বিনে আন শাস্ত্ৰ অভ্যাসে তাক মহা দুঃখী বুলি । হেন জানি পুৰুষে সদায় মোতে চিত্ত দেউক । যদি আক নপাৰে তেৱে মোত অৰ্পিয়া নিকামে কৰ্ম্ম কৰোক । তেৱে চিত্ত শুদ্ধ হৈলে মোৰ কথাত শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন

কৰিব। ধৰ্ম্ম-অৰ্থ-কামকো মোৰ অৰ্থে আচৰিব। তেৱে মোত দৃঢ়ভক্তি লভিব। তেৱে সাধুৰ উপদেশে অনায়াসে মোৰ স্বৰূপ পাইব।

( শ্লোক ১—২৫ )

উদ্ধৱে পুছন্ত : হে ভগৱন্ত। আৱে তুমাৰ সম্মত ভক্ত, ভক্তিৰ লক্ষণ কহা। ভগৱন্তে কহন্ত : যিজনে মোক জানি বা নজানি একান্তভাৱে সততে ভজে, তাকে মোৰ মত ভক্ত জানিবা। আৱে ভক্তিৰ সাধন শুনা : মোৰ মূৰ্ত্তি, ভক্তৰ দৰ্শন, স্পৰ্শন পৰিচৰ্য্যা কৰিব। শ্ৰদ্ধায়ে মোৰ কথা শুনিব। সকল বস্তুকে মোত অৰ্পিব। দেহকো নিবেদিব, নাম-কীৰ্ত্তন কৰিব, যাত্ৰা-মহোৎসৱ কৰিব, একাদশী উপবাস দিব, প্ৰতিমা থাপিয়ো পূজা কৰিব, মোৰ গৃহক শুশ্ৰূষা কৰিব। দম্ভ-দৰ্প-অহঙ্কাৰ এৰিব। বৈষ্ণৱসৱক আদৰিব। তেৱে সাধুসঙ্গত মোৰ ভক্তি পায়া, মোক সাক্ষাতে লভিব। যাতো সৎসঙ্গ বিনে আন ভাল উপায় নাই। আৱে পৰম গুহ্য কহো, সাৱধানে শুনা। যাতো তুমি মোৰ একান্ত ভকত, প্ৰিয় সুহৃদ। ( শ্লোক ২৬—৪৯ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে একাদশোঽধ্যায়ঃ ॥

যি সাধুসৱ সন্তসঙ্গত কৃষ্ণৰ অমৃত কথায়ে আন তৃষ্ণা এৰিছে, তাৰাক মঞি নিত্য প্ৰণাম কৰো। সামাজিকসৱ হৰি বোল হৰি।

শ্লোক : সাধুসঙ্গেন সততং যে ভজন্তি জগদ্গুৰুং।
কৃষ্ণামৃতকথা হৃষ্টা স্তেভ্যো নিত্যং নমো নমঃ ॥

---

# দ্বাদশ অধ্যায়

## সাধুসঙ্গৰ মহিমা, কৰ্ম্মত্যাগৰ ব্যৱস্থা

কথা : দ্বাদশ অধ্যায়ে সাধুসঙ্গৰ মহিমা কহি, কৰ্ম্মত্যাগৰ ব্যৱস্থা দেখাইবা। ভগৱন্তে বোলন্ত : জানা উদ্ধৱ, মোক সৎসঙ্গেসে বশ্য কৰে। যাগ, যোগ, কৰ্ম্ম, ধৰ্ম্ম, তীৰ্থ, ব্ৰত, জপ, তপেয়ো নপাৰে। যাতো সৎসঙ্গত স্ত্ৰী-শূদ্ৰাদিয়ো তপাদি নকৰি, যুগে যুগে মোক পায়া আছে। এতেকে জানিবা, সৎসঙ্গ সাধুসঙ্গ ভেদ নাই। যাতো বৃন্দাবনৰ পশু-পক্ষী-বৃক্ষো ব্ৰতাদি বিনেয়ো কেৱল সৎসঙ্গতে মোক পাইলে, যাক যোগাদি পথে যত্ন কৰিয়ো নপায়ে। গোপীৰ ভাৱক কি কহিবো যাতো মোৰ বিৰহতে, মোত লয় গৈল। দেহ-গেহাদিক নজানিল। জাৰ-বুদ্ধি ভজিয়ো সাক্ষাতে মোক লভিল। মোৰ ভজনৰ এহুয় মহিমা। এতেকে তুমি বিধি-নিষেধ কৰ্ম্ম এৰি মোত এক শৰণ লৱা। তেৱে অনায়াসে মোৰ পদ পাইবা।

( শ্লোক ১—১৫ )

উদ্ধৱে পুছন্ত : হে ভগৱন্ত ! তুমি পূৰ্ব্বত অৰ্পিত কৰ্ম কৰিবে বুলিলা। ইদানিক" তাক এৰিবে বুলিলা। আক শুনি মোৰ সংশয় হৈল, তাক দূৰ কৰা। ভগৱন্তে বোলন্ত : জানা উদ্ধৱ ! যাৱে পুৰুষে সংসাৰক অনিত্য অসুখ নজানে, তাৱে শুদ্ধিৰ অৰ্থে কৰ্ম্ম কৰিব। পাছে ভক্তি-বিৰুদ্ধ কৰ্ম্ম এৰি, দৃঢ় বিশ্বাসে ভজিব। ভক্তি দৃঢ় হৈলে কিছো কৰ্ত্তব্য নথাকে। এতেকে কৃতাৰ্থ হয়। ( শ্লোক ১৬—২৪ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে দ্বাদশোঽধ্যায়ঃ ॥

হে লোকসৱ। যাৰে দেহাদিক অনিত্য জানি ভগৱন্তত এক শৰণ নলয়ে, তাৰে নিত্য-নৈমিত্তিক কৰ্ম্ম কৰি হৰিক আৰাধনা কৰিব। ইদানিক ডাকি হৰি বোল হৰি।

শ্লোক ঃ দেহাদিভাৱমসদৰ্থবদাকলয্য যাৱজ্জগদ্গুৰুপদং শৰণং ন গচ্ছেৎ।
তাৱন্নিবৃত্তবিহিতং কুৰুতাচ্চ জন্তুৰিত্যুদ্ধৱায় গদিতং
পুৰুষোত্তমেন ॥

---

# ত্ৰয়োদশ অধ্যায়

## হংস-সিদ্ধ সংবাদ

কথা ঃ ত্ৰয়োদশ অধ্যায়ে হংস-সিদ্ধ সংবাদ কহিবা। উদ্ধৱে পুছন্ত ঃ হে ভগৱন্ত! লোকসৱে বিষয়ক অনিত্য অসুখ জানিয়ো কেনে ভোগ কৰে! আক মোত কহা। ভগৱন্তে বোলন্ত ঃ জানা উদ্ধৱ, অজ্ঞানীজনৰ মিছা বিষয়ত গুণ-বুদ্ধি হয়। তেৱে ভোগক ইচ্ছা কৰে। পাছে অজিতেন্দ্ৰিয় হয়া কৰ্ম্মসৱ আচৰে। তেৱে ই কৰ্ম্মে সংসাৰত পৰে। এতেকে বিবেকীজনে আনত মতি নেদি মোক চিন্তোক। এই যোগকো মোৰ শিষ্য সনকাদিও কহিছে। ( শ্লোক ১—১৪ )

উদ্ধৱে পুছন্ত ঃ হে ভগৱন্ত! যেখন যিৰূপে সনকাদিত যোগ কহিছা, তাক মোত কহা। ভগৱন্তে কহন্ত ঃ পূৰ্ব্বত একদিনা সনকাদি মুনিসৱে ব্ৰহ্মাত যোগ পুছিলা। তাক শুনা ঃ হে পিতৃ, স্বভাৱে বিষয়ক মনত ধৰে।

মনতো বিষয় প্ৰকাশ কৰে, তাৰ কেমনে বিয়োগ হয়; আক মোত কহা। হেন শুনি ব্ৰহ্মা কৰ্ম্মপৰ পদে তাৰ উত্তৰ নপাই মোক চিন্তিলা। মঞেঁ। হংসৰূপে সমীপ আসিলো। তাৰা মোক প্ৰণামি, কুন তুমি বুলি পুছিলা। ( শ্লোক ১৫—২৮ )

মঞি বুলিলো: তোৰা আত্মাক পুছিলা না দেহক পুছিলা। যদি আত্মাক পুছিলা, তেৱে তাৰ নানা ভাৱো নাই। এক বস্তুত কি লৈয়া উত্তৰ দিবো? যদি দেহক পুছিলা, সিয়ো কাৰণ পঞ্চমহাভূত ৰূপে একেসে। এতেকে তোৰাৰ প্ৰশ্ন নিৰৰ্থক হৈল। বাক্য-মন-ইন্দ্ৰিয়ে যি মনে ধৰে, সবাকে মঞি বুলি জানিবা। এমনে প্ৰশ্ন খণ্ডন ছলে আপুনাৰ স্বৰূপ কহি, পূৰ্ব্বৰ প্ৰশ্নৰ সিদ্ধান্ত কহন্ত। জানা সিদ্ধসৱ! অৱশ্যে চিত্ত বিষয়ৰ অন্যে অন্যে সংযোগ আছে। তথাপি মোত চিত্ত দিয়া বিষয়ত স্পৃহা এৰিব। নেৰিলে পুনু সংসাৰ হয়। এতেকে সকল বিষয়ক অনিত্য জানি সদায়ে মোক ভজিবা। তেৱে জীৱন মুক্ত হয়, দেহকো নেদেখিব। এই সাঙ্খ্যযোগৰ গুহ্যকথা তোৰাত কহিলো। যাতো তোৰাক উপদেশ দিবাক লাগি মঞি পৰমেশ্বৰ আসিছোঁ। হেন শুনি তাৰা সংশয় এৰি মোক স্তুতি-নতি কৰিল। মঞেঁ। তাৰাৰ আগত বৈকুণ্ঠে গৈলোঁ। ( শ্লোক ২১—৪২ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে ত্ৰয়োদশোঽধ্যায়ঃ ॥

হে সাধুসৱ! মিথ্যা বিষয় এৰি, হৰিপদ ভজি সংসাৰ এৰাইবা। ইদানিক ডাকি হৰি বোল হৰি ॥

শ্লোক: বিনিময় বিষয়বিষামিষসেৱাং পৰিহৰ সত্বৰমসুৰবিভাৱং।
মধুমুৰনাশনমজং জগদীশং ভজ ভজনীয়পদাজমীশমেকম্ ॥



# চতুৰ্দ্দশ অধ্যায়

## ভক্তি-যোগ

কথা: চতুৰ্দ্দশ অধ্যায়ে ভক্তিযোগ কহিবা। উদ্ধৱে পুছন্ত: হে ভগৱন্ত! অনেকে অনেক সাধন কহে। তুমি ভক্তিমাত্র কহা। তাত কোন শ্ৰেষ্ঠ আক মোত কহা। ভগৱন্তে বোলন্ত: পূৰ্ব্ব প্ৰলয়ত বেদ নষ্ট হৈলে মঞি আদ্যতে ব্ৰহ্মাত কহিলোঁ। ব্ৰহ্মায়ো মনু আদি পুত্ৰসৱত কহিলা। তাৱায়ো পুত্ৰত কহিলা, তেৱে দেৱ-দৈত্যে বেদক জানিলা। সৱে আপুনাৰ স্বভাৱে বেদক ব্যাখ্যা কৰি নানা কামে নানা সাধনত প্ৰবৰ্ত্তিল। তাক দেখি আন লোকো আচৰিল। তুমি সৱাকে তুচ্ছ ফল জানিবা। ভক্তিৰ মুখ্য ফল শুনা: নিৰপেক্ষ ভকতৰ যি সুখ হৈব তাক কদাচিতো নলভিব। যাতো ভক্তৰ দশোদিক সুখময়। এতেকে একান্ত ভকতে মোত বিনে মোক্ষ ব্ৰহ্মপদকো বাঞ্ছা নকৰে। মোৰো দেহত কৰি সেইসে প্ৰিয়তম। যাতো মঞি তাৰ পাছে পাছে ফুৰোঁ। সি যি সুখ পায়ে, তাক আন কেহো নজানে। উত্তম ভকতৰ কি কথা কহিবোঁ। বিষয়ীজনো মোৰ ভক্তিত কৃতাৰ্থ হয়। এতেকে জানিবা ভক্তিসে মোক বশ্য কৰে। (শ্লোক ১—২০)

যোগাদিও নপাৰে, যাতো মোৰ ভক্তি দুৰাচাৰ চণ্ডালকো পবিত্ৰ কৰে। ভকতি বিনে আন সাধনে চিত শুদ্ধ নকৰে। প্ৰেমাদি বিনে কেমনে ভকতি জানিব। ভকতি বিনে কেমনে চিত্ত শুদ্ধ হৈব। এতেকে প্ৰেম-ভক্তিযুক্ত জনে জগতকে পবিত্ৰ কৰে। যেন অগ্নিয়ে সুৱৰ্ণৰ মল হৰে, তেমনে জানিবা

ভকতিসে মল দূৰ কৰে। আন সাধনে তেমনে নপাৰে। ভকতি হৈলে অযত্নে জ্ঞান মিলয়। তেৱে মোত মাত্ৰ চিত্ত লাগি থাকয়। এতেকে তুমি আন সাধন এৰি মোত মাত্ৰ ভক্তি কৰা। বিশেষতঃ মুমুক্ষ জনে স্ত্ৰীসঙ্গ এৰি নিৰঞ্জন থানত বসি, মোক ধ্যান কৰিব। (শ্লোক ২১—৩০)

উদ্ধৱে পুছন্ত : হে ভগৱন্ত ! কেমনে মুমুক্ষ জনে তুমাক চিন্তে তাক মোত কহা। ভগৱন্তে বোলন্ত : সম আসনত বসি, উৰুত হস্ত থৈয়া, নাসাগ্ৰ চায়া ৰহিব। হৃদয়ৰ অধোমুখ অষ্টদল পদ্মক উৰ্দ্ধমুখ কৰি চিন্তিব। তেৱে মোৰ শ্যাম মনোহৰ, সৰ্ব্বাঙ্গসুন্দৰ, পীতবসন, শঙ্খ, চক্ৰ, গদা, পদ্মধৰ, শ্ৰীবৎস-কৌস্তুভ, বনমালা যুক্ত, কিৰীটি, কুণ্ডল, বলয়, অঙ্গদ, অঙ্গুৰী, হাৰ, মেখলা, কিঙ্কিণী আছে। এমনে সৰ্ব্বাঙ্গ চিন্তিয়া মুখপদ্ম মাত্ৰ দেখি থাকিব। তেৱে অন্তৰতে মন থিৰ পৰিব, মোক্ষকো লভিব। (শ্লোক ৩১—৪২)

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে চতুৰ্দ্দশোঽধ্যায়ঃ ॥

হে নৰনাৰীসৱ দেখ ! যাৰা ভগৱন্তক নিৰপেক্ষ ভাৱে ভজে, তাৰা অবিচ্ছিন্ন সুখ পায়ে। হেন জানি নিৰপেক্ষ ভক্তি ধৰি ডাকি হৰি বোল হৰি।

শ্লোক : যে ভজন্তি জগন্নাথং ভক্ত্যাত্মনিৰপেক্ষয়া।
তেষাং সুখমবিচ্ছিন্নমিত্যভাষি চতুৰ্দ্দশে ॥



## পঞ্চদশ অধ্যায়

### যোগসিদ্ধি

কথা : পঞ্চদশ অধ্যায়ে যোগসিদ্ধি কহিবা। ভগৱন্তে কহন্ত : প্ৰাণ-মন-ইন্দ্ৰিয়ক দমি মোত চিত্ত ধাৰণা কৰিলে সিদ্ধিসৱ লাগ ধৰে। তাৰ নাম শুনা : অনিমা, মহিমা, লঘিমা, প্ৰাপ্তি, প্ৰকাম্য, ঈশিতা, বশিতা, কামাৱসায়িতা এই আঠোটা মোৰ সহজ সিদ্ধি। (শ্লোক ১—৫)

অনূৰ্ম্মি, দূৰ শ্ৰৱণ, দূৰ দৰশন, মনোময় কামৰূপ পৰকায় প্ৰৱেশ, স্বচ্ছন্দ মৃত্যু, দেৱক্ৰীড়া দৰশন, সঙ্কল্প-সিদ্ধি, অখণ্ড আজ্ঞা, ইসৱ গুণ হেতু। ত্ৰিকালজ্ঞ অদ্বন্দ্ব পৰচিত্ত জ্ঞান, অপৰাজয়, অগ্নি-জল-বিষাদি স্তম্ভন, ই পঞ্চ ক্ষুদ্ৰ সিদ্ধি। এই সিদ্ধিসৱ পৃথক পৃথক ধাৰণায়ে পাৱে। মোক একাগ্ৰমনে চিন্তিলে সৱাকে পাৱে। তথাপি ইসৱ ভক্তৰ বিঘ্নকৰী জানিবা। যাতো মোৰ পদ-প্ৰাপ্তিৰ বিলম্ব কৰায়ে। এতেকে নিষ্কামে যোগী মোক সদায় চিন্তিব। (শ্লোক ৫—৩৩)

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে পঞ্চদশোঽধ্যায়ঃ ॥

হে সাধুসৱ দেখ! যোগসিদ্ধিসৱকো ভক্তৰ বিঘ্নকৰী কহিলা। আন বিষয়ৰ কুন কথা? হেন জানি নিষ্কামে ভক্তি কৰা। প্ৰথমে উচ্চ কৰি হৰি বোল হৰি।

শ্লোক : সিদ্ধিৰপি স্বভক্তস্য বিঘ্নায়াহ যতো হৰিঃ।
ততো নিষ্কামভাৱেন ভজন্ত বিচক্ষণাঃ ॥

---

# ষোড়শ অধ্যায়

## বিভুতি

কথা : ষোড়শ অধ্যায়ে বিভূতি কহিবা। উদ্ধৱে পুছন্ত : হে ভগৱন্ত, আৱে তুমাৰ বিভুতিসৱ কহা। যাক প্ৰথমে চিন্তি, পাছে তুমাক মন দিবাক পাৰিম। ( শ্লোক ১—৫ )

ভগৱন্তে বোলন্ত : হে উদ্ধৱ ! পূৰ্ব্বত এই কথা অৰ্জ্জুনে পুছিছা। ইদানিক তাকে কহো, সাৱধানে শুনা : সকল জগতৰ মঞিসে ঈশ্বৰ। সৃষ্টি-স্থিতি-সংহাৰৰ কাৰণ। এতেকে গতিমন্তৰ গতি মঞি, বশীকৰন্তাৰ মধ্যত কাল মঞি। দুৰ্জ্জয় মধ্যে মন মঞি, দেৱতাৰ মধ্যত ইন্দ্ৰ, বসুৰ মধ্যত অগ্নি, আদিত্যৰ মধ্যত বামন, ৰুদ্ৰৰ মধ্যত নীল-লোহিত, ব্ৰহ্মৰ্ষিৰ মধ্যত ভৃগু, ৰাজ-ঋষিৰ মধ্যে মনু, দেৱঋষিৰ মধ্যে নাৰদ। ধেনুৰ মধ্যত কামধেনু সিদ্ধৰ মধ্যত কপিল, পক্ষীৰ মধ্যত গৰুড়, প্ৰজাপতিৰ মধ্যত দক্ষ, দৈত্যৰ মধ্যত প্ৰহ্লাদ, নক্ষত্ৰৰ ৰাজা চন্দ্ৰ, যক্ষ-ৰাক্ষসৰ প্ৰভু কুবেৰ, গজৰ মধ্যত ঐৰাৱত, জল-জন্তুৰ ৰাজা বৰুণ, দীপ্তিমন্তৰ মধ্যে সূৰ্য্য, মনুষ্যৰ মধ্যে ৰাজা, অশ্ব মধ্যে উচ্চৈশ্ৰৱা, দণ্ড-কৰ্ত্তা মধ্যে যম, সৰ্পমধ্যে বাসুকি, নাগগণ মধ্যে, অনন্ত, পশুমধ্যে সিংহ, বৰ্ণমধ্যে ব্ৰাহ্মণ, তীৰ্থমধ্যে গঙ্গা, অস্ত্ৰ মধ্যে ধনু, দুৰ্গম মধ্যে হিমৱন্ত, বৃক্ষমধ্যে অশ্বত্থ, সেনাপতি মধ্যে কাৰ্ত্তিক।

ব্ৰতমধ্যে অহিংসা, স্ত্ৰীৰ মধ্যত শতৰূপা, পুৰুষ মধ্যে স্বায়ম্ভুৱ মনু, মুনি মধ্যে নাৰায়ণ, ব্ৰহ্মচাৰী মধ্যে কুমাৰ, গুহ্যৰ মধ্যে মৌন, ঋতুৰ মধ্যে বসন্ত, মাস

মধ্যে আত্মণ, যুগৰ মধ্যত সত্যযুগ, কবিৰ মধ্যত শুক্র, বৈষ্ণৱ মধ্যে তুমি, বানৰৰ মধ্যে হনুমন্ত, গন্ধৰ্ব্ব মধ্যত বিশ্বাবসু, অপ্সৰা মধ্যে পূৰ্ব্বাচিত্তি, পৰ্ব্বতৰ স্থৈৰ্য্য, পৃথিবীৰ গন্ধ, জলৰ ৰস, আকাশৰ শব্দ, ইন্দ্ৰিয়ৰ বিষয়, ব্ৰহ্মণ্যৰ মধ্যে বলি, বীৰৰ মধ্যে অৰ্জ্জুন। ( শ্লোক ৬—৩৫ )

বিস্তৰ কি কহিবো। কাৰ্য্য-কাৰণ সকল জগত মঞি জানিবা, যাতো মঞি বিনে কেহো বস্তু নাই। এতেকে তুমি বাক্য-মন নিয়মি সদায় মোত ভকতি কৰা। তেৱে অযত্নে কৃতাৰ্থ হৈবা। ( শ্লোক ৩৬—৪৪ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে ষোড়শোঽধ্যায়ঃ ॥

যাত মন-বাক্য দিবাক লাগি নানা বিভূতি কহিলা, হেন সৰ্ব্বশ্ৰেয় ভগৱন্তত শৰণ পশিলোঁ। সামাজিকসব ডাকি হৰি বোল হৰি।

শ্লোক ঃ যস্মিন্ বাঙ্মনসী দাতুমুক্তা নানাবিভূতয়ঃ।
তমহং শৰণং যামি পৰাপৰজনাশ্ৰয়ম্ ॥

---

## সপ্তদশ অধ্যায়

### ব্ৰহ্মচাৰী-গৃহস্থৰ ধৰ্ম্ম

কথা ঃ সপ্তদশ অধ্যায়ে ব্ৰহ্মচাৰী গৃহস্থৰ ধৰ্ম্ম কহিবা। উদ্ধৱে পুছন্ত ঃ হে ভগৱন্ত! আৱে তুমাৰ ভক্তিৰ সাধন ধৰ্ম্ম কহা। ভগৱন্তে কহন্ত ঃ জানা উদ্ধৱ, আদি সত্যযুগত মোৰ ভক্তি-লক্ষণ, ধৰ্ম্ম মাত্ৰ আছিল। ত্ৰেতাযুগতেসে আন ধৰ্ম্ম প্ৰৱৰ্ত্তিল। তাকে মোত আৰ্পি কৰিলে, ভক্তিৰ সাধন হয়। ( শ্লোক ১—১২ )

প্ৰথমে বৰ্ণাশ্ৰম উৎপত্তি শুনা। বৈৰাজ পুৰুষৰ মুখত ব্ৰাহ্মণ, বাহুত ক্ষত্ৰিয়, উৰুত বৈশ্য, চৰণত শূদ্ৰ, জঘনত গৃহাশ্ৰম, হৃদয়ত ব্ৰহ্মচৰ্য্য, বক্ষস্থলত বনবাস, শিৰত সন্যাস। তাতে ব্ৰাহ্মণৰ শম, দম, শৌচ, সন্তোষ, দয়া, সত্য, ক্ষমা, ভক্তি স্বাভাৱিক ধৰ্ম্ম। ক্ষত্ৰিয়ৰ তেজ, বল, ধৃতি, উদ্যম ; বৈশ্যৰ আস্তিক্য, অৰ্থাৰ্জ্জন, দান ; শূদ্ৰৰ গো-ব্ৰাহ্মণৰ সেৱা। ( শ্লোক ১৩—২১ )

আৰে আশ্ৰম ধৰ্ম্ম শুনা। দ্বিজসবে যথাক্ৰমে উপনয়ন লৈয়া ব্ৰহ্মচৰ্য্য ধৰি, গুৰুগৃহত থাকি বেদ পঢ়িব ; দণ্ড-কমণ্ডলু, জটা, জাপ্যমালা ধৰিব। নখ-লোম নকাটিব। স্ত্ৰী সম্ভাষা নকৰিব। ত্ৰিসন্ধ্যা আচৰিব। গুৰু-গৃহত থাকি বেদ পঢ়িব। ঈশ্বৰবুদ্ধিয়ে গুৰুক সেৱা কৰিব। মনুষ্য বুলি অসূয়া নকৰিব। কদাচিতো গুৰুবাক্য নলঙ্ঘিব। নৈষ্ঠিক হুয়া, গুৰুত দেহ নিবেদিব। সৰ্ব্বভূতত্তে ঈশ্বৰ দেখিব। মোতো ভক্তি কৰিব। তেৱেসে মোক্ষ লভিব। নহি গৃহস্থ হৈবাক ইচ্ছা কৰে, তেৱে গুৰুক দক্ষিণা দিয়া সদৃশ কন্যাক বিবাহ কৰিব। যজ্ঞ, দান, বেদ-পাঠ আচৰিব। পাঠ লৈয়া যাজন, দান গ্ৰহণ কৰি, জীৱিকা কৰিব। অতিথিকো শুশ্ৰূষা কৰিব। সমৰ্থ হৈলে, ব্ৰাহ্মণ-বৈষ্ণৱক অনুকূল ভজিব। পুত্ৰাদিত আসক্তি নকৰিব। এমনে স্বধৰ্ম্ম নেৰি হৰিভক্তি কৰিলে, গৃহতে থাকিয়ো মোক্ষ লভিব। হৰিভক্তি বিনে কেৱল গৃহাশ্ৰমযুক্ত হৈলে নৰকত পৰে। এতেকে গৃহস্থো যিমান পাৰে হৰিভক্তি কৰিব। যি ব্ৰাহ্মণ-বৈষ্ণৱক অনুকূল কৰে, তাক মই অৱশ্যে সংসাৰ তাৰিম। এতেকে যিমান পাৰা ব্ৰাহ্মণ-বৈষ্ণৱক অনুকূল কৰা। ( শ্লোক ২২—৫৮ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে সপ্তদশোঽধ্যায়ঃ ॥

আক জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : যে বিপ্ৰান্ বৈষ্ণৱাদিকান্ তাৰয়ন্ত্যন্নদানতঃ।
তাস্তাৰয়তি গোবিন্দ ইতি সপ্তদশে স্থিতম্ ॥

---

# অষ্টাদশ অধ্যায়

## বানপ্ৰস্থ-সন্ন্যাসী ধৰ্ম্ম

কথা : অষ্টাদশ অধ্যায়ে বানপ্ৰস্থ-সন্ন্যাসী ধৰ্ম্ম কহিবা। ভগৱন্তে বোলন্ত : পঞ্চাশ বৎসৰ হৈলে পুত্ৰত ভাৰ্য্যা সমৰ্পি, বনক চলিব, তথাত ফল-মূল ভোজন কৰিব। বাকলি পিন্ধিব, নখ-লোম ৰাখিব। তিনিবেলা স্নান কৰিব। ভূমিত শুইব, গ্ৰীষ্মত পঞ্চাগ্নি তাপ কৰিব। বৃষ্টিধাৰা সহিব। শীতকালত জলত আকণ্ঠ মগ্ন হুয়া ৰহিব। আপুনাৰ পৰিচৰ্য্যা আপুনি কৰিব। কিছো বস্তু নসাধিব। জপ-যজ্ঞ-হোম কৰিব। এমনে পঞ্চসত্তৰি বৎসৰ হৈলে কৰ্ম্মভোগত বৈৰাগ্য কৰি সন্ন্যাস লৈব। দণ্ড-কমণ্ডলু বিনে আন কিছো নৰাখিব। কটিবেষ্টন মাত্ৰ ধৰিব। মিথ্যা বাক্য নুবুলি, সদায় মৌন থাকিব। দেহৰ ব্যাপাৰ এৰিব, প্ৰাণ-মন নিয়মিব। সাত ঘৰ ভিক্ষা কৰিব। নদীৰ তীৰ যায়া ব্ৰহ্মা, বিষ্ণু, আদিত্যক ভাগ দিয়া ভোজন কৰিব। দেহ মাত্ৰ ৰাখিব। (শ্লোক ১—২৫)

মিষ্টান্নাদিক যত্ন নকৰিব। অযত্নে পাইলে ত্যাগ নকৰিব। নিৰ্জন থানত সদায় মোক চিন্তিব। বন্ধ-মোক্ষ বিচাৰ কৰিব। ইন্দ্ৰিয় নিগ্ৰহে মোক্ষ জানিব। তাৰ বিক্ষেপে বন্ধ বুঝিব। এতেকে ইন্দ্ৰিয় নিৰপেক্ষ হুয়া, একেবাৰে বুজিব। কাম-ভোগত বিৰক্ত হৈব। আত্মাত মাত্ৰ প্ৰীতি কৰিব। কাহাতো ভয় নকৰিব। কাকো ভয় নেদিব। কাবো লগত বৈৰ

নাচৰিব। নপায়া ক্রোধ নকৰিব। পায়ো সন্তোষ নহৈব। এমন ধৰ্ম্মে মোত ভক্তি কৰি মোক্ষ লভিব। ( শ্লোক ২৬—৪৮ )

শ্রীভাগৱতকথায়াং একাদশস্কন্ধে অষ্টাদশোঽধ্যায়ঃ ॥

হে লোকসৱ! যাক বৰ্ণাশ্রম ধৰ্ম্মে ভজি পৰম গতি পায়ে, হেন দৈৱকী-নন্দনক মঞি প্রণাম কৰোঁ। তোৰাসৱে ডাকি হৰি বোল হৰি।

শ্লোক: যম্বৰ্ণাশ্রমধৰ্ম্মেন ভজন্ সিদ্ধিং সমশ্নুতে।
তমহং দেৱকীসূনুং বন্দে নন্দযশস্কৰম্ ॥

---

# ঊনবিংশ অধ্যায়

## জ্ঞানাদি নির্ণয়

কথা: ঊনৈশ অধ্যায়ে জ্ঞানাদি নির্ণয় কহিবা। উদ্ধৱে পুছন্তঃ হে ভগৱন্ত, জ্ঞান, বিজ্ঞান, বৈৰাগ্য, ভকতি, যম, নিয়মাদিও কহা। ভগৱন্তে বোলন্ত: পূৰ্ব্বত এই কথা যুধিষ্ঠিৰো ভীষ্মত পুছিছা। আৱে তাক কহোঁ সাৱধানে শুনা। ( শ্লোক ১—১৪ )

কাৰ্য্য-কাৰণ জগতত এক পৰমাত্মাৰ প্রবেশ দৃষ্টিক জ্ঞান বুলি। এক পৰমাত্মা মাত্র দৰশনক বিজ্ঞান বুলি। ইহ-পৰলোক ভোগৰ অনিত্য দৰশনক বৈৰাগ্য বুলি। ভক্তিযোগ পূৰ্ব্বতে কহিছো। তথাপি তাত তুমাৰ প্রীতি দেখি, ভক্তিৰ সাধন কহোঁ। মোৰ কথা শুনিবাক শ্রদ্ধা কৰিব। শুনিয়ো

মনত গুণিব। মুখতো নাম-কীৰ্ত্তন নেৰিব। মোৰ অৰ্চ্চন, বন্দন, পাদ-সেৱন কৰিব। ভক্তক অধিক মতে পূজা কৰিব। সৰ্ব্ব জগতত্তে বাসুদেৱ দেখিব। মোত কায়-বাক্য-মন অৰ্পিব। মোৰ অৰ্থে কাম-ভোগ সুখ-অৰ্থ এৰিব। সৰ্ব্ব ধৰ্ম্মো মোত অৰ্পিব। তেৱে মোত প্ৰেমভক্তি লভিব। ভক্তি সাধনেসে ধৰ্ম্ম। একাত্মা দৃষ্টিয়ে জ্ঞানবিষয় অসঙ্গে বৈৰাগ্য অণিমাদিসে ঐশ্বৰ্য্য অহিংসাদি যম-শৌচাদি নিয়ম, মোত নিষ্ঠবুদ্ধিসে শম, ইন্দ্ৰিয় সংযমে দম, দুঃখ সহনে তিতিক্ষা, জিহ্বা-উপস্থৰ বেগ জয়ে ধৃতি, স্বভাৱ বিজয়েসে শৌৰ্য্য, শম-দমে সত্য, ধৰ্ম্মেসে ধন, মোৰ ভক্তিসে লাভ, সুখ-দুঃখ অভাৱে সুখ, বিষয় অপেক্ষায়ে দুঃখ, বন্ধ-মোক্ষ জানিলেসে পণ্ডিত, দেহত অহঙ্কাৰীসে মূৰ্খ। বিস্তৰ কি কহিবোঁ। গুণ-দোষ দৰশনে দোষ, দুয়ো অদৰ্শনে গুণ। ( শ্লোক ১৫—৪৫ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে ঊনবিংশোঽধ্যায়ঃ ॥

যি ভগৱন্তে উদ্ধৱৰ প্ৰশ্নত জ্ঞানাদি নিৰ্ণয় কৰিলা তান ভকতি মহালাভক মঞি প্ৰাৰ্থনা কৰোঁ। সভাসদসৱ হৰি বোল হৰি।

শ্লোক ঃ জ্ঞানাদিনিৰ্ণয়ো যেন কৃতো লোকহিতৈষিণা।
তদ্ভক্তিমুত্তমং লাভং যাচেঽহং করুণানিধিম্ ॥



# বিংশ অধ্যায়

## কর্ম্মজ্ঞান-ভক্তিযোগ

কথা : বিংশ অধ্যায়ে কর্ম্মজ্ঞান ভকতি যোগ কহিবা। উদ্ধৱে পুছন্ত : হে ভগৱন্ত ! তুমি গুণ-দোষ দৃষ্টিক দোষ বুলি কহিলা। সি নহৈলে বিধি-নিষেধ লক্ষণ বেদবাক্য কেমনে ঘটে। বেদ বিনে কেমনে লোকৰ পুৰুষার্থ সিজে। আক মোত কহা। ( শ্লোক ১—৫ )

ভগৱন্তে বোলন্ত : অধিকাৰী ভেদে কিছো বিৰুদ্ধ নাই। তাৰ অৰ্থে তিনি যোগ শুনা। সকামীৰ কৰ্ম্মযোগ, বিৰক্তৰ জ্ঞানযোগ, যি অতি বিৰক্ত নহে, তাৰ ভক্তিযোগ বুজিবা। এতেকে শাস্ত্ৰজ্ঞানী নিত্য-নৈমিত্তিক কৰ্ম্ম ঈশ্বৰত অৰ্পিয়া কৰিব। যাৱে বৈৰাগ্য নহে, ভক্তিৰ কথাত প্ৰীতি নহে পৰ্য্যন্ত কৰিতে লাগে। যাতো সেই কৰ্ম্মে জ্ঞান-ভকতি জনাৱে। জ্ঞান-ভকতি সিদ্ধ হৈলে কিছো কৰিতে নলাগে। জ্ঞান-ভকতি সাধন পদে মনুষ্য-শৰীৰক দেৱো প্ৰাৰ্থনা কৰে। এতেকে পুৰুষে পাপ-পুণ্য নকৰি হৰিভক্তিক যত্ন কৰোক, যাতো কেতিক্ষণে শৰীৰ পৰে তাৰ স্থিতি নাই। নৰদেহ-নৌকা পায়া, যি হৰিভক্তি কৰি সংসাৰ-সাগৰ এৰিতে যত্ন নকৰে, তাক আত্মঘাতী বুলি। ( শ্লোক ৬—১৭ )

যাত গুৰু কৰ্ণধাৰ, মঞি অনুকূল বায়ু আছোঁ। এতেকে পুৰুষে মোৰ কথাত শ্ৰদ্ধা কৰিব। সকল কৰ্ম্মতে বিৰক্ত হৈব। যদি কামভোগ এৰিতে

নাপাৰে, তথাপি তাত দুঃখ দেখিব। দৃঢ় বিশ্বাসে মোৰ ভকতি ধৰিব। কাম-ভোগকো নিন্দা কৰিব। মোৰ গুণ শ্ৰৱণ-কীৰ্ত্তন কৰিব। তেৱে মঞি হৃদয়ত প্ৰকাশ হৈবোঁ। তেৱে কামভোগ গুচিব, অহঙ্কাৰ এৰিব, পৰমানন্দ লভিব। এতেকে জানিবা মোৰ ভকতৰ জ্ঞান বৈৰাগ্য সহায় নালাগে। যাতো জ্ঞানাদি আচৰি যি ফল পাৱে, তাক মোৰ ভকতে অনায়াসে লভে। স্বৰ্গ মোক্ষ বৈকুণ্ঠক পাৱে। তথাপি বাঞ্ছা নকৰে। যাতো নিৰপেক্ষ ভাৱে মহাফল পায়া আছে। এতেকে মোৰ একান্ত ভকতৰ কিছো গুণ-দোষ নাই। মোৰ ভক্তিতে কৃতাৰ্থ হৱে। বৈকুণ্ঠক পাৱে। ( শ্লোক ১৮—৩৭ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে বিংশোঽধ্যায়ঃ ॥

হে লোকসৱ, দেখ! আন লোকে ব্ৰত-দান কৰি যি ফল পাৱে, তাক হৰিভকতে অনায়াসে লভে। এতেকে আন কৰ্ম্ম এৰি কেৱল ভক্তি কৰা। হেন জানি ডাকি হৰি বোল হৰি।

শ্লোক ঃ যৎ ফলং লভতে দুঃখং ব্ৰত-দানাদিভিশ্চিৰাৎ।
তৎ সৰ্ব্বমঞ্জসা সাক্ষান্নৰো ভক্তিপৰোঽশ্নুতে ॥

---

# একবিংশ অধ্যায়

## সকামী জনৰ গুণ-দোষ

কথা : একবিংশ অধ্যায়ে সকামী জনৰ গুণ-দোষ কহিবা। ভগৱন্তে বোলন্ত : জানা উদ্ধৱ, যি মোৰ ভক্তিপন্থ এৰি ক্ষুদ্ৰ কামক আশাই আন কৰ্ম্ম কৰে, সি সকল গুণ-দোষযুক্ত, স্বৰ্গ-নৰকত ফুৰে। যাতো কাল-দেশ-দ্ৰব্য-মন্ত্ৰ কৰ্ত্তা-কৰ্ম্ম শুদ্ধ হৈলেসে ধৰ্ম্ম হয়। এক অশুদ্ধেও অধৰ্ম্ম হয়। পুৰুষৰ বিষয়ত আসক্তি হৈলে, কাম-ক্ৰোধ-লোভ-মোহে স্মৃতিহত হয়, ইন্দ্ৰিয়ৰ মাত্ৰ প্ৰীতি সাধে। মোক নজানে, নানা কামেও পশুহিংসা কৰি নানা দেৱতা যজে। মোৰ কথাত প্ৰীতি নকৰে। এতেকে বেদাৰ্থে মোক নজানি সংসাৰত পৰে।

( শ্লোক ১—৪৩ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে একবিংশোঽধ্যায়ঃ ॥

যাৰ ভক্তিপন্থ এৰি লোকসৱ নানা গুণ-দোষযুক্ত হয়া সংসাৰত ফুৰে, সেই ঈশ্বৰক মই প্ৰণাম কৰো। সামাজিকসৱো হৰি বোল হৰি।

শ্লোক : যদ্ভক্তিমাৰ্গান্ পৰিহায় লোকা ভৱন্তি নানা গুণ-দোষভাজঃ।
ব্ৰজন্তি স্বৰ্গং নৰকঞ্চ মূঢ়াস্তমীশ্বৰং দেৱমহং প্ৰপদ্যে ॥

---

# দ্বাবিংশ অধ্যায়

## পুৰুষ-প্ৰকৃতি বিবেক

কথা : দ্বাবিংশ অধ্যায়ে তত্ত্ব সাংখ্যৰ অবিবোধ, পুৰুষ-প্ৰকৃতি বিবেক, জন্ম-মৃত্যু প্ৰকাৰ কহিবা। উদ্ধৱে পুছন্ত : হে নিত্যমূৰ্ত্তি ভগৱন্ত! তুমি অষ্টাবিংশতি তত্ত্ব কহা। কেও ষড়্‌বিংশতি তত্ত্ব কহে, কেও ত্ৰয়োদশ, কেয়ো একাদশ, কেয়ো নৱ, কেও সপ্ত, কেও ষষ্ঠ, কেও পঞ্চ, কেও চাৰি কহে। তাত কুন যুক্ত, কিবা নিমিত্তে কহে, তাক মোত কহা। (শ্লোক ১—৩)

ভগৱন্তে বোলন্ত : জানা উদ্ধৱ, পণ্ডিতসৱে যেমনে ব্যাখ্যা কৰে, সৱে যুক্ত হয়। যাতো কাৰ্য্য-কাৰণ ৰূপে, সৱাতে সৱে আছে। আবো মোৰ মায়াক লৈয়া সকলে ঘটে। যেমন মৰীচিকা জলক যি যিমান বোলে সেই সেই হয়। (শ্লোক ৪—২৫)

উদ্ধৱে পুছন্ত : যদ্যপি প্ৰকৃতি-পুৰুষ স্বভাৱে বিলক্ষণ হয়, তথাপি অন্যো অন্যেৰ আশ্ৰয় পদে ভিন্ন নেদেখি। আক মোত বুজাই কহা। ভগৱন্তে বোলন্ত : জানা উদ্ধৱ! প্ৰকৃতি বিকাৰী, সাপেক্ষ, জড়; পুৰুষ অবিকাৰী এক, নিত্য, চৈতন্য। এতেকে দুইবো অত্যন্ত ভেদ বুজিবা। এই বিভেক নজানি লোকসৱ মিছা সংসাৰত ফুৰে। (শ্লোক ২৬—৩৪)

উদ্ধৱে পুছন্ত : আত্মা নিত্য ব্যাপক অকৰ্ত্তা হয়া কেনে উপজে, মৰে, গমনাগমন কৰে, কেনে বা কৰ্ম্ম কৰে। ভগৱন্তে বোলন্ত : দেহৰ জন্ম-মৰণ, ইন্দ্ৰিয়ৰ কৰ্ম্ম-কৰণ, মনৰ গমনাগমন। এই পৰৰ কাৰ্য্যক যাতো অজ্ঞানী

আপোনাত মানে। এতেকে শুদ্ধ আত্মাও সংসাৰত ফুৰে। হেন জানি তুমি স্বপ্নসম মিছা সংসাৰত ইন্দ্ৰিয় বিষয়ত ভোগ নকৰিবা। আনে অপকাৰ কৰিলেয়ো প্ৰতিকাৰ নাচৰিবা। তেৱেসে মোক্ষ লভিবা। উদ্ধৱে বোলন্ত: হে ভগৱন্ত, জ্ঞানীসৱো দুৰ্জ্জনৰ উপদ্ৰৱ সহিতে নপাৰে। তাক মঞি যেমনে সহিম তাক কহা। ( শ্লোক ৩৫—৬১ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে দ্বাবিংশোঽধ্যায়ঃ ॥

হে সাধুসৱ! মোৰ মন-মাতঙ্গ গঙ্গাজল সম হৰিগুণত সদায় আনন্দ কৰোক। তোৰাক এইমান প্ৰাৰ্থনা কৰো। সামাজিকসৱ ডাকি হৰি বোল হৰি।

শ্লোক: মন্মনো মদ মাতঙ্গো গঙ্গোদকসমং হৰেঃ।
কীৰ্ত্তিবাচি নিৰমতামিতি যাচে সতাং কুলে ॥

---

# ত্ৰয়োবিংশ অধ্যায়

## কদৰ্য্যৰ কথা

কথা: তেইশ অধ্যায়ে কদৰ্য্যৰ কথা কহিবা। ভগৱন্তে বোলন্ত: হে উদ্ধৱ! তুমি যি বুলিলা দুৰ্জ্জনৰ উপদ্ৰৱ সহন নযায়, ই সত্য হয়। যাতো পৰৰ নিন্দাবাক্যে যিমান পীড়া কৰে, শৰৰ প্ৰহাৰো সিমান নকৰে। তথাপি সিমতে সহিব, সেই পুৰাতন কথা শুনা। ( শ্লোক ১—৪ )

অৱন্তি দেশত এক কদৰ্য্য ব্ৰাহ্মণ আছিল। কৃষি-বাণিজ্য কৰি অৰ্থ আৰ্জ্জিল। সদায় কাম-ক্ৰোধ নেৰিল। পুত্ৰ-ভাৰ্য্যাকো দুঃখ দিল, অতিথিকো

নাদৰিল। আপুনিয়ো কিছো ভোগ নকৰি, অৰ্থমাত্ৰ সঞ্চয় কৰিল। দেৱ-পিতৃকো বঞ্চিল, হৰিকাৰ্য্যতো কিছো ব্যয় নকৰিল। এই দোষে তাৰ অৰ্থ-সৱ নানামতে নষ্ট হৈল। ধন নষ্ট হৈলে জ্ঞাতি-কুটুম্বে এৰিল। পাছে ব্ৰাহ্মণ পৰম বিৰক্ত হয়া আপুনাক অনেক নিন্দা কৰি হৰিৰ কৃপা মানি সন্ন্যাস লৈল। তাতো দুৰ্জ্জনসৱে অনেক নিন্দা উপদ্ৰৱ কৰিল। তথাপি সেই কাৰ্য্যক অৱলম্বন কৰি স্বধৰ্ম্ম নেৰিল, আনকো কিছো দোষ নেদিল। মনকে সৰ্ব্বকাৰণ মানিল, যাৰ পদে জীৱ সংসাৰত ফুৰে। এতেকে মনক নিগ্ৰহ কৰিল। মোৰ সেৱায়ে সংসাৰ তৰিল। তুমিয়ো মোত চিত্ত দিয়া, মনক নিগ্ৰহ কৰা। যদি আক নপাৰা, তেৱে এই কথা শ্ৰৱণ-কীৰ্ত্তন কৰি সংসাৰ তৰা।

( শ্লোক ৫—৫৯ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে ত্ৰয়োবিংশোঽধ্যায়ঃ ॥

যাৰ কৃপায়ে কদৰ্য্যো সংসাৰ তৰিল, হেন সদানন্দ দৈৱকীনন্দনক প্ৰণাম কৰোঁ। সামাজিকসৱ হৰি বোল হৰি।

শ্লোকঃ যৎকৃপালেশমাত্ৰেণ কদৰ্য্যোঽপি ভৱং তৰেৎ।
তমহং দেৱকীপুত্ৰং সদানন্দময়ং ভজে ॥

---

# চতুৰ্ব্বিংশ অধ্যায়

## সাংখ্যতত্ত্ব

কথা: চবিশ অধ্যায়ে সাংখ্য কহিবা। ভগৱন্তে বোলন্ত: জানা উদ্ধৱ! বিবেকীৰ মনত আদি সত্যত, প্ৰলয়ৰ অন্তত প্ৰপঞ্চ বিনে মঞি একলায়ে থাকঞ্‌। পাছে প্ৰকৃতি-পুৰুষৰূপে দুই ভাগ হঞো। তেৱে পুৰুষৰ কটাক্ষে প্ৰকৃতি হন্তে তিনিগুণ জাত হয়। তিনিগুণ হন্তে মহত্তত্ত্ব, তাত হন্তে অহঙ্কাৰ, তাৰো পৰা ভূতেন্দ্ৰিয় দেৱতাগণ হয়। তাৰ অংশ ব্ৰহ্মাণ্ড উপজে, তাত মঞি নাৰায়ণৰূপে লীলা বিগ্ৰহে স্থিৰ হঞ্‌। তাতে নাভিপদ্মত ব্ৰহ্ম জাত হয়। ব্ৰহ্মায়ো তপস্যা কৰি ৰজোগুণে তিনিলোক স্ৰজা। তাতে পাতালত নাগ-অসুৰ থাকে। পৃথিৱীত মনুষ্য; স্বৰ্গত দেৱ। যোগী-তপস্বী-সন্ন্যাসীৰ জপ-তপ সত্যলোক। ভক্তি কৰিসে মোৰ লোক বৈকুণ্ঠ পায়ে।

( শ্লোক ১—১৪ )

"ভক্তি বিনে সকল জীৱে কৰ্ম্ম কৰি সংসাৰত ফুৰে। এমনে ঈশ্বৰৰ কটাক্ষ পৰ্য্যন্তে সৃষ্টি প্ৰবৰ্ত্তে। পাছে প্ৰলয় হৈলেসে নাশ হয়। তাৰ ক্ৰম শুনা: শতেক বৎসৰ দেৱে নবৰিষে, তেৱে লোকসৱে নিৰসে নষ্ট হয়। পৃথিৱী আদি পঞ্চমহাভূতো প্ৰতিলোমে অহঙ্কাৰত পশে। অহঙ্কাৰো আপুনাৰ কাৰ্য্য সমে, মহাতত্ত্বক যায়। মহত্তত্ত্ব গুণত প্ৰবেশে, গুণো প্ৰকৃতিত

পশে, প্ৰকৃতিয়ো কালক যাই, কালো পুৰুষত পশে, পুৰুষো মোক্ষ পাৱে। আৰু যিজনে মনে বিচাৰ কৰে, তাৰ কৈত আউক সংসাৰ ভ্ৰমণ আছে।

( শ্লোক ১৫—২৯ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে চতুৰ্বিংশোঽধ্যায়ঃ ॥

হে সাধুসৱ! যাত হন্তে কাৰ্য্য-কাৰণ জগত উৎপত্তি-প্ৰলয় হৱে, সেই ব্ৰহ্মময় শ্ৰীকৃষ্ণক প্ৰণাম কৰো। তোৰাসৱ হৰি বোল হৰি।

শ্লোক ঃ যস্মাদেতি লয়ং যাতি সকাৰণমিদং জগৎ।
তং ব্ৰহ্মময়মানন্দং কৃষ্ণসংজ্ঞং নমাম্যহম্ ॥

---

# পঞ্চবিংশ অধ্যায়

## গুণৰ বিভাগ

কথা ঃ পঞ্চবিংশ অধ্যায়ে গুণৰ বিভাগ কহিবা। ভগৱন্তে বোলন্ত ঃ জানা উদ্ধৱ! শম, দম, তিতিক্ষা, বিবেক, সত্য, দয়া, স্বধৰ্ম্ম, স্মৃতি, তুষ্টি, দান, বৈৰাগ্য, শ্ৰদ্ধা, লজ্জা, সন্তোষ আৰু সত্ত্ব গুণৰ বৃত্তি বুলি। কাম্যকৰ্ম্ম, দৰ্প, তৃষ্ণা, বিষয়-ভোগ, হাস্য, পৰাক্ৰম ই ৰজো গুণৰ বৃত্তি। ক্ৰোধ, লোভ, মিথ্যা, কলহ, শোক, মোহ, বিষাদ, দুঃখ, নিদ্ৰা, আশা, ভয়, আলাস আৰু তমো গুণৰ বৃত্তি বুলি। ( শ্লোক ১—১৮ )

সত্ত্বত জাগৰণ, ৰজো গুণত স্বপ্ন, তমো গুণত নিদ্ৰা। সত্ত্বগুণত মৰি স্বৰ্গ যায়, ৰজোগুণত মৰি মনুষ্য হয়। তমোগুণত মৰি নৰকত পৰে। মোক্ষ চিন্তিলে মোক্ষ পাৱে। বনবাস সাত্বিক, গ্ৰামবাস ৰাজস, দ্যূতস্থান তামস।

মোৰ গৃহ নিৰ্গুণ। এমনে মদাশ্রয় কৰ্ত্তা, মোত অৰ্পিত কৰ্ম্ম, মোৰ সেৱাত শ্রদ্ধা, মোত নিবেদিত বস্তু নিৰ্গুণ বুজিবা। তাতে হিংসা সকাম হৈলে, তামস-ৰাজস হয়। এতেকে তুমি তিনিগুণ জিনি নিষ্কামে মোত ভক্তি কৰা। তেৱে অনায়াসে মোক্ষ লভিবা। বিবেকীসৱে সৰ্ব্বসাধন মনুষ্য শৰীৰ পায়া মোত ভক্তি কৰোক। তেৱে সংসাৰত নপৰিব। ( শ্লোক ১৯—৩৬ )

শ্রীভাগৱতকথায়াং একাদশস্কন্ধে পঞ্চবিংশোঽধ্যায়ঃ ॥

যি ভগৱন্তে যদুকুলত অৱতাৰ ধৰি ভূভাৰ হৰি জগত তাৰিলা, তাঙ্ক মঞি প্রণাম কৰো। সভাসদ হৰি বোল হৰি।

শ্লোক : যো জহাৰ ভুৱো ভাৰং যাদৱকুলভূষণঃ।
সন্তাৰিতং জগদ্‌যেন তমহং প্রণতো হৰিম্ ॥

---

## ষড়্‌বিংশ অধ্যায়

### ঐলগীত

কথা : চাৰিবিশ অধ্যায়ে ঐলগীত প্রপঞ্চিবা। ভগৱন্তে বোলন্ত : যিজনে মুক্তিৰ সাধন নৰদেহ পায়া মোত ভক্তি কৰে, সি অনায়াসে পৰমানন্দ পাৱে। এতেকে সৰ্ব্বজনে সাধুসঙ্গ লোক। অসাধু সঙ্গ এড়োক। যাতো অসন্তৰ সঙ্গ নেৰিলে, নৰকত পৰে। তাত এক পুৰাতন কথা শুনা। ( শ্লোক ১—৩ )

চক্রৱৰ্ত্তী ঐল ৰাজা পূৰ্ব্বত উৰ্ব্বশী বিৰহে মহাদুঃখ পাইলা। পাছে যজ্ঞ কৰি, উৰ্ব্বশীক লাগ পায়া কামভোগত দিন-ৰাতি নজানিলা। কতো কাল

ভোগ ভুঞ্জিলে, বিৰক্তি হৈয়া এই গীত গাইলা। আপুনাকো অনেক খেদ-নিন্দা কৰিলা। স্ত্রীসুখকো বীভৎস দেখাইলা। হৰিবিনে আনত ৰতি নকৰিলা। পাছে মন নিশ্চয় কৰি, সাধুসঙ্গ লৈয়া, পৰম গতি পাইলা। এতেকে বিবেকী জনে পুত্র-ভার্য্যা, বিষয় সঙ্গ এৰি সাধুসঙ্গ লোক। তেৱে সাধুসৱে উপদেশ দিয়া মনৰ মল গুচাৱে। যাতো তাৰা নিতে কৃষ্ণকথা শুনে, কহে। যেন অগ্নিৰ সমীপ চাপিলে শীত-অন্ধকাৰ-ভয় গুচে, তেমনে সাধুৰ সঙ্গতো কর্ম্ম-জাড্য সংসাৰ ভয়, অজ্ঞান দূৰ হয়। এতেকে সংসাৰীজনৰ সন্তেসে আশ্রয় জানিবা। যেন অন্নে প্রাণীক বর্ত্তাৱে, মজ্জিও আর্ত্তক ৰাখেঁ। যেন ধর্ম্মেসে পৰলোকত উপকাৰ কৰে, তেমনে জানিবা সংসাৰীজনৰ সন্তেসে আশ্রয়। যাতো তাৰা জ্ঞানচক্ষু দিয়া সংসাৰ পাৰ কৰে। এতেকে সাধুক দেৱতা, বান্ধৱ, আত্মা, ঈশ্বৰ বুলি জানিবা। ( শ্লোক ৪—৩৫ )

শ্রীভাগৱতকথায়াং একাদশস্কন্ধে ষড়্‌বিংশোঽধ্যায়ঃ ॥

হে লোকসৱ! নৰদেহ-ভূমিত সৎসঙ্গবীজ শ্রৱণ-কীর্ত্তন-বৃক্ষত ভক্তি-মহাফল প্রকাশ কৰে। তাক যদি শ্রদ্ধা কৰা তেৱে সম্বৰে সৎসঙ্গ ধৰা। ইদানিক উচ্চ কৰি হৰি বোল হৰি।

শ্লোক : সৎপ্রসঙ্গমহাবীজাদ্ধৰিকীর্ত্তি-শ্রুতিক্রমাৎ।
নৃদেহ-ভূময়ে ভাতি ভগৱদ্ভক্তিসৎফলম্ ॥

---

## সপ্তবিংশ অধ্যায়

### পূজাৰ প্ৰকাৰ

কথা: সাতাইশ অধ্যায়ে পূজাৰ প্ৰকাৰ কহিবা। উদ্ধৱে পুছন্ত: হে ভগৱন্ত, যেমনে ভক্তসৱে তোমাক পূজা কৰি বাঞ্ছিত সিদ্ধি পাৱে, তাক মোত কহা। ভগৱন্তে কহন্ত: জানা উদ্ধৱ, মোৰ পূজা-বিধিৰ অন্ত নাই। তথাপি সংক্ষেপে কহো সাৱধানে শুনা: মোৰ আঠবিধ প্ৰতিমা। শিলাময়, দাৰুময়, মৃন্ময়, চিত্ৰময়, স্বৰ্ণ-ৰজত-তাম্ৰ-পিতলময়।[1] তাতে চল-অচল দুইবিধ আছে। তাতে সকাম ভক্তে প্ৰসিদ্ধ দ্ৰব্য দিয়া মোৰ পূজা কৰিব। নিষ্কাম ভক্তে যথালব্ধ দ্ৰব্যে পূজিব। যাতো মঞি ভক্তৰ জলমাত্ৰেও তুষ্ট হঞো। অভক্ত জনৰ বিস্তৰ বস্তুত তৃপিতি নাযাঞো। (শ্লোক ১—১৯)

আৱে পূজাবিধি শুনা। স্নানাদি কৰি শুদ্ধভাৱে সুবাসিত জলে মোক স্নান কৰাই, পুষ্প-চন্দন-গন্ধ দিয়া বস্ত্ৰ-অলঙ্কাৰে প্ৰতিমাক অলঙ্কৃত কৰি, মোক চিন্তি পূজা কৰিব। মন্ত্ৰ পঢ়ি, পাদ্য-অৰ্ঘ্য-আচমন-নিয়ম মধুপৰ্ক, ধূপ-দীপ, নৈবেদ্য দিব। স্তুতিপাঠ কৰি দণ্ডৱত প্ৰদক্ষিণ কৰিব। সমৃদ্ধ হৈলে অগ্নিত হোম কৰিব। নিতে পিষ্টক-পায়স-অন্ন-ব্যঞ্জন দিব। এমনে মোক পূজা কৰি, ভক্তি মুক্তিক অযত্নে পাৱে। যি নিষ্কামে কৰে, সি সপ্ৰেম ভকতি পাৱে।

---

১. মূলৰ মতে আঠবিধ প্ৰতিমা এই: শিলাময়ী, দাৰুময়ী, স্বৰ্ণাদি ধাতুময়ী, লেপ (চন্দনাদি) ময়ী, লেখময়ী (চিত্ৰ), মৃন্ময়ী, মনোময়ী আৰু মণিময়ী।

যি দেৱ-ব্ৰাহ্মণৰ দ্ৰব্য হৰে, সি অযুতাযুত বৎসৰ নৰকত থাকে। যি হৰিকৰ্ম্ম কৰিতে সহায় ভজে সিও সমফল পাৱে। ( শ্লোক ২০—৫৫ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে সপ্তবিংশোঽধ্যায়ঃ ॥

হে সভাসদসৱ! যাক প্ৰেমভাৱে জলমাত্ৰ দিয়া সৰ্ব্বসিদ্ধি লভে, হেন ভগৱন্তক সততে ভজা। আৰো ভাকি হৰি বোলা হৰি।

শ্লোক: প্ৰেম্ণা পয়োমাত্ৰনিবেদনেন প্ৰীত্যা স্বভক্তায় দদাতি যোঽখিলং।
তং ভাৱগম্যং ভজনীয়পাদং ভজধ্বমাত্ত প্ৰবুদ্ধিযুক্তাঃ ॥

---

# অষ্টাবিংশ অধ্যায়

## জ্ঞান-যোগ

কথা: অষ্টাবিংশ অধ্যায়ে জ্ঞান-যোগ উপসংহৰি কহিবা। ভগৱন্তে বোলন্ত: পৰৰ স্বভাৱ কৰ্ম্মক নিন্দা-প্ৰশংসা নকৰিবা। কৰিলে স্বাৰ্থহানি হয়। যাতো আত্মা বিনে কিছো বস্তু নাই। যদি দেখা সিয়ো মিছা। যাক জানি বিবেকীসৱে স্তুতি-নিন্দা এৰি, সৱাতে সমদৃষ্টিয়ে অসঙ্গ হয়া ফুৰে।
( শ্লোক ১—৯ )

উদ্ধৱে পুছন্ত: আত্মা চৈতন্য, দেহ জড়। তেৱে কাৰ সংসাৰ হয়, আৰু মোক্ষ কহা। ভগৱন্তে বোলন্ত: প্ৰকৃতি-পুৰুষৰ অবিবেকে জীৱৰ মিথ্যা সংসাৰ হয়। তথাপি অজ্ঞানীৰ দুখচে। জ্ঞানীয়েসে দূৰ হয়। এতেকে অজ্ঞানীজনৰ কাম-ক্ৰোধ-লোভ-মোহ দেখি, জ্ঞানীৰ নেদেখি। যাতো আত্মা

দেহেন্দ্ৰিয়-প্ৰাণ-মনক আত্মা নোবোলে। তাৰ সুখ-দুঃখেয়ো আত্মাক নোছোৱে। তথাপি ইসব পৰিত্যাগ কৰে। যাতো তাৰা সঙ্গে অনৰ্থ কৰে। পাছে জীৱন মুক্ত হয়া, দেহাদিকো নেদেখি কৃতাৰ্থ হৱে। এতেকে সাধুসৱে নানা উপায়ে বিঘ্নি প্ৰতিকাৰ কৰি জ্ঞান অভ্যাস কৰে। মোত শৰণাপন্নৰ বিঘ্নশঙ্কাও নঘটে। এতেকে তুমি মোত শৰণ লৱা। ( শ্লোক ১০—৪৪ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে অষ্টাবিংশোঽধ্যায়ঃ ॥

যাৰ পদাশ্ৰয় মহানন্দৰ মূল, হেন পৰমানন্দ নন্দপুত্ৰক আমি উপাসা কৰোঁ। সভাসদসৱ, উচ্চ কৰি হৰি বোল হৰি।

শ্লোক : অহ অমন্দানন্দসন্দোহমস্কন্দপাদসংশ্ৰয়ম্।
তং দেৱং পৰমানন্দং নন্দপুত্ৰমুপাস্মহে ॥

---

# ঊনত্ৰিংশ অধ্যায়

## ভক্তি-যোগ

কথা : ঊনত্ৰিংশ অধ্যায়ে ভক্তি-যোগ উপসংহৰি কহিবা। উদ্ধৱে পুছন্ত : হে ভগৱন্ত, তুমি যি জ্ঞান কহিলা আক বিষয়ীজনৰ পৰম দুষ্কৰ দেখোঁ। এতেকে সুগম মাৰ্গ কহা। হে কমললোচন, বিবেকীসৱে তুমাৰ পাদপদ্মক আশ্ৰয় কৰি সুখে সংসাৰ তৰে। জ্ঞানী-কৰ্মী পুৰু মায়ায়ে মোহিত হুয়া সংসাৰ নতৰে। হে অনাথবন্ধু, অচ্যুত, তুমিয়ে একান্ত ভক্তৰ বশ্য হুৱা। ই চিত্ৰ নহে। যাতো শ্ৰীৰামৰূপে বনৰ বানৰকো সখিত্ব কৰিছা। হেন উপকাৰ স্মৰি কুননো পুৰুষে তুমাক এৰি, কি নিমিত্তে আনক ভজিব। ভজন্তা

জনৰ কি নিসিজিব। যাতো তাৰ মুখুজিলেয়ো সৰ্ব্ব পুৰুষাৰ্থ সিজে। এতেকে দেহ-নিবেদন বিনে, তুমাৰ উপকাৰৰ প্ৰত্যুপকাৰ নাই। যাতো তুমি বাহিৰত গুৰুৰূপে, ভিতৰত আত্মাৰূপে অজ্ঞান দূৰ কৰি, স্বৰূপ প্ৰকাশ কৰা।

( শ্লোক ১—৬ )

ভগৱন্তে বোলন্ত: হে উদ্ধৱ, আৱে সুগম উপায় কহো, সাৱধানে শুনা, যাক শ্ৰদ্ধায়ে আচৰি, অনায়াসে সংসাৰ তৰে। মোত মন দিয়া মোৰ অৰ্থে সকল কৰ্ম্ম কৰিব। মোৰ ভজনত শ্ৰদ্ধা কৰিব। মোৰ কথা শুনিব। মোৰ নাম-কীৰ্ত্তন কৰিব। সমৰ্থ হৈলে, মোৰে যাত্ৰা-মহোৎসৱ কৰাইব। তেৱে সৰ্ব্বভূততে মোক দেখিব। মোতো সৰ্ব্বভূতক দেখিব। এমনে সৱাতে সম-দৃষ্টি হয়া, অনায়াসে মোক লভিব। আতপৰ আন শ্ৰেষ্ঠ উপায় নাই। যাতো নিৰ্গুণ পদে মঞি আপুনি কহিছোঁ। যাৰ অল্পৰো নষ্ট নাই, আৰম্ভ মাত্ৰে কৃতাৰ্থ হৱে, সামান্য কৰ্ম্ম মোতে অৰ্পিলে মহাধৰ্ম্ম হয়। ভক্তি পৰম ধৰ্ম্ম হৈবো তাক কি বুলিবোঁ। এতেকে বিচক্ষণসৱে মোৰ ভকতিৰ যত্ন কৰোক। যাতো মহা অনিত্য দেহেও অমৃত নিত্য মোক পাৱে। এমনে তোমাৰ প্ৰশ্নত ভক্তিজ্ঞান কহিলোঁ। তাক জানিলে লোক কৃতাৰ্থ হয়, অজ্ঞান নাথাকে। আক শ্ৰদ্ধায়ে কথন-পঠন-শ্ৰৱণ কৰিয়ো পৰম পদ পাৱে। এই পৰম ৰহস্য কথা। তুমি যাতে তাতে নকহিবা। শ্ৰদ্ধাপৰ ভক্ততেসে কহিবা। অভক্ত জনৰ অনেক জানিবাৰ আছে। ভক্তৰ পুনু সৱে জ্ঞাতব্য মঞি। এতেকে তুমি মোত এক শৰণ লৱা। যাতো জ্ঞান-যোগাদি কৰি যি ফল পাৱে তাক মোৰ ভক্তে অনায়াসে পাৱে। ( শ্লোক ৭—৩৪ )

শুকে কহন্ত: এই কথা শুনি, উদ্ধৱে প্ৰেমাকুল হয়া কিছো বুলিতে নপাৰিলা। পাছে ধৈৰ্য্য ধৰি, আপুনাক কৃতাৰ্থ মানি প্ৰণাম কৰি অঞ্জলি ধৰি বুলিবে লাগিলা। হে ভগৱন্ত! তুমাৰ সকামতে মোৰ মোহান্ধকাৰ গুচিল। তথাপি তুমি কৃপায়ে জ্ঞান-দীপ অৰ্পিলা। হেন অনুগ্ৰহ জানি, কুনমু পুৰুষে আনত শৰণ পশিব? মোৰ মনৰ সকল মোহ-পাশ ছিৰিল। তথাপি প্ৰাৰ্থনা কৰোঁ, যেমনে মোক্ষ অৱস্থাতো তুমাত ভক্তি ৰহে, তেমনে শিক্ষা দিয়া। যাতো তুমাত শৰণ পশি প্ৰাৰ্থনা কৰো। ( শ্লোক ৩৫—৪০ )

ভগৱন্তে বোলন্ত: ভাল তুমাৰ বাঞ্ছিত কৰিবোঁ। তথাপি তুমি লোক-সংগ্ৰহৰ অৰ্থে বদৰিকাশ্ৰম যাৱা। তথাই মোৰ পদতীৰ্থ গঙ্গাত স্নানাদি কৰি শুদ্ধ হয়া, মোৰ ভক্তি কৰিবা। বাকলি পিন্ধিবা। ফল-মূল খাইবা।

সুখত স্পৃহা এড়িবা। প্ৰাণ-মন-ইন্দ্ৰিয় দমিবা। কাম-ক্ৰোধ এড়িবা। অন্তে মোকে চিন্তিবা, মুখে নাম লৈবা। তেৱে তিমি শুণ এবাই মোক পাইবা। শুকে কহন্ত: ভগৱন্তৰ এই বাক্য শুনি উদ্ধৱে প্ৰদক্ষিণ কৰি, দণ্ডৱতে পৰি, কৃষ্ণৰ চৰণ শিৰত থৈ নেত্ৰজলে ছুয়ো পদ তিয়াইলা। বিয়োগে বিহ্বল হয়া কৃষ্ণক এৰিবে নপাৰি মহাছুঃখ পাইলা। হেন দেখি কৃষ্ণে কৃপায়ে পাছুকা যুগল দিলা। তাক শিৰত ধৰি, কৃষ্ণআজ্ঞা মানি তাঙ্কে মনত চিন্তি লড়ি গৈলা। পাছে বদৰিকাশ্ৰম যায়া ভক্তি কৰি ভগৱন্তক পাইলা। এই কথা যি শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰে সি মুক্ত হৈব। তাক কি বুলিবোঁ। যাতো তাৰ সঙ্গেয়ো জগত কৃতাৰ্থ হৈব। হেন জানি পুৰুষোত্তম কৃষ্ণক প্ৰণাম কৰোঁ।

( শ্লোক ৪১—৪৯ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে উনত্ৰিংশোঽধ্যায়ঃ ॥

যি ভগৱন্তে যোগমাৰ্গত কৰি ভক্তিমাৰ্গ সুগম কহিলা, হেন দেৱ দেৱ ভগৱন্তক মঞি প্ৰণাম কৰোঁ। সামাজিকসৱ হৰি বোল হৰি।

শ্লোক : যো যোগমাৰ্গাদপি ভক্তিমাৰ্গমবোচদাৰ্য্যজনতা বিমুক্তৌ।
তন্দেৱ দেৱং প্ৰণমামি কৃষ্ণমষ্টাঙ্গযোগৈকফলং বিশিষ্টম্ ॥



# ত্ৰিংশ অধ্যায়

## যদুকুল-ক্ষয়

কথা : ত্ৰিশ অধ্যায়ে যদুকুল ক্ষয় কহিবা। ৰাজা পৰীক্ষিতে প্ৰশ্ন কৰন্ত : হে মহামুনি! মহাভাগৱত উদ্ধৱ বনক গৈলে, দ্বাৰকাত কৃষ্ণে কি কৰ্ম্ম কৰিলা? যাৰ মূৰ্ত্তিয়ে সকল ইন্দ্ৰিয়ৰ প্ৰীতি দেই, যি ৰূপ সন্তৰ কৰ্ণৰন্ধ্ৰে প্ৰৱেশিয়া হৃদয়ত লেখিত হেন ৰহে, যাক দেখি নাৰীসৱে চক্ষু আন ভিতি নিবে নপাৰিল, যাক বৰ্ণাইলে বাক্যসৱো পৰম সুন্দৰ হয়, কবিয়ো জগত পূজ্য হয়, যাক বীক্ষণে অৰ্জ্জুনৰ ৰথত দেখি যুদ্ধত প্ৰাণ এৰি, সাৰূপ্য পায়া আছে হেন ৰূপক কেমনে অন্তৰ্দ্ধান কৰিলা, আক মোত কহা। (শ্লোক ১—৩)

শুকে কহন্ত : দ্বাৰকা নগৰত অনেক বিমঙ্গল দেখি, ভগৱন্ত কৃষ্ণে সভাতে বোলন্ত : হে যাদৱসৱ! দেখা, নগৰত অনেক উৎপাত উঠি আমাৰ মৃত্যু সূচাইছে। এতেকে ইঠাই থানিক নথাকি স্ত্ৰী-বাল-বৃদ্ধসৱে দ্বাৰকাক যাউক। আমি সৱে প্ৰভাসক যাওঁ। তাত স্নান-তৰ্পণ কৰি ব্ৰাহ্মণসৱকো মহাদান দিবো। তেৱে তাসম্ভৰ আশীৰ্ব্বাদে আমাৰ কুশল হৈব। হেন শুনি সকল যদুবংশে আসৱ [illegible] প্ৰভাসক গৈলা স্নান-দান কৰি কৃষ্ণৰ মায়াত মোহিত হুয়া বাৰুণী-সুৰা পান কৰিল। তাৰ ৰসে হতবুদ্ধি হয়া, মহামত্ত কলহ লগাইলা। যুদ্ধো কৰিল, অস্ত্ৰ-শস্ত্ৰে প্ৰহাৰিল। ৰথ, গজ, অশ্ব, উট, গৰ্দ্দভ, গো, মহিষে [illegible] উঠি অঙ্গে অঙ্গ কাটা-কাটি কৰিল। [illegible]

অক্রুৰ ভোজে, সুভদ্রে সংগ্রামজিতে, সুমিত্রে সুৰথে, দুই গদাই সমৰ কৰিল। ( শ্লোক ৬—১৭ )

দাশাৰ্হ বংশ, বৃষ্ণি বংশ, সাত্বত বংশ, মধুবংশ, বিসৰ্জ্জন বংশ, কুকুৰ বংশ, কুন্তী বংশ আৰাসৱো স্নেহ এৰি, ঘোৰ যুদ্ধ কৰিল। অৰ্ব্বুদ, মাথুৰ, শূৰ-সেনবাসী লোকসৱো লগতে যুঁজিল। তাতে পিতৃক পুত্রে, ভাতৃক ভাতৃয়ে, ভাগিন মাতুলে, খুড়া ভাতিজে, মিত্রক মিত্রে, সুহৃদক সুহৃদে প্রহাৰ কৰিল। এমনে ধনু-শৰ-অস্ত্র ক্ষয় হৈলে মুষ্টি কৰি এৰকা ধৰিল। ধৰা মাত্রকে এৰকা বজ্রসম পৰিঘ হৈল। সেই পৰিঘে কুবা-কুবি কৰি অনেক মৰিল। তাক নিবাৰিতে ৰাম-কৃষ্ণকো বধিবে খোজে। হেন দেখি দুয়ো এৰকা মুষ্টি ধৰি, অনেক বধিলা। এমনে সকল বংশ নষ্ট হৈলে, ভূভাৰ হৰিলোঁ বুলি কৃষ্ণে মানিলা। বলভদ্রো ঈশ্বৰ ধাৰণা কৰি দেহ এৰিলা। হেন দেখি কৃষ্ণো অশ্বত্থৰ মূল গৈয়া, দিব্য চতুর্ভুজ ৰূপ ধৰি ভূমিতে বসিলা, যাৰ কান্তিয়ে দশো-দিশ প্ৰকাশ কৰে। মেঘশ্যাম, পীতবাস, সুন্দৰ মুখ, কমলনয়ন, নীল কুঞ্চিত কেশ, কিৰীটি কুণ্ডল, কটি শুদ্ধ যজ্ঞসূত্র, অঙ্গদ বলয়, হাৰ-নূপুৰ, অঙ্গুৰী, কৌস্তুভ, বনমালা যুক্ত। মূৰ্ত্তিমন্ত অস্ত্রসৱে উপাসা কৰিছে। দক্ষিণ উৰুত বাম পাদপদ্ম থাপিছা। সেইবেলা জৰা ব্যাধে মুষলাৱশেষ লৌহশৰ ধৰি, মৃগমুখাকাৰ চৰণ দেখি মৃগ শঙ্কায়ে শৰ হানিল। ( শ্লোক ১৮—৩৩ )

পাছে চতুর্ভুজ ৰূপ দেখি মহাভয়ে চৰণত পৰি, বুলিবে লাগিলা। হে পৰমেশ্বৰ, মঞি নজানি মহাপাপ কৰিলোঁ। যাৰ স্মৰণ মাত্রে অজ্ঞান-অন্ধকাৰ দূৰ হয়, তান্ত মঞি শৰ হানিলোঁ। এতেকে আউৰ অপেক্ষা নালাগে, সত্বৰে কাটা। পুনু যেন মহন্তক অপকাৰ নকৰোঁ। ভগৱন্তে বোলন্ত: হে জৰা, তঞি ভয় নকৰিবি। যাতো মোৰ বাঞ্ছিত কৰিলি। এতেকে মোৰ আজ্ঞায়ে স্বৰ্গক লড়। হেন শুনি তিনিবাৰ প্ৰদক্ষিণ কৰি বিমানে স্বৰ্গক গৈলা। দাৰুকো কৃষ্ণক বিচাৰিতে তুলসীৰ গন্ধ পায়া সম্মুখে যায়া অশ্বত্থমূলত স্বামীৰ দিব্যৰূপ দেখি, স্নেহে আকুল হয়া চৰণত পৰি, অনেক কাৰ্পণ্য বুলিল। এতেকে অশ্বসমে ৰথ উপৰক গৈলা। তাক দেখি দাৰুক বিস্ময় হৈল। ভগৱন্তে বোলন্ত: হে সাৰথি, তুমি দ্বাৰকাক যাবা, বন্ধুসৱৰ কুলক্ষয়, ৰাম-নিৰ্য্যাণ মোৰ অৱস্থা কহিবা। তোৰাসৱে আউৰ দ্বাৰকাত নথাকিবা। যাতো মঞি এৰা মাত্রে সাগৰে বুৰাইবে। এতেকে সপৰিৱাৰে আমাৰো পিতৃক লৈয়া ইন্দ্ৰপ্ৰস্থ যাইবা। পন্থত অৰ্জ্জুনে ৰক্ষা কৰিবা। তুমি পুনু

সৰ্ব্ব সঙ্গ এৰি মোত ভক্তি কৰিবা। আউৰ কিছো খেদ নকৰিবা। যাতো মোৰ ইচ্ছায়েসে শৰীৰত শৰ পৰি আছে। নিজমূৰ্ত্তি অন্তৰ্দ্ধান হৈল।

( শ্লোক ৩৪—৫০ )

শ্ৰীভাগৱত কথায়াং একাদশস্কন্ধে ত্ৰিংশোঽধ্যায়ঃ ॥

হে লোকসব, দেখ, আতি শুদ্ধ যদুবংশো একক্ষণে নাশ হৈল। আক জানি, সমৃদ্ধিক বিনাশী জানি সৎবে হৰিচৰণ ভজা। প্ৰথমে নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : সুসমৃদ্ধ-যদুবংশনাশমালোক্য তৎক্ষণাৎ।
দেহাগুনিশ্চিতং জ্ঞাত্বা দ্ৰুতং হৰিপদং ভজেৎ ॥

---

# একত্ৰিংশ অধ্যায়

## শ্ৰীকৃষ্ণৰ বৈকুণ্ঠাৰোহণ

কথা : একত্ৰিশ অধ্যায়ে শ্ৰীকৃষ্ণৰ বৈকুণ্ঠাৰোহণ কহিবা। শুকে কহন্ত : পাছে ব্ৰহ্মা, ৰুদ্ৰ, ইন্দ্ৰ প্ৰমুখ্যে দেৱ-পিতৃ-মুনি-সিদ্ধগণ কৃষ্ণৰ প্ৰয়াণ দেখিবে ইচ্ছাই আসি গীত-নৃত্য-বাদ্য কৰি পুষ্প বৰষিল। ভগৱন্তো তাবাক দেখি সমাধি কৰি চক্ষু মুদিল। সেই শৰীৰে বিদ্যুৎ হেন বৈকুণ্ঠে গৈল। তাক নেদেখি দেৱগণ বিস্ময় হুয়া প্ৰশংসা কৰি স্বস্থানে গৈলা। কৃষ্ণৰ জগতে ভূমিৰ পৰা সুধৰ্ম্মা সভাও গৈল। জানা ৰাজা। ভগৱন্তৰ জন্ম-মৰণ লীলাক নটৰ হেন মায়া জানিবা। বাস্তৱ নঘটে; যাতো সদায় স্বৰূপত থাকা। দেখ, মনুষ্য আকাৰে যমালয় হন্তেও গুৰুপুত্ৰ আনিলা। ব্ৰহ্মাস্ত্ৰ দগ্ধ তুমাকো

ৰাখিলা। রুদ্রকো জিনিলা। সশৰীৰে ব্যাধক স্বৰ্গক নিলা। তেওঁ কি আপুনাক ৰাখিতে নপাৰিলা। তথাপি কুল সংহৰি ইঠাই ৰহিবে ইচ্ছা নকৰিলা। যাতো আত্মনিষ্ঠসৱক দিব্যগতি প্ৰধান দেখাইলা। হেন নহেলে তাৰায়ো যোগবলে ইঠাই ৰহিতে যত্ন কৰিল হৈ। এই কথাক যি শ্ৰৱণ-কীৰ্ত্তন কৰে, সিয়ো সেই গতি পায়ে। দাৰুকো দ্বাৰকাৰ গৈয়া, বসুদেৱ-উগ্ৰসেনৰ চৰণত পৰি কান্দিয়া সকল বৃত্তান্ত কহিলা। তাক শুনি সৰ্ব্বলোকে শোকে আকুল হয়া সত্বৰে সেই ঠাই গৈয়া, অনেক বিলাপ কৰিলা।

( শ্লোক ১—১৭ )

দেৱকী, বসুদেৱ, ৰোহিণী কৃষ্ণ-ৰাম পুত্ৰক নেদেখি, শোকে মূৰ্চ্ছিত হয়া প্ৰাণ এৰিলা। রুক্মিণী আদি কৃষ্ণপত্নীয়ো স্বামীক নপায়া, তন্ময় হৈয়া অগ্নিত প্ৰৱেশিলা। আন স্ত্ৰীসৱো পতিক আলিঙ্গি শোকে অনুগমন কৰিলা। অৰ্জ্জুনো কৃষ্ণ-বিৰহে আতুৰ হয়া, তাৰ বাক্যসৱ সুমৰি কিছো সুস্থ হয়া, জ্ঞাতি-গণৰ দাহাদি কাৰ্য্য কৰাইলা। কৃষ্ণ বৈকুণ্ঠক গৈলে দ্বাৰকা নগৰক সাগৰে ডুবাইলা। কেৱল কৃষ্ণৰ মুখ্যগৃহ মাত্ৰ ৰহিলা। পাছে অৰ্জ্জুনে স্ত্ৰী-বাল-বৃদ্ধ-সৱক লৈয়া, ইন্দ্ৰপ্ৰস্থ গৈয়া বজ্ৰক ৰাজা পাতিলা। পাছে যুধিষ্ঠিৰে অৰ্জ্জুনৰ মুখে সকল কথা শুনি তোমাক ৰাজা পাতি মহাপথ গৈলা। এই কথাক যি শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰে সি সৰ্ব্ব পাপ এৰাই কৃষ্ণত ভকতি পাৱে।

( শ্লোক ১৮—২৮ )

শ্ৰীভাগৱতকথায়াং একাদশস্কন্ধে একত্ৰিংশোঽধ্যায়ঃ ॥

এই স্কন্ধে এইমানে সমাপত। হে লোকসৱ দেখ! ভগৱন্ত কৃষ্ণ সৰ্ব্ব সমৰ্থ হয়ো, মনুষ্য-দেহক অনিত্য জনাইবে লাগি পৃথিৱীত নৰহিলা। হেন জানি সত্বৰে কৃষ্ণপদ ভজা। এই স্কন্ধৰ এহিমানে অৰ্থ বুজিবা। যাত ভগৱন্তে জ্ঞান-ভকতি কৰ্ম্ম কহি, লোকৰ মুক্তিপন্থ দেখাইলা। তাতে ভকতিক শ্ৰেষ্ঠ জানিবা, যাত ভগৱন্ত বশ্য হন্ত। হে কৃষ্ণ, স্বজন-বৎসল, পৰমানন্দ, তুমাৰ পাদপদ্মত মোৰ কোটিবাৰ প্ৰণাম। কিঞ্চিত কৃপা কৰা। যেমনে আন চিন্তা এৰি তোমাত ৰতি ৰহে। মোৰ তুমি বিনে আন সুহৃদ নাই। যাক অজ্ঞানত বন্ধু বুলিছো, সি পুনু কেৱল শত্ৰুহে। এতেকে মঞি অনাথৰ নাথ হুৱা। সামাজিকসৱো ডাকি হৰি বোল হৰি।

শ্লোক : নৃলোকানিত্যজা অন্যো সমর্থোঽপি বপুর্বৃতঃ।
নারশেষয়েদিত্যেবং জ্ঞাত্বা কৃষ্ণপদং ভজেৎ॥
এবমেকাদশস্কন্ধে ভক্তিজ্ঞান ক্রিয়া ভিদাঃ।
যেনোক্তা জনমুক্ত্যর্থং তস্মৈ কৃষ্ণায় মে নতিঃ॥
নমামি শিরসা কৃষ্ণং আত্মনিষ্ঠজনেষ্টদং।
দামোদরস্বরূপেন যেনৈষা দিক্ প্রকাশিতা॥

একাদশ স্কন্ধ সমাপ্ত

# দ্বাদশ স্কন্ধ

## প্ৰথম অধ্যায়

শ্লোক

যন্নামধেয়ধ্বনিতৈৰ্বিধুনন্তি পাপং
সত্যং কলাবপি তৰন্তি দুৰন্ত তাপম্ ।
বিন্দন্তি চামৃতপদং পৰমাত্মভূতাঃ
তস্মৈ নমোঽস্তু হৰয়ে গুৰৱে পৰায় ॥

আশ্ৰয়

কথা : যাৰ নাম-কীৰ্ত্তন ধ্বনি কৰি কলিৰ লোকেয়ো পাপ এড়াই সংসাৰ তৰি পৰম গতি পাৱে, হেন হৰিগুৰু পৰমেশ্বৰক প্ৰণাম কৰো। দ্বাদশ স্কন্ধত ত্ৰয়োদশ অধ্যায়ে আশ্ৰয় কহিবা। অধিষ্ঠান ৰূপে ঈশ্বৰ, অবিধি ৰূপে ব্ৰহ্ম। এতেকে বুদ্ধিমন্তসৱে আশ্ৰয় ভগৱন্তক আশ্ৰয় কৰিতে বিলম্ব নকৰোক। এই নিমিত্তে চাৰি অধ্যায় কাল বৈষম্য কহিবা। তাত ছয় অধ্যায় শুক-পৰীক্ষিতৰ কথা, সাত অধ্যায় সূতে সৌনকাদিত কহিবা। তাত প্ৰথম অধ্যায় মাগধ বংশৰ ভাবীৰাজাসৱ কহিবা। ( শ্ৰীধৰ স্বামীৰ টীকা )

শুকে কহন্ত : জানা ৰাজা, নৱম স্কন্ধত মাগধ বংশত যি পুৰঞ্জয় নাম ৰাজা কহিছো, তাৰ পাত্ৰে ৰাজাক বধি পুত্ৰ প্ৰদ্যোতনক ৰাজা পাতিব। তাৰ

পৰা পঞ্চম পুৰুষে আঠত্ৰিংশ অধিক শত বৎসৰ ৰাজ্য কৰিব। তাত পাছে শিশুনাগৰ পৰা দশ ৰাজাএ তিনিশ ষাঠি বৎসৰ ৰাজ্য কৰিব। পাছে নন্দৰাজায় ক্ষেত্ৰিয় উচ্ছন্ন কৰি আঠ পুত্ৰ সমে একছত্ৰে শত বৎসৰ ৰাজ্য কৰিব। তাত পাছে ৰাজাসৱ ম্লেচ্ছসম অধাৰ্ম্মিক অসত্যবাদী হৈব। অল্পমাত্ৰ দিব, ক্ৰোধ বিস্তৰ কৰিব। গো-ব্ৰাহ্মণক অপকাৰ কৰিব। প্ৰজাসৱৰো ধন, সৰ্ব্বস্ব, ভাৰ্য্যায়ো হৰিব। প্ৰজাসৱো ৰাজাৰ ধৰ্ম্ম ধৰি অন্যে অন্যে বিবাদাদি কৰি নষ্ট হৈব। ( শ্লোক ১—৪১ )

শ্ৰীভাগৱতকথায়াং কবিৰত্নকৃতায়াং দ্বাদশস্কন্ধে প্ৰথমোঽধ্যায়ঃ ॥

হে সাধুসৱ, সন্তৰ আশ্ৰয় ভাগৱন্ত কৃষ্ণক মঞি আশ্ৰয় কৰো। সামাজিক-সৱো হৰি বোল হৰি ॥

শ্লোক ঃ সৎ সংশ্ৰয়ং শ্ৰিয়ঃ কান্তং শ্ৰেয়সামেকবল্লভং।
নিঃশ্ৰেয়সকৰং কৃষ্ণমহমাশ্ৰয়মাশ্ৰয়ে ॥

---

# দ্বিতীয় অধ্যায়

## কলিৰ দোষ ঃ কল্কি অৱতাৰ

কথা ঃ দ্বিতীয় অধ্যায়ে কলিৰ দোষ কল্কি অৱতাৰ কহিবা।

শুকে কহন্ত ঃ জানা ৰাজা, কলিযুগত অনুদিনে লোকৰ ধৰ্ম্ম-সত্য-শৌচ-ক্ষমা টুটি যাইব। বল-আয়ু-স্মৃতিও হৰিব। বিত্তেহে কুলাচাৰ বৃত্তি হৈব। বলেসে ধৰ্ম্ম ন্যায়ৰ কাৰণ হৈব। অভিৰুচিসে বিবাহৰ কাৰণ হৈব। ক্ৰয়-বিক্ৰয়ত কপট কৰিব। যজ্ঞসূত্ৰে মাত্ৰ ব্ৰাহ্মণ বোলাইব। দণ্ড-কমণ্ডলুৱে সন্ন্যাসী। বহু ভাষণে পণ্ডিত। দৰিদ্ৰ হৈলে অসাধু হৈব। দম্ভ হৈলে সাধু, স্বীকাৰ মাত্ৰ বিবাহ; স্নানে অলঙ্কাৰ, উদৰ ভৰণে স্বাৰ্থ, কুটুম্ব পোষণে দক্ষ, যশস্তাৰ অৰ্থে ধৰ্ম্ম কৰিব। ( শ্লোক ১—৫ )

এমনে দুষ্ট প্ৰজাসৱে পৃথিৱী ব্যাপিলে চাৰিয়ো জাতিতে যেই বলৱন্ত সেই ৰাজা হৈব। ৰাজা হুয়া প্ৰজাক নানামতে দুঃখ দিব। লোকসৱো নানামতে পীড়া পাইব। ত্ৰিংশ বিংশ মাত্ৰ মনুষ্যৰ আয়ু হৈব। কলিৰ দোষে ধৰ্ম্ম নষ্ট হৈলে পাষণ্ডে ৰাজ্য ঢাকিব। ৰাজাসৱো দস্যুৰ কৰ্ম্ম কৰিব। লোকসৱো চৌৰ্য্য-অসত্য-হিংসাবৃত্তি ধৰিব। চাৰিও জাতি শূদ্ৰৰ আচাৰ ধৰিব। ধেনুসৱো ছাগ তুল্য হৈব। শস্যসৱো অল্প মাত্ৰ ফলিব। গৃহ-সৱো ধৰ্ম্মহীন হৈব। ৰাজ্যতো হৰিকথা নপ্ৰৱৰ্ত্তিব। ( শ্লোক ৬—১৭ )

তেৱেসে শম্ভল গ্ৰামত বিষ্ণুযশা নাম ব্ৰাহ্মণৰ গৃহত কল্কি অৱতাৰ হৈবা। দেৱদত্ত অশ্বত উঠি মহাগুণ মহিমায়ে খড়্গ ধৰি সকল দস্যু ছন্ন কৰিবা। তানে দেহৰ চন্দন-গন্ধ পায়া লোকৰ মন প্ৰসন্ন হৈব। নিৰ্ম্মল মনত বাসুদেৱৰ স্থিতি হৈলে সাত্বিক প্ৰজা বৃদ্ধি হৈব। তেৱে সত্যযুগ প্ৰৱৰ্ত্তিব। চন্দ্ৰ-সূৰ্য্যৰ বংশৰ দেৱাপি-মৰুত হৰিৰ আজ্ঞায়ে ৰাজা হুয়া যথাধৰ্ম্মে প্ৰজাপালন কৰিব।

( শ্লোক ১৮—৩২ )

যেখন কৃষ্ণ বৈকুণ্ঠ গৈলা, তেখনৰে পৰা কলিযুগ প্ৰৱৰ্ত্তিব। যাত লোক-সৱ পাপত প্ৰৱৰ্ত্তে। পাচে প্ৰদ্যোতনৰে পৰা বৃদ্ধি হুয়া নন্দৰাজাকে ৰাজা পাতি ক্ষত্ৰিয় বৃদ্ধি হৈব। পাছে দেৱৰ বংশৰে দ্বাদশ বংশৰ অনন্তৰে সত্য-যুগ হৈব। এমনে অনুক্ৰমে লোকত চাৰিযুগ প্ৰৱৰ্ত্তে।

এমনে কলিৰ লোকৰ বহু দুঃখ দেখাইলা। তাতে ভকতিকে শ্ৰেষ্ঠ জানিবা। যাত ভগৱন্তে বশ্য হোন্ত। হে কৃষ্ণ, স্বজনবৎসল, পৰমানন্দ, তোমাৰ পাদপদ্মত মোৰে কৌটিবাৰ প্ৰণাম কৰো। কিঞ্চিতমান কৃপা কৰা। যেমনে আন চিন্তা এড়ি তোমাতে ৰতি ৰহে।

কলিৰ ৰাজাসৱৰে যেমত দুঃখ হেতু পুনু শুকে কহন্ত: আৰাসৱে পৃথিৱীকে মমতা কৰি সৱেয়ো নষ্ট হৈল। যি দেহ মৰি বিষ্ঠা-কীট ভক্ষ্য হয় তাৰ অৰ্থে ভূতদ্ৰোহ কৰি মৰে, সি আপুনাৰে স্বাৰ্থ জানে। যাত ভূতদ্ৰোহ নৰক হয়। যিটো ৰাজাসৱে পৰাক্ৰম বলে পৃথিবী ভোগ কৰিল, তাৰাসৱকো কালে সংহৰিল, ৰাজ্যাদি কিছো নৰহিল। কেৱল কীৰ্ত্তিমাত্ৰ ৰহিল। ( শ্লোক ৩৩—৪৪ )

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে দ্বিতীয়োঽধ্যায়ঃ ॥

হে লোকসৱ দেখ, যি জীৱসৱ লোকক হিংসা কৰি, আপুনাৰ জীৱিকা-

মাত্র কৰে, সি অৰণ্যে নৰকত পড়ে। হেন জানি প্ৰাণীহিংসা তেজি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক ঃ যে জীৱন্তি হি জীৱানাং জীৱা জীৱনহিংসয়া।
তেষামিষ্টফলং দৃষ্টং শিষ্টং নৰকসেৱনম্॥

---

# তৃতীয় অধ্যায়

## ভূমিগীত

কথা ঃ তৃতীয় অধ্যায়ে ভূমিগীত কহিবা। শুকে কহন্ত ঃ জানা ৰাজা, আপুনাক জয়াকাংক্ষী ৰাজাগণ দেখি পৃথিৱী হাসন্ত। অহো, মৃত্যুৰো বশ্যসবে মোক জিনিবে খোজে। তাৰাৰ বাঞ্ছাসব কেৱলে বিফল। যাতো জলবিম্ব সম দেহত বিশ্বাস কৰি, আশা-পাশে বন্ধ হুয়া অন্তকক নেদেখে, যাক এড়ি মনু, মনুপুত্ৰসবো মৰিল, হেন মোকে অবুদ্ধিসবে জিনিবে খোজে। তাৰাৰে বাঞ্ছাসব কেৱল বিফল। মোৰ নিমিত্তে পিতৃ-পুত্ৰয়ো বিৰোধ আচৰে। পুৰুৰৱা আদি ৰাজাসবো মোতে মমতা কৰি নষ্ট হৈল। কেৱল কীৰ্ত্তিমাত্ৰ ৰহিল। হেন জানি লোকে যদি হৰিভক্তি বাঞ্ছা কৰে, তেৱে সদায়ে হৰিত ভক্তি কৰোক। যাক দেৱসবো গাৱে। যাক একবাৰ গাইলেয়ো অনেক জন্মৰ অমঙ্গল নষ্ট হয়। (শ্লোক ১—১৫)

ৰাজা পোছন্ত : হে শুক, যি উপায়ে লোকে কলিমল দূৰ কৰিব তাক মোত কহা। যুগ যুগৰ ধৰ্ম, প্ৰলয়ৰ কাল, কালৰ গতিকো কহা। শুকে কহন্ত : সত্যযুগত লোকসৱত সম্পূৰ্ণ ধৰ্ম প্ৰবৰ্ত্তে। প্ৰজাসৱো শান্ত-দান্ত, সন্তুষ্ট হৰিভকত। ত্ৰেতাযুগত অধৰ্ম্মে ধৰ্ম্মৰ একপাদ হীনে প্ৰজাসৱো ধৰ্ম্ম-কৰ্ম্মপৰ হোৱে। দ্বাপৰযুগতে ধৰ্ম্ম অৰ্দ্ধেক টুটে, প্ৰজাসৱো যশস্তাপৰ, মহা-গৃহস্থ, হৃষ্ট-পুষ্ট। কলিযুগত ধৰ্ম্মৰ তিনিপাদ হৰিব, অন্তত সিয়োপাদ নষ্ট হৈব। প্ৰজাসৱো নিৰ্দ্দয়, দুৰাচাৰ, কলহপ্ৰিয়, কামুক, বিত্তহীন হৈব ; দস্যুসৱে ৰাজ্য মাৰিব, পাষণ্ডসৱে বেদক নিন্দিব, ৰাজায়ো প্ৰজাৰ ধনাদি হৰিব, বিপ্ৰসৱো শিশ্নোদৰপৰ হৈব। ব্ৰহ্মচাৰীয়ো ব্ৰত নকৰিব। গৃহস্থো ভিক্ষা নেদিব। তপস্বীসৱো গ্ৰামতে ৰহিব। সন্ন্যাসীসৱো অৰ্থলোভী হৈব। স্ত্ৰীসৱো প্ৰায়ে বেশ্যা হৈব। বিস্তৰ আহাৰ কৰিব। বহু অপত্যক জন্মাইব। কাতো লজ্জা নকৰিব। সদায় কটুৰ বুলিব। চৌৰ্য-মায়া সাহ আচৰিব। ভৃত্যে দৰিদ্ৰ পতিক এড়িব। পতিয়ো আসক্তে স্ত্ৰীমুখতে জীব। সৰ্ব্বলোকে সগোত্ৰকো বিবাহ কৰিব। ভাৰ্য্যাৰ সম্বন্ধেসে কুটুম্ব মানিব। শূদ্ৰসৱো উত্তম বেশ ধৰি দান-প্ৰতিগ্ৰহ কৰিব। অধাৰ্ম্মিকসৱো ধৰ্ম্ম বখানিব। সৰ্ব্বত্ৰে লোকৰ ভয় নুগুচিব। দুৰ্ভিক্ষতো কৰতো পীড়া লভিব। অনাবৃষ্টিতো দুঃখ পাইব। এমনে লোকে অন্ন-বস্ত্ৰাদিহীন হুয়া পিশাচৰ সম হৈব। পঞ্চগণ্ডাৰ নিমিত্তেয়ো বিবাদ কৰি প্ৰাণক তেজিব। জ্ঞাতিকো বধিব। বৃদ্ধসৱকো পুত্ৰে নুপুষিব। আৰো কলিত মহা অধৰ্ম্ম শুনা : যাক ত্ৰৈলোক্যনাথ সৱো প্ৰণাম কৰে, হৰিনাম অনিচ্ছাতো উচ্চৰি কৰ্ম্মবন্ধ এড়াই পৰম গতি পাৱে, হেনয় জগতগুৰু ভগৱন্তক লোকে নভজিব। যাতো পাষণ্ডে মতিভেদ কৰিব।

( শ্লোক ১৬—৪৪ )

আৱে কলিমলনাশক উপায় শুনা : মনত হৰি প্ৰকাশ হৈলে লোকৰ কলিকৃত্য সকলো দোষ হৰে। শ্ৰৱণ, কীৰ্ত্তন, ধ্যান, পূজন, আদৰ কৰিয়ো অযুত জন্মৰ পাপ দূৰ কৰে। যেন সুৱৰ্ণৰ মলাক অগ্নি বিনে আনে দূৰ নকৰে, তেমনে হৰিক চিন্তিলেসে পুৰুষৰ সকলে পাপ দূৰ কৰে। তপ আদিও তেমনে শুদ্ধি নকৰে। যেমনে হৰি হৃদয়ত থাকিলে চিত্তশুদ্ধ হয়। এতেকে তুমি সাৱধানে কায়-বাক্য-মনে মৰণ সময়তে হৰিক চিন্তা। তেৱে পৰম গতি লভিবা। যাতো ম্ৰিয়মাণবেলা হৰিক চিন্তিলে তান স্বৰূপ পায়। এতেকে দোষৰ সমুদ্ৰ কলিৰো এক মহাগুণ আছে, যাতো কীৰ্ত্তনমাত্ৰে সংসাৰ এড়াই

পৰম পদ পাৱে। সত্যত ধ্যান কৰি, ত্ৰেতাত যজ্ঞে যজি, দ্বাপৰত পূজা কৰি যি গতি পাৱে, তাক কলিত নাম-কীৰ্ত্তনমাত্ৰে পাৱে। (শ্লোক ৪৫—৫২)

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে তৃতীয়োঽধ্যায়ঃ ॥

হে সাধুসব দেখ, দোষৰ সাগৰ কলিতো হৰিনাম কীৰ্ত্তন এক মহাৰত্ন আছে, যি সৰ্ব্বপাপ হৰে, সৰ্ব্বকামো পূৰে। হেন জানি সৰ্ব্বলোকে নিৰন্তৰে হৰি বোল হৰি।

শ্লোক ঃ দোষসিন্ধোঃ কলেৰেকং ৰত্নং শ্ৰীহৰিকীৰ্ত্তনং।
সৰ্ব্বাৰ্থসাধকং সৰ্ব্বপাপ-তাপ-নিবাৰকম্ ॥

---

## চতুৰ্থ অধ্যায়

### চাৰিবিধ প্ৰলয়

কথা ঃ চতুৰ্থ অধ্যায়ে চাৰিবিধ প্ৰলয় কহিবা। শুকে কহন্ত ঃ জানা ৰাজা, তোমাত পৰমাণু আদি দ্বিপৰাৰ্দ্ধ পৰ্য্যন্তে কালৰ গতি তৃতীয় স্কন্ধতে কহিছো। আৰে কল্প প্ৰলয়ৰ মান শুনা। চাৰি হাজাৰ যুগে ব্ৰহ্মাৰ একদিন, তাকে কল্প বুলি, যাত চৌধ্য মনু হয়। তাৰ অন্তত প্ৰলয়, তাকে ব্ৰহ্মাৰ ৰাত্ৰি বুলি, যাত তিনিয়ো লোক নষ্ট হয়। আকে নৈমিত্তিক প্ৰলয় বুলি, যাত ব্ৰহ্মা নাৰায়ণ সমে শয়ন কৰন্ত। এমন দিন-ৰাত্ৰিৰ ক্ৰমে ব্ৰহ্মাৰ শত বৎসৰ ভৈলে মহাপ্ৰলয় বুলি, যাত পাছে কাৰ্য্য সমে সাতো প্ৰকৃতি লয় যাই। আৰে তাৰ ক্ৰম শুনা ঃ শতেক বৎসৰ ভূমিত নবৰিষে। লোকসৱো নিৰন্ন ছয়া ক্ষুধাতে নাশ হয়। পাঁচে সূৰ্য্যৰ ৰসকে প্ৰচণ্ড ৰশ্মিৰে আকৰ্ষিব ৰশ্মিৰে

শোষন্ত। অনন্তৰ মুখাগ্নিয়ে সৰ্ব্বলোকক দহে। তেৱে দগ্ধ-গোময়পিণ্ডসম ব্ৰহ্মাণ্ড প্ৰকাশে। ( শ্লোক ১—১০ )

পাছে শত বৎসৰমানে বায়ু বহে। শত বৎসৰ মেঘে বৰিষে। তেৱে সকল ব্ৰহ্মাণ্ডক জলে ব্যাপয়। তেৱে অনুক্ৰমে পঞ্চমহাভূত লয় যাই। গন্ধ-স্পৰ্শ-ৰূপ-ৰস-শব্দ-তন্মাত্ৰাসমে তামস অহঙ্কাৰত পশে। ইন্দ্ৰিয় দেৱগণো ৰাজস সাত্ত্বিক অহঙ্কাৰে যাই। সাত্ত্বিক অহংকাৰো দেৱগণসমে মহত্তত্ত্বত পশে। মহত্তত্ত্বো গুণ দ্বাৰায় প্ৰকৃতিক পাৱে। প্ৰকৃতিয়ো পুৰুষত লয় যাই।

যাতো অনাদি অনন্ত, নিত্য কাৰণ অব্যয়, আকে প্ৰাকৃত প্ৰলয় বুলি। মোক্ষকে আত্যন্তিক লয় বুলি, যাত ব্ৰহ্মজ্ঞানে সৰ্ব্ব প্ৰপঞ্চ লয় হয়, কেৱল অদ্বিতীয় ব্ৰহ্ম ৰহন্ত। ( শ্লোক ১১—৩৪ )

আৱে নিত্য প্ৰলয় শুনা : সকল লোকৰে সদায় উৎপত্তি-প্ৰলয় বুজিবা। যাতো কালবেগে দ্বীপৰ জ্বালা সম, ক্ষেণে ক্ষেণে দেহৰ অনেক অৱস্থা হয়। যেন আকাশত চন্দ্ৰাদিৰ গতিক লোকে ক্ষেণে ক্ষেণে কল্পিবে নাপাৰে, দূৰ দেশে গেলেসে কল্পি, তেমনে দেহৰ অৱস্থা ক্ষেণে ক্ষেণে কল্পা নাযাই। বাল্য-বৃদ্ধ-যুবাদি দেখিসে কল্পি। জানা ৰাজা, তুমাত নৈমিত্তিক, প্ৰাকৃত, আত্যন্তিক, নিত্য— এহি চাৰিবিধ সংক্ষেপে কহি হৰিলীলা বৰ্ণাইলো। ব্ৰহ্মায়ো বিস্তৰ মতে নপাৰন্ত। তিনিতাপে তাপিত জনৰ হৰিকথাৰস বিনে সংসাৰ তৰিতে আন উপায় নাই। ( শ্লোক ৩৫—৪০ )

এহি ভাগৱতকথা পূৰ্ব্বত নাৰায়ণ ঋষি নাৰদত কহিলা। নাৰদো ব্যাসত কহিলা। ব্যাসপিতৃয়ো মোত কহিলা। আকে সূতে নৈমিষাৰণ্যত শৌনকাদিত কহিবা। এহি বুলি অঙ্গুলি নিৰ্দ্দেশিলা। ( শ্লোক ৪১—৪৩ )

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে চতুৰ্থোঽধ্যায়ঃ ॥

হে কৃষ্ণ, মোৰ নিজনাথ, যিমতে তোমাৰ কথাৰ সতে মোৰ মন মত্তগজ ৰহে, তেমনে দায়া কৰা। সামাজিকসৱো হৰি বোল হৰি।

শ্লোক : যথৈব মে নাথ তব কথাৰসে মনো মদোন্মত্তগজো নিৰন্তৰং।
ৰমেত তাপং পৰিহায় সৰ্ব্বদা তথৈৱ "গোবিন্দ কৃপাং
কুৰু প্ৰভো" ॥

---

# পঞ্চম অধ্যায়

## জ্ঞান-কথা

কথা : পঞ্চম অধ্যায়ে জ্ঞান-কথা কহি ৰাজাৰ মৃত্যুভয় গুচাইবা। শুকে কহন্ত : জানা ৰাজা, ই ভাগৱতত বিশ্বাত্মা ভগৱন্তক বৰ্ণাইবো। যাৰ প্ৰসাদত ব্ৰহ্মা, ক্ৰোধত রুদ্ৰ জাত হয়াছন্ত। হেন ঈশ্বৰক শুনন্তাজনৰ কৈত আনত হন্তে ভয়-শঙ্কা আছে। এতেকে তুমি মৰিম হেন পশুবুদ্ধি এড়া। জাতো নতো হুৱা, নমৰিবা, দেহেসে উপজে মৰে, আত্মাৰ কিছো নাই। যেন ঘট ভগ্ন ভৈলে ঘটাকাশ মহাকাশতে লাগে। তেমনে জ্ঞানে দেহনাশ হৈলে জীৱে ব্ৰহ্ম হয়। মনেসে গুণ-কৰ্ম্ম দেহক স্ৰজে। মনকো মায়ায়ে স্ৰজে। তেৱেসে জীৱৰ সংসাৰ হয়। যাৱে তৈলমানে শলা অগ্নিৰ সংযোগ থাকে, তাৱেসে দীপ জ্বলে। তেমনে কৰ্ম্ম-মন-দেহে জীৱৰ সংযোগ যাৱে তাৱে সংসাৰ প্ৰকাশে। এতেকে দীপ হেন সংসাৰ নষ্ট যাই। ব্ৰহ্মৰূপ আত্মাৰ নাশ নাই। তুমি হৰিক চিন্তি এমন বিচাৰ কৰা। তেৱে বিপ্ৰবাক্যে তক্ষকে আসি নদংশিবে। মঞি ব্ৰহ্ম, ব্ৰহ্মে মঞি, হেন দেখিলে, দংশিতেয়ো তক্ষকক নেদেখিবা। আত্মাত পৃথক শৰীৰকো নজানিবা। ইসৱ কথা তোমাত কহিলো। আউৰ কি শুনিবে ইচ্ছা কৰা তাকে কহা। (শ্লোক ১—১৩,)

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে পঞ্চমোঽধ্যায়ঃ ॥

হে সাধুসব, দেখ, যাৰ বশৱৰ্ত্তী সৰ্ব্বলোকপতি ব্ৰহ্মা-মহেশ, হেন ভগৱন্ত কৃষ্ণত মঞি শৰণাপন্ন হৈলোঁ। তোৰাসবো ডাকি হৰি বোল হৰি।

শ্লোক: যদ্বশে সৰ্ব্বলোকস্য পতয়ঃ প্ৰবিধায়কাঃ।
তমহং জগদাত্মানং ভগৱন্তমুপাশ্ৰয়ে॥

# ষষ্ঠ অধ্যায়

## পৰীক্ষিতৰ মোক্ষ, সৰ্পসত্ৰ, তিনি বেদৰ বিভাগ

কথা: ষষ্ঠ অধ্যায়ে পৰীক্ষিতৰ মোক্ষ, সৰ্পসত্ৰ, তিনি বেদৰো বিভাগ কহিবা। সূতে কহন্ত: পৰীক্ষিত ৰাজা শুকৰ এহি বাক্য শুনি তান পাদপদ্মক শিৰে প্ৰণামি অঞ্জলি কৰি বুলিবে লাগিলা: হে পৰমগুৰু, মঞি কৃতাৰ্থ হৈলো। যাতো তুমি কৃপায়ে সাক্ষাতে ভগৱন্তক শুনাইলা। সংসাৰ-তাপিত অজ্ঞজনক মহন্তসবে যি অনুগ্ৰহ কৰে, ই অদ্ভুত নহে, যাতো তোৰাৰ এহিয় স্বভাৱ। তুমাৰ প্ৰসাদে মঞি ভাগৱত শাস্ত্ৰ শুনিলো, যাত ভগৱন্তক মাত্ৰ বৰ্ণায়ে। মঞি তক্ষকাদি মৃত্যুক ভয় নকৰো, যাতো তুমাৰ প্ৰসাদে অভয় পদত প্ৰৱেশ হৈলো। জ্ঞাননিষ্ঠায়ে মোৰ অজ্ঞানসব নষ্ট হৈল। যাতো তুমি ভগৱন্তৰ স্বৰূপ দেখাইলা। আৰে মোক অনুজ্ঞা দিয়া। কৃষ্ণতে বাক্য-মন অৰ্পি দেহ এৰো। (শ্লোক ১—৭)

সূতে বোলন্ত: হেন শুনি শুকদেৱে ৰাজাত অনুমতি লৈয়া ভিক্ষুগণ সমে লাড়ি গৈলা। পৰীক্ষিত ৰাজায়ো গঙ্গাৰ তীৰতে উত্তৰক মুখে কুশাসনে বসি

কৃষ্ণত একাগ্রে মন দিয়া নিশ্চলে ৰহিলা। তক্ষকো বিপ্ৰবাক্যে ৰাজাকে দংশিবে আসিতে পথত কাশ্যপক দেখি ঔষধৰ গন্ধ পায়া বাৰ্ত্তা পুছিলা। কাশ্যপে কহিলা: তক্ষকে দংশিলে পৰীক্ষিতক জীয়ায়া ধন আৰ্জ্জিবাৰ কথা। হেন শুনি তক্ষকে ক্ৰোধি বটবৃক্ষকে দংশি ভস্ম কৰিলা। কাশ্যপো মন্ত্ৰবলে জীয়াইলা। হেন দেখি সৰ্পে বহু ধন দিয়া তাঙ্ক নিবৰ্ত্তায়া, বিপ্ৰৰূপে আসি ৰাজাক দংশিলা। সি পুনু পুত্ৰ-কৃত্য হেন হিতসে হৈল। যাতো তেখনে দেহ ভস্ম হৈল। হেন দেখি সৰ্ব্বজনে খেদ কৰি বিস্ময় হৈল। স্বৰ্গতো গীত-নৃত্য-বাদ্য কৰি পুষ্পবৃষ্টি কৰিল। ( শ্লোক ৮—১৫ )

পাছে জন্মেজয়ে তক্ষকৰ কাৰ্য্য জানি সৰ্পসত্ৰ আৰম্ভি অনেক সৰ্প দাহ কৰিলা। তাত তক্ষকক নেদেখি ব্ৰাহ্মণত পুছিলা। তাৰা ইন্দ্ৰে ৰাখিবাৰ কথা কহিলা। পাছে ৰাজাৰ বাক্যে তক্ষক সমে ইন্দ্ৰ আহুতি দিলা। তক্ষকো বিমান সমে ইন্দ্ৰ পড়িবাৰ দেখি বৃহস্পতি আসি জন্মেজয়ক প্ৰবোধিয়া সৰ্পসত্ৰ নিবৰ্ত্তাইলা। যদি বোলা বিপ্ৰশাপত পৰীক্ষিত মৰিলা, জন্মেজয়ৰ কোপত সৰ্পগণ হত হৈল, কেনে মহন্তৰ ক্ৰোধ দেখি, ভাল বুলিলা। এইতো বিষ্ণুৰে মহামায়া। যাক একোমতে বাধিতে নাপাৰি, যাত হন্তে লোকৰ বিৰোধ ঘটে। সি মায়া পুনু বিষ্ণুৰ আগত থাকিবে নাপাৰে। সেই বিষ্ণুক ভজিলেসে পুৰুষে মায়াক তৰে। ( শ্লোক ১৬—৩৫ )

শৌনকে পুছন্ত: হে সূত, যেমনে ব্যাসশিষ্যসৱে বেদক বিভাগ কৰিল্ক আক মোত কহা। সূতে কহন্ত: প্ৰথমে ব্ৰহ্মাৰ হৃদয়ৰ পৰা চাৰিমুখে চাৰিবেদ জাত হৈল। তেৱে পুত্ৰ-পৌত্ৰাদিৰূপে ক্ৰমে চাৰি যুগ প্ৰৱৰ্ত্তিল। প্ৰত্যেক মনুতে দ্বাপৰৰ অন্তত লোকক নিঃসত্ত দেখি হৰিৰ আজ্ঞায়ে মুনিসৱে বেদ বিভাগ কৰন্ত। এই সপ্তম মনুত দেৱৰ প্ৰাৰ্থনাত ভগৱন্ত পৰাশৰ হন্তে সত্যৱতীত ব্যাস অৱতাৰ হৈয়া বেদক চাৰিভাগ কৰিলা। তাতে পৈলক ঋকবেদ, বৈশম্পায়নক যজুৰ্বেদ, জৈমিনিক সামবেদ, সুমন্তক অথৰ্ব্ববেদ পঢ়াইলা। তাতে ঋকবেদৰ সংহিতা শিষ্য-প্ৰশিষ্যৰূপে পঞ্চদশ ভাগ হৈলা। বৈশম্পায়ন ঋষিৰো চৰকনাম শিষ্যগণ হৈল। যাতো গুৰুৰ ব্ৰহ্মহত্যা ব্ৰতক তাৰা আচৰিলা। তান শিষ্য যাজ্ঞৱল্ক্যে বুলিলা, হে গুৰুদেৱ: অল্পজনৰ দুষ্কৰ ব্ৰত আচৰিবাৰ কি কাৰ্য্য। মঞিও আচৰিবো। হেন শুনি গুৰুৱে ক্ৰোধ কৰিলা: অৰে পাপিষ্ঠ, তঞিও ব্ৰাহ্মণক অল্প বুলিলি। মোত হন্তে যিবা জানিছা তাক পৰিত্যাগ কৰ। যাজ্ঞৱল্ক্যেও বেদক উদ্গাৰ কৰি লড়ি গৈলা।

তাক দেখি তিত্তিৰী পক্ষী হুয়া, কতো শিষ্যসৱে ভক্ষণ কৰিল। এতেকে সিভাগ তিত্তিৰী শাখা হৈল। যাজ্ঞবল্ক্যো গুৰুত কৰি অধিক জানিতে বিষ্ণুৰূপ সূৰ্য্যক স্তুতি কৰিলা। ( শ্লোক ৬৬—৬৬ )

সূৰ্য্যে বাজিৰূপে আসি বেদক জনাইলা। এতেকে কাণ্ব মাধ্যন্দিন বাজসনীয় বেদৰ শাখা হৈল। জৈমিনি কৌশিয়ো সামবেদক তিনি ভাগ কৰি পুত্ৰ পৌত্ৰ সুকৰ্ম্মা শিষ্যক পঢ়াইলা। তাতে শুকৰ্ম্মা সামবেদৰ সহস্ৰ সংহিতা কৰিলা। তাত তিনি শিষ্যে পঢ়ি সহস্ৰ শিষ্যকে জনাইলা।

( শ্লোক ৬৭—৮০ )

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে ষষ্ঠোঽধ্যায়ঃ ॥

হে শ্ৰীকৃষ্ণ অৰ্জ্জুনৰ প্ৰিয়, কালিয়দমন, যমুনা-শোধন, বলভদ্ৰপ্ৰিয়, ব্যাসানুগীত মহিমা, ভগৱন্ত তোমাক নমস্কাৰ কৰো। সামাজিকসৱো হৰি বোল হৰি।

শ্লোক : শ্ৰীকৃষ্ণ কৃষ্ণহিত কৃষ্ণপয়োনিধান কৃষ্ণাহিদুষ্টজনমুক্তকৰপ্ৰভাৱ।
ৰামানুজপ্ৰিয় বিশিষ্টজনেষু শ্ৰেষ্ঠ কৃষ্ণানুগীতমহিমন্
ভগৱন্নমস্তে ॥

———

# সপ্তম অধ্যায়

## অথৰ্ব্ব-বেদৰ শাখা, পুৰাণৰ লক্ষণ

কথা : সপ্তম অধ্যায়ে অথৰ্ব্ব বেদৰ শাখা বিভাগ, পুৰাণৰ লক্ষণ কহিবা। সূতে কহন্ত : জানা শৌনক, অথৰ্ব্ব বেদৰ শিষ্য-প্ৰশিষ্যৰূপে ষোড়শ শাখা হৈল। আৰে পুৰাণৰ বিভাগ শুনা : প্ৰথমে ব্যাসে ছয় পুৰাণ কৰি মোৰ পিতৃ ৰোমহৰ্ষণত কহিলা। তেঞোঁ ছয় শিষ্যকে ছয়খান জনাইলা। মঞিঁ পুনু ব্যাসহন্তে সকলে পুৰাণ পঢ়িলো। তাৰ লক্ষণ শুনা : সৰ্গ, বিসৰ্গ, বৃত্তি, ৰক্ষা, উতি মন্বন্তৰ, ঈশানুকথা, নিৰোধ, মুক্তি, আশ্ৰয়। এহি দশ লক্ষণ। আৰে আৰ ব্যাখ্যা কহো। কাৰণ সৃষ্টিকে সৰ্গ বুলি, কাৰ্য্য সৃষ্টিক বিসৰ্গ বুলি, বিহিত জীৱিকাক বৃত্তি বুলি, অচ্যুতৰ অৱতাৰ চৰিত্ৰক ৰক্ষা বুলি। কৰ্ম্ম-বাসনা উতি, মনুৰ কথা মন্বন্তৰ, বংশাৱলী ঈশানুকথা, প্ৰলয়ক নিৰোধ, স্বৰূপ স্থিতিক মুক্তি, ভগৱন্তক আশ্ৰয় বুলি। এই দশ লক্ষণযুক্ত অষ্টাদশ পুৰাণ। তাৰ নাম শুনা : ব্ৰাহ্ম, পদ্ম, বৈষ্ণৱ, শিৱ, লিঙ্গ, গৰুড়, নাৰদি, ভাগৱত, অগ্নি, স্কন্দ, ভবিষ্য, ব্ৰহ্মবৈৱৰ্ত্ত, মাৰ্কণ্ডেয়, বামন, বৰাহ, মৎস্য, কূৰ্ম্ম, ব্ৰহ্মাণ্ড এই অষ্টাদশ পুৰাণ। আত অন্ত পঞ্চলক্ষণে যুক্ত অল্প পুৰাণ বুজিবা। ( শ্লোক ১—২৫ )

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে সপ্তমোঽধ্যায়ঃ ॥

হেন জানি সৰ্ব্বলোক হৰি বোল হৰি।

শ্লোক : নাৰায়ণায় কৰুণাৰুণালয়ায় সংসাৰবাৰণবিদাৰণকাৰণায়।
বেদোপবেদনয়তৰ্কপুৰাণ শাস্ত্ৰসংজ্ঞায় দেৱ হৰয়ে গুৰবে
নমস্তে ॥

---

## অষ্টম অধ্যায়

### মাৰ্কণ্ডেয়ৰ চৰিত্ৰ

কথা : অষ্টম অধ্যায়ে মাৰ্কণ্ডেয়ৰ চৰিত্ৰ কহিবা। শৌনকে পোছন্ত : হে সূত, তুমি চিৰকাল জীয়া। যাতো লোকক সংসাৰৰ পাৰ দেখাৱা। এতেকে আমাত মহাভাগৱত মাৰ্কণ্ডেয়ৰ চৰিত্ৰ কহা, যি প্ৰলয়তো অৱশেষ ৰহিলা। (শ্লোক ১—৫)

সূতে বোলন্ত : হে মহাঋষি, তোৰা ভাল প্ৰশ্ন কৰিলা। যাতো কলিমলহাৰী হৰিকথা পুছিলা। প্ৰথমে মাৰ্কণ্ডেয় ঋষি উপনয়ন লৈয়া নৈষ্ঠিক ব্ৰহ্মচৰ্য্য ধৰি বেদ পঢ়িলা। দণ্ড-কমণ্ডলু-জটাকো ধৰিলা। বাকলি-বসন পৰিধান কৰিলা। অগ্নি, আদিত্য, গুৰু, ব্ৰাহ্মণকো হৰিবুদ্ধিয়ে অৰ্চ্চিলা। ভিক্ষা কৰিও গুৰুত নিবেদিলা। তান আজ্ঞা লৈয়াসে ভোজন কৰিলা। এমনে ব্ৰত ধৰি অযুত অযুত বৎসৰ হৰিকে আৰাধি দুৰ্জ্জয় মৃত্যুকো অনায়াসে তৰিলা। তাক দেখি সৰ্ব্বজনে বিস্ময় হৈল। এমনে তানে হৰিতে ভক্তি কৰিল। ছয় মন্বন্তৰ বহি গৈল।

এই সপ্তম মনুৰ কালতে পুৰন্দৰ ইন্দ্ৰে বাৰ্ত্তা জানি ইন্দ্ৰপদ লৈবাক শঙ্কায়ে তপভঙ্গ কৰিবে গণসমে কামদেৱক পঠাই দিলা। তাৰাও পুষ্পভদ্ৰা নদী-তীৰত তান বিচিত্ৰ আশ্ৰম পশি মলয়া বায়ু বহিল, বসন্তো মিলিল, পূৰ্ণচন্দ্ৰো

উদয় হৈল। ঋষিও অগ্নিতে হোম কৰি বসি আছন্ত। সেইবেলা গৈয়া গন্ধৰ্ব্বে গীত গাইল। বিদ্যাধৰে বাদ্য বজাইল। অপ্সৰাসৱো নৃত্য কৰিল। লোভে-মদেও মনত পশি পৰাভৱ কৰিল। কন্দুক ক্ৰীড়াত যেখন স্ত্ৰীৰ বস্ত্ৰক বায়ুৱে হৰিল, তেখনে কামদেৱে শোষণ, মোহন, দীপন, তাপন, উন্মাদন এই পাঞ্চশৰ হানিলা। এতেক প্ৰকাৰেও মুনিক মুহিবে নাপাৰিল। পাছে ঋষিৰ তেজে তাপিত হুয়া সৱে নিৱৰ্ত্তিয়া গৈলা। তথাপি ঋষি মঞি জিতেন্দ্ৰিয় বুলি গৰ্ব্ব নকৰিল। আক বিষ্ণুভক্ত মহন্তত চিত্ৰ নেদেখিবা। ইন্দ্ৰে দেৱসমে কামদেৱকো নিস্তেজ দেখি ঋষিৰ প্ৰভাৱ শুনি মহাবিস্ময় হৈলা। ( শ্লোক ৬—৩১ )

পাছে ঋষিক অনুগ্ৰহাৰ্থে নৰ-নাৰায়ণ তানে আশ্ৰমক আসিলা। দুয়ো শুক্লবৰ্ণ কৃষ্ণ চতুৰ্ভুজ কমললোচন চৰ্ম্ম বল্কল পৰিধান কৰিছা। দণ্ড, কমণ্ডলু, জটা, জাপ্যমালা, যজ্ঞসূত্ৰ, কুশ ধৰি তপোময় মূৰ্ত্তি দেখি হৰি-অৱতাৰ জানি পৰম আদৰে উঠি দণ্ডৱতে প্ৰণাম কৰি পৰম প্ৰেমে আকুল হুয়া আসন দিয়া পাদ্য, অৰ্ঘ্য, আচমনী, পুষ্প-চন্দন, ধূপ-দীপ, উপহাৰ নিবেদি অৰ্চ্চা কৰিল। পুনু প্ৰণামি স্তুতি আৰম্ভিলা। হে বিভু, ভগৱন্ত, মঞি কি স্তুতি কৰিবো। যাতো তুমি প্ৰৱৰ্ত্তাইলেসে প্ৰাণ-মন-ইন্দ্ৰিয়সৱো প্ৰৱৰ্ত্তে। তথাপি ভজন্তা জনৰে ভৱবন্ধ হুয়া তুমি পুনু লোকহিতাৰ্থে অৱতাৰ ধৰিছা। হেন তুমাৰ চৰণতে প্ৰণাম কৰো। যাক যোগীসৱো স্তুতি-নতি কৰে। এতেকে তোমাৰ চৰণ ভজন বিনে সংসাৰ-তাপিত জনৰে আন আশ্ৰয় নাই। হেন জানি মঞি তুচ্ছ বিনাশী দেহাদিত প্ৰীতি এড়ি তুমাৰ চৰণ ভজিলো। যদ্যপি ব্ৰহ্মা-ৰুদ্ৰো তুমাৰে মূৰ্ত্তি, তথাপি শুদ্ধ-সত্ত্ব মূৰ্ত্তি তোমাকেহে ভজো।

এতেকে বিবেকীসৱে ভক্তসমে তুমাকে মাত্ৰ ভজে। হেন নাৰায়ণ পৰম পুৰুষ ভগৱন্তক প্ৰণাম কৰো। ( শ্লোক ৩২—৪৯ )

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে অষ্টমোঽধ্যায়ঃ ॥

হে প্ৰাণনাথ ভগৱন্ত, যদি তোমাৰ চৰণত মোৰ মন সদা নিশ্চল নহে, তথাপি তুমাৰ কৃপায়ে তাত ৰতি নছাড়োক। আকে যদি সভাসদসৱ ৰতি কৰা, তেৱে ডাকি হৰি বোল হৰি।

শ্লোক ঃ যদি নহি স্থিৰং সত্যো মন্মনস্তব পাদয়োঃ।
তথাপি ৰমতান্নাথ সদা তব প্ৰসাদতঃ ॥

---

# নৱম অধ্যায়

## মাৰ্কণ্ডেয়ৰ মায়া-দৰ্শন

কথা : নৱম অধ্যায়ে মাৰ্কণ্ডেয়ৰ মায়া দৰশন কহিবা। সূতে কহন্ত : ঋষিৰ এহি স্তুতি শুনি পৰম প্ৰীত হুয়া নাৰায়ণে বোলন্ত : হে ব্ৰহ্মঋষি, তুমি একাগ্ৰমনে মোত ভক্তি কৰি কৃতাৰ্থ হৈলা। আমিও তুষ্ট হৈলো। বাঞ্ছিত বৰ লৱা। ঋষি বোলন্ত : হে দেৱ দেৱ অচ্যুত, তুমি যে মোক দেখা দিলা, এহিমানতে মঞি কৃতাৰ্থ হৈলো। সামান্য জনে যাৰ পদসেৱা কৰি তোমাকে পাৱয়, সেই তুমি চক্ষুৰ গোচৰ হৈলা। আতপৰ আন বৰত কি কাৰ্য্য। তথাপি তুমাৰ মায়া দেখিবে খোজো, যাত লোকসৱে বস্তুত ভেদ দেখে।

( শ্লোক ১—৬ )

সূতে কহন্ত : নাৰায়ণো তাক অঙ্গীকাৰ কৰি আশ্ৰম গৈলা। মুনিয়ো তথায়ে ৰহি সবাতে হৰিকো দেখি মনোময় দ্ৰব্যে অৰ্চ্চা কৰিলা। প্ৰেমভৰে পূজাকো পাসৰিলা। সেইবেলা সন্ধ্যা সময়ত প্ৰচণ্ড বায়ু হৈল। বায়ুৰ পাচত মহামেঘে বৰিষিলা। চাৰিয়ো দিশৰ সাগৰ পৃথিৱী ডুবাইলা। এমনে তিনি ভুৱন জলত মগ্ন দেখি, ঋষিয়ো মহাত্ৰাস হৈলা। একা উটি ফুৰিবে লাগিলা। ক্ষুধা-তৃষ্ণা-ব্যাধিও লাগ ধৰিলা। ঢৌয়ো আস্ফালিলা। মৎস্য-মগৰেও কামুৰিল। এমনে নানা দুঃখে অন্ধকাৰ দেখি দিশকে পাসৰিল। কতো জলতে তল গৈল। কতো উফন্দিলা। এমনে অযুত বৎসৰ সহস্ৰ শত জলত ফুৰিতে গৈল। পাছে ঐশান কোণতে নদীৰ কোণতে উন্নত স্থানত অশ্বত্থ শাখাত পত্ৰ-

পুটত বাল-মুকুন্দক দেখিলা। মৰকত শ্যাম শ্ৰীমন্ত মুখপদ্ম, পৰম সুন্দৰ দুই হস্তে চৰণ-পদ্মকে আনি মুখত থৈয়া পান কৰিবাক লাগিছা। কৃষ্ণ-দৰশনে সকল শ্ৰম গুচিল। মন প্ৰসন্ন হৈল। লোমো সিহঁৰিল। যেখনে আনন্দত তেন্তে পুছিবে গৈলা, তেখনে তানে নিশ্বাসত ৰোমৰন্ধ্ৰে মশ হেন শৰীৰতে প্ৰৱেশিলা। তথাতে সকল জগতকে দেখি বিস্ময় ভৈলা। পুনু শিশুৰে নিশ্বাস তেজনাস্তে পড়িল। এমনে উশ্বাস-নিশ্বাসে আয়াযাত কৰিতে সাতকল্প গৈলা। তেখনে ভগৱন্তে অন্তৰ্দ্ধান হৈলা। প্ৰলয়ো দূৰ গৈলা। ( শ্লোক ৭—৩৪ )

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে নৱমোঽধ্যায়ঃ ॥

হে ভগৱন্ত কৃষ্ণ, যদিময়ো তোমাৰ মায়ায়ে সততে মোহিত হঞো, তথাপি মঞি কৃপণকো অনুগ্ৰহ কৰা। সামাজিকসৱো ডাকি হৰি বোল হৰি।

শ্লোক ঃ যদ্যহং মোহিতো নিত্যং তব দুৰ্জ্জয়মায়য়া।
তথাপি কৃপণং কৃষ্ণ কৃপয়ানুগৃহাণ মাম্ ॥

———

# দশম অধ্যায়

## শিৱ-ঋষিৰ সম্বাদ

কথা : দশম অধ্যায়ে শিৱ-ঋষিৰ সম্বাদ কহিবা। সূতে কহন্ত : এমনে মাৰ্কণ্ডেয়ো নাৰায়ণৰ মায়া-বৈভৱ অনুভৱ কৰি তাহান্তে শৰণ পশি একাগ্ৰমনে তাহাঙ্কে চিন্তি ৰহিলা। নাৰায়ণো শ্ৰান্ত মুনিক শান্ত কৰিতে মহেশ ৰূপে তানে আশ্ৰমে গৈলা। ঋষিয়ে নেদেখিবাৰ দেখি, যোগবলে তানে মনতে পশিলা। হেন দেখি ঋষিয়ো বিস্ময় হৈয়া চক্ষু মেলি আগতে পাৰ্ব্বতী সমে শিৱক দেখি দণ্ডৱতে পৰি সাদৰে উঠিয়া অনেক স্তুতি-নতি কৰিলা।

( শ্লোক ১—১৭ )

মহেশো ঋষিক আশ্বাস কৰি মধুৰ বাক্যে বুলিবে লাগিলা : হে ঋষি, তুমি বাঞ্ছিত বৰ লৱা। কদাচিতো আমাৰ দৰশন ব্যৰ্থ নোহে। যাত হন্তে লোক মোক্ষ লভে। বৰদান ছলে তোমাকে আমি সেৱা কৰো। যাতো তোৰা সহজে কৃতাৰ্থ। হেন বিষ্ণুভক্ত ব্ৰাহ্মণক ব্ৰহ্মা-বিষ্ণু মঞি সমে সকল লোকে উপাসা কৰে। যাতো তাৰা কাতো কিঞ্চিৎ ভেদ নেদেখে। এতেকে দেৱতা-তীৰ্থকো কৰি মহন্তসৱেসে শ্ৰেষ্ঠ। যাতো তাৰা দৰ্শনমাত্ৰে পৱিত্ৰ কৰে। দেৱতীৰ্থ চিৰকাল সেৱিলেসে পৱিত্ৰ কৰে। যি ব্ৰাহ্মণসৱে ভক্তিবলে হৰিকে হৃদয়ত ধৰে হেন ব্ৰাহ্মণসৱকে আমি প্ৰণাম কৰোঁ। যাৰ দৰ্শনমাত্ৰে মহাপাপী চাণ্ডালো পৱিত্ৰ হয়। দৰ্শন-স্পৰ্শন হৈলে তাক কি কহিবোঁ।

( শ্লোক ১৮—২৫ )

সূতে কহন্ত : শিৱৰ এহি ধৰ্ম্ম ৰহস্য বচন শুনি, ঋষি তৃপিতি নপাইলা। বিষ্ণুৰ মায়ায়ে চিৰকাল দুঃখ পাইলা। শিৱৰ বাক্যামৃতে সৱলোকৰ হস্তে বুলিবে লৈলা, যাৰ দৰ্শনমাত্রে পুৰুষ পূৰ্ণকাম হয়, হেন তোমাত মঞি এক বৰ মাগোঁ। মোৰ সদায় বিষ্ণু-বৈষ্ণৱত ভক্তি ৰহোক। মহেশে তান অভিমত বুজি বুলিবে লাগিলা : হে মহাঋষি, তোমাৰ সকলো বাঞ্ছা সিদ্ধ হৌক। যাতো তুমি বিষ্ণুভক্ত। এতেকে অজৰামৰ হোৱা। ব্ৰহ্মাৰ এক কল্পমান জীয়া। ভূত-ভৱিষ্যত-বৰ্ত্তমানো জানা। জ্ঞান-বৈৰাগ্য মিলোক। পুৰাণৰ আচাৰ্য্য হোৱা। এহি বৰ দিয়া পাৰ্ব্বতীৰ আগতে অনেক কথা কহি কৈলাসক চলি গৈলা। মহাভাগৱত মাৰ্কণ্ডেয়ো যোগসিদ্ধি লভি পৃথিৱীতে ভ্ৰমিলা। এহি কথাক যি শ্ৰদ্ধায়ে শ্ৰৱণ-কীৰ্ত্তন কৰে সিয়ো অনায়াসে সংসাৰ তৰে। ( শ্লোক ২৬—৪২ )

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে দশমোঽধ্যায়ঃ ॥

যি ভগৱন্তে স্বভক্ত ব্ৰাহ্মণৰ মহিমা বৰ্ণায়া মাৰ্কণ্ডেয় মুনিক শান্ত কৰিলা, হেন হৰিকে প্ৰণাম কৰো। তোৰাসৱো ডাকি হৰি বোল হৰি।

শ্লোক : যো মুনিং শিৱৰূপেণ শান্তয়ামাস সৰ্ব্বথা।
স্বভক্ত-বিপ্ৰসদ্ভক্তিং বৰ্ণয়ন্তমহং ভজে ॥

———

# একাদশ অধ্যায়

## মহাপুৰুষৰ বৰ্ণনা, সূৰ্য্যৰ ব্যূহ

কথা ঃ একাদশ অধ্যায়ে মহাপুৰুষৰ বৰ্ণনা কৰি সূৰ্য্যৰো ব্যূহ কহিবা। শৌনকে পুছন্ত ঃ হে সূত, যি যি দ্ৰব্যে ভগৱন্তৰ অংগ, উপাংগ, আয়ুধ, ভূষণ হুয়া আছে, তাক মোত কহা। সূতে বোলন্ত ঃ হে শৌনক, গুৰুক প্ৰণাম কৰি, বিষ্ণুৰে বিবৃতি কহো, সাৱধানে শুনা। বিৰাট দেহকে ভগৱন্তৰ ৰূপ বুলি। যাত তিনিয়ো ভুৱন প্ৰকাশে। তাক প্ৰপঞ্চি কহো। পৃথিবী চৰণ, স্বৰ্গে শিৰ, আকাশে নাভি, সূৰ্য্যে চক্ষু, বায়ু নাশা, দিশে কৰ্ণ, দিগপালে বাহু, চন্দ্ৰে মন, বৃক্ষে নোম, মেঘে কেশ। আৰে অলঙ্কাৰ শুনা ঃ জগত জীৱে মণি, তাৰে কান্তিএ শ্ৰীবৎস, গুণময়ী মায়ায়ে বনমালা, ছন্দগণে পীতবস্ত্ৰ, প্ৰণৱে যজ্ঞসূত্ৰ, যোগসাংখ্যে মকৰ-কুণ্ডল, ব্ৰহ্মলোকে কিৰীটি, বৈকুণ্ঠে ছত্ৰ, প্ৰকৃতি আসন, প্ৰাণৰ তত্ত্বে গদা, জলৰ তত্ত্বে শঙ্খ, তেজৰ তত্ত্বে চক্ৰ, সমগ্ৰ ঐশ্বৰ্য্য পদ্ম, কালে ধনু, কৰ্ম্মে টোণ, ইন্দ্ৰিয়ে শৰ, ধৰ্ম্মে-যশে দুই চামৰ, আকাশৰ তত্ত্বে খড়্গ, অবিদ্যায়ে চৰ্ম্ম, বেদে গৰুড়, আণিমাদি গুণে দ্বাৰপাল বুজিবা।

( শ্লোক ১—২০ )

যি একে শ্ৰীকৃষ্ণে বাসুদেৱ, প্ৰদ্যুম্ন, সঙ্কৰ্ষণ, অনিৰুদ্ধ ভেদে চতুৰ্ব্ব্যূহ ৰূপে পূজ্য হুয়াছা, হেন শ্ৰৱণ-মঙ্গল গোবিন্দক প্ৰণাম কৰো। মোক প্ৰতি-পালন কৰা। এহি কথা যি শ্ৰৱণ-কীৰ্ত্তন-স্মৰণ কৰে সি ভগৱন্তকে পাৱে। শৌনকে পুছন্ত ঃ হে সূত, আমাত সূৰ্য্যৰ ব্যূহ কহা। সূতে কহন্ত ঃ একে

ভগৱন্ত সূৰ্য্যে চৈত্ৰাদি দ্বাদশ মাসত দ্বাদশ ৰূপে ঋষি, যক্ষ, ব্ৰাহ্মণ, নাগ, গন্ধৰ্ব্ব, অপ্সৰা সমে লোকৰ কুশলৰ অৰ্থে পৃথিৱীতে ভ্ৰমন্ত। তাৰ নাম শুনা: অৰ্য্যমা, মিত্ৰ, বৰুণ, ইন্দ্ৰ, বিৱস্বান, ত্বষ্টা, বিষ্ণু, পুষা, ভগ, অংশু, পৰ্জ্জন্য, ধাতা। আৰাকে মাসে মাসে ভিন্ন ভিন্ন ঋষিসৱে স্তুতি কৰে। গন্ধৰ্ব্বে গীত গাৱে। অপ্সৰায়ে নৃত্য কৰে। নাগৰথে বান্ধে। যক্ষে ৰথ যোজন কৰে। ৰাক্ষসে পাচতে ৰথ থেলে। আৰো বালখিল্ল্য নামক অঙ্গুষ্ঠ প্ৰমাণ ষাঠি হাজাৰ ঋষি তুতি কৰে। এমনে সূৰ্য্যলোকৰে যাত্ৰা প্ৰৱৰ্ত্তাৱে। (শ্লোক ২১—৫০)

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে একাদশোঽধ্যায়ঃ ॥

আক জানি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক : যস্মিন্ বিভাতি ভুৱনং পৰ্য্যটদ্ গুণ-কাৰ্য্যতঃ।
বদ্ধ ব্যূহোপি পূজ্যোঽয়ং তমহং শৰণং মহঃ ॥

---

# দ্বাদশ অধ্যায়

## সৰ্ব্বভাগৱতাৰ্থ

কথা : দ্বাদশ অধ্যায়ে সৰ্ব্ব ভাগৱতাৰ্থ সংক্ষেপে কহিবা। সূতে কহন্ত : শ্ৰীকৃষ্ণ, তানে ভক্ত ব্ৰাহ্মণকো প্ৰণামি সনাতন ধৰ্ম্ম কহো। হে বিপ্ৰসৱ, তোৰাতে মঞি কহিলো। পুৰুষতে মঞি কহিলো। পুৰুষৰে কৰ্ত্তব্য হৰিৰে চৰিত্ৰ ভাগৱত পুৰাণ, যাতো শ্ৰীকৃষ্ণকে নিৰূপণ কৰে, ব্ৰহ্মজ্ঞান কহে, ভক্তিকো প্ৰকাশ কৰে। তাতে প্ৰথম স্কন্ধত ব্যাস-নাৰদ সম্বাদ কহিছোঁ। পৰীক্ষিত ৰাজাৰ জন্ম, কৰ্ম্ম, প্ৰায়োপবেশন, শুক-পৰীক্ষিতৰ সম্বাদ, আশুগতি, ব্ৰহ্ম-নাৰদ সম্বাদ, অৱতাৰ কথা, ভাগৱতৰ লক্ষণ। তৃতীয়তে বিদুৰ-উদ্ধৱ সম্বাদ, মৈত্ৰেয়-বিদুৰ সম্বাদ, পুৰাণ-সংহিতাৰ প্ৰশ্ন, সত্ত্ব পুৰুষৰ স্থিতি, প্ৰাকৃতৰ কৃতসৃষ্টি,

ব্ৰহ্মাণ্ড উদ্ভৱ, কামৰো গতি, পৃথিবীৰ উদ্ধাৰ, হিৰণ্যাক্ষৰ বধ, ব্ৰহ্মাৰ সৃষ্টি, কপিলাখ্যান, চতুৰ্থতে নৱ প্ৰজাপতিৰ সৃষ্টি, সতী, ধ্ৰুৱ, পৃথু, প্ৰাচীনবৰ্হি, পুৰঞ্জন, প্ৰচেতাৰ চৰিত্ৰ। পঞ্চমত প্ৰিয়ব্ৰতৰ চৰিত্ৰ, ভূগোল, জ্যোতিচক্ৰ, পাতাল, নৰকৰ স্থিতি। ষষ্ঠ স্কন্ধত অজামিল উপাখ্যান, দক্ষকন্যাৰ সৃষ্টি, বিশ্বৰূপৰ কথা, বৃত্ৰাসুৰৰ বধ, চিত্ৰকেতু উপাখ্যান, বায়ুৰ জন্ম। সপ্তম স্কন্ধত হিৰণ্যকশিপুৰ তপ, প্ৰহ্লাদচৰিত্ৰ, নৰসিংহ অৱতাৰ, দৈত্যেন্দ্ৰ বধ, বৰ্ণাশ্ৰম ধৰ্ম। অষ্টমতে মন্বন্তৰ, গজেন্দ্ৰ মোক্ষ, অমৃতমথন, বলিছলন, মৎস্য-অৱতাৰ। নৱমতে সূৰ্য্য-চন্দ্ৰৰ বংশ, ৰাজাসৱৰ চৰিত্ৰ, তাতে শ্ৰীৰামচৰিত্ৰ, যদু-বংশতে শ্ৰীকৃষ্ণঅৱতাৰ। (শ্লোক ১—২৭)

দশমতে মথুৰাতে শ্ৰীকৃষ্ণজন্ম, গোকুলত বৃদ্ধি, তাতে পূতনা-শোষণ, শকট-উচ্ছেদ, অৰ্জ্জুন-ভঞ্জন, নবীন বৃন্দাবনগমন, ব্ৰহ্মামোহন, ধেনুকনাশন, কালীয়দমন, বনাগ্নিশোষণ, প্ৰলম্ববধ, বস্ত্ৰহৰণ, পত্নীপ্ৰসাদ, মখ-ভঙ্গ, কৃষ্ণৰ ব্যক্ত গোবিন্দক স্তুতি, বৈকুণ্ঠদৰ্শন, ৰাসক্ৰীড়া, বৃষভ-কেশী-ব্যোমৰ বধ, অক্ৰুৰাগমন, গোপীৰ বিলাপ, অক্ৰুৰৰ তুতি, নগৰপ্ৰবেশ, কুৱলয়পীড়, মল্ল কংসবধ, উদ্ধৱ যান, জৰাসন্ধ যুদ্ধ, যৱন বধ, মুচুকুন্দ স্তুতি, ৰুক্মিণীৰ বিবাহ-কাহিনী, স্যমন্তক উপাখ্যান, অষ্টমহিষী বিবাহ, নৰকৰ বধ, পাৰিজাত-হৰণ, প্ৰেমকলহ, অনিৰুদ্ধৰ বিবাহ, বাণৰ যুদ্ধ, নৃগৰ মোক্ষণ, যমুনা কৰ্ষণ, পৌণ্ড্ৰক বধ, নাৰদমোহন, ৰাজাসবৰ মোহন, মাল দন্তবক্ৰে-বিদুৰথৰ বধ, পৃথোৰুপাখ্যান, কুৰুক্ষেত্ৰ যাত্ৰা, ভূভাৰ-হৰণ, এমনে কৃষ্ণৰ অনেক লীলা কহিছো।

একাদশত ব্ৰাহ্মণৰ শাপ, নিমি,-নৱসিদ্ধ সম্বাদ, উদ্ধৱ-সংবাদ, যদুকুল সংহাৰ, বৈকুণ্ঠগমন। দ্বাদশত যুগৰ লক্ষণ, কলিৰ দোষ, যুগধৰ্ম, চাৰিবিধ প্ৰলয়, পৰীক্ষিতৰ দেহত্যাগ, বেদৰ শাখাবিভাগ, মাৰ্কণ্ডেয় চৰিত্ৰ, মহাপুৰুষ বৰ্ণন, সূৰ্য্যৰ ব্যূহ। (শ্লোক ২৮—৪৫)

এহি কৃষ্ণলীলা কথা তোৰাত কহিলো। যাতো অনিচ্ছায়ো অকস্মাতে হৰিনাম উচ্চাৰিলে সৰ্ব্বপাপতে মুক্ত হয়। যেন আদিত্যে অন্ধকাৰ হৰা, বায়ুয়ে মেঘকে দূৰ কৰা, তেমনে ভগৱন্তো তানে কথা শ্ৰৱণ-কীৰ্ত্তন কৰা পুৰুষৰো চিত্ততে প্ৰবেশি সকলে দুঃখ দূৰ কৰা। এতেকে যাত ভগৱন্তক নকহে, সিটো বাক্য মিথ্যা কৰি জানিবা। বিচিত্ৰ বাক্যতো যদি ভুৱন-পাৱন হৰিৰ চৰিত্ৰ নাথাকে, তেৱে তাকে কামী

বানৰৰ ৰতিস্থান বুলি। এতেকে তাতে জ্ঞানী ৰতি নকৰে। যাত অচ্যুতৰ কথা থাকে তাক সাধুসৱে প্ৰীতি কৰে। সামান্য বচনতো যদি হৰিৰ চৰিত্ৰ থাকে, তাকে মহন্তসৱে শ্ৰৱণ-কীৰ্ত্তন কৰে। এতেকে জানিবা ভক্তি বিনে ব্ৰহ্মজ্ঞানো শোভা নকৰে। হৰিত নৰ্পিলে দুঃখময় কৰ্ম কৈতো শোভা নকৰে। এতেকে পুৰুষে বৰ্ণাশ্ৰম বিদ্যাতে যতেক পৰিশ্ৰম কৰে সিসৱে সম্পত্তিৰ অৰ্থেসে হয়। যি হৰিৰ স্মৃতিয়ে অভদ্ৰ নাশ কৰে, কুশলকো সাধে, চিত্তো শুদ্ধ কৰে, জ্ঞান-বৈৰাগ্যো জন্মাৱে, পৰম ভক্তিকো সাধে, এতেকে তোৰা মহাভাগ্যৱন্ত। যাতো সাক্ষাতে নাৰায়ণকো ভজিলা। মোকো স্মৰাইলা। মঞি তোৰাত হৰিৰে চৰিত্ৰ ভাগৱত কহিলো, যাহাক নিত্য প্ৰহৰেক অণুমাত্ৰো শ্ৰৱণ-কীৰ্ত্তন কৰিলে আত্মাকে পৱিত্ৰ কৰে। দ্বাদশীত একাদশীত্ত শুনিয়ো পুণ্যভাগী হয়। চাৰিবেদ পঢ়িলেও যি ফল পাৱে, আক কীৰ্ত্তনতে সি ফল পাৱে। ব্ৰাহ্মণে মহাসিদ্ধি, ক্ষেত্ৰিয়ে পৃথিৱী পাৱে, বৈশ্যে মহানিধি পাৱে, শূদ্ৰে পাপত শুদ্ধি হোৱে। ( শ্লোক ৪৬—৬৫ )

ই পুৰাণৰ কথা শুনা। ই শাস্ত্ৰত কলিমলনাশন ভগৱন্তক মাত্ৰ কহে। কিন্তু কথাৰ প্ৰবন্ধত পড়ে। হেন অচ্যুতক প্ৰণাম কৰো। যাৰ ব্ৰহ্মসুখতে মগ্ন চিত্তকো হৰিৰ ভক্তিয়ে আকৰ্ষি আনে। এতেকে তত্ত্বপ্ৰকাশক ভাগৱত-পুৰাণ কহিলো। হেন সৰ্ব্বদুঃখহাৰী ব্যাসপুত্ৰকো নমস্কাৰ কৰো।

( শ্লোক—৬৬—৬৯ )

শ্ৰীভাগৱতকথায়াং দ্বাদশস্কন্ধে দ্বাদশোঽধ্যায়ঃ ॥

হে সামাজিকসৱ দেখ, দ্বাদশস্কন্ধৰ অৰ্থ একাধ্যায়ে কহিছো। এড়িবাৰ জানি দোষ নেদিবা। কিন্তু কৃষ্ণকথা জানি আদৰ কৰিবা। প্ৰথমে ডাকি নিৰন্তৰে হৰি বোল হৰি।

শ্লোক ঃ দ্বাদশস্কন্ধসম্বন্ধপুৰাণং মুনিবন্দিতং।
দ্বাদশে দ্বাদশাধ্যায়ে কথিতং সূত শৌনকে ॥

---

## ত্ৰয়োদশ অধ্যায়

### পুৰাণৰ সংখ্যা

কথা : ত্ৰয়োদশ অধ্যায়ে পুৰাণৰ সংখ্যা কহিবা। সূতে বোলন্ত : জানা শৌনক, আৱে তোমাত পুৰাণৰ কথা কহো। মৎস্যপুৰাণতো ভাগৱত দান পাঠাদিৰো নিয়ম মহিমা কহো। ব্ৰহ্মপুৰাণ দশ সহস্ৰ শ্লোক। পদ্ম পুৰাণ পাঞ্চমন্দ ষাঠি হাজাৰ, বিষ্ণুপুৰাণ তেইশ হাজাৰ, শিৱপুৰাণ চৱিশ হাজাৰ, ভবিষ্যপুৰাণ চৈধ্য হাজাৰ পঞ্চশত, ব্ৰহ্মবৈৱৰ্ত্তপুৰাণ ওঠৰ হাজাৰ, লিঙ্গ-পুৰাণ একাদশ হাজাৰ, স্কন্দপুৰাণ একাশী হাজাৰ একশ, বামনপুৰাণ দশ হাজাৰ, কূৰ্ম্মপুৰাণ সোতৰ হাজাৰ, মৎস্যপুৰাণ চৈধ্য হাজাৰ, গৰুড়পুৰাণ উনৈশ হাজাৰ, ব্ৰহ্মাণ্ডপুৰাণ বাৰ্হ হাজাৰ। এমনে সকল পুৰাণ চাৰি লাখ বুজিবা। ( শ্লোক ১—৯ )

তাতে অষ্টাদশ অধ্যায়ে ভাগৱত। যাক কৃপায়ে ভগৱন্তে ব্ৰহ্মাণ্ডৰ উদ্ধাৰাৰ্থে প্ৰকাশিছে। যাৰ হৰিলীলাৰসে সাধুসৱো আনন্দ লভে। যাতো সৰ্ব্ববেদ সাৰোদ্ধাৰ, ঈশ্বৰ-সেৱাকে মাত্ৰ নিষ্ঠা কৰাৱে। কেৱল ভক্তিকে প্ৰয়োজন কহে। আৰু যিটো স্বৰ্ণসিংহাসনে থৈয়া ভাদ্ৰৰ পূৰ্ণিমাত দান কৰে সিটো পৰম পদ পাৱে। তাৱত আন পুৰাণে প্ৰকাশ কৰে, যাৱে অমৃত সাগৰ ভাগৱত শুনে, তাৱে ভগৱন্তত ৰতি সুপজে। নদীৰ মধ্যত যেন গঙ্গা, দেৱ-মনুষ্যত যেন অচ্যুত, সকল পুৰাণতো ভাগৱত শ্ৰেষ্ঠ বুজিবা। এতেকে শ্ৰীভাগৱত শাস্ত্ৰ সৰ্ব্ববেদান্তসাৰ, যাক শ্ৰদ্ধাৰূপে বিচাৰ কৰি পুৰুষ মুক্ত হোৱে।

যি ভগৱন্তে কৃপায়ে ব্ৰহ্মাত ভাগৱত কহিছা, ব্ৰহ্মস্বৰূপে নাৰদত কহিছা, নাৰদ ৰূপে ব্যাসত কহিছা, ব্যাসৰূপে শুকত কহিছা, শুকৰূপে পৰীক্ষিতক কহিছা, হেন ভগৱন্তকে সদায় চিন্তো। যাক ব্ৰহ্মা-ৰুদ্ৰ-ইন্দ্ৰেও স্তুতি কৰে, বেদেও যাক গায়ে, যোগীও যাক হৃদয়ত চিন্তে, হেন যোগেন্দ্ৰ শুকৰূপকে প্ৰণাম কৰোঁ। যিটো মহামুনি ভাগৱত শুনায়া ৰাজাক মুক্ত কৰাইলা হেন যোগেন্দ্ৰ শুকৰূপক প্ৰণাম কৰোঁ। ( শ্লোক ১০—২৩ )

শ্ৰীভাগৱতকথায়াং কবিৰত্নকৃতায়াং দ্বাদশস্কন্ধে ত্ৰয়োদশোঽধ্যায়ঃ ॥

হে সভাসদসৱ, এহিমানে মঞেঁ। দামোদৰৰ আজ্ঞা মানি সংক্ষেপে এহি কথা নিবন্ধন কৰিলো। মোক দোষ নেদিবা, যাতো মুনিৰো মতিভ্ৰম হয়। মঞি পুনু মহামন্দ মতি, তথাপি কৃষ্ণকথা বুলি আদৰিবা। যাতো সামান্য বাক্যও কৃষ্ণকথা মিশ্ৰ হৈলে মহন্তসৱে শ্ৰৱণ-কীৰ্ত্তন কৰে ; সেই বাক্যে জগতকে মুক্তি দেই। হে কৃষ্ণ, কৃপাৰ সাগৰ, পৰমানন্দ, তোমাৰ চৰণত কৌটিবাৰ প্ৰণাম কৰো। মোক কৃপা কৰা। তোমাৰ যশ-কীৰ্ত্তনতে মোৰ যেন কৰ্ণ-মন বিৰাম নহে তেমনে কৰা। যাতো তোমাৰ চৰণতে শৰণ পশিছোঁ। হে বন্ধু, পতিতপাৱন, এতেকে নামক সহায় কৰি মোক কৃপা কৰা। সামাজিকসৱো ডাকি হৰি বোল হৰি।

শ্লোক : তৎ প্ৰসাদেন কথিতা কথা লোকে সতাং প্ৰিয়া।
শ্ৰীদামোদৰশিষ্যেণ কবিৰত্ন-দ্বিজন্মনা ॥

দ্বাদশ স্কন্ধ সমাপ্ত